# চৈয়দ আব্দুল মালিক

# ৰচনাৱলী

(দ্বিতীয় খণ্ড)





**কস্তুৰী**

প্ৰকাশন সংস্থা

চান্দমাৰী, গুৱাহাটী-৭৮১০০৩

**SAYED ABDUL MALIK ROCHONAWALI (Vol. II) :** A collection of Literary works by Sayed Abdul Malik, Old Circuit House Road, Jorhat-785001, and published by Lutfur Rahman on behalf of KASTURI (a publishing society) Regd. No. RSKAM 240/G571-'97-98, Chandmari, Guwahati-781003.
**First Edition :** February, 1999
**Price :** Rs. 200 (Rupees Two Hundred only.)

চৈয়দ আব্দুল মালিক ৰচনাৱলী
(দ্বিতীয় খণ্ড)
সাহিত্য সংগ্ৰহ ঃ চৈয়দ আব্দুল মালিক

**প্ৰকাশক**
লুৎফুৰ ৰহমান
'কস্তুৰী' প্ৰকাশন সংস্থাৰ হৈ,
চান্দমাৰী, গুৱাহাটী-৭৮১০০৩

**প্ৰথম প্ৰকাশ ঃ** ফেব্ৰুৱাৰী, ১৯৯৯

অক্ষৰ বিন্যাস
এবাকাচ, প্ৰবীৰ মাৰ্কেট
পল্টনবজাৰ, গুৱাহাটী-৭৮১০০৮, ফোন - ৫৪৫১৮০

**মুদ্ৰক**
শৰাইঘাট অফচেট প্ৰেছ
উদ্যোগিক ক্ষেত্ৰ
বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১

**মূল্য ঃ ২০০.০০ (দুশ) টকা**

## সম্পাদনা সমিতি

সম্পাদক : লুৎফুৰ ৰহমান

সহ-সম্পাদক : হৃদয়ানন্দ গগৈ

সদস্য : কীৰ্তিকমল ভূঞা

প্ৰফুল্ল চন্দ্ৰ বৰা

ৰাজীৱ বৰুৱা

## 'কস্তুৰী' কাৰ্যকৰী সমিতি

| | | |
|---|---|---|
| সভাপতি | : | লুৎফুৰ ৰহমান |
| সম্পাদক | : | লেখক কাকতী |
| কোষাধ্যক্ষ | : | মণীন্দ্ৰলাল বৰুৱা |
| সদস্য | : | কীৰ্তিকমল ভূঞা |
| | | প্ৰফুল্ল চন্দ্ৰ বৰা |
| | | ৰাজীৱ বৰুৱা |
| | | হৃদয়ানন্দ গগৈ |
| যোগাযোগ | : | মণীন্দ্ৰলাল বৰুৱা |
| | | মাৰফৎ, দাস ড্ৰাই ক্লিনাৰ্চ |
| | | লেম্ব ৰোড |
| | | আমবাৰী, গুৱাহাটী-৭৮১০০১ |

# একাষাৰ

'কস্তুৰী'ৰ ঘোষিত প্ৰয়াস অব্যাহত ৰাখি 'চৈয়দ আব্দুল মালিক ৰচনাৱলী'ৰ দ্বিতীয় খণ্ডটি পূৰ্ব পৰিকল্পনা অনুসাৰে যথাসম্ভৱ সোনকালে পঢ়ুৱৈ সমাজৰ হাতত তুলি দিবলৈ পাই আমি সুখী হৈছোঁ। এই খণ্ডটিত লেখকগৰাকীৰ উপন্যাস 'ৰথৰ চকৰি ঘূৰে', গল্প সংকলন 'শিখৰে শিখৰে', 'অন্ধকূপ' আৰু 'আবৰ্ত' কাব্য সংকলন 'বেদুইন' আৰু নাটক 'মকৰাজাল' সন্নিবিষ্ট কৰা হৈছে।

পাঠক-পাঠিকাসকলৰ সুবিধাৰ্থে, সন্নিবিষ্ট পুথিকেইখনিৰ এটি পৰ্যালোচনা অন্তৰ্ভুক্ত কৰাৰ পৰিকল্পনা আছিল যদিও সময়ৰ নাটনিত সেয়া সম্ভৱ হৈ নুঠিল। আনহাতে, আমাৰ একান্ত ইচ্ছা আৰু বিজ্ঞজনৰ পৰামৰ্শ স্বত্বেও ভৱিষ্যতৰ বাবে গৱেষণাত্মক অধ্যয়নৰ সুবিধা হোৱাকৈ ৰচনাসমূহৰ কালক্ৰম ৰক্ষা কৰি খণ্ডটিত সন্নিবিষ্ট কৰাৰ সুবিধা নহ'ল। দৰাচলতে এনে খণ্ড একোটিত বিভিন্ন ৰুচিৰ পঢ়ুৱৈৰে আদৰি ল'ব পৰাকৈ লেখনীসমূহক বৈচিত্ৰ্য দান কৰাৰ স্বাৰ্থতে আৰু লগতে ব্যৱসায়িক দিশৰ প্ৰতি লক্ষ্য ৰাখিও আমি এনে কৰিবলৈ বাধ্য হৈছোঁ। আমাৰ এই অপাৰগতা যেন গৱেষণা অভিলাসী ছাত্ৰ-ছাত্ৰীসকলে ক্ষমা কৰে।

উল্লেখযোগ্য যে 'ৰচনাৱলী'ৰ প্ৰথম খণ্ডটিয়ে পঢ়ুৱৈসকলৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে আৰু তেখেতসকলৰ যোগাত্মক সঁহাৰিয়ে আমাক উৎসাহিত কৰিছে।

অসম সাহিত্য সভাৰ বাৰ্ষিক (১৯৯৯ হাজো) অধিৱেশনৰ সৈতে সঙ্গতি ৰাখি এই দ্বিতীয় খণ্ডটিৰ প্ৰকাশ সম্ভৱ কৰি তোলাত যিসকলৰ অৰিহণা জড়িত হৈ আছে সেই সদৌটিলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

এইখিনিতে জনাই থওঁ যে প্ৰকাশনৰ লগে লগে 'কস্তুৰী'ৰ সদস্যভুক্তিৰ প্ৰক্ৰিয়াও অব্যাহত ৰখা হৈছে। এই ক্ষেত্ৰত আমাৰ পূৰ্বৰ সহযোগীসকলৰ উপৰিও এইবাৰ আন কেইবাজনো শুভানুধ্যায়ীয়ে আমালৈ সহযোগিতা আগবঢ়াইছে। এই সুযোগতে তেখেতসকলৰ আন্তৰিক শলাগ লৈছোঁ। আশা ৰাখিছোঁ ভৱিষ্যতলৈও আমি তেখেতসকলৰ সহৃদয়তাৰ পৰা বঞ্চিত নহ'ম।

ৰচনাৱলীৰ প্ৰথম খণ্ডটিৰ দৰেই দ্বিতীয় খণ্ডটিও পাঠক সমাজে আদৰি ল'লে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম; লগতে তৃতীয় খণ্ডটি প্ৰকাশৰ বাবে আমি যাৱতীয় প্ৰস্তুতিত অনুপ্ৰাণিত বোধ কৰিম। শুভ কামনাৰে।

গুৱাহাটী
২৫-১-১৯৯৯

লুৎফুৰ ৰহমান
সম্পাদক

# সূচীপত্ৰ


| | |
|---|---|
| ৰথৰ চকৰি ঘূৰে | ১ |
| শিখৰে শিখৰে | ২৪৭ |
| বেদুইন | ৩১৯ |
| অন্ধকূপ | ৩৬১ |
| মকৰাজাল | ৪৪৯ |
| আবৰ্ত | ৫১১ |

**ৰথৰ চকৰি ঘূৰে** (প্ৰথম প্ৰকাশ, ১৯৫৮, বাণী মন্দিৰ)

**শিখৰে শিখৰে** (প্ৰথম প্ৰকাশ, ১৯৬৩, শ্ৰীভূমি পাবলিচিং কোম্পানী, কলিকতা)

**বেদুইন** (প্ৰথম প্ৰকাশ, ১৯৪৮, প্ৰতিভা প্ৰকাশ, যোৰহাট)

**অন্ধকূপ** (প্ৰথম প্ৰকাশ, ১৯৭৭, ভবানী পাবলিচিং কনছাৰ্ন, কলিকতা)

**মকৰাজাল** (প্ৰথম প্ৰকাশ, ১৯৬৪, মালিক)

**আবৰ্ত** (প্ৰথম প্ৰকাশ, ১৯৭৮, ষ্টুডেন্টচ ষ্ট'ৰচ, বৰুৱা-বামুণগাওঁ)

# এষাৰ কথা

'ৰথৰ চৰকি ঘূৰে' নামৰ এই উপন্যাসখন মই ২৬/২/৫০ৰ পৰা ১৩/৪/৫০ ৰ ভিতৰত লিখি উলিয়াইছিলো। প্ৰথম তাঙৰণ ছপা কৰি উলিওৱা হৈছিল ১৯৫৮ চনৰ ১ মাৰ্চ তাৰিখে। প্ৰকাশক আছিল ডিব্ৰুগড়ৰ 'বাণী মন্দিৰ'ৰ গৰাকী জীৱেশ্বৰ হাজৰিকা। প্ৰায় ৪৭ বছৰৰ আগতে ৰচনা কৰা আৰু প্ৰায় ৪০ বছৰৰ আগতে প্ৰথম প্ৰকাশ হোৱা এই উপন্যাসখন ভাৰতবৰ্ষ স্বাধীন হোৱাৰ অলপ দিনৰ পিছতে লিখা। তেতিয়াও নগালেণ্ড নামৰ এখন সুকীয়া ৰাজ্য হোৱা নাছিল, নগাপাহাৰ জিলা অসমৰ ভিতৰৰে এখন জিলা আছিল। দ্বিতীয় মহাসমৰৰ দিনৰ পৰা কমিউনিষ্ট আন্দোলনৰ যোগেদি যি সাম্যবাদী বিপ্লৱ গঢ়ি তুলিবৰ কাৰণে যুৱক-যুৱতীসকলৰ মাজত এক বাতাবৰণ গঢ়ি উঠিছিল, তাৰেই পটভূমিত এই উপন্যাসখন লিখা হৈছিল। ময়ো আছিলো এই সাম্যবাদী আদৰ্শৰ এক সক্ৰিয় সমৰ্থক আৰু কৰ্মী।

'ৰথৰ চকৰি ঘূৰে' নামৰ এই উপন্যাসখনত সেই সময়ৰ অসমৰ শিক্ষিত-অৰ্ধশিক্ষিত যুৱক-যুৱতী, কৃষক-শ্ৰমিকৰ মনত উদয় হোৱা চিন্তা-কল্পনা, তেওঁলোক সন্মুখীন হোৱা ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক পৰিবেশ আদি এই উপন্যাসখনৰ প্ৰধান বিষয়-বস্তু আছিল। পাঠকসকলে সেই সময়ৰ এটা চিত্ৰ ইয়াত পাব।

এই উপন্যাসখন বহুত বছৰ অপ্ৰকাশিত হৈ আছিল। কিতাপখন পাবলৈ নোহোৱা হৈছিল। বহুত বিচাৰিও ক'তো ইয়াৰ কপি এটা মই পোৱা নাছিলো। মই প্ৰায় হতাশ হৈছিলো। আজি কেইমাহমানৰ আগতে যোৰহাটৰ ৰাজকুমাৰ শ্ৰীঅজিত নাৰায়ণ সিংহই মোৰ এটা ব্যক্তিগত সাক্ষাৎকাৰ লৈছিল। তাত মই এই উপন্যাসখন ক'তো বিচাৰি নোপোৱাৰ কথা উল্লেখ কৰিছিলো। এই সাক্ষাৎকাৰৰ এটা বিৱৰণ দৈনিক জনমভূমিৰ এটা দেওবৰীয়া সংখ্যাত প্ৰকাশ হৈছিল। তাত অজিত নাৰায়ণে এটা আবেদন জনাইছিল কাৰোবাৰ হাতত মোৰ এই উপন্যাসখনৰ কপি থাকিলে যেন তেওঁক জানিবলৈ দিয়ে। এক অভাবনীয় কথা যে কেইদিনমানৰ পিছতে এখন চিঠি পোৱা গ'ল। চিঠিৰ লিখক তিনিচুকীয়াৰ শ্ৰীবদন চন্দ্ৰ পাঠক। তেখেতে জনালে

যে 'ৰথৰ চকৰি ঘূৰে'ৰ কপি এটা তেখেতৰ ওচৰত আছে, আৰু লাগিলে আমাক দিব পাৰিব সেই কপিটো।

এই বাতৰিটো পাই মই আৰু অজিত নাৰায়ণে সঁচাকৈয়ে বৰ আনন্দ পালো। মই জনালো যেন কিতাপখন ডাকযোগে বা কুৰিয়াৰ ছাৰ্ভিচ যোগে নপঠিয়ায়, কাৰণ হেৰোৱাৰ ভয় আছে। কিতাপখন মই নিজেই অনাৰ বা অনোৱাৰ ব্যৱস্থা কৰিম।

ইয়াৰ দুদিনমানৰ পিছতে শ্ৰীযুত পাঠকে নিজৰ সম্পৰ্কীয় এজনৰ হাতত কিতাপখন মোলৈ দি পঠিয়ালে। মোৰ কাৰণে এই সৰু ঘটনাটো সঁচাকৈয়ে এটা স্মৰণীয় ঘটনা হৈ ৰ'ব। আজি 'ৰথৰ চকৰি ঘূৰে' উপন্যাসখন প্ৰকাশ কৰাটো সম্ভৱ হ'ল শ্ৰীঅজিত নাৰায়ণ আৰু শ্ৰীযুত বদনচন্দ্ৰ পাঠকৰ উদাৰতাৰ কাৰণে। দুয়োলৈকে মই মোৰ কৃতজ্ঞতা আৰু আন্তৰিক কৃতজ্ঞতা জনাইছো।

এই উপন্যাসখন পঢ়োঁতে পাঠকসকলে যেন ৰচনা কালৰ অসমৰ পৰিবেশ-পৰিস্থিতিৰ কথা মনত ৰাখে। বৰ্তমান ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক বহুত পৰিৱৰ্তন আমাৰ দেশত হৈছে। কিন্তু তেতিয়াৰ দিনৰ এটা বাস্তৱ চিত্ৰ এই উপন্যাসখনত পাব। ইয়াত হাত ফুৰোৱা হোৱা নাই। পুনৰ মুদ্ৰণহে কৰা হৈছে। সেই দৃষ্টিভঙ্গীৰেই পাঠকসকলে কিতাপখনৰ বিষয়-বস্তুৰ বিচাৰ কৰিব বুলি আশা কৰিলো।

এই নোহোৱা হৈ যোৱা মোৰ পুৰণি উপন্যাসখন প্ৰকাশ কৰি উলিওৱাৰ কাৰণে মই মোৰ বহু গ্ৰন্থৰ প্ৰকাশক শ্ৰীবিজয় দত্তক আন্তৰিক ধন্যবাদ জনালো। বদন চন্দ্ৰ পাঠক আৰু অজিত নাৰায়ণ সিংহলৈ পুনৰ শ্ৰদ্ধা নিবেদন কৰিলো।

যোৰহাট
১৪/৩/৯৭

চৈয়দ আব্দুল মালিক

সন্ধিয়া লাগি ভগাৰ পিছত কমল আহি ঘৰ পালেহি। তিনিদিনৰ দীঘলীয়া ৰেলযাত্ৰাৰ পিছত কমলৰ বৰ ভাগৰ লগা যেন লাগিছিল। তাৰ গাৰ কাপোৰ-কানিবোৰো কয়লাৰ গুৰি পৰি মলিয়ন হৈ পৰিছিল। দেউতাকক সেৱা কৰি সি তাৰ চিনাকি পুৰণি চকীখনতে বহিল। তাৰ মাল-বস্তুবোৰ বসন্তই পিছত আনিছে। হাততে পানী এগিলাচ লৈ আইনজনী তাৰ কাষতে ৰ'লহি। সি আইজনীৰ মুখলৈ চালে, আইজনী আগতকৈ ওখ আৰু শকতজনী হৈছে।

"আগে মুখ হাত— বাৰু দে, ডিঙিটো শুকাই আহিছে, পানীটোপাকে খাই লওঁ।" — কোৱাৰ লগে লগে সি আইজনীৰ হাতৰ পৰা পানীখিনি লৈ শেষ কৰি পি খালে।

"তাৰ পৰা তই কেতিয়া আহিলি ককাইদেউ?" আইজনীয়ে সুধিলে।

জোতাযোৰ ভৰিৰ পৰা খুলি সি ক'লে, "ৰেলত উঠিলোঁ পৰহি দিনৰ এক বজাতে। চিঠিখন তইঁতে পাইছিলি নহয়?"

"ওঁ, চিঠি পাই বসন্ত ককাইদেউহঁত কালিৰে পৰা ষ্টেচনলৈ অহা-যোৱা কৰিয়ে আছে।"

"কেলেই তহঁতে জানো নেজান, যে কলিকতাৰ পৰা আমাৰ এইখিনি পাবলৈ তিনিদিন লাগে?" কমলে ক'লে।

সৰুকৈ আইজনীয়ে ক'লে, "জানো, পিছে কিজানি বোলো সোনকালেই আহি পাবহি কেনেবাকৈ।"

আইজনীয়ে কমলৰ জোতাযোৰ নি আঁতৰাই থ'লে, আৰু তাক দেউতাকৰ খৰমযোৰ আনি দিলে। সি কিন্তু খৰমযোৰ নিপিন্ধাকৈয়ে থিয় হ'ল। শুদা চেঁচা মাটিত ভৰি দুখন দি তাৰ ভাল লাগিল। বহুত দিনৰ চিনাকি তাৰ এই মজিয়া, ইয়াৰ ধূলিকণাবোৰত তাৰ কাৰণে আছে মুকলি মৰমৰ কোমলতা। এই পৃথিৱীৰ পৰা বিদায় ল'বৰ সময়ত মাকে তাক এই মজিয়াৰ কোলাতে এৰি গৈছিল।

চ'ত মাহৰ আগ পৰ, বৰ বেছি গৰম পৰা নাই। জাৰো নাই। গছপাতৰ ওপৰেদি জিৰ্‌জিৰাই বাগৰি অহা বতাহজাক পাতল। কমলে কয়লাৰ মলি লগা কামিজটো খুলিলে। এনেতে বসন্তইঁতে তাৰ মালবস্তু লৈ আহি চোতাল পাইছেহি।

কমল দুৱাৰমুখলৈ ওলাই আহিল।

"সকলো বস্তু আহিলনে বসন্ত" সি সুধিলে।

"ওঁ ৰেলৰ পৰা যিমানখিনি নমাই দিছিল, সিমানখিনি আনিছো আৰু।"

কমল কলিকতাৰ পৰা আহিছে। বসন্ত, অৰুণ, আইজনী সকলোৰে ধাৰণা যে প্ৰত্যেকৰে কাৰণে সি কিবা নহয় কিবা জৰুৰ আনিছে। আগে-পিছেও আনে। বাকচ-পত্ৰকেইটা, বিছনাৰ হ'ল্ডলটো আৰু তাৰ টিফিন-কেৰিয়াৰটো মজিয়াত নমাই থোৱাৰ পিছত সইঁতৰ কাম শেষ হ'ল। কিন্তু কমলে জানে যে সিহঁত বস্তুকেইটাৰ পৰা আঁতৰি নোযোৱাৰ অন্য কাৰণ একো নাই।

সি পেণ্টৰ জেপৰ পৰা চাবিকোছা উলিয়াই আইজনীলৈ আগবঢ়াই দি ক'লে, "চাওঁ, কোনোবা এটা বাকচত মোৰ ধুতী-চোলা আছে, খোলচোন।"

ততাতৈয়াকৈ, কোনটো বাকচৰ, বা কোনটো তলাৰ কোনটো চাবি নোচোৱাকৈয়ে আইনজনীয়ে বাকচ খোলাৰ সাধনাত লাগি গ'ল। তাই খুলিব নোৱৰা যেন দেখি একপ্ৰকাৰ জোৰ কৰিয়ে বসন্তই তাইৰ হাতৰ পৰা চাবিকোছা কাঢ়ি লৈ বাকচ খুলিবৰ চেষ্টা কৰিব ধৰিলে। অৰুণ সৰু, তাৰ আশা আছিল যে যেই কোনো এটাই খুলিলেই হয়, তাৰ ভাগৰ বস্তু সি পাবই।

কমলে দেখিলে তাৰ চাবিকোছা ভগাৰ উপক্ৰম হৈছে। সি ক'লে, "চাওঁ মোক দে, তহঁতে ভাঙিবিহে এতিয়া।"

ভালেমান বস্তু। আইজনীৰ কাৰণে এখন শাৰী, চোলাকাপোৰ তিনিডোখৰ, এটা সৰু ধুনীয়া তেলৰ বটল, গা-ধোৱা চাবোন দুটুকুৰা আৰু কিবাকিবি বহুত বস্তু। বসন্তৰ আৰু অৰুণৰ কাৰণেও কামিজৰ কাপোৰ, পেণ্টৰ কাপোৰ, কেইখনমান কিতাপ আৰু কিবাকিবি বহুত।

"এইটো কাৰ অ' ককাইদেউ?" দীঘলীয়া কুৰ্তা এটা উলিয়াই বসন্তই সুধিলে।

"সেইয়া দেউতাৰ, ওঁ তহঁতে গোটেইবোৰ খিচিৰ-মিচিৰ কৰি নেপেলাবি।"

অৱশ্যে সি অনা বস্তুবোৰ আগ্ৰহেৰে লোৱাৰ কাৰণে সিহঁতৰ ওপৰত কমল বিৰক্ত হোৱা নাছিল। তাৰ মনটোত বৰ ৰং লাগিল।

"আইজনী।"

"কি দেউতা?"

"ককাইদেৱেৰলৈ খোৱা-মেলাৰ দিহা কৰগৈ যা। কি শগুণৰ নিচিনাকৈ টনা-আঁজোৰা লগাইছ? ঘৰৰ ভিতৰৰ বস্তুবোৰনো ক'লৈ যাব?"

"ইহঁতেহে ফান্ ফান্ কৰিছে। মই চাইছোঁহে —" আইজনীয়ে ক'লে।...

"চাওঁ আইজনী, গামোচা এখন দেচোন, মই গা'টো ধুই আহোঁ", কমলে ক'লে।

অলপ পৰৰ পিছতে চাবোন-গামোচা লৈ কমল পিছফালৰ পুখুৰীটোত গা-ধুবৰ কাৰণে ওলাই গ'ল। বাহিৰত পাতল জোনাক আছিল। চাৰিওফালে শান্ত নীৰবতা। কলিকতাৰ অন্তহীন কোলাহলৰ মাজৰ পৰা আহি গাঁৱৰ এই নিৰালম শান্তি কমলৰ বৰ আপুৰুগীয়া যেন লাগিল। ক'তো, কেনিও উৰুমি নাই। দূৰে দূৰে ক'ৰবাত কুকুৰে ভুকিছে। কমলৰ সেই ভুকনিবোৰ চিনাকি যেন লাগিল। ...

— পিছ দিনা।

কমলৰ বাতৰি ল'বলৈ গাঁৱৰ প্ৰায় সকলো মানুহ আহিল। গাঁৱৰ ভিতৰত কমলেই এম. এ. পৰীক্ষা দিয়া একমাত্ৰ ল'ৰা, গতিকে তাৰ ওপৰত বহুতৰে আশা, বহুতৰে আগ্ৰহ। বিশেষ স্বাৰ্থ কাৰো নাই। সকলোৰে স্বাৰ্থ ৰাজহুৱা। আমাৰ গাঁৱৰে ল'ৰা এটা ভাল হ'লে গাঁওখনৰে নাম। দহৰ আগত মুখ দেখুৱাব পৰা হ'ব।

মিঠাপুখুৰী গাঁও নগৰৰ কাষতে। এইখন মিঠাপুখুৰী, তাৰ সিপাৰে জয়পুৰ বাগিচা, তাৰ সিপাৰেই নগৰ। কমলহঁতৰ ঘৰৰ পৰা নগৰ মাত্ৰ সাত মাইল দূৰত। কমলৰ দেউতাকে বাগিচাৰে কেৰাণী কাম কৰে। সোমাওতে ১২ টকা দৰমহাত সোমাইছিল, এতিয়া কুৰি বছৰ চাকৰি কৰাৰ পিছত দৰমহা বাঢ়ি ১২০ টকা হৈছেগৈ। পঢ়া-শুনাত কমল চোকা আছিল। মেট্ৰিকতো বৃত্তি পাইছিল। পিছে অকল বৃত্তিৰ টকা বা বাপেকৰ সহায়তে কলেজত পঢ়া কমলৰ কাৰণে সম্ভৱপৰ নাছিল। বস্তু-বাহানিৰ দাম, ল'ৰা-ছোৱালীও কেইবাটাও, কমলৰ দেউতাক জীৱন কেৰাণীয়ে ঘৰখন চলোৱাই টান কাম আছিল। তাতে কমল আছিল অলপ অনিয়মীয়া ধৰণৰ। অন্য বহুত কথা শিকিলেও, পইচা কেনেকৈ খৰচ কৰিব লাগে, সেই কথাষাৰ এতিয়াও শিকিব নোৱাৰিলে। অৱশ্যে অকাজত কমলে পইচা খৰচ নকৰিছিল, উপায়ো নাছিল। কিন্তু পইচা হাতত পৰিলেই কমলে এনে কিছুমান বস্তু কিনি পেলায়, যিবোৰ নহ'লেও সি চলিব পাৰে।

সি আছিল নৃতত্ত্বৰ ছাত্ৰ। নৃতত্ত্ব সম্পৰ্কীয় প্ৰায় সকলো কিতাপ সি কিনিছিল— সেইটো তাৰ এটা খেয়াল। তদুপৰি তাৰ বিশেষ অনুৰাগ আছিল নাচত। নিজে সি নাচিব নাজানে, কিন্তু নৃতত্ত্ব গৱেষণাৰ এটা বিশিষ্ট অঙ্গ হিচাপে নৃত্য-বিদ্যা অধ্যয়ন কৰাটো সি প্ৰয়োজনীয় যেন অনুভৱ কৰিছিল। তাৰ পঢ়াৰ খৰচৰ এটা অংশ সি খৰচ কৰিছিল নাচ চোৱাত, আৰু নাচ সম্পৰ্কীয় কিতাপ আদি কিনাত। এই বিষয়ত তাৰ এক প্ৰকাৰ দুৰ্নামেই আছিল। কিয়নো বিখ্যাত নৃত্যবিদৰ নাচ আদি চোৱাৰ উপৰিও, সাধাৰণ ধৰণৰ নাচো সি চাবলৈ বাদ নিদিছিল। কলিকতাত হোৱা প্ৰায় সকলো নাচ সি চাইছিল।

ঘৰৰ পৰা পইচা যি যায় তাৰে এই সকলো নচলে। বাধ্যত পৰি সি বাপেকলৈ সৰহ টকা পঠাবৰ কাৰণে চিঠি লিখিব লগা হয়। বাপেকৰ তাৰ চৰিত্ৰৰ

ওপৰত বিশ্বাস আছিল, মৰমো তাৰে আছিল প্ৰচুৰ। গতিকে সি যিমান টকা বিচাৰে সিমান টকা যি কোনো উপায়ে পঠোৱা হৈ নুঠে মানে তেওঁৰ মনত শান্তি নহয়।

জয়পুৰ বাগিচাৰ মেনেজাৰ হৃদয়ানন্দ বৰুৱা। বুদ্ধিয়ক মানুহ, টকা-পইচা কৰিছে যথেষ্ট। তেওঁৰ ল'ৰা নাই, ছোৱালীয়েই চাৰিজনী। ডাঙৰজনী ছোৱালীয়ে এইবাৰ গুৱাহাটীত আই. এ. পৰীক্ষা দি আহিছে। ইকেজনীয়েও পঢ়িছে। মেনেজাৰৰ বংশটো ধুনীয়া বুলি এটা খ্যাতি আছে। তেওঁৰ দেউতাকক বোলে গাঁৱৰ মানুহে ৰঙা বৰুৱা নাম দিছিল, তেওঁৰ চেহেৰা তেজযেন ৰঙা আছিল কাৰণে। হৃদয়া বৰুৱাও দেখাত দেখনিয়াৰ থূলন্তৰ পুৰুষ। তেওঁৰ ছোৱালীকেজনীও জাকত-জিলিকা।

মেনেজাৰৰ নিজৰ মটৰ-গাড়ী আছে। ছোৱালীকেজনী মটৰেৰে নি স্কুলত থৈ আহে, আকৌ আবেলি লৈ আহেগৈ। তেওঁৰ ঘৰৰ পৰা ছোৱালী স্কুল চাৰে তিনি মাইল।

জীৱন কেৰাণীৰ লগত মেনেজাৰৰ হলিগলি মিল নেথাকিলেও, সাধাৰণ মিলাপ্ৰীতি আছিল। বিশেষকৈ কেৰাণী বৰ পোনপটীয়া মানুহ। বিপদে-আপদে কেৰাণীৰ হৃদয়া মেনেজাৰৰ কাষ নেচাপিলে নচলিছিল।

কমলে কলিকতাত এম. এ. পঢ়িবলৈ যোৱাৰ পিছৰ পৰা হৃদয়া বৰুৱাৰ পৰা প্ৰতি মাহেই কেৰাণীয়ে টকা ধাৰলৈ লয়। এই বিষয়ত মেনেজাৰক বৰ উদাৰ যেন লাগে। অৱশ্যে এতিয়াও কথাষাৰ খোলাখুলিভাৱে আলোচনা নহ'লেও মেনেজাৰৰ উদ্দেশ্যটো কেৰাণীয়ে নুবুজি থকা নাই। মেনেজাৰৰ ইচ্ছা তেওঁৰ ডাঙৰ ছোৱালী বীণাক কমললৈকে বিয়া দিব। কেৰাণীয়েও কথাষাৰ গম পায়।

ইতিমধ্যে কমলৰ কাৰণে বাপেকে প্ৰায় ১২ শ টকা ধাৰ কৰিলে। এই কাৰণে জীৱন কেৰাণী মেনেজাৰৰ ওচৰত অলপ নম্ৰ হৈ চলিব লগাত পৰিছে। কমলে কথাষাৰ গম নেপায়, ইমানকে মাথোন জানে যে মেনেজাৰে সিহঁতৰ পৰিয়ালটোক মৰম কৰে — সিমানেই।

কেৰাণীয়েও ভাবে— কমলক কথাষাৰ নজনোৱাই ভাল। এম. এ.টো পাছ কৰিলে কমলে য'তে-ত'তে ভাল কাম এটা নেপাই নেথাকে। তেতিয়া ১২ শ টকাৰ ধাৰ মৰা বাৰ মাহৰ কামো নহ'ব পাৰে। কমল চোকা ল'ৰা, পাছ কৰিব নিশ্চয়। আৰু সি কিবা এটা ভাল কাম পোৱাই স্বাভাৱিক, কিয়নো সি হ'ব নৃতত্ত্বৰ এম.এ.।

কমলক গাঁৱৰ সকলোৱেই ভাল পায়। পৰীক্ষা দি অহাৰ গম পাই পিছদিনা ওচৰ-পাঁজৰৰ সকলো খবৰ কৰি যাবৰ কাৰণে আহিল। সকলোৱেই আশীৰ্বাদ দিলে, শুভেচ্ছা জনালে, পাছ কৰিয়েই কি কাম কৰিব, কি কাম পাব, দৰমহা কিমান হ'ব এই লৈ সকলোৱে প্ৰশ্ন কৰিলে আৰু কমলৰ উত্তৰলৈ বিশেষ কাণ নিদি নিজৰ ভিতৰতে তাৰ মীমাংসা কৰিলে। কমলে ভাল পালে। গাঁৱৰ যাৰ যাৰ ল'ৰাই

হাইস্কুলত পঢ়িছে, বা মেট্ৰিক পৰীক্ষা দিবলৈ ওলাইছে, সেই বিষয়ে সি তেওঁলোকৰ লগত কথা-বতৰা পাতিলে।

বহি থাকোঁতে থাকোঁতেই প্ৰায় ১২ বাজিল। তাৰো ভোক লাগি আহিল। গাঁৱৰ মানুহো সকলো ঘৰাঘৰি গ'ল। কমলো গা-ধুবলৈ উঠিল।

মানুহবোৰ অহা দেখি আইজনীৰ গৰ্ববোধ হ'ল। তাইৰ ককায়েকটোক এটা ডাঙৰ মানুহ যেন লাগিল। সি যেন এটা বৰ ডাঙৰ মানুহ, এটা নেতা, এটা বিখ্যাত কিবা। মাইনৰ পাছ কৰিয়ে আইজনীয়ে স্কুল এৰিলে। ইচ্ছা থাকিলেও আৰু বেছি পঢ়াৰ উপায় তাইৰ নাছিল। সাত মাইল দূৰৰ নগৰৰ হাইস্কুলত পঢ়া সহজ নহয়। কমলে অনা গধুৰ কিতাপৰ বাকচটোৰ কথা ভাবি তাই অনুভৱ কৰিলে— বৰ ডাঙৰ মানুহ নহ'লে ইমানবোৰ কিতাপ আনে পঢ়িব নোৱাৰে।

কমল বহাৰ পৰা উঠিছিল, এনেতে ৰজনী পেহী সোমাই আহিল। পেহী বিধৱা। আজি প্ৰায় ১৩ বছৰৰ আগতে গিৰীয়েক মৰিল। এতিয়া আছে পুতেক, বোৱাৰীয়েক, আৰু জীয়েক মন্দিৰা।

"ভালে আছানে পেহী?" হাঁহি কমলে সুধিলে।

"ৰাখিছে বোপাই। তই ভালে-কালে আহিলি?" ডুখৰি পীৰাখনত বহি পেহীয়ে সুধিলে। ৰজনী পেহীৰ বয়স এতিয়া প্ৰায় ৪০ বছৰ। দুখ-দাৰিদ্ৰই তেওঁক আৰু বুঢ়া কৰিছে। কটনাকাটি খাব লাগে। গিৰীয়েক থাকোঁতে মাছৰ কাৰবাৰ কৰিছিল, দুপইচা ওলাইছিল। তেওঁ ঢুকোৱাৰ পিছৰ পৰা পেহীয়ে তাঁত-সূত বৈ কোনোমতে খাইছে। পুতেক ৰমাই ক্লাছ এইটলৈকে পঢ়িছিল। তাৰ পিছত স্কুল এৰি দিলে। সি আকৌ মাছৰ কাৰবাৰ কৰিবলৈ লাজ কৰে। তাৰ এটা ধাৰণা যে মাছৰ ব্যয়সায় কৰে কাৰণেই কৈৱৰ্তসকলক মানুহে নীহকুলীয়া বুলি ভাবে। গতিকে এই অপযশৰ পৰা ৰক্ষা পৰাৰ একমাত্ৰ উপায় হ'ল, মাছৰ ব্যৱসায় বাদ দিয়া। মাকে বহুত বুজায়, "হেৰ আমি মাছ বেচিলেও যি কৈৱৰ্ত, মাছ নেবেচিলেও সেই কৈৱৰ্ত। ভালকৈ কাৰবাৰ কৰি ধন-পইচা এগাল কৰচোন, চা তোক কোনে নিবিচৰাকৈ থাকে। ধনেই সকলো।"

সি কিন্তু প্ৰত্যয় যাবলৈ টান পায়। লোকেল বৰ্ডৰ চেয়াৰমেনক মাকে বোৱা ৰিহা-মেখেলা এসাজ দি, বহুত খাটি-মেলি সি গাঁৱৰে পাঠশালা স্কুলৰ তৃতীয় শিক্ষক সোমাইছে। দৰমহা ২৩ টকা।

ৰজনী পেহীক সকলোৱেই পেহী বোলে। তেওঁ সেই অঞ্চলত বৰ সৰ্ববৰহী। তেওঁৰ কথাৰ লুকঢুক নেজানে। যিহকে ভাবে তাকে কৈ দিয়ে। কমলহঁতেও পেহী বোলে।

"মন্দিৰাহঁতৰ ভালনে পেহী?" কমলে সুধিলে।

"ওঁ ভাল বোপাই। তই অহা শুনি গোটেইজনীৰ গাত তত নাই। মই বোলো "হেৰ, ময়েচোন আগে মাতষাৰ লগাই আহো। তই থাকেই।" বোলে, "মইহে যাওঁ।" ডাবিহুকি দিহে থৈ আহিছো। এনেহে মানুহৰ সোধপোচ কৰিব জানতীজনী!"

"এহ্ আহিবলৈ নিদিলা কেলেই? বাৰু দিয়া, আবেলিকৈ ময়ে যাম। মন্দিৰাক ক'বা তাই আকৌ নপলালেই হয়।"

মন্দিৰাহঁতৰ ঘৰলৈ নিজে যাম বুলি কোৱা শুনি আইজনীয়ে কথাষাৰ বৰ ভাল নেপালে। মন্দিৰায়ে আইজনীয়ে একেলগেই পঢ়িছিল, পিছে সেইবুলি কমলৰনো কি দৰকাৰ পৰিছে আহি পায়েই মন্দিৰাহঁতৰ ঘৰলৈ যাবলৈ?

আইজনীয়ে ক'লে, "কেলেই আজি আবেলিকৈ মেনেজাৰৰ ঘৰলৈ নেযাৱ নেকি ককাইদেউ?"—

"মেনেজাৰৰ ঘৰলৈ আজি নেযাওঁ আৰু দে। পিছে-পৰেও যাম", কমলে ক'লে।

কথাষাৰত সন্তুষ্ট নহৈ আইজনীয়ে ক'লে, "ইপিনে আকৌ মেনেজাৰে দেউতাৰ আগত মাতি পঠোৱা নাইহে জানিবা! নগ'লে বেয়া নেপাব নেকি?"

মাক নথকাৰ কাৰণে আইজনীয়েই ককায়েকৰ ওচৰত অলপ চৰ্দাৰী কৰি আনন্দ পালে। কমলে ক'লে, "বাৰু মেনেজাৰৰ তালৈ যামচোন দে। তইনো ইমান খৰধৰ কৰিছ কিয়? আগে ওচৰ-সম্বন্ধীয়াৰ বা-বাতৰি লৈহে পিছত দূৰৰবোৰৰ খবৰ কৰিব লাগে। পেহীহঁতৰ ঘৰলৈ নগৈ আগেয়ে মেনেজাৰৰ ঘৰলৈ গ'লে মন্দিৰাহঁতে জানো বেয়া নেপাব?"

পেহীয়ে মাত লগাই উঠিল— "মেনেজাৰ ডাঙৰ মানুহ, যাবি বোপাই, আগেভাগে যোৱাই ভাল। আমিনো দুদিনতে ক'লৈ উৰি যাম? আমাৰ ঘৰলৈ লাগিলে পিছে-পৰেও যাবি। লাগিলে ময়ে মন্দিৰাক পঠিয়াই দিম। তাইৰ আকৌ তোক চাবলৈ জানো কি খকটোৱে পাইছে!"

কমলে বুজিলে পেহীয়ে বেয়া পাইছে। সি ক'লে, "আইজনীৰ কথাত নালাগিবা পেহী। মই বাৰু আজি আবেলিকৈয়ে যাম। আইজনীকো লৈ যাম বাৰু —"

ককায়েকৰ লগত ফুৰিবলৈ যোৱাৰ গৰ্বটো আইজনীয়ে কল্পনা কৰি ভাল পালে। কমলৰ নিচিনা ককায়েকনো গাঁওখনত কেইজনী ছোৱালীৰ আছে? তথাপি মৃদু প্ৰতিবাদ জনাই আইজনীয়ে ক'লে, "ইঃ, মোৰ আৰু কাম নাই নহয়, তোৰ লগত ঘূৰি ফুৰিলেই চলিব।"

পেহীয়ে মাত লগালে, "এৰা, তাই আকৌ ঘৰখনৰ বুঢ়ী। তাইনো গাঁও ফুৰিবৰ সময় কত পাব?"

কমলে হাঁহিলে।

দুপৰ হ'লেও, আইজনীয়ে পেহীক চাহ এবাটি দিলে, পেহীয়ে খালে। তাৰ পিছত সুধিলে, "তোৰ তাঁতখন ওলালনে অ' আইজনী?"

আইজনীয়ে এতিয়াও তাঁতখন নোলোৱাৰ দুই-তিনিটা কৈফিয়ৎ দিলে। পেহীয়ে শলাগিলে। নতুন তাঁত লগালেই ৰজনী পেহী আহি বাটি কৰি, বাঁচ ভৰাই দি যায়হি, মাক নাইকিয়া ছোৱালী, মৰম কৰি ভাল লাগে। ইপিনে কেৱাণীয়েও মাজে মাজে চাহপাত মুঠি, খৰি দুডাল, যি পাৰে দি পেহীক সহায় কৰে। কেৰাণী বৰ সংৰক্ষণশীল নহয়, তাতে মিঠাপুখুৰী গাঁওখন যথেষ্ট উন্নত। কৈবৰ্ত বুলি ৰজনী পেহীক বা মন্দিৰাক অৱজ্ঞা কৰিবৰ কোনো কাৰণ কেৰাণীয়ে নেদেখে।

আইজনীক আকৌ এবাৰ মাত লগাই পেহী গ'লগৈ।

আবেলি সোনকালে যাওঁ যাওঁ কৰিও কমল মন্দিৰাহঁতৰ ঘৰলৈ যাব নোৱাৰিলে। ইটিৰ পিছত সিটিকৈ তাৰ খবৰ লওতা কেইবাটিও আহিল আৰু গ'ল। তেওঁলোকৰ লগত কথা-বতৰা পাতি, সোধ-পোচ কৰি থাকোতেই কমলৰ সন্ধিয়া লাগিল। তাৰ অলপ আমনি লাগিলেও বিৰক্ত নালাগিল। তাক মৰম কৰে কাৰণেহে সকলো আহিছে তাৰ খবৰ কৰিবলৈ। মনে মনে সকলোকে সি কৃতজ্ঞতা জনালে।

কমল সাধাৰণতে নিজৰ পোছাক-পৰিচ্ছদ, চেহেৰা-পাতিৰ বিষয়ে অলপ অমনোযোগী। যেতিয়া যি পায় তাকে পিন্ধে, পিন্ধাটোকে পিন্ধি থাকে। ডাড়ি বহুত বেছি হ'লে এবাৰ খুৰায়। কিন্তু সি স্বাস্থ্যবান আৰু সুশ্ৰী। ওখই-পাখই শকতে-আবতে সি মানুহটো ধুনীয়া, গাৰ বৰণটোও পৰিষ্কাৰ বগা।

সন্ধিয়া লাগো লাগো হ'লত সি মন্দিৰাহঁতৰ ঘৰলৈ যাবলৈ ওলাল।

"আইজনী তই যাবিনে নেযাৱ?" সি সুধিলে।

"ক'লৈ ককাইদেউ?"

"মন্দিৰাহঁতৰ ঘৰলৈ —"

"এতিয়া আৰু মোৰ কাম নাই নহয়! এই তিনি গধূলি মই নেযাওঁ পায়, তয়ে যা— মই ভাতৰ চৰুত লাগিবৰ হ'লেই।"

কমলে ভালেই পালে।

"তেনেহ'লে ময়ে যাওঁ?"

"ওঁ' যা, সোনকালে আহিবি পিছে, —"

আইজনীৰ কথাৰ উত্তৰ নিদি কমল ওলাই গ'ল। যাবৰ সময়ত কিয় জানো সি চুলিখিনিৰ ওপৰত এবাৰ হাতখনি দি চালে। সি অনুভৱ কৰিলে যেন মূৰটো ফণিয়াই যোৱা হ'লে তাৰ ভাল আছিল।

"এঃ থাওক" সি মনতে ক'লে আৰু ওলাই গ'ল।

সন্ধিয়া লাগি ভাগিছে। বাহিৰত শান্ত জোনাক। বতাহজাকত এটি মৃদু গোন্ধ, ক'ৰবাত দূৰত ফুলা কিবা বনৰীয়া ফুলৰ বুকৰ পৰা হয়তো উৰি আহিছে এই গোন্ধ। দুযোকাষে মুকলি ধাননি পথাৰ। পথাৰত ধান নাই। জহি যোৱা নৰাবোৰ পৰি আছে। তাৰ পৰাও কিবা এটা ভাল গোন্ধ ওলাইছে।

আলিৰ কাষৰ মানুহবোৰ এঘৰ এঘৰকৈ চাই চাই সি আগবাঢ়িব ধৰিলে। কাৰোবাৰ চোতালত গৰু এজাক বহি শুই ঘাঁহ পাগুলিছে। কাৰোবাৰ চোতালত সৰু ল'ৰা-ছোৱালীৰ জাকে কিৰিলি পাৰি কিবা খেলিছে। কাৰোবাৰ মজিয়াত কেঁচুৱাৰ কান্দোন।

কমলৰ ভাল লাগিল। জীৱনৰ চিৰন্তন আদিম ছবিখন যেন সি দেখা পালে। তাৰ নতত্ত্ববিদ মনটোৱে কিতাপত বিচাৰি-মৰা মানৱ জীৱনৰ ছবিবোৰ তাৰ চকুৰ আগত জীৱন্ত হৈ ভাঁহি উঠিল।

এইটো ৰমজানৰ ঘৰ। সিহঁতে ৰমজানক দদাই বোলে। ৰমজানে মিৰিগাঁৱৰ পৰা মিৰিয়নী ছোৱালী এজনী ধৰি আনিছিল। কত যে মেল-মোকৰ্দমা হ'ল, তাক যে কত ৰকমৰ শাস্তি-জৰিমনা কৰা হ'ল। ৰমজান এতিয়া বুঢ়া, ঘৈণীয়েক — তায়ো এতিয়া বুঢ়ী। দুয়ো শান্ত, ধুমুহাৰ শেষৰ শান্ত পৃথিৱীখনৰ দৰেই দুয়ো এতিয়া নিৰ্বিকাৰ।

কমলে ঘূৰি চালে। চোতালত বেটৰ মুঢ়া এটাত বহি ৰমজানে নাতিনীয়েক হালক শ্বহীদ কাৰবালাৰ সাধুকথা কৈছে। কাৰবালাৰ সেই কৰুণ ট্ৰেজেডিত যেন ৰমজানে অফুৰন্ত ৰসৰ সন্ধান পাইছে। সেই সৰ্বস্ব ত্যাগৰ বিনিময়ত বৈ যোৱা অচিনাজনৰ এটা হুমুনিয়াহ— তাতকৈ ধুনীয়া যেন পৃথিৱীত একো নাই।

এইটো নতুন ঘৰ। এই বছৰ সজা। বেৰবোৰ নতুন হৈয়ে আছে। বিয়াৰ পিছত বাপেকৰ লগত কাজিয়া কৰি আহি দেবেনে ইয়াত ঘৰ সাজিছেহি, দেবেন কমলৰ সহপাঠী। পাঠশালাৰ তৃতীয় শ্ৰেণীলৈকে পঢ়ি সি পঢ়া এৰিলে। এতিয়া সি তিনিটা ল'ৰা-ছোৱালীৰ বাপেক।

কমলে দেবেনৰ ঘৰৰ ভিতৰলৈ চাই পঠিয়ালে। মেলা দুৱাৰখনেদি দেখিলে গাত সৰু গামোচা এখন লোৱা এজনী তিৰোতা— ঢাৰি এখনত বহি কেঁচুৱা এটাক পিয়াহ দিছে। তাইৰ দেহাটো আটিল, স্বাস্থ্যবান।

কমল আগবাঢ়িল।

সউটো দীন'কাইৰ জুপুৰি। এইখন তেওঁৰ ফুলনি। মিঠাপুখুৰী গাঁৱত দীন'কাইৰ ফুলনি এটা জনাজাত বস্তু। দীন'কায়ে আজীৱন বিয়া নকৰালে, কাৰণ কোনেও নেজানে। বহুতে বহুত কথা কয়। কিন্তু দীন'কাই বিয়া নকৰোৱাৰ কাৰণ কোনোৱে নেজানে। ডেকা তৰপৰ ধাৰণা তিৰোতাত বিশ্বাস নাই বুলিয়ে তেওঁ বিয়া নকৰালে।

তেওঁৰ ঘৰৰ আগতে এখন সৰু ফুলনি। পুৰা-গধূলি দীন'কায়ে ফুলনিখনত কাম কৰে, কোৰ মাৰে, পানী দিয়ে, নতুনকৈ ৰোৱে, কত কাম। গাঁৱৰ বিয়াই-বিহুৱে দীন'কাৰ ফুলনিৰ ফুল নিনিয়া মানুহ নাই বুলিলেও হয়।

কমল আৰু আগবাঢ়িল।

এই জৰী জোপা— ইয়াৰ তলতে কমলে ল'ৰাকালত কতদিন খেলিছে। এই জোপা আম— তাৰ আৰু একো পৰিৱৰ্তন হোৱা নাই। অ' পুখুৰীটো— তাৰ পাৰবোৰ খহি অলপ বহল হোৱাৰ বাহিৰে অন্য একো পৰিৱৰ্তন হোৱা নাই।

পৃথিৱীখন বৰ শান্ত— আকাশখনৰ হেলনীয়া পাৰবোৰ ঘন নীলাৰে ভৰা, জোনাকবোৰ পাতল। জীৱনৰ প্ৰাচীন প্ৰবাহ। ঘাঁহনি আৰু ঘৰ, চোতাল আৰু পুখুৰী, ল'ৰা-ছোৱালী আৰু তৰা— সেই একেখন পৃথিৱী। কলিকতাৰ নিচিনা এখন মহানগৰীৰ লগত যেন কমলৰ কোনোদিনেই কোনো পৰিচয় নাছিল, সি যেন ওপজাৰ দিন ধৰি এই গাঁৱৰ চাৰিসীমা পাৰ হৈ ক'লৈকো ওলাই যোৱা নাই।

এইটো ৰফিয়তৰ ঘৰ। সি আৰু কোনো দিন সুখৰ মুখ নেদেখিলে। পাঁচোটা পুতেক আছিল, আটাইকেউটা মৰিল। ৰফিয়ত বুঢ়াই আজিকালি খুব নামাজ পঢ়ে।

এইৰো ৰঘুৰ ঘৰ। সি আৰু ঘৰটো ভাল কৰিব নেজানিলে। ক'ৰ পৰানো জানিব? সি বাগানৰ ফাল্টু কুলী, এতিয়া অসমীয়া হৈছে। ৰাণী নামেৰে তাৰ বৰ ধুনীয়া জীয়েক এজনী আছিল। এতিয়া বিয়া দিব পায় কাৰোবালৈ।

এইয়া সেই কমলৰ চিনাকি মিঠাবিল। একেই আছে, সেই পানী-মেটেকা আৰু দল, সেই খাৰণি যেন পানী, আৰু দুৰ্গন্ধ। তাৰ সিটো পাৰতে মন্দিৰাহঁতৰ ঘৰ।

কমল আহি মন্দিৰাহঁতৰ চোতাল পালেহি। তাক পদূলিয়ে সোমাই যোৱা দেখিয়ে হাতত টিপচাকিটো লৈ মন্দিৰা ওলাই আহিল।

"আহা ককাইদেউ, মই বোলো নাহিবাহে হ'বলা —" মাতটোত আনন্দ মিহলাই মন্দিৰাই ক'লে।

"তই যেতিয়া মোক চাবলৈ নগলি, ময়ে তোক চাবলৈ আহিলোঁ —" অলপ হাঁহি কমলে ক'লে।

কথাষাৰত যেন মন্দিৰা ক্ষুণ্ণ হ'ল। মন্দিৰাই ক'লে, "মই কিবা যাব খোজা নাছিলোনো? বৌতিজনীৰ আকৌ ততেই নাই, মই যাওঁ, মই যাওঁ লগালে। মইনো কি কৰিম?"

"এৰা, আমাৰ ঘৰলৈ বাটটো বৰ ঠেক নহয়, মাক-জীয়েক দুজনী একেলগে কেনেকৈ যাবি?"

মন্দিৰাই কথাষাৰৰ উত্তৰ বিচাৰি নেপালে। কমলে বুজিলে মন্দিৰাই বেয়া পাইছে। আৰু কিবা ক'লে তাই ভেঁ কৰি কান্দি দিব। তাইক আশ্বস্ত কৰিবৰ মনেৰে

কমলে ক'লে, "বাৰু হ'ব দে।ময়ে আহিলো, বেয়া পালেও পাবি। পিছে পেহী কত?"

"বৌতি ৰবীনহঁতৰ ঘৰলৈ গৈছে, এতিয়াই আহিব। ৰবীনৰ মাকৰ আকৌ আজি টান হেনো। ভিতৰলৈ ব'লা ককাইদেউ, বহাগৈ।"

"বাহিৰতে বহো অ' মন্দিৰা। বতাহো মাৰিছে, জোনাকো ভাল হৈছে। আন কিবা এটা, ইয়াতে বহো।"

তাই যেন কমলক জব্দ কৰিবৰ চেলু এটা পালে। তাই গহীন হৈ ক'লে, "চোতালতনো বহিব লাগিছে কিয়? আলিবাটিত আৰু ভাল বতাহ মাৰিছে, তাতে বহাগৈ। আমাৰ নিচিনা সৰু মানুহৰ চোতালত বহিলে মানুহে বেয়া বুলিব।"

হাঁহি কমলে ক'লে, "ওঁ, কথা বেচ শিকিছতো। চাওঁ দিয়নে নিদিয় কিবা এটা বহিবলৈ। নহ'লে মই গুচি যাম।"

"আহিছিলানো কেলেই গা-মন চুৱা কৰিবলৈ! আমি ধূলি-বোকাৰ লগৰ মানুহ, তোমালোক হ'লা মলয়া। মোৰ হ'লে লাজহে লাগিছে —" মন্দিৰাই ক'লে।

"কিহৰ লাজ লাগিছে অ'?"

"সঁচা কথাটোনো নোকোৱা কেলেই? আমি কিবা আৰু নুবুজোনে! বৌতি ঘৰত নাই কাৰণে তুমি অকলে মোৰ লগত ভিতৰলৈ বহিবলৈ বেয়া পাইছা। তাতে মই হ'লো কৈবৰ্তৰ ছোৱালী —" মন্দিৰাৰ কথাষাৰত এটা স্পষ্ট অভিযোগ আছিল।

"এনেকৈ মোক অপমান কৰিলে কিন্তু মই গুচি যাম মন্দিৰা —"

"গুচি যাবা যে ময়ো জানো। ময়ে জানো কিবা তোমাক ধৰি ৰাখিব খুজিছো! আৰু খুজিলোৱেই বা, পাৰিম জানো?" একেই সুৰত মন্দিৰাই ক'লে।

"যা-যা পাগলীজনী— ব'ল বাৰু, ভিতৰতে বহোগৈ। ভূত, ভূত হৈ আছ— বাহিৰত ইমান ভাল জোনাক হৈছে, তই কি বুজিবি— তই এটা ভূত!" হাঁহি কমলে ক'লে।

তাৰ কথাত মন্দিৰা আকৌ প্ৰফুল্ল হৈ উঠিল। তাই ক'লে— "আহি পাওঁতেই কাজিয়া কৰিলো নহয়? তুমি আকৌ বেয়া পালা নেকি ককাইদেউ"

"নেপামনে বাৰু বেয়া! তোৰ গালি খাবলৈহে মই এই সন্ধিয়াখন আহিছিলো।"

"পালে পোৱা বেয়া! তুমি বেয়া পালে মোৰ ভাল লাগে।"

কমল গৈ ভিতৰতে বহিলগৈ।

"নবৌৰেৰ নাই নেকি?"

"নবৌ চোন বাপেকৰ ঘৰলৈ যাবৰ আজি তিনিমাহ হ'ল। বৌৰ ল'ৰা এটা হৈছে নহয়।"

"এ', মই ক'বই নোৱাৰো। ভাল নহয় এতিয়া?"

"ওঁ ভাল। ল'ৰাটি হ'লে বৰ ধুনীয়া হৈছে, পায়। মই চাবলৈ গৈছিলো নহয়, এনে মৰম লগাটি হৈছে।"

ঘৰৰ ভিতৰলৈ আহি যেন মন্দিৰা শান্ত হৈ পৰিল।

"তই যে অকলেই আছ, ভয় নেলাগেনে?" কমলে সুধিলে।

"ঘৰৰ ভিতৰত থাকোতেও আকৌ ভয় লাগিবনে? মই কত এনেকৈ থাকো। তাতে এতিয়া বৌতি আহিবই।"

মন্দিৰাই তাৰ লগত নানা কথা পাতিলে। সি কি কি পঢ়িলে, এতিয়া কত কাম কৰিব, দৰমহা কিমান হ'ব— নানা কথা। তাৰ পিছত তাই সৰুকৈ সুধিলে—

"বিয়াখন কেতিয়াকৈ হ'ব ককাইদেউ?"

"কাৰ বিয়া অ'?"

"তোমাৰ, আৰু কাৰ?"

"এ, মোৰ বিয়া হ'ব নেকি? ভাল খবৰতো। পিছে ছোৱালী ক'ৰ?"

"ইঃ নিজে জানিবা নেজানেহে —"

"মইনো কেনেকৈ জানিম। মই দেখিছোনে, শুনিছো।"

"বাৰু আমাৰ আগত লুকুৱাব নেলাগে। বিয়ালৈ যাওঁ বুলি ভয় কৰিছা নহয়? নেযাওঁ বাৰু দিয়া, আমি দূৰৰ পৰাই চাম।"

এনেতে বাহিৰৰ পৰা মাত লগাই পেহী আহি সোমালহি।

"এ' তইনো কেতিয়া আহিলি" কমলক দেখি পেহীয়ে সুধিলে।

"অথনিয়ে আহিলো পেহী।"

"ক'ৰ অথনিয়ে আহিছে বৌতি। তোৰ আগে আগে মুঠেই ভৰিখন থৈছেহি —" মন্দিৰাই ক'লে। "কেনেকুৱা এতিয়া ৰবীনৰ মাকৰ?"

"একেই আছে। মই হ'লে বৰ আশা নেদেখিলো। হেৰ' ককায়েৰক চাহ-তাহ কিবা দিছনে নাই?"

"আমাৰ ঘৰতনো কি চাহ খাব? লোকে কলিকতীয়া চাহ খোৱা মানুহ —" মন্দিৰাই ক'লে আৰু অলপ জলপান আৰু চাহ কমলৰ আগত দিলে।

"এইবোৰ আকৌ কি মন্দিৰা?" কমলে সুধিলে।

"এ চিনিবকে পৰা নাই নেকি? আমি আৰু গাঁৱলীয়া মানুহ, কিটোনো পাম? তুমি আহিবা বুলি চিৰা এমুঠি উলিয়াইছিলো। আমি কিবা আৰু কে'ক, বিস্কুট খাব জানোনে?"

"সেয়া কথা এযাৰ সুধিলেও জগৰ লাগে —"

"এ' তাইৰ কথাত নধৰিবি বোপাই। তাই কাক কিদৰে কথা ক'ব লাগে একো নেজানে। তই খা চোন বাৰু, মই গাটো তিয়াই আহো। ৰোগীয়াৰ ঘৰৰ পৰা আহিছো।" কৈ কৈ পেহী গা-ধুবলৈ ওলাই গ'ল।

কমলে এইবাৰ মন্দিৰাৰ মুখলৈ ভালকৈ চালে। টিনৰ সৰু চাকিটোৰ অনুজ্জ্বল পোহৰত কমলে দেখিলে এখন কোমল, ধুনীয়া মুখ। মন্দিৰাৰ গাল দুখনত যে কেতিয়া ইমানবোৰ ৰঙা তেজ থুপ খাইছেহি সি ক'বই নোৱাৰে। তাইৰ চকু দুটা গভীৰ ক'লা। অযত্নশিথিল চুলিবোৰত বসন্তৰ চঞ্চল অধীৰতা। মন্দিৰাজনী সঁচাকৈয়ে ধুনীয়া।

"মোক দেখোন বৰকৈ চাইছা ককাইদেউ?"

কথাষাৰত কমলে বিশেষ লাজ নাপালে।

"তোকনো কোনে চাইছে? মই সউ —"

"বাৰু নেলাগে দিয়া, মোক চাই তোমাৰ চকু দুটা বেয়া কৰিব নেলাগে।'

"তই বৰ বদ্‌মাচ হ'লি অ' মন্দিৰা —"

কমলৰ কথাষাৰত তাই বৰ আনন্দ পালে। তাই কমলৰ ওচৰলৈ আহিল আৰু কমলৰ চুলিবোৰত আঙুলি সুমুৱাই ক'লে, "তোমাৰ চুলিবোৰ ইমান দীঘল হৈছে, কেতিয়াবা কটাবাচোন।"

"এৰা, কটাব লাগিব। দীঘল হৈছে নহয়?"

কমল তাইলৈ মৰম লাগিল। তাই এতিয়াও সৰু হৈয়ে আছে।

চাহ খাই হ'লত কমলে ক'লে, "মই যাওঁ আৰু বুজিছ মন্দিৰা। ৰাতিও ভালেমান হ'ল —"

"যাবাতো, নগৈ কিবা আৰু আমাৰ ঘৰত থাকিবানে?"

"থাকিলে জানো তইঁতে ৰাখিবি?"

"আমিনো কি ৰাখিম? আমাৰ ঘৰেই আছেনে, বিছনাই আছে? আমি ধুলি-বোকাৰ মানুহ —"

"ওঁ, তই ধুলি-বোকা যা"— কমল উঠিল।

"শুনাচোন ককাইদেউ —"

"কি?"

"তুমি ঘৰত কিমান দিন থাকিবা?"

"কত, ইয়াত?"

"ওঁ —?"

"থিতাতেনো ক'লৈ গৈছো? পৰীক্ষাৰ খবৰ ওলাবলৈকে এতিয়াও দুই-তিনি মাহে আছে। তাৰ পিছত কাম-কাজ এটাৰ দিহা হ'লেহে ক'ৰবালৈ যাওঁ কি চাওঁ —"

"কি কামনো পাবা বাৰু?"

"ক'ব নোৱাৰো, কি কাম পাওঁ। চাওঁচোন বাৰু!"

"আমাৰ ইয়াতে পাবানে বাবু?"

"ইয়াতেনো আৰু কি কাম কৰিবি?"

"এৰা, মই আকৌ ভাবিছিলো, বোলো কিজানি ইয়াতে কাম কৰিবা, তেতিয়া হ'লে —"

"তেতিয়া হ'লে কি অ' —?"

"কি আৰু, বোলো কেতিয়াবা তেওঁ চকুৰে দেখা পাম।"

"মোক চাবলৈ তোৰ বৰ হেঁপাহ নেকি অ'?" হাঁহি কমলে সুধিলে।

"নহয়নে কিবা আৰু! তোমাৰ লগত কথা-বতৰা পাতি মোৰ ইমান ভাল লাগে! পিছে তুমি হৈছা নগৰীয়া মানুহ, আমাৰ কথাতনো কি সোৱাদ পাবা?"

মন্দিৰাৰ সৰল কথাখিনি শুনি কমলে বৰ ৰং পালে। "এতিয়া থাক বাৰু দেই মন্দিৰা, মই যাওঁ।"

"গধূলি গধূলি সদায় আহিবা দেই ককাইদেউ।"

"সদায়নো কেনেকৈ আহিম অ'? যেতিয়া সময় পাওঁ আহিম বাৰু —"

"এৰা সদায়নো কেনেকৈ আহিবা —" মন্দিৰাই নিজকে কোৱাদি ক'লে। তাৰ পিছত ক'লে, "ময়ো কেতিয়াবা যাম বাৰু। মই গ'লে আকৌ বেয়া পাবা নেকি?"

"কেলেইনো বেয়া পাম? তয়ে যাবি দেই, তই গ'লে মই খুব ভাল পাম।"

মন্দিৰাৰ পৰা বিদায় লৈ কমল ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল, পিছতে হাতত টিনৰ চাকিটো লৈ মন্দিৰাও ওলাই আহিল।

"চাকি নালাগে মন্দিৰা— ভাল জোনাক আছে—" কমলে ক'লে।

"অ' এৰা, তোমাৰ আকৌ জোনাক আছে, মোৰ চাকিটোনো আকৌ কেলেই?"

বহুত পৰ হাততে চাকিটো লৈ মন্দিৰা চোতালতে থিয় দি তাৰ যোৱাৰ ফালে চাই থাকিল, জোনাকৰ মাজেদি কমল অকলে অকলে ঘৰমুৱা হ'ল ...।

ৰ'দজাক ভালকৈয়ে ওলাইছে। এনেকুৱা ফট্‌ফটীয়া ৰ'দত সদায় দেখা পৃথিৱীখনো অলপ বেছি বহল যেন লাগে। আকাশখনো যেন ৰ'দত গলি মুকলি হৈ পৰিছে। বাৰাণ্ডাতে বহি কমলে আগদিনাৰ বাতৰিকাকতখনতে চকু ফুৰাইছে, ইয়াত আকৌ বাতৰিকাকতখন দিনৰ তিনি বজাতহে পায়হি।

অৱশ্যভাৱে অলপ বিশ্ৰাম কৰাৰ সুযোগ পাই তাৰ ভাল লাগিল। গাঁৱলীয়া জীৱনৰ নিৰালম, শান্ত জীৱন-যাত্ৰা, প্ৰকৃতিৰ প্ৰচুৰ উদাৰতা আৰু তাৰ জীৱনৰ অনাগত সম্ভাৱনাবোৰ— সকলোৱে তাৰ মনটো আনন্দেৰে ভৰাই তুলিলে। চকুৰ আগত যেন সি দেখিলে নৃত্যৰতা পৃথিৱী, গছ-পাত সকলোতে এটা আৱহ কালৰ

নাচোন। পোহৰৰ ঢউবোৰো যেন নাচি নাচি আকাশৰ বুকুৰেদি ক'ৰবালৈ উঠি গৈছে।

"ককাইদেউ দেখোন বহিলিহে, নেযাব নেকি?" তাৰ ধ্যান ভঙ্গ কৰি আইজনীয়ে মাত লগালে।

"ক'লৈ?" চুটিকৈ সি সুধিলে।

"অ' ক'লৈ এতিয়া ক'বই নোৱাৰা হলি! কিয় মেনেজাৰৰ ঘৰলৈ। আজিও নেযাব নেকি? কালিতো মন্দিৰাইঁতৰ ঘৰতে ৰাতি দুপৰ কৰিলি —"

"মেনেজাৰৰ ঘৰলৈনো কেলেই যাব লাগে অ'? পৰহি আহি পাইছোহি, মই বোলো দুই-এদিন জিৰণি ল'ম। এতিয়া দেখিছো গাঁও ফুৰোতেই মোৰ যাব।"

"নগ'লে বেয়া নাপাব নেকি তেওঁলোকে, কিমান খবৰ-বাতৰি কৰি থাঁকে —" অভিমানৰ সুৰতে আইজনীয়ে ক'লে।

"অ' যাওঁ বাৰু যাওঁ, তই ভোৰ-ভোৰাব নালাগে। চাওঁ — বাৰু মোৰ ভাল কানি-কাপোৰ এসাজ বিচাৰি দেচোন, মেনেজাৰ মানুহ, এইদৰে গ'লে চিনিকে নাপাব —"

"মই সকলো ঠিককৈ থৈছো। তই গা-পা ধুই আহ বেগেতে, সোনকালেই গৈ ঘূৰি আহগৈ।" আইজনীয়ে কথাষাৰ কৈ উৎফুল্লভাৱে ভিতৰলৈ গ'ল, কমলেও ভাবিলে পালটো মাৰি অহা যাওক। সি বহাৰ পৰা উঠিল।

"আইজনী —"

"কি ককাইদেউ"

"মেনেজাৰৰ ঘৰলৈ পিছে মই কিহত যাম?"

"কিয় চাইকেলত —"

"অ' চাইকেলখন আছে জানো?"

"ওঁ আছে। দেউতাই নাই নিয়া, তোলৈকে এৰি থৈ গৈছে।"

কমল যেতিয়া মেনেজাৰৰ ঘৰ পালেগৈ তেতিয়া দহ বাজি গ'ল। মেনেজাৰ ঘৰত নাই, অফিচতে আছে। দুৱাৰমুখত বৈ মাত দিয়াৰ লগে লগে ভিতৰৰ পৰা ওলাই আহিল বীণা— বৰুৱাৰ ডাঙৰ জীয়েক। কমলক দেখি বীণাই প্ৰথমতে অলপ থত্‌মত খালে, তাৰ পিছত মুখৰ হাঁহিটো সহজ কৰি ক'লে, "অ' আপুনি, আহক।"

কমল সোমাই আহিল, চাইকেল মাৰি কমলৰ গৰম লাগিছিল। কথাটো লক্ষ্য কৰি বীণাই বিচনীখন আনি দিলে। কমল বহিল।

অলপ পৰৰ পিছত বীণাই সুধিলে, "আপুনি কেতিয়া পালেহি?"

কথাষাৰৰ উত্তৰ দি কমলে সুধিলে, "আপুনি এইবাৰ আই. এ. দিলে নহয়, কেনে হ'ল পৰীক্ষা"

"বৰ বেয়া হোৱা নাই, পাছ কৰিম যেন লাগিছে —" বীণাই ক'লে।

ইতিমধ্যে কমল অহাৰ কথা মেনেজাৰৰ ভিতৰ ফালে জনাজনি হৈ পৰিল। বীণাৰ ভনীয়েক ৰে'বাই বেগাবেগিকৈ এগিলাচ চৰ্বত আৰু কেইখনমান সন্দেশ আনি মেজত থ'লেহি। আদৰ-আপ্যায়ন দেখি কমলে ভাল পালে। কলিকতাৰ হোটেলত দেচুৱালী ৰান্ধনীৰ প্ৰাণহীন ৰন্ধা খাই খাই কমলে চাহ-ভাত খোৱাটোকে জীৱনৰ আটাইতকৈ নিৰস কথা বুলি থিৰাং কৰিছিল। খাদ্যৰ লগত সৌহাৰ্দ্য পাই সেয়ে কমলে আনন্দ পালে।

বীণা ছোৱালীজনী বেচ নম্ৰ আৰু মাৰ্জিত, কথা-বতৰাবোৰ জুখি-মাখি ক'লেও, নিৰস নহয়। কমলৰ লগত সাধাৰণভাৱে নানা কথাৰ আলোচনা কৰিলে, এম. এ. পাছ কৰাৰ পিছত কমলে কিবা ৰিচাৰ্চ কৰিবনে অন্য কিবা পঢ়িব এই বিষয়েও প্ৰশ্নাদি কৰিলে।

কমলে ক'লে, "জানেইতো মোৰ বিষয়টো। একচুৱেল ফিল্ডলৈ গৈ ৰিচাৰ্চ নকৰিলে শিক্ষা সম্পূৰ্ণ হৈছে বুলি ক'বলৈকে ভয় লাগে।"

"আপুনি পিছে কি ভাবিছে?"

"মই এতিয়াও ঠিক কৰিব পৰা নাই, কথাটোত সময় আৰু টকা দুয়োটাৰে প্ৰয়োজন। মোৰ অৱশ্যে সময় নোহোৱা নহয়, কিন্তু —"

কথা শেষ কৰিবলৈ নিদি বীণাই ক'লে, 'ইচ্ছা কৰিলে আপোনাৰ টকাৰো দিহা নোহোৱাকৈ নাথাকে। ঘৰত থাকি সময় কটোৱাতকৈ মোৰ মনেৰে আপুনি ৰিচাৰ্চৰ কামত লগাই ভাল হ'ব —" গহীনকৈ কথাষাৰ কৈ বীণাই কমলৰ মুখলৈ চাই হাঁহিলে, কমলে খোৱাত মনোযোগ দিলে। উত্তৰ একো নিদিলে।

এনেতে মেনেজাৰ ওলালহি। বহাৰ পৰা উঠি কমলে প্ৰণাম জনালে। কামিজটো গাৰ পৰা খুলি মেনেজাৰে ক'লে, "কমল তুমি আহিলা, মই যাওঁ যাওঁ বুলি কেইবাবাৰো চিপ্ ল'লো, কামৰ যি ভিৰ পৰিছে, দেউতাৰাই সকলো জানে। বৰ ৰং পালো তুমি যে আহিলা, পৰীক্ষা ভাল হৈছে নহয় — ?"

একে লগে বহুত কথা মেনেজাৰে কৈ গ'ল, কমলে ভাবিয়ে নাপালে কোনটো প্ৰশ্নৰ উত্তৰ দিব। তাৰ পিছত তাৰ কোনো উত্তৰলৈ অপেক্ষা নকৰি মেনেজাৰে ক'লে, "এইকেইদিন মোৰ উশাহ ল'বৰ সময়ো নোহোৱা হৈছে বুজিছা, ভাত মুঠি খায়ে আকৌ যাব লাগিব, মই গাটো ধোওঁ, তুমি বহা দেই, বীণাইতক তো চিনিয়ে পোৱা, সিহঁতৰ লগতে কথা-বতৰা পাতা, চাহ-তাহ খোৱা, অ' তুমি আকৌ গুচি নাযাবা, আজি ৰাতি আমাৰ ইয়াতে থাকা, মইতো তোমাৰ লগত কথা

একো পতাই নাই, ৰাতিলৈ বহুত কথা পাতিব লগা আছে, এৰা বহুত কথা। বীণা, তইঁতে ককাইদেৱেকৰ সোধ-পোছ কৰ, ৰে'বা মোক গা ধোৱাৰ পানী দেচোন।"

কথা কৈ কৈ মেনেজাৰ ভিতৰলৈ সোমাই গ'ল। কমলৰ চকুলৈ চাই বীণাই মুখ টিপি হাঁহিলে। কমলৰো হাঁহি উঠিল। দেউতাক ভিতৰলৈ যোৱাৰ পিছত বীণাই ক'লে, "আমি আছো বুলি জানো কাৰণেই দেউতাই আৰু আপোনাৰ লগত বিশেষ কথা-বতৰা নেপাতিলে। বাগিচাখনেই দেউতাৰ সৌৰজগত, অন্য কথা বহুত সময়ত দেউতাই পাহৰিয়ে থাকে। আপুনি আকৌ বেয়া নেপাব।"

"বেয়া নাই পোৱা, কিন্তু মোক যে থাকিবলৈ ক'লে?"

"এৰা, দেউতাই চাগে ভাবিলে, কিজানিবা আমি থাকিবলৈ ক'বলৈ পাহৰি যাওঁ। সেই কাৰণে নিজেই ক'লে —"

"কিন্তু —"

"হয়, — এতিয়া আৰু দেউতাৰ কথাষাৰ পেলোৱা আপোনাৰ অসুবিধা হ'ল। মই বা ৰে'বাই কোৱা হ'লে আপুনি সহজে মূৰ-পোলোকা দিব পাৰিলেহেঁতেন।" বীণাই হাঁহিলে।

ইয়াৰ আগতে বীণাহঁতৰ লগত কমলৰ বিশেষ ঘনিষ্ঠতা নাছিল। আগতে যি দুই-এবাৰ বাগিচালৈ আহিছে, তেতিয়া মেনেজাৰৰ ঘৰত নোসোমোৱাকৈয়ে উভতি গৈছে। কমলৰ মনত তাৰ দেউতাৰ আৰু মেনেজাৰৰ মাজত থকা পাৰ্থক্যটো সদায় আছিল। তদুপৰি মেনেজাৰৰ ছোৱালীলৈ চকু তুলি চোৱাটো সি এটা অপ্ৰাসঙ্গিক কথা বুলিয়ে ধৰিছিল।

এতিয়া অৱশ্যে সি নিজৰ মূল্যৰ বিষয়ে কিছুদূৰ সচেতন। সি জানে কেৰাণীৰ ল'ৰা হ'লেও, ডিগ্ৰীৰ অধিকাৰী হিচাপে তাৰ এটা সামাজিক মূল্য আছে। আৰু আজিৰ বীণা-ৰে'বাৰ অভ্যৰ্থনাৰ মূলতে যে তাই এই নতুনকৈ লাভ কৰিব ধৰা মৰ্যাদা— সেই কথা সি বুজিছিল।

দুপৰীয়া সি মেনেজাৰৰ ঘৰতে ভাত খালে। তাৰ পিছত বীণাৰ নিৰ্দেশত বিছনাত পৰি অলপ বিশ্ৰাম ল'বৰ চেষ্টা কৰিলে।

খিৰিকীৰ কাষতে বিছনাখন, অলপ আঁতৰৰ পৰা আৰম্ভ হৈছে লেখ-নোহোৱা চাহ গছৰ সেউজীয়া শাৰী। চাহৰ কুঁহিপাতবোৰৰ পৰা এটা ভাল গোন্ধ আহিছে। গোন্ধটো সজীৱ আৰু কেঁচা। পাতল বতাহজাক এই গোন্ধটোৰেই ভৰপূৰ। কমলৰ বৰ ভাল লাগিল। বহল, মুকলি, সেউজীয়া চাহ গছবোৰৰ সিপাৰে নীল-বৰণীয়া হাবিখন, তাৰ সিপাৰে পাতল বগা ডাৱৰ বুকুত লৈ থকা নীলা আকাশখন। শান্ত, স্নিগ্ধ, সজীৱ।

ৰে'বাক তাৰ কাষত ৰাখি বীণা গা-ধুবলৈ গ'ল।

"আপুনি কোন ক্লাছত পঢ়ে?" বাহিৰৰ পৰা মুখ ঘূৰাই কমলে ৰেবাক সুধিলে।

"মই সৰু, মোক তুমি বুলি ক'ব —" ৰেবাই ক'লে।

"বাৰু, তুমিকে বুজিছো। যদিহে তুমি বেয়া নোপোৱা।"

ৰেবাই এইবাৰ ক্লাছ টেনলৈ প্ৰমোচন পাইছে। মটৰেৰেই অহা-যোৱা কৰে। কমলে ৰেবাৰ মুখলৈ ভালকৈ চালে। তাইৰ মুখখন বীণাৰ মুখখনতকৈ বেছি ধুনীয়া, কিন্তু সিমান তেজাল নহয়, অলপ সেঁতা পৰা, দেখিলে অলপ ৰোগী যেন লাগে। গাটোও বীণাতকৈ অলপ লাহী। কিন্তু লাহী হোৱাৰ কাৰণে ৰেবাক বেছি ধুনীয়াহে দেখা গৈছিল। ৰেবাৰ খোজ, কথা— সকলো শান্ত আৰু সংযত।

বিছনাখনৰ কাষতে সৰু মেজখন— সেইখন ৰেবাৰে পঢ়া মেজ। মেজখনৰ কাষৰ চকীখনতে ৰেবা বহিল। কমলে সুধিলে, "ইয়াত থাকি তোমালোকৰ বেচ ভাল লাগে নহয়?"

"সৰুৰে পৰা আছো নহয়, আমাৰ আৰু বেয়া নলগা হৈছে —" ৰেবাই ক'লে।

কথাষাৰ তাই কিয় তেনেকৈ ক'লে কমলে নুবুজিলে। অলপ পৰৰ নীৰৱতাৰ পিছত ৰেবাই ক'লে, "আপুনি আগেয়ে আমাৰ ঘৰলৈ নাই অহা নহয়?"

"কিয় সুধিলা বাৰু?"

"এনেয়ে, আমাৰ ঘৰলৈ আকৌ মানুহ নাহেই।"

"কিয়, মই"

"আপুনিতো আজিহে আহিছে। মানুহ কেতিয়াবা আহিলে আমাৰ খুব ভাল লাগে। পিছে কোনো মানুহ আমাৰ ঘৰত থাকিব নোখোজে, আহি বহিয়ে যাওঁ যাওঁ লগায়।"

কথাষাৰ শুনি কমলে হাঁহিলে।

"তোমালাকে জানো কেতিয়াবা কাৰোবাক থাকা বুলি কৈ পাইছা?"

"কাকনো ক'ম? কোনো নাহেই দেখোন। আৰু যাক থাকা বুলি ক'ব পাৰি, তেওঁলোক নৰয়।"

"তুমি দেখিছো ভাল অভিযোগ ৰাখিছা। মানুহৰ কাম থাকে। মোৰ নিচিনাতো সকলো আৰু কাম নোহোৱা নহয় —" হাঁহি কমলে ক'লে।

"আপুনিওতো নোৱাৰাতহে আছে। দেউতাই ক'লে কাৰণেহে।"

"সেইটো অৱশ্যে সঁচা। মইতো দেখা কৰি যাবৰ কাৰণেহে আহিছিলো। থকাৰ কাৰণে তোমালোকৰ অসুবিধা নহয়তো?"

"হ'লেও অসুবিধাতো আমাৰহে হ'ব, আপুনি ভাবিছে কিয়? অ' আপুনি অলপ শোৱক। মই আমনিহে কৰিছো।"

"মোৰ দুপৰীয়া শোৱাৰ অভ্যাস নায়েই। একো আমনি হোৱা নাই, বহা।"

মেজৰ ওপৰৰ কিতাপ এটা লিৰিকি-বিদাৰি ৰে'বা বহি থাকিল। অলপ পৰৰ পিছত কমলে সুধিলে—

"স্কুলত তোমালোকক নাচ-গান কিবা শিকায়নে ৰে'বা?"

"অলপ শিকায়। পিছে বৰ ভাল নহয়।"

"তুমি শিকিছানে কিবা?"

"মই গানহে শিকিছো। নাচিব নেজানো।"

সি ৰে'বাৰ মুখলৈ চালে। ৰে'বাৰ মুখখন বৰ শান্ত আৰু অচঞ্চল। নাচোনৰ কাৰণে প্ৰয়োজনীয় চঞ্চলতা তাত নাই।

"আৰু বাইদেৱেৰাই?"

"বাইদেৱে আগতে নাচ শিকিছিল। পিছে আজিকালি এৰি দিলে।"

"কিয়?"

"এতিয়া আৰু কলেজত পঢ়ে। কত নাচিবলৈ সময় পাব!"

"কিয় কলেজত পঢ়িলে অন্য একো কৰিব নোৱাৰি নেকি?"

"মইনো কি জানো? মই কিবা কলেজত পঢ়িছোনে?"

"অ' তুমি গান শিকিছা নহয়? আৰু কি শিকিছা?"

"ভায়োলিন।"

"বে'ছতো! তুমি ভায়োলিনো বজাব জানা। ভায়োলিন আকৌ মোৰ খুব ভাল লাগে।"

"পিছে মই আকৌ ভাল লগাকৈ বজাব নেজানো, এনেয়ে নিজে নিজে বজাওঁ আৰু —"

"ক'ত শিকিছিলা?"

"আমাৰ দদাইদেউ কহিমাত আছিল নহয়। আমি বহুত দিন তাতে আছিলো। তেতিয়া এজন ওস্তাদে শিকাইছিল।"

"ওঁ বে'ছতো। তোমাৰ দদাইদেৱেৰা আজিকালি কত থাকে?"

"আজিকালি তুৰাত থাকে, মাজতে আন ঠাইত আছিল। এতিয়া শুনিছো বোলে আকৌ কহিমালৈকে বদলি হ'ব অলপতে।"

"অ' তুমি তেন্তে এদিন মোক গান গাই শুনাব লাগিব।"

"আপোনাৰ শুনিবৰ মন গ'লে বাৰু আহিব, শুনাম— গানটো কিবা আৰু মোৰ বস্তুনে —?"

এনেতে বীণা আহিল, বীণাৰ চুলিবোৰ মেলা, এতিয়াও ভালকৈ শুকোৱা নাই। গা-ধুই অহাৰ কাৰণে বীণাৰ মুখখন আৰু ধুনীয়া দেখাইছিল, গাখীৰ যেন বগা মুখখনত ৰঙা তেজবোৰ বিৰিঙি উঠিছিল।

"অ' আপোনাৰ টোপনি অহা নাই।" বীণাই সুধিলে। "আপোনালোকে ভাত-পানী খালেনে নাই?"

"এই খাওঁগে, মই আকৌ দুটামান কাপোৰ ধুই দিলো। সেই কাৰণে অলপ দেৰি হ'ল।"

হঠাৎ কমলে সুধিলে, "আপুনি নাচিব জানে, নহয়?"

"আপোনাক কোনে ক'লে"

"এই মাত্ৰ খবৰ পালো। শুনি মই ভাল পাইছো।"

"আগতে অৱশ্যে মই নাচিছিলো, আজিকালি কিন্তু লাজ লাগে।"

কমলে সৰুকৈ ক'লে, "অ"

"আপুনি নাচ জানে নেকি?" বীণাই সুধিলে।

"নাচ মই নিজে নাজানো, পিছে মোৰ বিশেষ Interest আছে।"

সিহঁতে আৰু ভালেমান পৰ কথা-বতৰা পাতিলে, তাৰ পিছত কমলৰ অলপ টোপনি আহিব ধৰা যেন দেখি বীণা আৰু ৰে'বা দুয়োজনী ওলাই আহিল। খিৰিকীখনেদি ৰ'দ জাক আহি কমলৰ গাত পৰিছিলহি, ওলাই আহিবৰ সময়ত ৰে'বাই খিৰিকীখন বন্ধ কৰি থৈ আহিল। ...

কমলৰ পৰীক্ষাৰ ৰিজাল্ট তেতিয়াও ওলোৱা নাই। আজি অলপ দিন ঘৰতে সি শান্তিৰে আছে। কলেজত পঢ়া তাৰ নৃতত্ত্বৰ কিতাপ আকৌ সি উলিয়াই পঢ়িবৰ সময় পাইছে। কিতাপ আৰু বাতৰিকাকতৰ মাজতে সি দিনবোৰ কটাই দিছে। মাজে মাজে আইজনীৰ ধমকিত অলপ ধ্যান-ভঙ্গ হয়, আকৌ এপিয়লা চাহপানী খুজি খাই কিতাপত মূৰ গোজে।

সেইদিনা পুৱা সি বাৰাণ্ডাতে বহি কিতাপ এখন পঢ়ি আছিল। পিয়নটোৱে মাত লগালে "আপোনাৰ এখন চিঠি আছে।" হাত মেলি কমলে চিঠিখন ল'লে। আখৰখিনি দেখি সি চিনি পালে। তাৰ ভাল লাগিল, খামটো ফালি সি চিঠিখন পঢ়িলে—

"মৰমৰ বন্ধুৱা,

আজি এমাহেও আপোনৰ কোনো চিঠি-পত্ৰ নেপাই, ময়ে লিখিবলৈ ওলালো। বেয়া নেপাব। আমাৰ ৰিজাল্টবোৰ কেতিয়া ওলাব কিবা জানেনে? বৈ থাকি আৰু আমনি লাগিছে। আপুনি এতিয়া কি কৰিছে জনাব। আপুনি কি কৰিবলৈ ঠিক কৰিছে? ৰিচাৰ্চৰ কি কৰিলে? মোৰ কথাতো জানেই। অন্য পথ আৰু মোৰ নাই। সেইটোৱেই পথ। ৰিজাল্টটোলৈ বাট চাইছো— তেতিয়াহ'লে নিশ্চিন্ত হ'ব পাৰো। ডিগ্ৰী আৰু টকা দুয়োটাৰে প্ৰয়োজন হৈছে। ইতিমধ্যে আপুনি কেতিয়াবা

আমাৰ এইফালে নাহেনে? অহা হ'লে আমি বহুত কথা আলোচনা কৰিব পাৰিলোহেঁতেন। ময়ো এবাৰ যাবৰ চেষ্টাত আছো। কিন্তু মোৰ অসুবিধা বহুত। পাৰিলে আপুনিয়ে এবাৰ আহিব। বিশেষ নাই। আশাকৰো ভালে আছে। ইতি,

আপোনাৰ মৰমৰ

মাধৱ।"

মাধৱে ল-পৰীক্ষা দি আহিছে। কমলৰ সহপাঠী, সি জীৱনত বহুত এক্সপেৰিমেণ্ট কৰিছে। মেট্ৰিক পৰীক্ষা দি আলি-মহৰী সোমাইছিল। চাৰি মাহৰ পিছত এৰি দি এইডেড স্কুলৰ মাষ্টৰ সোমাল। তাৰ পিছত আই. এ. পঢ়িলে। দ্বিতীয় বাৰ্ষিকলৈ প্ৰমোচন পায়ে এৰি দি এখন ফটোগ্ৰাফিৰ দোকান খুলিলে। সি ভাল ফটো তুলিব জানে। তাৰ পিছত আমনি লাগি বেঙ্কৰ কেৰাণী সোমাল। ডেৰ বছৰ কাম কৰাৰ পিছত আকৌ আহি কলেজত নাম লগালেহি। আই. এ. পাছ কৰিলে। তাৰ পিছত সি আৰম্ভ কৰিলে "দি নভেল্‌টি ৰেষ্টোৰাঁ"। এইবাৰ হ'ল হোটেলৰ মহাজন। কিন্তু তাতো আমনি লাগি সি আকৌ কলেজত নাম লগাই বি. এ. পঢ়াত লাগিল। এইবাৰ সি পাঁচোটা প্ৰেমৰ কবিতা লিখিলে। তাৰে এটা এখন আলোচনীত ছপা হৈয়ো ওলাল। বি. এ.ৰ ফাইনেল পৰীক্ষা দিয়াৰ আগে আগে ইণ্টাৰভিউৰ এটা কল পাই সি বিমান বাহিনীত যোগ দিবলৈ গুচি গ'ল। ইণ্টাৰভিউ ভাল নহ'ল। কিন্তু সি ঘূৰি নাহিল। সি বোম্বাইলৈ পোনাই দিলে। তাত সি কি কৰিছিল তাৰ নিজৰ বাহিৰে আনে নেজানে। কোনোৱে কয় যে সি কোনোবা চিনেমা কোম্পানীত যোগনিয়াৰ কাম কৰিছিল, তাত কটালে আঠ মাহ। তাৰ পিছত এদিন দুপৰ ৰাতি আহি ঘৰ ওলালহি।

কিছুদিন ঘৰত থকাৰ পিছত সি আকৌ কলিকতা পালেগৈ। তাত সি কি কৰিছিল তাকো কোনেও নেজানে। কিন্তু এদিন সকলোৱে দেখি আচৰিত হ'ল যে সি বি. এ. পাছ কৰিছে। কথাবাৰত হয়তো সি নিজেই আচৰিত হ'ল। তাৰ পিছত ছমাহমান সি গাঁও উন্নয়নৰ কাৰ্য কৰিলে, তেতিয়াই আহি সি কমলহঁতৰ লগত চিনাকি হ'লহি। কমলৰ দেউতাকে তাক মৰম কৰি, থকাৰ সুবিধা কৰি দিলে। দিনে-ৰাতিয়ে সি গাঁৱে গাঁৱে ঘূৰিলে। গাঁৱৰ স্বাস্থ্য, বাট-পথ, ঘৰ-দুৱাৰ ভাল কৰাৰ বিষয়ে বক্তৃতা দিলে, বহুতৰ লগত চিনাকি হ'ল। কমলহঁতৰ ঘৰতে খায় আৰু থাকে। আইজনীয়ে আলপৈচান ধৰে। মাজে মাজে মন্দিৰা, আইজনী আৰু গাঁৱৰ অন্যান্য ছোৱালী কিছুমান গোটাই লৈ নাৰী প্ৰগতিৰ বক্তৃতা দিয়ে।

কিছুদিন গ'ল। এদিন হঠাৎ চুটকেচটো হাতত লৈ সি গুচি আহিল।

"আপুনি ক'লৈ যায়?" আচৰিত হৈ আইজনীয়ে সুধিলে।

"হোঃ, মই? ঠিক নাই। মই ক'লৈ যাম সেইটো আগতে ভবাৰ অভ্যাস মোৰ নাই। যাম ক'ৰবালৈ, ইয়াত আৰু নহ'ব। আমাৰ গাঁওঁবোৰ মৰি গৈছে। ইয়াত একো নহ'ব।"

"আপুনি গুচি গ'লে আমাৰ বেয়া লাগিব," আইজনীয়ে ক'লে। তাই সৰু ছোৱালী।

"বেয়া লাগিলে মই কি কৰিম? বেয়াতো লাগিবই। অ' আইজনী, মন্দিৰাক ক'বা— মন্দিৰা ভাল ছোৱালী —"

"সেইটো ক'লে কি হ'ব?"

"অ' কলে একো নহ'ব নহয়? তেন্তে নেলাগে ক'ব। বাৰু মই যাওঁ।"

সি গুচি আহিল।

আৰু চাৰি বছৰ পাৰ হ'ল। এইবাৰ আকৌ কলিকতাত ৰেগুলাৰ ছাত্ৰ হিচাপে সি এইবাৰ ল-পঢ়িলে। আকৌ কমলৰ লগত চিনাকি হ'ল, তাৰ পিছত খুব মিল হ'ল। একেলগে ফুৰিলে কিছুদিন। তাৰ পিছত ল'ৰ শেষ পৰীক্ষা দিলে। এইবাৰ সি উকীল হ'ব।

তাৰ চিঠিখন পাই কমলে ভাল পালে। মাধৱ এনে আধাবলিয়া হ'লেও অসৎ নহয়। তাৰ এটা স্বাভাৱিক সৰলতা আছে। পঢ়া-শুনাতো সি চোকা। মাত্ৰ একেটা কামতে লাগি থাকিব নোৱাৰাটোৱেই তাৰ দোষ।

মাধৱৰ ঘৰ নগৰত, দেউতাক নাই, সকতে মৰিল। ককাদেউতাৰ সম্পত্তি যথেষ্ট আছিল। সেই সম্পত্তিৰ অধিকাৰী সিয়ে। কিন্তু তাৰ প্ৰতি তাৰ বিশেষ লোভ নাই। সি ভাবে ইচ্ছা কৰিলে সি নিজেও ঢেৰ টকা কৰিব পাৰে। সেই ক্ষেত্ৰত সি চেষ্টাও নকৰি থকা নাই।

কমলে আইজনীক মাতিলে।

"আইজনী মোৰ কাপোৰ-কানি ঠিক আছেনে?"

"ঠিক মানে?"

"মানে, কালিলৈ মানলৈ মই টাউনলৈ যাওঁ বুলি ভাবিছো। মাধৱে এখন চিঠি দিছে। সি মাতিছে।"

"কালিলৈকেনো কেলেই? দুদিনমান পিছত যাবি।"

"অলপতে কিজানি ৰিজাল্ট ওলাবই। তেতিয়া কি কৰিব লগা হয়, কি ঠিক।"

"দেউতাক কৈছিলি জানো?"

"আজি ক'ম, তই কাপোৰ-কানি দুটামান বিচাৰি দেচোন।"

আইজনী তাৰ কাপোৰকেটামান লৈ পুখুৰী পাৰলৈ গ'ল।

সেইদিনা আবেলিলৈকে বতৰটো বেছ মুকলি আছিল, টান ৰ'দ অৱশ্যে নাছিল, কিন্তু আকাশখন ফৰকাল আছিল। মন্দিৰা আহি ওলালহি।

তেতিয়া আইজনীয়ে আবেলিৰ চাহ কৰিছিল। বিছনাখনতে দীঘল দি কমলে কিবা-কিবিবোৰ ভাবি চকু দুটা মুদি পৰি আছিল। মন্দিৰা সোমাই আহিল।

"ককাইদেউ —"

"অ' মন্দিৰা, আহ —"

"আইজনী আছেনে নাই?"

"আছে। তই বহচোন বাৰু।"

মন্দিৰা তাৰ বিছনাৰ কাষৰ চকীখনতে বহিল। সিও বিছনাতে উঠি বহিল।

"মই ভাবিছিলো তুমি, কিজানি ক'ৰবালৈ গ'লাগৈহে —"

"কিয়?"

"তুমিতো আৰু আমাৰ ফালে যোৱাই নাই। অৱশ্যে সেই কাৰণে আমি আচৰিত হোৱা নাই, বেয়াহে পাইছো।"

"যাবই পৰা নাই, অ' —"

"সেইটো বুজো। আমি হৈছো ধূলি-বোকা মানুহ, আমাৰ ঘৰলৈনো কি যাবা! বসন্তহঁত নাই নেকি?"

"সিহঁত দেখোন স্কুলৰ পৰা অহাই নাই, আজি কিবা খেলা আছে হ'বলা।"

"বৌতিৰ আকৌ পৰহিৰ পৰা গা ভাল নাই। কঁকালৰ বিষ হৈ পৰি আছে।"

"কাৰ? পেহীৰ?"

"ওঁ —"

"কিবা চিকিৎসা কৰিছনে নাই পিছে"

"সেক দিছো, আৰুনো কি কৰিম?"

"সেক দিলেই ভাল হ'বনে?"

"আমি ধূলি-বোকা মানুহ। তেনেকৈয়ে ভাল হ'ব।" কথাষাৰ কৈ মন্দিৰা বহাৰ পৰা উঠিল।

"বহ, তই দেখোন উঠিলি!"

"নাই, মই যাওঁ। খবৰটো দি যাবৰ কাৰণেহে আহিছিলো। নহ'লে, মৰি থাকিলে আকৌ তোমালোকে মোকহে দায় দিবা, বুলিব জীয়াই থাকোতে আমাক খবৰ এটাও নিদিলে।"

"বাৰু বহচোন বহ। আইজনী অ' আইজনী —" সি চিঞৰিলে।

"নেলাগে মাতিব। ময়ে বিচাৰি উলিয়াম। যাওঁ বাৰু দেই —"

"মোৰ ওপৰতনো ইমান খংটো কৰিছ কিয়? এইকেইদিন ঘূৰি ফুৰোতেই গৈছে —"

মন্দিৰা বহিল।

"তোমাৰনো খবৰ কেতিয়া ওলাব ককাইদেউ?"

"ওলাবৰ হৈছে আৰু। দুই-এসপ্তাহৰ ভিতৰতে ওলাব আৰু। এ' চাচোন মন্দিৰা বৰষুণ আনিছে নেকি? মেঘে দেখোন চাটি আহিছে।"

"হয় যে হয়, মই যাওঁ দেই ককাইদেউ। বৰষুণ আনেহে লাগে।" তাই আকৌ উঠিল।

"আইজনীক মাতচোন, কাপোৰবোৰ বাহিৰতে আছিল, তিতিব এতিয়া।"

মন্দিৰা তাৰ কোঠাৰ পৰা ওলাই গ'ল। তাই বাহিৰত শুকাবলৈ মেলি থোৱা কাপোৰবোৰ এখন এখনকৈ কান্ধৰ ওপৰত জাপি লৈ আনিব ধৰিলে। ইতিমধ্যে বৰষুণৰ টোপাল পৰি আহিল।

লৰমাৰি ৰান্ধনিশালৰ পৰা ওলাই আহি আইজনীয়ে দেখিলে মন্দিৰাই কাপোৰবোৰ সুমুৱালেই।

"তই কেতিয়া আহিলি মন্দিৰা?"

"অথনিয়ে আহিলো ..."

"বৰষুণ দেখোন আহিলেই, তই বহি ককাইদেউৰ লগতে কথা হ দেই, নেযাবি। মই চাহ কৰিছো।"

মন্দিৰা আকৌ কমলৰ ওচৰলৈকে আহিল।

"মাধৱক তই চিনি পাব মন্দিৰা?"

"কোন মাধৱক ককাইদেউ?"

"সেইযে কিছুদিন আমাৰ ঘৰত আছিল।"

"অ', সেই মাধৱ! ওঁ পাওঁতোন চিনি, অলপ আধা-পগলা নহয় জানো?"

"এইবাৰ ল-পৰীক্ষা দিলে উকীল হ'ব।"

"তেওঁ উকীল হ'ব? বাৰু থোৱা।"

"কিয় নো বেয়া হ'ব। মই ক'ৰবাত প্ৰফেচাৰণী হ'লে কিবা আৰু বেয়া হ'বনে?"

"তই কিবা প্ৰফেচাৰণী হ'ব নোৱাৰিলিহেঁতেন নেকি। নপঢ়িলি গুণেহে।"

"বাৰু ককাইদেউ, প্ৰফেচাৰণী হ'বলৈ বহুত পঢ়িব লাগে, নহয় নে?"

"ওঁ, লাগেতো, এনেয়ে হ'ব পাৰে নে?"

এনেতে আইজনীয়ে চাহ আনি দিলে। কমল আৰু মন্দিৰা দুয়োলৈকে। কমলে সুধিলে— "আইজনী, তোৰ বাৰু মাধৱক দেখা মনত আছেনে?"

"কোন মাধৱক, ককাইদেউ?"

"সেই যে আমাৰ ইয়াত যে কিছুদিন আছিল —"

"তেওঁৰ পিছে কি হ'ল?"

"আজি মোক চিঠি দি মাতি পঠাইছে। সি এতিয়া ঘৰতে আছে।"

"তেওঁৰ ঘৰ আছে জানো?"

"থাকিবতো! তাৰ ঘই নাই বুলিনো কোনে ক'লে?"

"পিছে তই হ'বলা যাবি?"

"এৰা, যাওঁ বুলি ভাবিছোঁ। ঘৰতেনো কিমান সোমাই থাকিম।"

"তেওঁক এবাৰ মাতি নপঠাব কিয়? মাতিলেই আৰু তই যাব লাগেনে?" আইজনীয়ে ক'লে।

মন্দিৰাই ক'লে, "যাব খুজিছা যদি যোৱা ককাইদেউ। বেয়া পালে গুচি আহিবা। তেওঁ কিবা আৰু ধৰি-বান্ধি ৰাখি থ'বনে?"

চাহ খাই হ'ল। কিন্তু বৰষুণ এৰা নাই। ইপিনে, গধূলি হৈ আহিছে।

বাহিৰৰ ফালে চাই মন্দিৰাই ক'লে, "বৰষুণ দেখোন এৰাই নাই, মইনো কেনেকৈ যাওঁ ককাইদেউ?"

"বহচোন, কলৈনো যাব?"

"বৌতিৰ গা ভাল নাই নহয়। বেছি পলম কৰিলে যোৱাই অসুবিধা হ'ব।"

"বাৰু, অলপ ৰ। বৰষুণ কিজানি এৰেই।" কমলে বাহিৰলৈ চালে। গহীন বৰষুণজাক, শান্তভাৱে আহিছে— ঝৰ্-ঝৰ্-ঝৰ্।

"এনেকৈ বৰষুণ দিলে বাৰু তোৰ ভাল নেলাগেনে মন্দিৰা?" কমলে এনেয়ে সুধিলে।

"ওঁ, ভাল লাগে। পিছে আমাৰ আকৌ ভঁৰাল ঘৰটোত পানী পৰে নহয়। আজি তিনি-চাৰি বছৰে ঘৰটো চোৱাবকে পৰা নাই।"

বৰষুণ সহজে এৰাৰ সম্ভাৱনা নাই। ইপিনে আন্ধাৰো হৈ আহিছে। মন্দিৰা বহাৰ পৰা উঠিল।

"ছাতি আছে নে অ' আইজনী?"

"আছে, পিছে —"

"এৰা, তইঁতকো লাগিব। আমাৰ আকৌ দি থৈ যাওতা কোনো নাই। নেলাগে দে, এনেয়ে যাওঁ। কিমাননো তিতিম।"

"থ' থ' মন্দিৰা, পাগলামী নকৰিবি। চাওঁ, আইজনী আনচোন ছাতিটো। ময়ে থৈ আহোঁ, নহ'লে জানিবা এই যাব পাৰিবহে!" কমলে ক'লে।

"এৰা, ককাইদেৱেই থৈ আহক গৈ, বা। ছাতিও আকৌ এটাহে আছে। নহ'লে আমাৰ অসুবিধা হ'ব।" আইজনীয়ে ক'লে।

তেতিয়া বাহিৰত আন্ধাৰ হৈ আহিছে। বৰষুণজাক অলপো কমা নাই। আইজনীয়ে ছাতিটো আনি দিলে। হাতত ছাতিটো লৈ মন্দিৰাই মাতিলে, "আহা আকৌ ককাইদেউ —"

"ওঁ, অকণমান ৰ, মই গৈছোঁ।"

অলপ পৰৰ পিছত কামিজটো পিন্ধি কমল ওলাই আহিল।

"শুদা ভৰিৰেহে যাব লাগিব পিছে, বাটত বৰ বোকা হ'ব পায়।" কমলৰ ভৰিত চেণ্ডেলযোৰ দেখি মন্দিৰাই ক'লে।

"তই ভয় নকৰ নহয় আইজনী। মই মন্দিৰাক থৈ আহোঁ", কমলে ক'লে।

"ভয় নকৰো বাক, তই পিছে সোনকালে আহিবি।"

ছাতিটো হাতত লৈ কমল বাৰাণ্ডাৰ পৰা চোতাললৈ নামিল, তাৰ কাষতে মন্দিৰা।

বৰষুণজাক অবিৰল ধাৰে আহিছে। ছাতিয়ে একপ্ৰকাৰ ৰথা টান হৈ পৰিছে। ইপিনে তলত পিছল বোকা। সন্ধিয়াৰ আন্ধাৰো ঘন হৈ আহিল। খুপি খুপি লাহে লাহে দুয়ো আগবাঢ়িল।

আলিবাটত উঠি দুয়ো সন্মুখলৈ চালে— একো নেদেখি। আন্ধাৰ আৰু বৰষুণৰ মাজত সকলো অদৃশ্য হৈ গৈছে। মন্দিৰা কমলৰ গাৰ একেবাৰে কাষ চাপি আহিল।

"তই তিতিছ নেকি মন্দিৰা?"

"অলপ অলপ, তুমি তিতিছা নেকি?"

"ময়ো অলপ অলপ তিতিছো। বৰ ডাঙৰ বৰষুণ আহিছে, দেখিছনে?"

"এৰা, বৌতিয়ে আজি মোক ডাবিহে দিব কিজানি —" আকৌ দুয়ো নীৰব। বোকাত ভৰিৰ খোপনি ৰাখি ৰাখি দুয়ো আগবাঢ়ে। ছিটিকনি মৰা বৰষুণজাকৰ পৰা ৰক্ষা পৰিবৰ কাৰণে দুয়ো যিমান পাৰে ওচৰ চাপি যায়। মন্দিৰাজনী কমলৰ বুকুৰ মাজত সোমাই পৰে।

"মন্দিৰা!"

"হোঁ —"

নীৰৱ—

বৰষুণ আৰু আন্ধাৰ।

"ককাইদেউ —!"

"কি মন্দিৰা?"

"তুমি কেলেই তেনেকুৱা কৰিছা?"

"কি মন্দিৰা?" নীৰব—

"তই তিতিছ নেকি মন্দিৰা?"

"ৰ'ব নেলাগে, ব'লা, এতিয়াও ভালেমানডোখৰ আছে।"

"ওঁ, ব'ল বাৰু —"

দুয়ো আৰু অলপ আগবাঢ়িল।

মাজে মাজে কমলে মন্দিৰাৰ মুখখনলৈ চায়। মন্দিৰৰ বগা মুখখন তাৰ বুকুৰ কাষতে, এবাৰ সি অলপ ৰ'ল, আৰু মন্দিৰাক কাষ চপাই আনি দুটি চুমা খালে। মন্দিৰাই বিশেষ প্ৰতিবাদ নকৰিলে, মাথোন ক'লে —

"চুমা নেখাবা পায়, কোনোবাই দেখিব!"

কমলে একো মাতিব নোৱাৰিলে।

দুয়ো আকৌ লাহে লাহে আন্ধাৰৰ মাজে মাজে খোজ দিলে। বাটৰ কাষৰ ঘৰবোৰৰ দুৱাৰবোৰ বন্ধ। আছাৰেকণিৰ পৰা ৰক্ষা পাবৰ কাৰণে সকলোৱে দুৱাৰ বন্ধ কৰিছে। ভিতৰত টিপ চাকিৰ টিমিক-ঢামাক পোহৰ।

দুয়ো আহি মিঠা-বিল পালেহি।

"ককাইদেউ?"

"কি?"

"তোমাৰ মোলৈ মৰম লাগে নহয়।"

"ওঁ লাগেতো।"

"পিছে তুমি মোক মৰম নকৰিবা দেই।"

"কিয়?"

"মানুহে বেয়া বুলিব —"

"ধেৎ। মৰম কৰিলে আকৌ মানুহে কি বেয়া বুলিব?"

"তোমাক নুবুলিলেও মোক বুলিব। আমি হীনকুলীয়া মানুহ —"

কথাষাৰত কমলে আঘাত পালে।

"তই তেনেকৈ নকবি মন্দিৰা। আজিকালি আৰু সেইবোৰ কুল-চুল উঠি গৈছে।"

"তোমাৰহে উঠি গৈছে, সমাজৰ জানো গৈছে? আমি যিমানেই যি নহওঁ, আমি যি কৈৱৰ্ত্ত, কৈৱৰ্ত্তই —"

কমলে একো উত্তৰ নিদিলে।

অলপ দূৰত দেখা গ'ল— মন্দিৰাহঁতৰ ঘৰৰ চাকিৰ এটা ক্ষীণ পোহৰ।

"আমি পাইছোঁহি আৰু —" মন্দিৰাই ক'লে।

"তই তিতিলি— নহয় মন্দিৰা?"

"অলপ তিতিছোঁ আৰু দিয়া। তুমিহে মিছাতে মোৰ লগত আহি তিতিলা —"

"বাৰু মোৰ কথা ভাবিব নেলাগে। ব'ল।"

দুয়ো আহি ৰজনী পেহীৰ পদুলিমুৰ পালেহি। কমল আগবাঢ়িব খুজিছিল, হঠাৎ মন্দিৰা তাৰ কাষৰ পৰা ওলাই আহিল, আৰু তাৰ সন্মুখত থিয় হৈ যেন তাক বাট ভেটিয়ে ধৰিলে। একো নকৈ কমলে তাইক সাবটি ধৰিলে। তায়ো যেন বৰ তৃপ্তিৰে ক্ষন্তেক তাৰ বাহুৰ মাজত নিশ্চেষ্ট হৈ পৰি থাকি সুখ পালে। লাহে লাহে সি মন্দিৰাক এৰি দিলে। মন্দিৰাই সেই আন্ধাৰতে চকু দুটা তুলি তাৰ চকুলৈ অলপ পৰ চাই ৰ'ল। কমলে তাইক আকৌ চুমা খালে, তাৰ পিছত দুয়ো লাহে লাহে চোতালখন পাৰ হৈ মন্দিৰাহঁতৰ ঘৰৰ ভিতৰ সোমাই গ'ল। ৰজনী পেহীৰ জ্বৰ তেতিয়া অলপ শাঁত পৰিছে।

ঘৰটো বহুতদিনীয়া পুৰণি। বেৰৰ মাটিবোৰ এৰাই গৈছে। ঘৰটোৰ সন্মুখতে এডৰা ঘাঁহনি। তাক পৰিষ্কাৰ ৰাখিবৰ কাৰণে যত্ন-চেষ্টা কৰাৰ কোনো পৰিচয় নাই। বাৰাণ্ডাৰ পকাবোৰো এৰাই মজিয়াখন ওখৰা-মুখৰি হৈ পৰিছে। ওপৰৰ টিংপাতবোৰ কলাই উঠি গৈ ৰঙা হৈ পৰিছে। অযত্নত ঘৰটো এৰাবাৰী এখন যেন হৈ গৈছে।

কমল আহি ঘৰটোৰ দুৱাৰমুখত ৰ'লহি। তাৰ লগত বস্তু-বাহানি বৰ বেছি নহয়, বিছনাৰ হ'ল্ডঅলটো আৰু চুটকে'চ এটা। মুটিয়াটোৱে মালখিনি ঘাঁহৰ ওপৰতে নমাই থ'লে।

"মাধৱ— অ' মাধৱ —" কমলে মাতিলে।

কাৰো মাত-বোল নাই।

সি আকৌ মাতিলে। তেতিয়া সন্ধিয়া লাগি ভাগিছে। কমলে এবাৰ ঘৰটো ভালকৈ চালে। এইটো ঘৰ নহয় নেকি? হয়। সি আগেও ইয়ালৈ আহিছে। এইটোৱেই ঘৰ।

অলপ পৰৰ পিছত হাতত চাকি এটা লৈ এগৰাকী তিৰোতাই দুৱাৰমুখত দেখা দিলে।

"মাধৱ— এইটো মাধৱৰ ঘৰ নহয় জানো?" কমলে সুধিলে।

"হয়, আপুনি ভিতৰলৈ আহক —"

মানুহগৰাকীৰ মাতটো গভীৰ আৰু মিঠা।

এখন ভৰি বাৰাণ্ডাত তুলি কমলে সুধিলে, "মাধৱ ঘৰত নাই নেকি?"

"আপুনি ভিতৰলৈ আহকচোন বাৰু —" কথাষাৰ কৈ মানুহগৰাকীয়ে হাতৰ লেমটো কাষৰে মেজখনত থৈ কমলৰ মালকেইটা নিবৰ কাৰণে চোতাললৈ নামি আহিল। কমলে ক'লে— "নেলাগে ময়ে নিম, আপুনি কষ্ট কৰিব নেলাগে —

দুয়ো ধৰাধৰি কৰি মালখিনি ভিতৰলৈ নিলে।

কমলক বহিবৰ কাৰণে চকী এখন আগবঢ়াই দি মানুহগৰাকীয়ে ক'লে, "আপুনি এখন্তেক বহক। মই হাত-ভৰি ধুবলৈ পানী আনিছো" কৈয়ে মানুহগৰাকী ভিতৰ সোমাই গ'ল।

মানুহগৰাকীক কমলে আগে দেখা নাই। তেওঁৰ মূৰত ওৰণি দেখি সি একো সিদ্ধান্ত কৰিব নোৱাৰিলে। তেওঁনো কোন। তেওঁৰ বয়স বেছি নহয়, গঢ়িত লাহী মুখখনেৰে ধুনীয়াকৈ মানুহগৰাকী। মিঠা বৰণীয়া মুখখন শান্ত আৰু নিৰুদ্বেগ। মাধৱৰে কোনোবা সম্পৰ্কীয়া বুলি সি মনে মনে ঠিক কৰিলে।

এনেতে এলোটা পানী আৰু গামোচা লৈ মানুহগৰাকী আহি আকৌ কমলৰ আগত ৰ'লহি।

"মাধৱনো ক'লৈ গৈছে?" কমলে সুধিলে।

"কালিয়ে ওলাই গ'ল। আজি আহি পোৱাৰ কথা।"

"আপুন মোক চিনি পাইছে জানো?" অলপ হঁহাৰ নিচিনা কৰি কমলে সুধিলে।

"গধূলি মানুহৰ ঘৰলৈ মানুহ আহিলে চিনাকি বিচাৰিব নেপায় নহয় —" অলপ শান্তভাৱে হঁহাৰ নিচিনা কৰি তেওঁ ক'লে।

"মই আগৰবাৰ ইয়ালৈ আহোঁতে আপোনাক ইয়াত দেখা নাছিলো।"

"তেতিয়া মই ইয়াত নাছিলো।"

"মাধৱনো আপোনাৰ কি হয়" কথাষাৰ সি হঠাৎ সুধি পেলালে।

"আপুনি মুখ-হাত ধোৱকচোন বাৰু। আমি বহুত কথা পাতিম —"

"ঘৰত আৰু কোনো নাই নেকি?" ঘৰটোৰ সান্ধ্য নিস্তব্ধতাৰ বিষয়ে সচেতন হৈয়ে কমলে সুধিলে। কথাষাৰৰ উত্তৰ নিদি মানুহগৰাকীয়ে ক'লে— "আপোনাৰ নাম কমল নহয় জানো, আপুনি আহিব বুলি মোক কৈছিল। বাৰু আপুনি কাপোৰ-কানি সলাওক দেই —"

তাৰ কোনো প্ৰশ্ন বা উত্তৰলৈ অপেক্ষা নকৰি তেওঁ আকৌ ভিতৰ সোমাই গ'ল। মানুহগৰাকীৰ পৰিচয়টো ঠিক কৰিব নোৱাৰি কমল অলপ আচৰিত হ'ল। তেওঁনো মাধৱৰ কি হয়, কি হোৱা সম্ভৱ? মুখ-হাত ধোওতেও সি এই কথাষাৰকে ভাবিব ধৰিলে।

ভিতৰ সোমাই আহি দেখে মেজখনৰ ওপৰত চাহ-জলপান। ইমান অলপ সময়ৰ ভিতৰতে চাহ দেখি সি ভাবিলে ভিতৰত আৰু কোনোবা আছে। যা হওক, বেছি কথা নেভাবি সি চাহ খাবৰ কাৰণে মেজখনৰ কাষত বহিলগৈ। মানুহগৰাকী ওচৰতে থিয় দি আছে।

"আপুনিও বহক —" সি ক'লে।

"ৰহিম বাৰু, আপুনি আৰম্ভ কৰকচোন —" সহজভাৱে, বহু দিনৰ পৰিচিতৰ দৰে মানুহগৰাকীয়ে ক'লে।

কমলৰ মনত দুটা প্ৰশ্ন উঠিছিল— "আপুনি মাধৱৰ কোন?" আৰু "মাধৱ কেতিয়া আহিব?" কিন্তু প্ৰশ্ন দুটা সি উত্থাপন কৰিলে।

"আপোনাৰ পৰীক্ষাৰ খবৰ ওলোৱা নাই নহয়?" এই প্ৰশ্নটো যে সুধিব সি ভবাই নাছিল। সি ক'লে, "নাই ওলোৱা।"

"অলপ জলপান আৰু আনিমনে?"

"নাই, বহুত খোৱা হ'ল— আৰু একো নেলাগে।"

কৃষ্ণপক্ষৰ মাজভাগ। কিছুপৰৰ পিছত হয়তো জোন ওলাব। এতিয়া বাহিৰত যোপমৰা আন্ধাৰ। নগৰৰ এমূৰৰ এই ঠাই ডোখৰ নিজঞ্জাল। আলিবাটেদি যোৱা মানুহৰ সংখ্যাও কমি আহিছে। যিবা দুই-চাৰিটা যায়, সিহঁতো মনে মনে যায়, যেন কাৰো মুখত কথা নাই।

নীৰৱে কমলে চাহখিনি শেষ কৰিলে। মানুহগৰাকী তাৰ ওচৰতে থিয় দি তাৰ চাহখোৱা চাই ৰ'ল। চাহ খাই উঠি তাৰ অলপ ভাগৰ লগা যেন পালে সি।

"মাধৱ আজি আহিব নহয়?" নিস্তব্ধতা ভঙ্গ কৰিবৰ কাৰণেই সি সুধিলে।

"আহিবতো লাগে। যদি কিবা কাৰত নোলায়হি সেইটো মই নেজানো।"

"ক'লৈ গৈছেনো?"

"সেইটো মই নেজানো। আপুনি বাৰু চিন্তা কৰিব নেলাগে। মই আছো নহয় —" বেছ সহজভাৱে তেওঁ ক'লে।

"আৰু কোন আছে?"

"আৰুনো কেলেই? ময়ে যথেষ্ট নহওঁ জানো" তেওঁৰ কথাবাৰত কোনো ব্যঙ্গ অভিব্যক্তি নাছিল। স্থিৰভাৱেই তেওঁ কথাষাৰ ক'লে।

কমলে লাজ পালে। ক্ষমা খোজাৰ সুৰত সি ক'লে— "নহয়, নহয় আৰু কোনোবা ইয়াত থাকে বুলিহে সুধিলো।"

"আৰু কোনো নেথাকে। তেখেতে ময়েহে থাকো —" তেওঁ বাচন-বাটিকেটা চপাই ল'লে আৰু ক'লে— "আপুনি বাৰাণ্ডতে অলপ বহিবনে, ভিতৰতে মোৰ লগত বহিব? মই আকৌ ভাতৰ দিহা কৰিব লাগিল নহয়। আহক, আমি ভিতৰতে বহি বহি কথা পাতিম —"

আগফালৰ দুৱাৰখন বল্টু দি বন্ধ কৰি মানুহগৰাকীয়ে কমলক ভিতৰলৈকে মাতি লৈ গ'ল। বাধ্য শিশুৰ দৰে কমলো তেওঁৰ পিছে পিছে গৈ ৰান্ধনিশাল পালেগৈ। নিজৰ পৰা অলপ দূৰতে বেটৰ সৰু মূঢ়া এটাতে কমলক বহিবলৈ দি তেওঁ বাকলি গুচাবৰ কাৰণে আলুগুটিৰ খৰাহি এটা ওচৰ চপাই লৈ কমলৰ মুখামুখিকৈ বহিল।

জুইকুৰাৰ মিট-মিট শব্দটোৰ বাহিৰে পৃথিৱীখনত আৰু অন্য শব্দ নাই। শান্ত-নীৰৱ-নিস্পন্দ।

মানুহগৰাকীৰ মূৰৰ ওৰণিখন পৰি গ'ল। তেওঁ তুলি ল'বৰ বিশেষ চেষ্টা নকৰিলে। জুইৰ ৰঙা পোহৰত কমলে দেখিলে তেওঁ এগৰাকী ২৩/২৪ বছৰীয়া জীয়াৰী ছোৱালী। ৰঙা মুখখন বেছ ধুনীয়া। চুলিবোৰো কিচ্ কিচ্ কৰে ক'লা আৰু মিহি।

এওঁৰ লগত মাধৱৰ কি সম্পৰ্ক হ'ব পাৰে কমলে ভাবি একো স্থিৰ কৰিব নোৱাৰিলে। মাধৱে জানো বিয়া কৰালে? হয়তো কৰাবও পাৰে।

"আপুনি ইয়াত কিমান দিনৰ পৰা আছে?"

"অ' আপুনি মোক চিনি পোৱা নাই নহয়? মোৰ নাম উপমা —। আৰু একো নুসুধিব দেই —" কথাষাৰ কৈ উপমাই হাঁহিলে আৰু কমলৰ মুখলৈ চালে। কমলে কথাষাৰ শুনি অলপ আচৰিত হ'ল। সি তেওঁৰ মুখলৈ চালে। আৰু একো নকৈ তেওঁ আলুৰ বাকলি চিকুণুৱাত লাগিল।

মাধৱৰ বেমেজলীয়া জীৱনটোৰ মাজত উপমাও এটি সাঁথৰ — কমলে ভাবিলে।

ভাত-পানী খাই হলত কমল বাৰাণ্ডালৈ ওলাই আহিল। তেতিয়া ৰাতি ভালেখিনি হৈছে। নগৰৰ ইলেকট্ৰিক লাইটবোৰৰ পোহৰত আকাশখন মুকলি যেন হৈছে। ইপিনে, আকাষতো কৃষ্ণাৰ সৰু জোনটোৱে লাহে লাহে দেখা দিছেহি।

সিপাৰে জীৱন আৰু কোলাহল, পোহৰ আৰু ব্যস্ততা, আৰু ইয়াত— ওচৰৰে এই সৰু ঘৰটোত আন্ধাৰ আৰু গাঢ় শান্তি— মৰণশীতল নীৰৱতা, আৰু অনিশ্চিত সময়ৰ গোপন যাত্ৰা। হেলনীয়া চকীখনতে বহি কমলে দূৰৰ আকাশখনৰ ফালে চালে। আজি অতদিনে সি শতিকা-শতিকাৰ বুকেদি বাগৰি অহা মাধৱৰ জীৱনৰ ইতিহাসকে পঢ়িলে, ধূলি হৈ যোৱা কোনোবা শতাব্দীৰ পৰিচয়হীন মানুহৰ লাওখোলাত সি তাৰ পৰিচয় বিচাৰিলে, কিন্তু এই তাক চাৰিওফালে আগুৰি থকা পৃথিৱীখন চাবৰ অৱসৰেই যেন তাৰ হোৱা নাছিল।

সি আকাশখনৰ ফালে চালে। মৃত্যুনীল দূৰত্বৰ বুকুত পাণ্ডুৰ জোনটো— মানুহৰ ইতিহাসতকৈ বহুত পুৰণি সি। সেইফালে চাই থাকি তাৰ ভাল লাগিল। চোতালৰ ঘাঁহখিনিৰ পৰা এটা সজীৱ কেঁচা গোন্ধ বতাহত উৰি আহিছিল, তাৰ ভাল লাগিল। সকলোতকৈ ভাল লাগিল নীৰৱতাখিনি, পৃথিৱীখনত যেন অকল সিহে চেতনা লৈ জীয়াই আছে। বাকী সকলো যেন ক'ৰবাৰ বানপানীত উটি গ'ল— দূৰলৈ— বহুত দূৰলৈ—

কাৰোবাৰ ক্ষীণ নিশ্বাস এটা তাৰ মূৰত লাগিল। সি ঘূৰি চালে। কোনোবা সময়ত আহি উপমা তাৰ পিছতে থিয় দিছেহি। উপমাক দেখি সি বহাৰ পৰা উঠিল আৰু ক'লে— "বহক, আপুনি —"

"আপুনিয়ে বহকচোন, এইটো মোৰ ঘৰ —"

নিৰুপায় হৈ কমল বহি পৰিল। চকীখনত ধৰি তাৰ পিঠিৰ পিছতে উপমা থিয় দি থাকিল।

"আপুনি ভাত খালে —?"

"খালো —। আপুনি ৰন্ধাবোৰ অলপ ভাল নেপালে নেকি"

"নাই, কিয় ভাল নেপাম? এই মাত্ৰ চাহ খাই উঠাৰ কাৰণে ভাত বেছি খাব নোৱাৰিলো। আপুনি আকৌ বেয়া পাইছে নেকি?"

"বেয়া পোৱা নাই, আপুনি বেয়া নেপালেই হয় —" কিছু সময় দুয়ো মনে মনে থাকিল।

"মাধৱ ঘৰত নেথাকিলে কেতিয়াবা আপুনি অকলেই থাকে, নহয়?"

"কেতিয়াবা নহয় প্ৰায়েই, এই ঘৰটোৰ ৰখীয়া নাই কাৰণেই মই ইয়াত আছো —"

"মাধৱৰনো আপুনি? —" সি ৰৈ গ'ল। প্ৰশ্নটো উপমাই বুজিলে— উপমাই ক'লে— "মই তেওঁৰ একো নহওঁ।"

"একো নহয়? কিন্তু ইয়াত যে আছে?"

"থাকিবলৈ আৰু অন্য ঠাই নাই কাৰণে —"

কমলে আৰু বেছি ভাবিবও নোৱাৰিলে, আৰু সুধিবও নোৱাৰিলে। দুয়ো আকৌ মনে মনে থাকিল। এই বেলি বহুত সময়।

জোনটো আৰু ওপৰলৈ উঠি আহিছে। তৰাবোৰো ওলাইছে। কোলাহলভৰা নগৰৰ বুকুখন ক্ৰমে শান্ত হৈ আহিছে। আলিবাটৰ মানুহ প্ৰায় নোহোৱা হৈছে।

"আপুনি নোশোৱে জানো?" উপমাই সুধিলে।

"শুম। অলপ বহি থাকি দেখোন ভাল লাগিছে। আপোনাৰ টোপনি আহিছে নহয়?"

"মই সদায় দেৰিকৈ শোওঁ।"

"কিয়?"

"সোনকালে দেখোন টোপনিয়েই নাহে।"

কমলে একো উত্তৰ নিদিলে।

"মই আপোনাৰ বিছনা পাৰি থৈ আহিছো। মোৰ কাষৰ কোঠাটোতে।"

"ভাল বাৰু —" কমলে ক'লে।

অপৰিচিতা এই মানুহগৰাকীৰ আতিথ্যত কমল বৰ আপ্যায়িত হ'ল। উপমাৰ পৰিচৰ্যাত মাধৱ হয়তো সুখতে আছে, — কমলে ভাবিলে।

উপমাই কোনো কথা নকৈ দূৰৰ আকাশখনৰ ফালে চাই থাকিল।

ঘাঁহৰ সজীৱ গোন্ধ, ৰাতিৰ শান্ত নীৰৱতা, বতাহত ওপঙি ফুৰা এটা বেদনা-কোমল নিশ্বাস, উপমা আৰু কমল। সিহঁতে দুয়োৰো মাজত অপৰিচয়ৰ শিথিলতা।

দুয়ো একেখন আকাশৰ বুকুলৈকে চাই আছে। কিন্তু এজনেও যেন নেজানে কি চাইছে।

ভালেমান পৰৰ মূৰত সৰু মাতেৰে উপমাই ক'লে, "আজি আৰু তেখেত আহি পোৱাৰ আশা নাই। আপুনি শোৱকগৈ ব'লক —"

কমল বহাৰ পৰা উঠি আহিল। উপমাই কমলৰ বিছনা কৰি থোৱা কোঠাটোলৈ কমলক লৈ গ'ল।

"এইয়া আপোনাৰ বিছনা, আপুনি ইয়াতে শুব। কিবা লাগিব নেকি?"

"এগিলাচ পানী দিব —" কমলে ক'লে, আৰু বিছনাখনতে বহিল।

উপমাই এগিলাচ পানী আনি সৰু মেজখনতে ৰাখিলেহি।

"আপুনি ক'ত শুব?" কথাষাৰ সুধিব লগা নহয় যদিও কমলে সুধিলে।

"এইয়া, সিটো কোঠাতে মই শোওঁ। আপুনি ভয় কৰিব নেকি"

"ভয়নো কিয় কৰিম?"

"মই কাষতে শোৱাৰ কাৰণে?" কৈ উপমাই হাঁহিলে।

"নাই সেই বাবেনো কিয় ভয় কৰিম" হাঁহিয়ে কমলেও ক'লে।

"মই দুৱাৰ বন্ধ নকৰো। আপুনি ভয় নকৰিব। ৰাতি কিবা দৰকাৰ হ'লে মোক মাতিব।"

"ভাল বাৰু। আপুনি মোৰ কাৰণে অকণো ভাবিব নেলাগে। মোৰ ভয় নেলাগে —"

"আপোনাৰ পৰা আঁতৰত শুম নহয়, সেই কাৰণে কিজানিবা ভয় কৰে বুলিহে কৈছো —"

"আপুনি ইয়াত অকলেই থাকিও ভয় নকৰে, আৰু মইনো কিয় ভয় কৰিম?"

"বাৰু, আপুনি শোৱক তেনে দেই। ময়ো শোওঁগৈ। লেমটো মই নিওঁনে?"

আঁঠুৰাখন ভালকৈ খুচি লৈ কমলে ক'লে, "নিয়ক বাৰু —"

হাতত লেমটো লৈ, তাৰ আঁঠুৰাখন কেনিবাদি ওলমি আছে নেকি চাই উপমা কোঠাটোৰ পৰা ওলাই গ'ল। বেৰখনৰ সিপাৰেই উপমাৰ বিছনা।

অলপ পৰৰ পিছতে চাকিটো নুমাই গ'ল। পৃথিৱীখনত সেই প্ৰাচীন নীৰৱতা। সৌৰজগত ঘেৰি একেটা আবহমান শ্ৰান্তিৰ উদাস নিস্তব্ধতা। টোপনি-নহা

কমলৰ কাণত আজি বাজিব ধৰিলে এটা অৱশ জীৱনৰ ক্লান্ত হৃৎস্পন্দন। বেৰৰ সিপাৰৰ উপমাৰ দীঘল নিঃশ্বাসবোৰ যেন সি তাৰ মুখতে লগা যেন পালে।

আন্ধাৰৰ বাহিৰে পৃথিৱীত আৰু একো নাই। ...

কমলৰ যেতিয়া টোপনি ভাগে, তেতিয়া ৰ'দৰ পোহৰত কালি ৰাতিৰ আন্ধাৰ পৃথিৱীখন পোহৰ হৈ পৰিছে। কোঠাটোৰ ভিতৰলৈ খিৰিকীখনেদি প্ৰচুৰ বগা ৰ'দ সোমাই আহিছে। সি আঁঠুৱাখন তুলি অলসভাৱে বিছনাত দীঘল দি পৰি থাকিল। পুৱাৰ এজাক পাতলীয়া বতাহো আহি কোঠাটোত সোমাইছিলহি। তাৰ বেছ ভাল লাগিল।

এনেতে উপমা কোঠালৈ সোমাই আহিল। উপমাৰ গাত এটা নতুন সাজ— বগা মেখেলা-চাদৰ, একেবাৰে বগা। হয়তো ইতিমধ্যেই তেওঁ গা ধুলে— তেওঁৰ চুলিবোৰ মেলা।

"অ' আপুনি সাৰ পালে?" উপমাই সুধিলে।

"আপুনি কেতিয়াবাই উঠিল নেকি"

"এই অলপ আগতেহে উঠিছো। উঠক, চাহ হৈ আছে —"

উপমাৰ কথাত যেন এগৰাকী বয়সীয়া তিৰোতাৰ আদেশৰ সুৰ আছিল। কমল শোৱাৰ পৰা উঠিল।

চাহ খাই হোৱাৰ পিছত, উপমা আহি কমলৰ ওচৰত বহিলহি।

"মাধৱ দেখোন নোলালহি?" কমলে ক'লে।

"আজি ওলাবহি। আপুনি কিবা অসুবিধা পাইছে নেকি?"

"অসুবিধা একো পোৱা নাই, কিন্তু —"

"মই অচিনাকি কাৰণে অলপ আচহুৱা আচহুৱা লাগিছে নহয়?"

"একো আচহুৱা লগা নাই —"

"মোৰ লগত অকলশৰে থাকি বেয়া পাইছে নহয়?"

"বেয়া নাই পোৱা, কিন্তু —"

"তেখেতে কিন্তু অকণো অসুবিধা নেপায়।"

"অসুবিধাৰ কথা নহয়। মাধৱক লগ পোৱা হ'লে মোৰ ভাল আছিল। মই সোনকালে ঘূৰি যাব লাগে।"

"সোনকালে? অন্ততঃ এমাহতো থাকিব?"

"এমাহ? এমাহ কেনেকৈ থাকিম।" কমলে হাঁহিলে।

"তেখেতে দেখোন ক'লে বোলে আপুনি এমাহমান থাকিব।"

"কোনে? মাধৱে? তেওঁৰ কাৰণে এদিন আৰু এবছৰ একে কথা —"

"অ' তেনেহ'লে আপুনি বেছি দিন নেথাকে! ইপিনে আকৌ আপুনি থাকিব বুলি তেখেতে কত কি আয়োজন কৰিছে —"

কমল যেন বিমোৰত পৰিল। হাঁহি সি ক'লে, "আয়োজনতো কৰিছে বুজিলো, কিন্তু সি দেখোন মানুহটোৰেই নাই —"

"আপোনাৰ ওচৰত মোৰ কোনো মূল্য নাই নহয়? তেখেত নাই যদিও মইতো আছো!"

উপমাৰ এই কথাষাৰত কমলে নিজকে অপৰাধী অনুভৱ কৰিলে। অলপ থত্‌মত্‌ খাই বৈ কমলে ক'লে, "আপুনি মোক অকাৰণতে ভুল বুজিছে। আপুনি থকাত অৱশ্যে মই মাধৱৰ অভাৱ অনুভৱ কৰা নাই। তথাপি, তেওঁ মোক মাতি পঠাইছিল বিশেষ কাৰণত —"

"ময়ো জানো সেই কথা। কিন্তু চাওক, তেখেত নেথাকোতে আপুনি যদি মোৰ ওপৰত কিবা অসন্তোষ কৰি গুচি যায়, তেন্তে মোক তেখেতে খুব বেয়া পাব।"

"আপোনাৰ ওপৰতনো কিয় অসন্তোষ কৰিম বাৰু? আপুনি মিছাতে মোক লাজ দিছে।" কমলে ক'লে। ...

দহ বজাত মাধৱ আহি ওলালহি। পেণ্টটো অলপ মলিয়ন, কিন্তু কামিজটো বেছ পৰিষ্কাৰ।

"অ', বৰুৱা, আপুনি আহিল? কেতিয়া আহিল?"

"কালিয়ে আহিলো। আপুনি কোনফালে গৈছিল?"

"অলপ কামত ওলাই গ'লো বুজিছেনে, কালিয়ে ঘূৰি অহাৰ কথা আছিল, কিন্তু নোৱাৰিলো।"

মাধৱৰ মাত-কথা শুনি উপমা ভিতৰৰ পৰা ওলাই আহিল। উপমাৰ চকু-মুখত ব্যক্ত আনন্দ।

"আপুনি এতিয়াহে আহিল!"

কথাষাৰৰ উত্তৰ নিদি মাধৱে ক'লে, "কিবা অসুবিধা হৈছিল নেকি?"

"অসুবিধা একো হোৱা নাই। আপুনি নাই কাৰণে তেখেতেহে যাওঁ যাওঁ কৰি আছিল —"

মাধৱ আৰু কমল দুয়ো হাঁহিলে। উপমা ভিতৰলৈ গ'ল আৰু অলপ সময়ৰ ভিতৰতে দুগিলাচ চৰ্বত আনি দুয়োকো দিলেহি।

"এওঁক চিনি পাইছা নহয় উপমা?"

"আপুনি কৈ গৈছিল নহয় —"

কমলে হাঁহিলে আৰু ক'লে, "তেখেতক কিন্তু মই চিনি পোৱা নাই —"

"তেওঁ উপমা —"

"সেইটো বুজিছো —"

"আৰু একো নাই— মই যেনেকৈ মাধৱ, তেওঁ তেনেকৈ উপমা —"

"সেইটো নামৰহে পৰিচয়?"

মাধৱ বহাৰ পৰা উঠিল আৰু ক'লে, "মই গা ধুম উপমা। বৰুৱাতো কমেও এমাহ ইয়াত থাকিব। আমি বহুত কথা পাতিম। পৰীক্ষাৰ ৰিজাল্ট ওলোৱা নাই নহয়?"

এইবাৰ কমলৰ চকুলৈ চাই উপমাই মুখ টিপি হাঁহিলে।

কমল যেন ফান্দত লগা চৰাই — এতিয়া উপমাহঁতৰ মৰ্জিৰ ওপৰত নিৰ্ভৰ কৰিছে।

"আজিৰ পৰা বাতৰিকাকতখন দিবৰ কাৰণে মই কৈ আহিছো। মোৰ ওচৰত অন্য কিতাপ-পত্ৰ একো নাই। আহিলে আপুনি কাকতখনকে পঢ়িব।"

মাধৱ গা-ধুবলৈ ওলাই গ'ল।

তাৰ স্বভাৱ কমলে জানে। কিন্তু বি. এ. বি. এল. মাধৱ ফুকন যে আগৰ সেই মাধৱেই হৈ আছে সেই ধাৰণা কমলৰ নাছিল। কিবা কিবি ভাবি কমল ৰহি থাকিল।

মাধৱৰ গা-ধোৱা হ'লত কমলেও গা ধুলে। তাৰ পিছত দুয়ো ভাত খাবলৈ বহিল।

"আপুনি এতিয়া কি কৰিছে ফুকন?" সোধাৰ কোনো প্ৰয়োজন নাছিল যদিও কমলে সুধিলে।

"আমাক অলপ বিচি দিয়াচোন উপমা —" মাধৱে ক'লে, "অ' মই— মই এতিয়া একো কৰা নাই। এইবাৰ কিছুদিন ষ্টাডি কৰিম বুলি ভাবিছো।"

"কি ষ্টাডি কৰিবনো?"

"মানুহ —"

কমলে চকু তুলি মাধৱলৈ চালে। পাতলকৈ হাঁহি উপমাই কমলৰ মুখলৈ চালে। উপমাৰ হাতত বিচনীখন।

"বুজিছে বৰুৱা, মানুহবোৰ দিনে দিনে বেয়া হৈ গৈছে। এই ৰকমে হ'লে আৰু কিছুদিনৰ পিছত আমাৰ পৃথিৱীখন ভাগি পৰিব। চাৰিওপিনে কেৱল ঠগ, প্ৰৱঞ্চনা, কটাকটি, মৰামৰি, অন্যায়, অবিচাৰ —"

"সেইবোৰতো আজিৰ নহয়, বহুদিনীয়া কথা।"

"বহুদিনীয়া হয়নে নহয় নেজানো। যদিহে হয়, তেন্তে আমাৰ পূৰ্বপুৰুষসকল তাৰ বাবে দোষী, আপুনি বাৰু ভাবিব পাৰেনে যে মোৰ ককাদেউতা ডকাইত আছিল?"

"মৰা মানুহৰ কথা ক'ব নেপায়।"

"নহয়, অন্যায় যেতিয়া কোনোবাই কৰে, তেতিয়া তাৰ বিৰুদ্ধে ক'বই লাগিব, মৰাই হওক বা জীয়াই হওক।"

"আপোনাৰ ককাদেউতাইনো কত ডকাইতি কৰিবলৈ গৈছিল —? আপোনাক এনেয়ে কোনোবাই ক'লে —"

"কোনোবাই কোৱা নাই। মই নিজে তাৰ প্ৰমাণ পাইছো। ককাদেউতাই বহুত ধন-সম্পত্তি গোটাইছিল— বহুত। কেনেকৈ জানে? আনক ঠগি ঠগি। এই উপমাৰ দেউতাকক তেৱঁই সৰ্বস্বান্ত কৰিলে —"

"ভাত খাওতেনো কি কথাবোৰ উলিয়ালে! আপুনি কাণ নিদিব। এইবোৰ তেখেতৰ মনে-সজা কথা।" উপমাই প্ৰসঙ্গটো ঢাকিবৰ কাৰণেই ক'লে, আৰু ভজা আলু দুডোখৰ কমলৰ কাঁহীত দিলে।

"ককাদেউতা আছিল বৰ ধাৰ্মিক পুৰুষ। মালা জপোতেই দিন যায়। ইপিনে মৌজাদাৰীও কৰে, জাল দলিলো কৰে। উপমাৰ দেউতাকক অজলা পাই তেওঁৰ গোটেই সম্পত্তি হাত কৰি লৈ তেওঁক পথৰ ভিকহু কৰিলে।"

কমলে মাথোন বিস্ময়েৰে তাৰ চকুলৈ চালে। কি ক'ব সি ভাবি নেপালে। মাধৱে কৈ গ'ল— "তেখেতৰ কপাল ভাল আছিল, উপমাৰ মাক সৰুতে মৰিল, থাকিল মাথোন উপমা আৰু তেওঁ। সম্পত্তি হেৰুওৱাৰ অলপ দিনৰ পিছতে দাৰিদ্ৰ্যৰ লগত যুঁজি তিষ্ঠিব নোৱাৰি উপমাৰ দেউতাকো মৰি থাকিল।"

এইবাৰ কমলে উপমাৰ মুখলৈ চালে। উপমা নিশ্চল, মুখত কোনো ৰকমৰ অনুভূতি নাই।

"আপুনিতো Anthropology পঢ়ি আহিল নহয়? মানুহৰ হাড়মূৰ-লাওখোলা লৈ বহুত অধ্যয়ন, গৱেষণা কৰিলে, পৰৰ বস্তুৰ কাৰণে মানুহে যে ইমান বেছি স্বাৰ্থপৰ হৈ পৰিব পাৰে আপুনি কেতিয়াবা ভাবিছেনে?"

কমলে কথাবোৰ শুনি শুনি ভাত খাই যাব ধৰিলে।

"ককাদেউতাই যেতিয়া দেখিলে যে উপমাই হয়তো জনা-বুজা হৈ সম্পত্তিৰ দাবী কৰি বহিব পাৰে, তেতিয়া উপমাক নিজৰ ঘৰলৈকে লৈ আহিল। সকলোৱে ককাদেউতাকৰ উদাৰতাক শতমুখে প্ৰশংসা কৰিলে। তেওঁতকৈ সদলোক আৰু জগতত নাই।"

"ভালেই কৰিলে নহয় জানো?" কমলে ক'লে।

"ওঁ, দেখাত তেনেকুৱাই লাগে। কিন্তু উপমা অলপ ডাঙৰজনী হ'লতে তাইক বিয়া দি দিলে —"

কমলৰ মুখখন এই কথাষাৰ শুনি বগা পৰি গ'ল। সি কি ক'ব ভাবি নেপালে।

মাধৱে কৈ গ'ল, "আৰু বিয়া দিলে কাৰ লগত? ককাদেউতাৰ পুৰণি ভৃত্য ৰবীন টেকেলাৰ পুতেক সোমেশ্বৰৰ লগত।"

কমলৰ যেন উপমালৈ লাজ লাগিছিল। তথাপি ৰহস্য উপজিয়ে সি উপমাৰ মুখলৈ চালে। উপমাৰ করুণ চকু দুটাত এটা বিৰাট ব্যঙ্গ হাঁহিৰ ৰেখা।

"উপমাৰ দেউতাক আছিল এম. ই. স্কুলৰ মাষ্টৰ, মোকো পঢ়াইছিল। সেই মাষ্টৰৰ জীয়েক উপমা হ'লগৈ ৰবীন টেকেলাৰ বোৱাৰীয়েক।"

এই কথাবোৰ অৱশ্যে উপমাই জানে। কিন্তু মাধৱে কি চকুৰে এই কথাবোৰ লয় সেই কথা জানিবৰ সুযোগ উপমাৰ হোৱা নাছিল। কথাবোৰত কমলৰ দৰে উপমায়ো ৰহস্য পালে। তেওঁলোকৰ ভাত খাই হৈ আহিছিল। কিন্তু বহাৰ পৰা উঠিবৰ কোনো উপক্ৰম নকৰি মাধৱে কৈ গ'ল— "সোমেশ্বৰলৈ দিয়াত আপত্তি কৰিবৰ একো নাই। কিন্তু সি আছিল প্ৰচাণ্ড চোৰ আৰু মদাহী। এই অকণমানি ছোৱালীজনীক বাৰু সেই চোৰটোৰ হাতত ককাদেউতাৰ বয়সৰ এজন বুঢ়াই কি সাহসেৰে গতাই দিব পাৰে আপুনি ভাবকচোন।"

"তালৈনো কিয় দিলে" কমলে সুধিলে।

"সেইটো বন্ধুত্বৰ দাম। ৰবীন টেকেলাৰ প্ৰতি ককাদেউতাৰ কৃতজ্ঞতাৰ নিদৰ্শন। লগতে উপমাৰ সম্পত্তিখিনিৰ অধিকাৰী হোৱাৰ উপায় —"

"তাৰ পিছত?"

"অ' তাৰ পিছত ককাদেউতা ঢুকাল, আপুনি জানেই। মই কলিকতাৰ পৰা আহি পাই দেখো— মই ককাদেউতাৰ সকলো সম্পত্তিৰ অধিকাৰী হৈ বহি আছো —"

"কিন্তু উপমা যে ইয়াত?"

"অ' আহি পায়ে শুনিলো উপমাৰ অসুখ।"

হঠাৎ উপমাই পানী আনোগৈ বুলি ভিতৰলৈ গুচি গ'ল । কমলে কথাটো সিমান লক্ষ্য নকৰিলে।

"মই উপমাহঁতৰ ঘৰলৈ গ'লো। উপমাৰ গা-নবীয়া। সোমেশ্বৰৰ লগত চাৰি-পাঁচ মাহ দেখা-সাক্ষাৎ নাই। বাপেকৰ লগত দ্বন্দ্ব কৰি সি ক'ৰবালৈ গুচি গৈছে।"

"অদ্ভুত কথা —" কমলে ক'লে।

"মই দেখিলো এনেকৈ থাকিলে বিনা-চিকিৎসা, বিনা মেহনতত উপমা মৰি থাকিব। শহুৰেকক কৈ তাইক লৈ আহিলো। হাস্পতালত থাকিল ২৭ দিন। এজনী মৰা ছোৱালী হ'ল।"

দুয়ো বহাৰ পৰা উঠিল। পানী গিলাচ খাই খাই মাধৱে ক'লে, "তাৰ পৰা উপমাক মোৰ ইয়ালৈকে লৈ আহিলো। প্ৰায় ৮ মাহ হ'ল।"

তামোলৰ বটাটো থৈ উপমাই কাঁহী-বাটিবোৰ ভিতৰলৈ লৈ গ'ল। তেওঁৰ যেন কমলৰ আগত অলপ সঙ্কোচ লাগিছিল। তামোল একোখন মুখত ভৰাই দুয়োৰাৰাগুলৈ ওলাই গ'ল।

মাধৱৰ বিষয়ে কমলৰ যি এটা অস্পষ্ট ধাৰণা হ'বৰ উপক্রম হৈছিল, তাৰ বাবে সি নিজেই লাজ পালে। অলপ পৰৰ পিছত সি সুধিলে— "সোমেশ্বৰে বিচাৰি অহা নাই"

"নাই অহা। সি আৰু এজনী বিয়া কৰিলে। তাৰ উপৰি মোলৈ ভয়ো কৰে।" চিগাৰেটটো হুপি হুপি মাধৱ আৰামী চকীখনতে বহিল আৰু লাহে লাহে ক'লে — উপমাৰ দুৰ্ভাগ্যৰ বাবে দায়ী মোৰ ককাদেউতা। এই কথা যদি লুকাব খোজো বা ইয়াৰ গুৰুত্ব যদি পাতলাব খোজো, তেন্তে মোৰ নিজকে অপমান কৰা হ'ব।"

ভাত খাই উঠি উপমাও আহি সিহঁতৰ কাষতে বহিলহি। উপমাৰ মুখলৈ চাই কমলে ক'লে, "আপোনাৰ কথা শুনিলো —" উপমাই হাঁহিলে, একো নক'লে।

আবেলি চাহ খাই উঠি তিনিও চিনেমা চাবলৈ গ'ল। চিনেমাঘৰ বৰ বেছি দূৰত নহয়। ঘূৰি আহোতে মাধৱে ক'লে— "মোৰ লগত আহি হয়তো উপমাই ভাল পোৱা নাই, নহয়নে উপমা?"

"যেতিয়া খেদাই দিবৰ মন যায়, তেতিয়াই তেনেকৈ ক'ব —" তাৰ কাষ চাপি আহি উপমাই ক'লে। তাইৰ মাতটো কৃতজ্ঞতাত সেমেকা।

"নহয়, মই প্ৰায়ে ঘৰত নেথাকো নহয়, আগে পেহী আহি কিছুদিন আছিলহি, এতিয়া উপমা অকলেই থাকিব লাগে।"

"আপুনিনো ইমানদৰে ঘূৰে ফুৰে কিয়? কিছুদিনতো ঘৰতে থাকিব পাৰে।" কমলে ক'লে।

"ঘৰত থকাৰ অভ্যাস মোৰ কোনো দিনেই নাছিল, জানেইতো ঘৰৰ পৰা আঁতৰি থাকি থাকিয়েই ইমান দিন কটাইছো। আৰু এনেয়ে ঘৰত সোমাই থকা অন্যায়ো।"

ঘৰ পাই মাধৱে ক'লে, "কালিলৈ মই আকৌ ওলাই যাম, তিনিদিনৰ কাৰণে। আপুনি যদি বেয়া নেপায় মোৰ ইয়াতে থাকক। উপমা আছে, আপোনাৰো ভাল লাগিব, উপমাৰো ভাল লাগিব— কি কোৱা উপমা?"

একো নেমাতি উপমাই কমলৰ মুখলৈ চালে। কমলে ক'লে, "নহয় ফুকন, কালিলৈ ময়ো যাওঁগৈ। ঘৰত অৱশ্যে কাম বৰ বেছি নাই। কিন্তু অহাৰ পৰা মই ঘৰত থকাই নাই বুলিব লাগে।"

"বিশেষ এডোখৰ ঠাইক ঘৰ বুলি ল'লে অৱশ্যে তালৈ মোহ উপজিব পাৰে। মোৰ কিন্তু ঘৰ বোলা বস্তুটো কি তাৰ আইডিয়াই নাই। য'তে থাকো সেয়ে মোৰ ঘৰ —" কথাষাৰ কৈ মাধৱে হাঁহিলে।

সেই দিনা ৰাতি দুয়ো ভালেমান পৰলৈকে কথা-বতৰা পাতিলে। মাধৱে ক'লে যে কমলৰ দৰে এজন কৰ্মক্ষম ডেকাই নৃতত্ত্বৰ নিচিনা এটা Abstract বিষয় ধন খৰচ কৰি পঢ়াটোত কোনো সাৰ্থকতা নাই। বিষয়টো বৰ অভিজাত। তথাপি পঢ়ি যেতিয়া আহিলেই তাৰ সদ্ব্যৱহাৰ কৰা দৰকাৰ। মাধৱে মোকক্‌চাঙত কাঠৰ কাৰবাৰৰ চেষ্টা কৰিছে। যদি সুবিধা হয় কিছুদিনৰ ভিতৰতে সি তালৈ গুচি যাব। কমলে যদি তেতিয়া ইচ্ছা কৰে, তেন্তে তালৈকে গৈ নগাসকলৰ বিষয়ে নৃতত্ত্ব গৱেষণা কৰিব পাৰিব। মোকক্‌চাঙত থকা-মেলাৰ কাৰণেও বৰ ধুনীয়া ঠাই।

কমলে কিন্তু বুজিব নোৱাৰিলে মাধৱৰ কাৰবাৰ কৰাৰ কি প্ৰয়োজন। টকাৰ প্ৰয়োজনত নিশ্চয় নহয়। হয়তো কিবা এটা নতুন মোহ।

দুয়ো দুখন বিছনাত শুলে। উপমাই লেমটো সৰুকৈ জ্বলাই ৰাখি শুবলৈ গ'ল। বিছনাৰ পৰাই মাধৱে মাতিলে, "উপমা —"

"হয়?"

"কালিলৈ মই আকৌ এফালে যাব লাগিব —"

"ভাল বাৰু —"

"কমলক কৈছো কিজানি থাকিব।"

"ভাল বাৰু।"

"নহ'লে বেয়া লাগিব নেকি?"

"অলপ বেয়া লাগিব। পিছে পাৰিম থাকিব।"

"ওঁ থাকিব পাৰিব লাগে নহয় জানো?"

অলপ পৰৰ নিস্তব্ধতা।

"উপমা —"

"হয়?"

"ককাদেউতা বৰ পাপী নহয়নে বাৰু?"

"আজিনো সেইবোৰ কথা কিয় কৈছে। শুই থাকক।"

"অ' বাৰু শুই থাকো। কিন্তু এই অবিচাৰ কৰা, অন্যায় কৰা মানুহবোৰ— সিহঁতক ক্ষমা কৰাও পাপ। মৰিলেই মানুহৰ বেয়া কামবোৰৰ ওৰ নপৰে। বিহগছ কই যায়, তাৰ মৰাৰ পিছতো তাৰ গুটিয়ে বহুতকে মাৰিব পাৰে।"

"ৰাতি বহুত হ'ল আৰু, আপুনি শুই থাকক।" উপমাই ক'লে।

"চোৱা উপমা, এই যে আঘাত পায়ো তোমালোকে ক্ষমা কৰা, তাৰ দ্বাৰা তোমালোকৰ উদাৰতা প্ৰকাশ পাব পাৰে, কিন্তু তাৰ লগে লগে অন্যায়ৰ সহায়কাৰী

হিচাপে তোমালোক দোষৰ ভাগী হোৱা। সেইটো বেয়া কথা। বৰুৱা টোপনি গ'ল?" সি কমলক মাতিলে।

"টোপনি ধৰা নাই —"

'সেয়া, আপুনি কথা কৈ থাকিলে বাৰু তেখেতৰ কেনেকৈ টোপনি আহিব"— অভিযোগৰ সুৰত উপমাই ক'লে।

"বাৰু বাৰু, এইবাৰ মনে মনে থাকিলো, যোৱা উপমা —" উপমা কোঠাটোৰ পৰা ওলাই গ'ল।

কালি ৰাতিৰ সেই একেখন বিছনা। বেৰখনৰ সিপাৰে কমল শুইছে। মেলা খিৰিকীখনেদি শান্ত জোনাকবোৰ ভিতৰলৈ সোমাই আহিছে। বাহিৰৰ পৃথিৱীখন লাহে লাহে অলস, নিবিড় প্ৰশান্তিৰ মাজত হেৰাই গৈছে।

কোলাহলময় জীৱন-প্ৰবাহৰ এটা জান-নেজান গতিধ্বনি আকাশ পৃথিৱীৰ বুকু ভেদি অনন্তৰ আহ্বানত ক'ৰবাত অতললৈ আগবাঢ়িছে।

খিৰিকীখনেদি উপমাই দূৰৰ আকাশখনৰ ফালে চাই ৰ'ল। উপমাই অনুভৱ কৰিলে যেন এটা ধুমুহাৰ অন্তত তেওঁ আহি উপকূলৰ কাষ চাপিছেহি— কিন্তু অপৰিচিত দ্বীপৰ বালি বলুকাৰ উপকূল। তথাপি উপমাৰ ভাল লাগিল— নতুন দ্বীপত সেউজ নেথাকিব পাৰে, কিন্তু খোজ পেলাবৰ কাৰণে ভৰিতলত আছে মুকলি বালিচাপৰি। আৰু তাৰ সিপাৰে— আকাশখনৰ ফালে চাই চাই উপমাই ভাবিলে— আৰু তাৰ সিপাৰে আছে ৰহস্যঘন নীলা— হয়তো, সাগৰৰ নতুবা আকাশৰ— গাঢ় নিবিড় নীলা।

লাহে লাহে উপমাৰ চকু দুটিত সপোন নামি আহিল। অতীত নাই— কেৱল ভৱিষ্যৎ, কেৱল ৰামধেনুবুলীয়া নতুন ভৱিষ্যৎ। সউ পোহৰবোৰ কেৱল অনাগত দিনৰ ৰশ্মিৰেখা। অতীত নাই।

কমলৰ ৰিজাল্ট ওলাল। দ্বিতীয় বিভাগত প্ৰথম হৈ কমলে এম. এ. পাছ কৰিলে। অৰুণ, আইজনী, দেউতাক সকলোৰে মনত আনন্দ। কমলৰো ভাল লাগিল। এটা অনিশ্চিত চিন্তাৰ কৰা ৰক্ষা পৰিল। কিন্তু লগে লগে বেয়াও লাগিল। এতিয়া চিন্তা কৰিবলৈকে একো এটা বিষয় নোহোৱা হ'ল। লগে লগে তাৰ ছাত্ৰ জীৱনৰ যে অৱসান হ'ল, সেই কথাষাৰ উপলব্ধি কৰি সি বেজাৰ পালে। ইয়াৰ পিছত আৰু সি ছাত্ৰ নহয়, সি আগৰ দৰে মুক্ত নহয়, সি হ'ব এটা ঘোৰ সংসাৰী। চাকৰি কৰা, ধন ঘটা, গণ্যমান্য ভদ্ৰলোক হৈ সমাজত স্থান দখল কৰা— সেই প্ৰাচীন, গতানুগতিক জীৱনযাত্ৰাৰ সূচনা। তাৰ অলপ ভয় লগা যেন লাগিল। তথাপি তাৰ শুভাকাঙ্ক্ষীসকলৰ উচ্ছ্বাহ-উদগনিত সি নিজকে অলপ গৌৰৱান্বিত অনুভৱ কৰিলে। তাৰ এম. এ. ডিগ্ৰীটোত যেন মোহনীয় কিবা এটা আছিল।

সেই দিনা আবেলি এখন মটৰ-গাড়ী আহি কমলহঁতৰ ঘৰৰ আগত ৰ'লহি। কমল মটৰখনৰ ওচৰলৈ আগবাঢ়ি গ'ল, মটৰখনৰ পৰা নামি আহিল হৃদয়া বৰুৱা, বীণা আৰু ৰেবা। কমল বিশেষ ব্যস্ত নহ'ল, কিন্তু আইজনী আৰু কমলৰ দেউতাকে এটা উৎসব যেন অনুভৱ কৰিলে। তেওঁলোকে উখল-মাখল লগাই দিলে। ছোৱালী দুজনী অৱশ্যে আগে কোনো দিন অহা নাই। আইজনীয়ে কি দৰে সোধ-পোছ কৰিব লাগে সেই বিষয়েই যেন আঁত হেৰুৱাই পেলালে। কিন্তু বীণা আৰু ৰেবাই ইতিমধ্যেই নিজক ঘৰুৱা কৰি তুলিলে। কমলক অভিনন্দন জনাই দুই-চাৰি আষাৰ কথা পতাৰ পিছত হৃদয়া বৰুৱা কমলৰ দেউতাকৰ লগত কথা পতাত লাগিল। সুবিধা বুজি কমল ভিতৰলৈ উঠি গ'ল। ইতিমধ্যে বীণাহঁত গৈ ভিতৰত বহিছেগৈ।

বীণাহঁতে কমলৰ লগত গল্প জুৰি দিলে। বীণাৰ ব্যৱহাৰত, বিশেষকৈ কমলে হাঁহি-ধেমালি কৰি কথা পতা দেখি আইজনীয়ে বৰ ভাল পালে। এই সুযোগতে যেন তাই সিহঁত দুটাৰ মন বুজিবৰ প্ৰয়াস পালে। ৰেবাৰ লগতে যদিও আইজনীৰ কথা-বতৰা বেছি হ'ল, তথাপি এখন কাণ আইজনীয়ে কমলহঁতৰ কথা-বতৰাত ৰাখিলে।

মেনেজাৰৰ আলোচনাৰ বিষয় কেইবাটাও। কমলে এতিয়া কি কৰিব, বাগিচাৰ বৰ্তমান অৱস্থা, তেওঁৰ নিজৰ স্বাস্থ্য, বীণাৰ ভৱিষ্যৎ পঢ়া-শুনাৰ আঁচনি আৰু কিবা কিবি। বাগিচাৰ গৰাকী এজন ইংৰাজ। তেওঁ তিনি মাহৰ কাৰণে বিলাতলৈ গৈছে। এতিয়া বাগিচাখন চলোৱাৰ গোটেই দায়িত্বটো তেওঁৰে ওপৰত। ইপিনে, তেওঁৰ আজি ডেৰ বছৰৰ পৰা ব্লাড প্ৰেছাৰ। ঔষধৰ ওপৰতে, আৰু বাছি বাছি খাই, কোনোমতে কাম কৰিছে। আনহাতে বাগিচাৰ কুলীবোৰে নিতৌ নতুন দাবী উথাপন কৰি অশান্তিৰ সৃষ্টি কৰিছে। নতুন স্কুল লাগে, হাস্পতাল লাগে, পানীকল লাগে, দৰমহা বেছি লাগে, পেঞ্চন লাগে, বাগিচাৰ লাভৰ অংশ লাগে আৰু কত কি। ইপিনে চাহাবো নাই।

অৱশ্যে কমলৰ দেউতাকেই এই কথাবোৰ নজনা নহয়, কিন্তু পাকে-প্ৰকাৰে বৰুৱাই এই কথাবোৰৰ পুনৰুক্তি কৰি এইটোকে প্ৰতিপন্ন কৰিবৰ চেষ্টা কৰিলে যে বাগিচাখন বৰ্তমান তেওঁৰ হাততেই, আৰু সেই কাৰণে তেওঁৰ দায়িত্ব বহুত বাঢ়ি গৈছে। ব্লাড প্ৰেছাৰ অৱশ্যে তেওঁৰ আছে কিন্তু তাৰ বিষয় উল্লেখ কৰি তেওঁ নিজক ৰোগী বুলি পৰিচয় দিয়াৰ চেষ্টা কৰা নাছিল, তেওঁ বুজাবৰ চেষ্টা কৰিছিল যে অন্যান্য ডাঙৰ মানুহবোৰৰ যি দৰে ব্লাড প্ৰেছাৰ হয়, তেওঁৰো তেনেকৈয়ে হৈছে, কাৰণ তেওঁ ডাঙৰ মানুহ।

কমলৰ দেউতাকে অৱশ্যে কথাবোৰ সহজভাৱেই ল'লে আৰু তেওঁক আন্তৰিকভাৱেই সমবেদনা জনালে। কমলৰ কৃতকাৰ্যতাৰ কাৰণে বৰুৱাৰ ওলগখিনি তেওঁ নতশিৰেই গ্ৰহণ কৰিলে, আৰু অনুগ্ৰহ কৰি আহি আশীৰ্বাদ দি যোৱাৰ কাৰণে কৃতজ্ঞতা জনালে।

ভিতৰত বেচ হাঁহি-খিকিন্দালি চলিছিল। আইজনীয়ে ক'লে, "আজি আপোনালোক আমাৰ ঘৰত থাকিব লাগিব —"

কথাষাৰত কমলেও সহযোগিতা কৰি ক'লে, "অৱশ্যে আমাৰ এইখন গাঁও। কিন্তু থাকো বুলিলে এৰাতি থাকিব পৰা যায়।"

"আমিহে জানিবা নগৰত থাকো। আপোনালোকৰ চাৰিওফালে জানিবা ভাল মানুহেই আছে। আমাৰ তাত আৰু কুলীবোৰৰ বাহিৰে অন্য মানুহ দেখিবলৈকে নাই।" বীণাই ক'লে।

"তেনেহ'লে থাকক, নহয় জানো?" কমলে ক'লে।

"কিন্তু আমাৰ ঘৰত যে কোনো নাই। মীনাহঁত আজিকালি টাউনতে থাকে। ইপিনে দেউতায়ো কামৰ পৰা ঘৰত থাকিবলৈ সময়ে নেপায়। কেনেকৈ থাকিম বাৰু?"

ইতিমধ্যে আইজনীয়ে চাহৰ দিহা কৰিলে। কমল বাহিৰলৈ বৰুৱাহঁতৰ ওচৰলৈ ওলাই গ'ল। ৰেবা আৰু আইজনী লগলাগি চাহ দিলে। তাৰ পিছত বীণাহঁত তিনিওজনী বহি চাহতাহ খালে।

বৰুৱাই কমলে এতিয়া কি কৰিব সুধিলে। কমলে ক'লে, "দুবছৰমান ৰিচাৰ্চ কৰিবৰ ইচ্ছা আছে। কিন্তু সুবিধা কৰিব পাৰোনে নোৱাৰো ক'ব পৰা নাই। চৰকাৰে যদি সুবিধা দিয়ে তেন্তে ৰিচাৰ্চ কৰিম বুলি ভাবিছো। Anthropologyৰ ৰিচাৰ্চৰ কাৰণে অসমৰ নিচিনা সুবিধাৰ ঠাই অতি কমেইহে আছে —"

"এৰা, কৰিব পাৰিলে বেয়া নহয়। চোৱা কি হয়। এবাৰ শ্বিলঙৰ পৰাও গৈ অহা বেয়া নহয়। হয়তো কিবা চাকৰিৰো দিহা হৈ যাব পাৰে —"

"হয়, ময়ো ভাবিছো, মোৰ অন্য কামো আছে, কেইদিনমানৰ কাৰণে শ্বিলঙলৈ যাম।"

এনেই বহি থকাতকৈ যে কিবা এটা কৰা ভাল সেই বিষয়ে এটা সৰু বক্তৃতা দিয়াৰ পিছত বৰুৱা যাবৰ কাৰণে উঠিল। থাকিব নোৱাৰাৰ কাৰণে ক্ষমা বিচাৰি বীণাহঁতো ওলাই আহিল। আইজনীয়ে ক'ব খুজিছিল আমাৰ ঘৰতনো কি থাকিব? কিন্তু এই ৰকমে ক'লে যেন সৰু বুজাব সেই ভাবিয়ে আইজনীয়ে নক'লে। আইজনী যে এতিয়া কমলৰ ভনীয়েক, তাই গৰ্ব ৰক্ষা কৰি চলিব।

বীণাইঁতক আকৌ আহিবলৈ কৈ কমলে বিদায় দিলে। ৰে'বায়ো আইজনীক ঘৰলৈ বৰকৈ মাতি গ'ল। আইজনীয়ে গহীন হৈ ক'লে, "যাম বাৰু কেতিয়াবা —"

মটৰত উঠি ৰে'বাই ক'লে, "চাকৰিত সোমোৱাৰ আগতে আমাৰ ঘৰলৈ এবাৰ যাবচোন —"

হাঁহি কমলে ক'লে, "চাকৰিতনো কত সোমাইছো এথোন। চাকৰি জানো পৰি আছে? কিমান দিনৰ মূৰত বা কি পাওঁ কোনে জানে?"

কপাললৈ হাত তুলি, কমল আৰু তাৰ দেউতাকক প্ৰণাম জনাই বীণাইঁত গ'লগৈ। পদূলিমূৰৰ পৰা কমল হাঁহি হাঁহি ঘূৰি আহিল। সন্ধিয়াটো কমলৰ ভাল লাগিল।

কমল আহি বাৰাণ্ডাতে বহিলহি। শ্বিলং, এৰা শ্বিলঙলৈকে যোৱা যাওক। বৰ্তমান শ্বিলঙেই গতি। তালৈ গ'লে নিবনুৱা বনুৱা হয়, তলৰ মানুহ ওপৰ হয়, জগৰীয়া নিজগৰ হয়, ক'লা বজাৰৰ বেপাৰী নেতা হয়, যঁতৰৰ গৰাকী মটৰৰ মালিক হৈ হাৱা খাই ফুৰে। তালৈ গ'লে শকতবোৰ বেছি শকত হয়, আৰু খীণোৱাবোৰ বেছি খীণায়, ভৈয়ামৰ চুৰীয়া তাত চুট হয়, বেচ ধুনীয়া ঠাই। শ্বিলং ৰাজধানী, তাত চাকৰিৰ কাৰণে প্ৰাৰ্থী বিচাৰিব নেলাগে। প্ৰাৰ্থীৰ কাৰণে চাকৰি উৎপন্ন হয়।

ৰজনী পেহী সোমাই আহিল। এই তিনি-গধূলি পেহী অহা দেখি কমল আচৰিত নহ'লেও অলপ ভাবিব লগাত পৰিল।

"পেহী দেখোন, আহা —" কমল বহাৰ পৰা উঠিল।

"এৰা বোপাই, তোৰ খবৰটো শুনিলো, বাঁৰী দুখুনী মানুহ আমাৰনো কিটো আছে? ভগৱানৰ কৃপাত আমাৰ আশীৰ্বাদ— হওক বোপাই— পাছ হলি নহয়নে?"

"ওঁ পাছ কৰিলো পেহী —"

"এৰা, এইকেইদিন আকৌ মই এইফালে আহিবই পৰা নাই। আজি ছদিন হ'ল মন্দিৰাজনীৰ জ্বৰ। দেৱাই-জাতি কৰিছো। জ্বৰ কমক চাৰি বাঢ়িছেহে। কিনো হয় জানো বোপাই।"

"মন্দিৰাৰ জ্বৰ? আমি দেখোন ক'বই নোৱাৰো —"

"বতৰাটোকে দিবলৈনো আহোতা আছে কোন? মই ভাত-পানীকে বিচাৰিম নে, দেৱাই-জাতিকে বিচাৰিম— কি কৰিম?"

"জ্বৰ বেছিয়েই হৈছে নেকি পেহী?"

"বেছি নহৈনো আৰু কম হ'বনে? তই পাৰিলে গৈ এটা মাৰিবিচোন বোপাই। প্ৰথম পৰাৰ দিনৰ পৰা যি তোক বিচাৰিছে —"

"এঃ মোলৈনো এইকেইদিনে খবৰ এটা পঠিয়াব নোপোৱানে?"

"অ' আইজনী— হেৰ' ভিতৰ নোসোমাও আৰু যাওঁ — ৰাতিও হ'ল।"

"বহাচোন পেহী মই গৈছো —" ভিতৰৰ পৰাই আইজনীয়ে চিঞৰিলে।

"তই পিছে এতিয়া কি কাম কৰিবি কমল —?"

"জানো পেহী, কি কাম পাওঁ এথোন —"

"এৰা বোপাই, দুদিনলৈ ঘৰ চাপিছিলি, ভাল লাগিছিল— চাকৰি কৰিলে বা ক'ৰ দিহিঙে-দিপাঙে পঠিয়ায়।"

এনেতে আইজনী ওলাই আহিল।

"তোৰ গাটো ভালে আছেনে আই?"

"ওঁ আছে পেহী। মন্দিৰাৰ কি হৈছে বুলিলা?"

"তাইৰ জ্বৰ আই— এ ৰাতিয়ে হ'ল। মই যাওঁ। আজি হ'বলা মেনেজাৰৰ ঘৰৰ মানুহ আহিছিল?"

"ওঁ।"

থিয়ে থিয়ে আৰু দুআষাৰমান কথাপাতি ৰজনীপেহী গ'লগৈ। মন্দিৰাৰ জ্বৰৰ বাতৰিটোৱে কমলৰ মনৰ অলপ আগৰ আনন্দখিনি হঠাৎ যেন নোহোৱা কৰি দিলে। মন্দিৰাৰ কাৰণে তাৰ বেয়া লাগিল। বেচেৰী ছোৱালীজনী অকলে বেমাৰত পৰি আছে— কি চিকিৎসা বা হৈছে!

আইজনীয়ে হয়তো কমলৰ মনৰ ভাবটো বুজিলে। তাই ক'লে, "বতৰৰ জ্বৰ, হৈছে, ভাল হ'ব। তই তাকে চাবলৈ এতিয়া যাব নেলাগে আকৌ। পিছে পৰে কালিলৈকে যাব যদি যাবি —"

আইজনীৰ কথাষাৰৰ একো উত্তৰ কমলে নিদিলে। সি বাহিৰলৈ চালে, বাহিৰত যথেষ্ট আন্ধাৰ। সি আকৌ চকীখনতে বহিল। আৰু বাহিৰৰ ফালে চাই কিবা-কিবিবোৰ ভাবিব ধৰিলে।

মন্দিৰাৰ জীয়াই থকাৰ প্ৰতি চকু দিবৰ দায়িত্ব বাঁৰী মাকজনীৰ বাহিৰে আন কাৰোৱেই নাইনে? আজি বীণাহঁত তাৰ ওচৰলৈ আহি মন্দিৰাৰ খবৰ কৰিবলৈকোতো যাব পাৰিলেহেঁতেন? নগ'ল কিয়? সিহঁতে মন্দিৰাৰ বেমাৰৰ কথা নেজানে? কিন্তু জনা হ'লেও জানো গ'লহেঁতেন? ...

ভাত খাই উঠি সি শুবলৈ গ'ল। মনটো আজি তাৰ ভাব-প্ৰৱণ হৈ পৰিছে। অৱশ্যে বীণা, ৰেবাহঁত অহাৰ কাৰণে তাৰ ভাল লাগিছিল। কিন্তু সিহঁত নহা হ'লেওতো কোনো হানি নহয়? ....

আইজনীহঁত শুলে। দিনটো বেচেৰী অকণমান ছোৱালীজনী হুলস্থূল কৰি কাম কৰি ভাগৰি পৰিছে। অকণ ঘৰত থকা-নথকা একে কথা। তাৰ খেলৰ পথাৰখন আৰু স্কুলটোৰ লগতে সম্পৰ্ক। দেউতাকৰো টোপনি। কমলে কেইবাবাৰো চেষ্টা কৰিলে কিন্তু টোপনি নাহে। সি বিছনাৰ পৰা উঠিল, এগিলাচ

পানী খালে। আকৌ বিছনাত দীঘল দিলে বাহিৰত ক'ৰবাত কিবা চৰাই এটাই দীঘলীয়া মাতেৰে চিএঞৰি আছে। তাৰ যেন ভাগৰ নাই। আকৌ কমল বিছনাৰ পৰা উঠি আহিল। মেজৰ ওপৰৰ পৰা টৰ্চটো বিচাৰি লৈ এবাৰ জ্বলাই চালে— জ্বলিছে। দুৱাৰখন শব্দ নোহোৱাকৈ খুলি সি বাহিৰ ওলাল। তাৰ পিছত আকৌ তেনেকৈয়ে বন্ধ কৰি সি ঘৰৰ পৰা ওলাই আহিল।

বাহিৰত ডাঠ আন্ধাৰ।

বৰ বেছি ৰাতি হোৱা নাই। কলেজত থাকোঁতে ইয়াতকৈ বহুত বেছি ৰাতিলৈকে পঢ়াৰ অভ্যাস কমলৰ আছে। কিন্তু গাঁৱত এয়ে বহুত বেছি ৰাতি। টৰ্চটো জ্বলাই কমলে এবাৰ চাৰিওফালে চালে— সকলো মানুহ শুইছে। দূৰে দূৰে কুকুৰৰ ভুকনি শুনা যায়, আৰু কোনো শা-শব্দ নাই। আন্ধাৰৰ বুকুত, টোপনিৰ বুকুত, অসহায় জগতখন শুই পৰিছে। পৃথিৱীখন বৰ শান্ত। আধুনিক সভ্যতাৰ কৰ্কশতা আৰম্ভ হোৱাৰ আগেয়ে সকলো মানুহ এনেকৈয়ে নিদ্ৰা গৈছিল। এদলৰ টোপনি যাবৰ কাৰণে এদলে টোপনি খটি নকৰিছিল। ৰাতি আছিল বিশ্ৰামৰ সময়, দিনত কাম। আজি কিন্তু বিশ্ৰামৰ সময় নাই। দিন আৰু ৰাতিৰ পাৰ্থক্য নাই। জীয়াই থকাৰ প্ৰয়োজনত ৰাতি আৰু দিন একে হৈ পৰিছে।

দুৱাৰখন বন্ধ আছিল। ভিতৰত চাকি এটা জ্বলি আছে। কমল দুৱাৰমুখতে ৰ'ল আৰু সৰু মাতেৰে মাতিলে। মাতটো তাৰ শান্ত।

"পেহী, অ' মন্দিৰা?"

কাৰো মাতবোল নাই। হয়তো দুয়ো টোপনি গৈছে। অলপ পৰ কমল মনে মনে থাকিল। তাৰ পিছত আকৌ মাতিলে—

"মন্দিৰা? অ' মন্দিৰা —"

জ্বৰতে হয়তো মন্দিৰাৰ টোপনি আহিছিল। মন্দিৰাই চকু দুটা মেলি ঘৰটোৰ ভিতৰত কেউপিনে চালে। কমলে আকৌ মাতিলে—

"মন্দিৰা— মই আহিছো —"

"কোন? ককাইদেউ?"

তাই ঘপহকৰে বিছনাৰ পৰা উঠিল আৰু আহি দুৱাৰখন মেলি দিলেহি। কিন্তু তাইৰ হয়তো মূৰটো ঘূৰাইছিল। তাই আকৌ কোনোমতে গৈ বিছনাত পৰিলগৈ। এনেতে ৰজনী পেহীয়েও সাৰ পাই উঠি আহিল।

"তইনো ইমান ৰাতি কেলেই আহিলি বোপাই?" চকু দুটা মোহাৰি মোহাৰি পেহীয়ে ক'লে।

"মন্দিৰাৰ গাটো কেনে আছে, এবাৰ খবৰ কৰি যাবৰ কাৰণে আহিলো— তুমি শুই থাকাগৈ পেহী —"

"এৰা, মোৰ আকৌ বৰ টোপনিয়ে ধৰিছিল। এইকেইদিন টোপনি খতি কৰি কৰি ভাগৰ লাগিছে আৰু।"

"তুমি বাৰু শোৱাগৈ যোৱা পেহী, — ময়ে অলপ পৰ মন্দিৰাৰ ওচৰত থাকো।"

কমলৰ কথাত বিশেষ কোনো আপত্তি নকৰি পেহী আকৌ বিছনাত পৰিলগৈ। অলপ পিছতে তেওঁক টোপনিয়ে হেঁচি ধৰিলে।

কমল মন্দিৰাৰ বিছনাখনতে বহিল। মন্দিৰাই অলপ ঠাই কৰি দিলে। কপালত হাত দি চাই কমলে দেখিলে তাইৰ জ্বৰ এতিয়া নাই। গাটো চেঁচা। মন্দিৰাই তাৰ মুখলৈ চালে। পাতলকৈ এটা শুকান হাঁহি মাৰি তাই সুধিলে— "তুমি কেলেই আহিলা ককাইদেউ?"

"তোৰ জ্বৰ হ'বৰ কেইদিন হ'ল?"

"কেইবা দিনো হ'ল?"

"মোক খবৰ নিদিয়ালি কিয়?"

"খবৰ দিলেনো কি হ'ব?"

"ওঁ মোক খবৰ দিলে একো নহয়? সেই কাৰণেহে মই নাহো।"

"আজিনো তেনে কিয় আহিলা?" অভিমানৰ সুৰত মন্দিৰাই ক'লে।

"নাহিব লাগিছিল নেকি?"

কমলৰ কথাবাৰ শুনি মন্দিৰাই হাঁহিলে, তাৰ হাতখন নি আকৌ তাইৰ কপালত হেঁচি ধৰিলে। কমলে তাইৰ মুখলৈ চালে, কেইবাদিনো জ্বৰ ভুগি ভুগি তাইৰ মুখখন অলপ শেঁতা পৰি গৈছে। গাল দুখন কিন্তু ৰঙা পৰিয়ে আছে। কমলে তাইৰ কপালৰ আগৰ চুলিখিনি লাহে লাহে ঠিক কৰি দিলে।

লাহে লাহে মন্দিৰাই ক'লে, "মোক তুমি বেয়া পাইছা নেকি ককাইদেউ?"

"তোক? কেলেই বেয়া পাম অ'?"

"তুমি পৰীক্ষাত পাছ হ'লা, তেও মই তোমাৰ খবৰ কৰিবলৈ যাব নোৱাৰিলো।"

"তোৰ দেখোন জ্বৰ —"

"এৰা, সেই কাৰণেহে যোৱা নাই। যাবৰ যে ইমান চেষ্টা কৰিলো, কিন্তু জ্বৰ পৰি পৰি গাত বলেই নোহোৱা হৈ গৈছে। বৌতিয়েও উঠিবলৈকে নিদিয়ে।"

"মই তোৰ জ্বৰৰ কথা ক'বই নোৱাৰো নহয় মন্দিৰা, নহ'লে মই নহাকৈ নেথাকো নহয় —"

"মই জানো ককাইদেউ।" মন্দিৰাই হাতখন গালখনেৰে হেঁচি ধৰিলে। কমলৰ তাইলৈ মৰম লাগিল। তাইৰ মূৰটো সি তাৰ কাষ চপাই আনিলে।

অলপ পৰ দুয়ো মনে মনে থাকিল। পাতলীয়া পোহৰৰ লেমটোৱে মন্দিৰাৰ চকু-মুখত এটা পাতল আভা সানি দিছিল, চকু দুটা নেমেলাকৈয়ে মন্দিৰাই লাহে লাহে ক'লে, "তুমি মোক ঘিণ নকৰা, নহয়নে ককাইদেউ?"

"কেলেইনো ঘিণ কৰিম অ'? মানুহেনো মানুহক ঘিণ কৰেনে?" তাইক মৰম কৰি কৰি সি ক'লে।

"অন্য মানুহবোৰে আকৌ আমাক ঘিণ কৰে —"

"কোনেনো ঘিণ কৰে অ'? সকলো তোৰ মনেভৰা কথা —"

তাৰ হাতখন মন্দিৰাই থুঁতৰিটোৰে কোমলকৈ হেঁচি ধৰিলে।

"এতিয়া বহুত ৰাতি হ'ল নহয়নে ককাইদেউ?" লাহে লাহে তাই সুধিলে। "মোৰ বৰ টান জ্বৰ হৈছিল, মই ভাবিছিলো, মই কিজানি নেবাচিমেই —"

"দ্যুৎ নেপাই ক'ব তেনেকৈ। জ্বৰনো কাৰ নহয়।"

"নহয়, জ্বৰ সকলোৰে নহয়। আমাৰ নিচিনা দুখীয়াবোৰৰহে জ্বৰ হয়।"

কমলে হাঁহিলে।

পেহীৰ নাকত নিঃশঙ্ক টোপনিৰ নিশ্বাস। পেহী নিশ্চিন্তমনে শুইছে। বাহিৰৰ জগতখন নিমাত-নিতাল। পৃথিৱীখন যেন এখন বহল সাগৰ— য'ত ঢৌবোৰ উঠে আৰু মাৰ যায়, জোৱাৰ আহে আৰু লীন যায়, ধুমুহা আহে আৰু আঁতৰি যায়। পৰি থাকে শান্ত, অচঞ্চল গভীৰ নীল পানী— সুদূৰ ব্যাপী, দিগন্তস্পৰ্শী, অসীম। তাৰ মাজতে সৰু এটা দ্বীপ, তাত দুটা সৰু, তেনেই সৰু দুটা প্ৰাণী— কমল আৰু মন্দিৰা।

পৃথিৱীখন নীৰৱ।

"তুমি আজি আৰু ঘৰলৈ নেলাগে যাব দেই ককাইদেউ?"

"কিয়?"

"থাকাচোন আজি ইয়াতে বহি। তুমি আহিলত মোৰ যে ইমান ভাল লাগিছিল। কেৱল মোৰ মূৰটোহে বৰ ঘূৰাই আছে।"

কমলে মন্দিৰাৰ মূৰটো কোলাত তুলি ল'লে। মন্দিৰাজনী যেন তেনেই অকণমান সৰু ছোৱালী এজনী।

তাৰ মুখলৈ চাই মন্দিৰাই সুধিলে, "তোমাৰ পৰীক্ষাৰ খবৰ ওলাল নহয়। এতিয়া তুমি কৰবালৈ গুচি যাবাগে নেকি ককাইদেউ?"

"ওঁ যাব লাগিবতো। ইয়াত থাকিনো আৰু কি কৰিম?"

"ক'লৈ যাবা বাৰু ককাইদেউ"

"কেনেকৈ জানিম কত কাম হয়। কলেজত কাম পালেতো ভালেই, নহ'লে আন ফালেই যাব লাগিব।"

মন্দিৰা মনে মনে থাকিল। কমলে তাইৰ চুলিবোৰ মোহাৰি দিব ধৰিলে। লাহে লাহে তাইলৈ তাৰ মৰম লাগিল।

হঠাৎ তাই তাৰ কোলাৰ পৰা মূৰটো নমাই নিলে আৰু একপ্ৰকাৰ চিঞৰিয়ে ক'লে, "তুমি মোক মৰম নকৰিবা ককাইদেউ, তুমি মোক মৰম নকৰিবা।" তাইৰ মাতটোত এটা ব্যক্ত অভিমানৰ সুৰ।

তাইৰ আকৌ হঠাৎ কি হ'ল? কমলে ভাবিলে।

"মন্দিৰা?" সৰুকৈ সি মাতিলে। মন্দিৰাই নেমাতিলে, তাই কান্দিছে।

"মই তেনেহ'লে যাওঁ মন্দিৰা। তই যদি নেমাত, মই গুচি যাম —"

তাই উচুপি উচুপি ক'লে, "যোৱা যোৱা, মোৰ ওচৰলৈ কোনো আহিব নেলাগে— আমি ধূলি-বোকা মানুহ, আমাৰ ওচৰলৈ কোনো আহিব নেলাগে।"

মন্দিৰাৰ পাগলামিবোৰ দেখি কমলৰ হাঁহি উঠিল। তাইৰ মূৰটো আকৌ কোলালৈ তুলি আনি সি ক'লে, "এতিয়া মই গুচি গ'লে কান্দিবি হ'বলা?"

তাই তাৰ দুয়োখন হাত বুকুৰ মাজত সাবটি ধৰিলে।

কমল পোনপটীয়া মানুহ। জীনত অভিজ্ঞতাও তাৰ বৰ বেছি নাই। সি Abstract ৰ ছাত্ৰ। জীয়া মানুহৰ নহয়, কোনোবা যুগতে মৰি শেষ হৈ যোৱা মানুহৰ জীৱনৰ ইতিহাস লৈ তাৰ জ্ঞানৰ সীমা-পৰিসীমা নিৰ্ধাৰিত। জীয়া মানুহৰ গাত যে ইমান উত্তাপ, ইমান অধীৰতা, ইমান আত্মীয়তা থাকে অনুভৱ কৰিবৰ সুযোগ তাৰ কোনো দিনেই হোৱা নাছিল।

মন্দিৰাৰ মাজত যেন সি দেখিলে জীৱনৰ এটা বেলেগ ৰূপ। মানুহবোৰ তেজ-মাংসৰ সমষ্টিয়েই নহয়, প্ৰস্তৰ যুগৰ সভ্য প্ৰতিনিধিয়েই নহয়, মানুহবোৰ জীৱন্ত, প্ৰাণময়। সিহঁত ধুমুহাৰ দৰে উত্তাল, জোৱাৰৰ দৰে অধীৰ, জুইৰ দৰে উত্তপ্ত অথচ নিয়ৰৰ সমান কোমল, কুঁহিপাতৰ সমান দুৰ্বল, ঢউৰ সমান ঠুনুকা। অনুভূতিসম্পন্ন এটা জীয়া মানুহ পৃথিৱীৰ সমগ্ৰ মানৱ ইতিহাসতকৈ বেছি ডাঙৰ।

সি লেমটোৰ ফালে চালে। প্ৰস্তৰ যুগৰ আদিম মানুহে টিঙিৰি ঘঁহি যি অগ্নিশিখাৰ সৃষ্টি কৰিছিল সেই শিখাই আজিও জ্বলিব লাগিছে। হয়তো তাৰ ৰূপ সলনি হৈছে, কিন্তু তাৰ উত্তাপৰ সেই প্ৰাচীনতা একেই আছে, চাকিৰ মূৰৰ জুইখিনিতো সেই আবহকালৰ আলোক আৰু উত্তাপ।

সি আকৌ মন্দিৰাৰ মুখলৈ চালে। মন্দিৰা টোপনি যোৱা নাই। চকু দুটা ডাঙৰকৈ মেলি তাই একেথৰে তাৰ মুখৰ ফালে চাই আছে।

"মোক এৰি থৈ তুমি গুচি নেযাবা দেই ককাইদেউ!" লাহে লাহে তাই ক'লে।

"তোৰ গাটো অলপ ভাল লাগিছেনে বাৰু?"

"মোৰ গাটোনো কি, এনেয়ে ভাল হৈ যাব। আৰু এতিয়া তুমি অহাৰ পৰা বহুত ভাল লাগিছে।"

"ৰাতি বহুত হ'ল, তই অলপ টোপনি যাবৰ চেষ্টা কৰ। মই বাৰু আছো, নেযাওঁ।"

"টোপনি আহিলে টোপনি যাম নহয়, তুমি বাৰু ভাবিব নেলাগে। আৰু আজি এৰাতি টোপনি নাহিলেওনো কি হ'ব। মই কিবা মৰি যাম নেকি?"

কমলে অনুভৱ কৰিলে যেন তাইৰ কণ্ঠত অশান্ত মৰুতৃষা। তাই যেন কমলক নিজৰ কৰি শেষ কৰি দিব। তাইৰ বুকুৰ মাজত যেন কমলক গোপন কৰি, অদৃশ্য কৰিহে তাই তৃপ্তি পাব। অথচ তাই এজনী সাধাৰণ, সৰু ছোৱালী।

বাহিৰৰ জগতখনৰ শান্ত নীৰৱতাই যেন মন্দিৰাৰ এই বাসনাকে সমৰ্থন কৰিলে। মন্দিৰাৰ গাল দুখন তেজেৰে ৰাঙলী আৰু তপত হৈ উঠিল। তাইৰ চকু দুটা উজ্জ্বল হৈ উঠিল।

মূৰটো বেঁকা কৰি তাই দুৱাৰখনৰ ফালে চালে।

"কি মন্দিৰা?"

"দুৱাৰখন বন্ধ কৰিলানে?"

"নাই কৰা, মই এতিয়া যাম নহয় —"

"এতিয়া কিমান ৰাতি হ'ল জানো? বহুত ৰাতি হ'ল— ইমান ৰাতি কোনো মানুহ অকলে ঘৰলৈ ঘূৰি নেযায় —" মন্দিৰাই মৰম লগাকৈ ক'লে—

"বাৰু, বন্ধ নকৰা যদি নেলাগে বন্ধ কৰিব দুৱাৰখন। লেমটোও নুনুমাবা।"

"বাৰু।"

মন্দিৰাজনীৰ গাটো ইমান গৰম হৈছে। তাইৰ আকৌ জ্বৰ উঠিছে নেকি? সি তাইৰ কপালত আকৌ হাত দি চালে।

"কি চাইছা?"

"তোৰ আকৌ জ্বৰ উঠিছে নেকি মন্দিৰা? গাটো ইমান গৰম হৈছে।"

"জ্বৰ উঠা নাই, মোৰ বৰ গৰম লাগিছে।" কথাবাৰ কোৱাৰ লগে লগে তাই গাৰ চাদৰখন টানি গুচাই পেলালে। কমলৰ চকুৰ আগত প্ৰকট হৈ উঠিল পাতল চোলাটোৰ আবৰণ ভেদি স্পষ্ট হৈ উঠা এটা কেঁচা নাৰী দেহা।

"অলপ পানী খাবি মন্দিৰা?" অলপ অস্বস্তি অনুভৱ কৰি কমলে সুধিলে। জোৰ কৰি সি নিজকে প্ৰত্যয় নিয়াবৰ চেষ্টা কৰিলে যে তাই এজনী চঞ্চলমতী সৰু ছোৱালী।

"তুমি আজি আৰু গুচি নেযাবা দেই ককাইদেউ —" অনুনয়ৰ সুৰত মাতটো কঁপাই তাই ক'লে— আৰু তাৰ দুখন হাত বুকুৰ মাজত লৈ সাবটি ধৰিলে।

অলপ পৰৰ নিস্তব্ধতাৰ পিছত সি মাতিলে, "মন্দিৰা।"

"আৰু কথা নক'বা, বহুত ৰাতি হ'ল —" সৰুকৈ মন্দিৰাই ক'লে।

সঁচাকৈয়ে তেতিয়া ৰাতি বহুত হ'ল।

শ্বিলঙত এসপ্তাহ থকাৰ পিছত কমল আকৌ ঘৰলৈ ঘূৰি আহিল। ইতিমধ্যে সি শ্বিলঙৰ দুই-চাৰিজন বৰ-মূৰীয়াক দেখা কৰিলে। সদ্যহতে চাকৰিৰ আশা অৱশ্যে সি নেদেখিলে। অন্যান্য বিষয়ত এম. এ. পাছ কৰা লোকৰ দৰকাৰ অৱশ্যে আছিল, কিন্তু এনথ্ৰপলজিৰ চাকৰি বৰ্তমানত নাই। তলখাপৰ কেৰেণীৰ কাম অৱশ্যে চেক্ৰেটেৰীয়েটতো আছিল, কিন্তু সি কেৰেণীৰ কাম বিচাৰি শ্বিলঙলৈ অহা নাছিল, গতিকে এসপ্তাহ থাকি সি ঘৰলৈকে বুলি ঘূৰিল। ততাতৈয়াকৈ কামত সোমাবৰ আগ্ৰহো তাৰ নাছিল, কাৰণ চাকৰি মানে গোলামি, আৰু গোলামি মানে নিজকে বেচি দিয়া। সহজতে চাকৰি জোগাৰ হৈ নোযোৱাৰ কাৰণে সি অলপ কুণ্ঠিত হ'ল যদিও নিৰাশ নহ'ল।

গুৱাহাটী ষ্টেচনৰ প্লেটফৰ্মত তাৰ হ'ল্ডলটোৰ ওপৰতে বহি সি ৰেলৰ কাৰণে বাট চাইছে। তেতিয়াও অলপ পৰ আছে। অকলেই বহি থাকি তাৰ অলপ আমনি লাগিছিল। সি একোবাৰ ৰেল অহাৰ ফালে চায়, একোবাৰ প্লেটফৰ্মৰ মানুহবোৰৰ ফালে চায়, আৰু শান্তভাৱে বহি থাকে। অকাৰণ চিঞৰ-বাখৰবোৰ তাৰ ভাল নেলাগিলেও সি শুনি থাকে। কোলাহল বৰ্তমান সভ্যতাৰ অৱদান। কোলাহল নহ'লে জীয়াই থকাৰ পৰিচয় পোৱা নেযায়। হয়তো মানুহ আৰু পশুৰ বিশেষকৈ আজিকালিৰ সভ্য মানুহৰ আৰু পশুৰ মাজত সেয়ে পাৰ্থক্য। খোঁচা-খুঁচি অলপ কৰিলেও, গৰু-ছাগলীয়ে খোৱা-বোৱাৰ সময়ত চিঞৰ-বাখৰ নকৰে, কিন্তু মানুহে চিঞৰ-বাখৰ-কোলাহল নকৰিলে খাবলৈ নেপায়, নিজৰ চিনাকি দিব নোৱাৰে। কোলাহল সভ্যতাৰ এটা স্পষ্ট পাতনি।

"বৰুৱা নেকি?" পিছ ফালৰ পৰা কোনোবা এজনে মাত লগালে। কমলে ঘূৰি চালে।

অপৰা হাজৰিকা। পূৰা নাম অপৰাজিতা হাজৰিকা।

"আপুনি, হাজৰিকা দেখোন, ক'ৰ পৰা আহিল?" কমল বহাৰ পৰা উঠিল।

"আপুনি ক'ৰ পৰা আহিল?"

"শ্বিলঙৰ পৰা এতিয়া ঘৰলৈ যাম।"

"মই ইয়ালৈ আহিছিলো। মাহীদেউৰ বৰ টান বেমাৰ হৈছিল। খবৰ কৰি যাবৰ কাৰণে আহিলো, আজি ছদিন হ'ল।" কপালৰ আগৰ চুলিখিনিত এনেয়ে হাত বুলাই অপৰাই ক'লে।

"এতিয়া যাব নহয়?"

"যাম। আপুনিও যাব নহয়।"

"ওঁ, ময়ো যাম। আপুনি পিছে বেনাৰছৰ পৰা আহিল কেতিয়া?"

"বেনাৰছ? বেনাৰছ এৰিবৰতো বহুত দিন হ'ল, আপুনি বোধকৰো ক'বই নোৱাৰে। তাৰ পিছত এলাহাবাদলৈ গৈছিলো নহয়, তাতো ভাল নেলাগি দিল্লীলৈ গ'লো। যোৱা এটা বছৰ দিল্লীতে কটালো।"

"অ' মই ক'বই নোৱাৰো।"

"আপুনি খবৰ ৰখা নাই নহয়, কেনেকৈ ক'ব পাৰিবনো?" নহঁহাকৈয়ে অপৰাই ক'লে।

কমলে ভাবিলে এই কথাষাৰৰ উত্তৰ নিদিলেও চলিব। সি ৰেল অহাৰ ফালে চালে।

"দেৰি আছে —" অপৰাই ক'লে।

"এৰা, বৰ সোনকালে আহিলো।"

"আপুনি পাছ কৰিলে নহয়, এতিয়া কি কৰিছে?"

"একো কৰা নাই এখোন। কৰিব লাগিব কিবা এটা —"

"পলিটিক্স নকৰে কিয়?"

"পলিটিক্স? মই? মইচোন পলিটিক্সৰ একোকে নেজানো —"

"কিয়? অতদিনেনো কি পঢ়িলে"

"মোৰ Anthropology হে আছিল।"

"Politics ৰ কাৰণে Anthropology য়েই মূল বিষয় নহয় জানো?"

কথাষাৰ বুজিব নোৱাৰি কমলে অপৰাৰ মুখলৈ চালে। হাঁহি অপৰাই ক'লে, "মোৰ আগতে Zoology আছিল। তেতিয়াই মই ভাবিছিলো যে Zoology জানিলে সহজে ৰাজনীতিত নামিব পৰা যায়।"

কমলে ভাবিলে অপৰাই ৰাজনীতিক উপলুঙা কৰিবৰ কাৰণেহে তেনেকৈ কৈছে।

চানাচুৰবালাটো আহিছিল, অপৰাই দুইঅনাৰ চানাচুৰ ল'লে, আৰু এটা টোপোলা কমলক দিলে। কমলে হাতত লৈ অপৰাৰ মুখলৈ চালে আৰু হাঁহিলে।

"ভাল লাগে খাই —" অপৰাই ক'লে।

কমলে একো নক'লে।

স্কুলত থকা দিন ধৰি অপৰা ছোৱালীজনীৰ বিষয়ে বহুত ৰকমৰ কথা ডেকা-বুঢ়া সকলোৱে শুনি আহিছে। স্কুলত থাকোঁতে হেনো কোনোবা এজন গানৰ মাষ্টৰৰ লগত পলাই গৈছিল। কলেজত যে প্ৰফেছাৰ, ল'ৰা, বাহিৰা মানুহ বহুতৰে লগত ৰোমাঞ্চ কৰিলে। ছোৱালীজনী বৰ আগবঢ়া আৰু চঞ্চল। অপৰা এডিচনেল জজ হাজৰিকাৰ জীয়েক, একমাত্ৰ ছোৱালী। ধন, পইচা আৰু মৰমৰ মাজত ডাঙৰ

হৈছে। বৰ নিৰ্ভীক আৰু সাহসী ছোৱালীজনী। বাপেকো উদাৰপন্থী মানুহ। সৰু-সুৰা কথাৰ তেওঁৰ কাণ দিয়াৰ অভ্যাস নাই। ডাঙৰ ডাঙৰ মেল-মোকৰ্দমাৰ গোচৰ কৰি কৰি, তেওঁৰ আপত্তি-অভিযোগবোৰ বৰ সাধাৰণ আৰু সৰু কথা যেন লগা হৈছে। অপৰাৰ স্বাধীনতাত তেওঁ কোনো দিনে হস্তক্ষেপ কৰা নাই।

চানাচুৰ চোবাই চোবাই অপৰাই ক'লে, "আপুনি কিজানি ভাবিছে Zoology বা Anthropologyৰ লগত Poloticsৰ কোনো সম্পৰ্ক নাই। অৱশ্যে আজিকালিৰ যি বিশৃঙ্খল ৰাজনীতি তাত এইবোৰ ঠাই নাই যেনেই লাগে। কিন্তু মানুহৰ যিবোৰ আদিম সমস্যা সেইবোৰ একেই নাই জানো? Zoology, Anthropology প্ৰাণীতত্ত্বৰ যিবোৰ সত্য বা তথ্য আছে সেইবোৰৰেই প্ৰকাশ ৰাজনীতিত, নহয় জানো? মানুহৰ খোৱা, পিন্ধা, জীয়াই থকাৰ প্ৰশ্নই জানো ৰাজনীতিকৰ প্ৰশ্ন নহয়?" লৈ অপৰাই হাঁহিলে।

ষ্টেচন প্লেটফৰ্মত, অন্ততঃ অপৰাৰ দৰে এজনী ছোৱালীৰ মুখত এনে ধৰণৰ serious কথা কমলে আশা কৰা নাছিল। চানাচুৰ চোবাই থকা মুখ এখনে ৰাজনীতিৰ ব্যাখ্যা কৰাটো যেন অপ্ৰাসঙ্গিক কথা।

কমলে ক'লে, "তেনেদৰে চালে অৱশ্যে হয়। কিন্তু এইবোৰ জানিলেও জানো তাৰেই ৰাজনীতিত নামিব পাৰি?"

"ৰাজনীতিত যদি কোনোবাই প্ৰকৃততে মানুহৰ কল্যাণ সাধিবৰ কাৰণে নামে, তেন্তে তেওঁ এই Fundamental কথাকেইটা নেজানিলে কেনেকৈ চলিব? জীয়াই থকাৰ সমস্যাৰ সমাধানেই যদি ৰাজনীতিৰ উদ্দেশ্য তেন্তে জীয়াই থকাৰ Processটো কি নুবুজিলে কেনেকৈ চলে? বৰ্তমানৰ ৰাজনীতিত যে ইমান বিসঙ্গতিয়ে দেখা দিছে, তাৰ কাৰণ মানুহৰ সম্পৰ্কে আমাৰ ৰাজনীতিবিদসকলৰ জ্ঞানৰ অভাৱ।"

আৰু বেছি কথা ক'বৰ সময় নাছিল। ৰেল আহি পালেহি।

"একেখন গাড়ীতে উঠিব দেই —" অপৰাই ক'লে।

"ভাল বাৰু —"

ব্যস্ততাৰ মাজতে মুটিয়াটোৰ সহায়ত কমলে ঠাই কৰি ল'লে। অপৰাৰ কাৰণেও এডোখৰ ঠাই ৰাখিলে। ইতিমধ্যে অপৰা ষ্টেচনৰ মানুহবোৰৰ মাজত কেনি লুকাই পৰিল, কমলে মন কৰিবৰ সময়কে নেপালে। খিৰিকীয়েদি মূৰ উলিয়াই কমলে কেউপিনে চালে। অপৰা নাই। অলপ পৰৰ মূৰত অপৰা আহিল।

"ঠাই ৰাখিছে?"

"ৰাখিছো, আহক —"

"ভাল বাৰু, ৰাখকচোন দেই। মই আহিছো —" কথাষাৰ কৈয়ে অপৰা আকৌ আঁতৰি গ'ল। কমলে বিশেষ নুবুজিলে।

ৰেল এৰিবৰ সময়ত দৌৰাদৌৰিকৈ আহি অপৰা উঠিলহি। অপৰাৰ লগত অকণমান চুটকেচ এটাৰ বাহিৰে একো নাই।

"বৰ ঘূৰাঘূৰি কৰিলে যে?" ৰেল চলিবলৈ আৰম্ভ কৰাৰ পিছত বহি লৈ কমলে সুধিলে।

"এৰা, অলপ ঘূৰাঘূৰি কৰিব লগা হ'ল আৰু। জীৱন চলিহাক চিনি পায়?"

"ওঁ, কিয়?"

"তেওঁ আহিছিল। তেওঁৰ লগত অলপ কথা আছিল।" কমলে আৰু সেই বিষয়ে একো নুসুধিলে। অলপ পৰ মনে মনে থকাৰ পিছত অপৰাই নিজেই ক'লে, "বেয়া লাগে বেচেৰা চলিহাজনৰ কাৰণে।"

কমলে প্ৰশ্নভৰা চকুৰে অপৰাৰ মুখলৈ চালে।

"তেওঁ মানুহজন চাৰ্বাক আৰু প্লেটোৰ এটা মিক্সাৰ।"

"তাৰ মানে?" হাঁহি কমলে সুধিলে।

"তাৰ মানে Zoology আৰু Poetry ৰ এটা সংমিশ্ৰণ, বুজা নাই নহয়? মানুহজন ভাৱপ্ৰৱণ। সিদিনা, মাহীদেউহঁতৰ ঘৰত মোৰ সৈতে কথা-বতৰা হ'ল। তাৰ পিছত যোৱা ছটা দিন তেওঁৰ আৰু মোৰ বাহিৰে অন্য চিন্তা নাই।"

"তেওঁনো আজিকালি কি কৰে?"

"তেওঁ ডাক্তৰ। বিয়া কৰোৱা নাই। মোৰ লগত প্ৰেমতেই পৰিল বুলিব লাগে", হাঁহি অপৰাই ক'লে, "অৱশ্যে মই তেওঁক দোষ দিয়া নাই। সেইটো হৈছে জীৱনৰ স্বাভাৱিক প্ৰয়োজন।"

কোঠাটোৰ ভিতৰত থকা অন্য মানুহকেজনেও অপৰাৰ কথা শুনি ঘূৰি চালে।

"মোক বিদায় দিবৰ কাৰণে তেওঁ ষ্টেচনলৈকে আহিছিল, তেওঁক অলপ শান্ত কৰি থৈ আহিলোঁ।"

এইবাৰ কমলেও হাঁহিলে।

অলপ পৰ বাহিৰলৈ চাই থকাৰ পিছত কমলে সুধিলে, "আপুনি জীৱনত এনেকুৱা মানুহ বহুত লগ পাইছে নহয়?"

"বহুত। মই য'ত মানুহ লগ পাইছো সকলো একে। সকলোবোৰ সেই কামনা আৰু কাব্যৰ একোটা যুক্ত প্ৰতিনিধি। যিমান পুৰুষ মানুহে মোলৈ চকু তুলি চাইছে, সেই সকলোৰে চকুত দেখিছো একেই কামনাৰ জুই, একেই কবিতাৰ ফুল।" কথাষাৰ কৈ এইবাৰ অপৰাই আৰু ডাঙৰকৈ হাঁহিলে।

কমলে অনুভৱ কৰিলে যে অপৰাই মিছা কথা কোৱা নাই। অপৰাৰ লগত কমলৰ সামান্য চিনাকি থাকিলেও ঘনিষ্ঠতা নাছিল, অথচ এতিয়া যেন অপৰাক কমলৰ ভাল লাগিছে। লাহী গাৰ, মাৰ্জিত বেশ-ভূষাৰ ধুনীয়া ছোৱালীজনী।

দেখিলেই বুজা যায় ছোৱালীজনী কালচাৰ্ড। মুখখন যদিও শান্ত, তথাপি এটা আত্মবিশ্বাসত উদ্দীপ্ত।

"আপুনি এতিয়া কি কৰিছে?" কিছুপৰৰ নিস্তব্ধতাৰ পিছত কমলে সুধিলে।

"এতিয়াও কোনো চাকৰি-বাকৰি কৰা নাই। আছো ঘূৰিপকি —"

"কিয়? কিবা নকৰে জানো?"

"নকৰিলেও অৱশ্যে চলে। কিন্তু কিবা এটা কৰিব লাগিব।"

"কি কৰিম বুলিনো ভাবিছে?"

"ঠিক এতিয়াও কৰিব পৰা নাই। কোনোবা কলেজে-চলেজেই সোমাম কিজানি —"

কিছুপৰ দুয়ো মনে মনে থাকিল।

ইতিমধ্যে কেতিয়া যে গধূলি হ'ল, কেতিয়া যে সিহঁতৰ কোঠাৰ লাইটবোৰ জ্বলিল, সিহঁতে ক'বই নোৱাৰে। কোঠাৰ ভিতৰটো বৰ নিস্তব্ধ যেন দেখি সিহঁতে ঘূৰি চাই দেখে যাত্ৰীবোৰে শোৱাৰ দিহা কৰিছে। প্ৰত্যেকে নিজৰ নিজৰ বহা ঠাইতে শোৱাৰ আয়োজন কৰিছে। সৰহভাগেই দূৰণিৰ যাত্ৰী।

"ৰাতি হ'ল, নহয়?" অপৰাই সুধিলে।

"আপুনিও শুব নেকি?"

"আপোনাৰ কথাপাতি আমনি লাগিছে নেকি?"

"আমনি লগা নাই, আপোনাৰ বেয়া লাগিছে বুলিহে —" একো নকৈ অপৰাই হাঁহিলে।

ৰাতিৰ বুকু ফালি ৰেলখন নিৰ্দিষ্ট পথৰ ওপৰেদি আগবাঢ়ি যাব ধৰিলে। মুখামুখিকৈ বহি কমল আৰু অপৰা।

বহুত পৰৰ নীৰৱতাৰ পিছত কমলে সুধিলে, "বিয়া নকৰায় নেকি?"

হয়তো এই প্ৰশ্নটো উত্থাপনৰ কাৰণেই অপৰাই বাট চাই আছিল। অপৰাই ক'লে, "ঘৰত দুমাহ-তিনিমাহ অকলে সোমাই থাকিলে কেতিয়াবা বিয়া কৰাবৰ মন যায়। নহ'লে দেখোন কোনো প্ৰয়োজন অনুভৱ নকৰো।"

আকৌ দুয়ো মনে মনে থাকিল।

কমলে বাহিৰলৈ চাই আছিছিল। আকাশত পাতল জোনাক আছিল। চকুৰে যিমান দূৰলৈকে দেখা যায়— এখন শান্ত, ধূসৰ পৃথিৱী। অলপীয়া জোনাক আৰু কোমল নীলাৰ মাজত আধা ঢাকফাই থকা এখন নীৰৱ পৃথিৱী। বহুত দূৰত ক'ৰবাত দুই-একোটা জুপুৰি ঘৰৰ বুকু ভেদি দেখা দিয়া সৰু চাকিৰ পোহৰ। পৃথিৱীখন অপৰিচিত— পথাৰ, হাবি, নৈ, ধাননি— মাজে মাজে গাঁও— মানুহৰ ঘৰ। মানুহৰ জীৱনৰ সোঁতটোও যেন ৰেলগাড়ীখনৰ দৰেই আগবাঢ়ি আহিব

লাগিছে এখন অপৰিচিত পৃথিৱীৰ নীৰৱতাৰ বুকু ফালি, শান্ত, শুই পৰা জগতখনৰ বুকুত প্ৰাণৰ স্পন্দন জগাই— কমলে ভাবিলে।

কমলে ভিতৰলৈ ঘূৰি অপৰালৈ চালে। অপৰাই তাৰ মুখৰ ফালেই চাই আছিল। অলপো অপ্ৰস্তুত নহ'ল।

"আপোনাৰ অলপ টোপনিয়ে ধৰিছে নহয়?" কমলে সুধিলে।

"অলপ টোপনি টোপনি যেন লাগিছে।"

"তেনেহ'লে আপুনি শোৱক।"

"আৰু আপুনি?"

"ময়ো শুম। পিছে কিবা এটা নেখায় জানো?"

"এৰা, খাবও লাগিছিল।"

কমলে ওপৰৰ বাৰ্থৰ পৰা টিফিন কেৰিয়াৰটো নমালে। দুয়ো বহি টিফিন কেৰিয়াৰটোৰ পৰা লৈ লৈ আহাৰীয় খাই যাব ধৰিলে।

কমলৰ ভাল লাগিল। অপৰা ছোৱালীজনী বেচ সহজ, অকণো সঙ্কোচ নকৰাকৈ তাৰে একে লগে একেটা পাত্ৰৰে পৰা খাই গৈছে। যেন একো ভাবিবলগীয়া নাই।

খাই উঠি দুয়ো শোৱাৰ দিহা কৰিলে। তেতিয়া ৰাতি বৰ বেছি নহ'লেও, অন্য যাত্ৰীবোৰ শোৱাৰ কাৰণে ৰাতি গহীন হোৱা যেন লাগিছিল।

দুয়ো বিছনা কৰিলে। ৰেলৰ ঠেক বেঞ্চখনত কোনোমতে চেপাখাই শুই যোৱাৰ বাহিৰে অন্য উপায় নাই। গাৰু দুটা মাজতে দি দুয়ো শুবলৈ ল'লে। দুয়োৰো মূৰ একে ঠাইত, ভৰি এজনৰ পূবলৈ, এজনৰ পশ্চিমলৈ।

"অসুবিধা পাইছে নেকি হাজৰিকা" কমলে সুধিলে।

"নাই পোৱা। আপুনি মাথোন মূৰে মূৰে খুন্দা নামাৰিব।" হাঁহি অপৰাই ক'লে।

দুয়ো শুবৰ চেষ্টা কৰিলে।

"ৰেলৰ বেঞ্চত শুয়ে মোৰ জীৱনৰ বহুত দিন গৈছে —" কিছু পৰৰ নিস্তব্ধতাৰ পিছত অপৰাই ক'লে।

"এৰা, আপুনিতো ঘূৰিয়ে ফুৰিছে।"

"নহ'লে মোৰ মৰি যোৱা যেন লাগে। অনৰ্গল গৈ থকাত মই বেচ আনন্দ পাওঁ।"

সিহঁত দুয়োৰো মূৰ একে ঠাইতে। কিন্তু গা-দুটা বহুত আঁতৰত। মূৰে মূৰে লগ লগাত যেন কোনো বাধা নাই, কেৱল গাত গা লগাটোহে অপৰাধৰ কথা।

অপৰাৰ চুলিখিনি বেছ ভাল গোন্ধায়। চুলিবোৰ মিহি আৰু কোমল। চুলিবোৰ উৰি আহি কমলৰ মুখত লাগেহি, কমলৰ ভাল লাগে। চুলিবোৰ মানুহৰ শৰীৰৰ এটা অঙ্গ।

"আপোনাৰ টোপনি আহিছেনে?" অলপ জড়িত মাতেৰে অপৰাই সোধে।

"নাই এথোন। আপোনাৰ?"

"মোৰো নাই অহা। কথা এটা মনত পৰিছে বুইছে —"

"কি? কওকচোন —"

"এবাৰ বুজিছে, মই বম্বেৰ পৰা বেনাৰছলৈ আহিছো। বাটতে কোনোবা এটা ষ্টেচনত এজন কাশ্মীৰী ল'ৰা উঠিল আমাৰ কম্পাৰ্টমেণ্টতে। চিনাকি হোৱাৰ পিছত এনেকৈয়ে শুব লগাত পৰিল —"

"ওঁ, তাৰ পিছত?"

"কিন্তু ল'ৰাজনৰ ইমান যে লাজ আৰু ভয়।"

"ও —?"

"মই তেওঁক বহুত ক'লো যে মোৰ ওচৰত শোৱাত মোৰ কোনো আপত্তি নাই। ল'ৰাজনৰ কিন্তু সাহ নহ'ল। ঠাই থকা সত্ত্বেও ওপৰৰ বাৰ্থত বিছনা কৰি শুলে।"

"হয় নেকি?"

"এৰা, এনেকুৱা একোটা ভয়াতুৰ ল'ৰাৰ কাৰণেই আমাৰ একোটা ধুনীয়া ৰাতি নিষ্ফল হৈ যায় —"

কথাষাৰৰ অৰ্থটো যেন বুজিও কমলে নুবুজিলে। অলপ হাঁহি কমলে ক'লে, "এৰা, কিছুমান ল'ৰা বৰ ভয়াতুৰ থাকে।"

"মোৰ বৰ হাঁহি উঠে।"

অপৰাই বাগৰ সলাইছিল। তেওঁৰ চুলিখিনি হঠাৎ উৰি আহি কমলৰ গালে-মুখে পৰিলহি। কমলে এইবাৰ বিশেষ সঙ্কোচ নকৰি চুলিখিনি ধৰিলে আৰু ক'লে, "আপোনাৰ চুলিবোৰ দেখোন আহি মোৰ মুখত পৰিছেহি —"

"বেয়া পাইছে নেকি? মই মানুহজনী যাব নোৱাৰো কাৰণেই কিজানি চুলিখিনি আপোনাৰ ওচৰ পাইছেগৈ— চাওঁ এৰি দিয়ক —"

কমল যেন কথাষাৰ শুনি হতভম্ব হৈ গ'ল। এইজনী সেই অপৰাজিতা— যাৰ বিষয়ে সি বহুত বেয়া কথা শুনিছে। কেনেকুৱা কথাবোৰ যে কৈছে। অন্য যাত্ৰীবোৰে শুনিলে কি ভাবিব?

অপৰাই চুলিখিনি সংযত কৰি লোৱাৰ কোনো চেষ্টা নকৰিলে। কমলৰো বেয়া নেলাগিল। এই ছোৱালীজনীৰ চুলিৰ আগলৈকে যেন অতৃপ্ত কামনাৰ তীব্ৰতা। অথচ ইমান কোমল আৰু মিহি অপৰাৰ চুলিবোৰ।

কিছু পৰৰ মূৰত অপৰাই হাতেৰে খেপিয়াই কমলৰ মুখৰ ওপৰত পৰি থকা চুলিখিনি বিচাৰি আনিলে। কমলে চুলিখিনি এনেয়ে ধৰি আছিল। অপৰাই তাৰ হাতৰ মুঠিৰ পৰা চুলিখিনি এৰুৱাই আনিলে।

"অ' আপোনাৰ হাতখন শুদা হৈ গ'ল, নহয়?" অপৰাই ক'লে আৰু কমলৰ হাতখন বিচাৰি লৈ নিজৰ হাতৰ মাজত ধৰিলে। কমলে একো নক'লে।

ৰেলখন গৈ থাকিল।

অপৰাৰ হাতখন কোমল আৰু চেঁচা। ভিতৰত হয়তো উত্তাপৰ প্ৰবাহ আছে, কিন্তু সি অনুভূতিক চেৰাই যায়।

অলপ পৰৰ মূৰত অপৰাই ক'লে, "হাতখন এৰি দিবনে? একেথৰে থাকি দুখ পাইছো —"

কমলে হাতখন এৰি দিলে।

অপৰাই ক'লে, "ঘৰত আপোনাৰ বিশেষ কিবা কাম আছে নেকি?"

"তেনে বিশেষ কাম একো নাই।"

"চাকৰিওতো আপাততঃ নকৰে?"

"পালে কৰিম। কিন্তু এতিয়ালৈকে তাৰ একো দিহা হোৱা নাই।"

"আমাৰ তালৈকে যাওঁ বলক। কেইদিনাম থাকি যাব —"

"আপোনালোকৰ তালৈ? কিন্তু —"

"একো অসুবিধা নহয়। আমাৰ ঘৰতে থাকিব পাৰিব। আৰু এটা কথা।"

"কি?"

"দেউতা এতিয়া ঘৰত নাই। আজি বাৰ দিন হ'ল। চিমলালৈ গৈছে। তিনি মাহ থকাৰ কথা। ব্লাড প্ৰেছাৰ দিনে দিনে বাঢ়িছেহে।"

"তেখেতৰনো ব্লাড প্ৰেছাৰ কেতিয়াৰ পৰা হ'ল?"

"আজি চাৰি বছৰমানৰ পৰা। ঘৰত মোৰ থাকিবৰে মন নেযায়। ইমান অকলশৰীয়া অকলশৰীয়া লাগে। মা থকা-নথকা একে কথা। আপুনি থাকিলে কেইদিনমান বেচ ভাল লাগিব।"

"কিন্তু ঘৰত মোৰ কিছু কাম আছে।"

"আপোনাৰ কাম খতি কৰি অৱশ্যে মই থাকিবলৈ নকওঁ। যদি এনেয়ে আছে তেতিয়াহে কৈছো। আপোনাৰনো কি কাম আছে?"

"মই Anthropologyৰ বিচাৰ্চ কৰিবৰ মন কৰিছো —"

"ক'ত?"

"নগা পাহাৰৰ ফালেই যাম কিজানি —"

"কিয়? আমাৰ ইয়াত জানো বিচাৰ্চ কৰিবলগীয়া একো নাই?"

"ক'ত?"

"এই ধৰক আমাৰ তাত। মোক লৈওতো আপুনি ৰিচাৰ্চ কৰিব পাৰে —" কৈ অপৰাই হাঁহিলে।

"আপোনাক লৈ? সেইটোতো আৰু Anthropology নহ'ব। সি হ'ব psychologyৰ ৰিচাৰ্চ। মইতো চাইকলজিৰ বৰ বেছি নেজানো।"

"শোৱক, শোৱক, বহুত ৰাতি হ'ল। আমাৰ তালৈ ব'লক। কিছুদিন তাত ৰিচাৰ্চ কৰি তাৰ পাছত নগা পাহাৰলৈ যাম।"

কমলে যেন ভাবিব লগাত পৰিল। অপৰাৰ লগত গৈ সিহঁতৰ আলহী হ'বলৈ কমলৰ নিশ্চয় ভাল লাগিব। কিন্তু এইদৰে ঘূৰি ফুৰিলেই জানো তাৰ কাম হ'ব? তাৰ আছে কৰ্তব্য, আছে দায়িত্ব। দেউতাকহঁতেতো শ্বিলঙৰ পৰা কিবা কাম লৈয়ে অহা বুলি ভাবি বহি থাকিব পায়। নহয়, এনেকৈ অহাৰ লগত অহা, যোৱাৰ লগত যোৱা হৈ দিয়া বেয়া কথা। পেছিভ হোৱাটো পুৰুষৰ কাম নহয়। তাৰ ব্যক্তিগত মতামত এটা থকা নিতান্ত দৰকাৰ। তাতে অপৰাজিতা —!

তাৰ ভাবত ব্যাঘাত ঘটাই অপৰাই ক'লে, "এনেই থাকিবলৈ যদি বেয়া পায় তেন্তে কিবা কাম কৰিও আমাৰ তাত থাকিব পাৰিব। আমাৰ তাৰ কলেজটোতো কিবা-কিবি বহুত প্ৰফেছাৰ লাগে —।"

"বাৰু এতিয়া অলপ শুই লোৱা যাওক, নহয় জানো? কি কৰা যায়, সেইটো কালিলৈ পুৰা ভাবিলেও নচলিব জানো?"

"বাৰু তেন্তে, এই সৰু কথাটো ভাবিবৰ কাৰণেই যদি আপোনাৰ দহ ঘণ্টাৰ দৰকাৰ, তেন্তে শুই শুই ভাবক। মই কিন্তু আৰু নেভাবো।" অপৰাই আকৌ বাগৰ সলালে।

কমলৰ মুখৰ কাষতে অপৰাৰ মুখখন, বগা, সৰু, ধুনীয়া মুখখন, কপালৰ আগত দুডালমান সৰু কেঁকোৰা চুলি। অপৰাৰ নাকটো জোঙা, গাল দুখন পুৰঠ আৰু নিমজ।

অপৰাই ক'লে, "আপোনাৰ টোপনি ধৰিছে নহয়? শোৱক, মই আৰু আমনি নকৰো।"

"কতনো আমনি কৰিছে? মোৰ ভাল লাগিছে। আপুনি জীৱনটোক বৰ সহজভাবে লৈছে নহয়?" কমলে সুধিলে।

"অকণো সহজ নহয়। মোৰ জীৱনটো বৰ জটিল, বাৰু যাবলৈ দিয়ক। মোৰ জীৱনটোনো আৰু কি?"

লাহে লাহে ৰেলৰ অবিশ্ৰান্ত ঘট-ঘটনিত দুয়োৰে চকু মুদ খাই আহিল। অপৰাৰো টোপনি আহিব ধৰিলে। অভ্যস্ত হাতেৰে গাৰ কাপোৰখিনি এবাৰ ঠিক কৰি লৈ অপৰা শুলে।

"খিৰিকীখন বন্ধ কৰি দিম নেকি?" কমলে সুধিলে।

"দিলেও দিয়ক। চকু দুটা বন্ধ আছে যেতিয়া খিৰিকীখন খোলা থকা, বন্ধ থকা একে কথা।" চকু নেমেলাকৈয়ে অপৰাই ক'লে।

তথাপি কয়লা গুৰিৰ পৰা ৰক্ষা পাবৰ কাৰণে কমলে সিহঁতৰ মূৰৰ ওচৰৰ খিৰিকীখন বন্ধ কৰি দিলে।

"আপুনি শুইছেনে?" গাৰুত মূৰ থৈ এনেয়ে কমলে সুধিলে।

"চেষ্টা কৰিছো, আপুনি ওচৰতে শোৱাৰ কাৰণেই নেকি মোৰ দেখোন টোপনিয়েই ধৰা নাই —।"

তাৰ পাছত আৰু কোনেও কথা নক'লে।

কমল অপৰাহঁতৰ ঘৰত চাৰি দিন থাকিল। ঘৰত অপৰাজনী এজনী সম্পূৰ্ণ বেলেগ ছোৱালী। পুৱাতে শুই উঠি চোতাল-ঘৰ সাৰে, নিজেই চাহ কৰে, ভাত ৰন্ধাতো লাগি-মেলি দিয়ে। মাজে মাজে মাকৰ লগত ঠাট্টা ঈয়াৰ্কিও কৰে, মাক আগৰ দিনৰ হাকিমনী মনোবৃত্তিৰ মানুহ। চাকৰ-বাকৰৰ ওপৰত কৰ্তৃত্ব কৰি আনন্দ পায়। নিজক অলপ সাধাৰণৰ লগৰ পৰা আঁতৰাই ৰাখে।

অপৰাই কিন্তু অলপ অন্য ধৰণে থাকি ভাল পায়।

অৱশ্যে কমলৰ পৰিচয় পাই অপৰাৰ মাকে বেচ আগ্ৰহেৰেই কথা-বতৰা পাতিলে। ৰাজনীতি আদি বিশেষ নুবুজিলেও এনেয়ে সকলো কথা কিছু কিছু জনা যেন দেখুৱাবৰ চেষ্টা কৰিলে। মধ্যবিত্তৰ আপুৰুগীয়া সন্মানবোধ, ৰুচিবোধ আদিৰ জ্ঞান যেন তেওঁৰ পূৰা মাত্ৰাই আছে, পাকে-প্ৰকাৰে তাৰ ইঙ্গিত তেওঁ দি যাবলৈ নেপাহৰিলে।

কমলৰ প্ৰতি আগ্ৰহটোৰ অন্য এটা সৰু কাৰণো আছিল। আজিলৈকে যতবোৰ ডেকা ল'ৰাক তেওঁ অপৰাৰ লগত দেখিছে, তাৰ প্ৰায় সৰহভাগেই দায়িত্বহীন, ঘৰ-সংসাৰৰ বিচাৰ নৰখা দেৱলীয়া ধৰণৰ। প্ৰত্যেকটোৱেই একোটা আদৰ্শবাদী, হয়তো ক'ৰবাৰ ট্ৰেড ইউনিয়নৰ লীডাৰ, নতুবা কিবা সাহিত্যিক, নতুবা আৰ্টিষ্ট। অপৰাৰ কাৰণে দৰকাৰ ঘৰ-সংসাৰৰ দায়িত্বজ্ঞান থকা এজন কৰ্মক্ষম ডেকাৰ।

কমলৰ সেই সম্ভাৱনা আছে।

অপৰাহঁতৰ ঘৰত কমলৰ আটাইতকৈ ভাল লাগিল অপৰাৰ দেউতাকৰ লাইব্ৰেৰীটো। বেচ ডাঙৰ লাইব্ৰেৰীটো। সকলো প্ৰকাৰৰ কিতাপ আছে। ৰাজনীতি, অৰ্থনীতি, সাহিত্য, বুৰঞ্জী আৰু বহুত কিবা কিবি।

"আপুনি এই কিতাপবোৰ পঢ়িছেনে?" কমলে অপৰাক সুধিলে।

"দুই-চাৰিখন পঢ়িছো। গোটেইবোৰ পঢ়িবলৈ সময় পাম কত?"

"বেচ ভাল কিতাপবোৰ আছে। আপোনাৰ দেউতাকে পঢ়ে নহয়?"

"বাহিৰলৈ ওলাই গৈ শিকিবলৈ যাৰ উপায় নাই, তাৰ আৰু ঘৰৰ ভিতৰতে কিতাপ পঢ়ি শিকাৰ বাহিৰে অন্য কি উপায় আছে? দেউতাৰ যিহে চাকৰি, ঘৰলৈ মানুহ আহিবলৈকো ভয় কৰে।"

কমলে আগ্ৰহ আৰু মনোযোগেৰে কিতাপবোৰ চাই গ'ল। কিছুমান সি পঢ়া কিতাপ, কিছুমান সি কেতিয়াও পঢ়া নাই, মাত্ৰ নামহে শুনিছে। কিছুমানৰ আকৌ আগতে সি নামো শুনা নাই।

কিতাপত এনেদৰে মন লগোৱা দেখি অপৰাই এবাৰ ক'লে, "আপুনি জানো আমাৰ ঘৰত কিতাপ পঢ়িবলৈকে আহিছিল? কিতাপ অলপ বাদ দিয়কচোন।"

"কিন্তু বৰ ভাল ভাল কিতাপ আছে দেই কিছুমান —"

"সকলোতে একেটা কথাই পাব। আপোনাৰ সেই Biology নতুবা Anthropology"

কমলে হাঁহিলে।

"আহক অলপ ফুৰি আহোঁগৈ। কিমাননো ঘৰৰ ভিতৰতে সোমাই থাকিব?" — অপৰাই ক'লে।

"কোন ফালে যাবনো?"

"আহকচোন বাৰু, মোৰ লগত গ'লে আপুনি নেহেৰায়।"

ফুৰি ফুৰি সিহঁত ঘৰৰ পৰা বহুত দূৰ পালেগৈ। জুৰ সন্ধিয়াটো কমলৰ বেচ ভাল লাগিল। সিহঁত গৈ নৈৰ পাৰ পালেগৈ।

নৈখনৰ পাৰত ৪/৫ ফুট ওখ জুপুৰি কিছুমান। জুপুৰিবোৰৰ সন্মুখত মুটিয়া-মুটিয়ানীবোৰ আৰু সিহঁতৰ নাঙঠ ল'ৰা-ছোৱালীবোৰ। সিহঁতৰ গাত মাটি, ময়লা আৰু ধপাত-ভাঙৰ মিহলি গোন্ধ। গোন্ধবোৰ তীব্ৰ আৰু উৎকট। মানুহৰ উশাহ বন্ধ কৰি দিয়ে।

মতাবোৰৰ কঁকালত এবেগেত বহল একোডোখৰ মাটিবৰণীয়া কাপোৰ। তাৰে লজ্জা নিবাৰণ নহয়, মাত্ৰ একেবাৰে উলঙ্গ নোহোৱাকৈ ৰাখে। অৱশ্যে লজ্জা-জ্ঞান কি সিহঁতে নেজানে। তিৰোতাবোৰৰ কঁকালত প্ৰায় এমুঠন বহল একোডখৰ মলিয়ন কানি। সিহঁতৰ গাবোৰ প্ৰায় উদি। কঁকাল আৰু বুকু দুয়োটাই ঢাকিবৰ কাৰণে কাপোৰ যথেষ্ট নহয়। অলপ গাভৰু তিৰোতাবোৰে কিবা এডোখৰেৰে বুকুখন ঢাকে। যিবোৰৰ তাকো নাই, সিহঁত অইন মানুহ ওচৰলৈ গ'লে মাটিতে বহি দিয়ে আৰু আঁঠু দুটাৰ মাজত বুকুখন ঢাকিবৰ চেষ্টা কৰে, নাইবা হাত দুখনেৰেই কোনো মতে লাজ লুকুৱায়। ল'ৰা-ছোৱালীবোৰ উলঙ্গ।

অপৰাহঁত সিহঁতৰ কাষেদিয়ে আগবাঢ়িল।

"ইমান লেতেৰাকৈ থাকে ইহঁতবোৰ —?" কমলে বিৰক্তিৰেই ক'লে।

"পৰিষ্কাৰ হৈ থাকিবলৈ জানো সিহঁতক কোনোবাই কেতিয়াবা শিকাইছিল?"

"ইচ্ছা কৰিলে সিহঁত অলপ ভালে থাকিব পাৰে।"

"কিন্তু সেই ইচ্ছাটোৰ বিষয়েও সিহঁতক সজাগ কৰি দিছে কোনে?" অপৰাই যেন অভিযোগটো কমলৰ ওপৰতে ৰাখিলে।

"আমি ঘূৰো আৰু আহক। ৰাতি যথেষ্ট হ'ল —" কমলে ক'লে।

"আপোনাৰ বেয়া লাগিছে নহয়? কিন্তু ইমানতে যদি বেয়া লাগে আপুনি নৃতত্ত্বৰ কি ৰিচাৰ্চ কৰিব? এইবোৰৰ মাজতেতো আপোনাৰ ডিগ্ৰীৰ থিচিছখন লুকাই আছে।"

আৰু কিছুদূৰ গৈ সিহঁত অলপ মুকলি ঠাইত ওলালগৈ। নদীৰ পাৰ— বেচ ফৰকাল।

এটা সৰু ঘৰৰ ভিতৰত এজুম ল'ৰা-ছোৱালী। মাজতে এটা লেম জ্বলি আছে। অপৰা ঘৰটোলৈ সোমাই গ'ল। পিছে পিছে কমলো গ'ল। ভিতৰৰ ল'ৰা-ছোৱালী দলে সিহঁতক দেখি থিয় দিলে।

"মাষ্টৰ অহা নাই?" অপৰাই সুধিলে।

"দোছোৱা হৈছিল পৰিলেহে আহিব —" ল'ৰা এটাই ক'লে।

"বাৰু, তোমালোকে পঢ়া —" দুয়ো ওলাই আহিল।

আলিবাটত উঠি কমলে সুধিলে, "সেইবোৰ মুটিয়াৰ ল'ৰা-ছোৱালী নহয়নে?"

"হয় —"

"অসমীয়াতো ভাল ক'ব পাৰিছে —"

"কোনো ৰাজহুৱা সভা পাতি প্ৰস্তাৱ লোৱা হোৱা নাছিল, সেই কাৰণেই পাৰিছে।"

"স্কুলখন কোনে চলায়?" কমলৰ জানিবৰ মন গ'ল।

"কোনে চলায় বুলি ভাবে আপুনি?"

কমলে ক'লে, "মিউনিচিপালিটিয়ে নহয় জানো?"

অপৰাই স্কুলখন কেনেকৈ চলোৱা হয় তাৰ সবিশেষ কমলক ক'লে। অপৰাৰ তত্ত্বাৱধানত এতিয়া অসমৰ বিভিন্ন ঠাইত এঘাৰখন প্ৰাইমেৰী স্কুল চলিছে। অনুন্নত মানুহৰ ল'ৰা-ছোৱালীবোৰে তাত বিনা মাচুলে শিক্ষা লাভ কৰিছে।

অপৰাৰ কথা শুনি কমল অলপ আচৰিত হ'ল। অপৰাৰ ওপৰত কমলৰ যি ধাৰণা জন্মিছিল, হঠাৎ যেন তাৰ এটা পৰিৱৰ্তন হৈ গ'ল।

"কিন্তু আপুনি এইবোৰ কাম কৰিবলৈ সময় পাইছে কত?"

"সময় নাই, টকা নাই, সুযোগ-সুবিধা নাই বোলা কথাবোৰ ধনবান শ্ৰেণীৰ অস্ত্ৰ। তেওঁলোকে কোনো এটা পৰিকল্পনা কাৰ্যকৰী কৰিব পৰা নগ'ল কিয় তাৰ কৈফিয়ৎটোও পৰিকল্পনাৰ লগতে কল্পনা কৰি থয়। কিন্তু আমাৰ কল্পনাৰ অৱসৰ নাই —"

"আমাৰ মানে" কমলে যেন অপৰাৰ কথাবোৰ বুজা নাছিল।

"বহুত 'মই' লগ লাগিলেই 'আমি' নহয় জানো?"

কমলে আৰু বেছি কথা নুসুধিলে। অপৰাৰ ওচৰত তাৰ নিজকে অলপ সৰু যেন লাগিল। জৰ্জৰ জীয়েক অপৰাই মুটিয়াৰ ল'ৰাৰ স্কুল চলায়।

বাটটো আন্ধাৰ। এজাক বতাহ মাৰি আছে পাতলকৈ। মুটিয়াবোৰৰ ভাত খাবৰ সময় হ'ল। বেছি ভাগে বেলি পৰাৰ আগতে ভাত খায়। যি দূৰে দূৰে কাম কৰে সিহঁতে ইমান পৰত ভাত খায়। লোণ আৰু জলকীয়াৰেই সিহঁতে সাধাৰণতে ভাত খায়। কেতিয়াবা আলুগুটি পোৰা, বা মাছ পোৰা।

কিছুদূৰ অহাৰ পিছত অপৰাই ক'লে,

"আপোনাৰ ৰিচাৰ্চৰ কাৰণে ইয়াতো জানো সামগ্ৰী নাই?"

কথাষাৰ ঠাট্টাৰ সুৰত ক'লে নেকি কমলে ধৰিব নোৱাৰিলে।

ৰাতি ভাত খাই সকলো শোৱাৰ পিছত কমলৰ কোঠালৈ অপৰা সোমাই আহিল।

কমলে অলপ ভয় খালে। তাৰ মুখখন শেঁতা পৰি গ'ল। অপৰা আহি তাৰ বিছনাখনতে বহিল।

"আপুনি শোৱা নাই।" অস্পষ্ট, সৰু মাতেৰে শোৱাৰ পৰাই কমলে সুধিলে।

"শুইছিলো, টোপনি নাহিল। মাক ইমান চিঞৰিলো এটোপা পানী দিবলৈ— মাৰ আকৌ টোপনি। সাৰেই নেপালে।"

কমল বিছনাতে বহিল। সি সহজ হ'বৰ চেষ্টা কৰিলে। কিন্তু তাৰ চকু দুটাত বিস্ময়।

"আপোনাক এষাৰ কথা কওঁ দেই —"

"কওক কি কথা?"

"মাহঁত মোৰ বিয়া পাতিবৰ কাৰণে ব্যস্ত হৈ পৰিছে। আজিকালি তেওঁলোকৰ অন্য চিন্তা নাই।"

"হয়।"

"আপুনি এটা কাম কৰিব পাৰিব?"

"কিনো?"

"মোক বিয়া কৰাম বুলি ক'ব পাৰিব?"

ডাঙৰকৈ চকু দুটা মেলি কমলে অপৰাৰ চকুলৈ চালে।

"আপুনি ভয় খাইছে কিয়? বিয়া কৰাম বুলিলেই যে কৰাব লাগিব তাৰতো কোনো অৰ্থ নাই। ভাল নেলাগিলে, লাগিলে পিছত বিয়া নকৰাব। মই অকণো বেয়া নেপাওঁ।"

"তেন্তে সেইদৰে কোৱাৰ পৰা লাভ কি হ'ব?" কমলে সুধিলে।

"মই অলপ ৰক্ষা পাম, আপুনিও কিছু খাত্তিৰ পাব, মাও অলপ শান্ত হ'ব —"

"কিন্তু বিয়াৰ নিচিনা এটা চিৰিয়াছ কথা লৈ এনে ধেমালি কৰা জানো ঠিক হ'ব?"

"বিয়াক Seriously ল'লেই Serious হয়, নহ'লে একো নাই। কওক আপুনি পাৰিবনে?"

অলপ পৰ কমল মনে মনে থাকিল।

"চাওক, কথাটো আপুনি যিমান সহজভাৱে লৈছে মই সিমান সহজভাৱে ল'ব নোৱাৰো। বিশেষকৈ দেউতা যেতিয়া আছে, আৰু মোৰ সংস্থানো যেতিয়া হোৱা নাই —"

"হাঃ হাঃ" কৈ হাঁহি অপৰাই ক'লে, "অ' আপুনি সেই তাহানি কালৰ ল'ৰাবোৰৰ নিচিনাই হৈ আছে। বিয়া কৰালেই যে আপুনি মোক ডিঙিত বান্ধি লৈ ফুৰাব লাগিব তাৰতো কোনো অৰ্থ নাই। আপুনি তেন্তে নোৱাৰিব, নহয়?" অপৰাই কমলৰ মুখলৈ চালে।

কমলে কাষতে বহি থকা অপৰাৰ হাতখন ধৰিলে আৰু ক'লে, "আপুনি সঁচাকৈয়ে কৈছে নেকি হাজৰিকা?"

"সঁচাকৈয়ে কৈছো। বিয়া বিয়াকৈ মোক ইমান জুলুম কৰিছে যে ইমানতে যদি কোনোবা এজনে মোক বিয়া নকৰায় বা বিয়া কৰাও বুলি নোলায়, তেন্তে মোৰ আৰু ঘৰত থকা টান হ'ব।"

"কিন্তু আপোনাৰ কাৰণে জানো সঁচাকৈয়ে পাত্ৰৰ অভাৱ?"

অপৰাই হাঁহিলে।

"আপুনিয়ে দেখোন তাৰ স্পষ্ট প্ৰমাণ —"

অলপ পৰ দুয়ো মনে মনে থাকিল। ঘৰটো নিস্তব্ধ।

"বাৰু আপুনি কাৰোবাৰ প্ৰেমত পৰিছে নেকি?" অপৰাৰ কথাষাৰ শুনি কমলে তেওঁৰ মুখলৈ চালে।

"মানে ধৰক, সৰুৰে পৰা চিনাজনা, আলাপ-পৰিচয়, মিলাপ্ৰীতি— এনেকুৱা কোনোবা ছোৱালী আছে নেকি?"

"ওহো, কোনো নাই।"

"কাৰোবাৰ লগত জানো বিয়াৰ বন্দবস্ত হৈছে?"

"না— ই হোৱা —"

"তেন্তে মোক বিয়া কৰাবলৈ ভয় কৰিছে কিয়? মই জানো বৰ বেয়া ছোৱালী? কওক —"

"কিন্তু মই সঁচাকৈয়ে ভাবি চাব লাগিব —"

অপৰাই আকৌ হাঁহিলে, উন্মুক্ত, উচ্ছল হাঁহি। অপৰাৰ হাঁহিত নীৰৱ কোঠাটো জনজনাই গ'ল। কমলৰ ভয় লগা যেন লাগিল। অপৰাৰ গাৰ কাপোৰ একেবাৰেই খহি গৈছে, তাৰ প্ৰতি অপৰাৰ অলপো লক্ষ্য নাই।

হঠাৎ অপৰা বহাৰ পৰা উঠিল, আৰু কমলৰ হাতৰ পৰা নিজৰ হাতখন এৰুৱাই আনিলে।

"আপোনালোক বৰ ভয়াতুৰ" কথাষাৰ কৈ অপৰাই আকৌ হাঁহিলে। কমলৰ ভয় লাগিল, কিজানিবা কোনোবাই সাৰ পায়।

অপৰা কমলৰ কাষলৈ আহিল, তাৰ পিছত কমলৰ থুঁতৰিটোত ধৰি মুৰটো ওপৰলৈ কৰি হাঁহি ক'লে, "মই জানো বেয়া ছোৱালী কওকচোন বাৰু?"

কমলে দেখিলে তাৰ চকুৰ আগত এজনী উদ্ভিন্ন-যৌৱনা যুৱতী। চাদৰ খহি পৰা অপৰাৰ বুকুখন পাতল বদিচটোৰ আৱৰণ ভেদি লোভনীয়ভাৱে স্পষ্ট হৈ উঠিছে। অপৰাৰ ওঁঠ দুটা ৰঙা তেজেৰে ৰাঙলী হৈ উঠিছে। কিন্তু অপৰা অধীৰ নহয়, শান্ত।

কমলে কি ক'ব বিচাৰি নেপালে।

অপৰাই কমলক এৰি দিলে আৰু ক'লে, "বাৰু আপুনি ভাবক। আজি ৰাতিটো আছে নহয়। মই যাওঁ —" কৈয়ে অপৰা কোঠাটোৰ পৰা ওলাই গ'ল। স্বপ্নাবিষ্টৰ দৰে কমল কিংকৰ্তব্যবিমূঢ় হৈ ৰৈ গ'ল। অপৰা যে হঠাৎ এনেকৈ গুচি যাব সি ভাবিবই পৰা নাছিল। তাৰ অলপ অপ্ৰস্তুত হোৱা যেন লাগিল।

চকু দুটা মুদি দি বিছনাত পৰিল, আৰু টোপনি যাবৰ চেষ্টা কৰিলে।

আপুনি জানো কাৰোবাৰ প্ৰেমত পৰিছে?

কাৰোবাৰপ্ৰেমত? ...

প্ৰেম? ...

সি ভাবিবৰ চেষ্টা কৰিলে। কাৰোবাৰ প্ৰেমত জানো সি পৰিছে, কতা তাৰতো মনত নপৰে।

ধেৎ। সেইবোৰ প্ৰেম নহয়। প্ৰেম মানে ভালপোৱা।

লাহে লাহে কমলৰ টোপনি আহিল। সি আৰু অপৰাৰ কথা নেভাবিলে। তাৰ মাথোন অলপ ভয় লাগিছিল জানোচা আকৌ ৰাতি অপৰা শোৱাৰ পৰা উঠি আহি তাৰ কাষ পায়হি। কিন্তু আৰু কোনো নাহিল।

আৰু এদিন তাত থাকি কমল যাবলৈ ওলাল, অপৰাৰ মাকে ৰাখিলে, কিন্তু কমলে ঘৰত জৰুৰী কামৰ অজুহাত দেখুৱালে। অপৰাই একো নক'লে। পিছদিনা ৰাতিপুৱা যেতিয়া অপৰাই তাক চাহ খাবলৈ মাতিবলৈ আহিল, তাৰ বৰ লাজ লাগিল। কিন্তু অপৰাৰ অকণো পৰিবৰ্তন হোৱা নাই। সহজভাৱেই কথা-বতৰা পাতিলে, যেন আগৰাতি একোৱেই হোৱা নাছিল। সিও সহজ হ'বৰ চেষ্টা কৰিলে। তথাপি তাৰ সঙ্কোচ নগ'ল। সিয়েই যেন কিবা এটা অজানিত কাৰণত অপৰাধী।

কথাটো অপৰাই লক্ষ্য কৰিলে, কিন্তু তেওঁ নিৰ্বিকাৰ। মাখোন চাহৰ মেজত বহি অপৰাই ক'লে, "আপুনি কালি ৰাতিৰ কথাকে এতিয়াও ভাবি আছে নেকি? সেইবোৰ আৰু নেভাবিব। ভাবিব লগা জানো কিবা আছে?"

অপৰাৰ মুখলৈ চাই কমলে হাঁহিলে।

চাহখিনি কৰি কমললৈ আগবঢ়াই দি অপৰাই ক'লে, "আপোনাৰ হয়তো কালিৰ ৰাতিটোক মনত ৰাখিবৰ ইচ্ছা হ'ব পাৰে, কিন্তু তাৰ কোনো সাৰ্থকতা নাই। মইতো শুই উঠিয়ে পাহৰিলো।"

হাঁহি কমলে ক'লে, "আপুনি যে মোৰ লগত ইমান ডাঙৰ পৰিহাস এটা কৰিব মই আশাই কৰা নাছিলো। আপুনি বৰ দুষ্ট।"

অপৰাই তাৰ মুখলৈ চালে, একো নক'লে। ...

আবেলি চাৰি বজাত কমলে ষ্টেচনলৈ খোজ ল'লে। অপৰাহঁতৰ গাড়ী আছিল, কিন্তু অপৰাই ক'লে যে খোজকাঢ়ি যোৱাই ভাল, বেচ ফূৰ্তি লাগে। কমল মান্তি হ'ল।

অপৰাৰ মাকৰ পৰা বিদায় লৈ কমল ওলাই আহিল। আকৌ যেতিয়াই সময় পায় আহিবৰ কাৰণে তেওঁ কমলক টানি ক'লে। কমলেও সন্মতি জনালে।

ষ্টেচন পাই দেখে গাড়ী আহিবলৈ যথেষ্ট পলম আছে। "অলপ বহো আহক।"

অপৰাৰ কথামতে দুয়ো গৈ ৱেটিং ৰুমতে মুখামুখিকৈ বহিলগৈ।

"আপুনি মোক বৰ বেয়া বুলি ভাবিছে নেকি?" অপৰাই সুধিলে। অপৰাৰ ওঁঠত এটা মাৰাত্মাক সৰু হাঁহি।

"নাই— কিয় বেয়া বুলি ভাবিম?"

"আপুনি নগা পাহাৰলৈ যাব নহয়?"

"এৰা, যাম বুলি ভাবিছো।"

"তাত কত থাকিবগৈনো?"

"এতিয়াও সেই বিষয়ে ভবা নাই। থাকিম ক'ৰবাত।"

"কেতিয়াবা মই গৈ ওলালেগৈ চিনিব পাৰিবনে?"

"আপুনি ওলাবগৈ? আগে বাৰু যাব, তাৰ পিছত চিনা-নিচিনাৰ প্ৰশ্ন —"

"মোৰ নিচিনা ছোৱালীয়ে বাৰু কেতিয়াবা বিয়া কৰায়নে?"

"কিয়?"

"তেন্তে বিয়া কৰাবই লাগিব, নহয়?"

অপৰাৰ কথাবোৰ অসংলগ্ন। কমলে অনুভৱ কৰিলে যেন অপৰাৰ কিবা এটা দৰকাৰী কথা ক'ব লগা আছে, কিন্তু ক'ব পৰা নাই। কমলে অপৰাৰ মুখলৈ চালে। গঢ়িত, ধুনীয়া মুখখন। অলপ ৰঙা পৰিছে।

হঠাৎ অপৰাই সুধিলে, "আপুনি বাৰু ঈশ্বৰত বিশ্বাস কৰেনে?" প্ৰশ্নটো আছিল একেবাৰেই অপ্ৰাসঙ্গিক। কমল অপ্ৰস্তুত হৈ পৰিল।

"কিয়নো সুধিলে?"

"আমাৰ দেউতা খুব ঈশ্বৰ-ভক্ত —"

কমলে হাঁহিলে।

"মাও ঈশ্বৰৰ সহায় নহ'লে এখোজো যাব নোৱাৰা বিধৰ।" এইবাৰ দুয়ো হাঁহিলে।

কমলে সুধিলে, "আৰু আপুনি?"

"মই? ডেকা মানুহৰ ঈশ্বৰ নহ'লেও চলে।"

ঘণ্টা বাজিল, ৰেল আহিবৰ হ'ল। দুয়ো ওলাই আহিল। ৰেলখন আহি ষ্টেচনত ৰ'লহি। ৰেলৰ তৃতীয় শ্ৰেণীৰ এটা কোঠাৰ পৰা নামি আহিল মাধৱ। মাধৱক দেখি কমল অলপ আচৰিত হ'ল।

"ক'ৰ পৰা ওলালহি ফুকন?"

তাৰ প্ৰশ্নৰ উত্তৰ নিদি মাধৱে ক'লে, "আপুনি যাবলৈকে আহিল নেকি?"

অপৰাই মুখ টিপি হাঁহিলে।

"আপনিও নেযায় জানো?" কমলে সুধিলে।

"মোৰ অলপ কাম আছে। ইয়াতে দুদিন ৰৈ যাম।"

মালপত্ৰবোৰ তুলি লৈ কমল ৰেলত উঠিল। অপৰাও উঠি তাৰ মেলি লোৱা বিছনাখনতে বহিল, আৰু ক'লে, "আকৌ কেতিয়াবা আহিব দেই —"

"সময় সুবিধা হ'লে নিশ্চয় আহিম —"

"এইবাৰ আৰু আমনি নকৰো।"

কমলে হাঁহিলে। হঠাৎ কথাষাৰ শুনি কমলৰ অপৰালৈ মৰম লাগি গ'ল। অপৰা হয়তো অকৃত্ৰিম। তেওঁ হয়তো, তেওঁ হয়তো সঁচাকৈয়ে আশা কৰে যে—

ৰেলে হুইচেল দিলে। অপৰা নামি গ'ল।

কমলে ক'লে, "চিঠি দিব দেই —"

"আপুনিও দিব —"

ৰেলৰ চকা ঘূৰিল। এনেতে মাধৱ কাষ চাপি আহি ক'লেহি— "বৰুৱা, মোৰ ঘূৰি যোৱাত দুদিনমান দেৰিও হ'ব পাৰে, আপুনি পাৰিলে উপমাৰ খবৰ কৰিব।"

"ভাল বাৰু। আপুনিনো কেতিয়া মানে ঘূৰিব —"

"কোনো ঠিকনা নাই। তালৈ গ'লে আপুনি আমাৰ ঘৰতে থাকিব পাৰিব।"

ক্ৰমে ৰেলৰ বেগ বেছি হ'ল।

"আহিলো দেই —" অপৰাৰ পৰা কমলে বিদায় ল'লে। অপৰাই ধুনীয়াকৈ হাঁহি বিদায় দিলে। ৰেলৰ খিৰিকীয়েদি মূৰ উলিয়াই কমলে বাহিৰলৈ চাই ৰ'ল—

দেখিলে অপৰা আৰু মাধৱ দুয়ো একেলগে খোজ দিছে। মাধৱৰ সৰু এটাচীটো অপৰাৰ হাতত। নেদেখা নোহোৱালৈকে সি সিহঁত দুটাৰ ফালে চাই থাকিল। ক্ৰমে অপৰা আৰু মাধৱ তাৰ মনত সৰু হৈ আহিল।

তেইশ বছৰীয়া কমলৰ জীৱনটোত কমলে কোনোদিন অনুভৱ কৰিবৰ সুযোগ পোৱা নাছিল নাৰী কি! সি কিতাপ পঢ়িছিল, গল্প, উপন্যাস, কবিতাও পঢ়িছিল, কিন্তু বাস্তৱ জীৱনত তাৰ তাৎপৰ্য কি সি ভাবি চাবৰ অৱসৰ নেপাইছিল। প্ৰেমৰ গল্পও সি বহুত পঢ়িছিল, কিন্তু সেইবোৰ গল্পতেই সম্ভৱ— এয়ে আছিল তাৰ ধাৰণা।

ঘৰ পাই সি দেখিলে ঘৰটো বৰ নিৰস। আইজনী, তাই বৰ পুৰণি ধৰণৰ। ঘৰবোৰৰ বেৰে-চালে সি দেখিলে এটা আমনি লগা প্ৰাচীনতাৰ বোল। ইমান গতানুগতিক হ'লে মানুহ জীয়াই থাকিব নোৱাৰে— সি ভাবিলে। নিজেই নজনাকৈ সি অনুভৱ কৰিলে যেন তাক এটা প্ৰচণ্ড গতি লাগে, অজানিত অপৰিচিত পথত আগবাঢ়ি গৈ থকাৰ এটা উন্মাদনা লাগে— যিটো পাইছে মাধৱে, যিটো পাইছে অপৰাই। বীণা আৰু ৰে'বা, মন্দিৰা আৰু আইজনী— কিমান অচঞ্চল, কিমান গতানুগতিক!

তাৰ উপমাৰ কথা মনত পৰিল। উপমাৰো এটা গতি আছে। হয়তো এই গতিত বিপ্লৱৰ স্পন্দন নাই, কিন্তু উপমা নিজৰ গতিৰ বিষয়ে সচেতন।

কিন্তু সি? কমল? তাৰতো একো নাই। সি এটা স্থাৱৰ, গতিহীন, জীৱন্ত কঙ্কাল। তাৰ নৃতত্ত্বই তাক গতি দিয়া নাই, দিছে স্থবিৰতা।

শ্বিলঙলৈ গৈয়ে কাম নোপোৱাৰ কথা জানি আইজনী অলপ হতাশ হ'ল। তাই সৰু ছোৱালী, তাই আশা কৰিছিল যে কিবা এটা ভাল চাকৰিৰ দিহা নকৰাকৈ কমল ঘূৰি নাহে। চাকৰিৰ বজাৰখন যে এনে তাই আশা কৰাই নাছিল। কমলৰ দেউতাকে বিশেষ একো নক'লে। তেওঁ বুজি পায় বৰ্তমান চাকৰি পাবৰ কাৰণে কিমান কি কৰাৰ প্ৰয়োজন। গাঁৱৰ মানুহবোৰেও সি কিয় এতিয়াও কাম পোৱা নাই

এই বিষয়ে নিজ নিজ অভিৰুচি অনুযায়ী আলোচনা কৰিলে। তাৰ পিছত নিজৰ নিজৰ কামত লাগিল।

হঠাতে এনে এটা পৰিৱৰ্তন হৈ যোৱা দেখা পাই কমলৰ বেয়া লাগিল। গাঁৱৰ ঘৰত সোমাই থকা যেন এক প্ৰকাৰ দুৰূহ হৈ উঠিল তাৰ কাৰণে। সি আকৌ টাউনলৈ যোৱাৰ ঠিক কৰিলে।

"তাতনো গৈ কি কৰিবিগৈ?" আইজনীয়ে সুধিলে।

"ইয়াতনো থাকি কি কৰিম?"

আইজনীয়ে তাৰ এই প্ৰশ্নৰ উত্তৰ বিচাৰি নেপালে— "তাতনো গৈ কি কৰিমগৈ? কামতো একো নাই। অকাৰণত —"

তাৰ উপমাৰ কথা মনত পৰিল। সি ঠিক কৰিলে যে পিছদিনা সি আকৌ নগৰলৈকে যাব।

দুপৰীয়া ভাত খাই উঠি সি কলেজত পঢ়া নৃতত্ত্বৰ কিবা কিতাপ এখনৰ পাত লুটিয়াইছিল। মেনেজাৰৰ চাকৰ ল'ৰাটোৱে এখন চিঠি আনি তাক দিলেহি।

চিঠিখন লিখিছে বীণাই। যদি বিশেষ কাম নাই, তেন্তে বীণাই মাতিছে দুই-এদিন থাকিবৰ কাৰণে।

বীণাৰ হাতৰ আখৰবোৰ ভাল। যদিও সৰু, চিঠিখন আন্তৰিকতা দি লিখা, চিঠিখন কমলে দুবাৰ পঢ়িলে, তাৰ পিছত আইজনীক মাতি ক'লে, "এইখন পঢ়ি চাচোন আইজনী —"

আইজনীয়ে চিঠিখন পঢ়িলে, তাইৰ বৰ ৰং লাগিল।

"ওঁ, এনেয়ে নগৰলৈ যোৱাতকৈ তই মেনেজাৰৰ ঘৰলৈকে যা ককাইদেউ —" আইজনীয়ে ক'লে।

"তাতনো কি কৰিমগৈ?"

"কেলেইবা মাতিছে খবৰটোকে চোন কৰি আহগৈ।"

"বাৰু, তেন্তে ভাবিচিন্তি চোৱা যাওক —"

"ভাবিব-চিন্তিবলৈ আৰু কিটো আছে? কিবা দূৰণি ঠাইনে, অচিনাকি মানুহ? কিজানি বাগিচাতে কিবা ভাল কামো ওলাব পাৰে।"

কমলে আৰু একো নক'লে। অকাৰণতে তাৰ বীণাক এবাৰ চাবৰ মন গ'ল। চিঠিখন সামৰি থৈ সি আকৌ কিতাপখনৰ পাত লুটিয়াই যাব ধৰিলে।

পিছদিনা পুৱাতে চাইকেল মাৰি সি বাগিচালৈ গ'ল, কিন্তু গৈ সি অপ্ৰস্তুত হ'ল। বিশেষ কিবা এটা কামত কালি সন্ধিয়াই বীণা নগৰলৈ গ'ল। ঘৰত মাথোন ৰেৱা পৰি আছে, ৰেৱাৰ অসুখ।

কমল আহি দেখে চাকৰ ল'ৰা এটাৰ বাহিৰে ঘৰত কোনো নাই। ৰেৰাৰ দেউতাক ওলাই গ'ল, সন্ধিয়াৰ পিছতহে ঘূৰি আহিব। কমলৰ বৰ ভাল নেলাগিল। বেমাৰী চাবলৈতো সি অহা নাছিল।

অলপ পৰ বহিয়ে সি গুচি আহিব খুজিছিল, কিন্তু বীণাৰ হৈ ৰেবাই ক্ষমা বিচৰাৰ উপৰিও একপ্ৰকাৰ জোৰ কৰিয়ে ৰেবাই তাক ঘূৰি যোৱাৰ পৰা নিবৃত্ত কৰিলে।

"তোমাৰনো কি অসুখ হৈছে ৰেবা?" ৰেবাৰ বিছনাৰ কাষৰ চকীখনতে বহি কমলে সুধিলে।

"মোৰ হাৰ্টৰ বেমাৰ। টি বি নহয় বুলি কৈছে ডাক্তৰে, কিন্তু কি বেমাৰ এতিয়াও ধৰিবই পৰা নাই। মই পিছে জানো কি বেমাৰ হৈছে।"

কমলে তাইৰ চকুলৈ চালে। তাইৰ চকু দুটা কৰুণ।

"কি বেমাৰনো?"

"মৰণ —" এটা কাঠ হাঁহি মাৰি ৰেবাই ক'লে।

"ধেৎ নেপায় সেইদৰে ক'ব —" কমলে চকীখন ওচৰ চপাই আনি তাইৰ কাষ চাপি আহিল।

"নেপাবৰ কিটো আছে? দেউতাই চিকিৎসাত বহুত বাহিৰা খৰচ কৰিছে। কেতিয়াবা ভাল হওঁ। এমাহ-দুমাহ বেচ ভাল থাকো, তাৰ পিছত আকৌ হয়।"

"এনে অসুখ তোমাৰ কেতিয়াৰ পৰা হ'ল?"

"তিনি বছৰমান হ'ল।"

চাকৰ ল'ৰাটোৱে চাহ আনি দিলে। ৰেবা বিছনাতে বহিল আৰু অনুৰোধৰ সুৰত কমলক ক'লে, "বেয়া নাপাব দেই, চাহ খাওক। মোৰ উঠিবলৈকে গাত বল নাই।"

"বাৰু মই খাম, তুমি উঠিব নেলাগে ৰেবা, তুমি শুই থাকা —" ৰেবা আকৌ শুলে। বতৰটো বেচ ধুনীয়া হৈছে। বগা ৰ'দবোৰ চাহ-গছবোৰৰ ওপৰত বিয়পি পৰিছে। চাহৰ কুঁহি-পাতবোৰৰ পৰা চিনাকি কেঁচা গোন্ধ এটা উৰি আহিছে। বাহিৰৰ ফালে চাই থাকি কমলৰ ভাল লাগিল।

অলপ পৰৰ নিস্তব্ধতাৰ পিছত কমলে সুধিলে, "তোমাৰ বাইদেৱেৰানো নগৰলৈ কিয় গৈছে?"

ৰেবাই পাতলকৈ হাঁহিলে।

"আপুনি বোধকৰো বাইদেউৰ আগৰ কথা নেজানে?"

"ওহোঁ নেজানোতো —" কমলে মুখলৈ চালে— "আগৰ কথা আকৌ কি?"

"বাইদেৱে বিপ্লৱী দলত কাম কৰে।" স্থিৰ মাতেৰে ৰেবাই ক'লে।

"বিপ্লৱী দলত? কিয়?

"সময়ৰ প্ৰয়োজনত, আৰুনো কিয়?" অলপ হাঁহি ৰে'বাই ক'লে।

"ওঁ, মইতো সেই বিষয়ে একো নেজানো —"

"আপুনিহে নেলাগে দেউঅয়ো নেজানে, মাত্ৰ মইহে জানো।"

"আচৰিত!" অলপ পৰ কমল মনে মনে থাকিল।

"কিন্তু বীণাইনো কি কৰে?"

"কোনেও নেজানে। বিপ্লৱী দলটোৱে গুপ্তভাৱে কাম কৰিছে। বাৰু, আপুনি নেভাবিব। আবেলিমানে বাইদেউ ওলাবহি পাৰে। বাইদেউক কিন্তু এইবোৰ কথা নুসুধিব দেই। মোক বৰ খং কৰিব —"

কমলৰ যেন বীণাক এবাৰ চাবৰ মন গ'ল। বীণাৰ নিচিনা ছোৱালীয়েনো কি বিপ্লৱ কৰিব? সৰুৰে পৰা আদৰ-আপদাল, সুখ-সন্তোষৰ মাজত ডাঙৰ হোৱা ছোৱালী। বিপ্লৱতো সহজ কথা নহয়!

দুপৰীয়া কমলে তাতে ভাত খালে। তাৰ পিছত জিৰণি ল'বৰ কাৰণে বিছনা এখনত দীঘল দিলে।

বিপ্লৱ? বিপ্লৱ কি? এটা প্ৰচলিত ৰীতিৰ আমূল পৰিৱৰ্তন! এটা প্ৰাচীন ভাবধাৰাৰ পুৰণি আদৰ্শৰ, শিপা পৰ্যন্ত উঘালি তাৰ ঠাইত এটা নতুন আদৰ্শৰ প্ৰতিষ্ঠা! ইতো সহজ কাম নহয়। বীণাই জানো পাৰিব?

কমলৰ অপৰাৰ কথা মনত পৰিল। অপৰাইনো কি কৰিছে? কিজানিবা অপৰাও সেই দলৰে অন্তৰ্ভুক্ত? গোটেই পৃথিৱীখনে এটা পৰিৱৰ্তন বিচাৰিছে। গতানুগতিক প্ৰাচীন স্থবিৰ জীৱন-ধাৰাৰ পৰিবৰ্তে মানুহে বিচাৰিছে এটা মুক্ত, নতুন গতিপ্ৰচুৰ জীৱন। সেই নতুন জীৱনৰ মোহত সকলো আগবাঢ়িছে— বীণা, মাধৱ, অপৰা, আৰু বহুত। ...

ৰে'বা তাৰ কোঠালৈ সোমাই আহিল।

"কি হ'ল ৰে'বা?" কমলে সুধিলে, "তুমি কিয় উঠি আহিলা?"

"আপুনি টোপনি যোৱা নাই?" তাৰ বিছনাখনৰ কাষলৈ আহি ৰে'বাই সুধিলে।

"টোপনি নাই অহা। বাৰু ৰে'বা, বীণাহঁতে কি কৰিব খুজিছে?"

"বাইদেউহঁতে? মইনো কেনেকৈ জানিম? কাকোতো একো নজনায়।"

"অ' একো নজনায় নহয়? কিন্তু এনেকৈ গোপনে গোপনে, অকলে অকলে কি কৰিবনো?"

"বাইদেউহঁত অকল নহয়, তেওঁলোকৰ লগত আৰু বহুত আছে।"

"আৰুনো কোন ক'ত আছে?"

"মই কিছুমানকহে চিনি পাওঁ। কিছুমান আমাৰ বাগিচাৰ বনুৱা, কিছুমান মাজৰ গাঁৱৰ খেতিয়ক, আৰু কিছুমান বহুত দূৰৰ মানুহ।"

"সেইবোৰ কি? বিপ্লৱী?" কমলে যেন হাঁহিবৰ চেষ্টা কৰিলে।

"ওঁ হয়, যি বেছি দুখ-কষ্টত আছে সি হয়তো বিপ্লৱ কৰে।"

"কিন্তু তোমাৰ বাইদেৱেৰাৰনো কি দুখ?"

"বাইদেৱেতো সকৰে পৰা সেইবোৰ মানুহৰ মাজতে কাম কৰি ফুৰিছে। ঘৰতনো আছে কত? বাইদেউৰ নিজৰ দুখ নেথাকিলেও, সিহঁতৰ দুখবোৰকে নিজৰ দুখ কৰি লৈছে।"

কমল মনে মনে থাকিল। আনৰ দুখবোৰ নিজৰ কৰি লোৱা— সিতো বিপ্লৱীৰ ধৰ্ম নহয়, মহাপুৰুষৰ ধৰ্ম!

বিপ্লৱৰ বুৰঞ্জী কমলে পঢ়িছে। ধৰ্ম-বিপ্লৱ, ৰাষ্ট্ৰ-বিপ্লৱ, সমাজ-বিপ্লৱ— কত ৰকমৰ বিপ্লৱ হয়।

ৰেবাই ক'লে, "বাইদেউক মানুহবোৰে খুব ভাল পায়।"

"কোন মানুহবোৰে ভাল পায়?"

"সেই যিবোৰ মানুহৰ লগত বাইদেউহঁতে কাম কৰে।"

"অ' সেই কাৰণেই তেনেহ'লে তেওঁ সিহঁতৰ লগত কাম কৰিছে?"

"নহয়, নহয়, সিহঁতৰ লগত কাম কৰিছে কাৰণেহে ভাল পায়।"

অপল পৰ মনে মনে থকাৰ পিছত কমলে ক'লে,

"তুমিও পিছে নোযোৱা কিয়?"

"যাবৰ মন যায়। পিছে মোৰ অসুখ নহয়, মইনো কি কৰিমগৈ?"

তাইৰ কথাষাৰ দুখত সেমেকা। কমলৰ বেয়া লাগিল। এজনী গাভৰু ছোৱালীয়ে এনে নিৰাশভাৱে কথা কোৱা কমলৰ ভাল নেলাগিল। ৰেবালৈ তাৰ মৰম লাগিল। সি ৰেবাৰ মুখলৈ চালে। শান্ত, পৰিষ্কাৰ মুখখন অলপ নিৰস। চকু দুটা ধূনীয়া।

কমলে ক'লে, "মোকনো কিয় মাতি পঠাইছিল কিবা জানা নেকি ৰেবা?"

"মই একো নেজানো। আপুনি আজি থাকক। বাইদেউ আহিলে সকলো জানিব নহয়।"

"মই থাকিব নোৱাৰিম। আজি মোৰ টাউনলৈ যোৱাৰ কথা আছিল, হঠাৎ বীণাৰ চিঠিখন পাইহে আহিলো। বাইদেৱেৰা আহিলে ক'বা, অন্য এদিন সুবিধা কৰিব পাৰিলে আহিম।"

"মই ৰাখিলে আপুনি নেথাকে— নহয়?"

"সেইয়া তুমি সক ছোৱালীৰ নিচিনা কৰিছা। ৰখা বা নৰখাৰ কোনো প্ৰশ্নই নাই।" কমলে ক'লে।

"তেনেহ'লে বাইদেউৰ নিচিনাকৈ আপুনি মোকো ভাল পায়।" হঠাৎ এনে এটা প্ৰশ্ন কমলে আশা কৰা নাছিল। কমল ঘূৰিল আৰু ৰে'বাৰ মুখলৈ তীক্ষ্ণভাৱে চালে।

সি বিস্মিত হোৱা দেখি ৰে'বাই এটা দুষ্ট হাঁহি মাৰিলে। ৰে'বাৰ হাঁহিটো বৰ ধুনীয়া। বৰষুণৰ শেষ ৰ'দ এজাকৰ দৰেই ৰে'বাৰ হাঁহিটো করুণ আৰু উজ্জ্বল।

ৰেবাই ক'লে, "অৱশ্যে মই বাইদেউৰ দৰে কাম কৰিব নোৱাৰো। কিন্তু মই ৰাখিলেও তেন্তে আপুনি থাকিব, নহয় জানো?" ৰে'বাৰ কথাবোৰ অসংলগ্ন।

কমলে অন্যান্য কথা উলিয়ালে। ৰে'বাও অলপ পৰৰ পিছত গৈ আকৌ বিছনাত পৰিলগৈ।

মাজতে কমলে এপিয়লা চাহ খালে।

ঘৰটো একেবাৰে নিস্তব্ধ। বাগিচাখনতো ওচৰে-পাজৰে কোনো নাই। কেৱল ৰান্ধনি ল'ৰাটো— তাৰ মুখতো মাতবোল নাই। বহুত পৰ অকলে মনে মনে বহি থকাৰ পিছত কমলৰ বৰ আমনি লাগিল। কমলে এবাৰ বাহিৰ ওলাই চালে, বহুত দূৰলৈকে কোনো নাই। বাহিৰৰ পৃথিৱীখন শান্ত।

সি ৰে'বাৰ কোঠালৈ সোমাই গ'ল। চকু দুটা মুদি ৰে'বা বিছনাখনতে পৰি আছিল। সি যোৱাৰ গম পাই চকু মেলি চাই পাতলকৈ হাঁহিলে।

কমল আহি ৰে'বাৰ কাষতে বহিলহি।

"তোমাৰনো কি হৈছে ৰে'বা?" অন্য একো সুধিবলৈ বিচাৰি নেপাই সি সুধিলে।

"আপুনিয়ে কওঁকচোন বাৰু মোৰ কি হৈছে —" তাই কমলৰ হাতখন বিচাৰি আনিলে।

"মই দেখাততো একো নোহোৱা যেনেই লাগে —"

"দেখাত অৱশ্যে মোৰ একো হোৱা নাই। মোৰ বেমাৰ হৈছে ইয়াত— বুকুৰ ভিতৰত— কোনেও নেদেখাত —"

ৰে'বাই তাৰ হাতখন নি তাইৰ বুকুত হেঁচি ধৰিলে। ৰে'বা শান্ত, ৰে'বাৰ কথাত উত্তেজনা নাই। কিন্তু ৰে'বাৰ মুখখন অকাৰণতে বৰ ৰঙা পৰিছে। নিস্তেজ যদিও ৰে'বা এনেয়ে ৰঙা, এতিয়া যেন এপাহ তেজ গোলাপ যেন হৈ পৰিছে।

কমলৰ বেয়া লাগিল। এনেকুৱা এজনী ধুনীয়া, গাভৰু ছোৱালীৰ বেমাৰ হোৱাটো বেজাৰ লগা কথা। অলপ পৰ দুয়ো মনে মনে থাকিল। লাহে লাহে ৰে'বাই ক'লে,

"আপুনি যাবগৈ খুজিছে যেতিয়া যাওকগৈ, মই মানা নকৰো। মানা কৰিবলৈকে বা মোৰ কি যুক্তি আছে —" অলপ হাঁহি কমলে ক'লে, "গোটেই

দিনটো দেখোন থাকিলেৱেই। কোৱাচোন বাৰু তোমাৰনো কি ক'বলগীয়া আছে। এতিয়াওতো মোক ক'ব পাৰা —"

"মোৰনো কিটো ক'বলগীয়া আছে? যাৰ ভৱিষ্যৎ নাই, তাৰ জানো কিবা ক'বলগীয়া থাকে?"

"ছিঃ সেইদৰে নক'বা। আজি তোমাৰ বেমাৰ হৈছে, কালিলৈ ভাল হ'ব। তোমাৰ আকৌ ভৱিষ্যৎ নোহোৱা হ'ব কিয়?" কমলে সান্ত্বনা দিয়াৰ সুৰত ক'লে।

"সকলোৱেই মোক ফুচলাই সান্ত্বনা দিবলৈ যায়। বাৰু, বাৰু কওকচোন মোৰ কোনো ভৱিষ্যৎ নাই কাৰণেই মই জানো কাকো ভাল পাবও নাপায়?" সহজভাৱে ৰে'বাই ক'লে।

"কোনে ক'লে যে তুমি ভালপাব নেপায়?"

"কিন্তু কেৱল মই ভাল পালেইতো নহয়, মোকোতো ভাল পাব লাগিব। ময়ো জানো ভাল পোৱা নিবিচাৰো?" কমলৰ চকু দুটাৰ ওপৰত গভীৰ, কৰুণ চকু দুটা ৰাখি ৰে'বাই ক'লে।

"নিশ্চয়। তুমি ভাল পোৱা নিবিচাৰিবা কিয়? আৰু তোমাক ভাল নেপাবৰেই বা কি কাৰণ আছে?"

"কাৰণ আছে। মই বেমাৰী"— গহীন মাতেৰে ৰে'বাই ক'লে।

"সেইটো তোমাৰ ভুল ধাৰণা —।"

"বাৰু কওকচোন আপুনি জানো মোক ভাল পায়? আপুনি জানো মোক ভাল পাব পাৰিব" গাঢ় ভাষাৰে এবাৰ এবাৰকৈ ৰে'বাই ক'লে।

প্ৰশ্নটোত কমল আচৰিত হ'ল। ৰে'বাই এইবোৰ কি কথা সুধিছে? ধেমালি কৰা নাইতো? সি একো উত্তৰ বিচাৰি নেপালে। ৰে'বাৰ মুখলৈ চাই সি ক'লে, "কিন্তু কিন্তু।"

"মই জানো, আপোনাৰ কোনো উত্তৰ নাই। আপুনি মোক ভাল পাব নোৱাৰে।"

সহজ হ'বলৈ চেষ্টা কৰি কমলে ক'লে, "ওঁ পাওঁতো, তোমাক ভাল নেপাবলৈনো কি হৈছে।"

ৰে'বা মনে মনে থাকিল। কমলে খিৰিকীখনেদি বাহিৰলৈ চালে— অলপ জুৰ পৰি আহিছে।

"ৰে'বা —"

"কি?"

"তুমি আকৌ মোৰ ওপৰত খং কৰিছা নেকি?"

"খং? খঙনো কিয় কৰিম? খং মই নিজৰ ওপৰতহে কৰো।"

"নিজৰ ওপৰতনো কিয় খং কৰা?"

"আৰুনো কাৰ ওপৰত খং কৰিম? আৰুতো কোনো নাই।" আকৌ কমল মনে মনে থাকিল।

লাহে লাহে ৰে'বাই ক'লে, "মোৰ যে কাৰোবাক ইমান ভাল পাবৰ মন যায়, ইমান অভিমান কৰিবৰ মন যায়, ইমান মৰম কৰিবৰ মন যায়, কিন্তু সকলোৱে মোক অৱহেলা কৰে।"

"বাইদেৱো আকৌ কেতিয়াকৈ কলেজলৈ যাব ৰে'বা?" কথাৰ সোঁতটো অন্যফালে নিবৰ মনেৰে কমলে ক'লে।

"মোৰ কাষতে বহি থাকোঁতেও আপুনি ৰাইদেউৰ কথাকে ভাবি আছে নহয়? মই যেন মৰা —"

কমলে হাঁহিলে।

"সেইয়া তুমি মোৰ ওপৰত অভিমান আৰম্ভ কৰিলাই —"

"কতা অভিমান কৰিছো। আপুনি জানো মোক ভাল পায় যে মই আপোনাৰ ওপৰত অভিমান কৰিম?" কমলে অনুভৱ কৰিলে ৰে'বা অলপ উত্তেজিত হৈছে। ৰে'বাৰ কপালৰ আগৰ চুলিখিনিত হাত ফুৰাই কমলে ক'লে, "চোৱা ৰে'বা, জীয়া মানুহতকৈ কিতাপৰ লগতে মোৰ সম্পৰ্ক বেছি। তোমালোকৰ লগত মিলা-মিছা কৰি থকাৰ সুযোগ কতনো পাইছো। তুমি মোক ভুল নুবুজিবা দেই।"

"ভুল নুবুজো। ভুল বুজাৰ সুযোগো যে আপোনালোকে নিদিয়ে —" ৰে'বাই অভিযোগৰ সুৰত ক'লে।

"তুমি বৰ অভিমানী হৈ পৰিছা। গাটো ভাল কৰি লোৱা, এইবোৰ কথা তেতিয়া ভাবিবা।"

"অ' মোৰ দেহাটো ভালে থাকিলেহে মোক ভাল পাব পাৰে নহয়? আৰু যদি মই ভাল নহওঁ?"

"তোমাৰ কথাবোৰ সঁচাকৈয়ে মই বুজা নাই ৰে'বা —"

"জানো, আপুনি মোৰ কথা নুবুজিব। কাৰণ মই স্পষ্ট। মই মিছা ক'ব নেজানো, ফাকি দিব নেজানো, অভিনয় কৰিব নেজানো। ভাল বাৰু, আপুনি যাওকগৈ। মই আপোনাক ৰাখি নথওঁ।"

"তুমি মোৰ ওপৰত খং কৰিছা ৰে'বা!" অলপ শান্ত হৈ কমলে ক'লে।

ৰে'বাই আৰু নেমাতিলে। খিৰিকীখনেদি বাহিৰৰ ফালে চাই ৰ'ল। ৰে'বাৰ চুলিবোৰ মেলা। মাৰ যাব খোজা বেলিটোৰ এজাক মিঠা ৰ'দ আহি ৰে'বাৰ মুখে-নাকে পৰিলহি। উত্তেজনাত ৰঙা হোৱা ৰে'বাৰ মুখখন আৰু ৰঙা পৰিল। চকু দুটা উজ্জ্বল হৈ উঠিল। কমলৰ ফালে ঘূৰি নোচোৱাকৈয়ে ৰে'বাই ক'লে, "সদায়

ইয়াতে বহি থাকি বেলি মাৰ যোৱা চাই থাকো। ময়ো এদিন তেনেকৈয়ে লুকাই যাম। কোনোৱে মোক আৰু নিবিচাৰে, কোনোৱে মোক বিচাৰি নাপায়।"

কমল নিৰুপায়ত পৰিল। অকলশৰে ৰে'বাক এৰি যাবলৈ তাৰ বেয়া লাগিল। অথচ থকাৰো কোনো প্ৰয়োজন নাই। বীণা বা আহেনে নাহে তাৰো ঠিক নাই।

ৰে'বাই কিন্তু নিজকে কোৱাৰ দৰে কৈ গ'ল, "যাওক— মোৰ কাৰণে কোনোৱে বাট চাব নালাগে। আপুনিও যাওক, যাবৰ সময় আহিলে ময়ো গুচি যাম। ময়ো কাৰো কাৰণে বাট নেচাও। অ' বেলিটো বুৰিল।"

কমল বহাৰ পৰা উঠিল।

"ৰে'বা —!"

"যাব খুজিছে?"

"নহয় ৰে'বা —"

"যাওক, আজি অকাৰণতে আপোনাৰ মনত বহুত কষ্ট দিলো। কেতিয়াবা মোৰ মনটো অবুজ হৈ উঠে। বুজা কথাবোৰো নুবুজা হওঁ। নক'বলগীয়া কথাবোৰো কৈ দিওঁ, একেবাৰে নতুন মানুহকো বহুত দিনৰ পুৰণি চিনাকিৰ দৰে আমনি কৰো। আপুনি মোক ক্ষমা কৰিব দেই —"

ৰে'বাই কমলৰ হাত দুখন নিজৰ হাতৰ মাজত লৈ ক'লে। কমলে ৰে'বাক বুকুৰ কাষলৈ চপাই আনিলে আৰু ক'লে, "মই অকণো বেয়া পোৱা নাই ৰে'বা, মই ভালেই পাইছো।"

কমলে ৰে'বাক এৰি দিব খুজিছিল। ৰে'বাই ক'লে, "আৰু অকণমান আপুনি মোক বুকুত সুমাই ধৰি থাককচোন। মোৰ বৰ ভাল লাগিছে। জীৱনত কিজানি আৰু নেপাওৱেই।"

কমলে ৰে'বাৰ কথা ৰাখিলে।

অলপ ৰাতি হ'লত ৰে'বাৰ দেউতাক ঘৰলৈ আহিল। কমলক দেখি তেওঁ ভাল পালে। কমলৰ লগত ভালেখিনি পৰ কথা-বতৰা হ'ল। বীণা নথকাৰ কাৰণে বীণাৰ ওপৰত এটা মৰমসনা খং কৰি ক'লে, "বীণাজনী জানো, কতনো ঘুৰি ফুৰে। আজিবা আহি ওলায়হিনে নাই কি ঠিক।"

কমলে তাৰ কোনো উত্তৰ দিয়াৰ প্ৰয়োজন বোধ নকৰিলে।

শ্বিলঙলৈ গৈ কামৰ কোনো যোগাৰ কৰিব নোৱাৰাৰ গতিকে তেওঁ চৰকাৰক কিছু দোষাৰোপ কৰিলে আৰু আশ্বাস দি ক'লে যে কমলৰ এটা ভাল চাকৰি যোগাৰ নহৈ নেথাকে।

"ৰে'বাজনীক লৈও মোৰ চিন্তা", বৰুৱাই ক'লে, "তাইৰ দেখো মাজে মাজে অসুখ হৈ থাকে। ইয়াৰ ডাক্তৰবোৰে দেখোন একো ভাল কৰিব পৰা নাই।

হাৰ্টৰ কিবা বেমাৰ, চেঞ্জৰ কাৰণে যাবলৈ সকলোৱে কয়। পিছে যাও কেনেকৈ? বাগিচাখন গোটেই মোৰ ওপৰতে।"

কমলে ক'লে, "হয়, ৰে'বায়ো মোক কৈছে। কিবা এটা দিহা কৰি চেঞ্জলৈকে পঠাই দিয়ক।"

"এৰা তাকে ভাবিছো। মোকক্‌চাঙত ইহঁতৰ দদায়েক থাকে, ডাক্তৰ। তেওঁৰ তাতে কিছুদিন থওঁ বুলি ভাবিছো। মোকক্‌চাংখনো বেয়া ঠাই নহয় হ'বলা।"

"বেচ ভাল ঠাই। তালৈকে পঠাই দিয়ক।"

"এৰা, অলপতে চাহেব আহি পাবহি হ'বলা। তেতিয়া ময়ে নি থৈ আহিবগৈ লাগিব।"

আৰু অলপ কথা-বতৰা পাতি বৰুৱা উঠি গ'ল। ৰাতি ভাত খাই উঠি আৰু বৰুৱাই বিশেষ কথা নেপাতিলে, ৰে'বাইহে কমলৰ লগত অলপ পৰ কথা পাতিলে। আৰু শুবলৈ যাবৰ সময়ত কমলক ক'লে, "বাইদেউ আহিব বুলি আপুনি থাকিল নহয়? যদি আহি নোলায়হি মোক দোষ নিদিব। সেই ৰবি ঠাকুৰৰ কথাষাৰেই সঁচা— "যাহা চাই তাহা ভুল কৰে চাই, যাহা পাই তাহা চাইনা", কথাষাৰ কৈ ৰে'বাই হাঁহিলে। তাৰ পিছত কমলৰ বিছনাৰ কাষলৈ আহি ক'লে, "খং উঠিছে নেকি?"

কমলে মাথোন হাঁহিলে।

প্ৰায় তিনিকুৰি পুৰুষ-তিৰোতাৰ এটি সৰু জুম। সকলো ঘাঁহনিখনৰ ওপৰতে বহিছে। সিহঁতৰ কাপোৰ-কানি বৰ পৰিষ্কাৰ নহয়। সাধাৰণ তৰপৰ মানুহ। দিনমজুৰ আৰু ক'ৰবাৰ কাৰখানাৰ বনুৱা। আটাইখিনিয়ে মিলি কিবা গুৰুত্বপূৰ্ণ বিষয় আলোচনা কৰিছে।

তাৰে এটা ডেকাক কমলৰ চিনি পোৱা যেন লাগিল। কৌতূহলৰ বশৱৰ্তী হৈ সি ওচৰ চাপি গ'ল। দেখিলে সি ৰমা— ৰজনী পেহীৰ পুতেক, পাঠশালা স্কুলৰ পণ্ডিত ৰমা। তাক কমলে ভালকৈয়ে চিনি পায়।

কমলক দেখি ৰমা জুমটোৰ পৰা ওলাই আহিল। "ক'ৰ পৰা আহিলা কমল?" সি সুধিলে।

"মই হৃদয়া বৰুৱাৰ ঘৰৰ পৰা আহিলো। ৰাতিপুৱাতে তহঁতেনো কিহৰ সভা কৰিছ ৰমা?"

"এইবোৰ আমাৰ সভা।"

"তই জানো আজিকালি স্কুলত কাম নকৰ?"

"কৰো, নকৰিলে কেনেকৈ চলিম?"

"পিছে কিহৰ সভা কৰিছনো?"

"স্কুলত কাম কৰো কাৰণেইতো সভা কৰিবলগীয়া হৈছে —"

"কিয়?"

"আজি চাৰি মাহৰ দৰমহা পোৱা নাই। কাম কৰিবৰ আজি চাৰি-পাঁচ বছৰ হ'ল। এক পইচাও দৰমহা বঢ়া নাই। এতিয়া আকৌ আপত্তি কৰি থাকো কাৰণে ঘৰৰ ওচৰৰ স্কুলটোৰ পৰা বদলি কৰি সৌ নৰাগাঁৱত দিব খুজিছে, নৰাগাঁও ইয়াৰ পৰা পোন্ধৰ মাইল দূৰত।"

আৰু দুই-চাৰিটা মানুহ জুমটোৰ পৰা উঠি আহিল। প্ৰত্যেকৰে নানা ৰকমৰ অভিযোগ। কোনোবাই কাৰখানাত কাম কৰে। ছুটীৰ দিনৰ দৰমহা নেপায়, কোনোৰ সাধাৰণ দোষতে কাম গৈছে, কেইটামান খেতিয়ক।

এজন খেতিয়কে ক'লে, "মাটি মোৰ মুঠেই তিনি হালিছা। ইপিনে খেতিৰ গৰুও নাই। মাগি-খুজিয়ে খাওঁ বুলিব লাগে। চাৰি বছৰ খাজনা দিব পৰা নাছিলো। সিদিনা আহি ঘৰটো হাতীৰে ভঙাই দিলেহি। ঘৰনো কিটো আছে? অকণমান জুপুৰি। ঘৰটোৰ ভিতৰত আছিল কাঁহী দুখন আৰু ঘটি এটা, তাকে লৈ গ'ল। এতিয়া মোৰ ঘৰো নাই, বাৰীও নাই, একোটি নাই।"

কমলে শুনি গ'ল।

এনেতে জুমটোৰ মাজত এজনী লাহী ছোৱালী থিয় হ'ল। ছোৱালীজনী থিয় হোৱা দেখি মানুহবোৰ আকৌ জুমটোৰ মাজলৈ ঘূৰি গ'ল। ধীৰ শান্ত মাতেৰে ছোৱালীজনীয়ে ক'লে, "আমাৰ দুখৰ কথা বাটৰ বাটৰুৱাক কৈ কোনো লাভ নহয়। তেওঁলোকে হাঁহি আনন্দহে উপভোগ কৰে।"

জুমাৰ মাজৰ পৰা কেইটামানে ক'লে, "হয় হয় —" ছোৱালীজনীয়ে আকৌ কৈ গ'ল— "আমাৰ তেজ শুহি শুহি খাই আমাক দুৰ্বল, নিশকতীয়া কৰি পেলাইছে। আমাক মানুহ হ'বৰ কোনো সুযোগ দিয়া নাই। আমি পশুতকৈও অধম জীৱন-যাপন কৰিছো। কিন্তু এনেকৈ আৰু সদায় থকা নেযায়।"

জুমৰ মাজৰ পৰা ধ্বনি উঠিল, "নেযায়, নেযায়।"

"আমি অশান্তি নিবিচাৰো, আমি কটামৰা নিবিচাৰো, আমি ৰক্তপাতৰ সহায়েৰে শান্তি আনিবলৈ নিবিচাৰো —" ছোৱালীজনীয়ে কৈ গ'ল, "আমি বিচাৰিছো মানুহ হৈ জীয়াই থকাৰ অধিকাৰ, আমি বিচাৰো প্ৰচলিত নীতি-নিয়মৰ আমূল পৰিৱৰ্তন। আমাৰ এই পথত আমি কোনো বাধা নেমানো, কোনো প্ৰতিবন্ধক নেমানো। আমাক একোৱে বাট ভেটি ধৰিব নোৱাৰে।"

মানুহবোৰে আকৌ চিঞৰি উঠিল, "কেতিয়াও নোৱাৰে।" কমল কাষ চাপি গ'ল— ছোৱালীজনীৰ কথা কমলৰ ভাল লাগিল।

ছোৱালীজনীয়ে কৈ গ'ল— "আমাক সংগঠন লাগে। আমাক একতা লাগে, আমাক সংকল্পৰ দৃঢ়তা লাগে। আমাৰ জয় হবই হ'ব।"

কথাবাৰ কৈ ছোৱালীজনীয়ে জুমটোৰ মানুহবোৰলৈ চালে। হঠাৎ তেওঁৰ কমলৰ ওপৰত চকু পৰিল। অচঞ্চলভাৱে ছোৱালীজনীয়ে ক'লে, "তেন্তে আপোনালোক আজিলৈ যাওক, মাত্ৰ প্ৰতিজ্ঞা পাহৰি নেযাব। আপোনালোক অকলশৰীয়া নহয়। পৃথিৱীৰ কোটি কোটি দুখীয়া মানুহ আপোনালোকৰ লগত আছে —"

বীণা কমলৰ ওচৰ চাপি আহিল। বীণাৰ মুখখন উত্তেজনাত উদ্দীপ্ত। বীণাৰ মুখখন জুই যেন ৰঙা হৈছে। চকু দুটা তৰা যেন হৈ জলমলাই উঠিছে।

ওচৰ চাপি আহি বীণাই সুধিলে, "আপুনি ক'ৰ পৰা আহিল?"

"আপোনালোকৰ ঘৰত ৰাতি থাকিলো। কালিয়ে গৈছিলো।"

"শুচি আহিল কিয়?"

"অলপ কাম আছে। আৰু ৰে'বাৰ লগতনো কিমান কথা পাতিম?"

"মোক বেয়া পাইছে নিশ্চয়। কিন্তু আপুনি বেয়া পালে আপোনাৰ ওচৰত ক্ষমা খুজিব পাৰো, সেইটো সহজ। কিন্তু এওঁলোকৰ ওচৰত ক্ষমা খুজিবৰ উপায় নাই —"

"নাই, মই বেয়া পোৱা নাই। আপুনি এইবোৰ কামত ধৰিছে মই নেজানিছিলো। মই ভাল পাইছো দেখি। আপুনি এতিয়া ক'লৈ যাব?"

"মই ঘৰলৈ যাম। আপুনি জানো আকৌ মোৰ লগত আমাৰ ঘৰলৈ ঘূৰি যাব?"

"এতিয়া নেযাওঁ আৰু বেয়া নেপাব দেই। আন এদিন সুবিধা কৰিব পাৰিলে যাম।"

"ভাল তেন্তে যাওক দেই। ময়ো যাওঁ। ৰাতি টোপনি নাই, অলপ শুব লাগিব।" কৈ বীণাই খোজ ল'লে, কমলো চাইকেলত উঠিল। এনেতে ৰমাই পিছফালৰ পৰা মাত লগালে, "অকণমাণ ৰ'বাচোন কমল —"

কমলে ঘূৰি চালে। ৰমাই আহি লগ ধৰিলেহি। চাইকেলৰ পৰা নামি কমলেও খোজ আৰম্ভ কৰিলে। ৰ'দজাক ভালকৈয়ে ওলাইছিল। কমলৰ অলপ টান লাগিছিল। কিন্তু ৰমাই ক'বই নোৱাৰে।

"কথা এবাৰ সোধো বেয়া নেপাবা দেই —" ৰমাই ক'লে।

"কি কথানো অ'?"

"বিয়াখন এই বছৰতে হ'ব নেকি?"

"কাৰ বিয়া অ'?" ৰহস্য অনুভৱ কৰিয়ে কমলে ক'লে।

"তোমাৰ বিয়া। ক'বই নোৱাৰা নেকি?"

"ওহো, মই দেখোন ক'বই নোৱাৰো।"

"সকলোচোন ঠিকেই হৈ আছে —"

"পিছে ক'ৰ ছোৱালী?"

"কিয়, আমাৰ বীণা বৰুৱা। ছোৱালীজনী কিন্তু সঁচাকৈয়ে বৰ ভাল। ইমান যে সাহিয়াল, আমাৰ মতা মানুহবোৰৰে সিমান সাহ নাই।"

"বীণা বৰুৱা? এই মেনেজাৰৰ জীয়েক বীণা? ধেৎ নহয় —" কমলে হাঁহিলে।

"তোমাৰ ভাল নেলাগিলে বেলেগ কথা। পিছে ছোৱালীজনী ভাল। দেউতাবাৰো আনিবৰ বৰ ইচ্ছা আছে, আৰু মেনেজাৰেও দিবৰ কাৰণে চেষ্টা কৰি আছে।"

"থ, থ, এইবোৰ তই মনে সজা কথা কৈছ। বীণাই জানো কলেজত পঢ়ি থকা নাই?"

"পঢ়ি থাকিলে বুলি আৰু বিয়া হ'ব নোৱাৰেনে? বিয়া হৈয়োচোন পঢ়িব পাৰে। নহ'লে পঢ়া এৰি দিব —"

"বাৰু বাৰু হ'ব। এইবোৰ কথা আনৰ আগত নকৰিবি, মেনেজাৰে শুনিলে বেয়া পাব। বীণায়ো বৰ লাজ পাব।"

"বীণাই ক'ব পাৰে, তুমিহে —"

"কি? বীণাই ক'ব পাৰে?"

"ওঁ পাৰেতো। বীণাইতো কোনো কথা নুলুকায়। সিদিনা মোৰ আগতে কৈছে বোলে —"

কমল নীৰৱ হ'ল। বীণাৰ লগত তাৰ বিয়া, অথচ আজিলৈকে সি তাৰ শুংসূত্ৰও গম নেপায়! অলপ পৰ পিছত কমলে ক'লে, "তই এইবোৰ কথা অন্যৰ আগত নুলিয়াবি বুজিছ ৰমা। মিছাতে ছোৱালীজনীৰ এটা বদনাম হ'ব। এতিয়া মই কেতিয়াবা সিহঁতৰ ঘৰলৈ যাওঁ, সিও বন্ধ হ'ব।"

ৰমাই ক'লে, "মই কিন্তু সঁচাকৈয়ে কৈছো এনেকুৱা এজনী ছোৱালী সতকাই পোৱা টান। গুৰি গোষ্ঠীও ভাল, আ-অৱস্থাও ভাল, ছোৱালীজনীও পঢ়াই-শুনাই, ৰূপে-গুণে ভাল, মোৰ মনেৰে হ'লে তুমি 'না' বোলা ঠিক নহ'ব —"

"তইচোন বাৰু ঘটকালি কৰিব নেলাগে"— কমলে ক'লে আৰু হাঁহিলে।

নীৰৱে দুয়ো আগবাঢ়িল। বহুত কথাই আহি কমলৰ মনটো আগুৰি ধৰিলেহি। পৰীক্ষা দি অহাৰ পিছত কমলৰ প্ৰধান চিন্তা আছিল এটা ভাল চাকৰি। বিয়াৰ কথা সি আজিলৈকে এবাৰো ভবা নাই। অথচ তাৰ দেউতাকে অন্য কথা পিছপেলাই তাৰ বিয়াৰ দিহা কৰিছে!

সি এবাৰ বীণাৰ মুখখন মনত পেলালে। বীণাৰ লগত তাৰ বিয়া! বীণায়ো জানে সেই কথা, অথচ সি আজিও ক'ব নোৱাৰে।

"মন্দিৰাই এতিয়া কি কৰিছে, ৰমা?"

"আছে ঘৰতে, কিনো কৰিব —"

"এবাৰ মই মাতিছো বুলি ক'ব পাৰিবিনে?"

"ওঁ', সেই ফালে যাওঁ যদি কম বাৰু —" ৰমাৰ আগতো যেন কমলৰ লাজ লাগিল। বীণাৰ লগত কমলৰ বিয়া!

অলপ পৰৰ পিছত ৰমাই ক'লে, "বেয়া নেপাবা আকৌ, মই ধেমালি কৰা নাই। মই বোলো তুমিও জানা হ'বলা, কথাষাৰ সেই কাৰণেহে ক'লো।"

"নাই, নাই, মই বেয়া পোৱা নাই। ভালহে পাইছো।"

"তুমি তেনেহ'লে যোৱা দেই। মই এইপিনে যাম —"

"বাৰু যা। মন্দিৰাক মই মতা বুলি কবি দেই —"

"বাৰু"

কমল চাইকেলত উঠিল। ৰমাই এটা সৰু আলিয়েদি উত্তৰ ফালে খোজ ল'লে।

ৰাতি শুই শুই কমলে নানা চিন্তা কৰিলে। তাৰ এটা ধাৰণা আছিল যে বিয়া কৰাবৰ বয়স তাৰ এতিয়াও হোৱা নাই। সি এতিয়াও ছাত্ৰ হৈয়ে আছে। এটা সৰু ল'ৰা হৈয়ে আছে— অন্ততঃ বিয়া কৰাবৰ কাৰণে।

সি তাৰ সমনীয়া ল'ৰাবিলাকৰ কথা এবাৰ মনত পেলালে— সি দেখি আচৰিত হ'ল যে-সকলোৱেই বিয়া কৰালে। কিন্তু বিয়া কৰাই সিহঁতৰ কি লাভ হৈছে? বিয়া কৰালে মানুহটো সংসাৰী হৈ যায়, অবিবাহিতৰ যি অবাধ মুক্তি আৰু স্বাচ্ছন্দ্য, বিবাহিতৰ জানো সেইয়া আছে? বিয়া মানে শিকলি, গতানুগতিক জীৱনযাত্ৰাৰ আমনিলগা ঘানি। নাই, কমল সেই ঘানিত কেতিয়াও নোসোমায়, সি ৰিচাৰ্চ কৰিব,. নৃতত্ত্বৰ গৱেষণা কৰিব, মানুহৰ বিষয়ে নতুন তথ্য আৱিষ্কাৰ কৰিব। সি বিয়া কৰাব কিয়?

কিন্তু গৱেষণা কৰিয়েই বা কি লাভ হ'ব? এদিনতো সি বিয়া কৰাবই লাগিব! তেন্তে পলম কৰি কি লাভ? আৰু বিয়া কৰোৱাটোতো কোনো বেয়া কথা নহয়, পৃথিৱীৰ সকলো মানুহেইতো বিয়া কৰায়।

অপৰাৰ কথা তাৰ মনলৈ আহিল। "আপুনি জানো কাৰোবাৰ প্ৰেমত পৰিছে?"

বৰ লাজ লগা কথা! সি ইমানটো হ'ল, বিয়া কৰাবৰ উপযুক্ত হ'ল, কিন্তু কাৰো প্ৰেমততো সি আজিও নপৰিল। অন্য ডেকাবোৰতকৈ নিজকে তাৰ অলপ দুৰ্বল যেন লাগিল।

ৰেবা— ৰেবাক জানো ভাল পাব পাৰি? তাই যে বেমাৰী! তাই মিছা কোৱা নাছিল। বেমাৰী ছোৱালী এজনীক কোনেনো ভাল পাব পাৰে? তেন্তে আৰু

কোন? মন্দিৰা? নাই, তাই যে ধূলি-বোকা ছোৱালী— তাতে তাই কৈৱৰ্তৰ ছোৱালী।

এই তাৰ চিনাকি ছোৱালীবোৰ— কোনো কি তাৰ প্ৰেমত পৰা নাই? সিয়ে বা কাৰোবাৰ প্ৰেমত পৰিছে?

ভালেমান ৰাতি কমলৰ টোপনি আহিল। টোপনিতো সি এটা অশান্তি অনুভৱ কৰিলে। এজনী ছোৱালীৰো মৰম নোপোৱাটো দুখ লগা কথা— এৰা, দুখ লগা কথা।

ৰাতিপুৱা দেউতাকে তাৰ লগত অলপ ঘৰুৱা কথাৰ আলোচনা কৰিলে। টকা-পইচা, মাটি-বাৰীৰ কথা। দেউতাকৰ কথাৰ পৰা কমলে অনুভৱ কৰিলে যে কমলে এতিয়া দুই-চাৰি পইচা উপাৰ্জনৰ চেষ্টা কৰা উচিত। অৱশ্যে বাপেকে এই কথা মুখ খুলি নক'লে, কিজানিবা কমলে বেয়া পায়।

কিন্তু কমলে এম. এ. পাছ কৰিলে Anthropologyত। তাৰ কাৰণে সহজে কাম ওলোৱা অসুবিধা। অথচ অন্য যিকোনো কামো সি সহজে কৰিব নোৱাৰে। তাৰ মধ্যবিত্ত মনোবৃত্তি লৈ সি কল্পনা কৰিলে যে কিবা এটা ভাল ডাঙৰ কাম সি পাবই, আৰু কৰিবই।

নৃতত্বৰ ৰিচাৰ্চ কৰিবৰ কাৰণে নগা পাহাৰলৈ যোৱাৰ ইচ্ছাৰ কথা সি দেউতাকক জনালে।

"চৰকাৰে জানো কিবা খৰচ-পাতি দিব?"

"লেখা-লেখি কৰিছো। হয়তো দিবও পাৰে। নহ'লে নিজৰ খৰচতে যাব লাগিব।"

কথাষাৰত বৰ তৃপ্তি নেপালেও দেউতাকে ক'লে, "কিমান দিন তাত থাকিবি?"

"বৰ বেছি নহয়, ছমাহমান থাকিব লাগিব কিজানি —" দেউতাকে আৰু একো নক'লে। অত বছৰ পঢ়াওতে টকা খৰচ নোহোৱাকৈ থকা নাই। হয়তো আৰু ছমাহ খৰচ দিব লাগিব। হওক— তাৰ পিছত কিজানি তাৰ কিবা ডাঙৰ চাকৰিৰেই দিহা হৈ যায়।

দেউতাক কামলৈ ওলাই গ'ল। আকৌ কমল অকলশৰীয়া হ'ল। চেগ বুজি আইজনীয়ে আহি সুধিলেহি, "মেনেজাৰৰ ঘৰলৈ কেলেই মাতিছিল অ' ককাইদেউ?"

"এনেয়ে মাতিছিল।"

"বীণাক লগ পালিনে?"

"ঘৰত লগ নেপালো। কালি আহিবৰ সময়ত বাটত লগ পাইছিলো —" কথাষাৰত আইজনী অলপ আচৰিত হ'ল।

"ক'ৰ বাটত লগ পালি?"

"কিবা সভা কৰিছিল। বীণা বিপ্লৱী —"

"কি?"

"সেইবোৰ তই বুজি নেপাব —"

"কি? বিপ্লৱী? বিপ্লৱী বুজি নেপাম কিয়?"

"কি বাৰু ক'চোন —"

"সেই যে দুখীয়া মানুহৰ কাৰণে সংগ্ৰাম কৰিছে, সেই মানুহবোৰ নহয় জানো?"

"সংগ্ৰাম? এইবোৰ কথা তই কত শিকিলি?"

"মই কিতাপ পঢ়িছো নহয় —"

"কি কিতাপ পঢ়িছ?"

"সেই বিপ্লৱী দলৰ কিতাপ, ইমান যে সঁচা কথাবোৰ লিখে, তই এতিয়াও কিয় কাম নাই পোৱা সেই কিতাপবোৰত লিখা আছে —"

"কি কিতাপনো অ' সেইবোৰ, চাকৰি নোপোৱাৰ কাৰণো লিখা থাকে? মোক দেখুৱাবিচোন বাৰু।"

"মোৰ হাতত এতিয়া নাই। আনি দিব পাৰিম।"

"কাৰ পৰা আনিবি?"

"মন্দিৰাৰ পৰা। মন্দিৰাও বিপ্লৱী।"

কমলে যেন বুজি নোপোৱা কিছুমান নতুন কথা শুনিছে। মন্দিৰা বিপ্লৱী! মন্দিৰা!

তাৰ ৰমাৰ কথা মনত পৰিল। ৰমাৰ ভনীয়েক মন্দিৰা। আচৰিত হ'বলগীয়া একো নাই।

কিন্তু আইজনী। আইজনীয়েও বিপ্লৱী কিতাপ পঢ়িছে। তলে তলে সকলো বিপ্লৱী হৈ উঠিছে নেকি? কিন্তু কিয়?

"বীণাই তোক বাৰু কি ক'লে ককাইদেউ?"

"কি ক'ব আৰু। বাটত লগ পালো। অলপ কথা পাতিলো। বিশেষ একো নাই কোৱা।"

"তই হ'বলা বীণাৰ কথা নেজান, ককাইদেউ"

কমলে আইজনীৰ মুখলৈ চালে।

"বীণাহঁতৰ বাগানৰ বহুত বনুৱাও বিপ্লৱী দলত লগ লাগিছে। বীণাই সিহঁতৰ নেতা।"

"ওঁ।"

"ইপিনে বাপেক সেই বাগানৰে মেনেজাৰ। মেনেজাৰনো কি, চাহাবে নাইকিয়াত তেৱেঁ তাৰ সকলো।"

"পিছে কি হ'ল?"

"বনুৱাবোৰে বহুত কিবা-কিবি দাবী কৰিছে। বীণায়ে শিকাই দিছে। সেই কাৰণেহে —"

"কি?"

"দেউতাকে অন্য উপায় নেপাই বীণাক বিয়া দিব খুজিছে।"

আইজনীৰ আগতো কমলৰ নিজকে সৰু যেন লাগিল। আইজনীজনীয়েই ইমানবোৰ কথা জানে, অথচ কমলে একোকে নেজানে।

কমলে মেজৰ ওপৰত দ'মাই থোৱা Anthropologyৰ কিতাপবোৰৰ ওপৰত চকু ফুৰালে। তাত আছে মানুহৰ পুৰণি কাহিনী, আজিৰ কথা তাত নাই। কিতাপবোৰ কমলৰ বৰ পুৰণি যেন লাগিল।

কমলৰ আৰু বহুত কথা জানিবৰ আগ্ৰহ হ'ল, কিন্তু সি ইচ্ছা কৰিযে আইজনীক ক'লে, "বাৰু হ'ব যা, লোকৰ কথা লৈ আলোচনা কৰিব নেপায।"

তাৰ কথাষাৰ শুনি আইজনীৰ ৰং লাগিল। আইজনীয়ে ভাবিলে বীণাৰ বিযাৰ কথা উলিওৱাৰ কাৰণে সি শুনিব নোখোজা হৈছে। তাৰ মলিয়ন হোৱা কাপোৰ কেইটামান ধুবৰ কাৰণে লৈ আইজনী তাৰ পৰা ওলাই গ'ল।

সকলো বিপ্লৱী হৈ উঠিছে। আনকি মন্দিৰাও — কমলে ভাবিব ধৰিলে। কিন্তু বাহিৰত তাৰ কোনো চিন নাই। সাগৰৰ দৰে তাৰ ওপৰটো শান্ত, স্থিৰ। এই সৰু সৰু ছোৱালীবোৰ, সেই অশিক্ষিত, অৰ্ধশিক্ষিত মানুহবোৰ— সিহঁতে বিপ্লৱ কৰিবলৈ ওলাইছে কিয়? কেনেকুৱা বিপ্লৱ সিহঁতে কৰিব? কাৰ বিৰুদ্ধে?

নাৰীত্বৰ বিকাশৰ কাৰণে জানো বিপ্লৱৰ প্ৰয়োজন? নাৰীয়ে যুগে যুগে শান্তি দান কৰি আহিছে, অশান্ত পৃথিৱীত শান্তিৰ নিজৰা এই নাৰী, কিন্তু আজি নাৰী যুদ্ধক্ষেত্ৰত নামি পৰিছে কিয়? শান্তিৰ পৰিৱৰ্তে আজি নাৰী সংগ্ৰামৰ পথত, বিঘিনিৰ পথত, অগ্নি আৰু মৃত্যুৰ পথত আগবাঢ়িছে কিয়? অন্য পথ জানো আৰু নাই?

কমলে অশান্তি অনুভৱ কৰিলে। যেন পৰিপাটি ঘৰ এখন কোনোবাই ছেদেলি-ভেদেলি কৰি দিবলৈ ওলাইছে।

ক'ৰবাত কিবা এটা নিশ্চয় ভুল হৈছে, যাৰ শুধৰণি সংস্কাৰত নাই, আছে সৰ্বব্যাপী বিপ্লৱত— কমলে ভাবিলে! কিন্তু এই ভুল জ্ঞানী, পণ্ডিত, স্কলাৰ, বিশেষজ্ঞ, ৰাজনীতিজ্ঞসকলে ধৰিব পৰা নাই কিয়? এই ভুল আৱিষ্কাৰ কৰিলে এদল অশিক্ষিত, নিৰন্ন, অৰ্ধহাৰী, বনুৱা, কৃষক, মধ্যবিত্তই। কমলৰ অলপ আচৰিত লাগিল।

কমলে বাতৰিকাকতখনত চকু ফুৰালে। পৃথিৱীৰ বিভিন্ন ঠাইত বিভিন্ন আকাৰত আৰম্ভ হৈছে এই একেই বিপ্লৱী সংগ্ৰাম। এই বাতৰিবোৰ কমলে নিতৌ পঢ়িছে, কিন্তু অতদিনে সেইবোৰ সি বাতৰি হিচাপেই পঢ়ি আহিছে, সেইবোৰ যে জীয়া মানুহৰ কথা, সেইবোৰো যে খাই বৈ মানুহৰ জীৱন-যাপন কৰিব ধৰা জীয়া মানুহৰ কথা, ভাবি চাবৰ অৱসৰেই কমলৰ নাছিল। বাতৰিকাকতৰ শাৰী শাৰী আখৰৰ মাজত যেন আজি কমলে দেখিলে পৃথিৱীৰ বিভিন্ন দেশৰ, বিভিন্ন জাতিৰ খাবলৈ নোপোৱা, গৰীৱ, লাখে লাখে মানুহৰ মিচিল— শুদা খীণ গা, শুকান মুখ, ৰুক্ষ চুলি, পেটত ভোক, চকুত দীপ্ত বিপ্লৱী আশা— দলে দলে মানুহবোৰ আগবাঢ়ি আহিছে সংগ্ৰামৰ কাৰণে। ইমান দুখীয়া মানুহ পৃথিৱীত আছেনে? — ভাবিয়ে কমলৰ ভয় লাগি গ'ল।

কমলে আকৌ বৰ মনোযোগেৰে বাতৰিকাকতখন পঢ়ি যাব ধৰিলে।

চাৰে চাৰি বজাত কমল গৈ মাধৱৰ ঘৰ পালেগৈ। গাঁৱৰ ঘৰত সোমাই থকাটো যেন কমলৰ একপ্ৰকাৰ শাস্তি যেন লাগিছিল। কমলে যেন এইকেইদিন সকলোতে, চাৰিওফালে অনুভৱ কৰিছে এটা নীৰৱসৰ গতিৰ স্পষ্ট সঁহাৰি, পৃথিৱীৰ সকলো বস্তু, সকলো যেন বৰদৈচিলাৰ দৰে এটা অধীৰ উন্মত্ততা লৈ এটা বিৰাট উদ্দেশ্যৰ ফালে আগবাঢ়িছে। এটা ডিনামিজ্‌ম, এটা প্ৰচণ্ড গতিচাঞ্চল্যই যেন মানুহবোৰৰ জীৱনবোৰ ভুঁইকঁপত কঁপা গছ-গছনিৰ দৰে কঁপাই তুলিছে। কিন্তু কিহৰ কাৰণে এই তীব্ৰ গতি— কমলে যেন একো সঠিককৈ বুজিব পৰা নাই।

মাধৱৰ ঘৰৰ দুৱাৰমুখ পাই কমল অলপ নিৰুৎসাহ হ'ল। আগফালৰ দুৱাৰখন বন্ধ। কমল বাৰাণ্ডালৈ গ'ল, আৰু বাহিৰতে থকা চকীখনতে বহিল। কমলৰ গৰম লাগিছিল। কমল অহা বাছখনত মানুহৰ ভিৰ আছিল। বাছৰ যাত্ৰীবোৰৰ ভিতৰতো কমলে দেখিলে এটা ব্যক্ত অস্বস্তি, এটা অভিযোগ, এটা দিচ্‌কণ্টেন্ট। বাছৰ সাধাৰণ যাত্ৰীবোৰেও অনুভৱ কৰিছে এটা পুঞ্জীভূত অন্যায়ৰ উৎপীড়ন। সিহঁতকো লাগে এটা বিপ্লৱী পৰিৱৰ্তন।

হাতত এটা টোপোলা লৈ উপমা আহি চোতাল পালেহি। কমল চকীখনৰ পৰা উঠি থিয় দিলে।

"আপুনি?" মাতটোত আনন্দ আৰু বিস্ময় সানি উপমাই ক'লে। উপমাৰ মাতৰ আনন্দৰ সুৰটো কমলে বুজিব পাৰিলে।

কমলে কিবা এটা ক'ব খুজিছিল। কিন্তু একো ক'বলৈ নৌপাওতেই উপমাই দুৱাৰখন বেগাবেগিকৈ খুলিলে আৰু ক'লে, "আপুনি বহুত পৰ থাকিল নেকি? বেয়া পাইছে নহয়নে? মোৰ আকৌ বজাৰ নকৰিলে নচলে নহয়। তেখেত নাই। মোক ক্ষমা কৰিব দেই —"

ইমানবোৰ ক.প. উপমাই একেলগে ক'লে যে কমলে একো উত্তৰ দিবৰ সময়কে নেপালে। মুহূৰ্ততে উপমা ভিতৰলৈ গ'ল আৰু এলোটা পানী আনি কমলৰ আগত থ'লেহি।

"আপুনি হাত-মুখ ধোৱক, মই চাহ এটোপা কৰো। পিয়াহ লাগিছে নহয়?"

"আপুনি অকাৰণত ব্যস্ত হৈছে। মোক আলহী বুলি নেভাবিবচোন। মই জানো ঘৰৰে মানুহ নহওঁ?" কৈ কৈ কমলে পানীলোটা লৈ বাৰাণ্ডালৈ গ'ল।

"মাধৱৰ চিঠিপত্ৰ কিবা পাইছেনে?" চাহ খাবলৈ বহি কমলে সুধিলে।

"নাই পোৱা। আগে-পিছে দেখোন দিয়ে, এইবাৰ জানো কিয় দিয়া নাই?" অভিযোগ কৰি নহয়, সাধাৰণভাৱেই উপমাই ক'লে।

"মই মাধৱক লগ পাইছিলো। সেই কাৰণেই চিঠি দিয়া নাই কিজানি।" হাঁহি কমলে ক'লে।

"অ' আপুনি লগ পাইছিল, কেতিয়া?"

"কেইবাদিনো হ'ল। মই শ্বিলঙৰ পৰা আহোঁতেই —"

"চিঠিৰ সলনি তেনেহ'লে আপুনিয়েই আহিলে —!"

"এৰা —"

"ভালেই হ'ল। চিঠিখনততো লিখা কথাখিনিৰ বাহিৰে অন্য একো নেথাকে। আপোনাৰ পৰাতো বহুত আদায় কৰিব পৰা যাব।" কথাষাৰ কৈ উপমাই হাঁহিলে আৰু কমলৰ মুখলৈ চালে। উপমা সিবাৰ দেখাতকৈ বহুত ধুনীয়া হৈছে। অলপ শকতো হৈছে, ৰঙাও পৰিছে। চকু দুটাও বেচ উজ্জ্বল হৈছে। উপমাক দেখি কমলৰ ভাল লাগিল।

"এনেকৈ অকলে অকলে থাকি আপোনাৰ বেয়া নেলাগেনে?"

"খুব বেয়া লাগে। পিছে কি কৰিব?"

কথাষাৰৰ উত্তৰ দিবৰ উপায় কমলৰো নাছিল। অলপ জিৰণি ল'বৰ কাৰণে কমল বাৰাণ্ডালৈ ওলাই আহিল। "আগফালৰ বাৰাণ্ডালৈচোন যাব নেলাগে। ইয়াতে পিছফালৰ বাৰাণ্ডাতে বহক। অলপ কথা-বতৰা পাতি থাকো। আপুনি আহিলত যে মোৰ ইমান ভাল লাগিছে। ..."

কমলে অনুভৱ কৰিলে উপমাৰ কথাবোৰ সৰল, ক'তো সাজি কোৱা কৃত্ৰিমতা নাই। কমল পিছফালৰ বাৰাণ্ডাতে বহিল। পাচলিৰ খৰাহিটো আৰু চাকিটো লৈ উপমাও শান্তভাৱে কমলৰ ওচৰলৈ আহিল, আৰু ডুখৰী পীৰা এখন পাৰি কমলৰ চকীখনৰ ওচৰতে বহিল।

একমাত্ৰ উপমাইহে এই নতুন গতিপ্ৰবাহৰ কোনো সম্ভেদ নেপায়— কমলে ভাবিলে, আৰু উপমাৰ শান্ত উজ্জ্বল মুখখনৰ ফালে চালে। তললৈ মূৰকৈ পাচলি কুটিছে যদিও উপমাই অনুভৱ কৰিছিল যে কমলে তাইৰ মুখলৈ চাই আছে। উপমা

অলপ ৰঙা পৰিল আৰু মুখখনতে হেঁচি ৰাখিব নোৱাৰা এটা হাঁহি বিৰিঙি উঠিল। কমলে উপমাৰ মুখৰ এই তীব্ৰ উজ্জ্বলতা সহ্য কৰিব নোৱাৰিলে, কমলে চকু ঘূৰাই নিলে।

ধুমুহা আহিলে ডাঙৰ গছৰ আগতহে লাগে। সেই গছৰ আশ্ৰয়ত তলত থকা সৰু গছবোৰে তাৰ গমেই নেপায়, কমলে ভাবিলে। মাধৱ নিজে ধুমুহাৰ মাজত ঘূৰি উপমাক শান্তিত ৰাখিছে— কমলে ভাবিলে। উপমাৰ প্ৰতি মাধৱৰ মৰম আৰু যত্ন দেখি কমলৰ মাধৱলৈ শ্ৰদ্ধা উপজিল। নিজৰ সুখ আৰু শান্তিৰ কাৰণে চেষ্টা নকৰিলেও, মাধৱে উপমাক সুখত ৰাখিছে, এৰা, সুখত ৰাখিছে।

উপমাই দুই-চাৰিটা সাধাৰণ কথা পাতিলে। কমলৰ কাম কত হৈছে, কিয় হোৱা নাই, কেতিয়া হ'ব— এনে ধৰণৰ কথা, ক'লেও অন্য সকলোকে দিয়া উত্তৰ-কেটাকে উপমাকো দিলে। তাৰ একপ্ৰকাৰ মুখস্থ হৈ গৈছে।

এবাৰ অলপ ৰৈ মাজতে উপমাই সুধিলে, "আপোনাৰ বিয়াখন কেতিয়ালৈ?"

"ক'ৰনো বিয়াখন পাতিছো এথোন —" হাঁহি কথাষাৰ পাতলাবৰ উদ্দেশ্যেই কমলে ক'লে।

"এৰা, মই ক'বলৈ হ'লে সোনকালে বিয়া নকৰোৱাই ভাল।"

"কিয়?" হাঁহিয়ে কমলে সুধিলে।

"মোৰ দেখা নাই, সোনকালে বিয়া হৈ কি হ'ল?"

"তেওতো আপুনি বিয়াৰ সোৱাদটো পালে —" কমলে কথাষাৰ পাতলভাৱেই কৈছিল যদিও, কথাষাৰে উপমাক বৰ নিষ্ঠুৰভাৱেই আঘাত দিলে। উপমাৰ মুখখন হঠাৎ বেছি ৰঙা পৰিল। অলপ অপ্ৰস্তুত হোৱাৰ দৰে হৈ উপমাই ক'লে, "এৰা, আপোনালোকে বিয়াৰ সোৱাদ লোৱাৰ বাহিৰেনো আৰু কিটো বিচাৰে?"

কথাষাৰৰ তীব্ৰ সুৰটোত কমল হঠাৎ সজাগ হ'ল, ছেঃ কি কথাষাৰ হঠাৎ সি কৈ পেলালে।

"আপুনি বেয়া পালে নেকি?" মই ধেমালিহে কৰিছো।"

"আমাৰ ছোৱালী মানুহবোৰৰ লগত আপোনালোকে যিহকে কৰে সকলোৱেইতো আপোনালোকৰ ধেমালি।" অলপ হাঁহাৰ নিচিনা কৰিয়ে কথাষাৰ ক'লে যদিও, কথাষাৰ তীব্ৰতা কমলে অনুভৱ নকৰি নেথাকিল।

কমলৰ বেয়া লাগিল। উপমাৰ নিচিনা সৰল ছোৱালী এজনীক এনেদৰে মনোকষ্ট দিয়া সঁচাকৈয়ে তাৰ উচিত নহ'ল। তাতে উপমা অকলে আছে।

বহু চেষ্টা কৰি কমলে অন্য কথা ক'বৰ চেষ্টা কৰিলে, কিন্তু সি আৰু অন্য একো প্ৰসঙ্গ বিচাৰি নেপালে। তাৰ নিজৰ ওচৰতে বৰ অপৰাধী যেন লাগিল।

উপমাই কথাষাৰ অনুভৱ কৰিলে। কিন্তু উপমায়ো একো নক'লে। নীৰৱে উপমাই পাচলি কুটি যাব ধৰিলে। এই নীৰৱতা কমলৰ অলপ অস্বস্তিকৰ লাগিল। উপমাৰ নিচিনা এজনী ছোৱালী ইমান অভিমানী হ'লে নুশুৱায়— অকাৰণতে সি ভাবিবৰ চেষ্টা কৰিলে।

কমলে বাহিৰৰ আন্ধাৰৰ ফালে চায়ে থাকিল। উপমাই যে ওঁঠ কামুৰি হাঁহিছে কমলে ক'বই নোৱাৰে। কমলৰ সৰল মনটো দেখি উপমাৰ হাঁহি দমাই ৰখা এক প্ৰকাৰ কঠিন হৈ পৰিছিল। ওৰণিখন কামোৰ মাৰি ধৰি উপমাই খৰাহিটো লৈ একো নমতাকৈয়ে কমলৰ কাষৰ পৰা উঠি গ'ল।

কমলে কেৰাহিকৈ ঘূৰি চালে। উপমাজনী বৰ অভিমানী। কমলৰ অলপ বেয়া লাগিল। কমলে আশা কৰিছিল যে উপমাৰ লগত হাঁহি-ধেমালি কৰি অন্ততঃ যিকেটা দিন তাত থাকে কটাব। কিন্তু আজি আহি পাওতেই উপমাই সাধাৰণ চেলু এটাকে লৈ এনে কঠিন ব্যৱহাৰ আৰম্ভ কৰিলে কিয়? মনে মনে কমলে ঠিক কৰিলে যে কালিলৈ পুৱাতে সি গুচি যাব, ইয়াত সি থকাৰ কোনো প্ৰয়োজন নাই। ঘৰত তাৰ বহুত কাম আছে। এৰা, বহুত কাম আছে।

একেই গাম্ভীৰ্যৰে হাতত এখন প্লেট লৈ উপমা ৰান্ধনি ঘৰৰ পৰা আহি তাৰ কাষত ৰ'লহি।

কাষতে সৰু টিপয়খন আছিল যদিও তাত প্লেটখন থোৱাৰ কোনো চেষ্টা নকৰি হাততে প্লেটখন লৈ থাকি উপমাই ক'লে, "খাওক।"

কমলে চালে, কেইচকলমান মৌ-ডিমৰু।

কমলে প্লেটখন ধৰিবৰ কাৰণে হাত মেলিলে।

"মোৰ হাতৰ পৰাই খাওকচোন —" গহীন হৈয়ে উপমাই ক'লে। এচকল মৌ-ডিমৰু হাতত লৈ বিষণ্ণ ভাষাৰে কমলে লাহে লাহে ক'লে, "অকাৰণতে আপোনাৰ মনত বেজাৰ দিলো, মোৰ কিন্তু সঁচাকৈয়ে আপোনাৰ মনত দুখ দিয়াৰ অকণো ইচ্ছা নাছিল —"

উপমাৰ তেতিয়া হাঁহি উশাহ বন্ধ হোৱাৰ অৱস্থা। তথাপি গহীন হ'বৰ চেষ্টা কৰি উপমাই ক'লে, "আৰু খাওক।"

মৌ-ডিমৰু খাই কমলৰ সিমান ভাল লগা নাছিল, তথাপি উপমাৰ কথা নেৰাখিলে কিজানিবা উপমাই আৰু বেয়া পায় সেই ভাবি সি আৰু এচকল ডিমৰু তুলি ল'লে।

উপমাই তাৰ মুখখনলৈ ভালকৈ চালে। প্ৰথম হেমন্তৰ কুঁৱলীৰ নিচিনা বেজাৰৰ আৱৰণে কমলৰ মুখখন বিষণ্ণ কৰি তুলিছে। দেখি উপমাৰ কমললৈ মৰম লাগিল।

উপমাই বুজিলে যে ডিমৰু খাই কমলে বৰ ভাল পোৱা নাই। সেই কাৰণে সেই চকল শেষ কৰাৰ পিছত কমলে যেতিয়া অনিচ্ছাতো আৰু এচকলৰ কাৰণে হাত মেলিলে, তেতিয়া উপমাই প্লেটখন অলপ আঁতৰাই নিলে আৰু গহীন হৈ ক'লে, "আৰু নেলাগে খাব। সকলো আপুনিয়েই খায় নেকি? মোলৈ জানো নথয়?"

কমলে হাতখন কোঁচাই আনিলে। কোনো উত্তৰ নিদিলে।

"যিটো বস্তু খাই ভাল নেলাগে সেই বস্তু খাব নেপায়", উপমাই ক'লে। আৰু কমলৰ কাষৰ পৰা আকৌ ৰান্ধনিশাললৈ সোমাই গ'ল।

কমলে ইতিমধ্যে পাহৰিয়ে গ'ল কি কাৰণত তাৰ মনটো বেয়া লাগিছে। সি মাথোন অনুভৱ কৰিলে যে কিবা এটা কাৰণত তাৰ মনটো বৰ গধুৰ লাগিছে।

সি বহাৰ পৰা উঠিল। উপমাই ক'লে, "ইয়ালৈকে আহক, মই বৰ অকলে আছো।"

কমল উঠি আগফালৰ বাৰাণ্ডালৈ যাবগৈ খুজিছিল। উপমাৰ কথা শুনি বাধ্যত পৰি ৰান্ধনিশাললৈ সোমাই গ'ল। আৰু মুঢ়া এটাতে বহিল।

কথা ক'বৰ কাৰণে উপমাৰ মনটো বলিয়া হৈ উঠিছিল যদিও জোৰ কৰি উপমাই কথা নোকোৱাকৈ থাকিবৰ চেষ্টা কৰিলে। অন্য একো কথা ক'বলৈ বিচাৰি নেপাই কমলে ক'লে, "কালিলৈ পুৱা মই যামগৈ —"

ক্ষীণভাৱে হ'লেও কমলে উপমাৰ পৰা ইয়াৰ এটা প্ৰতিবাদ আশা কৰিছিল। কিন্তু নিৰ্বিকাৰভাৱে উপমাই ক'লে, "ভাল বাৰু!" কমল নিৰুৎসাহ হৈ পৰিল। তাৰ মন গ'ল যেন সি এতিয়াই গুচি যাব। উপমা সাধাৰণ ছোৱালী, তাৰ নিচিনা এটা শিক্ষিত ডেকাৰ আদৰ তাই নুবুজে— বুজিব নোৱাৰে, কমলে ভাবিলে। এই কথাষাৰ ভাবি কমলে অলপ আনন্দ পালে। সি উপমাতকৈ বহুত ওপৰত। উপমা এজনী অৰ্ডিনেৰী তিৰোতা।

কমলে এবাৰ উপমাৰ জুইৰ পোহৰত ৰাঙলী হোৱা মুখখনলৈ চালে। মুখখনত এটা উজ্জ্বলতা আছে, এটা ব্ৰিলিয়েঞ্চ আছে। নহয়, উপমা কম শিক্ষিতা হ'লেও মূৰ্খ নহয়। এই কথাষাৰতো কমলৰ ভাল লাগিল।

উপমাৰ কমলক অলপ শাস্তি দি আনন্দ লাগিল। ভাল খাবৰ সময়তো উপমাহঁতৰ মাজত বৰ বেছি কথা-বতৰা নহ'ল। কিন্তু এই সুযোগতে উপমাই যিদৰে যিমান মন যায় কমলক খুৱালে। কিবা প্ৰতিবাদ কৰিলেই কিজানিবা উপমাই আকৌ বেয়া পায়, এই ভয়তে কমলে বৰ বাধ্যৰ দৰে যিহকে কৰিবলৈ কয় তাকে কৰি যাব ধৰিলে। মনে মনে কমলে প্ৰতিজ্ঞা কৰিলে, সি আৰু কেতিয়াও ইয়ালৈ নাহে, কেতিয়াও নাহে।

তথাপি সিহঁতৰ মাজৰ নিস্তব্ধতাটো দুয়োৰে বৰ অসহ্য লাগিল। এই নিস্তব্ধতা ভাঙিবৰ কাৰণেই কমলে সুধিলে, "মাধৱ কেতিয়াকৈ আহিব?"

"ক'ব নোৱাৰো, কেইদিনমানতে পাবহি পাৰে।" আকৌ নীৰৱতা।

"আপোনালোকে ক'ৰ পৰা মাল খায়?" একেবাৰে অপ্ৰাসঙ্গিক কথা।

"জগতৰ দোকানৰ পৰা।"

কমলে আৰু সুধিবলৈ কথা বিচাৰি নেপালে।

ভাত খাই উঠি কমল আগফালৰ বাৰাণ্ডালৈ ওলাই আহিল আৰু উপমা ভাত খাবলৈ বহিল। তেতিয়াও কথা-বতৰা নাই।

বাৰাণ্ডাৰ হেলনীয়া চকীখনতে বহি কমলে বাহিৰৰ ফালে চালে। বাহিৰত বৰ আন্ধাৰ। নিজৰ ওপৰতে কমলে এটা বিৰক্তি অনুভৱ কৰিলে। সি এইবোৰ কি কৰিছে! উদ্দেশ্যহীনভাৱে এনেদৰে ঘূৰি ঘূৰি তাৰ মূল্যবান সময়বোৰ অপব্যয় কৰা জানো তাৰ উচিত হৈছে? সি কিবা এটা কৰিব লাগিব। অন্ততঃ সন্মানজনকভাৱে জীৱিকা অৰ্জনৰ কিবা দিহা এটা সি কৰিব লাগিব। নকৰাটো তাৰ অন্যায়। এনেকৈ সৰু ল'ৰাই প্ৰদৰ্শনী চাবলৈ গৈ অ'ত-ত'ত ঘূৰি ফুৰাৰ দৰে ঘূৰি ফুৰি সময় আৰু শক্তিৰ অপব্যয় কৰা অন্যায়, অন্যায়।

এই উপমা, সেই ৰেবা, সেই অপৰা আৰু সেই মন্দিৰা — এই ছোৱালীবোৰৰ লগত তাৰ কি সম্পৰ্ক? কিয় সি সিহঁতৰ বিষয়ে ভাবিব? তাৰ কি দৰকাৰ? সি নেভাবে। সি নৃতত্ত্বৰ এম. এ.। সি শিক্ষিত ডেকা। এইবোৰ যা-তা কৰি ফুৰা তাৰ কাৰণে অশোভন!

উপমা— কিটো আছে উপমাৰ? পণ্ডিতৰ জীয়েক উপমা। তাৰ হাঁহিয়েই উঠিব খুজিলে। মানুহে শুনিলে বাৰু কি ভাবিব! নাই, সি কালিলৈ পুৱাতে ঘৰলৈ গুচি যাব— কালিলৈ পুৱাতে। তাৰ পিছত সি নৃতত্ত্বৰ ৰিচাৰ্চ কৰিবৰ কাৰণে গুচি যাব নগা পাহাৰলৈ।

এৰা, নগা পাহাৰেই ঠিক হ'ব। ধুনীয়া নীলা পাহাৰ, স্বাস্থ্যবান, শকত আৱত, বগা বগা নগা নাগিনীবোৰ, সিহঁতৰ অদ্ভুত প্ৰাচীন নীতি-নিয়মবোৰ। সিহঁতৰ মাজত সি থাকিব। বিধাতাৰ চকুৰে সি সিহঁতৰ কাৰ্য-কলাপবোৰ ষ্টাডি কৰিব আৰু থিছিছ লিখিব। তাৰ নতুন গৱেষণাই উদ্‌ঘাটন কৰিব নতু অনাৱিষ্কৃত সত্য। তাৰ বেচ ভাল লাগিল।

আৰু তেতিয়া, তেতিয়াই উপমাই তাৰ লগত এষাৰ কথা পাতিবলৈ পোৱাটোকো সৌভাগ্য বুলি ভাবিব।

ইতিমধ্যে ভাত খাই উঠি উপমাই কমলৰ কাৰণে বিছনা-পাতি ঠিক কৰিলে, আৰু তামোলৰ বটাটো লৈ ওলাই আহিল। কমলে গম পালে, কিন্তু ঘূৰিও নেচালে আৰু নেমাতিলেও।

তাৰ কাষলৈ আহি উপমাই ক'লে, "তামোল খাওক —" একো নকৈ কমলে তামোল এখন লৈ মুখত ভৰালে।

"বৰ আন্ধাৰ হৈছে —" উপমাই ক'লে।

"হয়।" এইবাৰ কমল গম্ভীৰ।

বটাটো ভিতৰত থৈ আহি উপমাই ক'লে, "অলপ ফুৰি আহোঁগৈ আহক।"

কমল অপ্রস্তুত হ'ল। সি ইতস্ততঃ কৰিলে।

"বেছি ৰাতি নকৰো। সোনকালেই ঘূৰি আহিম।"

"কোনফালে যাব?"

"কোনোবা ফালে যাম। ফুৰিবলৈ যাবলৈনো কি ঠাই ঠিক কৰিব লাগিছে?"

কমল বহাৰ পৰা উঠিল।

"টৰ্চটো আনো ৰ'ব —" উপমা ভিতৰলৈ গ'ল আৰু হাতত টৰ্চটো লৈ ওলাই আহিল।

চোতালখন পাৰ হৈ দুয়ো আলিবাটত ভৰি দিলেহি। কমলৰ সিদিনাৰ অপৰাৰ কথা মনত পৰিল। ছোৱালীবোৰ ইমান এগ্রেছিভ! সি ভাবিলে।

একো কথা নোকোৱাকৈ দুয়ো যাব ধৰিলে। উপমাই কিবা এটা সুগন্ধি তেল লৈছিল। সেই তেলৰ গোন্ধটো কমলৰ নাকতে লাগিলহি। গোন্ধটো মৃদু, কিন্তু ভাল! হাতৰ টৰ্চটো নজ্বলোৱাকৈয়ে পাতল আন্ধাৰৰ মাজে মাজে দুয়ো যাব ধৰিলে, আন্ধাৰখিনি বৰ নিবিড়, অতি প্রিয়জনৰ বাহুৰ আবেষ্টনৰ দৰেই মৰমী।

"আপুনি ৰাতি কম কথা কয় নহয়নে?" নহঁহাকৈয়ে উপমাই ক'লে।

সিফালৰ পৰা কোনোবা এজন আহিছিল। কমলে ক'লে, "বৰ বেছি ৰাতি হোৱা নাই— নহয়নে?"

"নাই হোৱা। চকু মুদি দিলেতো দিনতে ৰাতি যেন লাগে। আমি মনে মনে থকাৰ কাৰণে বেছি ৰাতি হোৱা যেন লাগিছে।"

সিফালৰ পৰা অহা মানুহজন আহি সিহঁতৰ ওচৰ পালেহি।

"কোন? বাইদেউ নেকি?" মানুহজন ৰৈ সুধিলে।

"ওঁ মেয়ে। ক'ৰ পৰা আহিলি জগত?"

"তালৈকে গৈছিলো। কেনি যোৱা?"

"সেই ফাললৈকে।"

মানুহজন গুচি গ'ল।

কথাবাৰৰ অৰ্থ যেন কমলে বুজি নেপালে। উপমা তেনে ফুৰিবলৈ অহা নাই। তেন্তে ক'লৈ যায়?

কমলে সুধিলে, "সেইজন কোন মানুহ?"

"আমাৰ জগত দোকানী —"

আকৌ সন্দিগ্ধ নীৰৱতা।

দুয়ো আগবাঢ়িল। উপমাৰ নিচিনা সাধাৰণ ছোৱালী এজনীকো কমলৰ বৰ ৰহস্যময়ী যেন লাগিল। ৰাতিৰ আন্ধাৰৰ মাজত যেন সকলোবোৰ ৰহস্যাবৃত হৈ পৰিছে।

এটা সৰু পদূলিৰ মূৰত বৈ উপমাই ক'লে, "আহক —"

"ক'লৈ যায়?"

"আহকচোন বাৰু।"

নিৰুপায়ত পৰি কমলে উপমাৰ পিছে পিছে খোজ ল'লে। ঘৰটোৰ ভিতৰত মানুহ মুঠতে চাৰিটি। এজন বুঢ়া, বাকী তিনিজন ডেকা। কমলে এজনকো নিচিনে।

"অ' উপমা, আহা! আহক —" বুঢ়াজনে কমলক আগবঢ়াই নিলেহি।

মাটিতে পাৰি থোৱা কঠখনতে সকলো বহিল। ডেকাকেজনে কমলৰ মুখলৈ চালে।

"আপুনিয়ে কমল বৰুৱা, নহয়।"

"হয়।"

"আপোনাৰ কথা উপমাই আমাক বহুত কৈছে। আপুনি অহাত আমি ভাল পাইছো।"

কমলৰ কোনো উত্তৰ নাছিল। কমলে হাঁহিলে।

উপমাই যেন ইচ্ছা কৰিয়ে কমলৰ গাতে গা লগাই বেছি কাষ চাপি বহিল।

এনেতে এজন ডেকাই ক'লে, "আপুনি বাৰু কি ভাবে?" প্ৰশ্নটো শুনি কমলে ডেকাজনলৈ চকু তুলি চালে। সি যেন প্ৰশ্নটো একেবাৰে বুজিব নোৱাৰিলে।

"মই অৱশ্যে ঈশ্বৰক এতিয়াও বিশ্বাস কৰো। অৱশ্যে চিৰকাল স্বৰ্গবাসী এজন ধুনীয়া পুৰুষ হিচাপে নহয়, এটা ever-changing, চিৰ-পৰিবৰ্তনশীল গতিময় শক্তি হিচাপে। অৱশ্যে পাপ-পুণ্য বোলা কথাষাৰ মই বিশ্বাস নকৰো —" ডেকাজনে ক'লে, "আপুনি বাৰু ঈশ্বৰক বিশ্বাস কৰেনে?"

ইয়াৰ কি উত্তৰ দিব কমলে ভাবিবলৈকে টান পালে। কমলে অপ্ৰস্তুতভাৱে ক'লে, "ওঁ, কৰো কিজানি।"

"অৱশ্যে নকৰি উপায় নাই। মধ্যবিত্তই যদি ঈশ্বৰক ৰক্ষা কৰি নেথাকে, তেন্তে ঈশ্বৰৰ থকাৰ ঠায়েই নোহোৱা হৈ আহিছে।"

ডেকাজনৰ কথা শেষ হ'বলৈ নিদি এইবাৰ গহীন মাতেৰে বুঢ়াজনে ক'লে, "আমাৰ প্ৰশ্নটো ঈশ্বৰ বিশ্বাসৰ নহয়, প্ৰশ্নটো হৈছে ক্ষমাৰ। যি আমাক কোনোদিন ক্ষমা কৰা নাই, তাক আমি ক্ষমা কৰা উচিতনে?"

"মই ভালকৈ বুজা নাই —" কমলে ক'লে।

"মই দুৰ্বল, মোক আপুনি চিৰদিন অত্যাচাৰ, উৎপীড়ন কৰি আহিছে। মোৰ বিনিময়ত আপুনি চিৰদিন জীৱনৰ সকলো সুখ উপভোগ কৰি আহিছে। মোৰ প্ৰাপ্যৰ বিনিময়ত আপুনি চিৰদিন প্ৰৱঞ্চনা, প্ৰতাৰণা আৰু আঘাত দি আহিছে। আজি যদি মই আপোনাক দুৰ্বল দেখো, আপোনাক ক্ষমা কৰা উচিত হ'বনে?" বুঢ়াই ক'লে।

"হয়তো উচিত নহ'ব —" আধা নিশ্চিতভাৱে কমলে ক'লে। কাষতে বহি থকা উপমাই কমলৰ ভৰিত চিকুট মাৰি দিলে। যেন কিবা কথা এষাৰত তাই বৰ আনন্দ পালে।

"উচিত নহয়। পাপীক ক্ষমা কৰা মনে পাপক আৰু বেছি শক্তিশালী কৰা। পশুত্ব আমাৰ ধৰ্ম নহয়। প্ৰতিশোধ লোৱাৰ আনন্দতে প্ৰতিশোধ ল'বলৈ বিচৰা পশুধৰ্মৰ লক্ষণ। কিন্তু প্ৰতিশোধৰ যেতিয়া প্ৰয়োজন আহে, আঘাতৰ যেতিয়া সময় আহে, তেতিয়া— তেতিয়া সেই প্ৰতিশোধ নোলোৱা, সেই আঘাত নিদিয়া পাপ, কাপুৰুষালি।" বুঢ়াৰ কথাখিনি শুনি কমল অলপ চিন্তান্বিত হ'ল।

এজন ডেকাই ক'লে, "দুৰ্বলে বলীক ক্ষমা কৰাৰ কোনো যুক্তিয়েই নাই।"

কমললৈ চাই বুঢ়াই ক'লে, "মোৰ কথা বোধকৰো আপুনি নেজানে, কমল বোপা। মই গাঁৱৰ খেতিয়ক মানুহ। ল'ৰাকালত অলপ পঢ়া-শুনা কৰিছিলো। তাৰ বলতে খেতি-বাতি কৰাৰ লগতে পাঠশালা স্কুল এটাত ল'ৰা পঢ়াইছিলো। মাহে পাঁচ টকাকৈ পাইছিলো।" বুঢ়া অলপ ৰ'ল তাৰ পিছত আকৌ কৈ যাব ধৰিলে —

"আমাৰ অন্য সৰ্বসাধাৰণ মানুহৰ দৰে ময়ো দেশখনক ভাল পাওঁ, দেশৰ মানুহবোৰক বৰ ভালপাওঁ। ১৯২: চনৰ আন্দোলনত জেল খালো ৮ মাহ। তাৰ পিছৰ বাৰ ১৯৩০ চনত মোক নিনিলে, তেতিয়া আছিল মোৰ বৰ টান নৰিয়া। মোৰ ল'ৰা দুয়োটা নিলে। ডাঙৰটো জেলৰ পৰা আহিয়ে মৰিল। পুলিচে তাক বৰকৈ খুন্দিলে। সি কলিজা ভাগি মৰিল। সৰুটো আছিল। '৪২ চনত সি মৰিল পুলিচৰ গুলী খাই। মই অসন্তোষ নকৰিলো। দেশৰ কাৰণেই সিহঁত মৰিল। এনেই মৰাতকৈ বহুত ভাল।"

বুঢ়া অলপ ৰ'ল।

"তাৰ পিছত?" কমলে সুধিলে।

"অ' তাৰ পিছত?" বুঢ়াই ক'লে, "বৃটিছ গ'ল, আমাৰ দেশ স্বাধীন হ'ল। মোৰ আজীৱনৰ সপোন সাৰ্থক হ'ল। পিছে স্বাধীনতা নাহিল, আহিল অৰাজকতা। অত্যাচাৰ দিনক দিনে বাঢ়িছে। অন্যায়, অনীতি, অধৰম দিনে দিনে বাঢ়িছে। দেশত আকাল-দুৰ্ভিক্ষ দিনে দিনে বেছি হৈছে। ৰাইজৰ হাত-মুখৰ স্বাধীনতা এটি এটিকৈ কাঢ়ি নিয়া হৈছে। দেশখন ধনীবোৰৰ খেলাৰ বস্তু হৈ উঠিছে।"

অলপ বৈ বুঢ়াই আকৌ ক'লে, "বৰ বেজাৰ লাগে বোপা। এইবোৰৰ কাৰণেই জানো আমি স্বৰাজ বিচাৰিছিলো? ৰাইজৰ দুখ-দুৰ্গতি চৰম সীমা পাইছেগৈ। খাবলৈ নেপাই মানুহ কুকুৰ-মেকুৰীৰ দৰে মৰিছে। ভেটিখোৱা-ভেটি লোৱা নিয়ম। টেকেলা-পিয়নৰ পৰা আৰম্ভ কৰি আমাৰ বিধায়ক, সভ্য মন্ত্ৰী সকলোৱে ভেটি খাবলৈ ধৰিলে দেশখনত সুখ, শান্তি, ন্যায় বিচাৰ ক'ৰ পৰা হয়? সিদিনা আমাৰ দুখীয়া ৰাইজ এখিনি গোটখাই এইবোৰ কোৱামেলা কৰিছিলো। তাতে কোনোবা এটা চৰকাৰৰ ঘৰৰ গুপ্তচৰো আছিল। সি গৈ পুলিচত খবৰ দিলেগৈ। মোক ধৰি লৈ গ'ল। বিনা বিচাৰে তিনি মাহ জেলত সুমাই থ'লে। এৰা, মোৰ হাঁহি উঠিল। আমি স্বাধীন হৈছো হয়।" বুঢ়াই এটা হাঁহি মাৰিলে। হাঁহিত ব্যক্ত হৈ উঠিল পুঞ্জীভূত বিৰক্তি আৰু অসন্তুষ্টি।

গভীৰ শ্ৰদ্ধা আৰু বিস্ময়েৰে কমলে বুঢ়াৰ মুখলৈ চালে. বিপ্লৱী বুঢ়াৰ চকু দুটা জলমলাই উঠিছে। তীব্ৰ, উজ্জ্বল, প্ৰখৰ।

বুঢ়াই আকৌ ক'লে, "পৃথিৱীখন এটাৰ নহয়, এদলৰ নহয়, ই সকলোৰে। কেৰোণে ধৰিছে। কেৰোণ গুচাব লাগিব। মাৰোঁতাৰ সংখ্যা কম। মৰোতাৰ সংখ্যা সিহঁততকৈ বহুত বেছি। মৰি মৰিয়ে, আঘাত লৈ লৈয়ে আমি এদিন জয়ী হৈ উঠিম। নুঠিম নে বাৰু?"

বুঢ়াৰ কথাত কমল অভিভূত হৈ পৰিছিল। কমলে একপ্ৰকাৰ চিঞৰিয়ে ক'লে, "নিশ্চয় উঠিম।"

"ওঁ আমাক এই বিশ্বাস লাগে। এই আত্মপ্ৰত্যয় লাগে, সংগ্ৰামৰ আদৰ্শত অটল আস্থা লাগে। আপোনালোকো আহক। জীয়াই থকাৰতো বহুত ভাল-বেয়া পথ আছে। কিন্তু কেৱল জীয়াই থকাইতো আমাৰ শেষ কথা নহয়, আমি মানুহৰ দৰে জীয়াই থাকিব লাগিব।"

উত্তেজনাৰে কথাখিনি কৈ বুঢ়া শান্ত হ'ল। তাৰ পিছত অন্যান্য ডেকা-কেজনেও প্ৰত্যেকৰে মত-অভিমতৰ কথা ক'লে। প্ৰত্যেকজনেই এটা কথাত দৃঢ় প্ৰতীয়মান যে প্ৰচলিত ধনতান্ত্ৰিক সমাজ আৰু ৰাষ্ট্ৰ-ব্যৱস্থাৰ শেষ কৰিবই লাগিব। আৰু তাৰ ঠাইত সৰ্বজনৰ সাম্যবাদী জীৱন ব্যৱস্থা প্ৰতিষ্ঠা কৰিব লাগিব।

"কোনে শাসন কৰিছে, সেইটো প্ৰশ্ন নহয়, কি নীতিৰে শাসন কৰিছে সেইটোৱেই একমাত্ৰ কথা —" এজনে ক'লে।

ৰাতি বেছি হলত কমল আৰু উপমাই সকলোৰে পৰা বিদায় লৈ গুচি আহিল।

বাহিৰত আগতকৈও বেছি গভীৰ আন্ধাৰ। চৌদিশ নীৰৱ, কমলৰ গাৰ কাষতে উপমা।

"চুলিবোৰ যে চুটিকৈ কটা সেইজন কোন?" নিস্তব্ধতা ভঙ্গ কৰিবৰ কাৰণে কমলে সুধিলে।

"অ' তেওঁৰ নাম মাহতাব। তেওঁ কবিতা লিখে, আৰু খুব ভাল বক্তৃতা দিয়ে।"

আকৌ দীঘল নীৰৱতা।

"এইবোৰ আলোচনা সদায় হয় নেকি?"

"সদায় নহয়, যেতিয়া তিনি-চাৰিজন একে ঠাইতে গোট খায়, তেতিয়াই হয়।"

অলপ পৰ মনে মনে থাকি কমলে যেন কথাষাৰ বুজিবৰ চেষ্টা কৰিলে।

"আপুনিও যে তালৈ যায়?"

"ওঁ নেযাম কিয়?"

"কেতিয়াৰ পৰা গৈছে?"

"বহুত দিনৰ পৰা। সদায় যাওঁ।"

কমলে আৰু একো নক'লে। দুয়ো মনে মনে আগবাঢ়িল।

ঘৰ পাই অন্য কথা-বতৰা আৰু বিশেষ নেপাতি দুয়ো নিজৰ নিজৰ বিছনালৈ গ'ল। বাহিৰ-ভিতৰ সকলোতে গভীৰ অচঞ্চল নীৰৱতা, তথাপি কমলে অনুভৱ কৰিলে যেন তলে তলে গোটেই পৃথিৱীজুৰি এটা ভীষণ কোলাহলৰ জন্ম হৈছে। যুগ যুগৰ সঞ্চিত অন্যায়ৰ বিৰুদ্ধে যেন এটা নতুন বিপ্লৱ ব্যাপক আকাৰ ধৰি জাগ্ৰত হৈ উঠিছে। এই বিপ্লৱৰ কঁপনি যেন কমলে অনুভৱ কৰিলে আনকি তাৰ নিজৰ বুকুৰ মাজতো। ব্যক্তি তাত বিশেষ কথা নহয়, নীতিয়েই প্ৰধান কথা। কোন মৰিছে সেইটো ডাঙৰ কথা নহয়, কিয় মৰিছে সেইটোৱেই প্ৰশ্ন। কোনে মাৰিছে সেইটো সাধাৰণ কথা। কেনেকৈ মাৰিছে তাৰে সমাধানৰ প্ৰয়োজন।

কথাবোৰ নতুনভাৱে ভাবি কমলৰ ভাল লাগিল।

সিটো কোঠাত লেমটো জ্বলি আছিল, তাত উপমা শুইছে। উপমা— এই নিষ্পেষিতা উপমা— তায়ো বিপ্লৱী দলৰ লগৰী। কমলৰ ভাল লাগিল কথাষাৰ ভাবি।

কিবা-কিবি বহুত কথা ভাবি ভাবি কমলৰ চকু দুটা মুদ খাই আহিছিল, এনেতে উপমাই মাতিলে,"আপুনি টোপনি গ'ল নেকি?"

প্ৰথমতে সি মাতটো তাৰ নিজৰে কল্পনা বুলি সন্দেহ কৰিলে, তাৰ পিছত দ্বিতীয়বাৰ যেতিয়া শুনিলে, সি ক'লে, "নাই যোৱা।"

"এই পিনে আহকচোন —" উপমাৰ মাতটো দুৰ্বল। অলপ ইতস্ততঃ কৰি কমল উঠি গ'ল।

শোৱাৰ পৰা নুঠাকৈয়ে উপমাই ক'লে, "আহক, ইয়াতে, মোৰ বিছনাতে, মোৰ ওচৰতে বহক —"

বাধ্যৰ দৰে কমল বহিল।

"কি?" কমলে সুধিলে।

"মোৰ মূৰটো অলপ মোহাৰি দিব পাৰিবনে? বৰ কামুৰিছে?" কথাষাৰ কোৱাৰ লগে লগে উপমাই কমলৰ হাতখন নি কপালত হেঁচি ধৰিলে। কমলে লাহে লাহে উপমাৰ কপালখন মোহাৰি দিব ধৰিলে।

মুদা চকু দুটিৰে উপমাই লাহে লাহে ক'লে, "কাৰোবাৰ লগত কাজিয়া কৰিলে পিছত মোৰ বৰ মূৰ কামোৰে।"

"আজিনো আপুনি কাৰ লগত কাজিয়া কৰিলে?"

"কিয় আপোনাৰ লগত। আজি যে মোক কি পাগলামিয়ে পাইছিল! আপুনি আহি পোৱাৰ পৰা মোৰ আপোনাৰ লগত কাজিয়া কৰিবৰ এনে মন গৈছিল।"

"মোৰ লগতনো কেতিয়া কাজিয়া কৰিলে?"

"সেই যে খং উঠি আপুনি তেতিয়াই গুচি যাওঁগৈ বুলি ভাবিছিল।"

এইবাৰ কমলে হাঁহিলে। দুষ্ট উপমাজনীলৈ কমলৰ বৰ মৰম লাগিল। কিছুপৰৰ শান্ত নীৰৱতা। কমলে অনুভৱ কৰিলে যেন বৰ অসহায়ভাৱে উপমাই তাৰ ওচৰত কিবা এটা বিচাৰিছে।

লাহে লাহে উপমাই ক'লে, "চাওক, মোৰ বিয়া হৈছিল মোৰ ইচ্ছাৰ বিৰুদ্ধে। মোৰ সন্তানটোও হৈছিল মোৰ ইচ্ছাৰ বিৰুদ্ধে।"

কমলে উপমাৰ মুখখনৰ ওপৰত চকু দুটা থাপি চাই ৰ'ল। একো নক'লে।

আকৌ উপমাই কৈ গ'ল, "তেতিয়া মোৰ বিচাৰ বা অনুভৱ কৰিবৰ সময় আৰু ক্ষমতা দুয়োটাই নাছিল, জীৱনটো কি তেতিয়া বুজিবই পৰা নাছিলো।"

"হয় —" সৰুকৈ কমলে ক'লে।

ওঁঠ দুটাত এটি মিচিকিৰ ৰেখা বিৰিঙাই উপমাই ক'লে, "এতিয়া কিন্তু বুজিব পাৰিছো জীৱনটোৱে কি বিচাৰে।"

উপমা ৰ'ল আৰু অৰ্থপূৰ্ণভাৱে কমলৰ চকুলৈ চালে। কমলৰ চকুত বিস্ময়াভিভূত জিজ্ঞাসু প্ৰশ্ন।

"মোৰ জীৱনটোৱে বহুত মৰম বিচাৰে। বহুত ভালপোৱা বিচাৰে, বহুত কিবাকিবি বিচাৰে —" উপমাই গভীৰ মাতেৰে ক'লে।

"হয় —" কমলে ক'লে।

"কিন্তু গ্ৰহণ কৰাৰ অধিকাৰ মোৰ নাই —" বিষাদেৰে উপমাৰ মাতটো সেমেকা।

"কিয়নো নাই?"

"মোৰ যে এবাৰ বিয়া হৈ গ'ল। উঃ বৰ কামুৰিছে মূৰটো।" কথাষাৰ কৈ উপমাই কুঁচি-মুচি মূৰটো যেন তাইৰ বিছনাতে বহি থকা কমলৰ কোলাত সুমাই দিবৰ চেষ্টা কৰিলে।

উপমাৰ বেদনাবোৰক উটাই দিবৰ শক্তি কমলে বিচাৰি নেপালে। কমলে উপমাৰ মূৰটো কাষলৈ চপাই আনি চুলিবোৰত হাত ফুৰাব ধৰিলে। হঠাৎ কমলৰ চকুত পৰিল উপমাই আজি এযোৰ সৰু কাণফুল পিন্ধিছে। আগেতো উপমাৰ গাত কমলে অলঙ্কাৰ দেখা নাছিল। কমলৰ আৰু বেয়া লাগিল। নিজৰ ওপৰতে প্ৰতিশোধ লোৱাৰ কি যে মৰ্মন্তুদ চেষ্টা!

কিছু পৰৰ পিছত উপমাই ক'লে, "আপুনি মোক নামকাঢ়ি নেমাতে কিয়?"

"কি বুলি"

"উপমা বুলি।"

"মাতিম বাৰু —"

"ওঁ মাতিবচোন দেই। এতিয়াই বাৰু এবাৰ মাতক চোন। অ' বাৰু নেলাগে। যেতিয়া মোক মাতোতা কোনো নেথাকে, তেতিয়া মাতিব দেই —"

হাঁহি কমলে ক'লে, "বাৰু তেতিয়াই মাতিম।"

অলপ পৰ মনে মনে থাকি উপমাই ক'লে, "মই বৰ অবুজ, নহয়নে?"

"কিয়"

"মাজ সাগৰত পৰি থাকিও মই আশা কৰো যেন কোনোবাই আহি মোক হাতত ধৰি তুলি নিবহি।" কথাষাৰ কৈ উপমাই খুক্‌খুকাই হাঁহিলে। আৰু সহজভাৱে মূৰটো কমলৰ কোলাত সুমাই দি কমলৰ মুখলৈ চালে। উপমাৰ চকুত কমলে দেখিলে অতৃপ্তিৰ জীৱন্ত তৃষা। উপমা যেন কোনোবা চাহাৰাৰ ক্লান্ত অধীৰ মৰুযাত্ৰী। দূৰণিৰ মৰীচিকাৰ আশাত সকলো এৰি আগবাঢ়িছে। তেতিয়া বহুত ৰাতি।

পাঁচোটা সহজ ধুনীয়া মাহ পাৰ হৈ গ'ল। এইকেইদিনতে কমলে ভালেমান নতুন কথা শিকিলে, হয়তো কিতাপৰ পাতত নিবিচাৰি জীৱনৰ মাজত বিচৰাৰ কাৰণেই। মানুহে কি বিচাৰে? জন্মৰ পৰা মৃত্যু পৰ্যন্ত মানুহৰ এই অবিৰাম গতি কিহৰ কাৰণে? কি লাভ কৰিবৰ কাৰণে?

কমলে ইতিহাস পঢ়িছিল। ইতিহাসৰ সি ভাল ছাত্ৰ আছিল। ৰাজনীতিৰ লগতো সি সম্পৰ্ক নৰখা নহয়। কিন্তু আজি হঠাৎ এই সমস্যাটোৱেই কমলৰ সন্মুখত বৰ জটিল হৈ দেখা দিলে— মানুহে জীৱনত কি বিচাৰে? কিহে মানুহৰ অতৃপ্ত মনত তৃপ্তি দিব পাৰে? অশান্ত মনক সান্ত্বনা দিব পাৰে? বুভুক্ষিত প্ৰাণক নিবৃত্তিৰ আনন্দ দিব পাৰে?

কি লাগে? মানুহক কি লাগে?

ভাত-কাপোৰ?
ধন-পইচা?
ঐশ্বৰ্য-বিভূতি?
খ্যাতি-গৌৰৱ-যশস্যা?
ত্যাগৰ আনন্দ?
শক্তিৰ গৌৰৱ?
বেদনাৰ সোৱাদ?
প্ৰেমৰ সুনিবিড় দুখ?

ভাবি কমলৰ ভাল লাগিল। জীৱনৰ প্ৰধান সমস্যাটো কি? মানুহৰ ঈশ্বৰ হোৱাটো নে, মানুহৰ মানুহ হোৱাটো? নিজৰ কাৰণে পৃথিৱীখন সামৰি লোৱাটো নে পৃথিৱীখনৰ কাৰণে নিজৰ সৰ্বস্ব এপদ-এপদকৈ বিসৰ্জন দিয়াটো?

কমলে কেইবাদিনো এই কথাবোৰ ভাবিলে। ভাবি আনন্দ পালে। জীৱনত এম. এ. পাছ কৰাৰ পিছতো বহুত নুবুজা কথা থাকে। সেইবোৰ বুজিবলৈ চেষ্টা কৰাত আনন্দ আছে।

তাক এনেদৰে ভাবি-চিন্তি থকা দেখি কমলৰ দেউতাকে ভাবিলে যে কাম-কাজৰ একো সুবিধা নোহোৱাৰ কাৰণেহে সি তেনেদৰে চিন্তিত হৈ পৰিছে। ইমান চিন্তা কৰিবলগীয়া একো নাই। তেওঁ যিকেইটা দিন জীয়াই আছে, কমলইঁতে লঘোণ দিব লগাত নপৰে। আৰু কমলৰো নিৰাশ হ'বৰ কি কাৰণ আছে? কত ল'ৰাই ভালকৈ পাছ কৰি আহিও দুই-তিনি বছৰ কাম নোপোৱাকৈ বহি থাকে। কমলৰনো পাছ কৰিবৰ কিমান দিন হৈছে? তেওঁ ভাবিলে যে অকলশৰে এইদৰে ঘৰত সোমাই থাকিলে তাৰ বেয়া লগাটো স্বাভাৱিক। কিন্তু ইয়াৰ পৰা তাক ৰক্ষা কৰাৰ উপায়?

উপায়ৰ কাৰণে বৰ বেছি চিন্তা কৰিব লগা নাছিল। উপায় হৈছে কমলৰ বিয়া। যেতিয়ালৈকে বিয়া নকৰায় তেতিয়ালৈকে ল'ৰাবোৰৰ মনবোৰ স্থিৰ নহয় আৰু কোনো কাম আগ্ৰহেৰে কৰিব নোৱাৰে। পুৰুষৰ উদগনিৰ উৎস হৈছে নাৰী। আমাৰ সমাজত বিবাহিত নাৰীৰ বাহিৰে অন্য নাৰীৰ উৎসাহ আৰু সাহচৰ্য বিচৰা নিৰাপদ নহয়। সেই কাৰণেই বিয়াৰ প্ৰয়োজন।

বীণা ছোৱালীজনী বেয়া নহয়। ৰংটো বৰ ধুনীয়া, কথাই-কামে ছোৱালীজনী বৰ চোকা। কমলৰ কাৰণে অকণো অনুপযুক্ত নহয়।

কিন্তু ক'লে জানো এতিয়াই বিয়া কৰিবলৈ মান্তি হ'ব? তেওঁ চিন্তাত পৰিল। কিজানিবা চাকৰি-বাকৰি নাই বুলি এতিয়াই বিয়া কৰিবলৈ সি মান্তি নহয়? অৱশ্যে কোনো দিন সি তেওঁৰ অবাধ্য হোৱা নাই। এতিয়াও অবাধ্য হোৱাৰ কোনো

কাৰণ নাই। তথাপি কমল জনা-বুজা ল'ৰা। তাৰোতো এটা নিজৰ মত-অভিমত থাকিব পাৰে।

ছোৱালীজনীৰ মত-অভিমতৰ বিষয়ে ভাবিবৰ কোনো প্ৰয়োজন নাই। হৃদয়া মেনেজাৰৰ কথাৰ লৰচৰ নহয়। আৰু কমলৰ নিচিনা ল'ৰা এটাক বীণাৰেই বা অপছন্দ হ'বৰ কি কাৰণ আছে? তথাপি এবাৰ দুয়োফালৰ পৰা সকলো কথা খোলাখুলিভাৱে জনা ভাল। ভৱিষ্যতলৈ কোনা ৰকমৰ সন্দেহ নেথাকে।

প্ৰথম কথা হ'ল কমলৰ মনটো বুজা। এদিন দেওবাৰে বৰুৱা গৈ ৰজনী পেহীৰ ঘৰ ওলালগৈ আৰু কমলৰ মনটো ভালকৈ বুজিবৰ কাৰণে চেষ্টা কৰিবলৈ ৰজনী পেহীক ক'লে।

"মোকেচোন মাতি পঠোৱা হ'লে হ'লহেঁতেন। তাৰ কাৰণেই ইমানখন আহিব লাগিছিলনে? কাইলৈকে মই সুধি ঠিক কৰি দিম। সিনো কেলেই অমত কৰিব? বীণাক কিবা সি দেখাই নাইনে, চিনিকে নেপায়?" আশ্বাসৰ সুৰত ৰজনী পেহীয়ে ক'লে।

"এৰা, হওতে একো নাই। পিছে আজিকালিৰ ল'ৰা, এবাৰ সুধি-মেলি চোৱা ভাল। হাজাৰো হওক, বিয়াখন সিহে কৰাব।"

"বাৰু, বাৰু, একো চিন্তা কৰিব নেলাগে। কালিলৈ কোনোবা এটা পৰত তাক আমাৰ ঘৰলৈ পঠিয়াই দিব।"

"বাৰু মই পঠিয়াম। পিছে তোমালোকে ছোৱালীজনী কেনে দেখা, পেহী?"

"আমাৰনো কি ক'বৰ আছে? বীণাৰ নিচিনা ছোৱালী এজনীনো আমাৰ এইখিনিত কত আছে?"

অতপৰে মন্দিৰাই সকলো কথা ভিতৰৰ পৰা শুনি আছিল। কমলৰ বিয়া বীণাৰ লগত। তাই নজনা নহয়। বহুত আগতে জানে। তথাপি আজি কমলৰ বাপেকৰ মুখত এই কথাষাৰ শুনি মন্দিৰাই যেন বৰ ভাল নেপালে। এটা কাৰণ নোহোৱা অসন্তুষ্টিয়ে তাইৰ মনটো ভৰাই তুলিলে। কমলে বিয়া কৰোৱাটো যেন ভাল কথা নহয়। কিন্তু সি কিয় বিয়া নকৰাব তাৰো কোনো কাৰণ মন্দিৰাই ভাবি নেপায়।

কথাবোৰ ভিতৰৰ পৰা শুনি শুনি মন্দিৰাই কিবাকিবি ভাবিব ধৰিলে।

এনেতে বৰুৱাই ৰজনী পেহীক সুধিলে, "মন্দিৰা ঘৰত নাই নেকি?"

"আছে। অ' মন্দিৰা, মন্দিৰা —"

বেৰৰ সিপাৰৰ পৰা মন্দিৰাই মাত লগালে, "কি?"

"আজিচোন মোক দেখি ভিতৰ সোমালি। কি কৰিছনো, চাওঁ", বৰুৱাই ক'লে।

মন্দিৰা ওলাই আহিল। মন্দিৰাৰ মুখখনত এটা ক্লান্তিৰ ৰেখা। যেন বৰ টান গাঁঠি এটা মন্দিৰাই মোকলাব খুজিছিল। কিন্তু নোৱাৰিলে।

"তই কিবা ক'ব পাৰনে মন্দিৰা?"

"কিহৰ কথানো কৈছে?" একো নজনাৰ দৰে মন্দিৰাই সুধিলে।

"কমল ককাইদেৱেৰৰ বিয়া পাতিব লাগে নহয়।"

"হয়।"

"মেনেজাৰৰ জীয়েক বীণা ভাল হ'ব জানো।"

"ওঁ', কেলেইনো ভাল নহ'ব। বীণা যিহে ভাল ছোৱালী।"

"পিছে ককাইদেৱেৰাই বিয়া কৰাব জানো"

"কিয়নো নকৰাব?" কথাষাৰ কৈ মন্দিৰাই যেন অলপ থতমত খায়ে ৰৈ গ'ল। বীণাক যে কমলে বিয়া কৰাবই তাৰবা এনে কি অপৰিহাৰ্য কাৰণ আছে?

"এৰা, তই বাৰু তাক সুধি-মেলি মনৰ কথাটো উলিয়াবিচোন। কাইলৈ সি আহিব।"

"ভাল বাৰু।" মন্দিৰাই আৰু একো নক'লে। কমলৰ মনৰ কথা! তাত জানো তাইৰ প্ৰবেশৰ কিবা সুযোগ আছে? প্ৰয়োজনেই বা কি? বীণাৰ কাৰণে কমল। তাইৰ একো নহয়। কমলৰ জীৱনৰ মাজত তাইৰ কাৰণে অকণো ঠাই নাই। কথাষাৰ ভবাই তাইৰ কাৰণে অসম্ভৱ।

কিন্তু কিয়? কমলৰ জীৱনৰ মাজত নহ'লেও, তাৰ হৃদয়ৰ মাজত জানো মন্দিৰাই ঠাই পাব নোৱাৰে? কিয় নোৱাৰে?

আৰু একো নকৈ মন্দিৰা ভিতৰলৈ গুচি গ'ল। অকাৰণত তাইৰ মনটো গধুৰ হৈ পৰিল।

বৰুৱা গ'লগৈ।

মই ধূলি-বোকা। জীৱনত মই একোৰে কাৰণে উপযুক্ত নহওঁ। গ্ৰহণৰ সুযোগ মোৰ নাই। কিন্তু সেই বুলি দানৰ অধিকাৰো মোৰ নাই কিয়? কিয়? দানৰ অধিকাৰ মোৰ নেথাকিব কিয়? মই জানো ইমানেই অপদাৰ্থ? অকাৰণ এটা অভিমানত মন্দিৰা উদ্বিগ্ন হৈ উঠিল। বৰ ডাঙৰকৈ কিবা এটা চিঞৰি ক'বৰ মন গ'ল তাইৰ। তাইৰ যেন বুকু ভাঙি কান্দোন ওলাই আহিব। চকু দুটা তাইৰ সেমেকি উঠিল।

বীণা, বীণা, বীণা। যাঃ বীণাইহে যেন পৃথিৱীত ছোৱালী আছে। কমলৰওপৰত তাইৰ অভিমান হ'ল। কালিলৈ কমল আহিলে তাই কেতিয়াও নোলায়। কেতিয়াও নেমাতে। মনৰ কথাটো উলিয়াব লাগে! ইঃ মন্দিৰাই জানিবা কমলৰ মনৰ কথাটো নেজানেহে।

কিন্তু— কমলৰ মনৰ কথা তাই জানো জানে? কিটোনো জানে? নাই, কমলৰ মনৰ কথা তাই একোকে নেজানে। তাইৰ নিজৰ ওপৰতে অভিমান হ'ল।

কালিলৈ কমল আহিব। তাই অকণো ভূমিকা নকৰে, তাই তাক পোনে পোনেই সুধিব। কিন্তু কি সুধিব? তাই কমলক কি সুধিব? সুধিবলৈতো একো নাই। কমলৰ মনৰ কথা? কিন্তু কমলৰ মনৰ কথা মানে কি? ... কি? কলহ এটা লৈ মন্দিৰা পুখুৰীলৈ গ'ল।

মানুহৰ জীৱনত হয়তো বুজিব পৰাতকৈ বুজিব নোৱাৰা কথাৰ সংখ্যাই বেছি। সৃষ্টিৰ প্ৰতিটো বস্তু একোটা অস্পষ্ট অজ্ঞতাৰ আৱৰণেৰে আগুৰা। বিশ্লেষণ কৰিব পাৰিলেও, মীমাংসা কৰা সহয় নহয়। কমলৰ আনন্দ লাগিল।

কমলে নগা পাহাৰলৈ যোৱাৰ আয়োজন কৰিলে। বৰ বেছি বস্তু-বাহানিৰ প্ৰয়োজন নাই। আৱশ্যকীয় কাপোৰ-কানি, কিতাপ-পত্ৰ আৰু দুই-চাৰিটা ঔষধ। অহা সপ্তাহতে যোৱাৰ মনস্থ কৰিছে।

মানুহে নিজতকৈ আনৰ কাৰণেই বেছি ভাবে নেকি? বিপ্লৱ—বিপ্লৱৰ অৰ্থইবা কি? নিজৰ ব্যক্তিগত সুখ-সম্ভোগ বিসৰ্জন দি এটা সাৰ্বজনীন মঙ্গলৰ হকে, আনৰ কাৰণে নিজক উৎসৰ্গ কৰা— তাৰ নামেই জানো বিপ্লৱ নহয়। প্ৰতিদানতো বিপ্লৱীয়ে নিজে একো নেপায়। হয়তো নিজৰ প্ৰাণটো পৰ্যন্ত হেৰুৱায়। তথাপি বিপ্লৱীৰ ইমান আনন্দ কিয়?

আৰু ভালপোৱা, ... প্ৰেম— তাতোতো সেই একেই কথা। অন্য এজনৰ কাৰণে নিজক হেৰুৱাই পেলোৱা। কোনো যুক্তি নাই। কোনো নিয়ম নাই। অন্যৰ, অন্য এজনৰ কাৰণে নিজক শেষ কৰি দিয়া— তাৰ নামেই প্ৰেম।

কমলৰ আচৰিত লাগিল ভাবি।

প্ৰেমে কাপুৰুষক বীৰ কৰে। কুৰূপক ধুনীয়া কৰে। পৰিচয়হীনক সম্মানেৰে গৌৰৱান্বিত কৰে। আৰু দেশপ্ৰেমে? মানৱপ্ৰেমে? দেশপ্ৰেমে নিশকতীয়াক যোদ্ধা কৰে, বনুৱাক বিপ্লৱী কৰে, পৰম স্বাৰ্থপৰক মহাত্যাগী কৰে, ক্ষুদ্ৰক অজাতশত্ৰু নেতা কৰে। অসম্ভৱ, অসম্ভৱ। ভাবিলেও গৰ্ব হয়।

কমলৰ অসংলগ্ন কল্পনাৰ ৰেহা ছিঙি আইজনীয়ে মাত দিলে, "ককাইদেউ?"

"কি অ' আইজনী?"

"তোক আজি ৰজনী পেহীয়ে মাতিছে।"

"পেহী আমাৰ ঘৰলৈ আহিছিল নেকি?"

"নাই অহা, কালি দেউতা সেইফালে গৈছিল। যাওতে কৈ পঠিয়াইছিল।"

"ওঁ বাৰু।"

কমল অলপ পৰ মনে মনে থাকিল।

"আজিকালি মন্দিৰা আমাৰ ঘৰলৈ নাহে নেকি অ' আইজনী?"

"বহুত দিন নাই অহা।"

"কিবা বেমাৰ-আজাৰ হৈছে নেকি আকৌ?"

"নাই হোৱা, এনেয়েহে অহা নাই।"

কমলে আৰু একো নক'লে। এৰা, কেইবাদিনো সি ঘৰতে সোমাই আছে। আজি এবাৰ ওলাই যোৱা ভাল হ'ব। এইকেইদিন সি মন্দিৰাৰ কথা পাহৰি আছিল। একেবাৰেই পাহৰি আছিল।

এতিয়া দুপৰীয়া আৰু মানুহৰ ঘৰলৈ যাব নোৱাৰি। আবেলি, নহয় গধূলিহে ভাল হ'ব। এৰা গধূলিকৈ।

নতুন মানুহ আৰু প্ৰাচীন কামনা। পৰিচিত জীৱনত অপৰিচিত অনুভূতি। কি যে আচৰিত মানুহৰ এই জীৱনটো!

বীণায়ো বিপ্লৱ কৰে। মেনেজাৰৰ জীয়েক বীণা। কিহৰ আশাত, কিহৰ আনন্দত, কিহৰ বেজাৰত বীণাই বিপ্লৱ কৰিছে? নিজৰ জীৱনটোক খুব বেছি ভাল নেপালে জানো কোনোবাই আত্মহত্যা কৰিব পাৰে? কিন্তু বিপ্লৱ? নিজতকৈ অন্য কাৰোবাক বহুত বেছি ভাল নেপালে বিপ্লৱ কৰিব পাৰি জানো?

কিন্তু বীণাইনো কাক তেনেকৈ ভাল পায়? মানুহ বোলা সেই এবস্ট্ৰেক্ট সমষ্টিটোক?

আচৰিত! আচৰিত!

সন্ধিয়া পৰত কমল ৰজনী পেহীৰ ঘৰলৈ ওলাই গ'ল। এইবোৰ আকৌ কি? ঘৰটো পৰিপাটিকৈ সজোৱা, মজিয়াৰ সোঁ-মাজতে সৰু মেজখন ধুনীয়া এখন কাপোৰ দি ঢকা। লণ্ঠনটোৰ চিমনিটো বৰ পৰিষ্কাৰ। দেখিলেই বুজা যায় কোনোবাই বিশেষ মনোযোগেৰে আৰু বিশেষ কিবা কাৰণত এইবোৰ কৰিছে।

কমল অলপ থতমত খাই ৰৈ গ'ল। কিবা উৎসৱ পাতিছে কিজানি? কমল বৰ অসময়ত আহিল নেকি? কিন্তু এতিয়া কি কৰা যায়? অথচ কোঠাটোত কোনো নাই।

কমলে মাতিলে, "মন্দিৰা, অ' মন্দিৰা —"

"কোন, ককাইদেউ নেকি?" ভিতৰৰ পৰা দৌৰি মন্দিৰা ওলাই আহিল। মন্দিৰাৰ গাত সম্পূৰ্ণ এটা নতুন সাজ। পাটৰ এখন মেখেলা, এখন কমলা ৰঙৰ চাদৰ, চোলাটোৰ ৰংটো পাতল নীলা, আকাশ-বুলীয়া। মন্দিৰাই বেণী গুঁঠিছে। বেণীৰ আগত এপাহ ডাঙৰ বগা কিবা ফুল। কমলে মন্দিৰাক দেখি অলপ আচৰিতেই হ'ল। কাৰবাৰটো কি? মন্দিৰাৰ নিজৰ, মন্দিৰাইঁতৰ আজি এই

পৰিৱৰ্তনটো হঠাৎ কিয় হ'ল? অৱশ্যে আগেও মন্দিৰা পৰিষ্কাৰ হৈয়ে থাকে! কিন্তু আজি যেন সকলোবোৰ নতুন হৈ পৰিছে।

"বহা, ককাইদেউ —" কমলৰ একেবাৰে মুখৰ ওচৰলৈ আহি মন্দিৰাই ক'লে।

কমল চকী এখনতে বহিল।

"পেহী নাই নেকি মন্দিৰা?"

"আছে। ৰান্ধনিশালত আছে।" কপালৰ আগৰ নামি অহা চুলি কেইডালমান আঁতৰাই মন্দিৰাই ক'লে।

কমলে দেখিলে মন্দিৰাই আঙঠিও এটা পিন্ধিছে। অথচ আগে মন্দিৰাৰ অলঙ্কাৰ-পাতি আৰু বিলাসিতাৰ কাৰণে অকণো হেঁপাহ নাছিল। এইকেইদিনতে হঠাৎ এনে এটা পৰিৱৰ্তন হোৱাৰ কি কাৰণ থাকিব পাৰে?

কমল অলপ পৰ মনে মনে থকা দেখি মন্দিৰাই ক'লে, "অ' তুমি বৌতিকহে বিচাৰিছা। ৰ'বা, মই পঠিয়াই দিওঁগৈ।"

"নেলাগে বাৰু বহচোন", কমলে ক'লে, "মই বহুত দিন আহিবই পৰা নাই। তহঁতৰ ভাল নহয়?"

"ভাল নহ'লে কেনেকৈ হ'ব? আমি আৰু কিবা ডাঙৰ মানুহ নে?"

"কিয়?' কথা পাতিবৰ মনেৰেই কমলে সুধিলে।

"আমি ধূলি-বোকা মানুহ। বেমাৰ পৰিলে আমাৰ কেনেকৈ চলিব? ডাক্তৰক পইচা দিম ক'ৰ পৰা? ভাল নেথাকিলে আমাৰ ৰক্ষা আছেনে কিবা?"

কথাষাৰত কিবা ইঙ্গিত আছেনে নাই কমলে বুজিব নোৱাৰিলে। হাঁহি কমলে ক'লে, "তই দেখোন আজি বৰ সাজি-কাচি আছ, ক'ৰবালৈ গৈছিলি নেকি?"

"আমি কিবা কাপোৰ এটা পিন্ধিলেও সাজি-কাচি ক'ৰবালৈ যোৱা হয়। কলৈকো যোৱা নাই। তুমি আহিবা বুলিহে —"

"কিয়?" একপ্ৰকাৰ জোৰেৰেই কমলে সুধিলে।

"ওঁ, বৌতিয়ে ক'লে বোলে আজি তুমি আহিবা। তুমিতো আৰু আগৰ কমল ককাইদেউ হৈ থকা নাই।"

"কিয়?"

"ইঃ নাজানাহে জানিবা। ডাঙৰ মানুহৰ ছোৱালী বিয়া কৰাবা, ডাঙৰ মানুহৰ জোঁৱায়ো হ'বা —"

"ক'ৰ ডাঙৰ মানুহৰ ছোৱালী বিয়া কৰাম অ'? তোক কোনে ক'লে?"

"বাৰু, বাৰু, আমাৰ আগত লুকুৱাব নেলাগে। আমি জোৰা ভাঙিবলৈ নেযাওঁ। আমাৰনো কি, আমি ধূলি-বোকা মানুহ। আমাক জনালেও বিয়া হ'ব, নজনালেও বিয়া হ'ব, কোনোবাই কিবা আমালৈ বাট চাই থাকিবনে?"

"তইনো আজি কিবোৰ কৈছ মই বুজিবই পৰা নাই, মন্দিৰা!"

"ওঁ নোৱাৰিবা, পাছতো বুজিবা। আমাৰ নিচিনা ছোৱালীৰ কথানো এতিয়া আৰু বুজিব পাৰিবনে? বীণা কলেজত পঢ়া ছোৱালী, তাতে ডাঙৰ মানুহৰ জীয়েক। এতিয়া আৰু বীণাৰ কথাহে বুজি পাবা।"

অলপ হাঁহি কমলে ক'লে, "অ' সেই কথা। পিছে বীণাৰ লগত মোৰ বিয়া বুলিনো তোক কোনে ক'লে?"

"ইঃ মই জানিবা নেজানোহে। আজি বাৰু বৌতিয়ে কেলেই মাতি পঠাইছিল এতিয়া জানিবা নহয় —"

কমলে অলপ ৰহস্যবোধ কৰিলে। বীণাৰ লগত তাৰ বিয়া। আগেও এদিন হয়তো কথাষাৰ তাক কোনোবাই কৈছিল। কিন্তু তাৰ কাৰণে বিশেষ ভাবিবলগীয়া কি আছে! বিয়া যদি হ'ব লাগে হ'বই। কিন্তু মন্দিৰাৰ এইবোৰ কৰাৰ অৰ্থ কি? নাই, মন্দিৰাজনী এতিয়াও তেনেই সৰু ছোৱালী হৈয়ে আছে, একেবাৰে ল'ৰামতীয়া।

ৰজনী পেহী ভিতৰৰ পৰা ওলাই আহিল।

"বোপাই তই আহিলি। হেৰ' তামোল-চালি কিবা দিছনে মন্দিৰা?"

"দিলে খাব জানো?"

কথাষাৰত কমলে মুকলিভাৱে হাঁহিলে। ৰজনী পেহীয়ে একো নক'লে।

"ভালে আছা পেহী?"

"আছো বোপাই। কিনো ভাল-বেয়া বুলিবি? পিছে মোৰ নহয় —" পেহী অলপ ৰ'ল।

মন্দিৰাই কমলৰ চকুলৈ চাই মূৰ দুপিয়াই মুখ টিপি হাঁহিলে। যেন তাই ক'ব খুজিলে, "এতিয়া, এতিয়া তেওঁ ওলাই পৰিবহে —" কমলে মন্দিৰাৰ কাৰ্য দেখিও কৃত্রিম গাম্ভীৰ্যৰে পেহীৰ কথাত মনোযোগ দিলে।

"কিনো পেহী?"

"তই বোলে কহিমানে মোকক্চাং ক'ৰবালৈ যাবলৈ ওলাইছ?"

"এৰা, যাওঁ বুলি ভাবিছো।"

"কেতিয়া মানে যাবা?"

"পাৰিলে অহা সপ্তাহতে যাম কিজানি।"

"তাত কিবা কামৰ দিহা হৈছে নেকি?"

"কাম নহয় পেহী, কিবা অলপ পঢ়া-শুনা কৰিবলৈহে যাওঁ।" পঢ়া-শুনাৰ কথা ৰজনী পেহীয়ে বিশেষ বুজি নেপায়। সেই প্রসঙ্গ শুনি তেওঁ মনে মনে থাকিল।

অলপ পৰ নীৰৱতাৰ পিছত পেহীয়ে সুধিলে, "তাতনো কিমান দিন থাকিব লাগিব?"

"বৰ ঠিক নাই, থাকিম কিজানি ছমাহমান —"

"পিছে —" ডিঙিটো অলপ ঠিক কৰি লৈ পেহীয়ে ক'লে, "হেৰ', তই চাহ এটোপাকে আনগৈ যা মন্দিৰা, কিনো কথাৰ ভাগ ল'বলৈ আহিলি— পিছে —।"

পেহী আকৌ ৰ'ল।

"কিনো পেহী?" কমলে তেওঁক সহজ কৰি দি সুধিলে।

"পিছে তোৰ ঘৰখন পাতিব লাগে নহয়", কথাষাৰ কৈয়ে পেহীয়ে তাৰ মুখলৈ চকু দাঙি চালে।

হাঁহি কমলে ক'লে, "ওঁ তোমালোকে যদি ভাবিছা তেনেহ'লে লাগেতো। পিছে বিয়া কৰাই খাম-খুৱাম ক'ৰ পৰা?"

"এঃ আমি কিবা আৰু তোক আজিয়ে বিয়া কৰিবলৈ কৈছোনে? বিয়া লাগিলে পিছতো হ'ব। ঈশ্বৰে কিবা আৰু তোক কাম এটা নিদিবনে? পিছে তইবা কোন ফালে মন কৰিছ?"

মন্দিৰা তেতিয়াও থিয় দি আছিল। মন্দিৰাই তপৰাই ক'লে, "ইঃ বৌতিয়ে জানিবা নেজানহে।"

মাকে ঘূৰি চাই ক'লে, "যা এইজনী, কথাৰ মাজত চুপতি কৰিবলৈ নাহিবি। মইনো কিটো জানো? এৰা বোপাই তোৰ মনটো জানিব পাৰিলে আৰু —"

কমলে হাঁহিলে আৰু মন্দিৰাৰ ফালে চাই ক'লে, "তয়ে কচোন বাৰু মন্দিৰা, কাক বিয়া কৰালে ভাল হ'ব —"

অভিমানত মুখখন ওফন্দাই মন্দিৰাই ক'লে, "বাৰু এতিয়া সেইবোৰ নগৰীয়া কৰিব নেলাগে। নিজেই কৈ দিয়া —"

"মই জনা হ'লেচোন কেতিয়াবাই ক'লোহেঁতেন। নেজানো কাৰণেহে তোক ক'বলৈ কৈছিলো।"

"ইঃ নামটো মুখত আনিবলৈও মৰম লাগে। সেই যে মই এতিয়া কৈছিলো।"

এইবাৰ কমল সঁচাকৈয়ে ৰঙা পৰিল।

"দেউতাৰৰ পিছে মেনেজাৰৰ জীয়েকক ধৰিবৰ মন।"

"দেউতাৰ?" কমলে ইমান ভবা নাছিল। তাৰ দেউতাকেও যে তাৰ বিয়াৰ কথা ভাবিছে সি ক'বই নোৱাৰে।

"এৰা, কালি দেউতাৰ আহিছিল। তেওঁ তোৰ মতামত জানিব খুজিছে। বিয়া লাগিলে যেতিয়া পাত পাতিবি। মানুহ দুঘৰ কথা-বতৰা হৈ এদনীয়া হৈ থকা ভাল— নহয় জানো?" পেহীয়ে ক'লে।

কমল নীৰৱ হ'ল। বিয়াতো জীৱন-মৰণ প্ৰশ্ন এটা। বীণা, বীণাৰ লগত তাৰ জীৱনৰ কিমা সামঞ্জস্য আছে, কিমান মিল আছে? বীণাই আজি যি পথত ভৰি দিছে, সেই পথৰ আজিও সি পকৰা দৰ্শক হৈয়ে আছে। তাৰ জীৱনৰ আদৰ্শ জ্ঞান, আৰু বীণাৰ জীৱনৰ আদৰ্শ কৰ্ম। এই দুটিৰ মিলনৰ ফলাফল কিজানিবা কি হয়।

হঠাৎ তাৰ মনত পৰিল উপমাৰ কথা। উপমাৰ জীৱনটোত বৰ আকৰ্ষণীয় কিবা এটা বস্তু আছে। সি কমলৰ হিয়াখন বহুত দূৰৰ পৰা টানি নিয়ে। উপমাৰ অতীতটো, কিন্তু অতীতটোৱেইতো শেষ কথা নহয়?

আৰু অপৰা— অপৰাই নিজেই সুধিছিল সি তাইক বিয়া কৰাব নেকি? অপৰা সাহসী, অপৰা প্ৰাঞ্জল। অপৰাই নিজক খুব ভালকৈ বুজি পায়। অপৰাৰ জীৱনত হয়তো বহু ভাল-বেয়া অভিজ্ঞতাৰ দাগ আছে। কিন্তু অভিজ্ঞতাই যদি নেথাকে, তেন্তে এটা সৰলৰৈখিক জীৱনৰ কি তাৎপৰ্য থাকিব পাৰে?

ৰেবা— মৰণ নিশ্চিত জানিও ৰে'বাই কিদৰে মৰমৰ জৰীডালত ধৰি জীয়াই থাকিবলৈ বিচাৰে! ৰে'বা মাৰ-যাৰ ধৰা সপ্তমীৰ জোন এফালিৰ দৰেই ধুনীয়া। অনুজ্জ্বল, অস্পষ্ট। কিন্তু বেদনাতুৰ। আকাশ আৰু পৃথিৱীখনক মিলনৰেখাত এই সপ্তমীৰ জোনৰ শান্ত পোহৰখিনিৰ নীৰৱ যাত্ৰা। জীৱন আৰু মৰণৰ সীমাৰেখাত ৰৈ ৰে'বাই পৃথিৱীখনক পোহৰাই যাব খোজে— ৰাঙলী প্ৰেমৰ পোহৰেৰে।

কমলে ৰজনী পেহীৰ অস্তিত্বৰ কথা একপ্ৰকাৰ পাহৰিয়ে গ'ল। ইতিমধ্যে মন্দিৰাই এপিয়লা চাহ আনি কমলৰ আগৰ সৰু মেজখনত থ'লেহি।

কমলে মন্দিৰাৰ মুখলৈ চালে। মন্দিৰাজনীওতো বৰ ভাল। মন্দিৰা সৰল, মন্দিৰা শান্ত, কিন্তু মন্দিৰা এপাহ ফুলৰ দৰেই কোমল। মন্দিৰাৰ অন্তৰখন এটা অবাধগতি পৰ্বতীয়া নিজৰা, চঞ্চল, অবাধ, প্ৰাণ-প্ৰচুৰ। তাই কোৱা ধূলি-বোকা কথাবোৰ কমলৰ এনেয়ে ভাল লাগে।

"অকণমান বহচোন বোপাই, মই আহিছো।" কৈয়ে পেহী ভিতৰলৈ উঠি গ'ল। কমলে বুজিলে তাক এইকণ ভাবি চাবৰ সময় দিছে।

কমলে হাতখনত ধৰি মন্দিৰাক গাৰ কাষলৈ টানি আনিলে। অকণো প্ৰতিবাদ নকৰি, আৰু একপ্ৰকাৰ প্ৰস্তুত থকাৰ দৰেই মন্দিৰা আহিল, আৰু তাৰ গাৰ কাষতে থিয় দিলে।

সৰু মাতেৰে মন্দিৰাক মৰম কৰাৰ সুৰত কমলে ক'লে, "তই যে কৈছিলি সেই বীণাক বিয়া কৰালে ভাল হ'বনে বাৰু মন্দিৰা?"

"ওঁ' হ'বতো ভাল। বীণা দেখিবলৈ বৰ ধুনীয়া।"

"পিছে তেতিয়া তই কান্দ যদি —"

"কান্দিলে কান্দিম। মোৰহে চকুপানী ওলাব। তোমাৰতো নোলায়। আমি ধূলি-বোকা মানুহ, আমি কান্দিলোৱেই বা হাঁহিলোৱেই, মৰিলোৱেই বা জীলোৱেই সেইবোৰে কিবা আৰু তেমালোকক চুবগৈনে?"

"পিছে, বীণাই জানো মোক ভাল পায়?" কথাষাৰ কৈ হাঁহি কমলে মন্দিৰাৰ মুখলৈ চালে।

"তোমালোকে কিবা আৰু ভাল পোৱা বিচৰানে? তোমালোকক টকা-শিকা এসোপাহে লাগে।"

কথাষাৰত এটা কটু ইঙ্গিত আছিল। ধেমালিতে কথাষাৰ ক'লেও কথাষাৰে কমলৰ অনুভূতি চুই গ'ল।

"মই ভালপোৱা নিবিচাৰো বুলিনো তোক কোনে ক'লে অ'?" হাঁহিয়েই কমলে সুধিলে।

মন্দিৰাৰ কিন্তু কথাৰ সুৰৰ বিশেষ পৰিৱৰ্তন নহ'ল। মন্দিৰাই ক'লে, "তোমালোক কিতাপ-পত্ৰ পঢ়া মানুহ। কিতাপত থকাৰ নিচিনা ভালপোৱাকে তোমালোকে বিচৰা, পিছে কিতাপত লিখাৰ নিচিনাকৈ কোনেৱে ভাল নেপায়।"

"তইনো কেনেকৈ জানিলি?"

"আমি আৰু লিখা-পঢ়া নেজানো বুলি ভাল পাবও নেজানিমনে? এৰা, কিনো জানিম? আমি ধূলি —"

"ওঁ তই ধূলি, বালি, জাবৰ, বোকা —"

কমলে মন্দিৰাক গাৰ বেছি কাষলৈ চপাই আনি বাওঁ বাহুটোৰে এটা চেপা দিলে।

"বাৰু যোৱা, এতিয়া বাহিৰা মৰম দেখুৱাব নেলাগে, এইবোৰ বীণাক কৰিবা —"

আকৌ বীণাৰ নামটো মন্দিৰাৰ মুখত শুনি কমল অলপ অসন্তুষ্ট হৈ পৰিল। সি মন্দিৰাক লাহে লহে এৰি দিলে আৰু ক'লে, "এৰা মন্দিৰা, মই একো বুজিব পৰা নাই।"

"কিনো বুজিব লাগিছে? বিয়াখন সোনকালে কৰোৱা, তেতিয়া সকলো বুজিবা।"

কৈ মন্দিৰাই পিয়লাটো মেজৰ পৰা লৈ ভিতৰলৈ সোমাই গ'ল। কমলে দেউতাকক খুব ভাল পায়। ভক্তিও কৰে অন্তৰেৰে সৈতে। মাক মৰাৰ পিছত

দেউতাকেই তাক মৰমৰ ডেউকাৰে আৱৰি ৰাখি ইমানটো কৰিলে। নিজৰ আৰ্জনৰ সৰহখিনি তাৰ পঢ়া-মেলাতে খৰচ কৰিলে। আৰু সেই দেউতাকেই আজি তাৰ কাৰণে সংসাৰ পতাৰ আয়োজন কৰিছে। কমলৰ 'না' কৰিবলগীয়া, বা প্ৰতিবাদ কৰিবলগীয়া একো নাই। তাৰ বিয়া কৰাবৰ বয়সো নোহোৱা নহয়।

বীণাৰ লগত তাৰ বিয়া! কমলে কথাখিনি মুক্তিভাৱে গ্ৰহণ কৰিবৰ চেষ্টা কৰিলে। কিন্তু কথাষাৰত যেন কিবা এটা আঁৰ আছে। অথচ সি নিজেই ভাবি উলিয়াব পৰা নাই, এই কিন্তুটো কি? সি অলপ অস্বস্তি অনুভৱ কৰিলে। তাৰ কাণ-মূৰবোৰ অলপ গৰম হোৱা যেন পালে সি।

বিয়া— এৰা অতি সাধাৰণ কথা। পৃথিৱীত বহুত মানুহে বিয়া কৰায়। বিয়া কৰোৱা মানে প্ৰকৃতিৰ নিয়ম মানি চলা। কিন্তু সদায়, সকলো সময়তে যে মানুহে প্ৰকৃতিৰ নিয়ম ৰক্ষা কৰি চলিবই লাগিব তাৰ কি মানে আছে? বিয়াৰ গোটেই নীতিটোৱেইতো এটা ভুল নীতি হ'ব পাৰে?

পেহী সোমাই আহিল।

"এৰা, বোপাই, তই কথাষাৰ ভালকৈ ভাবি-চিন্তি চা। মেনেজাৰৰ জীয়েকলৈ যদি মন নাই, তেন্তে তই যাকে ভাল দেখ ক। মুখ বন্ধ কৰি থকা ভাল নহয়। পিছে —"

"কি পেহী?"

"মেনেজাৰে হ'লে তোলৈ বৰ আশা কৰিছে। কেইবা ঠাইৰ কেইবা ঘৰলৈকো ধৰিছে পিছে আজিলৈকে দিও বোলা নাই। এতিয়া মেনেজাৰৰ আশা ভঙ্গ কৰাটোও জানো ভাল কথা হ'ব?"

কমলে একো নেমাতিলে। পেহীও কিছুপৰ মনে মনে থাকিল। পেহীয়ে বুজিলে কমলে থিতাতে সন্মতি দিয়াটো বৰ ভাল কথা নহয়। ভাবিবলৈ একো নাথাকিলেও, বিয়াৰ নিচিনা কথা এটাত হুৰমূৰ এটা কথা দি দিয়া ঠিক নহয়।

"এতিয়াই, আজিয়ে বাৰু তই একো ক'ব নেলাগে। ভালকৈ ভাবি-চিন্তি চা। ইয়াৰ পৰা নহয় যদি, তই য'তে থাক তাৰে পৰা চিঠি লিখি জনাই দিবি। এৰা, এইবোৰ কথা গুণি-পিটিকি চাব লাগে। আমাৰ মনেৰে হ'লে মেনেজাৰৰ ছোৱালীজনী দেখাই-শুনাই, ৰূপে-গুণে জাকত জিলিকা। তহঁতৰ চকুৰে কেনেকুৱা দেখ কেনেকৈ জানিম?"

কথাষাৰ কৈ ৰজনী পেহীয়ে কমলৰ মুখলৈ চালে। কমলে চিন্তাৰ মাজতে অলপ হাঁহি বিৰিঙাই ক'লে, "বাৰু পেহী, সঁচাকৈয়ে যদি মই কিবা ক'ব লাগে, তেন্তে ভাবি-চিন্তি চাওঁ।"

"এৰা, চা ভাবি-চিন্তি। মন্দিৰা, অ' মন্দিৰা —"

"কি?"

"আহচোন, ককাইদেৱৰৰ লগত অলপ কথা-বতৰা পাতহি। মই ৰান্ধনিশাললৈ যাওঁ।"

মন্দিৰা আহিল।

"কথা-বতৰা পাত বোপাই —" কৈ পেহী ভিতৰলৈ সোমাই গ'ল।

কমলৰ ওচৰলৈ আহি মন্দিৰাই সুধিলে, "বৌতিক পিছে কি ক'লা ককাইদেউ?"

"একো নক'লো।"

"কিয়?"

"ভাবি-চিন্তি চাওঁ। খপ্‌কৰেনো কেনেকৈ কিবা এটা কওঁ।"

"ইয়াতনো আৰু ভাবিবৰ কিটো আছে? বীণা কিবা বেয়া ছোৱালীনে?"

"এৰা —" কমল গহীন, কিবা এটা বিশেষ চিন্তাত কমল মৌন হৈ পৰে।

"কিয়?"

"কিয় ক'ব নোৱাৰো, কিন্তু মোৰ মনত লাগিছে মই এতিয়াই বিয়া কৰালে বৰ বেয়া কথা হ'ব।"

"তুমি এনেয়ে ভয় খাইছা ককাইদেউ। সোনকালে বিয়াখন পাতা, আমাক নেমাতিলেও দূৰৰ পৰা চাই-মেলিয়ে আনন্দ পাম।"

"ইমান সোনকালেনো কেলেই মিছাতে বিয়াখন পাতিব লাগিছে অ'?"

"সোনকালেই পাতা ককাইদেউ। পলম হৈ গ'লে কিজানি মই মৰিয়ে থাকো, তোমাৰ বিয়াখন আৰু চাবলৈ নেপাৱেই?"

"ধেৎ দুষ্টজনী। কি বেয়া বথাবোৰ কয়।" মন্দিৰাৰ হাতখনত ধৰি কমলে তাইক কাষলৈ টানি আনিলে। অলপ পৰ মনে মনে থকাৰ পিছত কমলে ক'লে, "পিছে তোৰো বিয়াখন পাতিব লাগে নহয়?"

"ছিঃ সেইবোৰ কথা নক'বা —"

"কিয়? তোৰ আৰু বিয়া নেপাতিলেই হ'বনে?"

"মোকনো কোনে বিয়া কৰাব?"

প্ৰশ্নটোত কমলে থত্‌মত্‌ খাই বৈ গ'ল। সঁচাকৈয়ে মন্দিৰাৰ কাৰণে এইটো এটা ভাবিবলগীয়া প্ৰশ্ন। তাইকনো কোনে বিয়া কৰাব? তাই দুখীয়া। তাই তথাকথিত নীহকুলৰ ছোৱালী, সমাজত তাইৰ ঠাই মন্দিৰা হিচাপে নহয়, এজনী গাভৰু হিচাপে নহয়, তাইৰ পৰিচয় এজনী কৈৱৰ্ত হিচাপেহে।

কমলে মন্দিৰাৰ মুখলৈ চালে।

"কি চাইছা ককাইদেউ?"

"তই মোক বেয়া পাইছ মন্দিৰা?"

"তোমাক বেয়া পালে মোৰ কি লাভ হ'ব? তুমিতো নিজে একো কৰিব নোৱাৰা। তোমালোকৰ সমাজখনৰে তুমিও এজনহে। সমাজৰ যি দুৰ্বলতা আছে, সেই দুৰ্বলতা তোমাৰো থকাটো স্বাভাৱিক কথা।"

"কিয়? কিয স্বাভাৱিক?"

"কাৰণ তোমাতকৈ সমাজৰ শক্তি বেছি। আজি সমাজৰ নিৰ্দেশ মতে তুমি চলিছা, তোমাৰ নিৰ্দেশততো সমাজক চলাব পৰা নাই, চলাবৰ যত্নও কৰা নাই। কৰিছা জানো?"

মন্দিৰাৰ মুখত এই নতুন কথাবোৰ শুনি কমল অলপ আচৰিত হ'ল। এইবোৰ কথা এই সৰু ছোৱালীজনীয়ে শিকিলে ক'ৰ পৰা?

"তই বৰ ভাল কথা কৈছ মন্দিৰা, এইবোৰ কথা কত শিকিলি?"

"আৰু কত শিকিম? জীৱনটোৰ ওচৰত।"

কমল স্তব্ধ হৈ গ'ল। মন্দিৰাই জীৱনৰ ওচৰত কথা শিকিবলৈ ইঙ্গিত পালে ক'ৰ পৰা, নিৰ্দেশ পালে ক'ৰ পৰা?

"তই যে সমাজৰ কথা ক'লি, কতা মই দেখোন সমাজৰ কথা একো ক'বই নোৱাৰো।" অলপ হাঁহি কমলে ক'লে।

"ওঁ ক'ব নোৱাৰিবাতো। তোমালোকেই যে সমাজ। আৰু ক'ব পাৰিলেইতো সমাজৰ বিৰুদ্ধে তুমি থিয় দিব লাগিব। ইমানবোৰ অন্যায, ইমানবোৰ অত্যাচাৰ, ইমানবোৰ কলুষেৰে সমাজবোৰ ভৰি আছে যে তুমি যেতিয়ালৈকে তাৰ পৰা বাহিৰ ওলাই নাহা, তেতিয়ালৈকে তাৰ স্বৰূপ গম ধৰিবই নোৱাৰা।"

কমলে মন্দিৰাৰ মুখলৈ চালে। মন্দিৰাৰ মুখখন ৰঙা পৰিছে। চকুকেইটা জলমলাই উঠিছে। কমলে বুজিলে মন্দিৰা উত্তেজিত হৈছে। তাইৰ উত্তেজনা কমাবৰ মনেৰে হাঁহি কমলে ক'লে, "সমাজে বাহিৰকৈ নিদিলে এতিয়া মইনো কেনেকৈ সমাজৰ পৰা বাহিৰ ওলাই আহোঁ।"

"সমাজৰ মোহ এৰিব নোৱাৰা কাৰণেই তেনেকৈ কৈছা। এবাৰ সমালজৰ পৰা ওলাই আহাচোন, সমাজে তোমাক ভয় দেখুৱাব, ফুচুলাব, লোভ দেখুৱাব, অৱশেষত তোমাক বলে নোৱাৰিলে, তোমাক ধ্বংস কৰিবলৈ থিয় দিব। তেতিয়াও যদি বলে নোৱাৰে তেতিয়া তোমাক সেৱা কৰিব।"

"তই যে এইবোৰ বক্তৃতা দিছ, তই পিছে কি কৰিছ?"

"মোৰ সমাজেই নাই। আৰু থাকিলেও মই সমাজ আছে বুলি নধৰো। চাবা, মোক সমাজে একো কৰিব নোৱাৰে।"

"মোৰোতো সমাজ নাই। মোকনো কি সমাজ মানি চলা দেখিছ?"

"চলা, চলা। সমাজৰ বাহিৰ হৈ তুমি এখোজো নোযোৱা। নহ'লে," — হঠাৎ মন্দিৰা বৈ গ'ল।

"নহ'লে, কি মন্দিৰা?"

"নহ'লে তুমি মেনেজাৰৰ জীয়েক বীণাক বিয়া নকৰাই কোনোবা অন্য ছোৱালী, অন্য ছোৱালীক বিয়া কৰালাহেঁতেন!"

"ক'ৰনো অন্য ছোৱালী অ'?" হাঁহি কমলে ক'লে। মন্দিৰাই কথাষাৰ যিমানেই উত্তেজনাৰে কৈছিল সিমানেই কমলৰ ৰহস্যবোধ হৈছিল।

"মোৰ নিচিনা কোনোবা ধূলি-বোকা ছোৱালী। যাৰ ধন-পইচা নাই, ৰূপ-গুণো নাই, যাৰ উচ্চ সমাজত ওখ ঠাই নাই। যি মোৰ নিচিনা। যি ভাল পায়, ভাল পাব জানে, আৰু যি, আৰু যি বহুত আশা কৰে, কিন্তু একো নেপায় —"

কথাখিনি কওতে মন্দিৰাৰ মাতবোৰ কঁপিছিল। কমলে ক'ব নোৱাৰে যে মন্দিৰাই সি নেদেখাকৈ তাইৰ চকুপানীবোৰ মোহাৰি পেলাইছে।

কমল অলপ পৰ মনে মনে থাকিল। তাৰ পিছত ক'লে—

"ৰাতি বহুত হ'ল। মই উঠো আৰু মন্দিৰা।"

মন্দিৰাই একো নেমাতিলে।

"পেহীদেউ ভিতৰত আছে। থাওক, মাত নলগাওঁ আৰু তয়ে কবি।"

তেতিয়াও মন্দিৰাই একো নেমাতিলে।

কমল বহাৰ পৰা উঠিল, মন্দিৰাও তাৰ লগে লগে আহিল। কমল বাহিৰ ওলাই আহিল। মন্দিৰাও তাৰ পিছে পিছে আহিল।

চোতালৰ মূৰ পাই মন্দিৰা আগবাঢ়ি গ'ল আৰু কমলৰ সন্মুখত ৰৈ ক'লে, "তোমাক আজি বহুত টান কথা ক'লো। বেয়া নেপাবা দেই ককাইদেউ। তোমাক খুব ভাল পাওঁ, সেই কাৰণেই ক'লো।" কথা শেষ কৰি মন্দিৰাই কমলৰ ভৰি চুই এটা সেৱা কৰিলে। কমলে বাধা দিবলৈ সময়কে নেপালে।

কমলৰ বহু দিনৰ কল্পনাৰ মোককচ্চাং। সি কল্পনা কৰাতকৈও ধুনীয়া। শাৰী শাৰী কেঁচা, সেউজীয়া, চিনাকি-অচিনাকি গছ, গছে গছে সৰু সৰু ফুল-ফুলা নাম নজনা লতা, ৰঙা মাটি, ক'লা শিল, আৰু চিৰজীৱন্ত, চঞ্চলা নিজৰা। বতাহজাকৰ জন্ম হয় সেই লতা, পাত আৰু গছৰ বুকতে, আৰু তাৰেই কোনোবা এটা কোণত সি মাৰ যায়। বগা বগা মেঘবোৰ আহি গা চুই তললৈ নামি যায়। মেঘবোৰ ইমান মৰমী। সকলোবোৰ ইমান কেঁচা, ইমান জীৱন্ত!

কোনো এঠাইত বহি চাই পঠিয়ালে চকুত পৰে লুংলুঙীয়া হাবিতলীয়া ৰঙামাটিৰ সৰু ঠেক বাটবোৰ। গছপাতেৰে বাঁহৰ গাধেৰে সজা জুপুৰি ঘৰবোৰ, বতাহত কঁপি থকা সেউজীয়া শস্যৰ পথাৰবোৰ, আপুনি গজা গছবোৰ, তাৰ মাজত ওপঙি ফুৰা ৰঙা ডাৱৰবোৰ, আৰু তাৰ সিপাৰৰ নীলা, গাঢ় নীলা আকাশখন! কাণত পৰে অবিৰাম বৈ থকা শান্ত বতাহজাকৰ কোমল আপোনভোলা শব্দটো—

জৰ্ জৰ্ জৰ্; পৰ্বতীয়া সৰু সৰু নিজৰাবোৰৰ বাট বিচাৰি বাগৰি যোৱা সোঁতটোৰ শান্ত, চঞ্চল, কুলু কুলু সুৰ! বনৰীয়া চৰাইবোৰৰ দীঘল সুৰীয়া গীতবোৰ।

কিমান যুগ, কিমান শতিকা যে এইদৰে থিয় দি আছে এই পাহাৰ! কল্পনা কৰিও কমলৰ আনন্দ লাগিল। প্ৰকৃতিৰ পৰিবৰ্তন হয়, কিন্তু ধ্বংস নহয়, হয়তো প্ৰকৃতিৰ বুকুতে বাৰে বাৰে জীৱন্ত হৈ উঠিছে অনন্ত সুন্দৰৰ ৰূপ-মাধুৰী। ভৰিৰ তলৰ এই বুঢ়া ক'লা শিলটো— তাৰ ওপৰেদি যোৱা কত বসন্তই তাৰ বুকুতে ভাষা বিচাৰিলে, কত শীতে তাৰেই পিঠিত বহি ৰ'দ ল'লে। আজিও সি একেদৰে আছে। সুন্দৰ ...।

কমল আহি ৰিচাৰ্দহঁতৰ ঘৰতে আছেহি। ৰিচাৰ্দহঁত খৃষ্টান। মোকক্‌চাঙৰ আঢ্যৱন্ত নগা। গোটেই পৰিয়ালটোৱেই শিক্ষিত। ৰিচাৰ্দে যেতিয়া কলেজত আই. এ. পঢ়িছিল তেতিয়াই চিনাকি হৈছিল কমলৰ লগত। তাৰ পিছত ৰিচাৰ্দে ডাক্তৰী পঢ়িবলৈ কলিকতালৈ গ'ল। সেই পুৰণি বন্ধুত্বৰ সূত্ৰকে ধৰি কমল আহি ৰিচাৰ্দহঁতৰ আলহী হৈছেহি।

ৰিচাৰ্দহঁতৰ ঘৰটো এটা ওখ পাহাৰৰ ওপৰত। ঘৰটোৰ নামনিয়েদি এটা নিজৰা বাগৰি গৈছে। তাৰ পানী খৰালিও নুশুকায়। নিজৰাটোৰ সিটো পাৰত ৰিচাৰ্দহঁতৰ আৰু এটা ভাল ঘৰ আছে। ৰিচাৰ্দহঁতৰ ঘৰ ভৈয়ামৰ আধুনিক ঘৰৰ দৰে সজা। দুৱাৰ-খিৰিকী লগা, চূণ দিয়া, ধুনীয়া সৰু ঘৰ।

ৰিচাৰ্দৰ ভাই-ককাই চাৰিটা, ভনীয়েক দুজনী। বৰ্তমান ৰিচাৰ্দে ভৈয়ামৰ কোনোবা এটা হাস্পতালত কাম কৰে। দুটা ভায়েকে কলেজত পঢ়ে। ডাঙৰ ভনীয়েক লীনাই এইবাৰ মেট্ৰিক দিছে, সৰু ভনীয়েক মেৰীয়ে হাইস্কুলৰ তলৰ কোনোবা এটা শ্ৰেণীত পঢ়ে। পঢ়া-শুনাত ল'ৰা-ছোৱালীকেইটা বৰ চোকা।

ৰিচাৰ্দহঁতৰ ডাঙৰ খেতি-বাতি আছে। কাঠৰ কাৰবাৰ আছে। ৰিচাৰ্দৰ বাপেকে কাঠৰ কাৰবাৰ কৰি যথেষ্ট টকা-শিকা কৰিছে। বুঢ়া প্ৰায় ঘৰৰ পৰা আঁতৰৰ কাঠৰ কাৰবাৰ কৰা ঠাইতে থাকে। বৰ্তমান নিগাজিভাৱে ঘৰত থাকে ৰিচাৰ্দৰ মাক, লীনা, মেৰী আৰু সৰু ভায়েক যোচেফ।

দুদিনতে কমল লীনাহঁতৰ অন্তৰঙ্গ বন্ধু হৈ পৰিল। নিজৰাৰ সিপাৰৰ ঘৰটোতে কমলৰ থকাৰ বন্দবস্ত হ'ল। লীনাই ক'লে, "যিমান দিন থাকে আমাৰ ঘৰতে থাকক।" কমলে আপত্তি নকৰিলে।

আটোমটোকাৰি, পৰিষ্কাৰ ধুনীয়া ঘৰটো। কাষতে নিজৰাটো। নিজৰাটো বেছি দ নহয়। ৰিচাৰ্দহঁতৰ ঘৰ আৰু কমলৰ ঘৰ প্ৰায় সন্মুখা-সন্মুখী। দুটা ডাঙৰ শিলৰ ওপৰেদি দিয়া কাঠৰ সৰু দলংখন বগাই নিজৰাটো পাৰ হ'ব পাৰি। ৰিচাৰ্দহঁতৰ ঘৰটো পাহাৰটোৰ ওপৰত। তাৰ পৰা তলৰ সকলো দেখি।

কমলৰ ঘৰটোৰ পিছফালে এখনি অকণমান সৰু ফলনি। তাৰ সিপাৰে এটা বৰ ডাঙৰ শিল। শিলটোৰ সিপাৰে ঘন, সেউজীয়া হাবি।

ঠাই ডোখৰ কমলৰ বৰ ভাল লাগিল। চাৰিওফালে উদাৰ, মুক্ত, সজীৱ প্ৰকৃতি, বগা উজ্জ্বল ৰ'দ, চঞ্চল গন্ধবাহী বতাহ, অস্পষ্ট এটা সুন্দৰ অবিৰাম গুণগুণনি।

ৰ'দ ওলায়, চৰায়ে মাতে। নিজৰাটোৱে কি কয়? মাটিবোৰ ৰঙা। শিলবোৰ ক'লা। জোনাকবোৰ গোন্ধেৰে ভৰা।

লীনা আহে। ধুনীয়া লীনা। হাঁহিটোত তাইৰ উন্মুক্ত প্ৰকৃতিৰ চঞ্চল সৌৰভ। উপচি পৰা স্বাস্থ্য, উচ্ছল যৌৱন। তাইৰ প্ৰতিটো খোজত জীৱনৰ মাদকতা। লীনা নিৰ্ভীক, নিঃসঙ্কোচ, মুক্ত— আহিনৰ আকাশৰ দৰে, জোৱাৰ উঠা সাগৰৰ দৰে, ফাগুনৰ ৰ'দৰ দৰে, তাই উদাৰ, উচ্ছল, অবাধ।

অলপ অলপ জাৰ।

অথচ বগা ৰ'দো ওলায়, গৰমো হয়।

জিৰ্ জিৰ্ জিৰ্ জিৰ্— নিজৰাটো আৰু বতাহ দুয়োটাই মিলি গায়। জিৰিজিৰি জিৰিজিৰি ...

কমলৰ ভাল লাগে। ধুনীয়া প্ৰকৃতি, ধুনীয়া দেশ। পাতল বৰষুণ দিয়ে। ঘৰটোৰ ভিতৰত সোমাই, খিৰিকীখনৰ কাষত বহি কমলে বাহিৰৰ ফালে চাই থাকে। ঘৰৰ চালৰ পৰা বগা বৰষুণবোৰ জৰ্ জৰ্ কৰে নামি আহে। কমলৰ অকলশৰীয়া মুহূৰ্তবোৰ এটা শান্ত উত্তাপেৰে উষ্ণ হৈ উঠে।

নিজৰাৰ সিপাৰৰ পাহাৰৰ ওপৰৰ ঘৰটোৰ খিৰিকীখনৰ কাষতে বহে লীনা। ধক্ ধক্ কৰে তাইৰ মুখখন, শকত পুষ্ট তাইৰ বাহু দুটা, তাইৰ হাতকেখন। ক'লা চুলিবোৰ মেলা। লীনাই বৰষুণজাকলৈ চাই থাকে। মাজে মাজে কমললৈ চায়। কমলেও চায়। লীনাই দেখে কমলে তাইলৈকে চাই আছে। তাই হাঁহে। ধুনীয়াকৈ শান্তভাৱে হাঁহে। কমলৰ ওঁঠতো অজানিতে হাঁহি বিৰিঙি উঠে। দুয়োৰে মাজত বগা বৰষুণৰ পাতল আৱৰণখন। নিজৰাটোৱে সিহঁতৰ মনৰ ফুটাই নোকোৱা আনন্দবোৰ কঢ়িয়াই ক'ৰবাৰ ভৈয়ামলৈ লৈ যায়। সিহঁতে গম নেপায়।

বৰষুণৰ মাজেদি লীনাই কমলক হাতবাউল দি মাতে। এনেয়ে মাতে। জানে কমল আহিব নোৱাৰে। তথাপি মাতে। লীনাজনীলৈ কমলৰ বৰ মৰম লাগি যায়। তাইৰ চকু দুটি ইমান গাঢ়, ইমান ধুনীয়া, ইমান স্পষ্ট।

দুয়োৰে চকুত ধীৰে ধীৰে সন্ধিয়া নামি আহে।

মাজে মাজে মেৰী কমলৰ ঘৰলৈ আহে। তাই সৰু ছোৱালী। তাই নগা পাহাৰৰ সাধুকথা কয়। ইংৰাজী সুৰত নগা ভাষাৰ গান গায়, ফুলবোৰ ক'ৰবাৰ পৰা

ছিপ্তি আনি কমলৰ মেজখন সজায় আৰু কমলৰ কিতাপ-পত্ৰবোৰ লিৰিকি-বিদাৰি ছবি বিচাৰে।

মেৰীজনীও বৰ স্বাস্থ্যৱতী। তাইৰ নাকটো অলপমান চুটি, কিন্তু সেই বাবে তাইক বেয়া নেদেখি। তাইৰ গাল দুখন গোলাপ ফুল যেন ৰঙা। তাইৰ চকু দুটিও বৰ ধুনীয়া।

"মেৰী!"

"কি?"

"মোৰ ভাত ৰান্ধি দিব পাৰিবা?"

"ওঁ পাৰিম।" মূৰ জোকাৰি মেৰীয়ে কয়।

কমলে মেৰীৰ ধুনীয়া মুখখনলৈ চায়, আৰু নিজে নিজে হাঁহে। ইহঁত বৰ সৰল।

কেতিয়াবা লীনাও আহে। লীনা অবাধ। বুকুৰ আধাখিনিলৈকে ওলাই থকা পাতল কাপোৰৰ ফ্ৰকটো পিন্ধি লীনা আহে। লীনাই লাজ নেপায়। লীনাৰ লোদোৰ-পোদোৰ শৰীৰটোৱে কমলক অভিভূত কৰে। লীনা আটিল, কিন্তু কোমল।

লীনা আহি তাৰ বিছনাখনতে বহেহি। আৰু তাৰ পিছত কমলৰ লগত নানা আলোচনা আৰম্ভ কৰে। লীনাই অসমীয়া একপ্ৰকাৰ শুদ্ধকৈয়ে ক'ব পাৰে। যি দুই-এটা শব্দৰ উচ্চাৰণ ভুল হয়, সেইকেইটা শুনি কমলৰ আৰু ভাল লাগে। বৰ মিঠা লাগে মাতটো।

কমলে লীনাৰ লগত তাৰ ৰিচাৰ্চৰ বিষয়ে আলোচনা কৰে। কিমান দূৰলৈ গ'লে সেই আদিম নগাবিলাকক পোৱা যায়? লীনা কেতিয়াবা তালৈ গৈছেনে? সিহঁতৰ তালৈ যোৱা নিৰাপদ হয়নে নহয়? — নানা আলোচনা।

বৰ আগ্ৰহেৰে লীনাই তাৰ প্ৰশ্নবোৰ শুনে আৰু যথাযথ উত্তৰ দি যায়। গোটেই নগা পাহাৰটো যেন লীনাৰ নিজৰ। এই পাহাৰৰ কথা কৈ লীনাই গৰ্ব অনুভৱ কৰে। কত আচৰিত আচৰিত কথা জানে লীনাই। কত গৌৰৱপূৰ্ণ কাহিনী। কত সাধুকথা। কমলৰো শুনি ভাল লাগে। বিশেষকৈ যেতিয়া সেই কথাবোৰ ক'বৰ সময়ত আৱেগত লীনাৰ মুখখন ৰঙা পৰে, তেতিয়া কমলৰ আৰু ভাল লাগে।

লীনাই কয়, "আপোনাক মই লৈ যাম। আপোনাক মই সকলো দেখুৱাম। বতৰটো অলপমান ভাল হওক।"

কমলৰ লীনাক ভাল লাগি যায়।

বতৰ কেতিয়া ভাল হ'ব লীনাহঁতে জানে। খুব বেছি আৰু দহদিন বাট চাব লাগিব। তাৰ পিছত বৰষুণ নোহোৱা হ'ব। নতুন ধুনীয়া ৰ'দত গছ-গছনিবোৰ জিলিকি উঠিব। গছৰ তলৰ মানুহ যোৱা বাটবোৰ শুকাব, আৰু তেতিয়া সৌ

লতাবোৰত বগা ফুল ধৰিব। ধুনীয়া. ডাঙৰ ডাঙৰ বগা ফুল। সেই ফুলবোৰ লীনাই বৰ ভাল পায়। বৰ মিঠা গোন্ধায় ফুলবোৰ।

নিজৰাটোৰ শিলবোৰ বগাই বগাই কেতিয়াবা লীনাই কমলক ভালেমান ওপৰলৈ লৈ যায়। তাত সিহঁতৰ খেতি আছে। কচু, জলকীয়া, আদাৰ খেতি। ওখ পাহাৰৰ টিংটোত উঠি লীনাই কমলক তলৰ অন্যান্য চাংবোৰ, অন্যান্য পাহাৰবোৰ দেখুৱায়।

ওখ গছ-গছনি নোহোৱা পাহাৰটোৰ লঠৰা টিংটোত লীনা আৰু কমল। সিহঁতৰ পিঠিফালে মুক্ত নীলা আকাশ, ভৰিৰ তলত পুৰণি পৃথিৱীখন। তাত আৰু কোনো নাই— লীনা আৰু কমল।

কমলৰ মনটো এটা অব্যক্ত আনন্দত পূৰ্ণ হৈ উঠে। সিহঁত দুয়ো পশ্চিমৰ ফালে ঘূৰে। দূৰত, বহুত দূৰত, বেলিটো মাৰ যাব ধৰিছে। তাৰ ৰঙা পোহৰবোৰ পাহাৰটোৰ ওপৰত সিঁচৰতি হৈ পৰিছে। সেউজীয়া গছ-পাতত কেঁচা সোণৰ বোল। লীনাই হাঁহে। লীনাৰ মুখখনো বেলিৰ হেঙ্গুলীয়া ৰং লাগি ৰাঙলী হৈ উঠে।

কমল অভিভূত হৈ পৰে। ইমান প্ৰচুৰ, ইমান বিপুল সৌন্দৰ্য কমলে জীৱনত কোনোদিন দেখা নাই। উচ্ছল, উদ্বেল ৰূপৰ উৎসৱ— এই গোটেই উৎসৱৰ অতিথি কেৱল সি আৰু লীনা।

সি একো কথা ক'ব নোৱাৰে। তাৰ মনটো নোকোৱা কথা কিছুমানেৰে ভৰি পৰে। সি কোনোদিন ভাবিবও পৰা নাছিল যে পৃথিৱীখন ইমান ধুনীয়া।

আঁঠুৰ ওপৰলৈ ফ্ৰক পিন্ধা ধুনীয়া লীনাজনী! ক'লা কেঁকোৰা চুলিবোৰ মেলা, মুখখনত উপচি পৰা হাঁহি। লীনাৰ স্পষ্ট বুকুখনৰ মাজত কোনোবা সপোন দেশৰ ৰূপৰ মেলাৰ কোমল সৌৰভ।

বহুত পৰ নীৰৱে থকাৰ পিছত কঁপা কঁপা মাতেৰে কমলে মাতে, "লীনা?"

"কি?"

"তোমালোকৰ দেশখন বৰ ধুনীয়া —"

"ওঁ!"

আকৌ কমল মনে মনে থাকে।

লাহে লাহে, কোনেও গম নোপোৱাকৈ হেঙ্গুলৰ মুখত কামছায়া সানি সন্ধিয়া নামি আহে।

সিহঁতো লাহে লাহে তললৈ নামি আহে।

কমলৰ আয়োজন এক প্ৰকাৰ ঠিক হৈছে। সি মোকক্চাঙৰ পৰা পূবফালে যিবোৰ আদিম নগা আছে, সিহঁতৰ জীৱন অধ্যয়ন কৰিবৰ কাৰণে তালৈ যাব। এইবাৰ লীনা নেযায়, কিন্তু কমলৰ লগত যাবৰ কাৰণে লীনাৰ দেউতাকেই দুটা

মানুহ ঠিক কৰি দিছে। সিহঁতে দোভাষীৰ কাম কৰিব। লীনাহঁতৰ নিজৰ হাতী আছে। দুটা হাতীও লগত দিছে। সকলো আয়োজন এক প্ৰকাৰ ঠিক।

সেইদিনা আগবেলা গা ধুই উঠি কমল ৰ'দতে বহিছে, আৰু পাঁচ দিন আগৰ বাতৰিকাকতখনত চকু ফুৰাইছে। ইয়াত বাতৰিকাকত প্ৰায় পাঁচ-ছদিনৰ মূৰতহে আহি পায়হি। পুৰণি বাতৰিকে পঢ়াৰ বাহিৰে গত্যন্তৰ নাই।

হাস্পতালৰ চকিদাৰটোৱে আহি কমলক এখন চিঠি দিলেহি। হাস্পতাল কমল থকা ঠাইৰ পৰা এক মাইলতকৈও বেছি দূৰ। অহাৰ পৰা কেইবাদিনো কমলে সেই ফালে ফুৰিবলৈ যোৱাৰ কথা ভাবিছে, কিন্তু নানা কাৰণত আজিলৈকে যোৱা হৈ উঠা নাই।

চিঠিখন সৰু, দিছে হেমেন বৰুৱাই। হেমেন বৰুৱা, মেনেজাৰ হৃদয়া বৰুৱাৰ ভায়েক। এই হাস্পতালৰে ডাক্তৰ।

বিশেষ কথা একো নাই। তেওঁৰ ঘৰলৈ মাতি পঠাইছে, গ'লে সন্তোষ পাব।

বীণাৰ দদাইদেৱেকে মোকক্‌চাঙত থকাৰ কথা কমলে জানে। কিন্তু মোকক্‌চাঙলৈ আহি আলহী খাই ফুৰা কমলৰ উদ্দেশ্য নাছিল। কোনোবা এদিন যাম এয়ে আছিল কমলৰ ইচ্ছা। হেমেন বৰুৱাই আগধৰি মতা দেখি কমলে আনন্দ পালে।

চকিদাৰটোক কমলে বিদায় দিলে।

মোক নিমন্ত্ৰণ কৰাত বৰুৱাৰ স্বাৰ্থ আছে, কমলে নিজকে ক'লে। কমলে কিন্তু ঠিক কৰিলে যে অন্ততঃ ভদ্ৰতাৰ খাতিৰতহে সি এবাৰ তালৈ যাব। তাতে চিনাকি মানুহৰ লগত চিনা-পৰিচয় হৈ থকাটো বেয়া নহয়। বীণাক বিয়া নকৰাও বুলিলে কোনেৰে তাৰ লগত বিয়া দিব নোৱাৰে, আৰু কৰাও বুলিলে—

সি আৰু নেভাবিলে, আকৌ বাতৰিকাকতখনত চকু ফুৰাই যাব ধৰিলে। কিন্তু তাৰ চকু দুটা আখৰবোৰৰ ওপৰেদি এনেয়ে বাগৰি যাব ধৰিলে। কি পঢ়িছে সি নিজেই ক'ব নোৱাৰিলে।

সেই দিনা দেওবাৰ। লীনা আৰু মেৰী গীৰ্জালৈ যাবলৈ ওলাইছে। দুয়ো আজি ধুনীয়া সাজ পিন্ধিছে। মূৰ তুলি কমলে সিহঁতলৈ চালে। লীনাই বৰ ধুনীয়াকৈ তালৈ চাই হাঁহিলে। লীনাজনী বৰ ধুনীয়া হৈছে দেখিবলৈ।

নাচি নাচি দুয়োজনী তাৰ আগেদিয়ে পাৰ হৈ গ'ল।

"কোন ফালে যোৱা মেৰী?" জানিও সি সুধিলে।

"গীৰ্জালৈ যাওঁ। আপুনিও যাবনে আহক —"

"অন্য এদিন যাম। আজি বাৰু তোমালোকেই যোৱা —"

"বাৰু, তেন্তে অন্য এদিন আহিব দেই, আমি যাওঁ —" কৈ কৈ মেৰী আৰু লীনা গ'লগৈ।

তিনিমান বজাত কমল. ওলাল, বৰুৱাৰ ঘৰলৈ। ৰ'দজাক ভালকৈ ওলাইছিল। আধা চিনাকি বাটটোৱেদি আহি কমলে অকলশৰৰ আনন্দ ভালকৈ উপভোগ কৰিলে।

মোৰ এই গোটেই কথাটোৱেই এটা বিলাসিতা হৈছে নেকি? হঠাৎ এই প্ৰশ্নটো কমলৰ মনলৈ অহাত কমলে অলপ অশান্তি বোধ কৰিলে।

এনথ্ৰপ'লজিত এম. এ. পাছ কৰা— এটা বিলাসিতা?

নগা পাহাৰত আহি নৃতত্ত্বৰ ৰিচাৰ্চ কৰা— সিও এটা বিলাসিতা?

সকলোবোৰ এটা অকাৰণ বিলাসিতা! তাৰ কি লাভ হ'ব এই বিলাসিতা কৰি? মানুহৰ বিষয়ে জানিব— মানুহৰ বিষয়ে জ্ঞান— কিন্তু কি লাভ হ'ব তাৰ, কি লাভ হ'ব অন্যৰ?

অৰ্থহীন জ্ঞানৰ আভিজাত্য, ইন্‌টেলেকচুৱেল এৰিষ্টক্ৰেছি, শক্তি, সময়, অৰ্থ আৰু আদৰ্শৰ অপব্যয়— আৰু একো নহয়।

কমলে হাঁহিলে। অকলই হাঁহিলে।

ওখ-চাপৰ বাটটো, সৰু সৰু ধুনীয়া ঘৰবোৰ, ৰ'দত নীলা হোৱা আকাশ, আৰু কৰ্মৰত নগাবোৰ। জীৱনৰ সমস্যা লৈ সকলো ব্যস্ত। বাহিৰ জগতৰ ঘটন-অঘটন লৈ সিহঁতৰ একো ভাবিবলগীয়া নাই। সিহঁত নিজক লৈয়ে আপোনপাহৰা, জীয়াই থকা, জীৱন ধাৰণ কৰা, মৃত্যুৰ সৈতে সংগ্ৰাম কৰা, হিংস্ৰ বন্য পশু আৰু হিংস্ৰ বুভুক্ষাৰ পৰা আত্মৰক্ষা কৰা। সেয়ে সিহঁতৰ জীৱনৰ। সৌ নিশ্চলভাৱে থিয় দি থকা শিলবোৰৰ দৰেই অখণ্ড, অবিচ্ছেদ্য সিহঁতৰ জীৱনৰ গতিধাৰা, সিহঁত অতি সাধাৰণ, সিহঁত কিছুমান জীয়াই থকা পোক, সিহঁত সংগ্ৰামী। তাৰ মাজত, এই জীৱন পথৰ নীৰৱ যাত্ৰীদলৰ মাজত কমলৰ নিজকে এটা উপৰুৱা জীৱ যেন লাগিল। মই এটা ডেন্দি, মই এটা ইনটেলেকচুৱেল এনাক্ৰনিজম্, এটা অমিল, অসামঞ্জস্য।

সি আহি ডাক্তৰ বৰুৱাৰ ঘৰৰ ওচৰ পালেহি।

হেমেন ডাক্তৰক আগে কেতিয়াবা দেখিছিল যদিও তাৰ মনত নাই। বহুত কাল ডাক্তৰে অসমৰ নানা ঠাইত কাম কৰি আজি আঠ বছৰমান মোকক্‌চাঙতে একপ্ৰকাৰ থিতাপি হৈছে।

কমলক দেখি আগফালৰ বাৰাণ্ডাত বহি থকা মানুহজন আগবাঢ়ি আহিল। মুখৰ গঢ় আৰু চেহেৰা দেখিয়েই কমলে বুজিব পাৰিলে এৱেঁই ডাক্তৰ বৰুৱা। কমলে প্ৰণাম জনালে। বৰুৱাই কমলক আগবঢ়াই নি ভিতৰত বহুৱালেগৈ।

"তুমি ইয়ালৈ কেতিয়া আহিলা?" ডাক্তৰে সুধিলে।

"প্ৰায় দুসপ্তাহমানেই হ'ল।"

"দুসপ্তাহ হ'ল, তেওঁনো আমাৰ এইফালে আহিব নোপোৱাবনে? আমি ইয়াত থকাৰ কথা জানো নেজানা?"

"জানো, পিছে আহো আহো কৰি থাকোঁতেই অলপ দেৰি হৈ গ'ল।"

"মই কোৱা শুনিলো" ডাক্তৰে ক'লে, "তুমি ৰিচাৰ্চৰ কাৰণে আহিছা নহয়? কি কৰিছা পিছে?"

"মই কিছু আগবাঢ়ি যাবলৈ ঠিক কৰিছো। ইয়াৰ পৰা প্ৰায় পঞ্চাশ মাইলমান আঁতৰত বোলে কিছুমান একেবাৰে আগৰ দিনীয়া নগা আছে। সেইবিলাকৰ বিষয়ে কিছু জানিবৰ মোৰ মন আছে।"

কথাষাৰ কৈ কমল অলপ সঙ্কুচিত হ'ল। বাটত আহোঁতে ভবা কথাষাৰ তাৰ মনত পৰিল। মই এটা ডেন্দি—

"ভাল কৰিছা। মই যেতিয়াই শুনিলো যে তুমি পাছ কৰাত সন্তুষ্ট নেথাকি এনথ্ৰপ'লজি ৰিচাৰ্চ কৰিবলৈ আগবাঢ়িছা, মই বৰ ভাল পালো। আমাৰ অসমীয়া ল'ৰাবোৰ বৰ অলপতে ভাগৰি পৰে, বৰ অলপতে সন্তুষ্ট হয়, অলপ কিবা কৰিয়ে বহুত কৰিলো বুলি ভাবো। তুমি যে সঁচাকৈয়ে আগবাঢ়িছা বৰ ভাল কাম কৰিছা।"

ডাক্তৰ বৰুৱাৰ সৰলভাৱে কোৱা উৎসাহপূৰ্ণ কথাখিনি শুনি কমলৰ সঙ্কোচ আঁতৰি গ'ল। কমলে ক'লে, "হয়।"

কিন্তু কিহৰ উত্তৰত "হয়" ক'লে কমলে নিজেই ভাবি নেপালে।

"ককাইদেৱে তুমি যে ইয়ালৈকে আহিবা সেই বিষয়ে মোলৈ লিখিছিল। মই আশা কৰিছিলো যে তুমি আহি আমাৰ ঘৰতে উঠিবাহি —" কথাষাৰ কৈ ডাক্তৰে কমলৰ মুখলৈ চালে।

"এতিয়া পিছে কত আছাহি? অসুবিধা হৈছে নেকি কিবা"

"ৰিচাৰ্চ ডাক্তৰৰ এটা ভাৰা ঘৰ আছে তাতে থাকিবলৈ লৈছো —" কমলে ক'লে।

"অ' মই দেখিছো। ৰিচাৰ্ড ডাক্তৰহঁত ইয়াৰ ভিতৰতে এঘৰ ভাল মানুহ। ঘৰটোও ভাল, মই দেখিছো, সেই নিজৰাটোৰ ইপাৰৰ ঘৰটো নহয় জানো?"

বৰুৱানীৰ লগতো কমলৰ পৰিচয় হ'ল। বৰুৱানী মানুহগৰাকী অলপ-কথীয়া মানুহ, কিন্তু বেছ নম্ৰ আৰু সহজ, তেওঁৰ কথা-বতৰাবোৰ কমলৰ ভাল লাগিল।

বৰুৱানীয়ে কমলৰ দেউতাক আৰু আইজনীহঁতৰ বাতৰি সুধিলে, আৰু ইয়াত সি কিমান দিন থাকিব সেই কথাও সুধিলে।

ডাক্তৰে বেছ উচ্ছ্বসিত ভাষাৰে ক'লে, "মই তোমাক ৰিচাৰ্চৰ কাৰণে বহুত মেটিৰিয়েলচ্ দিব পাৰিম বুজিছা। আৰু কি লাগে মোক ক'বা। মোৰ লিখিবৰ সময়

নাই, অভ্যাসো নাই, নহ'লে নগাবিলাকৰ বিষয়ে মই যিমান কথা জানো, ময়ে এখন থিছিছ লিখিব পাৰিলোহেঁতেন।"

কথা পাতি থকাৰ ভিতৰতে ছোৱালী এজনীয়ে চাহ লৈ কোঠাটোলৈ সোমাই আহিল। কমলে ছোৱালীজনীৰ মুখলৈ চালে, ৰেবা দেখোন।

"মোক চিনি পোৱা নাই নেকি?" অলপ পাতলকৈ হাঁহি ৰেবাই সুধিলে।

"কিয় নেপাম? কিন্তু তুমি ইয়াত কেনেকৈ ওলালাহি ৰেবা!" কমলে প্ৰায় বিস্ময়েৰসোধা দিয়ে সুধিলে।

ডাক্তৰেই উত্তৰ দিলে, "তাইৰ আকৌ গাটো ভাল নাই। ইয়াত এটা চেঞ্জ হ'ব, ময়ো অলপ চেষ্টা যত্ন কৰিব পাৰিম, এই ভাবিয়ে লৈ আহিলো।"

ডাক্তৰ আৰু কমল চাহ খোৱাত লাগিল।

"এতিয়া গাটো অলপ ভাল পাইছানে ৰেবা"

"অলপ ভাল পাইছো কিজানি —" কুটিল এটা হাঁহি মাৰি ৰেবাই ক'লে। ডাক্তৰে ৰেবাৰ হাঁহিটো লক্ষ্য নকৰিলে। কমলে বুজিলে। তাইৰ হাঁহিটোৰ অৰ্থ হ'ল যে ভাল হৈছো, যদি ভাল হোৱা সম্ভৱ।

বিশেষ দুখ নকৰাকৈয়ে ডাক্তৰে ক'লে, "মোৰ আৰু অকল প্ৰবীণহে। সি কলিকতাত আছে। ডাক্তৰী পঢ়িছে। তাৰ পিছত তিনিটা ল'ৰা-ছোৱালী হৈছিল, আটাইকেউটা মৰিল। ঘৰটো বৰ নিজঞ্জাল লাগে। ৰেবাই জানো কেনে পায়। পিছে তাইৰ কাৰণে নিৰ্জনতাহে ভাল। তুমি মাজে মাজে আহিবা। অলপ ধেমালি-ধুমুলা কৰি থাকিলে ৰেবাৰ মনটোত ফূৰ্তি লাগিব।"

"ভাল বাৰু —" আকৌ চুটিকৈ কমলে ক'লে।

"আপুনিনো কেনেকৈ আহিব? আপোনাৰ ৰিচাৰ্চ কৰিব লাগে নহয় —" কথাষাৰত যে অভিমানৰ ইঙ্গিত আছিল কমলে বুজিলে।

হাঁহি কমলে ক'লে, "সদায় নাহো নহয়, কেতিয়াবা ৰিচাৰ্চৰ পৰা ছুটী পালেহে আহিম।"

ৰেবাই মুখ টিপি হাঁহিলে।

সেইদিনা ৰাতি কমলে তাতে ভাত খালে। বৰুৱানীয়ে লৌকিকতা নকৰাকৈয়ে ক'লে, "নিজে খোৱা-মেলাত যদি অসুবিধা হয়, তেন্তে আমাৰ ইয়ালৈকে আহিবা।"

"অসুবিধা হ'লে নিশ্চয় আহিম —" কমলে ক'লে।

"আপোনাৰ ৰিচাৰ্চত অসুবিধা নহ'বনে তেতিয়া?" সেই ৰুগীয়া মুখৰ মাৰাত্মক কুটিল হাঁহিটো মাৰি ৰেবাই সুধিলে।

"আটাইতকৈ ডাঙৰ চাউল কঠা নহয় জানো?" হাঁহি কমলে ক'লে।

বীণাক তাৰ লগত বিয়া দিয়াৰ ষড়যন্ত্ৰ এই সকলোবোৰ, কিন্তু বীণাতকৈ ৰেবাজনীয়েই বেছি ভাল। বীণানো কেনেকুৱা জানিবৰ সুবিধাই হোৱা নাই তাৰ। ৰেবাজনী বৰ মৰমিয়াল ছোৱালী, তাইৰ যদি বেমাৰ নহ'লহেঁতেন। কমলে তামোলখন চোবাই চোবাই ভাবে। বীণাৰ লগত তাৰ বিয়াৰ চেষ্টা কথা এওঁলোকে নিশ্চয় জানে। হেমেন বৰুৱা বীণাৰ দদায়েক— নাজানিব কিয়? কমলৰ অলপ লাজ লাগিল। কিন্তু সি গহীন হৈ থাকিবৰ চেষ্টা কৰিলে। সিতো নিজে বীণাক বিয়া কৰাব খোজা নাই, তেওঁলোকে দিব খুজিলে তাৰ বাবে সি দায়ী নহয়।

"ৰিচাৰ্দ ডাক্তৰৰ ভনীয়েককেইজনী আছেনে নাই?" বৰুৱানীয়ে সুধিলে। বৰুৱানীয়ে সিহঁতক চিনি পায়।

"আছে। ছোৱালীকেইজনী বৰ ভাল —"

"এৰা, সিহঁত গোটেই মানুহ ঘৰেই ভাল। আমাৰ ঘৰলৈ আহে মাজে মাজে।"

অলপ ৰাতি হোৱাত কমল যাবলৈ উঠিল। ডাক্তৰে লণ্ঠন এটা দি মানুহ এটা লগত দিলে। তিনিওৰে পৰা বিদায় লৈ কমল ওলাই গ'ল।

এইটো কি হ'ল? পুৰণিৰ পুনৰাবৃত্তি? কমলে ভাবি ভাবি খোজ দিলে।

প্ৰিয় বৰুৱা,

জানিব পাৰিলো যে নৃতত্ত্বৰ বিষয়ে বিশেষ কিবা গৱেষণা কৰিবৰ উদ্দেশ্যে আপুনি গৈ নগা পাহাৰত আছেগৈ। খবৰটো পাই আনন্দ পালো। মানুহৰ বিষয়ে গৱেষণা কৰিবৰ এতিয়াও বহুত কথা আছে, সেই বিষয়ে আপুনি মনোযোগ দিয়া ভাল হৈছে।

কিন্তু, বেয়া নেপাব বৰুৱা, আপুনি যে আদিম অৱস্থাত, সভ্যতাৰ পৰা আঁতৰত লুকাই থকা নগাসকলৰ বিষয়ে বিচাৰ্চ কৰিবৰ কাৰণে ঘৰবাৰী এৰি পাহাৰত উঠিছেগৈ, আপুনি বাৰু নিজৰ বিষয়েই কেতিয়াবা এক মুহূৰ্ত ভাবি চাইছেনে? আপুনি ভাবি চাইছেনে তথাকথিত সভ্য বোলাওতাবোৰৰ সভ্যতাটো কি? আমি কিমান দূৰ সভ্য, কিমান দূৰ শিক্ষিত, কিমান দূৰ আধুনিক? মোৰ বিশ্বাস, আপুনি এইবোৰ কথা কোনো দিন নাই ভবা।

আপুনি পুথিৰ শিক্ষাৰে শিক্ষিত। জীৱনৰ ওচৰত শিক্ষা লাভ কৰিবৰ দুৰ্ভাগ্য আপোনাৰ এতিয়াও হোৱা নাই। কিন্তু তাৰ কাৰণে আপুনি বেছি পৰ অপেক্ষা কৰিব লগীয়া নহ'ব, আপুনি-আমি যে উবলি পৰিব খৰা এটা প্ৰাচীন সমাজ-ব্যৱস্থাৰ মূধত উঠি নাচোন আৰম্ভ কৰিছো, হয়তো আপুনি ক'বই নোৱাৰে। কিন্তু এই প্ৰাচীন ব্যৱস্থা খহি কৰিব, খহি পৰিব এই কথা অৱশ্যম্ভাৱী। তাৰ পিছত? তাৰ পিছত যি নতুন যুগৰ আৰম্ভ হ'ব, যি নতুন ব্যৱস্থাই আমাৰ জীৱনৰ, পৃথিৱীৰ জীৱনৰ গতিৰ

ৰূপ দিব, তাক গ্ৰহণ কৰিবৰ কাৰণে, তাক আহ্বান জনাবৰ কাৰণে সাজু হ'বৰ হোৱা নাই জানো?

আপোনাৰ জ্ঞানৰ স্পৃহা আছে। বিশ্লেষণৰ শক্তি আৰু ধৈৰ্য আছে। আপুনি স্বাৰ্থপৰ হ'ব পাৰে, কিন্তু সেইটো অন্যায় হ'ব। আৰু বেছি দিন আপুনি স্বাৰ্থপৰ হৈয়ো থাকিব নোৱাৰিব। অৱশ্যে আজি প্ৰতিটো মানুহ সচেতন, কাৰণ প্ৰতিটো মানুহ ভুক্তভোগী। আজি নিজক বুজিবৰ কাৰণে কোনোৱে পণ্ডিতৰ, স্কলাৰৰ, নৃতত্ত্ব বিশেষজ্ঞৰ পুথিৰ পাত নেমেলে। জীৱনৰ বাস্তৱ সংঘাতে সকলোকে নিজৰ বিষয়ে সচেতন কৰি দিছে।

কিন্তু সচেতন হ'লেইতো নহয়, জাগ্ৰত হ'ব লাগিব। চেতনাৰ আনন্দক জাগ্ৰত কৰি তোলাই আমাৰ কাম। আমি যি বহুত ধন খৰচ কৰি শিক্ষা লাভ কৰিছো, যি আকৌ অলপ ধন লাভ কৰি জীৱিকা নিৰ্বাহ কৰিবৰ কাৰণে সেই শিক্ষা বিক্ৰী কৰিছো। ঠিক যেন বেশ্যাৰ লক্ষণ, নিজক সজাই-পৰাই তোলে, নিজকে ধ্বংস কৰিবৰ কাৰণে। আমাৰ শিক্ষিতসকলক বেশ্যাৰ লগত তুলনা কৰাত আপুনি ক্ষুণ্ণ নহ'ব। ময়ো শিক্ষিতা। কিন্তু মই অন্য ৰকমে ভাবিব পৰা নাই।

মোৰ এই অনাহূত চিঠিখন পাই আপোনাৰ নিশ্চয় মোৰ ওপৰত খং উঠিব। সেই বাবে আপোনাক বেয়া পাবলগীয়া মোৰ একো নাই। কিয়নো বুৰ্জোৱা শ্ৰেণীৰ এজন হিচাপে, পুৰণি সমাজৰ এজন হিচাপে মোৰ পৰা এই চিঠি পাই আপোনাৰ মনত অসন্তুষ্টি ওপজা স্বাভাৱিক। কিন্তু আপোনালোকৰ শাস্ত্ৰয়েতো কয় সঁচা কথা নোকোৱা পাপ।

পাহাৰৰ ওপৰৰ পৰা আপুনি আজিৰ যুগটোৰ বিষয়ে একো শিকিব নোৱাৰে বৰুৱা। অৱশ্যে পাৰিব পাৰে যদি আপুনি সিহঁতৰ জীৱনৰ গভীৰলৈ সোমাই চাব পাৰে। আশা কৰো আপুনি সেই চেষ্টা কৰিব আৰু নগা পাহাৰৰ ৰিচাৰ্চ শেষ হ'লে আপুনি এবাৰ ইয়ালৈ আহিব দেই। আপোনাৰ লগত বহুত কথা আছে। আপুনি যদি বাট ভুল কৰিব খোজে, তেন্তে বাট দেখুৱাই দিয়াটো মই মোৰ কৰ্তব্য বুলি ভাবো। কোনোবা প্ৰফেট বা মহাপুৰুষ হিচাপে নহয়, আপোনাৰ দৰেই জীৱনত পথৰ সন্ধানী এজন হিচাপে।

যদি মোক ভুল বুজে আপোনাৰ দুৰ্ভাগ্য।

মাধৱ ফুকন কালি ঘৰলৈ গৈছে। ফুকনৰ লগত আপোনাৰ বিষয়ে বহু আলোচনা কৰিলো। ফুকনৰো এই মত যে আপোনাক বাট ভুল কৰিবলৈ এৰি দিয়া অন্যায় হ'ব।

আৰু এতিয়া নিলিখো। আপুনি কেনে আছে, কি কৰিছে জনাব। মোৰ সম্ভাষণ আৰু শুভইচ্ছা ল'ব। ইতি,

আপোনাৰ

অপৰ্ণা।

পুনঃ —

আজি ন দিন হ'ল বীণা আহি আমাৰ ঘৰতে আছেহি। বীণায়ো আপোনালৈ শুভইচ্ছা জনাইছে।

অপৰা।

কমলে একেবাৰে আশা কৰা নাছিল যে অপৰাৰ পৰা সি এখন চিঠি পাব, আৰু পালেও যে এনেকুৱা এখন চিঠি পাব, সি সপোনতো ভবা নাছিল। সি যিয়েই নকৰক, অপৰাই তাৰ খবৰ ৰখাৰ, তাক সমালোচনা কৰাৰ কি দৰকাৰ? সি নগা পাহাৰলৈ অহাৰ খবৰেই বা তাইক দিলে কোনে? বীণাই নিশ্চয়। কিন্তু বীণাৰেই বা কি প্ৰয়োজন আছিল এইবোৰ সদৰী কৰি ফুৰাৰ?

কমলে চিঠিখন আকৌ এবাৰ পঢ়িলে। অপৰাই কি ক'ব খুজিছে? অপৰাৰ গোটেই চিঠিখনৰ অৰ্থ কি? কমলে হাঁহিব নে খং কৰিব ঠিক কৰিব নোৱাৰিলে। নৃতত্বৰ বিষয় গবেষণা কৰাত এনে কি লাজ পাবলগীয়া আছে? সিতো কাকো অবহেলা কৰা নাই। জনতা— এটা এব্‌ষ্ট্ৰেক্ট কথা। ৰাম, শ্যাম, যদু, মধু, কেৰিম, বদৰত, খৃষ্টফাৰ, ডেভিদ, ক'লী, বগী, ৰহমানী, ফাগুনী— এই সকলোবোৰৰ সমষ্টিয়েই হ'ল জনতা। সচেতন হৈছে— ভাল কথা। আঘাত পালে সকলো সচেতন হয়। সিহঁতে আঘাত পাইছে, সিহঁত সচেতন হৈছে। সিহঁতক আকৌ জাগ্ৰত কৰিব লাগে কিয়?

জনতাক জাগ্ৰত কৰা— তাৰ মানে কি? তাৰ মানে কমলক উপকাৰাভাৱেই ভাবিলে— তাৰ মানে অপৰাই যি কৰিছে, তাৰ মানে মাধৱে যি কৰিছে, তাৰ মানে বীণাই— আঃ বীণাই। বীণাও তেনে বিপ্লৱী।

কিন্তু কমলে কি বিপ্লৱ কৰিব? বিপ্লৱ কৰিবলৈ হ'লে পলিটিচিয়ান হ'ব লাগে, ৰাজনীতিত নামিব লাগে, কমলৰ নিচিনা পঢ়া-শুনাত লাগি থকা ল'ৰা এটাই জানো বিপ্লৱ কৰে?

অপৰাহঁতে তাক ভুল বুজিছে। নিশ্চয় ভুল বুজিছে। পৃথিৱীৰ সকলো মানুহ যেনেকৈ কবি হ'ব নোৱাৰে, তেনেকৈ সকলো মানুহ পলিটিচিয়ান হ'ব নোৱাৰে, সকলো মানুহ বিপ্লৱী হ'ব নোৱাৰে। বিপ্লৱী হোৱা এক শ্ৰেণীৰ বেলেগ মানুহ আছে।

এক শ্ৰেণীৰ? কিন্তু মাধৱহঁতে যে মানুহৰ মাজৰ শ্ৰেণীৰ ব্যৱধান উঠাই পেলাব খুজিছে। তেন্তে কোনে, কোনটো শ্ৰেণীয়ে বিপ্লৱ কৰিব? জনতাই? জনতা মানে?

আকৌ কমলে ভাবিব ধৰিলে। জনতা মানে সেইবোৰ মানুহ— যিবোৰে যুগে যুগে অত্যাচাৰ, উৎপীড়ন সহ্য কৰি থাব লাগিছে, যিবোৰ অজ্ঞ, যিবোৰ পুৰণি

আন্ধাৰৰ মাজত আজিও পোত গৈ আছে, যিবোৰ নিজৰ শক্তিৰ বিষয়ে একো নেজানে ...??

কিন্তু এইটোতো আজিৰ কথা নহয়। কমলে মানুহৰ আদিম ইতিহাস জানে, মানুহৰ আদিম প্ৰবৃত্তি, প্ৰাচীন স্বভাৱৰ কথা কমলে জানে। একেদৰেই চলি আহিছে প্ৰস্তৰ যুগ, প্ৰাক-প্ৰস্তৰ যুগ, তাৰো আগৰ যুগ— তেতিয়াওতো বলী মানুহ দলে দুৰ্বল দলক দমাই ৰাখিছিল, দুৰ্বল দলক খটুৱাই নিজে সুখত আছিল, দুৰ্বল দলৰ আৰ্জন নিজে কাঢ়ি খাইছিল, বলেৰে, চলেৰে, বুদ্ধিৰে। ইয়াৰ প্ৰতিবিধান হিচাপে দুৰ্বল দলে শক্তিবান দলৰ পূজা কৰিছিল। সিহঁতক সিহঁতৰ ৰজা পাতিছিল, দেৱতা পাতি পূজা দিছিল।

বহু হেজাৰ যুগৰ পুৰণি কথা। এই হেজাৰ হেজাৰ যুগৰ পুৰণি পদ্ধতিক একেদিনে ভাঙি গুৰি কৰি দিয়া সহজ জানো? আজি অপৰাইঁতৰ, মাধৱহঁতৰ ইমান শক্তি হৈছেনে?

হাঁহি হাঁহি লীনা আহিল। লীনাই দেখিলে কমলৰ মুখখন অলপ গহীন, অলপ চিন্তাক্লিষ্ট। লীনা অলপ অপ্ৰতিভ হ'ল।

"আহা লীনা —" গহীন মুখখনত হাঁহি বিৰিঙাই কমলে মাতিলে।

"আপুনি দেখোন ওলোৱাই নাই। আজি ফুৰিবলৈ নেযায় নেকি?"

"যাম, তোমাৰ কাৰণেই বাট চাই আছিলো। এক মিনিট বহা, মই কাপোৰ পিন্ধো।"

বহাৰ পৰা উঠি কমল সিটো কোঠালৈ গ'ল।

ধুনীয়া আবেলিটো। আজি দুদিন বৰষুণ দিয়া নাই। বাট-পথবোৰ শুকাই ফৰকাল হৈছে। ৰাংঢালী লীনাৰ মুখত উজ্জ্বল হাঁহি।

লীনা আৰু কমল— দুয়ো ফুৰিবলৈ ওলাই গ'ল। আজিকালি কমলৰ সকলোবোৰ চিনা চিনা লাগে। কমলৰ দিনবোৰ পুৰণি হয়, কিন্তু নগা পাহাৰৰ মোহ নকমে, বাঢ়িহে যায়। কমলে অনুভৱ কৰে এটা মাদকতা ভৰা আদিম গোন্ধ— গছ-পাত সকলোতে। লীনাৰ চুলিখিনিতো।

সিহঁত ভালেমান দূৰ আঁতৰি যায়।

সৰু সৰু জুপুৰি ঘৰ, ঘৰৰ আগে-পাছে শস্যৰ পথাৰ। কচু, জলকীয়া, আদা আৰু কিবাকিবি খোৱা বস্তু। লহপহীয়া শস্যবোৰ দেখি কমলৰ ভাল লাগে। যেন একোখন ধুনীয়া ফুলনি।

সিহঁতে বহুত দূৰলৈকে দেখে, বহুত দূৰলৈকে চায়। নগাবোৰে মূক পৃথিৱীৰ লগত অহৰ্নিশে সংগ্ৰাম কৰি যাব লাগিছে শস্য উৎপাদনৰ কাৰণে। শুদা গা, বলিষ্ঠ মাংসপেশী, সবল বাহু। কৰ্মৰত মানুহবোৰ দেখি কমলৰ ভাল লাগে।

"তোমালোক বৰ সুখত আছা লীনা —" এনেয়ে কমলে কয়।

"আমি— আমি অকণো সুখত নাই। গোটেই বছৰটো খেতি কৰিব লাগে, তথাপি খাবলৈ নাটে। আমাৰ সৰহ ভাগ মানুহে বনৰীয়া কচু, আলু আৰু অন্যান্য গছৰ গুটি খায়ে জীয়াই থাকে, আপুনি কিজানি ক'বই নোৱাৰে।"

কমল মনে মনে থাকিল। তাৰ সন্মুখৰ সেউজীয়া পাহাৰটো যেন সি অলপ ধোঁৱা বৰণীয়া দেখিলে। শুধা গাৰ সউ মানুহবোৰ— সিহঁত মানুহ নহয়। এবিধ বনৰীয়া প্ৰাণী— অতি পুৰণি, অতি কৰ্কশ।

সিহঁত আৰু আগবাঢ়িল।

এটা পৰিষ্কাৰ শিলৰ ওপৰতে দুয়ো বহিল। নামনিদিয়েদি এদল নাগিনী ছোৱালী হাঁহি-মাতি ঘৰলৈ উভতি আহিছে। সিহঁতবোৰ শকত-আৱত। সিহঁতৰ অনাবৃত শৰীৰবোৰত উচ্ছল যৌৱনৰ প্ৰচুৰ উন্মাদনা। কমলে সিহঁতলৈ চালে— সাতজনী গাভৰু। আটাইকেজনী সমান বয়সীয়া। সিহঁতৰ মুখবোৰ ৰঙা, বাহুবোৰ পুৰঠ, সিহঁতৰ বুকুবোৰ মাংসল। সিহঁতৰ খোপাত বনৰীয়া ফুলৰ থোপা।

"সিহঁত পথাৰৰ পৰা আহিছে —" লীনাই ক'লে।

"সিহঁতৰ বৰ সুখ —" আকৌ কমলে ক'লে।

"দূৰৰ পৰাহে সিহঁতক সুখী যেন দেখি। সিহঁতে ইমান যে টান কাম কৰিব লাগে আপুনি ভাবিবই নোৱাৰে। আমাৰ মানুহবোৰ বৰ দুখীয়া জানে? থাকিবলৈ ঘৰ নাই, খাবলৈ ভাত নাই, ইমান জাৰতো পিন্ধিবলৈ কাপোৰ নাই। সেই ছোৱালীকেজনী যে শুদা গাৰেই গৈছে, সিহঁতৰ কাপোৰ নাই কাৰণেহে, নহ'লে সিহঁতেও আজিকালি লাজ-চৰম বুজি পায় —"

লীনাই যে এইবোৰ কথা ক'ব কমলে আশা কৰা নাছিল। লীনায়ো তেন্তে ইহঁতৰ কথা ভাবিছে? কমলৰ ৰহস্য বোধ হ'ল। হাঁহি কমলে ক'লে, "তুমি তোমালোকৰ মানুহবোৰৰ কাৰণে বৰ ভাবা দেখিছো —"

"নেভাবিলে কেনেকৈ হ'ব? আমি অলপ লিখা-পঢ়া শিকিছো, আমিয়ে যদি আমাৰ মানুহৰ অৱস্থা ভাল নকৰো তেন্তে অন্য কোনে কৰিব?"

পথিলা এজনীৰ দৰে ৰাংঢালী লীনাই কয়। এইজনী জানো লীনা? এইজনী যেঁ সউ নামনিয়েদি যোৱা এজনী নগা ছোৱালী। হাঁহৰি জানে, ফুলপাতেৰে নিজক সজাব জানে, আৰু নিজৰ মানুহৰ বিষয়েও ভাবিব জানে?

কমলহঁত ঘূৰি আহিল। অকাৰণতে আজি কমলৰ মনটো অলপ গধুৰ লাগিল।

কমলৰ বিমৰ্ষ মুখখন দেখি বাটতে এবাৰ লীনাই সুধিলে, "আজি আপুনি মোক বেয়া পাইছে নেকি?"

"নাই লীনা, তোমাক কিয় বেয়া পাম?" অলপ হাঁহি কমলে ক'লে।

"মই কথাবোৰ বুজি পালেও ভালকৈ বুজাই ক'ব নেজানো, ভুল হ'লে আপুনি বেয়া নেপাব দেই —"

বাটত চিনাকি হোৱা এই লীনা, তায়ো মানুহৰ মনৰ মাজত সাঁচ ৰাখি যাব পাৰে। তায়ো আশা কৰে যেন অন্যে তাইক বেয়া নেপাওক!

কমলৰ ভাল লাগিল।

শিল, শিল, শিল, ৰঙা মাটি, সেমেকা, বোকা, গছপাত, ছাঁ, সৰু ঠেক এটা মানুহ যাব পৰা বাট, সন্ধিয়াৰ ক্ৰমে বাঢ়ি অহা আন্ধাৰ।

লীনা মুক্ত, তাই স্বাধীন। তাইৰ জীৱনটোৰ সীমাত আকাশ-পৃথিৱী একো নাই— আছে অফুৰন্ত, অজস্ৰ মৰম, মৰম আৰু হাঁহি। সেউজীয়া মোকক্‌চাঙৰ পুৰণি শিলবোৰৰ মাজত তাই এটা নতুন নিজৰা, এপাহ ফুল, এচেৰেঙা নতুন পোহৰ।

যাবৰ সময়ত কমলে আকৌ সুধিলে, "তুমি এই তোমালোকৰ মানুহবোৰৰ কথা সদায় ভাবা নেকি লীনা?"

"আপুনি জানো আপোনালোকৰ মানুহবোৰৰ কথা সদায় নেভাবে?" হাঁহি কথাষাৰ কৈ শিলবোৰৰ ওপৰেদি জঁপিয়াই জঁপিয়াই লীনা গুচি গ'ল।

"ভাবো জানো?" — কমলে নিজকে সুধিলে।

"... মই দেখিছো সকলো মানুহ একে। সভ্য, অৰ্ধসভ্য, অসভ্য সকলো মানুহ একে। সকলোৰে সন্মুখতে একেই সমস্যা, একেই প্ৰশ্ন, জীয়াই থকা! জীয়াই থকাই হ'ল সকলোৰে সমস্যা। কিন্তু এই সমস্যা ক'তো সহজ নহয়। বিভিন্ন ক্ষেত্ৰত বিভিন্ন ৰূপে, বিভিন্ন আকাৰে এই সমস্যা জটিল। প্ৰাক্-প্ৰস্তৰ যুগৰ আদিম মানুহে যি সমস্যাৰ লগত সংগ্ৰাম কৰিছিল, আজিৰ মানুহেও তাকেই কৰিব লাগিছে। একো পৰিবৰ্তন নাই। সকলো মানুহৰ ৰক্তত সেই আদিম কামনাৰ জ্বলন্ত শিখা, সকলোৰে জঠৰত বুভুক্ষাৰ চিৰন্তন দাবানল।

ভৈয়ামৰ বীণাক মই ভাল চকুৰে চাওঁ, লীনাকো সেই একেই চকুৰে চাবলৈ মোৰ অনুভূতিয়ে সঙ্কোচ বোধ নকৰে। নাগিনী ছোৱালী লীনাৰ বুকুৰ মাজতো আছে সেই প্ৰাচীন অনুভূতিৰ প্ৰৱাহ। অকণো বেলেগ নহয়, বৰং বেছি স্বাভাৱিক, বেছি তীব্ৰ, বেছি উজ্জ্বল, কিন্তু —"

কমলে লিখি যায়। ইয়ালৈ অহাৰ পৰা ডায়েৰিৰ আকাৰত কমলে দৈনিক ঘটা ঘটনাবোৰৰ একোটা বিবৰণ, দৈনিক অভিজ্ঞতাৰ একোটা ছিপ লিখি যায়। ই তাৰ থিছিছ নহয়, কিন্তু থিছিছৰ সামগ্ৰী সি এইদৰে সংগ্ৰহ কৰি গৈছে?

কমলে জানে নগা পাহাৰলৈ গৈ আজিৰ দিনত তাৰ ডায়েৰি লিখা এটা হাঁহি উঠা কথা। সেই কাৰণে সি তাৰ ভাব-অনুভূতিবোৰৰ কথাকে বেছিকৈ লিখে। এইদৰেই হয়তো সি নিজৰ ভিতৰলৈ বেছিকৈ চাবলৈ শিকিব, সি অন্তৰ্মুখী হ'ব।

কমলে পঢ়ি নেচায় কি লিখিছে। কাৰণ পঢ়ি চালেই তাৰ শুধৰাবৰ মন যাব, শুধৰালেই তাৰ সহজ অনুভূতি কৃত্ৰিম হৈ পৰিব। সেই কাৰণে যিদৰে তাৰ মনত অনুভূতি জাগে, সেই দৰেই সি লিখি যায়। তাৰ ইচ্ছা নহয় যে নিজক সি প্ৰবঞ্চনা কৰিব, নিজৰ আগতে এটা মিছা কথা ক'ব।

কিন্তু যিবোৰ কথা সি অনুভৱ কৰিছে, যিবোৰ সত্য সি আৱিষ্কাৰ কৰিছে, সেইবোৰ অতি পুৰণি, অতি সাধাৰণ কথা। এইবোৰ জ্ঞান লাভ কৰিবৰ কাৰণে পৰ্বত-পাহাৰ নবগালেও চলে। তাৰ নিজৰ ওচৰতে নিজক সৰু যেন লাগি যায়।

মানুহৰ আদিম সমস্যা জীয়াই থকা— একেবাৰে পুৰণি কথা। তেন্তে নতুন কথানো কি আছে? মানুহ জীয়াই থাকিবলৈ বিচাৰে, নিজৰ জীৱনৰ মাজত, নিজৰ জীৱন শেষ হ'লে, সন্তানৰ জীৱনৰ মাজেদি মানুহে জীয়াই থাকিবলৈ বিচাৰে। জীৱনৰ এই যে অন্তহীন অভিযান, এই যে বিৰামহীন পৰিক্ৰমা, তাৰ মাজত স্পষ্ট হৈ উঠিছে মাথোন এটা উদ্‌গ্ৰীৱ অভীপ্সা— মানুহক জীয়াই থাকিবলৈ লাগে, জীৱন্ত মানুহ হৈ, অমৰ স্মৃতি হৈ, কাব্য হৈ, আৰ্ট হৈ, স্তম্ভ হৈ, সাধুকথা হৈ। মানুহৰ জীয়াই থকাৰ এই অভিযান চিৰন্তন।

তেন্তে সমস্যাটো কি? সমস্যা সাধাৰণ। কেনেকৈ জীয়াই থকা যায়? কেনেকৈ? কি উপায়ে? এটা নহয়, দুটা নহয়, পৃথিৱীৰ কোটি কোটি মানুহ কেনেকৈ জীয়াই থাকিব? জীৱনৰ নিষ্ঠুৰ সংগ্ৰামত কেনেকৈ মানুহ মৰণক অতিক্ৰম কৰি তিষ্টি থাকিব? মানুহক মানুহ কৰি ৰখাৰ উপায় কি?

এইটোৱেই পৃথিৱীৰ প্ৰশ্ন?

অকলে অকলে নিৰ্জন ঘৰটোত বহি কমলে ভাবে, কল্পনা কৰে, লিখে। তাৰ ভাল লাগে। হয়তো সি যিবোৰ কথা ভাবিছে সেইবোৰ অতি সাধাৰণ ৰুডিমেণ্টৰী কথা। কিন্তু তথাপি যে সি ভাবিছে।

হঠাৎ তাৰ কল্পনাৰ মাজত সুৰৰ আবেশ ঢালি ওপৰৰ ঘৰটোৰ পৰা নামি আহে গীতাৰ টুন্ টুন্ সুৰ। লীনাই গীতাৰ বজায়।

বাহিৰত শুনীয়া জোনাক। গাখীৰৰ নিচিনা বগা জোনাক। জোনাকবোৰ নামি আহিছে মানুহৰ মৰম বিচাৰি। কেঁচা গছপাতবোৰৰ ওপৰত নিগৰি পৰে ৰূপালী পোহৰ। পৃথিৱীখন বৰ ঠেক। সৰু পাহাৰটো, জোনাক, নিজৰাটো, নীলা আকাশখন, দূৰৰ অস্পষ্টতা আৰু শ্যামল কুঁৱলী।

পৃথিৱীখনত মানুহ নাই, আছে জোনাক আৰু সুৰ। জোনাকবোৰ সুৰেৰে ভৰি পৰে। পৃথিৱীখন সুৰময় হয়। নিজৰাটোৰ পানীবোৰ বগা।

বহল খিৰিকীখনৰ কাষত বহি লীনাই আপোনমনে গীতাৰ বজাই যায়। লীনাৰ চকু দুটা জোনাক ভৰা আকাশখনৰ বুকুত লীন যোৱা। জোনাকে লীনাক আঙুলিবোৰ কঁপাই যায়, সুৰবোৰ চকু-পানীৰ নিচিনা কোমল!

নিজৰাটোৰ পাৰৰ তাৰ সৰু ঘৰটোৰ ভিতৰৰ পৰা খিৰিকীখনেদি মূৰ তুলি কমলে চাই থাকে। জোনাকবোৰ লীনাৰ গাত সিঁচৰতি হৈ পৰিছে। লীনাৰ চুলিৰ টৌবোৰত ৰূপালী সুৰৰ ঢউ। সুৰবোৰে কথাৰ অপেক্ষা নকৰে। সিহঁতৰ নিজৰে এটা অৰ্থ আছে। কথা তাৰ আগত অৰ্থহীন হৈ পৰে।

লীনা নৰয়। সুৰৰ মাদকতাত আপোনপাহৰা হৈ লীনাই বজাই যায়, সুৰ সিঁচি যায়, ৰূপ ছটিয়াই যায়, সুৰবোৰ উৰি উৰি, ওপঙি ওপঙি আকাশ আৰু পৃথিৱীৰ মিলন-সীমাত হেৰাই যায়।

কমলে অনুভৱ কৰে যেন সি এটা কবি। সি সপোন দেখিছে, সি কল্পনাৰ পাখিত উঠি কোনোবা ৰূপহীন, বোলহীন এখন দেশলৈ অকলশৰে উৰি গৈছে। আৰু পাখিত সুৰৰ কঁপনি সানি কোনোবা অপ্সৰীয়ে, কোনোবা সুৰৰ দেশৰ ৰূপকুমাৰীয়ে তাক হাতবাউলি দি ক'ৰবালৈ আঁতৰাই লৈ গৈছে।

লাহে লাহে সি বহাৰ উঠা উঠি আহে। সি তাৰ সৰু ঘৰটোৰ পৰা নিজেই নজনাকৈ বাহিৰ ওলাই আহে। সুৰৰ ছন্দতে খোজ মিলাই সি নিজৰাটো পাৰ হৈ যায়। শিলবোৰ বগাই বগাই সি লীনাৰ খিৰিকীখনৰ কাষ পায়গৈ।

তাক দেখি লীনাই শান্তভাৱে হাঁহে। লাহে লাহে তাই সুৰবোৰ কোমল কৰি আনে, তাৰ পিছত বৈ যায়, গীতাৰখন লীনাৰ কোলাতে পৰি থাকে। লীনাই একেথৰে তাৰ মুখলৈ চাই থাকে। কমলৰ ধুনীয়া, গঢ়িত মুখখন জোনাকত উদভ্ৰান্ত দেখায়।

নিজৰাটো শান্ত, আকাশখন নীলা, পোহৰবোৰ সুৰেৰে ভৰা। লীনাই তাৰ ফালে হাতখন মেলি দিয়ে। সি অভিভূতৰ দৰে লীনাৰ হাতখন নিজৰ হাতৰ মাজত লয়।

খিৰিকীখন চাপৰ।

"তুমি বৰ সুখী লীনা —" লাহে লাহে কমলে কয়।

শান্তভাৱে লীনাই হাঁহে, একো নকয়। জোনাকত লীনাৰ চকু দুটা জিলিকে, উজ্জ্বল, গভীৰ চকু দুটা। চকু দুটাই বহুত কথা কয়, সাগৰৰ অতল বুকুত সৃষ্টিৰ যি গভীৰ ৰহস্য লুকাই আছে, সেই ৰহস্য ব্যক্ত হৈ উঠিছে লীনাৰ নীলা চকু দুটাৰ গভীৰতাত। জীৱনৰ সকলো সমস্যাতকৈ বেছি মধুৰ যৌৱনৰ এই মাদকতা, ৰূপৰ এই অনাবিলতা। নহ'লে পৃথিৱীখন শুকাই কঙ্কৰ হৈ গ'লহেঁতেন।

"বহুত ৰাতি হ'ল, আপুনি আজি নোশোৱে নেকি?" ধুনীয়াকৈ হাঁহি লীনাই সোধে।

লীনাৰ কোমল হাতখন কমলে তাৰ গালত হেঁচি ধৰে। লীনাই অকণো প্ৰতিবাদ নকৰে।

সময়বোৰ সিহঁতৰ ভৰিৰ তলেদি সৰকি যায়। জোনটো আৰু বেছি উজ্জ্বল হয়। সৰু, চাপৰ পাহাৰবোৰৰ মূৰত নীলা আৰু বগাৰ লুকা-ভাকি খেলা। কোনোৱে নৱজোৱা এটা বাঁহীৰ সুৰ বতাহত ওপঙি আছে। শিলত খুন্দা খাই সুৰবোৰ ভাগে, পোহৰবোৰ কঁপে, মানুহৰ অন্তৰৰ আদিম অনুভূতিবোৰ প্ৰাণবান হয়। পৃথিৱীৰ কোনোবা প্ৰান্তত নতুন ফুল ফুলে। কোনোবা দৃষ্টিৰ পাৰৰ সৰোবৰত পদুমফুলবোৰ টোপনি যায়, ভেটবোৰ ফুলে। বহুত বগা, সুগন্ধি ভেট ফুল, বগা, ধুনীয়া ভেটফুল।

খিৰিকীৰ সিপাৰে লীনা। কমলৰ পৰা যেন বহুত দূৰত! কমলে লীনাৰ হাতখন লাহে লাহে এৰি দিলে।

"আপোনাক টোপনিত আমনি কৰিলো নেকি?" লীনাই শান্তভাৱে সুধিলে।

"ওঁ —"

"তেনেহ'লে মোক বেয়া নেপাব দেই। মোক মাফ কৰিব —" লীনাৰ কথাবোৰ শুনিলে মৰম লগা।

"তুমি সদায় বজাবাচোন দেই লীনা —" কমলে ক'লে। লীনাৰ মুখখনত নতুন কিছুমান তেজ বিৰিঙি উঠিল। তেন্তে কমলে বেয়া পোৱা নাই!

লাহে লাহে কমল খিৰিকীখনৰ কাষৰ পৰা, লীনাৰ কাষৰ পৰা আঁতৰি আহিল।

টুং টুং টুং আকৌ লীনাৰ আঙুলিৰ কোমল পৰশত গীতাৰখন সজাগ হৈ উঠিল।

শান্ত, গহীন ৰাতি। পৃথিৱীখন সৰু, তৰাবোৰ একোটা চৰাই। নিজৰাটো কাৰো কাৰণে নহয়। সি আপোনভোলা, সি বৰ চঞ্চল। লীনাৰ গীতাৰৰ সুৰবোৰ বুকুত বান্ধি সি অকলশৰে তললৈ নামি গৈছে। কুল্ কুল্ কুল্— দূৰত শিলটোৰ লগত সি কথা পাতে।

কমলৰ ঘৰটোৰ ভিতৰত শ্ৰান্ত আন্ধাৰ! মেজৰ ওপৰৰ লণ্ঠনটো অকলশৰে জ্বলি আছে। তাৰ বিছনাখনত খিৰিকীখনেদি আহি এজাক জোনাক সিঁচৰি পৰিছে। বিছনা চাদৰখন ধক্ ধক্ কৰে বগা, জেঠী এটাই তাক নোকোৱা কিবা কথা এটা সমৰ্থন কৰে।

দূৰৰ পৃথিৱীখন নাই— হেৰাই গৈছে, শেষ হৈ গৈছে। গোটেই পৃথিৱীখনৰ টিঙত বহি এজনী গাভৰুৱে অন্তহীন সুৰৰ আয়োজন কৰিছে। আৰু কোনো নাই, কোনো নাই।

কমলে লেমটো নুমাই দিলে। তাৰ ঘৰটোৰ ভিতৰত ডাঠ মিঠা আন্ধাৰ। আকৌ এবাৰ মূৰ দাঙি সি ওপৰৰ ঘৰটোলৈ চালে। কেঁকোৰা-কেঁকুৰি কিছুমান ক'লা চুলি, বগা এখন মুখ, এটা শুদা শকত বাহু।

সুৰবোৰ নমৰে। পৃথিৱীত সুৰ অনন্ত। পৃথিৱীখনে সুৰৰ আৱেশ বিচাৰে, সুৰৰ মোহত হেৰাই যাবলৈ বিচাৰে।

কমলৰ চকু দুটা মুদ খাই আহিল, কাণ দুখনত বাজি থাকিল চিনাকি শান্ত সুৰটো— কোমল, মিহি মধুৰ।

পিছদিনা দেৰিকৈ সাৰ পালে কমলে। পিছৰাতি আকাশত মেঘ গোট খাইছিল। ৰাতি পুৱাৰ সময়ত বৰষুণ দিছিল। টোপনি গৈ কমলৰ ভাল লাগিল।

চকু মেলি চাই কমলে দেখিলে তেতিয়াও এজাক পাতল বৰষুণ জুৰ জুৰ কৰে আহি আছে। কমলে চাদৰখন গাৰ ওপৰত ভালকৈ মেলি ল'লে। বিছনাখনৰ পৰা উঠি আহিবলৈ তাৰ এলাহ লাগিল। অকলশৰৰ নীৰৱ আনন্দত কমলে নিজক লুকাই ৰাখিবৰ চেষ্টা কৰিলে।

অন্তৰৰ ভিতৰত কমলে এটা সংঘৰ্ষৰ উমান পালে। দুটা বিপৰীতমুখী পথৰ দোমোজাত যেন সি থিয়দি আছে। কোনটো সত্য? কোনটো পথ নিৰ্ভুল?

আজি কিছুদিনৰ আগতে সি অনুভৱ কৰিছিল যেন তাক এটা প্ৰচণ্ড গতিত আগবাঢ়ি যাবলৈ লাগে, ক'তো নোৰোৱাকৈ, কোনো বাধালৈ ভ্ৰূক্ষেপ নকৰি সি যেন ধুমুহাৰ দৰে আগুৱাই যাব। গতিৰ বেগেই হ'ব তাৰ জীৱনৰ কৃতকাৰ্যতাৰ মাপকাঠী। আনন্দ আছে এই গতিত। এই গতিয়ে দি যায় জীয়াই থকাৰ স্পষ্ট অনুভূতি। সি নৰয়, সি গৈ থাকিব। গতিয়েই জীৱন।

আৰু আজি— আজি কিয় সেই অনুভূতিৰ লগে লগে তাৰ মনত হয় যেন গতিৰ কোনো অৰ্থ নাই। গতি অসাৰ্থক। কি হ'ব ইমান বেগেৰে আগবাঢ়ি? কি হ'ব অচিন পথ অতিক্ৰম কৰি? তাতকৈ ভাল অলপ জিৰণি। লাহে লাহে গ'লেওতো জীৱনটো শেষ হৈ যাব? তেন্তে অকাৰণত জীৱনটো চুটি কৰি পেলোৱাত কি লাভ?

এই লীনা— এই লীনাৰ সাহচৰ্যত পোৱা গভীৰ আনন্দ, এই শান্ত প্ৰকৃতিৰ বুকৰ শান্ত সৌন্দৰ্য, এই সকলোবোৰ জানো অৰ্থহীন? মানুহৰ বিষয়ে গৱেষণা কৰা, জ্ঞানৰ সাধনা কৰা, পৃথিৱীক নতুন জ্ঞানৰ সম্ভাৰ যোগোৱা, তাৰ জানো কোনো সাৰ্থকতা নাই? অপৰাই তাক বুৰ্জোৱা বুলিছে। হয়তো সি বুৰ্জোৱা হয়। সি যি শিক্ষা লাভ কৰিছে সেই শিক্ষাই আভিজাত্য শিকায়, নিজক আনৰ পৰা আঁতৰত ৰাখিবলৈ শিকায়। কিন্তু সেই শিক্ষায়েইতো বৰ্তমানৰ সভ্যতাক গঢ় দিছে, ৰূপ দিছে, গতি দিছে।

ৰূপ, সৌন্দৰ্য, আনন্দ— এইবোৰ অস্বীকাৰ কৰাৰ পৰা তাৰ কি লাভ হ'ব সমাজৰেই বা কি লাভ হ'ব? আৰু এইবোৰক লগত লৈ জানো জীৱনৰ গতিপথত আগবাঢ়িব পাৰি? যি গতি-পথত খোজ দিছে অপৰা, মাধৱ, বীণাইঁতে?

কমলৰ মন গ'ল যেন সি বিছনাত শুই থকাতে কোনোবাই তাক এপিয়লা গৰম চাহ বাকি দিব। কিন্তু কোনে দিব? ছিঃ সি বৰ এলেহুৱা হৈ গৈছে।

কমল বিছনাৰ পৰা উঠিল। বহুত পৰ হ'ল। বৰষুণ হ'ল বুলি কোনো শুই থকা নাই।

নহয়, কৰ্তব্য পাহৰি যোৱা অন্যায়। যেয়ে যি কওক সি ৰিচাৰ্চ কৰিবই। তাৰ গোটেই জীৱনটো সি ৰিচাৰ্চ কৰি নকটায়। এইকেইদিন, তিনিমাহ, ছমাহ— তাৰ পিছত সি গুচি যাব। আৰু জীৱনৰ পথ বাছি ল'ব। হয়তো চাকৰি কৰিব। হয়তো নহয়, কৰিবই। চাকৰি নকৰিলে সি চলিব কেনেকৈ? আৰু চাকৰি নকৰিয়েই বা কৰিব কি? কিন্তু চাকৰিয়েই জানো তাৰ জীৱনৰ শেষ পথ? সি জানো মুক্তি নিবিচাৰে? চাকৰি মানে জানো মুক্তি?

সি চাহৰ দিহা কৰাত লাগিল।

আজি ১১ তাৰিখ। ১৫ তাৰিখে সি ওলাই যাব। গভীৰ অৰণ্য, হাবি, পুৰণি আদিম নগা। তাৰ মাজত সি থাকিব, সিহঁতৰ বিষয়ে গৱেষণা কৰিব, থিছিছ লিখিব।

কিন্তু বৰষুণ জাক যদি নেৰায়? এই বৰষুণত যোৱা অসম্ভৱ।

পিয়নটোৱে এখন চিঠি দি গ'ল। চিঠি পালে কমলৰ মনটো ভাল লাগে। হওক, সকলোৱে তাক পাহৰি যোৱা নাই।

মন্দিৰাৰ হাতৰ আখৰ। নাম ৰজনী পেহীৰ। পেহীয়ে লিখিব নেজানে, তেওঁৰ হৈ মন্দিৰাই লিখিছে। চিঠিখনৰ প্ৰধান কথা— কমলে কি ঠিক কৰিলে? মেনেজাৰেও তাৰ মত জানিবলৈ বিচাৰিছে। তাৰ দেউতাকেও অতি সোনকালে তাৰ পৰা কিবা এটা ভাল উত্তৰ পাবৰ কাৰণে বাট চাই আছে।

চিঠিখন পাই কমলৰ বৰ ভাল নেলাগিল। বিয়াটো ইমানেই অপৰিহাৰ্য, ইমানেই জৰুৰী কথা নে? সেয়ে যদি হয়, তেন্তে তাৰ প্ৰয়োজন সি নিজে অনুভৱ কৰা নাই কিয়? এতিয়াই বিয়াখন পাতি নেপেলালে সি ক'ৰবাত হেৰাই যাব নেকি? নাইবা বীণাই ক'ৰবাত হেৰাই যাব? বীণাৰ খবৰ জানো দেউতাকহঁতে ৰাখিছে? বীণাইঁ যি কৰিছে সকলো তেওঁলোকে এজনী সৰু কলেজীয়া ছোৱালীৰ ধেমালি বুলি ভাবিছে। তেওঁলোকে হয়তো নেজানে বীণাই কোন পথত খোজ দিছে।

উত্তৰ দিয়া অসম্ভৱ— কমলে ভাবিলে। বিয়াৰ নিচিনা সামান্য কথা এটা লৈ তাৰ সময়ৰ অপব্যয় কৰিবৰ অৱসৰ নাই। বিয়া কৰাবলৈ এতিয়াও তাৰ বহুত সময় আছে, বহুত সময়!

চাহ খাই উঠি সি ডাক্তৰৰ ঘৰলৈ ওলাই গ'ল। ৰঙামাটিৰ পিছল বাটটোত খোপনি পুতি পুতি খোজ দি তাৰ ভাল লাগিল। তাৰ পানী-কোটটোৰ পৰা এটা বেয়া গোন্ধ ওলাইছিল— বৰষুণজাকে গোন্ধটো ধুই নিব— সি ভাবিলে।

ডাক্তৰ হাস্পতাললৈ গ'ল। ঘৰত ডাক্তৰণী আৰু ৰে'বা আছে। ৰে'বাৰ আজি দুদিনৰ পৰা অসুখ অলপ বেছি হৈছে। দুখন ৰগ গাত জাপি বিছনাতে পৰি আছে।

কমল ৰে'বাৰ বিছনাৰ কাষলৈ গ'ল।

ৰে'বাৰ মুখখন শেঁতা পৰি বগা হৈ গৈছে। চকু দুটা ভালেমান সোমাই গৈছে। দেখিলে মনত হয় যেন এজনী বহুতদিনীয়া পুৰণি ৰোগী।

কমলক দেখি শেঁতা ওঁঠ দুটাৰে ৰে'বাই পাতলকৈ হাঁহিলে।

"তোমাৰ আকৌ অসুখ কৰিছে ৰে'বা?" ৰে'বাৰ কপালত হাতখন দি চাই কমলে সুধিলে।

কমল ৰে'বাৰ বিছনাৰ আৰু কাষলৈ গ'ল।

"তাপ নাই। তাপ কমি যোৱাটোহে মোৰ বেমাৰ —" কমলে তাৰ হাতখন ৰে'বাৰ কপালৰ পৰা এৰুৱাই আনিলে।

"কেতিয়াৰ পৰা?"

"কেইবাদিনো হ'ল —"

চিঠিখন পোৱাৰ পৰা আজি কমলৰ মনটো ভাল নাই। ৰে'বাৰ অসুখ দেখি তাৰ আৰু বেয়া লাগিল।

মেজৰ ওপৰত থকা ঔষধৰ বটলটোত চকু পৰি কমলে সুধিলে— "ঔষধ খাইছা?"

কমলে একো নেমাতিলে।

দুপৰীয়া কমলে ডাক্তৰৰ তাতে ভাত খালে। ডাক্তৰণীৰ ৰন্ধা বেছ ভাল।

ভাত খাই থাকোঁতে ডাক্তৰে ক'লে, "ৰে'বাৰ কাৰণে নিৰ্জনতাৰ দৰকাৰ। পিছে লগে লগে হাঁহি-মাতি মনটোও প্ৰফুল্ল ৰাখিব লাগে। তুমিযে দুদিনমান থাকিব নোৱাৰানে আমাৰ ইয়াত? তোমাৰ লগত কথা-বতৰা পাতি থাকিলে তাইৰ ভাল লাগিব পাৰে?"

এই কথাষাৰ ডাক্তৰে আগেও কৈছিল। কমলে ভাবিলে ডাক্তৰৰ কথা নৰখা বেয়া হ'ব। তেওঁ বেয়া পাব পাৰে, আৰু তাৰোতো বিশেষ একো হানি নহয়।

সি ক'লে, "ভাল বাৰু, মই দুদিনমান থাকিম। যদি মোৰ পৰা কিবা উপকাৰ হয়।"

"এৰা থাকা। এইখন তোমাৰ ঘৰ। তাতনো অকলে পৰি থাকিব লাগিছে কিয়? যি লাগে খুৰীদেৱৰোক ক'বা।"

কমল মনে মনে থাকিল।

সি দেখিলে সি থাকিব বুলি জানি ৰে'বাই আনন্দ পাইছে, তাৰো অলপ ভাল লাগিল।

আবেলি ৰে'বাৰ অনুৰোধতে সি ৰে'বাক অলপ ফুৰাবৰ কাৰণে উলিয়াই নিলে।

"আপুনিও যাবনে খুৰীদেউ?" এনেয়ে ডাক্তৰণীক সুধিলে।

"আজি তোমালোকেই যোৱা, মই বাৰু আন এদিন যাম, আজি মোৰ অলপ কামো আছে।" উত্তৰটো পাই দুয়ো ভাল পালে।

বৰষুণ নাই। কিন্তু বাটবোৰ সেমেকি আছে। ৰে'বাৰ ভৰিত এযোৰ পাতল চেণ্ডেল। বতাহজাক সিহঁতৰ ভাল লাগিল।

"আপুনি বেয়া পাইছে নেকি?" শান্তভাৱে ৰে'বাই সুধিলে।

"কিয়, কিয় বেয়া পাম?"

"মোৰ নিচিনা এজনী বেমাৰী ছোৱালী লগত লৈ ফুৰিবলৈনো কোনে ভাল পায় —?"

"তুমি নিজৰ কথাকেই সদায় ভাবি থাকা, নহয় ৰে'বা?"

"অকল নিজৰ কথাকে নেভাবি আৰুনো কাৰ কথা ভাবিম? মোৰনো আৰু কোন আছে।" ৰে'বা আত্মস্থ।

"অ' তেনেহ'লে তুমি আন কাৰো কথা নেভাবা আৰু?" দুয়োৰে মাজত নিস্তব্ধতা ভাঙিবৰ কাৰণে কমলে ক'লে।

"ভাবো, আনৰ কথাও, কিন্তু যিবোৰৰ কথা ভাবো, সেইবোৰে মোৰ ফালে ঘূৰিও নেচায় —"

সন্মুখৰ শিলটোত উঠুৱাই দিবৰ কাৰণে ৰে'বা ঘূৰিল। কমলে হাতখন মেলি দিলে। কমলৰ কান্ধ আৰু হাতত ভৰ দি ৰে'বা শিলটোত উঠিল।

ৰেবাৰ পিছতে শিলটোত উঠি কমলে ক'লে, "তুমিনো কাৰ কথা ভাবা ৰে'বা?"

অলপ অধৈৰ্য হোৱাৰ দৰে ৰে'বাই ক'লে, "আপুনি বাৰু সঁচাকৈয়ে ভাবে নেকি যে মই বেমাৰ ভাল হ'বৰ কাৰণে ইয়ালৈ আহিছো —?"

"সেই কাৰণে যদি নাই অহা, তেন্তেনো? ..." বিমৰ্ষ, শান্ত মাতটোত অভিযোগ সানি ৰে'বাই ক'লে, "মোক কোনেও নুবুজে, আনকি আপুনিও নুবুজে। সকলোৱে মৰিবলৈ এৰি দিছে। মই যেন আৰু মৰণৰ বাহিৰে একোকে নিবিচাৰো, মই যেন মৰণৰ বাহিৰে আৰু একোৰে উপযুক্ত নহওঁ।"

ৰে'বাৰ মাতটোত অভিযোগৰ উত্তাপ থাকিলেও তাৰ সুৰটো দুখত সেমেকা।

হঠাৎ যেন কিবা সত্য এটাই কমলৰ অন্তৰত ভুমুকি মাৰিলে। তেন্তে কি তাৰেই কাৰণে? তাৰেই কাৰণে ৰে'বা ইয়ালৈ আহিছে।

"অলপ বহো আহা ৰে'বা, তোমাৰ ভাগৰ লাগিছে —" দুয়ো এটা শিলৰ ওপৰতে বহিল।

লাহে লাহে কমলে ক'লে, "সঁচাকৈয়ে ৰে'বা তুমি —" "হয়, আপুনি বুজিও বুজিবলৈ বিচৰা নাই। সেইটো স্বাভাৱিক, মই মৰিম। মোকনো কোনোবাই ভাল পাব পাৰেনে? মোকনো কোনোবাই মৰম কৰিব পাৰেনে?"

"কিয়নো ভাল নেপাব ৰে'বা? ময়ে দেখোন তোমাক খুব ভাল পাওঁ—"

ৰে'বাই চকু দুটা মুদি দিলে। ৰে'বাই জানে কমলে এইষাৰ কথা প্ৰাণেৰে কোৱা নাই, সান্ত্বনা দিবৰ কাৰণে মুখেৰে কৈছে। তথাপি কমলৰ মুখৰ পৰা এই কথাষাৰ শুনি ৰে'বাৰ আনন্দ লাগিল। 'খুব ভাল পোৱা' মানে ভাল পোৱা নহয়— ৰে'বাই নিজকে ক'লে।

হঠাৎ ৰে'বাই কৈ উঠিল, "নহয় নহয়, আপুনি মোক ভাল নেপায়, আপুনি ভাল পায় বীণাক, মোৰ বাইদেউক, মোক আপুনি ভাল নেপায়, মোক কোনোৱে ভাল নেপায়, কোনোৱে ভাল নেপায় —"

কমলে ৰে'বাৰ মুখলৈ চালে। ৰে'বাৰ শেঁতা পৰা মুখখন ৰঙা পৰিছে। কমল অপ্ৰতিভ হ'ল, এটা বেয়া প্ৰসঙ্গ উলিয়াই অকাৰণতে ৰে'বাক উত্তেজিত কৰা অন্যায়, হাজাৰ হওক ৰে'বা সৰু ছোৱালী। কিমান কথানো জানে? আৰু ভাল পোৱাৰেই বা বুজে কিটো?

বনৰীয়া চৰাইবোৰ দল বান্ধি বাহলৈ ঘূৰি আহে, বতাহজাক মাৰ যাব ধৰা বেলিৰ ৰ'দ জাকত ৰঙা হয়, পশ্চিমৰ আকাশখন তীব্ৰ হেঙ্গুল কিছুমানেৰে ভৰি পৰে। তাত যেন কাৰোবাৰ মৰণৰ আগলি জাননী।

লাহে লাহে সিহঁত ঘৰলৈ আহে।

ৰে'বাজনীক ভাল পোৱাত কোনো বাধা নাই, কিন্তু বাধা নেথাকিলেই জানো ভাল পাব পাৰি? বীণাক জানো সঁচাকৈয়ে মই ভাল পাওঁ? সঁচাকৈয়ে ভাল পাওঁনে?

খেৰৰ এটা সৰু জুপুৰি ঘৰ, ঘৰটোৰ বেৰত অকণ অকণ সৰু খিৰিকী, ভিতৰখন এক প্ৰকাৰ আন্ধাৰ। চালখন তেনেই চাপৰ, প্ৰায় মূৰত লাগো লাগো।

ঘৰটোৰ ভিতৰত তিনিটা প্ৰাণী। কোনোবা এজন বিছনাত শুই আছে। বাকী দুজনী তিৰোতা মানুহ।

বিছনাত পৰি থকা মানুহজনৰ মুখখন একেবাৰে শুকান, গালত মঙ্গহ অকণো নাই। হনু ওলাই পৰিছে। চকু দুটা একেবাৰে কোটৰত সোমাইছে।

মানুহজনৰ মুখত এমুখ ডাড়ি, ডাড়িবোৰ মাজে মাজে দুই-এডাল পকা, চুলিবোৰো তেওঁৰ দীঘল, চুলিবোৰ ওলমি আহি মানুহজনৰ কপালৰ ওপৰত পৰি আছেহি।

মানুহজন পলাতক ৰাজবন্দী আছ্‌ৰফ।

আছ্‌ৰফৰ জীৱনৰ সৰহখিনি কাল জেইলৰ ভিতৰতে গৈছে। দেশত হোৱা প্ৰতিটো বিপ্লৱী আন্দোলনতে আছ্‌ৰফে যোগ দিয়ে, আৰু প্ৰায় সৰহ ভাগতে ধৰা পৰি জেল খায়।

আছ্‌ৰফৰ বয়স ৩৫ বছৰ হৈছে। কিন্তু দেখিলে মনত লাগে যেন তাৰ বয়স পঞ্চাশৰো বেছি। হাত ভৰিবোৰ খীণ, গাত শক্তি নাই। মাত্ৰ আছ্‌ৰফৰ চকু দুটা বৰ উজ্জ্বল।

আজি ছবছৰৰ আগতে জেইলৰ ভিতৰতে আছ্‌ৰফৰ টি. বি. আৰম্ভ হয়। মেলেৰিয়া জ্বৰ হৈছে বুলি জেইলৰ পৰা মুক্তি দিয়ে, তাৰ পিছত পৰীক্ষা কৰাই সি গম পালে যে তাৰ মেলেৰিয়া হোৱা নাই, হৈছে যক্ষ্মা।

মই জীয়াই থকা দৰকাৰ। মৰা আৰু পলাই যোৱা একে সমান কথা। বহুত কাম কৰিবলগীয়া আছে।

আছ্‌ৰফে চিকিৎসা কৰালে। সামান্য চিকিৎসা, চেনাটৰিয়ামলৈ যাবলৈ তাৰ পইচা নাছিল। সাধাৰণ চিকিৎসাতে অলপ ভাল পালে। আকৌ কামত লাগিল, পাহৰি যাবৰ চেষ্টা কৰিলে যে তাৰ যক্ষ্মা হৈছে।

আকৌ যক্ষ্মাৰ আক্ৰমণ বেছি হ'ল। কিন্তু ইতিমধ্যে তাক ৰাজনৈতিক অপৰাধী ঘোষণা কৰিলে। য'তে পায় তাৰে পৰা তাক ধৰি নিব। সি নিজক লুকুৱাই পেলালে।

এজন স্বাস্থ্যবান মানুহৰ কাৰণে য'তে-ত'তে গৈ পলাই থকা বৰ কঠিন কাম নহয়, হয়তো ক'ৰবাত চাকৰ সোমাই নাইবা এখন পাণ-বিড়িৰ দোকান দি পুলিচৰ চকুত ধূলি মাৰি থাকিব পৰা যায়। কিন্তু যক্ষ্মাৰ দৰে এটা ৰোগ আৰু আছ্‌ৰফৰ দৰে দাৰিদ্ৰ্য লৈ পলাই ফুৰা বৰ কঠিন কাম।

আদৰ্শৰ কাৰণে মানুহ মৰিব পাৰে, কিন্তু আদৰ্শক জীয়াই ৰাখিবৰ কাৰণে মানুহে পৃথিৱীৰ অন্য সকলো অৱহেলা কৰি জীয়াই থাকিবলৈ বিচাৰে। জীয়াই থাকিব লাগিব, আদৰ্শৰ সাৰ্থকতাৰ কাৰণে, ৰোগ লৈও কাম কৰি গৈ থাকিব লাগিব, ৰোগৰ চিকিৎসা কৰিব লাগিব, জীয়াই থাকিবৰ কাৰণে কিবা সংস্থানৰ দিহাও কৰিব লাগিব। কিন্তু মানুহৰ আগত তুমি নিজৰ চিনাকি দিব নোৱাৰা, ডাক্তৰক তুমি ক'ব নোৱাৰা তোমাৰ আচল নাম, তোমাৰ বন্ধুবোৰকো তুমি জনাব নোৱাৰা তুমি ক'ত আছা।

মানুহক ভাল পাব লাগিব। পৃথিৱীৰ সকলো নিয়ম, সকলো ধৰ্ম, সকলো অনুষ্ঠানতকৈ বেছি ভাল পাব লাগিব মানুহক, নহ'লে মানুহৰ কাৰণে ত্যাগ কৰাৰ

সৌভাগ্য হ'ব ক'ৰ পৰা? মৃত্যুতকৈ সত্য ডাঙৰ। যি আদৰ্শক এবাৰ জীৱনৰ সত্য কৰি ল'লা, মৃত্যুৰ লগত যুঁজিও সেই সত্যক সাবটি ধৰি থাকিব লাগিব।

আছৰফেও লৈছিল। আছৰফেও সংগ্ৰাম কৰিছিল নিষ্পেষিত মানুহৰ উদ্ধাৰৰ কাৰণে। পৃথিৱীৰ এই অগণিত দুখীয়াবোৰৰ কাৰণে সি তাৰ সকলো শক্তি দি, সকলো উদ্যম দি সংগ্ৰাম আৰম্ভ কৰিছিল।

দুখীয়া মানুহবোৰে তাক বুজিছি, কিন্তু যি প্ৰাচীন, কঠিন ব্যৱস্থাৰ বিৰুদ্ধে সি বিপ্লৱী সংগ্ৰাম আৰম্ভ কৰিছিল, সেই প্ৰাচীনৰ লগত তিষ্ঠা সহজ নাছিল। তথাপি সি তাৰ পথ নেৰিলে, সি সংগ্ৰামৰ পৰা পিছ নুহুঁহকিল। ফলত সি পালে সেই প্ৰাচীন ব্যৱস্থাৰ ৰক্ষকসকলৰ পৰা বুটৰ কামীহাড় ভঙা গোৰ, গালৰ হাড় ভঙা চৰ, কয়দখানাৰ মানুহক পশু কৰা অমানুষিক শাস্তি আৰু ৰাজৰোগ যক্ষ্মা।

কিন্তু সি নিৰস্ত্ৰ হোৱা নাই। সি নিৰাশ হোৱা নাই। আদৰ্শবাদী মৰে, কিন্তু আদৰ্শ নমৰে। সত্যৰ উপাসক মৰে, কিন্তু সত্য নমৰে। তাৰ আছে নিজৰ ওপৰত অপৰিসীম প্ৰত্যয়।

আজি সাত মাহ সি পলাই ফুৰিছে। সি ৰাজনৈতিক অপৰাধী। তাৰ ওপৰত আছে পৰোৱানা। য'তে, যি অৱস্থাতে পায় তাক ধৰি নিব। তাৰ পিছত যক্ষ্মাই খুলি খোৱা বুকুখনত সি পাব লোহা লগোৱা বুটৰ গোৰ, জেলৰ পকা মজিয়াত উৰহ-ওকণিৰ কামোৰ আৰু মৃত্যুৰ চেঁচা পৰশ।

আছৰফৰ বাপেক পুলিচ কনিষ্টবল আছিল। কনিষ্টবলৰ ল'ৰা সি হ'ল বিপ্লৱী। ৰাজনীতি সি বেছি নুবুজে। কিন্তু এযাৰ কথা সি বুজে যে পৃথিৱীজুৰি দুৰ্বল দলৰ ওপৰত সবল দলে অন্যায়-অত্যাচাৰ-উৎপীড়ন কৰিছে। ধনিক শ্ৰেণীয়ে চিৰদিন গৰীব দলক ভৰিৰ তলত মোহাৰি মাৰিব লাগিছে। ইয়াৰ প্ৰতিকাৰ কৰা, ইয়াৰ প্ৰতিবিধান কৰা তাৰ কৰ্তব্য।

পৃথিৱীত আজি তাৰ কোনো নাই। তাৰ ভায়েক এটা আছিল, সি মৰিল। বাপেক-মাক কাহানিবাই মৰিল। তাৰ কোনো নাই। এই বহল পৃথিৱীখনত তাৰ কোনো নাই। তাৰ দুখ নাই পৃথিৱীখন যে তাৰেই।

আজি পাঁচ দিন তাৰ কাষত বহি আছে বীণা আৰু অপৰা। অপৰা শান্ত। অপৰাই ভাবে আছৰফ মৰাত দুখ কৰিবলগীয়া একো নাই। কিয়নো আজি আছৰফ এটা নহয়। পৃথিৱীজুৰি, গাঁৱে-গলিয়ে আজি হেজাৰ হেজাৰ আছৰফ জীয়াই আছে। সিহঁত নমৰে।

বীণাই কিন্তু সহ্য কৰিব নোৱাৰে। আছৰফ মৰাৰ কথা বীণাই কল্পনাও কৰিব নোৱাৰে। যিকোনো উপায়ে আছৰফক জীয়াই ৰাখিবই লাগিব— বীণাই ভাবে। বীণা বৰ ভাৱ-প্ৰৱণ। আছৰফৰ শুকান মুখখনৰ ফালে চাই বীণাৰ চকুযোৰ সেমেকি উঠে।

আছৰফে বুজে। সান্ত্বনা দিয়াৰ সুৰত আছৰফে দুৰ্বল মাতেৰে লাহে লাহে কয়, "বেজাৰ নকৰিবা বীণা। মোৰ লগত থাকি তোমালোকৰ বহুত কামত অযথা খতি হৈছে। মই নোহোৱা হ'লে, তোমালোক মুক্তভাৱে আকৌ কামত লাগিব পাৰিবা।"

"আপুনি মনে মনে থাকক", অপৰাই মানা কৰি কয়। শুকান ওঁঠ দুটাত এটা শেঁতা হাঁহিৰ ৰেখা বিৰিঙাই আছৰফে কয়— "পৃথিৱীখন ইমান ভাল। কিন্তু মানুহে তাক ইমান বেয়া কৰি পেলাইছে! পৃথিৱীখনৰ যক্ষ্মা হৈছে বুজিছা অপৰা। ভাল চিকিৎসাৰ দৰকাৰ। এই যক্ষ্মাই পৃথিৱীৰ হাওঁফাওঁখন, পৃথিৱীৰ হৃদয়যন্ত্ৰটো কুটি কুটি খাই পেলাইছে। ভাল চিকিৎসা লাগে। নহ'লে মোৰ নিচিনাকৈ পৃথিৱীখনো মৰি থাকিব।"

আছৰফক কাহে ধৰে। অপৰাই তাৰ মূৰটো কোলাত তুলি লয়। বীণাই তাৰ ওঁঠ দুটাত লাগি ৰোৱা তেজবোৰ মচি দিয়ে।

অৱশভাৱে আছৰফ শুই পৰে।

আছৰফৰ চকুৰ পতাত মৰণৰ চেঁচা হাতৰ স্পষ্ট পৰশ। লাহে লাহে আকৌ আছৰফে কয়, "দেৱেন্দ্ৰও মোৰ নিচিনাকৈয়ে টি. বি. হৈ মৰিল। সি কিন্তু ইমান সোনকালে নমৰিলহেঁতেন। পিছে সেই শকত পুলিচটোৱে বুটেৰে গুৰিয়ালে, তাতে সি বৰ দুখ পালে। এৰা, তাৰ কলিজাখন ভাগি গ'ল।"

"আপুনি কথা নোকোৱাকৈ শুই থাকক —" তাৰ কপালৰ ওলমি অহা চুলিবোৰ ভাল কৰি দি বীণাই ক'লে।

"কথা নক'লেই, কথা ক'ব নোৱাৰা হৈ যাওঁ বুলি বৰ ভয় লাগে জানিছা বীণা —" আকৌ লাহে লাহে সি ক'লে। অপৰাই ক'লে, "তুমি একো নক'বা বীণা, তেওঁ মনে মনে থাকিব।"

"তোমালোকে দেখা নাই, কিন্তু মই দেখিছো, হাজাৰ হাজাৰ মানুহ, সিহঁতৰ মুখবোৰ ৰঙা, সিহঁতৰ হাত-ভৰিবোৰ শকত-আৱত। সিহঁত আগবাঢ়ি আহিছে, পৃথিৱীৰ সকলো ঠাইৰ পৰা সিহঁত আগবাঢ়ি আহিছে— হেজাৰ, হেজাৰ, লাখ লাখ ডেকা-গাভৰু, ল'ৰা-বুঢ়া। সিহঁত নিৰ্ভীক, সিহঁতে অকণো ভয় কৰা নাই। সিহঁত এটিও মৰা নাই, সকলো উঠি আহিছে। কেলেই মৰিব? সিহঁততো নমৰে। সেইয়া শুনিছা সিহঁতৰ ভৰিৰ খোজৰ শব্দ। ইমান ধুনীয়া, ইমান ডাঙৰ মিছিল। সিহঁত ক'তো ৰোৱা নাই, আহি আছে, আহি আছে, আহি আছে। দেখিছা বীণা? অপৰা, সকলোবোৰ আমাৰ ফাললৈকে আহিছে। ওঁ, ওঁ, সিহঁতৰ কাৰণে ঠাই কৰি দিয়া অপৰা, বাট এৰি দিয়া, এৰি দিয়া, এৰি দিয়া —"

আছৰফে প্ৰলাপ বকে। যোৱা কেইদিন সি অনৰ্গল এইদৰে বকিছে। কথা কয়, কাহে, তেজ বঁতিয়ায়, তাৰ পিছত অলপ পৰ মনে মনে পৰি থাকে। তাৰ পিছত অলপ ভাল পাই আকৌ বকিবলৈ আৰম্ভ কৰে।

তাৰ জীৱনৰ ক্ষণবোৰ ক্ৰমে চুটি হৈ আহে। তাৰ বুকুৰ তেজৰ লগত ধূলিত মিলি যায় তাৰ জীৱন। তাৰ মৰমৰ পৃথিৱীখনক তাৰ বুকুৰ তেজেৰে সি ৰঙাইউ যাবলৈ বিচাৰে, বোলাই যাবলৈ বিচাৰে। পৃথিৱীৰ পৰা সি একো বিচৰা নাই, একো লৈ যাব নোখোজে। জীৱনে যি দিছিল, পৃথিৱীয়ে যি দিছিল সকলো সি এৰি যাব পৃথিৱীৰ ধূলিৰ বুকতে। হয়তো লৈ যাব এটা অপূৰ্ণ স্মৃতি, এটা আধৰুৱা সপোন।

পুলিচ আৰু চি. আই. ডি.ৰ চকু আঁৰকৈ তাক অপৰা আৰু বীণাই পলুৱাই লৈ ফুৰাইছে আজি ছমাহ। অ'ৰ পৰা ত'লৈ, তাৰ পৰা অন্য এঠাইলৈ। মুক্তভাৱে থাকিবলৈ তাৰ অধিকাৰ নাই। তাৰ অপৰাধ? সি সত্যৰ প্ৰতিষ্ঠাৰ কাৰণে অন্যায়ৰ বিৰুদ্ধে সংগ্ৰাম কৰিব খোজে। তাৰ দোষ? সি অবিচাৰ অত্যাচাৰৰ পুৰণি পৃথিৱীখন ভাঙি চুৰমাৰ কৰি তাৰ ঠাইত নতুন পৃথিৱী, সাম্যৰ পৃথিৱী স্থাপন কৰিব খোজে। তাৰ অন্যায়? প্ৰচলিত অন্যায়ৰ বিৰুদ্ধে সি ৰণধ্বনি কৰে, সি ধনতন্ত্ৰৰ গৰাহৰ পৰা নিষ্পেষিত মানুহক উদ্ধাৰ কৰাৰ মন্ত্ৰ দান কৰে। সি সাম্যবাদী।

তাক জীয়াই থাকিবলৈ দিয়া অনুচিত।

বীণাই তাৰ মুখলৈ চাই চকু পানী টোকে। অপৰাই তাক জীয়াই ৰখাৰ নতুন পথ বিচাৰে। আছৰফে জীৱনৰ ওপৰত শেষ বিদ্ৰোহ কৰি গুচি যাবলৈ সাজু হয়।

শ্ৰীনাথক লগত লৈ মাধৱ ঘৰটোৰ ভিতৰলৈ সোমাই আহিল।

"আছৰফ দা —" মাধৱে মাতিলে।

"তই আহিলি মাধৱ?"

"ওঁ আহিলো। আজি অলপ ভাল পাইছানে?"

"ওঁ পাইছো। আজি বৰ ভাল লাগিছে। অথনি সিহঁত সকলোবোৰ মোৰ ওচৰলৈ আহিছিল। সিহঁতে যে মোক ইমান মৰম কৰে।"

মাধৱে বুজিলে আছৰফে প্ৰলাপ বকিছে, হয়তো আছৰফৰ অন্তিম ক্ষণ ওচৰ চাপি আহিছে।

তাৰ ফালে চাই মাধৱৰ দুটোপাল চকুলো গালৰ ওপৰেদি বাগৰি আহিল। মানুহক কিমান ভাল পাইছিল আছৰফে। অথচ সেই মানুহৰে এদলৰ অত্যাচাৰত আজি সি অকালতে পৃথিৱী এৰি যাবলগীয়া হ'ল। কিন্তু তাৰ অকণো অভিযোগ নাই।

"আপোনালোক এতিয়া যাওক। আমি আছো —" মাধৱে অপৰাইঁতক ক'লে।

"মই থাকো। বাইদেউ আপুনিও যাওক অলপ শোৱকগৈ —" বীণাই ক'লে।

"বেতেৰে যেতিয়া মাৰে, তেতিয়া বেছি দুখ নেপাওঁ, বুটেৰেহে বেছি দুখ পাওঁ। হাড়বোৰ ভাঙি গুৰি হৈ যায়। ইপিনে চাৰিদিন খোৱা নাই। এটা গোৰ পেটতে মাৰিলে, তেতিয়াহে পৰি গ'লো।"

আছৰফৰ কথা শুনি কোনোৱে চকু পানী ৰাখিব নোৱাৰিলে।

"তুমিও যোৱা। তুমি টৌপনি খতি কৰি কৰি খীণাই গৈছা —" মাধৱে ক'লে।

মৰমেৰে মৰণক ভেটি ৰাখিব পাৰি— আজলী বীণাই ভাবে। হয়তো পাৰি, যদি মৰমৰ যি সময়ত দৰকাৰ সেই সময়তে মৰম পোৱা যায়। মৰণৰ আন্ধাৰত লুকাই যাবৰ কাৰণে সেই আন্ধাৰ দেশৰ দুৱাৰ-ডলিত থিয় দিয়া বিদায় পথৰ যাত্ৰীক মৰমৰ এধানি পোহৰ দি কি লাভ হ'ব?

বীণা অবুজ। ভক্তিত, শ্ৰদ্ধাত, মৰমত বীণাই আছৰফৰ কাৰণে কান্দে, পৃথিৱীৰ ওপৰত অভিমান কৰে! মানুহক যি ইমান বেছি ভাল পায়, তাৰ জানো সদায় এনেকুৱা গতিয়েই হ'ব লাগে?

অপৰা আৰু বীণা যোৱাৰ পিছত শ্ৰীনাথে মাধৱৰ লগত কিবা বিশেষ কথাৰ আলোচনা কৰিলে। শ্ৰীনাথ লিখক, মানুহৰ মূক অনুভূতিক সি ভাষা দিয়ে। কিন্তু সি অতি দুখীয়া, সাতোটা মানুহৰ পৰিয়াল এটা পুহিব লাগে। সি এটা মাইনৰ স্কুলৰ মাষ্টৰ। ৩৭ টকা দৰমহা পায়। কিন্তু তাৰ লিখাবোৰৰ কাৰণে একোকে নেপায়।

একো নেপায়। অতি বেছি যদি কেতিয়াবা কিবা পায় তেন্তে কোনোবা এজন অচিন পাঠকৰ এষাৰি শুকান প্ৰশংসা, কিন্তু তাৰে তাৰ পেট নভৰে। তথাপি সি লিখা নেৰে। লিখাৰ আনন্দত নহয়, লিখাটো এটা কৰ্তব্য বুলিয়েই সি লিখি যায়। দান দিবৰ সামৰ্থ্য থকা মানুহে যিদৰে দান দিয়াটো এটা কৰ্তব্য, তেনেকৈ লিখিব পৰা, সাহিত্য প্ৰতিভা থকা মানুহেও সাহিত্য সৃষ্টি কৰাটো এটা কৰ্তব্য— এই ভাবিয়েই শ্ৰীনাথে লিখে।

কিন্তু তাৰ সকলো লিখা সি প্ৰকাশ কৰিব নোৱাৰে। কাৰণ নিৰ্ভীকভাৱে সঁচা কথাবোৰ লিখি দিয়ে আৰু এই সঁচা কথা জনসাধাৰণৰ মাজত প্ৰকাশ হয় বুলি তাৰ বহু লিখা বাজেয়াপ্ত হয়। এখন দেশক যেতিয়া মিছাই চানি থাকে, তেতিয়া সঁচা কথা কোৱা মানুহৰ প্ৰাণদণ্ড হোৱা একো আচৰিত নহয়। দেশৰ ভাগ্য যেতিয়া এদল কোটিপতিয়ে নিয়ন্ত্ৰণ কৰে, তেতিয়া গৰীবৰ কথা ক'বৰ অধিকাৰ এটা হাস্যাস্পদ কথা।

শ্ৰীনাথে তথাপি লিখি যায়। লিখে সেইবোৰৰ কাৰণে যিবোৰে তাৰ কথা, তাৰ ভাব, তাৰ আদৰ্শ বুজি পায়। কিন্তু শ্ৰীনাথ অতিকৈ দুখীয়া।

"শ্ৰীনাথ —" আছ্‌ৰফে মাতিলে, "তই এটা কাম কৰিবি —"

"বুজিছ শ্ৰীনাথ, মানুহহে মৰে, কথা নমৰে। সঁচা কথা কোনো কালে নমৰে। এষাৰ কথা আমাৰ মানুহবোৰক জনাই দিব পাৰিবানে?"

"ওঁ, কি কথা?"

"চা, মই ভাষা-সাহিত্য একো নেজানো, তথাপি কথা বহুত জানো। এষাৰ কথা মানুহবোৰক, আমাৰ মানুহবোৰক বুজাই দিব লাগে যে —" আছ্‌ৰফে অলপ সেপ ঢুকিলে, কাষতে বহি থকা মাধৱ আৰু শ্ৰীনাথৰ মুখলৈ চালে আৰু লাহে লাহে ক'লে, "সকলোকে বুজাই দিব লাগে যে এই পৃথিৱীখন আমাৰ, আমাৰ পৰা যি ইয়াক কাঢ়ি ল'বলৈ বিচাৰিব সি মূৰ্খ। সি যিমানেই বলী হওক, আমাৰ লগত যুঁজত সি নোৱাৰে। আমি সংখ্যাত ইমান বেছি, আমাৰ লগত সিহঁতে কেনেকৈ পাৰিব? মই এটা, মোক সিহঁতে মাৰিব খুজিছে, কিন্তু কতা, আজিও জানো মোক মাৰিব পাৰিলে? পথাৰ আমাৰ, আকাশ আমাৰ, সাগৰ আমাৰ, নদী আমাৰ, পৰ্বত আমাৰ, আমিয়েই পৃথিৱী। এই পৃথিৱীক হত্যা কৰি সিহঁত কত থাকিব?"

আছ্‌ৰফ মনে মনে থাকিল। কথাখিনি কৈ তাৰ ভাগৰ লাগিল। তাৰ বুকুখনৰ বিষ উঠিল, সি অলপ হেঁচি ধৰিলে।

বাহিৰত ভাল জোনাক। এজাক বতাহ মাৰিছিল। সৰু খিৰিকীখনেদি অলপমান বতাহ ভিতৰ সোমাই আহিছিল। এচেৰেঙা সৰু জোনাকো আহি ভিতৰ সোমাইছিলহি। সেইফালে চাই চাই আছ্‌ৰফে আকৌ ক'লে, "কিন্তু আমাৰ মানুহবোৰে এই কথাষাৰ নেজানে। সিহঁতে ভাবে পৃথিৱীখন ধনী দলৰহে। সিহঁতৰ অনুগ্ৰহতহে আমি তাৰ অকণমান ভাগ পাইছো। আমাৰ মানুহবোৰ যে ইমান অকৰা। এৰা বুজিছ শ্ৰীনাথ, সিহঁতক এই কথাষাৰ ভালকৈ বুজাই দিবি। খুব ভালকৈ লিখিবি। যাতে সিহঁতে বুজে। সিহঁতে আকৌ ডাঙৰ ডাঙৰ কথাবোৰকে বুজে, এই সৰু কথাটো নুবুজে।

আছ্‌ৰফ মনে মনে থাকিল। চকুত শ্ৰদ্ধা লৈ শ্ৰীনাথে তাৰ শুকান মুখখনৰ ফালে চালে। এটি সৰু হুমুনিয়াহ কাঢ়ি আছ্‌ৰফে সৰুকৈ ক'লে, "মোৰ সময় নাই। নহ'লে ময়ে সকলোকে কৈ গ'লোহেঁতেন।"

আৰু বেছি কথা ক'লে কাহে ধৰিব, মাধৱে বুজে। মাধৱে কথা শেষ কৰিবৰ মনেৰে ক'লে, "আজি দুটা মানুহ এইফালে বৰ ঘূৰাপকা কৰিছে। মোৰ মনেৰে ৰাতিৰ ভিতৰতে আমি ইয়াৰ পৰা যোৱা ভাল হ'ব।"

"বীণাইঁতক তেনেহ'লে আগতে পঠিয়াই দিব লাগে —" শ্ৰীনাথে ক'লে।

"আকৌ ক'ৰবালৈ যাব লাগিব নেকি?" আছ্‌ৰফে সুধিলে।

"এৰা, লাগিব কিজানি —"

"চা শ্ৰীনাথ, গোটেই পৃথিৱীখনেই যাব, তাৰ কাৰণে ৰাতিটো শান্তিৰে পৰি থাকিবলৈ ঠাই অকণমান নাই। আৰু পলাই ফুৰিনো কি হ'ব অ' মাধৱ, দেচোন সিহঁতেনো নি কি কৰেগৈ চাওঁ!" আছৰফে ক'লে।

"সিহঁতে নি মাৰি পেলাবগৈ —" মাধৱে ক'লে।

"জীয়াই ৰখাৰ উপায় যেতিয়া কৰিব নোৱাৰে, মাৰি পেলাবলৈ চেষ্টা কৰা স্বাভাৱিক। পিছে পাৰিব জানো?" আছৰফে হাঁহিবৰ চেষ্টা কৰিলে। কিন্তু হাঁহিৰ পৰিবৰ্তে তাৰ কাহ আহিল। কাহে যেন তাৰ বুকুখন ভাঙি দিব, কাহৰ লগত ওলাই আহে ডোখৰ ডোখৰ তেজ, যেন তেজ নহয়, যুগ যুগৰ ৰক্তিম অভিযোগ। আছৰফে বুকুখন হেঁচি ধৰে। নিৰুপায় হৈ মাধৱ আৰু শ্ৰীনাথে তাক সাবটি ধৰে। কিছুমান বগা জোনাক ভিতৰ সোমাই আহে।

বীণাৰ কলেজ খুলিবৰ হ'ল। কলেজৰ পঢ়া বাদ দি অ'ত-ত'ত ঘূৰি ফুৰা দেখি বাপেকে বৰ ভাল নেপালেও বৰ বেয়াও নেপালে। মেনেজাৰে ভাবিলে আৰু কলেজলৈ নেযাও বুলিলেই ভাল হয়, তেতিয়া হ'লে সেই চেলুকে লৈ বীণাৰ বিয়াখন সোনকালে পাতি পেলাব পৰা যাব। তেওঁ বীণাৰ কাৰণে বিশেষ চিন্তান্বিত নহ'ল, কিয়নো কমলৰ লগত বিয়া একপ্ৰকাৰ ঠিকেই হৈ আছে। বাপেক মান্তি হৈ আছে যেতিয়া কমলৰ কাৰণে বিশেষ ভয় নাই।

ৰে'বাও বৰ্তমান দদায়েকৰ লগত মোকক্‌চাঙত। ঘৰটো প্ৰায় উদং। বৰুৱাই ৰান্ধনিটোৰ ওপৰতে সৰু ল'ৰা-ছোৱালী হালক চোৱা-মেলাৰ ভাৰ একপ্ৰকাৰ গতাই দিছে। ইপিনে আগে থকা বাগানৰ চাহাবজন নাহিল। তেওঁৰ ঠাইত অন্য এজন নতুন চাহাব আহিছে। বৰুৱাই এতিয়াও এওঁৰ মন বুজিব পৰা নাই। কথা-বতৰা এওঁ বৰ কম কয়। বৰুৱাই আজিকালি প্ৰায় গোটেই দিনটো অফিছতে কটাই দিয়ে। বৰুৱাৰ এসময়ত নিজৰে ৰাজনীতি কৰিবৰ মন আছিল। সেই কাৰণে বীণাক সেই ক্ষেত্ৰত নমা দেখি তেওঁ মনে মনে আনন্দই পালে। কিন্তু বীণাই যে কি ৰাজনীতি কৰে তাৰ একো উৱাদিহ নেপায়হে তেওঁ অলপ বিব্ৰত হ'ল। পৃথিৱীৰ কথা কিছু শিকিব লাগে, নহ'লে মানুহ বৰ অকৰা হৈ থাকে, আৰু ৰাজনীতি বিখ্যাত হোৱাৰ আটাইতকৈ সহজ উপায়। কোনোবা দিনা হঠাৎ বীণা বিখ্যাত হৈ পৰিব।

বৰুৱাৰ টোপনি অহা নাছিল। বীণাজনী অহা নাই কিয়? আজি আঠ দিন বীণা ঘৰলৈ অহা নাই। নাই, এনেকৈ ঘূৰি ফুৰিবলৈ এৰি দিয়া বেয়া হৈছে। একো নহ'লেও তাইৰ স্বাস্থ্য বেয়া হৈ যাব। তাইনো কিমান বুজৰ ছোৱালী।

ৰাতি ১১ মান বজাত বীণা ওলালহি। বৰুৱায়ে দুৱাৰ মেলি দিলে।

"ইমান ৰাতি ক'ৰ পৰা ওলালিহি বীণা?"

"এৰা দেউতা, বহুত ৰাতি হ'ল নেকি?"

"এঘাৰ বাজি যাব পায়। এনেকৈ ঘূৰি ফুৰিলে তোৰ গা ভালে থাকিবনে?"

বীণাই বুজিলে দেউতাকৰ মনটো ভাল নাই, নহ'লে অন্য দিনা এনেকৈ নকয়।

"আপোনাৰ গাটো ভালেআছেনে দেউতা?"

"ওঁ ভালেই আছো। তই কিবা খালি জানো?"

"ভাত খাই আহিছো। মই এতিয়া শুমহে।"

"ক'লৈনো গৈছিলি?"

"মই এই, অলপ গৈছিলো দেউতা —" বৰুৱাই আৰু একো নক'লে। বীণা নিজৰ কোঠালৈ গ'ল। আৰু দুৱাৰখন বন্ধ কৰিলে।

বীণাৰ বিছনা-পত্ৰবোৰ বৰ খেলি-মেলি হৈ পৰি আছে।

এৰা, মোৰ জীৱনটোৱেই খেলি-মেলি হৈ গৈছে।

কিন্তু এনেকুৱা এটা জীৱনকে যেন বীণাৰ আজি ভাল লগা হৈছে। অযত্নত আউলি-বাউলি চুলি এখিনিৰ দৰেই ভাল লগা এই জীৱনটো, হয়তো সেয়া মুক্তিৰ আনন্দ, স্বাধীনতাৰ আস্বাদ!

মেজৰ ওপৰত বীণাই দেখিলে দুখন চিঠি।

বীণাৰ ভাগৰ লাগিছিল। বিছনাত দীঘল দি পৰি বীণাই চিঠি দুখন এখন-এখনকৈ পঢ়িলে। এখন ৰে'বাই লিখিছে। বীণাৰ পৰা আজিলৈকে কোনো চিঠি-পত্ৰ নেপাই ৰে'বাই বেয়া পাইছে। দদাইদেৱেকে আৰু খুৰীয়েকে ভাল। ৰে'বাই গাও অলপ ভাল পাইছে। তাৰ পাছত লিখিছে, "কমল বৰুৱা আজি কিছুদিনৰ পৰা ইয়াতে আছে। তেওঁ কিবা নৃতত্ত্বৰ গৱেষণা কৰিছে। কেইদিনমান মোৰ ওচৰতে আছিল। পিছে আজি কেইদিনমান হ'ল, ইয়াৰ পৰা ত্ৰিশ মাইলমান দূৰৰ এখন ঠাইলৈ গৈছে। তাত বোলে একেবাৰে পুৰণি নগা আছে। সেইবোৰৰ বিষয়ে গৱেষণা কৰিবৰ কাৰণে গৈছে। হাতী-ঘোঁৰা লৈ গৈছে। ৰাজকোঁৱৰ ঘূৰি আহিব। তুমি ভয় নেখাবা। বোধকৰো তুমিও তেওঁৰ চিঠি পাব পোৱা, তোমালৈ লিখিম বুলিছিল।

তুমি বোধকৰো কলেজলৈ আৰু নোযোৱা, নহয় জানো? তুমি কি ঠিক কৰিলা জানাবা। বিশেষ নাই। কি কৰিছা, কত আছা পাৰিলে জনাবা। মোৰ খবৰটো পাইছাই।

ইতি,

— ৰে'বা।"

চিঠিখন কেইবাদিনো আগতে আহিল। কতা, কমলৰ চিঠিতো বীণাই পোৱা নাই। ৰে'বাৰ ইঙ্গিত বীণাই বুজি পালে। অকলেই বীণাই হাঁহিলে। ৰে'বালৈ বীণাৰ

মৰম লাগিল। ৰে'বাই হয়তো ভাবিছে বীণাই দিনে-ৰাতিয়ে কেৱল কমলৰ কথা আৰু তাইৰ নিজৰ বিয়াৰ কথাকে ভাবি আছে। বেচেৰী ৰে'বা!

বীণাই ইখন চিঠি খুলিলে। আখৰবোৰ অচিনাকি, বেচ কৌতূহলেৰে বীণাই চিঠিখন লাহে লাহে পঢ়িলে—

"শ্ৰীমতী বীণা,

কেইটামান ব্যক্তিগত কথা লিখিবৰ কাৰণে মই চিঠি লিখিছো। আপুনি অকাৰণতে মৰীচিকাৰ পিছত ঘূৰিছে। মাধৱক আপুনি জানে— তেওঁ এজন নষ্ট-চৰিত্ৰ ডেকা। গোটেই জীৱন গুণ্ডামি কৰি কৰিয়ে কটাইছে। এতিয়াও তেওঁ গিৰিয়েকৰ পৰা এৰুৱাই আনি ছোৱালী এজনী ঘৰতে ৰাখিছেহি। সমাজলৈ তেওঁ ঘূৰিয়ে নেচায়। এতিয়া আকৌ সেই ছোৱালীজনী কমলৰ হাতত গতাই দি তেওঁ আপোনাৰ পিছত ঘূৰিছে! তেওঁৰ পৰা আপোনাৰ অপকাৰৰ বাহিৰে উপকাৰ হোৱাৰ আশা নাই।

আপুনি জানে টি. বি. সংক্ৰামক ব্যাধি। এনেস্থলত আপুনি আছৰফৰ দৰে এটা ৰোগীৰ লগত কিয় লাগি আছহ? আমি বুজিব পৰা নাই, আছৰাফৰ টি. বি. এনেয়ে হোৱা নাই, তাৰ আগৰ কথা আপুনি নেজানে। সি আছিল যাৰে তাৰে লগত মাৰধৰ কৰি ফুৰা এটা গুণ্ডা।

আৰু যি অপৰাক আপুনি আপোনাৰ সহকৰ্মিণী হিচাপে লৈছে, সেই অপৰাৰ বিষয়ে অসমতে নেলাগে, অসমৰ বাহিৰেও বহুতেই জানে। তেওঁক কি আখ্যা দিয়া উচিত আমি নেজানো। আমাৰ ইয়াত কোনোৱে সমাজক এনেদৰে অপমান কৰা নাই। মাদ্ৰাজৰ কেপ্টেইন স্বামীৰ লগত কৰা তেওঁৰ কীৰ্তিৰ কথা আপুনি নিশ্চয় জানে। বৰ্তমান তেওঁ মাধৱক আপোনাৰ হাতত গতাই দি কমলক নিজৰ কৰাৰ মতলবত আছে।

আৰু কমল— যাৰ লগত আপোনৰ বিয়া হ'ব— এই কমলেৰেই বা কি গুণ বখানিব? তেওঁ এহাতে মাধৱে ৰখা ছোৱালীজনীৰ লগত প্ৰেম কৰিছে, আনহাতে নগা পাহাৰত গৈ নাগিনী ছোৱালীৰ লগত আড্ডা মাৰিছে। তেওঁ যে কি খিছিছি লিখিছে ভগৱানেহে জানে। আপোনাক হাতত ৰাখি তেওঁ গোটেইখনতে মউ চুহি ফুৰিছে।"

বীণাই আৰু পঢ়িবৰ চেষ্টা কৰিলে। কিন্তু বীণাৰ মূৰটো ঘূৰোৱা যেন লাগিল। দুবাৰমান বীণাই চিঠিখন শেষলৈকে পঢ়িবৰ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে।

লণ্ঠনটোৱে নাচিছে। সি যে এটা ভূতৰ পোৱালি। তাৰ চকুবোৰ কেনেকৈ টৌ টৌ কৰে জিলিকিছে। বেৰবোৰে ঘূৰি ঘূৰি নাচিছে। অ' বেৰত সৌবোৰ ডাঙৰ ডাঙৰ আখৰেৰে কোনে কি লিখিছে, "আপুনি অকাৰণতে মৰীচিকাৰ পিছত

ঘূৰিছে—” আখৰবোৰ সীহেৰে লিখা। এই বেৰখনতনো সীহেৰে কোনে আখৰবোৰ লিখিলে?

বীণাই লণ্ঠনটোৰ শলিতাডাল অলপ বঢ়াই দিলে। মেজৰ কিতাপবোৰ পোকে খালে কেনেকৈ? অ' নহয়, সেইবোৰ আখৰৰ শাৰী।

বীণাৰ গৰম লাগিল। চাদৰখন দলিয়াই পেলাব নেকি? কতা তথাপিতো ঠাণ্ডা লগা নাই, নাই, আজি বৰ গৰম! ব্লাউজটোও বীণাই খুলি পেলালে। ওঁ, শুদা বদীচটোৱে এতিয়া অলপ ঠাণ্ডা লাগিছে।

বীণা লেমটোৰ কাষলৈ আহিল। চিঠিখন আকৌ এবাৰ পঢ়িবৰ চেষ্টা কৰিলে। খিৰিকীখন দেখোন খোলাই আছে। এৰা, সেই কাৰণেহে বীণাৰ ইমান জাৰ লাগিছে। বীণাই খিৰিকীখন বন্ধ কৰি দিলে। আকৌ চাদৰখন ভালকৈ গাত মেৰিয়াই ল'লে। লণ্ঠনটোৱে ইমান নাচিছে।

... চিনিলাম আপনাৰে
আঘাতে আঘাতে,
বেদনায়, বেদনায়;
সত্য যে কঠিন,
কঠিনেৰে ভাল বাসিলাম—
সে কখনো কৰে বা বঞ্চনা ...

ৰবি ঠাকুৰৰ মৰিবৰ সময়ত লিখা কবিতা। একেবাৰে মৰিবৰ আগে আগে লিখা। কোনোবা দিন কিবা ভাল লাগি বীণাই বন্ধোৱাই থৈছিল। বেৰত ওলমি আছে— বীণাই পঢ়িলে। আখৰবোৰ কঁপিছে।

জোৰ কৰি বীণাই চিঠিখন পঢ়ি শেষ কৰিবৰ চেষ্টা কৰিলে।

"... আপোনাৰ মনত বেজাৰ দিবৰ কাৰণে এই কথাবোৰ লিখা নাই। আপোনাক মই ভাল পাওঁ। সেই কাৰণে আপোনাৰ যাতে কোনো অনিষ্ট হ'বলৈ নেপায়, তাৰ কাৰণে সাৱধান কৰি দিবৰ উদ্দেশ্যেৰেই এই চিঠি লিখিলো। বেয়া নেপাব। ইতি,

আপোনাৰ
পৰিমল হাজৰিকা।

পৰিমল হাজৰিকাক বীণাই চিনি পায়। ভাল ল'ৰাজন। টাউনত ডাক্তৰী কৰে। পৰিমলে যদি বীণাক ভাল পায়, তাত বীণাৰ আপত্তি কৰিবলগীয়া একো নাই। কাৰোবাক ভাল পোৱা নোপোৱাটো তেওঁৰ ব্যক্তিগত কথা। কিন্তু এই কথাবোৰ জানো সকলো ঈৰ্ষাৰ পৰা ওলোৱা?

মাধৱ ইমান স্বাৰ্থপৰনে?

কমল ইমান সঙ্কীৰ্ণনে?

অপৰা ইমান নীচনে?

টি. বি. ইমান মাৰাত্মকনে?

বীণাই দেখিলে মেজৰ ওপৰত কলেজৰ কিতাপ কেইখনমান সিঁচৰতি হৈ পৰি আছে। সিহঁতৰ প্ৰতি যেন বীণাৰ এটা অপৰিহাৰ্য কৰ্তব্য আছে। হয়তো সকলো নীচ, সকলো স্বাৰ্থপৰ। মাধৱ, কমল, অপৰা— সকলো।

কিন্তু আছুৰফ— মৰিবলৈ বাটচাই থকা আছুৰফ— তাৰ জানো কিবা স্বাৰ্থ আছে? কি স্বাৰ্থ তাৰ থাকিব পাৰে? সি জানে আৰু দুদিন পিছতে সি মৰি থাকিব, মৃত্যুৰ পৰা ৰক্ষা পাবৰ পথ আৰু তাৰ নাই। এই সময়ত জানো আছুৰফ স্বাৰ্থপৰ হ'ব পাৰে?

মৰণ-কাতৰ শুকান মুখখন, কোটৰত সোমোৱা নিষ্প্ৰভ, তীব্ৰ চকুযুৰি, শুকান পাণ্ডুৰ ওঁঠ দুটা আৰু অন্তৰ ভৰি থকা আশা, অভিলাষ, অভিযোগ, অভিমানবোৰ— মানুহৰ প্ৰতি গভীৰ মৰম— তাৰ মাজত জানো স্বাৰ্থ থাকিব পাৰে?

ছেঃ কিবোৰ যে ভাবিছো! চিঠিখন মেজৰ ওপৰতলৈ দলি মাৰি থৈ, বীণাই লণ্ঠনটো নুমাই দিলে, আৰু বিছনাত দীঘল দি পৰিল। বীণাই সহজ হ'বৰ চেষ্টা কৰিলে পৰিমল স্বাৰ্থপৰ। নহ'লে তেওঁৰ কি প্ৰয়োজন আছিল এই কথাবোৰৰ? কিন্তু যদি সঁচা হয়? যদি সকলো কথা সঁচা?

ঘড়ীটোৱে ইমান ডাঙৰকৈ টক্ টক্ কৰিছে। একো নাই, একো নাই। টং টং টং। তিনি বাজিল।

লীনা শিল্পী মনৰ ছোৱালী। তাইৰ মনটোৰ ভিতৰত সোমাই আছে বহুত অব্যক্ত কবিতা। পাহাৰৰ মনোমোহা সৌন্দৰ্য আৰু তাইৰ আপুনি বিকশি উঠা উচ্ছল যৌৱনে তাইৰ অন্তৰখন সুৰময়, গীতময়, গন্ধময় কৰি তোলে। গোটেই প্ৰাণটোৰ ভিতৰত তাই অনুভৱ কৰে এটা কাৰণ নোহোৱা শান্ত বেদনা। কিবা এটা নাম নোহোৱা অপূৰ্ণতাৰ কোমল পৰশে তাইক উন্মনা কৰি যায়। পৃথিৱীখনে যেন তাইক নোজোৰে। তাইৰ মনটো উৰি ফুৰিব খোজে কোনোবা এটা অনাৱিষ্কৃত নক্ষত্ৰৰ বুকুত। তাই যেন সৰু এখন টুলুঙা নাও লৈ বহল এখন অচিনাকি সাগৰ পাৰ হৈ গুচি যাব কোনোবা এটা সৰু দ্বীপলৈ। তাত আছে মাথোন বগা জোনাক, বনৰীয়া চৰাইৰ অবুজ গীত, উপকূলত বাট-বিচাৰি মৰা সাগৰৰ জোৱাৰৰ বগা ঢেউ। আৰু একো নাই। আৰু থাকিব লীনা, আৰু তাইৰ গীতাৰখন আৰু এটা বগা পখিলা।

কল্পনা কৰি লীনাৰ ভাল লাগে। তাইৰ সৰু জীৱনটোৰ সৰু ভাববোৰেৰে তাইৰ নিজৰ কাৰণে এখন ডাঙৰ, মুকলি জগত ৰচনা কৰে। তাইৰ ভাল লাগে। তাই যেন নিজৰাটোৰ পাৰত কোনোবা অচিনাকি অতিথিৰ ভৰিৰ খোজৰ কোমল

শব্দ শুনিবলৈ পায়। ক'ৰবাৰ অচিনা দেশৰ ৰজাৰ কোঁৱৰ যেন আহে তাইৰ কাষলৈ। বৰ ডাঙৰ কথা তাই ভাবিব নেজানে। তথাপি তাই অনুভৱ কৰে যেন বহুত ডাঙৰ কথাৰে তাইৰ মনটোৰ ভিতৰখন ভৰি আছে।

ঋতুৰ সলনি হয়। বীণাহঁতৰ পাহাৰটোৰ ৰং সলনি হয়। বৰষুণত গছবোৰ সজীৱ হয়, ৰ'দত গছবোৰ উজ্জ্বল হয়। আকাশখনত নিতৌ নতুন বোল লাগে। ফুলবোৰ ফুলি ফুলি সৰি যায়।

লীনাই গীত গায়, নাচে, মনে মনে থাকে। মনে মনে শিলটোৰ ওপৰত বহি থাকি তাইৰ বুকুৰ ভিতৰত বাজি উঠা এটা গীতৰ অস্পষ্ট মৰ্মৰ-ধ্বনি কাণ দি শুনে। কোনো যেন তাইৰ বুকুৰ ভিতৰত নাচি নাচি গীত গায়। নূপুৰবোৰ ৰুণু জুনু বাজে! ইমান ভাৱ-প্ৰৱণ তাই কিয় হ'ল, নিজেই বুজিব নোৱাৰে।

এটা চৰায়ে মাতে। বৰ সুৰদী তাৰ মাতটো। সদায় একে ঠাইৰ পৰা, একে সময়তে সি মাতে। তাৰ মাত কাণত পৰি লীনা শোৱাৰ পৰা উঠি আহে।

বাহিৰৰ পৃথিৱীখন শান্ত। মানুহবোৰ শুই আছে। বহুত দূৰৰ সউ ধোঁৱা-বৰণীয়া পাহাৰটোৰ সিপাৰৰ পূবৰ আকাশখন অলপ অলপ মাথোন বগা হৈছে। লীনা শিলবোৰ গচকি গচকি ঘৰৰ পৰা ওলাই যায়। বতাহজাক বৰ চেঁচা। সৰু বগা ফুলবোৰ ফুলিবলৈ আৰম্ভ কৰিছে। সিহঁতৰ বুকুত কোমল গোন্ধ। গোটেই ৰাতি বৈ বৈ নিজৰাটোৰ অলপ ভাগৰ লাগিছে। সি লাহে লাহে শিলবোৰৰ ওপৰেদি তললৈ বাগৰি যায়। বৰ কোমল এটা কুলু কুলু শব্দ উঠে। চৰাইটোৱে গাই থাকে।

আৰু কাৰো শব্দ নাই।

শিলবোৰ চেঁচা। সিহঁত বৰ মিহি। লীনাৰ সিহঁতৰ ওপৰত ভৰি থৈ বৰ ভাল লাগে। শিলবোৰে যেন তাইৰ ভৰি দুখনক মৰমত আলফুলকৈ সাবটি ধৰিব খোজে। শিলবোৰ সকলো তাইৰ চিনাকি।

লাহে লাহে পূবৰ আকাশখন অলপ সুমথিৰা বৰণীয়া হয়। কোনোবাই যেন নেদেখা হাতেৰে তাত সেন্দূৰ কিছুমান ছটিয়াই যায়। লীনাই চাই থাকে। ডাৱৰবোৰো সেন্দূৰীয়া হয়। তাৰ অকণমান ৰঙা আঁচ এটা আহি লীনাৰ মনটোতো লাগেহি।

এপাহ নীলা ফুল ফুলিছে, অকলশৰীয়া ধুনীয়া এপাহ নীলা ফুল। এই ফুলপাহলৈ লীনাৰ বৰ মৰম, ফুলপাহৰ গোন্ধটো বৰ কোমল। তাৰ এটা পাহিত অকণমান সৰু নিয়ৰ।

লীনাৰ চুলিবোৰ অযত্নত আউলি-বাউলি।

ৰাতি পুৱাবলৈ এতিয়াও ভালেমান পৰ আছে। দূৰত অন্যান্য নগা গাভৰুহঁতো উঠে। সিহঁতে কিবা চিঞৰে। দূৰৰ পৰা সিহঁতৰ মাত আহি কাণত পৰেহি। লীনাৰ বৰ ভাল নেলাগে। সিহঁতে চিঞৰে কিয়? গোটেই জগতখন ইমান

শান্ত— তাৰ মাজত কোলাহলৰ সৃষ্টি কৰাৰ প্ৰয়োজন কি? লীনাই আৰু সিহঁতলৈ কাণ নিদিয়ে।

বতাহজাকে লীনাক কিবা কয়। লীনাৰ মনটো আনন্দেৰে উপচি পৰে। নিজেই নজনাকৈ লীনাই নাচিব ধৰে। নাচি নাচি পখিলা এজনীৰ দৰে শিলবোৰ বগাই যায় লীনাই। লীনাৰো যেন পাখি আছে।

তাৰ পিছত লীনা গৈ সৰু এটা শিলৰ ওপৰত বহে। অলপ আঁতৰত দেখে সেই অকলশৰীয়া নীলা ফুলপাহ। অলপ অলপ বতাহত নাচিছে। লীনাই এনেয়ে হাঁহে। হাঁহিবোৰ পাহাৰটোত ঠেকা খাই চাৰিওফালে সিঁচৰতি হৈ পৰে।

আকাশখন আৰু বগা হয়। ডাৱৰবোৰ ৰঙেৰে উপচি পৰে। গছৰ সেউজীয়া আগবোৰ জেতুকা-বুলীয়া হয়। নীলা ফুল পাহৰ ফালে চাই চাই লীনাই গীত গায়— নিজে ৰচা কথাত নিজে দিয়া সুৰৰ এটা গীত, হয়তো তাৰ অৰ্থ লীনাই নিজেই নেজানে।

"অ নীলা ফুল,
কোন আকাশৰ তৰা তই,
শিলৰ বুকুত নীলা হৈ,
পৰি আছ অকলশৰে,
হ'লকি বাটৰ ভুল?
অ' নীলা ফুল,
থাকচোঁ ফুলি তই—
যেতিয়ালৈকে এই পাহাৰত
জীয়াই থাকো মই।
— থাকচোঁ ফুলি তই।
কোনোবা দিনা অচিন দেশৰ
আহিব আলহী—
তাৰ আগতে মেযাবি দেই মৰহি,
সেই আলহীক কিটোনো দিম?
তেওঁ যে ৰজাৰ ল'ৰা, —
মোৰ চোতালত তোৰেই হাতত
তেওঁ পৰিব ধৰা।
সেই কাৰণে থাক নীলা ফুল,
নপৰিবি দেই জঁয়।
মই যিদিনা মৰহি যাম,
সেইদিনা বাৰু তই পৰিবি জঁয়।

গান নহয়, কথা, কথা নহয় সুৰ, সুৰ নহয় নোকোৱা কথাৰ অমৃত গুঞ্জন!

ৰাতি পুৱাই আহে। মানুহবোৰ উঠিবলৈ আৰম্ভ কৰিছে। লীনাৰ মাক আৰু ভনীয়েকেও সাৰ পাব পায়। লীনা শিলটোৰ পৰা নামি আহে। লীনাই ফুলপাহক অকণমান মৰম কৰে, তাৰ পিছত নিজৰাটোৰ পাৰলৈ দৌৰ দিয়ে।

নিজৰাটোৰ সেইডোখৰ চাৰিওফালে হাবিয়ে ঢকা। ওপৰত আকাশ মাত্র দেখি। বাকী চাৰিওপিনে গছ-লতা আৰু শিলৰ আবেষ্টন। সেইটো লীনাৰ গাধোৱা ঘাট।

লীনা শিলটোৰ ওপৰতে থিয় দি ৰয়। অলপমান চাৰিওফালে চায়। তাৰ পিছত গাৰ কাপোৰবোৰ খুলি পেলায়। এটা এটাকৈ লীনাই সকলো কাপোৰ খুলি শিলটোৰ ওপৰত থয়। লীনাৰ সোণ বৰণীয়া সুঠাম দেহাটো ওলাই পৰে। নিজৰ গাটো লীনাই এবাৰ চায়। অনাবৃত শুদা দেহাটো লীনাৰ ভাল লাগে। সভ্যতাই আমাৰ স্বাভাৱিক সৌন্দৰ্য ঢাকি পেলাইছে— লীনাই অস্পষ্টভাৱে ভাবে।

লাহে লাহে লীনা নিজৰাটোলৈ নামি যায়। চেঁচা, পৰিষ্কাৰ পানীবোৰ। তাইৰ গোটেই গা-মন চেঁচা লাগে। তাই চুলিবোৰ মেলি দিয়ে। অলপ সাঁতোৰে। অলপ পৰ পানীৰ ওপৰত অলসভাৱে ওপঙি থাকে। কজলা পানীবোৰ, আৰু বগা লীনা।

লীনা এজনী জলকুঁৱৰী।

শিলটোৰ সিপাৰৰ পৰা অহা সোঁতটোৰ সৰু সৰু ঢউবোৰ তাইৰ বুকুৰ মাজত সোমাই তাইক কুল-কুলাই যায়। লীনাই সিহঁতৰ লগত কাজিয়া কৰে। চাৰিওফালে হাবিখন গোন্ধায়।

লীনা উঠি আহে। কেনিবাদি গছ-পাতৰ মাজেদি সৰকি আহি সৰু এফালি ৰঙা ৰ'দ লীনাৰ গাত পৰেহি। শিলটোৰ ওপৰতে লীনা থিয় দি ৰয়, আৰু শুকাবৰ কাৰণে চুলিবোৰ মেলি দিয়ে। গাৰ পানীবোৰ লাহে লাহে লীনাই মোহাৰি পেলায়।

কাপোৰকেইটা পিন্ধিবলৈ লীনাৰ এলাহ লাগে। একেবাৰে অপ্রয়োজনীয় এই কাপোৰবোৰ। লীনাৰ শুদা গাৰেই ঘৰলৈ দৌৰ দিবৰ মন যায়। যাঃ মেৰীজনীয়ে হাঁহি দিব। কিন্তু উলঙ্গ হৈ থাকি লীনাৰ সঙ্কোচ নেলাগে। এতিয়াও বহুত ছোৱালী এনেকৈয়ে থাকে।

লীনাই কাপোৰখিনি গাত মেৰিয়াই কিবা এটা গুণগুণাই ঘৰলৈ গুচি আহে।

মাকহঁত উঠিছে, এইদৰে ঘূৰি ফুৰাৰ কাৰণে মাকে লীনাক একো নকয়। গাভৰু কালত লীনাৰ মাকেও তেনেকৈ ঘূৰি ফুৰিছিল, তদুপৰি লীনাৰ ভাবপ্রৱণতাৰ কথা মাকহঁত সকলোৱে জানে, তাতে লীনা পঢ়া-শুনা কৰা ছোৱালী। তাই একো বেয়া কাম নকৰে।

লীনাৰ মনটো বৰ উকুঙা লাগে। কিবা এটাৰ অভাৱত যেন তাইৰ মনটোৰ ভিতৰতখনত বহল খালি ঠাই পৰি আছে। কিহেৰে সেই শূন্য ঠাই পূৰাব তাই ভাবি নেপায়, তাই বুজিব নোৱাৰে। এটা মিঠা অভাৱ, এটা বৰ্ণনা নোহোৱা অপূৰ্ণতা।

সি জানো ভৈয়ামৰ মায়া? সি জানো পাহাৰৰ মোহ? সি জানো জীৱনৰ আকৰ্ষণ? কিজানিবা সি মৰমৰেই কোমল হাত-বাউলি?

লীনাৰ জীৱনত যেন অসম্ভৱ কিবা এটা ঘটিব, যেন এটা অভাবিতপূৰ্ণ বিৰাট কিবা ঘটিব, আৰু সি লীনাক মহৎ কৰি তুলিব, বিখ্যাত কৰি তুলিব। কিন্তু কি লীনাই নেজানে।

২৮ দিন অটব্য নগা পাহাৰৰ মাজত থাকি সদলবলে কমল ঘূৰি আহিল। কমলৰ লগত যোৱা নগা ডেকা দুটাই কমলক আজিও সভ্যতাৰ পৰা আঁতৰি থকা আদিম নগাবোৰৰ জীৱন ধাৰণৰ ৰূপ দেখুৱাই দিলে, বুজাই দিলে। কমলৰ অনুসন্ধিৎসাপূৰ্ণ মনটো ৰোমাঞ্চিত হৈ উঠিল। কমলে দেখিলে দলে দলে প্ৰায়-উলঙ্গ মানুহ। বাহিৰৰ পৃথিবীখনৰ লগত কোনো সম্পৰ্ক নৰখাকৈয়ে সিহঁত জীয়াই আছে। সেই মানুহৰ ভৰি নপৰা অটব্য শিল আৰু হাবিৰ আন্ধাৰৰ মাজতে সিহঁত উপজিছে আৰু মৰিছে। তাতে সিহঁতৰ বিয়া হৈছে, তাতে সিহঁতৰ বংশবৃদ্ধি হৈছে। তাতে সিহঁতৰ প্ৰাচীন দেৱতাক সিহঁতে পূজা দছে।

কিন্তু সিহঁতৰ ইমান কষ্ট! সিহঁতৰ খাবলৈ নোজোৰে। অলপীয়া ধানৰ খেতি— তাৰে সিহঁতৰ তিনি-চাৰি মাহ খাবলৈ আটে। কচু, শিমলুৰ মূল, বনৰীয়া গছৰ গুটি খাই সিহঁতে জীৱন ধাৰণ কৰে। এটা বনৰীয়া জন্তু মাৰিবৰ কাৰণে দুদিন-তিনিদিন একো নোখোৱা-নেমেলাকৈ হাবিয়ে হাবিয়ে ঘূৰি ফুৰে। সভ্য মানুহে এই অৱস্থা অতিক্ৰম কৰি আহিবৰ হয়তো আঠ-দহ হেজাৰ বছৰ হ'ল। কিন্তু ইহঁত আজিও সেই আদিম অৱস্থাতে আছে। সভ্যতাৰ পোহৰ সিহঁতে দেখা নাই। বিচৰাও নাই!

কমলৰ আৰু কিছুদিন তাত থাকিবৰ মন গৈছিল। কিন্তু অলপ জ্বৰ জ্বৰ লগাৰ কাৰণে বেছি অসুখ হ'ব বুলি ভয় কৰি কমল ঘূৰি আহিল। আৰু আগুৱাই গ'লে বৰ্মাৰ সীমা পাবগৈ। তালৈ যাবৰ কাৰণে সি সাজু নাছিল।

নৃতত্ত্বৰ গৱেষণা কৰি থিছিছ লিখিম বুলি যি আশা লৈ কমল নগা পাহাৰলৈ গৈছিল, কমলে যেন সেই কথা অলপ পাহৰি থাকিব খুজিছিল। ইহঁত জানো মানুহ? এইদল যে সেই আদিম যুগৰ বন্য প্ৰাণী। সিহঁতে মাথোন জীৱনৰ আদিম দাবীবোৰ মানি যায়, আৰু কালৈকো ভ্ৰূক্ষেপ নকৰে। সিহঁতৰ বিষয়ে গৱেষণা কৰিবলৈ বহুত থাকিলেও কমলৰ যেন বৰ নিষ্ঠুৰ যেন লাগিল। আজিৰ এই

সভ্যতাৰ দিনত মানুহক সেইটো ৰূপত আৱিষ্কাৰ কৰা মানে আজিৰ সভ্যতাৰ অপমান কৰা।

তাত থকা কেইদিন কমলে মাথোন সেই বন্য মানুহবোৰৰ মাজত ঘূৰি ফুৰিলে। সিহঁতৰ কথা সি নুবুজে, তাৰ কথাও সিহঁতে বুজি নেপায়। তথাপি সিহঁতে তাক বেছি সন্দেহ নকৰিলে। সিহঁত হিংস্র, কিন্তু মানুহক মৰম কৰিবও সিহঁতে জানে।

কমলৰ মন গ'ল যেন কিবা এটা উপায়ে সকলো হাবি-বন কাটি পেলাব, আৰু সিহঁতক মুকলিকৈ উলিয়াই আনিব, যেন সিহঁতক বাহিৰৰ মুকলি পৃথিৱীখনৰ বায়ু-পোহৰেৰে নতুন জীৱনৰ মাজলৈ আনি সিহঁতক যুগ যুগৰ আন্ধাৰৰ কবলৰ পৰা মুক্ত কৰিব।

কিন্তু কি লাভ হ'ব? সিহঁতে সভ্যতা শিকিব, কুটিলতা, কপটতা শিকিব, আৰু ভাতৰ কাৰণে আমৰণ সংগ্রাম কৰিব। নাই, এনেকৈয়ে ভাল। নিজৰ আপোন পৃথিৱীখনৰ ভিতৰত সিহঁত সুখতে আছে। গছৰ ডালে-পাতে ওলমি থকা জোক, মহ-দাহ, ভৰিৰ তলত বিষাক্ত সাপ, গাৰ কাষত হিংস্র ভালুক। এই পৃথিৱীখনৰ মাজতে সিহঁত আছে, — থাকক।

পাহাৰৰ মাজৰ প্রাচীন বায়ু, ইতিহাসক উপহাস কৰা পুৰণি জীৱনধাৰা— আৰু জীয়াই থকাৰ জীৱন্ত সংগ্রাম। কমলে তাৰ ডায়েৰিত লিখি গ'ল। বহুত কথা কমলে লিখিলে। খোৱা-শোৱাত অলপ অনিয়মীয়া হোৱাৰ কাৰণে, আৰু নিজৰা এটাৰ বৰফ যেন চেঁচা পানীত গা ধোৱাৰ কাৰণে কমলৰ অসুখ আৰম্ভ হ'ল। জ্বৰ আৰু কাহ। অৱশ্যে ডেকা মানুহৰ কাৰণে বৰ বেছি নহয়।

এই অসুখৰ কাৰণেই কমল তাৰ প্রগ্রেমতকৈ অলপ সোকালেই তাৰ ঘৰলৈ ঘূৰি আহিল। গাটো আকৌ অলপ ভাল পালেই সি পুনৰ যাব। বহুত ষ্টাডি কৰিব লগা আছে, বহুত বুজিব লগা আছে। গৱেষণা কৰিবৰ ক্ষেত্র আছে।

লীনা আহিল। হঠাৎ এনেদৰে সোনকালে উলটি অহাৰ কাৰণে লীনা বৰ আচৰিত নহ'লেও কাৰণ জানিবৰ কাৰণেই লীনা তাৰ ওচৰলৈ দৌৰি আহিল।

"আপুনি দেখোন আহিম বোলাতকৈ আগতে গুচি আহিল?" তাৰ বিছনাখন ঠিক কৰি দি লীনাই সুধিলে।

"সোনকালে গুচি আহিলত বেয়া পাইছা নেকি?" অলপ হাঁহি কমলে লীনাৰ মুখলৈ চালে।

"মোক ভাল পোৱাবৰ কাৰণে জানো আপুনি আঁতৰি গৈছিল?" সহজভাৱে লীনাই ক'লে।

"মোৰ গাটো ভাল নাই, লীনা।"

"কি হৈছে?"

"জ্বৰ আৰু কাহ —"

"খুব অনিয়মীয়া হৈ চলিলে কিজানি —"

"এৰা, হ'ব পায়।"

"মই লগত থকা হ'লে কিন্তু আপুনি অনিয়মীয়া হ'ব নোৱাৰিলেহেঁতেন।"

"তুমি আকৌ মোৰ লগত নগ'লা নহয় —"

"আপুনি লৈ নগ'লে মই কেনেকৈ যাম —"

কমলে আৰু তৰ্ক নকৰিলে।

"মোৰ বুকুখন অলপ বিষাইছে। এটা সেক দিব পাৰিবানে লীনা?" বিছনাখনত দীঘল দি পৰি কমলে লীনাৰ মুখলৈ চালে।

"আমাৰ ঘৰত ঔষধ আছে। ককাইদেৱে সকলো ৰকমৰ ঔষধ থৈ গৈছে নহয়। মই বাৰু এতিয়াই আনি দিম। এণ্টি ফ্লজিষ্টিনৰ সেক ল'বনে?"

"নিউমোনিয়া হ'লেহে তাৰ সেক লয় —"

"পাহাৰৰ জ্বৰ-কাহ বৰ বেয়া। বাৰু, আপুনি এতিয়া চাহকে খাওক, মই কৰি দিওঁ। তাৰ পিছত মই সেক দিম।" লীনা হৈ ষ্টভটো জ্বলালে, আৰু কেট্‌লিটো তাত তুলি দিলে।

"লীনা —"

"কি কৈছে?"

"ডাক্তৰ বৰুৱাক খবৰ এটা দিয়াব পাৰিবানে"

"খবৰ দিয়ালে আপোনাক হাস্পতাললৈ লৈ যাব।"

"এৰা, ডাক্তৰৰ ওচৰত থকাই ভাল। ডাক্তৰো মোৰ চিনাকি মানুহ।"

"বাৰু তেন্তে মই খবৰ দিয়াম। মই কিবা ডাক্তৰনে? মইনো আপোনাক কি সহায় কৰিব পাৰিম?"

লীনাৰ মাতত অভিমানৰ সুৰ।

"হাস্পতাললৈ গ'লে তুমি বেয়া পাবা নেকি লীনা?"

"কিয় বেয়া পাম? য'তে আপুনি ভাল হয়, তালৈকে যাওক। আপুনি ভৈয়ামৰ মানুহ, আমাৰ হাতত আপুনি কি ভাল হ'ব?"

লীনাই এপিয়লা গৰম চাহ কৰি কমলক দিলে। চাহ পিয়লা কমলে খালে।

কমলৰ গাৰ ওপৰত ৰাগখন ভালকৈ মেলি দি লীনাই ক'লে, "আপুনি পাঁচ মিনিট ৰ'বা। মই ঘৰৰ পৰা আপোনাক সেক দিবৰ কাৰণে ঔষধ এটা লৈ আহোঁ।"

লীনা ওলাই গ'ল। কমলে একো নক'লে।

বাহিৰলৈ কমলে চাই দেখিলে গধূলি হৈ আহিছে।

বাহিৰৰ পৃথিৱীখনৰ মুখলৈ ক্ৰমে কামবৰণীয়া আন্ধাৰ নামি আহিছে।

গাত জ্বৰ থকা কাৰণে কমলৰ জাৰ লাগিছিল, মনটোও বৰ দুৰ্বল লাগিছিল। তাৰ অলপ বিৰক্তিও লাগিল, সিদিনাৰ সেই চিঠিখনৰ কথা তাৰ মনত পৰিল। এই সকলোবোৰ তাৰ বিলাসিতাহে হৈছে নেকি? এৰা, হয়তো বিলাসিতাহে হৈছে। সি জীৱিকা অৰ্জনৰ কাৰণে কিবা এটা কৰা উচিত, জীৱিকাৰ কাৰণে নহ'লেও অন্ততঃ নিজক ব্যস্ত ৰাখিবৰ কাৰণে কিবা এটা কৰা উচিত। নহয়, গা ভাল পালেই সি ইয়াৰ পৰা যাবগৈ।

লগত মেৰীক লৈ লীনা সোমাই আহিল। মেৰীৰ হাতত এখন চিঠি।

চিঠিখন আগবঢ়াই দি মেৰীয়ে ক'লে, "আপোনাৰ চিঠি আহিছিল, থৈ দিছিলো।"

কমলে মেৰীৰ হাতৰ পৰা চিঠিখন লৈ খুলি পঢ়িলে। আগৰখনৰ দৰেই, ৰজনী পেহীৰ চিঠি, মন্দিৰাই লিখিছে। কমলে কিয় এতিয়াও তাৰ মতামত জনোৱা নাই সুধিছে।

চিঠিখন কমলে গাৰুৰ তলত সুমাই থ'লে।

লেমটো জ্বলাই লীনাই মেজৰ ওপৰত থ'লে।

"আপোনাৰ কি হৈছে?" মেৰীৰ মিঠা মাতটো শুনি কমলে মেৰীলৈ ঘূৰি চালে।

কমলে হাতখনত ধৰি মেৰীক টানি নিজৰ কাষতে বহুৱালে, এনে শকত আৰত লোদোৰ-পোদোৰ ছোৱালীজনী, দেখিলেই মৰম লাগে।

"মোৰ কি-হৈছে বাৰু তুমিয়ে কোৱাচোন —" হাঁহিবৰ চেষ্টা কৰি কমলে ক'লে।

অলপ পৰ বহি থাকি মেৰী গুচি গ'ল — মাকে তাইক বিচাৰিব।

লীনাই কমলৰ কাৰণে কিবা কিবি ঔষধ আনিছিল। সেইবোৰৰ দিহা কৰাত লাগিল।

চকু দুটা মুদি কমল পৰি থাকিল। কমলৰ মূৰটোত গৰম উঠিছে, অলপ ঘূৰাইছেও।

ৰজনী পেহীৰ প্ৰশ্নটো তাৰ জীৱনৰ প্ৰশ্ন। সি বিয়া কৰাবনে নকৰায়? কৰাব যদি বীণাকেই কৰাবনে নকৰায়? বীণাকেই বিয়া কৰায় যদি, কেতিয়াকৈ কৰাব? বিয়া নকৰালেই নহয়নে? কিয় সি বিয়া কৰাবই লাগে? লাগেই যদি এনেকুৱা অনিশ্চিত অৱস্থাত সি বিয়া কৰোৱা উচিত নে?

খেলি-মেলি নানা প্ৰশ্ন, ভাবিলে কমলৰ ভাগৰ লাগে। কোনোবাই যেন এই সকলো প্ৰশ্নৰ উত্তৰবোৰ তাৰ হৈ দি দিব।

সি চকু মেলি চালে। বাহিৰত আন্ধাৰ ঘন হৈছে। তাৰ কাষতে লীনা বহি আছে— ধুনীয়া সৰল, লীনাজনী। সি লীনাৰ মুখলৈ চাই থাকিল। লীনা তাৰ একো

নহয়। তাৰ কাৰণে লীনা বাটত লগ পোৱা এটা মধুৰ স্মৃতি, এটা পাহৰিব নোৱাৰা মৰমী সোঁৱৰণ। লীনা বৰ মৰমিয়াল।

কমলে লীনাৰ হাতখন ধৰি থাকি ভাল পালে। মৰম উপচি পৰা কোমল হাতখন, অজানিত মাতৃত্বৰ পৱিত্ৰ চেনেহ মিহলি হাতখন। কমলৰ বৰ আপোন যেন লাগিল।

লীনাৰ হাতৰ পৰশ লাগিয়ে যেন কমলৰ জ্বৰ আৰু কাহ বহুত শাম কাটিছে।

"লীনা —"

"কি কৈছে?"

"তোমাৰ কষ্ট হৈছে নেকি?"

"মই নেথাকিলে ৰাতি আপুনি অকলে শুব পাৰিবনে?"

"তুমি— তুমি কত থাকিবা লীনা?"

"কিয় ইয়াতে, আপোনাৰ ওচৰতে।"

"তোমাৰ অসুবিধা নহ'ব জানো?"

"ৰাতি যদি আপোনাৰ জ্বৰ বেছিকৈ উঠে আপোনাৰ অসুবিধা নহ'ব জানো?"

একো নেমাতি কমলে লীনাৰ মুখলৈ চালে।

কিছু পৰৰ মূৰত একো নোকোৱাকৈ লীনা সিহঁতৰ ঘৰলৈ গ'ল। চকু মুদি কমল পৰি থাকিল। ভৰিৰ তলুৱাত আৰু চকুৰ কাষত কমলে এটা উত্তাপ অনুভৱ কৰিলে। লীনাই ভূড়া দিয়াৰ কথা কমলে ক'বই নোৱাৰে। উত্তাপটো কমলৰ বৰ কোমল লাগিল। যেন সি লীনাৰ কোমল হাত দুখনৰ উত্তাপ, যেন সি লীনাৰ কোমল বুকুখনৰ মিঠা উত্তাপ।

লৰচৰ কৰিবলৈকো কমলৰ বেয়া লাগিল।

ঘৰটো নিস্তব্ধ। কাষৰ নিজৰাটো অবিৰাম বৈ গৈছে— তাৰ মিঠা শব্দটোও কমলৰ কাণত বৰ মধুৰ লাগিল।

ঘৰত ভাত-পানী খাই সৰু বিছনাখন লৈ লীনা সোমালহি। সিটো কোঠাত এখন সৰু বেতৰ চাৰপায় আছিল। আতি সন্তৰ্পণে লীনাই সেইখন কমলৰ বিছনাৰ কাষলৈ আনিলে। তাতে লীনাই তাৰ বিছনাখন মেলি ল'লে।

লেমটো অলপ কমাই দি লীনা কমলৰ ওচৰলৈ আহিল আৰু তাৰ বুকুৰ কাষতে বহি কপালত হাতখন দি কমলৰ জ্বৰ চালে। কমলে সাৰ পালে। চকু মেলি চাই বৰ গভীৰ আত্মীয়তাৰে কমলে সুধিলে, "লীনা, তুমি কিয় মোক ইমান মৰম কৰিছা?"

পাতলকৈ হাঁহি লীনাই ক'লে, "আপুনি যে মোৰ অতিথি।"

কমলে লীনাৰ হাতখন গালত হেঁচি ধৰি চকু দুটা আকৌ মুদি দিলে।

"মৰমৰ মন্দিৰা,

পেহীৰ দুয়োখন চিঠি পাইছো। মই মোককচাঙৰ পৰা অলপ আগুৱাই গৈ আঁতৰি থকা কাৰণে সোনকালে উত্তৰ দিব নোৱাৰিলো। পেহীক বেয়া পাবলৈ হাক দিবা। মোৰ গা অলপ অসুখ। গা ভাল পালেই মই ঘৰলৈ যাম। তেতিয়াই সকলো কথা কম। পেহীক ক'বা।

আইজনীহঁতৰ চিঠি পোৱা নাই। আশা কৰোঁ সিহঁত ভালে আছে। তুমি কেনে আছা আৰু কি কৰিছা?

অ', তোৰ বীণা নবৌৱেৰৰ খবৰ-বাতৰি কি?

— কমল"

গাটো অলপ ভাল পাই কমলে চিঠিখন লিখিলে। আৰু কেইবাখনো চিঠি কমলৰ লিখিবলগীয়া আছে, কিন্তু তাৰ এলাহ লাগিল। বেচেৰী লীনাজনীৰ গোটেই ৰাতি কৰা শুশ্ৰূষাৰ ফলতে কমলে এতিয়া অলপ ভাল পাইছে। কিন্তু তাৰ দুৰ্বলতা আঁতৰা নাই।

অতিথিৰ কাৰণেই জানো কোনোবাই ইমানখিনি কৰিব পাৰে?

ন' মান বজাত কমলৰ আকৌ অলপ জ্বৰ উঠা যেন লাগিল। ৰ'দ লৈ কমল বাহিৰত বহি আছিল, সি ভিতৰলৈ আহি বিছনাত পৰিলহি। লীনাই তাক ৰাতিপুৱা চাহ খুৱায়ে গ'ল, আৰু অহা নাই। হয়তো বিশেষ কামত কেনিবাদি যাব পায়।

চিঠিখন ডাকত দিব লাগে, কমলে আকৌ এবাৰ চিঠিখন পঢ়িলে। কিবা কথা দিয়া হোৱা নাইতো?

ঘৰলৈ গৈ সি ৰজনী পেহীক সকলো ক'বগৈ।

কিন্তু সকলো মানে কি?

যে সি বিয়া কৰাবলৈ প্ৰস্তুত।

যে সি বীণাকেই বিয়া কৰাব।

যে সি এতিয়াই বিয়া কৰাব।

যে সি—

লীনা আহিল, লীনাৰ হাতত এথোপা বগা আৰু নীলা ফুল। ফুলবোৰ আনি লীনাই সৰু মেজখনৰ ওপৰতে থ'লে।

"তুমি ফুল আনিলা লীনা —?"

"মই ডাক্তৰলৈ খবৰ পঠাইছো। তেওঁ অলপতে আহিব।" কমলৰ কথাৰ উত্তৰ নিদি লীনাই ক'লে।

"মই দেখোন ভালেই হৈছো, ডাক্তৰনো কেলেই —?" হাঁহি কমলে ক'লে।

"কিমান ভাল হৈছে চাবলৈ —" লীনাই চুটিকৈ ক'লে আৰু বিছনা-পত্ৰবোৰ ভাল কৰাত লাগিল।

লীনাই কোঠাটোৰ জাবৰ-মলি পৰিষ্কাৰ কৰি কোঠাটো ধুনীয়া কৰিলে। খিৰিকীত লাগি থকা মকৰাৰ জালবোৰ গুচালে আৰু কমলৰ বাকচ-পত্ৰ ভালকৈ থ'লে। কমলৰ বিছনাখনৰ কাষতে লীনাই শুবৰ কাৰণে বিছান কৰি লৈছিল, এবাৰ বিছনাখনৰ কাষলৈ আহি লীনাই বিছনাখন তুলি থ'ব খুজিলে, পিছ মুহূৰ্ত্ততে কিবা এটা ভাবি আকৌ তাৰ পৰা আঁতৰি আহিল। বিছনাখন নুতুলিলে।

ৰ'দ ওলাইছে। সোৱাদ, কোমল ৰ'দ।

লীনা নিজৰাটোলৈ গ'ল, আৰু ময়লা লগা হাত-ভৰিবোৰ ধুলে। আজি দুদিনমান নিজৰাটোৰ লগত কথা-বতৰা পাতিবৰ সময়কে পোৱা নাই লীনাই।

অলপ পৰ শিলটোৰ ওপৰতে বৈ লীনাই কিবা এটা ভাবিলে, তাৰ পিছত উঠি গুচি আহিল।

জাৰ লাগি কমলে ৰাগখন গাত জাপি লৈছে। তাৰ মুখখন ৰঙা পৰিছে। লীনা আহিল, তাৰ কাষতে বিছনাখনতে বহিল আৰু কপালত হাত দি চালে তাপ কিমান আছে।

অক্লান্তভাৱে পৰিচৰ্যা কৰা লীনাজনীলৈ কমলৰ মৰম লাগিল। চকুত মৰম লৈ কমলে তাইৰ মুখলৈ একেথৰে চালে। আৰু কোনো নাই।

এনেতে দুৱাৰমুখত কাৰোবাৰ মাত শুনা গ'ল। কমল আৰু লীনা দুয়ো চালে। ডাক্তৰহঁত আহিছে। ডাক্তৰণী আৰু ৰেবা।

লীনা বহাৰ পৰা উঠিল, আৰু ডাক্তৰহঁতক অভিবাদন জনালে। হঠাৎ কমলৰ বিছনাত লীনাক বহি থকা দেখি যেন তিনিও অলপ অপ্ৰতিভ হ'ল। কিন্তু মুহূৰ্ত্ততে সেই ভাব পৰিহাৰ কৰি তিনিও হাঁহিমুখে ভিতৰ সোমাই আহিল।

কমলো বিছনাতে বহিল। কোঠাটোত চকী মুঠেই দুখন আছিল। কমলে নিৰুপায়ত পৰি ৰেবাক ক'লে, "তুমি ইয়াতে বহা ৰেবা —" ৰেবা তাৰ বিছনাতে বহিলহি।

"সিখন বিছনাত কোন শোৱে?" চকীখনত বহাৰ লগে লগে ডাক্তৰে সুধিলে।

"মই শোওঁ। সেইখন মোৰ বিছনা —" লীনাই ক'লে। কথাষাৰত যেন কোনো সন্তুষ্ট হ'ব নোৱাৰিলে। তথাপি মনৰ ভাব লুকুৱাই ডাক্তৰে ক'লে, "তুমি বেমাৰ পৰি ইয়াত পৰি আছা। আমাৰ ঘৰলৈকেচোন যাবগৈ পাৰিলাহেঁতেন। অকলে অকলে ইয়াত —"

"আগতে ভাবিছিলো সামান্য অসুখ। সেই কাৰণে আৰু যাবলৈ নহ'ল।" কমলে ক'লে।

"ইয়াত লীনাই চাইছে নহয়, তাতনো কোনে চাব —?" ৰে'বাই ক'লে আৰু কমলৰ মুখলৈ চাই হাঁহিলে।

"তুমি এতিয়া গা কেনে পাইছা ৰে'বা?" কমলে সুধিলে।

"ভাল যে পাইছো, সেই খবৰটোকে দি যাবৰ কাৰণে আহিলো —" কথাষাৰত কমলে অলপ লাজ পালে।

ডাক্তৰে কমলক সাধাৰণভাৱে চালে। বিশেষ একো ভয়ৰ কথা নহয়। ইনফ্লুয়েঞ্জা হৈছে, ভাল হ'ব।"

"তোমাক আমাৰ তালৈকে লৈ যাবলৈ আহিলো, যোৱানে নোযোৱা?" ডাক্তৰণীয়ে সুধিলে।

"যাব পাৰিম জানো?"

"অৱশ্যে পৰাৰ আশা নাই —" ৰে'বাই ক'লে।

"কিয়?"

"গ'লে জানো সউ তেওঁ বেয়া নেপাব —" লীনাই দেখুৱাই ৰে'বাই ক'লে।

"মই একো বেয়া নেপাওঁ। কিন্তু ইমান দূৰ গ'লে কিজানি অসুখ বেছি হয় —" লীনাই ক'লে।

লীনাৰ কথা শুনি আটাইকেউজনে লীনাৰ মুখলৈ চালে। লীনা নিৰ্ভীক, নিঃসঙ্কোচ, সৰল।

"সেই কথাও সঁচা। প্ৰথমেই আমাৰ তালৈ যাব লাগিছিল।"

লীনাই সকলোকে তামোল দিলে।

দুপৰ হৈ আহিল। যাবও লাগিব ভালেমান দূৰ। ডাক্তৰে ক'লে, "বাৰু এতিয়া ইয়াতে থাকা। ভাল হ'লেই কিন্তু আমাৰ তালৈ যাবগৈ লাগিব। আৰু ইয়ালৈ আহিব নোৱাৰা।"

কমলে ক'লে, "ভাল বাৰু।"

ৰে'বাই লীনাৰ মুখলৈ চালে। ৰে'বাৰ মুখত যেন এটা কুটিল হাঁহি।

লীনাই একো নেমাতিলে। হয়তো লীনাই ৰে'বাৰ ইঙ্গিত বুজিব নোৱাৰিলে। বুজিবৰ চেষ্টাও হয়তো নকৰিলে।

"মই বাৰু চকিদাৰৰ হাতভে ঔষধ পঠিয়াই দিম। তুমি কিন্তু গাত বেছি ঠাণ্ডা নলগাবা," ডাক্তৰে ক'লে।

"ভাল বাৰু —" আকৌ কমলে চুটিকৈ ক'লে।

তিনিও যাবলৈ উঠিল।

ডাক্তৰণীয়ে সুধিলে, "কিবা বস্তুৰ দৰকাৰ হ'লে আমালৈ খবৰ দিবা জানো?"

"জৰুৰ দিম। পিছে কিনো দৰকাৰ হ'ব মই ক'বই নোৱাৰো।?"

"লীনা আছে নহয়, লীনাই বিচাৰ কৰি দিব, আমিনো ভাবিব লাগিছে কিয় খুড়ীদেউ?" ৰে'বাই ক'লে।

কমলে মাথোন হাঁহিলে।

অলপ পৰৰ পিছত তিনিও গ'লগৈ।

তেওঁলোক যোৱাৰ পিছত লীনা কমলৰ কাষলৈ আহিল আৰু ক'লে, "মই আপোনাৰ ওচৰত থকাৰ কাৰণে তেওঁলোকে বেয়া পাইছে নেকি?"

"বেয়া পালেও, তুমি মোক যিমান মৰম কৰিছা, সিমান মৰম তেওঁলোকে কেতিয়াও কৰিব নোৱাৰে", কমলে ক'লে।

লীনাৰ মুখত ফুটি উঠিল এটা তৃপ্তিৰ ৰেখা। লীনাই ক'লে, "আপুনি বহি থাকিলে ঠাণ্ডা লাগিব, শুই থাকক।"

কমল আকৌ শুলে। লীনাই ক'লে, "মই আপোনালোকৰ নীতি-নিয়ম নেজানো, কিবা বেয়া পালে ক'ব দেই, মোৰ মনত হ'লে লাগিছে, তেওঁলোকে কিজানি মোক বেয়া পাইছে।"

"তুমি তেনেকৈ এনেয়ে ভাবিছা লীনা। ৰে'বা সৰু ছোৱালী, কথাবোৰ তেনেকৈয়ে কয় —" কমলে ক'লে।

"ৰে'বাই আপোনাক ভাল পায় নহয়?" লীনাই সুধিলে। প্ৰশ্নটো শুনি কমল যেন চক্ খাই উঠিল। লীনায়ো ভাল পোৱাৰ কথা বুজি পায়।

"তোমাক কোনে ক'লে লীনা?"

"কোনেও কোৱা নাই, মই নিজেই বুজি পাইছো।"

"মইনো কেনেকৈ জানিম? মই হ'লে নিজেই ক'ব নোৱাৰো।" হাঁহি কমলে ক'লে।

"ওঁ আপুনি নেজানিব পাৰে, কিন্তু ৰে'বাই আপোনাক ভাল পায় কাৰণে মোক বেয়া পাইছে।" লীনাৰ কথাত অভিমান নাই, সহজভাৱেই লীনাই কয় —" ৰে'বাৰ নিচিনাকৈ আপুনিও যদি মোক বেয়া পাইছে, তেন্তে আপুনি তেওঁলোকৰ ঘৰলৈকে যাওকগৈ —"

"মোক তেনেহ'লে খেদাই দিছা লীনা —"

"আপোনাক খেদাই দিবলৈ, মই জানো আপোনাক ৰাখিছিলো।"

"তেনেহ'লে মই থকাত তুমি বেয়া পাইছা?"

"মই ভাল পাইছো, পিছে অন্যে বেয়া পাইছে নহয়?"

"অন্যৰ কথা মই নেভাবো। তুমি বেয়া নেপালেই হয়?" হাঁহি কমলে ক'লে। কিন্তু সি দেখিলে যেন কিবা এটা কথাত লীনা আগৰ দৰে মুক্ত হ'ব পৰা নাই। এটা অভিযোগ যেন লীনাৰ চকু দুটাত স্পষ্ট হৈ উঠিছে। এই অভিযোগৰ পৰিণতি হয়তো ভয়াবহ কিবা এটা হ'ব পাৰে, হয়তো একো নহ'বও পাৰে।

লীনাৰ ভাবান্তৰ ঘটাবৰ কাৰণে কমলে ক'লে, "লীনা এখন দৰকাৰী চিঠি লেখা আছে। ডাকঘৰত দিওৱাৰ কিবা দিহা কৰিব পাৰিবানে?"

"ওঁ দিয়ক —"

কমলে লিখি থোৱা চিঠিখন লীনাৰ হাতত দিলে।

লীনাৰ মুখখন হঠাৎ বিমৰ্ষ হৈ পৰিছে। চকু দুটাত এটা অশ্ৰুহীন অভিমান। বাহিৰত ৰ'দ, নিজৰাটোৰ পানীবোৰ তিৰবিৰাই উঠিছে। বতাহজাক বলি আছে— জিৰ্ জিৰ্ জিৰ্।

"তুমি মোক বেয়া পাইছা নেকি লীনা? ধৰা, তুমি ইচ্ছা নকৰাকৈয়ে যদি কোনোবাই তোমাক ভাল পায়, তুমি তাক কি কৰিব পাৰা?"

একো নেমাতি লীনা ওলাই গ'ল।

... দেশৰ দিশে দিশে দাৰিদ্ৰৰ ভয়াবহ আক্ৰমণ। প্ৰতিটো মানুহ ৰুষ্ট, প্ৰতিটো মানুহ অসন্তুষ্ট। মুষ্টিমেয় ধনীদলৰ সুখৰ প্ৰয়োজনত সিহঁতে সকলো জলাঞ্জলি দিব লগা হৈছে। অপমান, আঘাত, অসন্তুষ্টি, অভিযোগ মিলি প্ৰাণে প্ৰাণে জগাই তুলিছে জীৱনৰ প্ৰতি নিষ্ঠুৰ বিতৃষ্ণা, ভগৱানৰ ওপৰত গভীৰ অবিশ্বাস, ভাগ্যৰ প্ৰতি ঘৃণা কটাক্ষ। ভাগ্যক মানুহে বিশ্বাস নকৰা হৈছে। মানুহে বিশ্বাস কৰে শোষক দলৰ শোষণক। সাধাৰণ মানুহেও বুজি উঠিছে ভাগ্যৰ লিখন বুলি কথা এটা নাই, সি এটা ভুৱা, সি শোষক দলৰ নিজৰ লুকাই ৰাখিবৰ এটা অস্ত্ৰ। পৃথিৱীজুৰি যি অন্যায়ৰ বিহ বিয়পি পৰিছে, যাৰ ফলত সাধাৰণ মানুহৰ জীৱন বিষাক্ত হৈ উঠিছে, তাৰ মূলতে আছে শক্তিবান দলৰ শোষণ-স্পৃহা, আৰু দুৰ্বল দলৰ অপ্ৰতিহত আনুগত্য।

ভুল হৈছে, পৰ্বত-প্ৰমাণ ডাঙৰ ভুল হৈছে, যুগ-যুগৰ মাজেদি সৰকি আহি এই ভুল মোহনীয়, লোভনীয় হৈ পৰিছে। এই ভুলে ৰূপ লৈছে ধৰ্মৰ, ৰূপ লৈছে নৈতিকতাৰ, ৰূপ লৈছে সংস্কৃতিকৰ, সংহতিৰ, সভ্যতাৰ। এই ভুলক ভিত্তি কৰি গঢ়ি উঠিছে মনোৰঞ্জনকাৰী নৈতিকতা, এথিক্স ঃ দুখীয়াক পুতৌ কৰিবা, পৰৰ দ্ৰব্যলৈ মন নেমেলিবা, পৃথিৱীৰ বস্তুবোৰলৈ মায়া-মোহ নকৰিবা, জীৱন ক্ষণস্থায়ী ... আৰু কত কি?

এই ভ্ৰান্ত এথিক্সৰ মায়াত পৰি এদলে আজীৱন নিজক শোষকৰ বলি কৰি যাব লাগিছে, আনদলে তাতে আশ্ৰয় লৈ যুগে যুগে অজ্ঞ দলক শোষণ কৰি যাব

লাগিছে। এই অজ্ঞ দলে অধিকাৰ নিবিচাৰে, বিচাৰে ধনী দলৰ পুতৌ, সিহঁতৰ পৰা যিদৰে নিতৌ চুৰি-ডকাইতি কৰি নিবই লাগিছে, সিহঁতক সিহঁতে ক্ষমা কৰে, বাধা নিদিয়ে, আমৰণ কুকুৰ-মেকুৰীৰ দৰে জীয়াই থাকিও সিহঁতে জীৱনটোক অস্বীকাৰ কৰে, জীৱনটো মায়া। শোষক দলৰ সম্পত্তি ৰক্ষা কৰিবৰ কাৰণে, সিহঁতৰ বিশ্ৰামৰ কাৰণে, এই অজ্ঞ দলে গোটেই ৰাতি টোপনি খতি কৰি পাহৰা দিয়ে। অদ্ভুত ভুল! বিস্ময়কৰ শোষক দলৰ ফন্দী! ...

মুখ খুলি কোৱা নাছিল, এই কথাবোৰ মাধৱে নিজে নিজেই ভাবিছিল। ভাবিবলৈ মাধৱে সময় অতি কমেই পায়। সি ঘূৰি ফুৰিব লাগে! আজি সি অলপ সময় পাই এই কথাবোৰ ভাবিব ধৰিলে। যুগ যুগৰ সঞ্চিত ইমান প্ৰকাণ্ড এটা ভুল, একে দিনাই, অতি অলপ আয়াসতে ভাল হ'বনে? বিৱৰ্তন আৰু বিপ্লৱ— কোনটো উজু পথ? আজি পৃথিবী যি যুগান্তকাৰী বিপ্লৱৰ সন্মুখীন হৈছে সি জানো বিৱৰ্তনৰেই ফল নহয়?

বিপ্লৱ আহিছে। বিৱৰ্তনৰ ৰূপ স্পষ্ট হৈ উঠিছে জনতাৰ আত্মচেতনাৰ মাজেদি। বিৱৰ্তনৰ পৰিণতি এই বিপ্লৱ। তেন্তে তাক ৰুধিব কিহে? পৃথিবীত অস্বাভাবিক বুলি কোনো কথা নাই— সকলো স্বাভাৱিক। বিৱৰ্তন স্বাভাৱিক, বিপ্লৱ স্বাভাৱিক, জনতাৰ জাগৰণ স্বাভাৱিক, ধনিকৰ বাধাদানো স্বাভাৱিক। আৰু স্বাভাৱিক কথা যে সংখ্যাত যি সৰহ, তাৰ গতিক কেৱে ৰুদ্ধ কৰিব নোৱাৰে। তেন্তে বিপ্লৱী জনতাৰ এই মৰণপণ গতি জানো ধনী দলৰ আঘাতৰ ভয়ত ৰুদ্ধ হৈ যাব? অসম্ভৱ। অসম্ভৱ।

জয়পুৰ বাগিচাৰ বনুৱাবোৰ— সিহঁতেও জীয়াই থকাৰ দাবী উত্থাপন কৰিছে। বনুৱাৰ জীৱন পশুৰ জীৱন। সিহঁত পশুৰ দৰে ওপজে, পশুৰ দৰে থাকে, পশুৰ দৰে মৰে। কিন্তু যুগৰ বায়ুৱে সিহঁতকো স্পৰ্শ কৰিছে। সিহঁতেও মানুহ হ'বলৈ বিচাৰিছে।

সিহঁতক নতুন চেতনা দিয়াৰ মূলতে বীণা আৰু মাধৱ। বীণাৰ দেউতাক জয়পুৰ বাগিচাৰ মেনেজাৰ।

মেনেজাৰৰ জীয়েক বীণা।

বীণাই সকলো বুজি পায়। বীণাৰ দেউতাকৰ সহায়ত বাগিচাৰ মালিকে বনুৱাবোৰ শুহি শুহি খাব লাগিছে। তাৰ পৰা মেনেজাৰৰ নিজৰ লাভ বিশেষ একো হোৱা নাই, চাকৰিটো কৰি থকাৰ সুবিধা পাইছে, এয়ে লাভ। সকলো লাভ যায় বাগিচাৰ গৰাকী চাহাবৰ ভাগলৈ। অথচ বনুৱাবোৰে বিশ্বাস কৰে যে সিহঁতক শোষণ কৰাৰ মূলতে মেনেজাৰেই। কথাটো একেবাৰে অমূলকো নহয়। পাপীৰ পাপৰ অস্ত্ৰ হোৱা মানেও পাপ কৰা, চোৰক চুৰ কৰাত সহায় কৰা আৰু চুৰ কৰা একেই কথা। বীণাৰ দেউতাক সেই অপৰাধত অপৰাধী।

দুখীয়াৰ যিদৰে জাতি, ধৰ্ম, বৰ্ণ, সমাজ নাই, শোষক শ্ৰেণীৰো সেইদৰে কোনো জাতি, ধৰ্ম, দেশ, সমাজ নাই। য'তেই সি শোষণৰ সুবিধা পায়, তালৈকে সি যায়, তাতেই সি শোষণ কৰে, তাৰ ঘৰ বিলাততেই হওক বা এমেৰিকাতেই হওক। শোষকৰ কোনো নাম নাই, তাৰ নাম শোষক ...।

আজি ১১ দিনৰ মূৰত মাধৱ ঘৰলৈ ঘূৰি আহিছে। উপমা ভালে আছে। উপমাৰ ওপৰত মাধৱৰ বিশ্বাস আছে, সেই কাৰণে মাধৱে উপমাক এৰি যাবলৈ ভয় নকৰে। উপমায়ো এই কথা জানে।

বহুত দিনৰ মূৰত ঘৰলৈ নিজঞ্জাল, অকলশৰীয়া ঘৰটোলৈ ঘূৰি আহি মাধৱৰ ভাল লাগিছে। সি আজি কামৰ পৰা হাত এৰুৱাই অকণমান ভবা-মেলা কৰিবৰ সুযোগ পাইছে। বহুত দিন এই সুবিধা সি পোৱা নাই।

উপমাৰ মনটোতো বৰ আনন্দ। অকলশৰে থাকি থাকি তাইৰো আমনি লাগিছিল। দিনটো তাই ঘৰৰ ভিতৰত সোমাই থাকে, কাগজ কপি কৰি দিয়ে, আৰু ৰাতি সেইবোৰ আলোচনাত যোগ দিয়েগৈ। কিন্তু কোনো কামতে নিজৰ দায়িত্ব নাই।

মাধৱে কোনো চিঠি নিদিয়ে। সেই বাবে উপমাই বেয়া নেপায়। জানে মাধৱে অতি কম মানুহলৈকে চিঠি দিয়ে। আজি মাধৱক ঘৰত পাই উপমাই ভাল পাইছে। বহুত কথা ক'ব লগা আছে উপমাৰ। বহুত ভাল ভাল কথা। ইতিমধ্যে উপমাই জানো কমবোৰ কথা শিকিছে।

"কমল বৰুৱা মোকক্‌চাঙত আছে নহয়?" উপমাই সুধিলে।

"ওঁ চিঠি-পত্ৰ কিবা দিছে নেকি?"

"নাই দিয়া, গৈছে বুলি শুনিছিলো। তাতনো তেওঁ কি কৰিছেগৈ?"

"ৰিচাৰ্চ কৰিছে।"

মাধৱে অন্য কিবা কথা এটা ভাবি আছিল, উপমাৰ কথাৰ চুটি উত্তৰ দিলে।

"বীণাৰ লগত তেওঁৰ বিয়া হ'ব নেকি বাৰু?" অলপ পৰৰ নিস্তব্ধতাৰ পিছত উপমাই সুধিলে।

"হ'ব কিজানি।"

"বীণা জানো আপোনালোকৰ লগত নাই।" উপমাই সুধিলে।

মাধৱ উপমাৰ ফালে ঘূৰিল আৰু তাইৰ মুখলৈ চাই ক'লে, "আমাৰ লগত মানে?"

"মানে আৰু কি— আপোনালোকৰ লগত। মই সকলো ক'ব পাৰো। মোৰ পৰা লুকুৱালে কি হ'ব?"

"ক'তা? কব কিটো লুকুৱাইছো?" অলপ হাঁহি মাধৱে ক'লে।

হাঁহিৰে তাৰ হাঁহিৰ উত্তৰ দি উপমাই জোৰকৈয়ে ক'লে, "কিন্তু চাব, আপোনালোকতকৈ আমি সোনকালে আগবাঢ়িম।"

কৌতূহলেৰে মাধৱে উপমাৰ মুখলৈ চালে। উপমাই লাহে লাহে কৈ গ'ল, "আপোনালোক শিক্ষিত, আপোনালাকে কথাও বেছি বুজে, বুদ্ধিও আপোনালোকৰ সৰহ, কিন্তু আপোনালোক আমাৰ নিচিনা নহয়, আপোনালোকৰ স্বাৰ্থ আমাতকৈ কম, আমাৰ স্বাৰ্থ আপোনালোকতকৈ বেছি, কাৰণ আপোনালোকে কৰিছে লোকৰ কাৰণে আৰু আমি কৰিছো নিজৰ কাৰণে।"

"তোমালোকেনো কি কৰিছা?"

"আপোনালোকে যি কৰিছে, আমিও তাকে কৰিছো।"

"বেচতো। পিছে তোমালোকনো কোন?"

"আমি— মোৰ নিচিনাবোৰেই আমি। আমি আটাইবোৰ একে। আটাইবোৰ দুখীয়া, দুৰ্ভগীয়া, নাম নোহোৱা। আমি পঢ়া-শুনাও নেজানো, ডাঙৰ ডাঙৰ কথাও নেজানো, পিছে আমিহে আচল ভুক্তভোগী।"

মাধৱে উপমাৰ কথাত বেচ কৌতূহল বোধ কৰিলে। সঁচাকৈয়ে নতুন কথা শিকিছে উপমাই।

"ওঁ তাৰ পিছত?" মাধৱে সুধিলে।

"অপৰা জজৰ জীয়েক, বীণা মেনেজাৰৰ জীয়েক, আপুনিও মৌজাদাৰৰ ঘৰৰ ল'ৰা। আপোনালোকে দুখীয়া মানুহবোৰৰ উদ্ধাৰৰ কাৰণে কিবা কৰিলেও দুখীয়াবোৰে বৰ ভালকৈ আপোনালোকক বিশ্বাস নকৰিব, কাৰণ আপোনালোক নিজেই ধনী। কিন্তু যেতিয়া আমাৰ নিচিনা দুখীয়াবোৰে কিবা এটা কৰো, তেতিয়া সকলো আমাৰ লগ লাগিব। পিছে কি কৰিব লাগে সেইটো আমি নেজানো। সেইটো আমি আপোনালোকৰ পৰা শিকো, কাৰণ আপোনালোকে জানে। কিন্তু আচল বিপ্লৱ আপোনালোকে কৰিব নোৱাৰে। বিপ্লৱ আৰম্ভ হ'ব আমাৰ মাজত— দুখীয়াবোৰৰ মাজত। কিয়নো আমি এই সংগ্ৰামৰ পথত কেতিয়াও নিৰুৎসাহ নহওঁ।"

মাধৱে আনন্দ পালে। হাঁহি আৰু তৃপ্তিৰে আনন্দৰ এটা উল্লাসত "ওঁ" উচ্চাৰণ কৰি মাধৱে ক'লে, "এইবোৰ পিছে বক্তৃতা দিছানে, সঁচাকৈয়ে বুজিবাজি কৈছা?"

"বক্তৃতা আমি নিদিওঁ, আপোনালোকেহে দিয়ে। আমি কেৱল সংগ্ৰাম কৰো, সংগ্ৰাম কৰাই আমাৰ জীৱন।" উপমাৰ মাতত আত্মপ্ৰত্যয়ৰ তেজস্বিতা।

"আমাক তেনেহ'লে তোমালোকে বিশ্বাস নকৰা?"

"মই হয়তো আপোনাক বিশ্বাস কৰো। কিন্তু সকলো দুখীয়াই যে আপোনালোকৰ দৰে সকলো মানুহক বিশ্বাস কৰিব পাৰে, সেই কথা মই নেভাবো।"

উপমাৰ কথা শুনি মাধৱ মনে মনে থাকিল। উপমাই সঁচা কথাকে কৈছে। যি নিজে ৰোগত ভোগে সিহে আৰোগ্য হ'বৰ কাৰণে ঔষধ বিচাৰে, আৰু যিমান তিতাই হওক, ঔষধ খায়। অন্য নিৰোগীবোৰৰ নিচুকনিত সান্ত্বনা পালেও আৰোগ্যতো নহয়। যাক হুলে বিন্ধিছে, সিহে বুজে বিষ কিমান আৰু কাঁইট গুচাবৰ কাৰণে চেষ্টাও কৰে সিহে।

আমাক তেন্তে ইহঁতে বিশ্বাস নকৰে, তেন্তে অবিশ্বাসৰ ভিত্তিত বিপ্লৱ গঢ়ি উঠিব জানো? যাৰ কাৰণে এই সংগ্ৰাম, সিহঁতেই যদি নিঃসন্দেহে ইয়াক গ্ৰহণ কৰিব নোৱাৰে, তেন্তে বিপ্লৱ জয়ী হ'ব জানো?

সঁচা উপমাই ঠিকেই কৈছে। আমাক কেনেকৈ বিশ্বাস কৰিব সিহঁতে? হয়তো আমাক বিৰাল-তপস্বী বুলি ভাবিছে। অপৰাৰ দেউতাকে বহুত দেশকৰ্মীক, বহুত ৰাজনৈতিক সংগ্ৰামকামী ডেকাক জেললৈ পঠাইছে, বীণাৰ দেউতাকে এখন বাগিচাৰ শ শ বনুৱাক শোষণ কৰাত মালিকক সহায় কৰিছে। আৰু মই— মই মৌজাদাৰৰ ঘৰৰ ল'ৰা। খাজনা দিব নোৱাৰা দুখীয়া ৰায়তৰ মাটি নিলাম দি, ক্ৰোক দি, মিৰান লৈ, জৰিমনা লৈ হাৰাশাস্তি কৰিছো।

আমাক কেনেকৈ বিশ্বাস কৰিব? কেনেকৈ কৰিব? আৰু যদি বিশ্বাস নকৰে, তেন্তে? ...

"আপুনি বাৰু কি ভাবিছে?" উপমাই সুধিলে।

"এৰা উপমা। তুমি কিজানি ঠিকেই কৈছা। কিন্তু আমাক বিশ্বাস নকৰিলে জানো চলিব?"

"নচলে। সেই কাৰণেই আমি আপোনালোকৰ লগ লাগিছো। যাতে আপোনালোকে আমাক বিপথে নিব নোৱাৰে, আমাক ঠগিব খুজিলে যাতে আমাৰ হাতত আপোনালোক ধৰা পৰি যায়।"

"তথাপি উপমা, তোমালোকে আমাক বিশ্বাস কৰিব লাগিব, নহ'লে সকলো ব্যৰ্থ হ'ব।"

"সেই বাবে আপোনালোকে অকণো চিন্তা কৰিব নেলাগে। যেতিয়ালৈকে আপোনালোকে আমাক ঠগিবলৈ নিবিচাৰে, তেতিয়ালৈকে আমাৰ সহযোগিতা আপোনালোকে সদায় পাব। কিন্তু যেতিয়াই আপোনালোকে আমাক এৰিবলৈ চেষ্টা কৰিব, তেতিয়াই আমি আপোনালোকক এৰি অকলে সংগ্ৰাম আৰম্ভ কৰিম।"

এটা আশাত মাধৱৰ মুখখন উজ্জ্বল হৈ উঠিল। উপমাৰ নিচিনা এজনী সাধাৰণ ছোৱালীও অসাধাৰণ হোৱাৰ পথত আগবাঢ়িছে কিহৰ বলত? ...

"সেইটোকে আমিও বিচাৰিছো, বুজিছা উপমা, ইন্‌টেলেক্‌চুৱেল মধ্যবিত্ত শ্ৰেণীটোৱে যি বিপ্লৱ আৰম্ভ কৰিছে, সেই বিপ্লৱ যাতে সৰ্বসাধাৰণে নিজৰ কৰি লয়, আমি নেথাকিলেও, আমি আঁতৰি গ'লেও যাতে বিপ্লৱ চলি থাকে, সেইটোকে আমি বিচাৰো।"

"সেই কাৰণে আপোনালোকে অকণো চিন্তা কৰিব নেলাগে। যদি আপোনালোকৰ স্বাৰ্থ নাই, তেন্তে আপোনালোকেও বিপ্লৱৰ পৰা নিজক একৰাই আনিব নোৱাৰে। আৰু আমাৰ স্বাৰ্থ ব্যক্তিগত নহয়। সি সকেলাৰে স্বাৰ্থ।

খেতিৰ সময়ত বৰষুণ দিলে যেনেকৈ সকলো খেতিয়কে সমানে ভাল পায়, তেনেকৈ বিপ্লৱৰ ফলাফলৰ ওপৰত যি বিশ্বাস কৰে, সি তাত নিঃস্বাৰ্থ আনন্দকেই পায়।"

মাধৱ মনে মনে থাকিল। সঁচা, উপমাই বহুত কথা শিকিছে। উপমাৰ জীৱনত দুখৰ অভিজ্ঞতা বহুখিনি। হয়তো তাৰেই জীৱন্ত প্ৰতিক্ৰিয়া।

কিছু পৰৰ মূৰত উপমা মাধৱৰ একেবাৰে কাষলৈ আহিল, আৰু সৰু সৰুকৈ ক'লে, "এটা কথা ক'ব পাৰে?"

"কি?" মাধৱেও সৰুকৈয়ে ক'লে।

"চি. আই. ডি. ইন্সপেক্টৰ চৌধুৰীৰ পুতেক দেৱব্ৰতো আমাৰ লগত আছে।"

"কি?" বিস্ময়েৰে মাধৱে ক'লে।

"দেৱব্ৰত।"

"তেন্তে জেল পাবলৈ আৰু তোমালোকৰ বেছি দিন নাই।"

"কিয়?"

"তোমালোকক ধৰাই দিব পাৰিলে যে বাপেকৰ একেবাৰেই প্ৰমোচন হৈ যাব। সিমানটোও তোমালোকে বুজা নাইনে?"

"কিন্তু সেয়ে হোৱা হ'লে দেখোন কেতিয়াবাই ধৰাই দিব পাৰিলেহেঁতেন। পিছে তেওঁ যে আমাৰ লগতে কাম কৰি ফুৰিছে।"

"এৰা —" অমীমাংসিতভাৱে মাধৱে ক'লে।

"কি?"

"মোৰ মনেৰে সি বাপেকৰ হৈ কোনোবা ডাঙৰ 'অপৰাধীক' ধৰিবলৈ তোমালোকৰ লগ লাগিছে। তাক বাদ দিয়া ভাল আছিল।"

"যি আমাক বিচাৰি আহে তাক আমি ঘূৰাই নপঠাও। দেৱব্ৰত এটা, আমি হেজাৰ হেজাৰ। আমাৰ কি অপকাৰ কৰিব?"

"আমি ভবাৰ দৰেই সকলো কথা হ'লে পৃথিৱীখন এনেকুৱা নহ'লহেঁতেন।"

দুয়ো মনে মনে থাকিল।

গধূলি দুয়ো বহি ভাত খাইছিল। বহুত দিন মাধৱে ঘৰত ভাত খোৱা নাই। উপমাৰ ৰন্ধাখিনি মাধৱৰ বেচ ভাল লাগিল।

অন্য কথাৰ মাজতে মাধৱে সুধিলে, "এটা কথা মই লক্ষ্য কৰিছো উপমা, এই যে বিপ্লৱ আৰু সংগ্ৰামৰ মাজেদি নতুন সমাজ প্ৰতিষ্ঠাৰ আদৰ্শ, সেই আদৰ্শক পুৰুষসকলতকৈ আমাৰ তিৰোতাসকলেই বেছি আগ্ৰহ আৰু আস্থাৰে গ্ৰহণ কৰিছে। কিয় বাৰু ক'ব পাৰানে?"

"কাৰণ আমাৰ পুৰুষসকলতকৈ তিৰোতাবোৰ বেছি নিৰ্যাতিতা, কেৱল টকা-পইচাৰ অভাৱেই নহয়, সমাজৰ সকলো অবিচাৰৰ মাৰ পৰিছে তিৰোতাৰ ওপৰতে, সেয়ে বিপ্লৱত আগশাৰী ল'বলৈ ওলাই আহিছে তিৰোতাবোৰ।"

মাধৱে নীৰৱে উপমাৰ কথাত সমৰ্থন জনালে।

ভাত খাই উঠি মাধৱে ক'লে, "মোৰ টোপনি লাগিছে। মই সোনকালে শুই থাকিম দেই।"

"মই বিছনা পাৰি থৈছো," উপমাই ক'লে।

বিছনাত পৰি মাধৱে টোপনি যাবৰ চেষ্টা কৰিলে। নানা চিন্তাই মাধৱৰ মনটো জুমুৰি দি ধৰিলেহি।

উপমা সোমাই আহি মাধৱৰ বিছনাতে বহিল, আৰু তাৰ চুলিবোৰ হাতেৰে ঠিক কৰি দি দি ক'লে, "আজিকালি মোক সকলোৱে মৰম কৰে —"

"মোক কিন্তু কোনোৱেই নকৰে —" মাধৱে ক'লে।

"মিছাকৈ নক'ব। আপোনাক কোনে মৰক কৰে মই জানো, নহ'লে মোক এৰি থৈ আপুনি ইমান দূৰে আঁতৰি নেথাকে।" হাঁহি মাধৱে উপমাৰ নাকটোত ধৰি এটা টান দিলে।

জুই বিয়পি পৰিছে। ক্ষুদ্ৰ অগ্নিস্ফুলিঙ্গ প্ৰান্তে প্ৰান্তে প্ৰকাণ্ড বহ্নিযজ্ঞৰ উত্তাপ লৈ সিঁচৰি পৰিছে। এই জুইত অকল পোহৰেই নহয়, তাপো আছে, আৰু এই তাপে বহুত দিন চেঁচুকত পৰি থকা এন্ধাৰ ঘৰ-বাৰীবোৰো উত্তপ্ত কৰি তুলিছে।

এই জুইৰ এটা ফিৰিঙতি পৰিল জয়পুৰ বাগিচাত। বাগিচাখন ডাঙৰ। বনুৱা আছে প্ৰায় আঠশ। পুৰণি বাগিচা। আমাৰ দেশী মানুহৰ বাগিচাতকৈ চাহাবৰ বিধি ব্যৱস্থা বহুত ভাল। তাৰ চাহপাতো ভাল বুলি এটা খ্যাতি আছে।

বিৰাট এটা কলঘৰ। কলঘৰৰ চাৰিওফালে অলপ আঁতৰতে লাইনবোৰ। চাপৰ চাপৰ আন্ধাৰ কিছুমান ঘৰ। ঘৰবোৰৰ জীৱনৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ লিখা হয়। সিহঁতৰ দৈন্য, সিহঁতৰ অভাৱ, সিহঁতৰ দাৰিদ্ৰ বছৰে বছৰে বাঢ়ি যায়, আৰু সেইবোৰ শেষ নৌ-হওঁতেই জীৱনৰ দিনবোৰ শেষ হৈ যায়।

কিন্তু দাৰিদ্ৰৰ নিষ্পেষণত হীন হোৱা সিহঁতৰ জীৱনৰ মাজলৈ নতুন দিনৰ কিৰণ অহাৰ উপক্ৰম হৈছে। হয়তো এই উত্তাপৰ উন্মেষতে সিহঁত আত্মসচেতন হৈ উঠিছে।

সিহঁতৰ প্ৰাণলৈ এই উত্তাপৰ, এই পোহৰৰ উজ্জ্বল শিখা আনিছে বীণাই, মেনেজাৰৰ জীয়েক বীণা। বাপেকে এতিয়াও ক'ব নোৱাৰে। কিন্তু নতুনকৈ অহা চাহাবজনে অলপ অলপ কথা গম পাইছে। বনুৱা চৰ্দাৰ জীৱনক দি তেওঁ গুপুতে দিনৰ বাতৰি দিনে ল'ব লাগিছে। প্ৰভুভক্ত জীৱনেও য'ৰ পৰা যেনেকৈ পাৰে, বাতৰি আনি চাহাবক যোগায়হি। চাহাব অলপ সন্ত্ৰস্ত। কিন্তু বাহিৰে শান্ত।

বনুৱাবোৰৰ মানত বীণা এগৰাকী দেৱী। বীণাৰ ওপৰত সিহঁতৰ অবিচলিত বিশ্বাস আৰু গভীৰ, অচঞ্চল আস্থা। সহজভাৱে বীণাই সিহঁতক ধনতন্ত্ৰৰ শোষণ ক্ৰিয়াৰ স্বৰূপটো বুজাই দিয়ে। সিহঁতে বীণাৰ কথা দৈৱবাণী শুনাৰ দৰে শুনে।

গোপাল আৰু চামৰীৰ ল'ৰা-ছোৱালী নাই। চল্লিশৰ ডেওনা পাৰ হৈছে। মাজে মাজে দুয়োটাই লাওপানী খাই কাজিয়া কৰে। গোপালে কেতিয়াবা অন্যৰ লগতো মাৰপিট কৰে। সি অলপ গোঁৱাৰ ধৰণৰ। কেতিয়াবা কাৰো কথা নুশুনে, কেতিয়াবা আকৌ একেবাৰে বাধ্য।

গোপালৰ ঘৰ দীঘলীয়া এটা লাইনৰ এমূৰে। তাৰ সিফালে বাগিচা নাই, আছে ধাননি পথাৰ। এই ধাননিও বাগিচাৰে অন্তৰ্গত। বনুৱাবোৰেই তাত ধান ৰোৱে।

গোপালে আগে কলঘৰত কাম কৰিছিল। তাতে অলপ মিস্ত্ৰী কাম শিকিছিল। তাৰ পিছত সি বাগানৰ এখন লৰীৰ হেণ্ডিমেন আছিল। আজিকালি নিজেই লৰী চলায়। লৰী চলাই তাৰ নিজক অন্য বনুৱাবোৰতকৈ ডাঙৰ যেন লাগে। তেতিয়া সি গৰ্হীন হৈ পৰে।

বৰ্তমান আছুৰফ এই গোপালৰ ঘৰতে আছে। কলঘৰত কাম কৰা বুলি তাৰ যিকণ প্ৰতিপ্ৰত্তি আছিল, তাৰে বলত সি ক'ৰবাৰ কেইটামান পৰি থকা টিংপাত আনি তাৰ লাইনৰ ঘৰটোৰ গাতে লগাই চাপৰ চালি এখন দি লৈছে। বীণাই যেতিয়া তাক ক'লে যে আছুৰফক ক'ৰবাৰ এডোখৰ নিৰাপদ ঠাইত ৰাখিব লগা হৈছে, গোপালে একে আষাৰেই ক'লে, "মোৰ ঘৰত লই আহ বীণা মাই। মোৰ ঘৰত অইন কোনোবা ছালা আহিবতো, চাফা কৰি দিম। লৈ আহ, আজিয়ে লৈ আহ। আমি বাহিৰৰ ঘৰত থাকিম, সি ভিতৰত থাকিব।"

কোৱাৰ লগে লগে গোপালে তাৰ লাম-লাকটুখিনি ভিতৰৰ পৰা বাহিৰৰ চালিখনৰ তললৈ উলিয়াই আনিলে। চামৰীক ক'লে, "ঘৰৰ ভিতৰটো ভালকৈ ঝাড়ু দে। ৰহ্ ভিতৰটো বৰ আন্ধাৰ, অলপ ইটা খহাই দিওঁ। ছালা চাহাবে ঘৰ বনায়, বতাহো আহিব নোৱাৰে।"

কথাৰ লগে লগে সি এডাল জোঙা লোহা লৈ দক্ষিণ ফালৰ পুৰণি ইটাৰ বেৰখনত খোঁচ ধৰিলে। পুৰণি ইটা জৰ্জৰ্ কৰে এৰাই গ'ল। এটা বহল বিন্ধা ওলাল বেৰখনত। এজাক বগা পোহৰ হঠাৎ বহুত দিনৰ পৰা আন্ধাৰ হৈ থকা মজিয়াখনত পৰিলহি।

"হোঃ ঠিক আছে। বীণা মাই চাহিচোন ঠিক হৈছেনে?" বীণা তাৰ ঘৰটোৰ ভিতৰলৈ সোমাই আহিল। ঘৰটোৰ ভিতৰত বহুকালৰ ধোঁৱা আলাঙ্কুভৰা; বেৰ-মজিয়া সকলো ক'লা।

"অলপ নতুন মাটি দি বেৰবোৰ মচি দিব পাৰিবিনে চমৰী?" বীণাই সুধিলে।

"পাৰিম বীণা মাই।"

পিছদিনা মাজৰাতি অপৰা, বীণা, মাধৱহঁতে আছৰফক তালৈ লৈ আহিল। এতিয়া বীণাৰ পৰা আছৰফ বেছি দূৰত নাই। বাগিচাখনৰ দুটা মূৰত দুয়ো থাকে। আনে নেজানে, জানো মাথোন সিহঁতকেইটাই।

চমৰী আৰু গোপাল চালিখনৰ তলত শোৱে।

ৰাতি পলাই পলাই বীণা আছৰফৰ ওচৰলৈ যায়। তাৰ স্বাস্থ্যৰ উন্নতি হোৱাৰ আশা নাই। কিন্তু বিনা-শুশ্ৰূষাত মৰিবলৈ এৰি দিবলৈ বীণাৰ বেয়া লাগে। বেচেৰা যে এই বহল পৃথিৱীত একেবাৰে অকলশৰীয়া। মুক্তভাৱে জীয়াই থকাৰ অধিকাৰ তাৰ নাই— কাৰণ সি সঁচা কথা কয়। সঁচা কথা ক'বলৈ বিচাৰে। সেইটো অপৰাধ।

কলঘৰৰ পৰা আহি, নাইবা লৰীখন গেৰেজত থৈ আহি গোপাল ঘৰটোৰ ভিতৰলৈ সোমাই যায়। ওচৰলৈ গৈ সি চায়, টোপনি গৈ আছে নেকি? আছৰফৰ টোপনি থাকিলে সি তাৰ খহটা, ময়লা লগা হাতখন হাফপেণ্টটোত এবাৰ মোহাৰি আছৰফৰ কপালত দিয়ে, চায়— তাৰ কিমান জ্বৰ আছে। আৰু একো নোকোৱাকৈ মনে মনে বাহিৰলৈ ওলাই আহে।

সি সিহঁতৰ চালিখনৰ তললৈ যায়, আৰু চমৰী কামৰ পৰা নহাৰ কাৰণে বিৰক্ত হৈ বহি পৰে। সদায়নো কিয় তাই তাতকৈ দেৰিকৈ আহে? ঘৰত এটা বেমাৰী মানুহ পৰি আছে তাই নেজানে নেকি?

কাচিৎ কেতিয়াবা যদি চমৰী তাতকৈ সোনকালে আহে, সি সোধে, "কেনেকুৱা আছে?"

"ভাল আছে —" চমৰীয়ে কয়, সি আশ্বস্ত হয়

যিদিনা সি আহি আছৰফক সাৰ পাই থকা পায়হি, সেইদিনা সি ওচৰলৈ গৈ মাতে, "আছৰফ ভাই।"

"আহিলি গোপাল ভাই?"

"হয় আহিলো। ছালা ইমান কাম কৰিব লাগে— তই আজি কেনেকুৱা পাইছ?"

"ভালেই আছো। আছৰফে কয়।

সি আৰু চমৰী দুয়োটাই দৰমহা পোৱাৰ দিনা আছৰফৰ কাৰণে হাটৰ ওলোৱা কল, নাৰিকল, গোমধান, চ'ডাপানী— যি পায় লৈ আহে। দুয়ো বেলেগ বেলেগকৈ আনে যেন কোনে কিমান বস্তু আছৰফলৈ আনিব পাৰে তাৰে প্ৰতিযোগিতা সিহঁতৰ মাজত।

আছৰফে সিহঁতক একো নকয়। সিহঁতৰ কাৰণে মৰমত তাৰ চকুৰ কোণেদি দুটোপা তপত পানী বাগৰি আহে।

চমৰীয়ে কয়, "কি যে গেলা বজাৰ, একো এটা ভাল বস্তু পাবলৈ নাই। খাচোন, এই কলটো। এইটো কিজানি মিঠা হ'ব পায়। বৰতমানি কল।"

আছৰফে তাইৰ পৰা কলটো হাত পাতি লয় আৰু বৰ ইচ্ছা নথকা সত্বেও কলটো খায়। চমৰীয়ে বৰ ৰং পায়। তাই অন্যান্য বস্তুবোৰো তাৰ বিছনাখনৰ কাষলৈ চপাই দিয়ে।

চমৰী ওলাই যোৱাৰ পিছত আছৰফে বেৰৰ সেই বহল খিড়কীটোৰেদি বাহিৰৰ ফালে চায়। এখন বৰ্ণহীন আকাশ তাৰ চকুত পৰে। আকাশখনৰ বুকত যেন মৰণৰ ৰহস্য ভৰা ধূসৰত দিগন্ত প্ৰসাৰি বিয়পি পৰিছে। সি চাই থাকে। সি থকা পৃথিৱীখন তাৰ অচিনাকি যেন লাগে। দূৰত সি শুনে কোনোবা এটা পথিক পখীৰ এটি গীত। কোনে যেন কান্দে!

অপৰা কিছুদিনৰ কাৰণে অন্য এঠাইলৈ আঁতৰি যাব লগা হৈছে। মাধৱৰো অলপ আঁতৰি থকাৰ প্ৰয়োজন। আছৰফ বীণা আৰু মাষ্টৰৰ হাতত। মুকুন্দ মাষ্টৰৰ ঘৰো দূৰত— দিনে-গোহৰে আহিব নোৱাৰে।

দিনে একোবাৰকৈ বীণা আহি আছৰফৰ খবৰ কৰি যায়, ঔষধ শেষ হ'লে দি থৈ যায়হি। এতিয়া গোপাল আৰু চমৰীৰ ওপৰত কিছু নিৰ্ভৰ কৰিব পৰা হৈছে।

এদিন আবেলি মেনেজাৰক লগত লৈ চাহাব বাগান চাবলৈ আহিল। আহি আহি কুলী লাইনৰ মূৰ পালেহি। হঠাৎ গোপালৰ ঘৰটোত চকু পৰাত বেৰখনৰ ভগাডোখৰ চকুত পৰিল।

গোপালে চালাম দি ওচৰতে থিয় দি আছিল। চাহাবে মেনেজাৰৰ হতুৱাই সোধালে সেইডোখৰ কেনেকৈ ভাগিল।

কিজানি কি ভাবি গোপালে ক'লে, "ময়ে ভাঙিলো।"

"কেনেকৈ ভাঙিলি"

"চাবল মাৰি।"

"কি?" বিস্ময়েৰে মেনেজাৰে সুধিলে।

"ভিতৰটোত বৰ আন্ধাৰ হৈ থাকে, সেই কাৰণে ভাঙি দিলো।"

তাৰ কথা শুনি মেনেজাৰ অবাক হ'ল। ই কয় কি? ওখ চাহাব তাৰ বেৰখনৰ কাষ চাপি গ'ল আৰু বিন্ধাটোৰেদি ভিতৰলৈ চালে। দেখিলে আছৰফ শুই আছে।

"সেইটো ভিতৰত কোন?"

চাহাবৰ প্ৰশ্নটো শুনি মেনেজাৰেও ভিতৰলৈ চালে, আৰু চাহাবৰ ইংৰাজী প্ৰশ্নটো অসমীয়া কৰি গোপালক সুধিলে, "ভিতৰত সেইটো কোন?"

কথাষাৰ শুনি গোপালে অলপ থতমত খালে। সি অলপ আঁতৰত থিয় দি থকা চমৰীৰ মুখলৈ চালে, বিশেষ ব্যস্ত নোহোৱাকৈ চমৰীয়ে ক'লে, "সি মোৰ ভাই আছে।"

"তোৰ ভাই?"

"ই মোৰ ভাই। সি ফাণ্টু, জ্বৰ হৈছে।" চমৰীয়ে ক'লে।

"তাক হাস্পতাললৈ পঠিয়াই নিদিয় কেলেই?"

"নাই, অলপ জ্বৰ হৈছে, ভাল হ'ব। তাতে সি ফাণ্টু।"

মেনেজাৰে আৰু একো নক'লে।

দুয়ো গুচি গ'ল।

অলপ পৰৰ মূৰত আছৰফে মাতিলে, "গোপাল ভাই —"

গোপাল ভিতৰলৈ সোমাই গ'ল। চমৰীও গ'ল।

"কোন আহিছিল গোপাল ভাই?"

"সেই বকৰা মেনেজাৰ আৰু বৰ চাহেব।"

চমৰী তাৰ কাষলৈ আহিল আৰু নম্ৰ মাতেৰে ক'লে, "আচৰপ ভাই, তই বেয়া পাইছ নেকি? বৰ চাহেবৰ আগত তোক মোৰ ভাই বুলি ক'লো। নহ'লে কি বিশ্বাস!"

করুণ এটা হাঁহি মাৰি আছৰফে ক'লে, "মই কি তোৰ ভাই নহওঁ নেকি? চমৰী বহিন।"

চমৰীয়ে ক'লে, "মইতো ভায়েই ভাবো। কিজানি তই বেয়া পাইছ, সেই বুলিহে কৈছো।"

"মই খুব ভাল পাইছো বহিন।" আছৰফে ক'লে।

গোপাল আৰু চমৰী দুয়োটাই বৰ ৰং পালে।

যি দিনা ৰাতি বীণা আহিব নোৱাৰে, সেই দিনা যদি গা ভাল থাকে, আছৰফে গোপাল আৰু চমৰীক লাহে লাহে কয়, "তহঁতক বহুত ঠগিছে বুজিছ গোপাল ভাই। অকল তহঁতকে নহয়, তহঁতৰ নিচিনা, আমাৰ নিচিনা লাখ লাখক ঠগিছে। তহঁতে বুজিব নোৱাৰ।"

"নাই আৰছপ ভাই, মই চব বুজিছো, আৰু ঠগিবতো ঠিক কৰি দিম —" গোপালে ক'লে।

"কাক ঠিক কৰি দিবি?"

"বৰ চাহেবক?"

"কোন বৰ চাহেবক?"

"আমাৰ বাগানৰ বৰ চাহেবক।"

"পিছে অন্য বৰ চাহেবতো বহুত আছে —"

"ওঁ আছেতো। বহুত আছে।"

"সিহঁতক পিছে কোনে ঠিক কৰিব?"

"আৰু আমাৰ নিচিনা বহুত আছে নহয়, সিহঁতে।"

"পিছে সিহঁতক যে ঠগিছে, সেই কথা সিহঁতে বুজিয়েই নেপায়।"

"নাই, আচ্‌ৰপ ভাই, আজিকালি চবে বুজি পায়।"

"বুজি পালেতো বৰ ভাল কথা। পিছে এটা কথা জান?"

"কি?"

"যি আমাক ঠগিছে, সিহঁত সকলো একমত। আমিহে গাইগুটীয়া।"

"আমিও একমত হ'ম। তেতিয়া সিহঁতে কি কৰিব?"

"ওঁ একমত হোৱাটোৱেই প্ৰধান কথা। সকলো দুখীয়া যদি একমত হয়, তেন্তে সকলো ধনী লগ লাগিও আৰু একো কৰিব নোৱাৰে। আমি সিহঁতকৈ বহুত বেছি।"

গোপালে আৰু একো নকয়। চমৰীয়ে আছৰফক কথা ক'বলৈ হাক দিয়ে। বেছি কথা কোৱা তাৰ কাৰণে বেয়া। গোপালে মনে মনে কিবা এটা সংকল্প কৰে। হয়তো সাংঘাতিক কিবা এটা।

দূৰে দূৰে কুলীবোৰে মদ খাই কাজিয়া কৰাৰ শব্দ আহি সিহঁতৰ কাণত পৰেহি। গোপালৰ সিহঁতৰ ওপৰত খং উঠে। একে ধমকিয়ে যেন সিহঁত সকলোকে সি বন্ধ কৰি দিব।

আছৰফৰ ভাগৰ লাগে। তাৰ বুকুখন বিষায়। তাৰ শেঁতা পৰা মুখখনত ক্লান্তি বিয়পি পৰে।

চমৰীয়ে বুজি পায়। তাই তাৰ কপালত হাত দি চায়— তাৰ কিমান তাপ আছে। তাৰ পিছত তাই লাহে লাহে কয়, "তই ঘুমাই থাক আছৰপ ভাই।"

"তয়ো শোঁগে যা বহিন। ৰাতি বহুত হ'ব পায়।"

"ওঁ' ময়ো শুম। তই ঘুমা।"

আছৰফে চকু দুটা মুদি টোপনি যাবৰ চেষ্টা কৰে। কৰুণা-কোমল চকু দুটাৰে তাৰ মুখলৈ চাই চমৰী বহি থাকে।

ৰাতি গভীৰ হয়।

গাঁৱৰে কৈৱৰ্তৰ ল'ৰা জয়কান্তৰ লগত ৰজনী পেহীয়ে মন্দিৰাৰ বিয়া দিয়াৰ চেষ্টা কৰিছে। জয়কান্ত যদিও দুখীয়া তথাপি ল'ৰাটো আৰু মানুহঘৰ বেয়া নহয়। গাঁৱৰ ল'ৰা যদিও, জয়কান্ত নগৰ-চহৰৰ লগত একেবাৰে অপৰিচিত নহয়। সি পাঠশালা পাছ কৰিছিল। ইংৰাজীহে নেজানে। পিছে ইংৰাজী নহ'লে কিবা আৰু মানুহেই নহয়নে? অৱশ্যে ৰজনী পেহীয়েও এই কথা জানে যে মন্দিৰাৰ উপযুক্ত দৰা সেই ডোখৰত নাই। তাই দেখাত যিদৰে ধুনীয়া, কথাই কামেও আন ছোৱালীতকৈ আগবঢ়া। ভয় কাক বোলে তাই নেজানে। কিবা কোনোবা জনমৰ পাপৰ ফলতহে তাই কৈৱৰ্তৰ ঘৰত জন্মিল— মাকে ভাবে। তাই ইংৰাজীও কেইবা শ্ৰেণীও পঢ়িছিল, আনকি ইংৰাজী বাতৰিকাকতো ফৰফৰাই পঢ়িব পাৰে।

কিন্তু ৰূপ গুণ থাকিলেই নহয়, ভাগ্যও লাগে। কৈৱৰ্তৰ ছোৱালী— অন্যে তাইক কোনে বিয়া কৰাব?

মন্দিৰা কিন্তু স্পষ্ট— যাতে-তাকে তাই কেতিয়াও বিয়া নকৰায়। লাগিলে গোটেই জীৱন আবিয়ৈ হৈয়ে থাকিব, তেও তাইৰ মন নোখোৱা কোনোবা এটাক বিয়া নকৰায়।

"তোৰ মনখোৱা ৰজাৰ কোঁৱৰটো কোন দিনা আহি ওলাবহি, এতিয়া তালৈ বাট চাই থাকিলেই হ'বনে? মোৰ জীউটো আজি হাড়ৰ মাজত সোমাই আছে, আছো। চকু দুটা মুদিলে তোক কোনে চাব?" ৰজনী পেহীয়ে কয়।

"নাহে যদি নেলাগে আহিব। বিয়া নহ'লে মই মৰি নেযাওঁ। সংসাৰখন আছে, থাকিম। কৈৱৰ্ত হৈ উপজিলো বুলি, কৈৱৰ্ত হৈয়ে মৰিম নেকি? তই মৰ যদি মৰ, মই তেনেকৈ নমৰো, কিবা এটা কৰিহে মৰিম।"

"কিটো কৰিবি? সাত পুৰুষ আমাৰ তেনেকৈয়ে গ'ল। এতিয়া তই কি নতুন এটা কৰিবি?" ৰজনী পেহীয়ে কয়।

"একো কৰিব নোৱাৰিলেও অন্যৰ নিচিনাকৈ যাকে-তাকে বিয়া কৰাই বুঢ়ী হ'বলৈ নেযাওঁ। ইঃ যেন সংসাৰত বিয়া হোৱাৰ বাহিৰে আৰু কামেই নাই।" উচাট মাৰি মন্দিৰা মাকৰ ওচৰৰ পৰা গুচি যায়।

মাকেও মন্দিৰাৰ মনটো বুজে। মাকেও ভাবে যদি ক'ৰবাৰ ভাল বংশৰ ভাল ল'ৰা এটালৈ মন্দিৰাক বিয়া দিব পৰা হ'লহেঁতেন। কিন্তু কোনে বিয়া কৰাব?

মন্দিৰাৰ কমলৰ কথা মনত পৰে। কমলে তাইক মৰম কৰে। কিন্তু সি জানো তাইক বিয়া কৰাব? কিয় কৰাব? কমলৰ বিয়া হ'ব বীণাৰ লগত। বীণাৰ লগত— কাৰণ বীণা কৈৱৰ্তৰ ছোৱালী নহয়। বীণা ধনী মেনেজাৰৰ জীয়েক। ওঁ মেনেজাৰ ধনী, বীণা ধনী। ধনী নহ'লে কমলক পাবৰ যোগ্যতা কাৰো নাই। কিন্তু

তাই যদি ধনী হ'লহেঁতেন, বীণাৰ নিচিনা হ'লহেঁতেন, তেতিয়াও জানো কমলে তাইক বিয়া কৰালেহেঁতেন? নকৰায়। কাৰণ তাই হীনকুলৰ ছোৱালী। কিন্তু দুখীয়া হোৱা আৰু কৈবৰ্ত হোৱা এই দুটাৰ এটাৰ কাৰণেও তাই নিজে দায়ী নহয়।

কোন দায়ী তেন্তে?

সমাজ! এৰা, ধনী আৰু উচ্চ সমাজ!

তেন্তে সেই সমাজ তাইৰ শত্ৰু, তাইৰ বংশৰ শত্ৰু, তাইৰ সম্প্ৰদায়ৰ শত্ৰু। ময়ো সেই সমাজৰ শত্ৰু, যি সমাজৰ অবিচাৰৰ ফলত আজি মই হীন, আজি মই দুখীয়া— মন্দিৰাই নিজকে কয়।

বীণাৰ ওপৰত অকাৰণতে মন্দিৰাৰ খং উঠে। কমলৰ ওপৰতো অভিমান হয়। নৃতত্ত্ব, সমাজতত্ত্ব পঢ়িলে কি হ'ব? আজিলৈকে মানুহ কি তাকে বুজিব নোৱাৰিলে। মন্দিৰাই অভিযোগ কৰে।

কমলৰ ওপৰত মন্দিৰাৰ খং আৰু এটা কাৰণত— সি নিজে আজিলৈকে এখনো চিঠি তাইলৈ, ঠিক তাইলৈ দিয়া নাই। যি দুখন নে এখন চিঠি দিছে, সেইকেখন তাৰ নিজৰ স্বাৰ্থত। তাই কমলৰ ওপৰত এটা আচৰিত অভিযোগ আনে— মোক তেওঁ ভাল নেপাব কিয়? মই জানো বীণাতকৈ দেখিবলৈ বেয়া? টকা নাই কাৰণে পঢ়িব নোৱাৰিলো। কিন্তু মই বীণাতকৈ বেয়া নহয়, কেতিয়াও বেয়া নহয়। সেইদিনা অকলে পাই চুমা খালে। চুমা খাবলৈ যদি বেয়া নহয়, বিয়া কৰাবলৈ, ভাল পাবলৈ কিয় বেয়া? মোক তেওঁ ভাল পাবই লাগিব। পাবই লাগিব— নহ'লে —"

কিন্তু কমলে যদি তাইক ভাল নেপায় তেন্তে তাই কি কৰিব ভাবি নেপায়। অকাৰণতে তাইৰ নিজৰ ওপৰতে খং উঠি যায়। তাই চুলিবোৰ মেলি টানিব ধৰে।

জয়কান্তৰ ঘৰৰ মানুহ ৰজনী পেহীৰ ঘৰলৈ অহা-যোৱা কৰে। মন্দিৰাই সিহঁতক চিনি পায়, সিহঁত কিয় আহিছে বুজে। সিহঁত আহিলেই তাই পিছ দুৱাৰেদি ঘৰৰ পৰা ওলাই যায়। সিহঁতবোৰৰ ওপৰতো তাইৰ খং উঠে। তাইৰ যদি মন যায় তাই জয়কান্তক নিজেই বিয়া কৰাব। ইহঁতবোৰ মিছাতে আহে কিয়?

ৰজনী পেহীয়ে কিন্তু আথবেথ কৰি জয়কান্তৰ ঘৰৰ মানুহৰ আলপৈচান ধৰে। মিতিৰৰ ঘৰৰ মানুহক ভালকৈ সোধপোছ কৰা দৰকাৰ।

সিহঁতক ছোৱালী সোনকালেই লাগে। ল'ৰাটোৰো বয়স প্ৰায় কুৰি পাৰ হওঁ হওঁ। আন আন ল'ৰাই ১৮ বছৰতে বিয়া কৰায়।

পেহীয়ে আজিলৈকে মন্দিৰাক মান্তি কৰাব পৰা নাই। সেই কাৰণে নিশ্চয়কৈ কথা দিব পৰা নাই। মন্দিৰাহে যি আধাপাগলী ছোৱালী, কি বুলি কি কৰি পেলায় ঠিক নাই। সেই কাৰণে ৰজনী পেহীয়ে মুখৰ কথাৰেই মিতিৰৰ ঘৰৰ মানুহক ঘূৰাই পঠায়।

ৰজনী পেহীয়ে জানে মন্দিৰাই কমলৰ কথা খুব শুনে। কমল মোকক্‌চাঙৰ পৰা ঘূৰি আহক। তাৰ হতুৱাই পেহীয়ে মন্দিৰাক মান্তি কৰাব। কমল সোনকালে ঘূৰি আহিলেই হয়। আজিকালি যে মিতিৰৰ ঘৰ মানুহ দেখিলেও পেহীৰ ভয় লাগে।

কেতিয়াবা মন্দিৰা গৈ আইজনীৰ ওচৰ ওলায়গৈ। তাইক পাই আইজনীয়ে বৰ ৰং পায়। মন্দিৰাজনী বৰ ৰাংঢালী ছোৱালী॥

"ক'ৰ পৰা আহিলি মন্দিৰা?"

"ঘৰৰ পৰা, আৰু ক'ৰ পৰা আহিম? শহুৰৰ ঘৰ হোৱাই নাই এথোন —"

"অলপতে বোলে হ'ব?"

"ওঁ হ'বতো। মই তোৰ নিচিনা হৈ ঘৰতে থুপৰি হৈ থাকিম নেকি?"

দুয়োজনীয়ে হাঁহে।

"মই বামুণৰ ল'ৰা এটাৰ লগত বিয়া হ'ম, ক'ব পাৰ আইজনী?" অলপ গহীন হৈ তাই কয়।

"ক'ৰ বামুণৰ ল'ৰা অ'?"

"য'তে, তৰে, কেলেইনো?"

"বামুণৰ ল'ৰা হ'লেই হ'বলা খুব ভাল হয়?"

"ভাল হওক বা নহওক, বামুণ হ'লেই হ'ল।" কৈ মন্দিৰাই হাঁহে। আইজনীয়ে হাঁহিত যোগ দিয়ে।

"তই পিছে আজিকালি কি কৰিছ?" আইজনীয়ে সোধে।

"কমল ককাইদেউ কেতিয়া আহিব অ'?"

"জানো চিঠি-পত্ৰ পোৱাই নাই। কিছুদিনৰ আগতে এখন দিছিল, তাত জ্বৰ বুলি লিখিছিল। ভাল হ'লনে নাই জানো। তোলৈ চিঠি দিছে নেকি?"

"ক'ৰ আমালৈ চিঠি দিব? আমি জোৰৰ নে ফেৰৰ?" আইজনীয়ে তাইৰ কথা শুনি হাঁহে। মন্দিৰাজনী বৰ অভিমানী।

"শুন আইজনী —" অলপ সৰুকৈ মন্দিৰাই কয়।

"কি?"

"জয়কান্তক চিনি পাৱ?"

"জানো, কেলেই?"

"বৌটিয়ে তাৰ লগত মোক বিয়া দিব খুজিছে।"

"বেচ ভাল হৈছে —"

"ধেমালি নকৰিবি বুজিছ।"

"কিনো ধেমালি কৰিলো। বিয়া হ'ব— কিনো বেয়া হ'ব?"

"মই তাক বিয়া নকৰাওঁ।"

"কিয়"

"মই বামুণৰ ল'ৰা বিয়া কৰাম —"

আইজনীয়ে তাইৰ মুখলৈ চালে।

"ক'ৰ বামুণৰ ল'ৰাকনো বিয়া কৰাবি?"

"যদি বামুণৰ ল'ৰা নোলায়, তেন্তে আমাতকৈও হীনকুলীয়া কাৰোবাক বিয়া কৰাম।"

"জানো তই কি কৈছ, কি ভাবিছ।" আইজনীয়ে ক'লে।

"মই তাকেই ভাবিছো। মই যদি কৈৱৰ্তৰ ল'ৰা এটাৰ কাৰণে ভাল, তেন্তে বামুণৰ ল'ৰাৰ কাৰণেও ভাল, আৰু যদি কৈৱৰ্তৰ ল'ৰাৰ কাৰণে ভাল, তেন্তে মেতৰৰ ল'ৰা এটাৰ কাৰণেও ভাল।"

"পিছে তাৰ পৰা কি লাভ হ'ব?"

"যিবোৰ জাতত ওখ সিহঁত খহি আহি মোৰ সমান হ'ব, আৰু যিবোৰ জাতত মোতকৈ হীন, সিহঁত উঠি আহি মোৰে একে হ'ব।"

"তোৰ সমান হ'লেই হ'বলা সকলো মানুহ ভাল হৈ যাব?"

"ওঁ। মোৰ সমানেই হওক বা যাৰেই মান হওক, সমান হোৱাটোৱেই প্ৰধান কথা।"

"আজিকালিনো বামুণ-শূদিৰৰ কি কথাটো আছে। টকাই-পইচাই, পঢ়াই-শুনাই ভাল হ'লেই হয় —" বৰ বিজ্ঞ এজনীয়ে কোৱাৰ দৰে আইজনীয়ে ক'লে।

"তইহে কৈছ, অন্যে জানো মানিব? কৈৱৰ্তৰ ল'ৰাই এম. এম. পাছ কৰিলেও, বামুণৰ ছোৱালী কেতিয়াও বিয়া নিদিয়ে। ক খ পঢ়িব নজনা বামুণলৈহে দিব। আচল কথা হৈছে জাত —"

"এৰা পাই, এইবোৰ নিয়ম জানো কেতিয়াকৈ যাব।" অলপ বিষণ্ণভাৱে আইজনীয়ে ক'লে।

"এইবোৰ এনেই নেযায়। দেশখনত কেৱল দুখীয়া নোহোৱা কৰিলেই নহয়, মানুহ মানুহৰ মাজত এইবোৰ যে জাত, বৰ্ণ, ওখ চাপৰ আছে সকলোবোৰ যাব লাগিব, তেতিয়াহে যদি পৃথিৱীখন ভাল হয়।"

— আইজনীয়ে মন্দিৰাৰ কথা সমৰ্থন কৰে ঃ

"এৰা মন্দিৰা, মোৰো এইবোৰ বৰ বেয়া লাগে। মানুহৰনো কিহৰ জাতবিজাত আছে? সকলো একে মানুহ। বগা-ক'লা থাকিব পাৰে, ৰোগী-নিৰোগী থাকিব পাৰে, চোকা-হোৰা থাকিব পাৰে, সেইবোৰ থাকিবই, পিছে এই জাত বোলা কথাষাৰৰ একো অৰ্থ নাই।"

"একো অৰ্থ নাই। এদলে আন এদলক ঠগি খোৱাৰ ফন্দী। পিছে আৰু নিটিকে, তই চাবি, এইবোৰ সকলো যাব। বাৰু ধৰচোন, মই যদি ক'ৰবাত দূৰৰ চহৰ এখনলৈ যাওঁ, আৰু তাত বামুণৰ ছোৱালী বুলি চিনাকি দিওঁ, মোক জানো কোনোবাই ধৰা পেলাব পাৰিব? কৈৱৰ্ত বুলি জানো মোৰ গাত ক'ৰবাত লিখা আছে?"

আৰু বহুত দীঘল দীঘল কথা কয় মন্দিৰাই। আইজনীৰ ভাল লাগে। মন্দিৰাই এইবোৰ বিপ্লৱী কথা কৈছে— আইজনীয়ে ভাবে, কিন্তু হীন কুলৰ মানুহ উচ্চ হোৱাটোৱেই জানো বিপ্লৱ? হয়তো হয়। জাতৰ উচ্চতাৰ আঁৰত লুকাই সুবিধাবাদী দলে আনবোৰক ঠগি খাই থকাৰ ওৰ হয়তো এনেকৈয়ে পৰিব। হয়তো তাৰ পৰাই জন্ম হ'ব উচ্চ-নীচ নথকা এখন নতুন সমাজ। দুখীয়া নাই, হীন নাই, শত্ৰু নাই— ধুনীয়া সমাজ।

"পিছে মন্দিৰা, তই জানিবা বামুণৰ ল'ৰাকে বিয়া কৰালি, পিছে তাৰ পৰাই জানো দেশখনৰ সকলো মানুহৰ লাভ হ'ব?" আইজনীয়ে এনেয়ে সোধে।

"নিশ্চয় হ'ব। আজি মই কৰিছো, কালিলৈ মোকে দেখি আন্যে কৰিব। তাহানি যে আমাৰ ইয়াত আছিল আছৰফ তোৰ মনত আছেনে? সেই আছৰফে এবাৰ কৈছিল বোলে যেতিয়া সকলো তলত পৰি থকা মানুহে মূৰ তুলি উঠিব, তেতিয়া লোকৰ কান্ধৰ ওপৰত উঠি খাই থকাবোৰ খহি পৰিব। কিন্তু তলৰবোৰ উঠিব লাগিব নিজে।"

আইজনীয়ে একো নোকোৱাকৈ শুনি যায়, আৰু আছৰফৰ কথা মনত পেলাবৰ চেষ্টা কৰে। আছৰফক এসময়ত সিহঁতে বলিয়া বুলি ভাবিছিল। সেই আছৰফৰ কথা যে মন্দিৰাই মনত ৰাখিছে— আচৰিত।

সিহঁতৰ আলোচনাৰ মাজতে আহি আইজনীৰ দেউতাক সোমালহি। তেওঁ আজিকালি অলপ চিন্তান্বিত হৈ পৰিছে। বাগিচাত দিনে দিনে গণ্ডগোল বাঢ়ি যাব ধৰিছে। অতদিন মনে মনে থকা কুলীবোৰে নতুন নতুন দাবী উত্থাপন কৰিব ধৰিছে। বাগিচাৰ আগৰ শান্তি নোহোৱা হৈছে। যি কুলীয়ে এসময়ত দিনে দহ পইচা হাজিৰাতো কাম কৰিছিল, আজিকালি সিহঁতে দহ অনাতো কাম নকৰা হৈছে।

ইপিনে, চাহ বাগিচাৰ কেৰাণী-মহৰীৰ যি সংঘ স্থাপিত হৈছে, তাৰ তেওঁ সহকাৰী সভাপতি। বৰ চাহাবৰ তেওঁৰ ওপৰত কাৰা চকু। আজিকালি মহৰী-কেৰেণীয়েও আগৰ দৰে চাহাবৰ অনুগ্ৰহলৈ বাট চাই নেথাকি সংগ্ৰাম কৰি দাবী আদায় কৰি লয়। বৰুৱা পুৰণি ধৰণৰ মানুহ, এইবোৰ নতুন নিয়ম তেওঁৰ বৰ মনঃপূত হোৱা নাই। বাগিচাৰ মালিক অসন্তুষ্ট হ'লে তেওঁৰ অপকাৰো কৰিব পাৰে। কিন্তু সংঘৰ পৰা এটা লাভ হৈছে যে বিনা দোষত খেদাও বুলিয়ে কামৰ পৰা খেদাব নোৱাৰে। তথাপি বৰুৱাই বেছি চিএৰ-বাখৰ ভাল নেপায়।

"মোমাইদেউ আহিল?" মন্দিৰাই সুধিলে।

"ওঁ আহিলো। পেহীৰ ভালনে?" ৰজনী পেহীক সকলোৱেই পেহী বোলে।

"ওঁ ভাল।"

"কমলে তহঁতলৈ কিবা চিঠি দিছেনে?"

"এইকেইদিন নাই দিয়া। আগে দিয়া দুখন দেখুৱাইছিলো নহয়।"

"ওঁ, তাৰ বোলে জ্বৰ হৈছিল। জানো কি কৰিছেগৈ তাত। গুচি অহাই ভাল আছিল।"

"আহিনো কি কৰিব! কাম-কাজৰ একো দিহা হোৱাই নাই নহয়।"

"এৰা —" বৰুৱাই আৰু একো নকয়।

"কমল ককাইদেউৰ বিয়া সোনকালেই পাতিব নেকি মোমাইদেউ?" অলপ ভয়ে ভয়ে মন্দিৰাই সোধে।

"পাতিবতো লাগিছিল। পিছে জানো বিয়াই হয়গৈনে কি হয়গৈ। সিও চুপচাপ, ইপিনে মেনেজাৰৰ জীয়েকেও কলেজ-টলেজ বাদ দি ক'ৰবাৰ কুলী লাইনত ঘূৰি ফুৰাত লাগিছে। কিনো ছোৱালী হ'ল জানো বীণাজনী। বৰ চাহেবে গম পালে একে দিনাই মেনেজাৰক বিদায় দিব। ইপিনে মেনেজাৰৰ কাণ-সাৰেই নাই।" বিৰক্তি আৰু অভিযোগৰ সুৰত বৰুৱাই ক'লে।

"আমি সকলো ক'ব পাৰো —" মন্দিৰাই ক'লে।

"আৰু নবহো আইজনী। বৌটিয়ে ডবিয়াব। ইপিনে গধূলি হৈ আহিল। মই যাওঁ। বৌটি আহিলে মোৰ কথাবোৰ কবি দেই।" কৈ মন্দিৰা গুচি আহিল।

ঘিট্‌ঘিটীয়া আন্ধাৰ ৰাতি। চোৰে চৰ মাৰিলেও নেদেখি। আকাশজুৰি ক'লা মেঘ। গোটেই পৃথিৱীখন কদাকাৰ দৈত্য এটাৰ গৰ্ভত অজানিতে সোমাই পৰিছে।

দূৰণিৰ ক'ৰবাত ঢোল আৰু অন্যান্য ৰাদ্য বাজিছিল। তাৰ শব্দ আহি আন্ধাৰৰ বুকু ভেদ কৰি দূৰ-দূৰলৈ বিয়পি পৰিছিল। সেই শব্দবোৰে ৰাতিৰ ৰূপটো আৰু গভীৰ আৰু ভয়াবহ কৰি তুলিছিল। আৰু ক'তো কোনো শা-শব্দ নাই। পৃথিৱীত আৰু কোনো নাই।

সেই আন্ধাৰৰ বুকু ফালি চাৰিখন ভৰি সন্তৰ্পণে আগবাঢ়িছে। টৰ্চ লাইটৰ ক্ষীণ, সৰু পোহৰটোত আন্ধাৰ বাটটো কোনোমতেহে দেখি। বাটটো ঠেক, কোনোমতে এজন মানুহ যাব পাৰে। বাটটোৰ দুয়োকাষে ওলমি থকা গছ-লতা।

দূৰণিৰ ঢোলৰ শব্দবোৰ বেছি স্পষ্ট হয়।

"আৰু কিমান দূৰ আছে?" এটা কণ্ঠ।

"অলপ দূৰ, এক মাইলতকৈ কম", — আনটো কণ্ঠ। ওচৰা-উচৰিকৈ ভৰিকেখন আগবাঢ়ে।

দূৰত দেখা যায় অনুজ্জ্বল পোহৰ— গছৰ আগবোৰত পোহৰ পৰিছে।

"সউৱা যে জুই দেখিছে, সেইয়াই —"

"ৰাতিৰ জুই —"

"তথাপি বেছি দূৰ নাই। বেগাই যাওঁ আহক।" — আনন্দৰ আহ্বান। হিয়াত বাজে— বেগাই যাওঁ আহক, বেগাই যাওঁ, বেগাই যাওঁ।

হাবিৰ মাজৰ এডোখৰ মুকলি সমান ঠাই। মাজতে একুৰা জুই। কাষে কাষে সৰু সৰু জোঁৰ। ঠাইডোখৰ পোহৰ হৈছে। কাষৰ সেউজীয়া গছ-গছনিবোৰৰ বৰণবোৰ ক'লা হৈছে। আকাশত মেঘ।

প্ৰায় ডেৰ কুৰি ডেকা-গাভৰু। সিহঁতৰ গাত বিচিত্ৰ সাজ। ডেকাবোৰৰ মূৰত চৰাই পাখিৰ মুকুট, ডিঙিত মানুহ আৰু জন্তুৰ হাড়ৰ মালা, হাতত নোমাল যাঠি, কঁকালত ছআঙুল বহল নগামাকো। আঁঠুৰ তলত ধুনীয়া বেত আৰু লতাৰ বান্ধনি। বগা, আটিল, স্বাস্থ্যবান শৰীৰ। ক'তো দুৰ্বলতাৰ চিন নাই। সিহঁতৰ বহুত, কৰঙণত, কলাফুলত আৰু মাংসল বুকুত স্পষ্ট পৌৰুষৰ শক্তি পৰিস্ফুট। মুখত সিহঁতৰ বন্য আনন্দৰ স্ফূৰ্তি হাঁহি।

আৰু গাভৰুবোৰ। সিহঁতৰ গাত বিচিত্ৰ অলঙ্কাৰ, বিচিত্ৰ বহুৰঙৰ আভৰণ। খোপাত সিহঁতৰ বনৰীয়া ফুলৰ থোপা, কাণত শকত জাংফাই, অথবা জন্তুৰ হাড়ৰ কেৰু, ডিঙিত পোৱাল, লাটুমণি, নীলা ৰঙা শিলৰ মণি।

সিহঁত স্বাস্থ্যৱতী। নিৰাভৰণ দেহাত পাৰ-ওপচা সৌন্দৰ্য। কঁকালৰ বাৰেবুলীয়া আভৰণ ভেদি সিহঁতৰ গাৰ নিঃসঙ্কোচ-ৰূপৰাশি ব্যক্ত হৈ উঠিছে। জুইৰ পোহৰত সিহঁতৰ সোণবৰণীয়া গাবোৰ ৰাঙলী হৈ উঠিছে।

সিহঁতৰ নিজৰ জুইৰ পোহৰত সিহঁতৰ ৰূপৰ বিকাশ হয়। সিহঁতৰ নিজৰ আন্ধাৰে সিহঁতক ঢাকি ৰাখে।

সিহঁতে নাচিব। এই ডেকা-গাভৰু দলে নাচিব। নাচি নাচি আজিৰ ৰাতিটো শেষ কৰি দিব।

দৰ্শক বেছি নাই। বুঢ়া নগাবোৰ নাই অহা। আছুতীয়া দুই-চাৰিটা আহিছে। সৰু ল'ৰা-ছোৱালী একুৰিমান বৃত্তটোৰ বাহিৰত থিয় দি আছে।

জুইৰ কাষ চাপি অহাত টৰ্চটো নুমাল। লীনা আৰু কমল আহি একাষত থিয় দিলেহি। এজনী চিনাকি গাভৰু লীনাক দেখি জুমটোৰ পৰা আগবাঢ়ি আহিল।

"তহঁত আহিলি লীনা?"

"ওঁ আহিলো। চিন্তু কতা, নাই অহা নেকি?"

"আহিছে— সৌজনী।"

আৰু দুই-চাৰিটা ডেকা আগবাঢ়ি আহি লীনাহঁতক সোধ-পোছ কৰিলেহি। লীনাক প্ৰায়বিলাকেই চিনি পায়। ডাক্তৰৰ ভনীয়েক লীনা। কমলৰ কথা কোনোৱে নুসুধিলে।

এনেতে হঠাৎ কমলৰ চকুত পৰিল, সিফালে, বৃত্তটোৰ সিটো পাৰত ডাক্তৰ বৰুৱা, ডাক্তৰণী আৰু ৰে'বা। কমল অলপ অপ্ৰস্তুত হ'ল। লীনাই কথাবাৰ লক্ষ্য কৰিছিল। তাৰ বাহুটোত ধৰি জোকাৰি দি লীনাই ক'লে, "অ' সউৱা ৰে'বাও আহিছে।"

কমলে দেখিলে ৰে'বাই একেথৰে তাৰ ফাললৈকে চাই আছে। দেখা পায়ো মাত নলগালে বেয়া কথা হ'ব ভাবি কমলে ক'লে, "লীনা ডাক্তৰ-ডাক্তৰণীক মাত এষাৰ লগাই আহো ব'লা। সউৱা তাতে আছে।

"আপুনিয়ে যাওক, মই ইয়াতে আছো।" লীনাই ক'লে। কমল ৰে'বাহঁতৰ ওচৰলৈ আগবাঢ়ি গ'ল।

"অ' কমলো আহিছা?"

"হয়।"

"আহা বহাহি। এৰা, এই নাচ চাবলগীয়া। মই সুবিধা পালেই চাওঁ। তুমি দেখিছা নহয়, বৰ ধুনীয়া বস্তু। নগা নাচ আমাৰ নাচৰ লগত নিমিলে।"

"হয়, মই ইয়াৰ বিষয়ে শুনিছো। বহুত দিনৰ পৰা চাম চাম বুলি আশা কৰি আছিলো।"

"বহা, বহা, তোমাৰ গাটো এতিয়া ভাল নহয়? বহুত দিন আমাৰ সেইফালে যোৱাই নাই।"

"ইয়াত লীনা থাকে নহয়, আমাৰ ঘৰলৈ কি যাব —" হাঁহি ৰে'বাই ক'লে।

কমলে সিপাৰে থকা লীনাৰ ফালে চালে। লীনাই একেথৰে কমলহঁতৰ ফালে চাই আছে। লীনাৰ চকুত এটা তীব্ৰ চাৱনি।

"এইকেইদিন অলপ ব্যস্ত থাকিব লগা হৈছে —" কমলে ক'লে, "অলপতে যামগৈ বুলি ভাবিছো। গতিকে —"

"অ' যাবাগৈ নেকি?" কথা শেষ কৰিবলৈ নিদি ডাক্তৰে ক'লে, "আমাৰ ঘৰত দেখোন এদিনো থাকিবলৈকে নহ'ল। শুনিছা, কমল বোলে যায়গৈ।"

ডাক্তৰণীয়ে ক'লে, "তেনেহ'লে এইকেইদিন আমাৰ তাতে থাকিবাগৈ। তুমি বাহ ল'লা দূৰত। এইকেইদিন আমিও আহিব পৰা নাই।"

ঢোলবোৰ বেছি শব্দ কৰি বাজি উঠিল। মাজৰ জুইকুৰা বেছি উজ্জ্বল হৈ উঠিল। দৰ্শকবোৰ অলপ অস্থিৰ, উদ্বিগ্ন হৈ উঠিল। ৰে'বাই ক'লে, "বহক।"

"লীনা সউখিনিতে থিয় দি আছে। মাতি আনো ৰ'বা।" অগত্যা নিৰুপায় হৈ কমলে ক'লে।

"লীনা নহ'লে আপুনি অকলে থাকিবই নোৱাৰে হ'বলা।"

"নহয়, লীনা মোৰ লগত আহিছিল নহয়।"

"লীনা আপোনাৰ লগত আহিছিল নে আপুনি লীনাৰ লগত আহিছিল।"

কমলে আৰু উত্তৰ নিদিলে। লাহেকৈ সেইখিনিৰ পৰা গুচি আহিল।

কমল আহি লীনাৰ কাষ পালেহি।

"লীনা —"

"কি?"

"সেইখিনিলৈকে যাওঁ আহা, তেওঁলোকে মাতিছে।"

"মোক নাই মতা। আপুনিয়েই যাওক।"

লীনাৰ মাতত অভিমান। কমল অলপ বিমোৰত পৰিল। এই ছোৱালীজনী ইমান অবুজ কিয়?

কিন্তু কমলে কিবা এটা কৰিবলৈ পোৱাৰ আগতে নাচ আৰম্ভ হ'ল।

"নাচ আৰম্ভ হ'ল"— হৰ্ষত মাতটো কঁপাই লীনাই ক'লে। কমল স্তব্ধ হৈ বৈ গ'ল। তাৰ চকুৰ আগত স্পষ্ট হৈ উঠিল সবল পাহাৰী নাচৰ বলিষ্ঠ ছন্দ।

"আমি বহো আহক" লীনাই ক'লে, আৰু লগত অনা কাপোৰখন মাটিতে পাৰি হাতত ধৰি কমলক তাতে বহুৱাই দিলে। লীনা নিজেও কমলৰ গাৰ কাষতে বহিল। ৰে'বাই দেখিছে নেকি কমলে চাবৰ চেষ্টা কৰিলে। কিন্তু তাৰ চকুৰ আগত তেতিয়া থিয় দিছে এদল নৃত্যৰত ডেকা-গাভৰু। সিহঁতৰ ওপৰত চকু ৰাখি কমল বহি ৰ'ল।

শকত শকত ঢোলৰ শব্দ। তাত সঙ্গীতৰ কোমলতা নাই, আছে যুদ্ধক্ষেত্ৰত উন্মত্ত অভিযানৰ আহ্বান।

প্ৰথমতে শকত আৰু ডাঙৰ পাখিৰ মুকুট পিন্ধা সুঠাম এটা ডেকা হাতত এডাল দীঘল নানা বৰণীয়া নোম লগোৱা যাঠি লৈ গহীন খোজেৰে প্ৰবেশ কৰিলে। এটা এটাকৈ খোজ দি সি আগবাঢ়ি আহিল। এটা খোজ দিয়ে আৰু তাৰ হাতৰ যাঠিডাল দাঙি মাটিত এটা খোঁচ মাৰে। তাৰ খোজবোৰ দেখিলে মনত লাগে যেন সি ক্ৰমে ওখৰ পৰা চাপৰলৈ এখোজ এখোজ কৰি নামি আহিছে। যেন সি এটা ওখ পাহাৰৰ টিঙৰ পৰা ভৈয়ামৰ নামনিলৈ নামি আহিছে।

কেইখোজমান আহি মাটিত যাঠিডাল পুতি সি ৰ'ল আৰু চাৰিওপিনে এবাৰ চাই তাৰ বাহুকেইটা লীলায়িতভাৱে পোনালে। তাৰ অলপ পৰৰ পিছতে ঠিক তাৰ দৰেই খোজ দি আগবাঢ়ি আহিল সাতোটা ডেকা আৰু সিহঁতৰ পিছত সাতজনী গাভৰু। গাভৰুহঁতৰ হাতত চুটি চুটি ধুনীয়া যাঠি। মুখবোৰ হাঁহিৰে ওপচা। সিহঁতৰ পিঠিত একোটা ধুনীয়া সৰু বেতৰ হোৰা। হোৰাত কেইডালমান দীঘল কেঁচা ঘাঁহ

আৰু দুচিৰামান ধান। সিহঁতৰ চুলিবোৰ দুডালকৈ গোঁঠা সোঁমাজেদি সেওঁতা ফলা। চুলিত ৰঙা-নীলা থোপা থোপে ফুল।

সিহঁত আহি প্ৰথমৰ ডেকাটোৰ পিছতে থিয় দিলেহি, সাতোটা ডেকা আৰু সাতজনী গাভৰু।

হঠাৎ প্ৰথমৰ ডেকাটোৱে এটা আনন্দৰ দীঘলীয়া উকি মাৰিলে, তাৰ লগত তাকে কেন্দ্ৰ কৰি বাকী সকলোবোৰে নাচিব ধৰিলে। বলিষ্ঠ, সবল, নিৰ্ভীক নাচ। পৃথিৱীত সিহঁতৰ বাহিৰে আৰু কোনো নাই।

"ভাল লাগিছেনে?" লীনাই চকু নুঘূৰোৱাকৈয়ে সুধিলে।

"বেচ ভাল —" কমলে ক'লে।

"সেইটো প্ৰথম নাচ। সেই যে প্ৰথমতে মানুহজন নামি আহিল তেওঁ আমাৰ আদি পুৰুষ। তেওঁ আগে পৰ্বতৰ টিঙৰ ওপৰত আছিল, তাৰ পৰা তললৈ নামি আহিল।"

"ওঁ" চকুৰে নাচৰ ফালে চাই থাকি কমলে ক'লে। তেতিয়া তাৰ চকুৰ আগত চলিছে অন্য এটা দৃশ্য।

ডেকা নাচনিবোৰে তেতিয়া যাঠিৰ সহায়ত মাটিৰ বুকুত খানিছে শাৰী শাৰী গাঁত। আৰু গাভৰুবোৰে হোৰাৰ পৰা মুঠি মুঠিকৈ শস্য লৈ সেই গাঁতবোৰত ধুনীয়াকৈ সিঁচি যাব ধৰিছে।

ক'তো ছন্দৰ অভাৱ নাই, লয়ৰ পতন নাই। মাটিৰ বুকুত ডেকাৰ যাঠিৰ খোঁচ পৰে, লগে লগে পিঠিৰ হোৰাত পৰে গাভৰুহঁতৰ হাত। ডেকাই মাটিৰ পৰা যাঠি ডাল একেবাৰে দাঙি ধৰে, গাভৰুহঁতে গাঁতে গাঁতে ছটিয়াই যায় মুঠি মুঠি শস্য। গাভৰুহঁতৰ খোজ আৰু শস্য সিঁচাৰ ছন্দত যেন নতুন ধাননিৰ ওপৰত উঠা বতাহৰ ঢেউ।

"আদি পুৰুষে স্বৰ্গৰ পৰা গুটি আনিছিল। লগত অহা প্ৰজাবোৰে সেই গুটি মাটিত গাঁত কৰি সিঁচি দিছে," লীনাই ক'লে।

কমল অভিভূত, কমলৰ মুখত কথা নাই। চকু নপচৰাকৈ কমলে মাথোন চাইছে।

পুৰুষবোৰৰ কাম শেষ হ'ল 'আদি পুৰুষ' গৈ যাঠিডাল মাটিত খোঁচ মাৰি একাষত থিয় হ'ল আৰু গৰ্বোন্নত দৃষ্টিৰে চাৰিওফালে চালে। ডেকাকেটাই নাচি নাচি যাঠিবোৰ একাষৰীয়াকৈ থলে আৰু হাতেপতি ধেনুকাঁড় তুলি ল'লে। পাখি-লগোৱা দীঘল কাঁড় আৰু নালত নোম লগোৱা ধেনু।

"মতা মানুহবোৰে এতিয়া চিকাৰ কৰিবলৈ যাব।" লীনাই ক'লে। তাৰ পিছত ডেকাকেটা আঁতৰি গ'ল, সিহঁত অদৃশ্য হ'ল। আৰম্ভ হ'ল গাভৰুহঁতৰ নাচ।

— পথাৰত নদন-বদন শস্য হৈছে। আকাশৰ পৰা মেঘে বৰষুণ দিছে ... অজস্ৰ। সেই বৰষুণত তিতি তিতি গাভৰুহঁতে শস্যবোৰৰ মাজে মাজে পোক মাৰি ফুৰিছে। খেদি গৈছে পখিলাৰ পিছে পিছে, ফৰিঙৰ পিছে পিছে, উৰি ফুৰা পোকৰ পিছে পিছে।

মনোমোহা নাচ, মনোমোহা প্ৰাকশভঙ্গী, মনোমোহা গাভৰহঁতৰ চকু মুখৰ অভিব্যক্তি।

গাভৰুহঁতে এটা গান গায়। তাৰ অৰ্থটো লীনাই কমলক বুজাই দিয়ে। ফৰিং খেদি খেদি, পখিলা খেদি খেদি সিহঁতে গান গাই যায় ঃ

"অ' সেউজীয়া পাখিৰ আলহী,
এতিয়া আমাৰ শস্য নেখাবি।
আৰু অলপ বাট চা,
আৰু অলপ দিনৰ পিছত—
আকাশত যেতিয়া মেঘ নোহোৱা হ'ব,
যেতিয়া বন-পাতবোৰ বগা কুঁৱলীয়ে ঢাকি পেলাব,
তেতিয়া আমাৰ শস্যৰ গুটিবোৰ সোণবৰণীয়া হৈ পৰিব।
তেতিয়া আমি নতুন শস্যৰ ভোজ পাতিম,
তেতিয়া তহঁতকো নিমন্ত্ৰণ কৰিম।

এতিয়া আমাৰ শস্য নেখাবি দেই, সেউজীয়া পাখিৰ আলহী।" নাচে আৰু গায়, গায় আৰু নাচে।

দপ্‌দপীয়া জুইকুৰাৰ সোণবৰণীয়া পোহৰত সিহঁতৰ পূৰঠ সোণবৰণীয়া শৰীৰৰ স্ফীত স্নায়ুবোৰ জিলিকে। সিহঁতৰ চুলিৰ ফুলৰ থোপাবোৰো নাচোনত কঁপে। শস্য খোৱা পোক খেদি খেদি গাভৰুহঁত আঁতৰি যায়। আৰম্ভ হয় ডেকাহঁতৰ চিকাৰ নাচ। চমৎকাৰ, বীৰত্বপূৰ্ণ এই নাচ।

দূৰণিত, হাবিৰ মাজত বনহৰিণীৰ ভৰিখোজ। সিহঁতৰ চকুত পৰে, হাবি ফালি ফালি, শস্যপথাৰ গচকি গচকি সিহঁত আগবাঢ়ি গৈ থাকে। দূৰত বনৰীয়া হৰিণা। গছৰ আঁৰত লুকাই সিহঁতে কাঁড় মাৰে। হৰিণা বাগৰি পৰে। উন্মুক্ত উল্লাসত, উচ্ছল আনন্দত, ধেনুকাঁড় দলিয়াই পেলাই সিহঁতে ঘূৰি ঘূৰি নাচে।

তাৰ পিছত সিহঁত দৌৰি যায়— হৰিণা, গাহৰি যি যি মাৰিছে সকলোবোৰ পিঠিত বোজা বান্ধি লৈ আহে। এটা শিলত বহি অলপ জিৰায়, নিজৰাটোৰ পৰা আঁজলিৰে পানী খায়, গছপাত ভাঙি বিচে আৰু মনৰ আনন্দত আগবাঢ়ি আহি ঘৰৰ আগত ৰয়হি।

"চিকাৰ লৈ সিহঁত ঘৰ পালেহি —" লীনাই কয়।

"বৰ ধুনীয়া নাচ লীনা।"

"ওঁ বৰ ধুনীয়া।"

চিকাৰী ডেকাহঁত একাষৰীয়া হয়, আকৌ ওলায় গাভৰুহঁত। এইবাৰ সিহঁতৰ হাতত কাঁচি, পিঠিত হোৰা। সিহঁতে শস্য দাবলৈ যায়। কিৰিলি পাৰি, নাচি-হাঁহি সিহঁতে মাহনি পথাৰলৈ যায়। দূৰে দূৰে উকিয়ায়।

পথাৰত ঢৌ খেলি থকা পকা শস্য। সিহঁতে নাচি নাচি দায়, মুঠি বান্ধে আৰু হোৰাত ভৰাই নাচি নাচি ঘূৰি আহে। চোতালত ধানে শস্যই দ'ম বান্ধে।

ডেকাহঁত ওলাই আহে। মহাভোজৰ আয়োজন, ডেকাহঁতে আনিছে চিকাৰৰ পহু-গাহৰি, চৰাই, গাভৰুহঁতে আনিছে নতুন শস্য, নতুন আহাৰ।

'আদি পুৰুষ' আগবাঢ়ি আহে। ঢোলবোৰ বেছিকৈ বাজিব ধৰে।

নতুন ছন্দৰ নাচত ভোজ ঘৰ মুখৰিত হয়। ডেকা-গাভৰুহঁতে হাতত ধৰা-ধৰিকৈ নাচে। নাচৰ যেন আৰু শেষ নাই! ...

কমলৰ সপোন দেখা যেন লাগে।

জীৱনৰ ইমান সহজ ছন্দময় অভিব্যক্তি সি আগে কোনো দিন দেখা নাই। সহজ জীৱন্ত কল্পনা, সহজ জীৱন্ত নৃত্যভঙ্গিমা। সেই আনন্দমত্ত ডেকা-গাভৰুহঁতক কমলৰ এটা নেদেখা গ্ৰহৰ প্ৰাণী যেন লাগে। সিহঁতে যেন জীয়াই থকাৰ অভিনয় কৰিছে।

লীনাই মাজে মাজে কমলৰ মুখলৈ চুৰকৈ চায় আৰু মুখ টিপি সৰুকৈ হাঁহে। তাইৰ ভাল লাগে কমলক অভিভূত হোৱা দেখি।

প্ৰায় এঘণ্টাৰ মূৰত প্ৰথম নাচটো শেষ হ'ল। সকলোৱে কিৰিলি পাৰি চিঞৰি উঠিল। সৰু ল'ৰা-ছোৱালীবোৰে হাত চাপৰি মাৰি কিৰিলিয়াব ধৰিলে। নিজেই নজনাকৈ কমলেও হাত চাপৰি মাৰি চিঞৰি উঠিল।

নাচ কৰা ডেকাকেইটা একাষে বহি বিড়ী খোৱাত লাগে। এজনী গাভৰু আহি লীনাৰ আগত ৰয় আৰু সোধে, "কেনেকুৱা দেখিলি লীনা?"

"ভাল হৈছে", বিশেষ উষ্মা প্ৰকাশ নকৰি লীনাই ক'লে।

"খুব ভাল হৈছে।" উচ্ছ্বসিতভাৱে কমলে ক'লে। গাভৰুজনীয়ে এমোকোৰা হাঁহিৰে মুখখন গোহৰ কৰি লাহে লাহে আঁতৰি গ'ল।

আৰু এটা নাচ আৰম্ভ হ'ল। ইয়াত মাত্ৰ ডেকা-গাভৰু এহাল। একেখন গাঁৱৰে ডেকা-গাভৰু। দুয়ো একে লগে ডাঙৰ হোৱা। দুয়ো দুয়োকে ভাল পায়। সিহঁতে লগ লাগি খেলে, লগ লাগি নৈত গা ধোৱে, লগ লাগি গছৰ ফল পাৰি খায়, লগ লাগি গান গায়, দুয়ো একে লগে চৰায়ে গান গোৱা কাণ পাতি শুনে, নিজৰা বৈ যোৱা কাণ-পাতি শুনে; ডেকাই বনবীয়া ফুল আনি গাভৰুৰ খোপাত গুজি দিয়ে।

গাভৰুৰ বাপেকে তাইক তালৈ নিদিওঁ বুলিলে।

দুয়োৰো ফটাফটি হ'ল। দুয়ো চকুলো টুকি দুয়োৰে পৰা আঁতৰি গ'ল।

সি ক'ৰবালৈ গুচি গ'ল— কোনোবা নাম নজনা এখন চাওঁলৈ। তাই নিজৰাটোক সঙ্গী কৰি অকলৈ থাকিল। সদায় তাই নিজৰাৰ পাৰত বহি ভাবে, সি আহিব। ইতিমধ্যে তাইৰ বাপেক মৰিল, তাই নিঠৰুৱা হ'ল। এতিয়া তাইক হুকাবধা কৰোঁতা কোনো নাই।

এদিন সি আহিল। কিন্তু সি ক'ৰবাৰ ছোৱালী বিয়া কৰি লগত লৈ আহিল, তাই দেখিলে। তাই একো নক'লে। তাই তাইৰ জীউমণি ধাৰ তাৰ ঘৈণীয়েকৰ হাতলৈ দলি মাৰি দিলে আৰু বহি থকা শিলটোৰ পৰা তললৈ জঁাপ মাৰি দিলে। তাই এটা নিজৰা হৈ গ'ল। তাই বৈ যাব লাগিছে। অকলে অকলে পাহাৰৰ পৰা বগাই তাই কোনোবা অচিন দেশলৈ গুচি গৈছে। আজি তাই এটা নিজৰা।

কমলে একান্ত মনে নাচটো চাইছিল। নাচটোৰ করুণ ছন্দবোৰ যেন তাৰ বুকুৰ মাজেদি সৰকি গ'ল। এই সৰল নগাহঁতৰ নিজৰাক লৈ কেনে ধুনীয়া, প্ৰাণস্পৰ্শী কল্পনা আৰু দেহাৰ অঙ্গিভঙ্গীৰ মাজেদি তাৰ কি জীৱন্ত প্ৰকাশ!

নাচ শেষ হ'ল। কিন্তু এইবাৰ কোনেও হাত চাপৰি নেমাৰিলে। সকলোকে এটা অকাৰণ বিষাদে আৱৰি ধৰিছে। নিজৰালৈ ৰূপান্তৰিত হোৱা সেই বিৰহী গাভৰুজনী যেন অনুকম্পা বিচাৰি সকলোৰে মনৰ মাজলৈ সোমাই গৈছে।

কিন্তু সি এটা নাচহে। আকৌ ঢোলবোৰ বাজি উঠিল। নতুন এটা নাচ আৰম্ভ হ'ল। এইটো নাচ হ'ল মানুহৰ মূৰ কটা নাচ। যৌৱনৰ প্ৰচণ্ড বৰ্বৰতা, মানুহৰ আদিম প্ৰবৃত্তি সকলো জীৱন্ত হৈ উঠিল। আগৰ নাচটোৰ কথা খন্তেকৰ কাৰণে পাহৰি গ'ল সকলোৱে।

মূৰ কটাৰ বীভৎস আনন্দ নাচৰ ছন্দত বিৰিঙি উঠিল। ৰাতি নুপুৱাই পৰ্যন্ত নাচৰ ওৰ নপৰে। ...

লীনাই ক'লে, "আজিলৈ আৰু যাওঁগৈ ব'লক। ৰাতি বহুত হ'ল।" যোৱাৰ কথা কমলে পাহৰিয়ে আছিল। কমলে ক'লে, "অ' যাব লাগিব। ৰাতি, ৰাতি —"

কমল বহাৰ পৰা উঠিল। সি ডাক্তৰহঁত বহা ঠাইলৈ চালে। "তেওঁহঁত নাই, অথনিয়ে গ'ল —" লীনাই ক'লে। কমলে অলপ লাজ পালে।

"অ' তেওঁলোক গ'ল নেকি? আমিও যাওঁ তেন্তে ব'লা।"

কাৰো পৰা বিদায় নোলোৱাকৈ দুয়ো খোজ ল'লে— নাচ, জুইৰ পোহৰ আৰু সেই আনন্দত আত্মহাৰা ডেকা-গাভৰুহঁতক পিছত এৰি।

আকাশভৰা ক'লা ডাৱৰ, গোটেই পৃথিৱী ছানি আনিছে। বৰষুণ আনো আনো। সৰু, ঠেক, লুংলুঙীয়া বাটটোৰ দুয়োকাষে ঘন, ডাঠ হাবি; কেনিও ক'তো একো নেদেখি। পিছত ঢোলৰ ক্ৰমে ক্ষীণ হৈ অহা শব্দ। কমলৰ হাতৰ টৰ্চটোৰ

সৰু অকণমান পোহৰ, এজাক অকলশৰীয়া বতাহ— পাহাৰটোৰ মাজত ঘূৰি ফুৰিছে; তাৰ টোপনি নাই।

বাটটোৰ মাজে মাজে একোটা শকত শিল, মাজে মাজে ৰঙা মাটি, বৰষুণ দিয়াৰ সম্ভাৱনাত মাটিৰ পৰা এটা গোন্ধ উঠিছে।

"মাটিবোৰ যেতিয়া এনেকুৱা গোন্ধায়, তেতিয়া বৰষুণ দিয়ে —" লীনাই ক'লে।

"আৰু কিমান দূৰ আছে লীনা? কিমান আহিলো মই একো ধৰিব পৰা নাই —" কমলে ক'লে।

গভীৰ ডাঠ হাবি, শেষ ৰাতিৰ আন্ধাৰ। সেই নাচনীহঁতৰ বাহিৰে পৃথিবীত কোনোৱে সাৰ পাই থকা নাই।

দুটোপা এটোপা বৰষুণ পৰিবলৈ আৰম্ভ কৰিলে। আগে আগে লীনা, পিছত কমল। লীনাৰ খোজবোৰ যেন ক্ৰমে শিথিল হৈ আহিছে।

"অলপ খৰকৈ যাওঁ বলা লীনা। বৰষুণ বেছি হ'লে বৰ অসুবিধা হ'ব।"

কিন্তু লীনাই যেন তাৰ কথাষাৰ নুশুনিলে। তাই খোজ আৰু ধীৰে ধীৰেহে দিব ধৰিলে। নিৰুপায়ত পৰি কমলো লাহে লাহে লীনাৰ পিছে পিছে যাব ধৰিলে। তাৰ চকুত মাথোন পৰিব ধৰিলে পাতল ফ্ৰকটোৰ তলেদি বিৰিঙি থকা লীনাৰ বগা কোমল গাটো আৰু চুটি ফ্ৰকটোৰ লগত ওলাই থকা গঢ়িত কলাফুল দুটা।

তাইৰ খোজবোৰ বৰ ধুনীয়া।

হঠাৎ যেন কমলৰ কাণ-মূৰবোৰ গৰম হৈ উঠিল। সি এটা অৰ্থহীন উত্তেজনাত চঞ্চল হৈ উঠিল, তাৰ চাৰিওফালৰ হাবিবোৰত যেন দপ্ দপ্ কৰে জুই জ্বলি উঠিছে। আৰু চাৰিওফাল পোহৰ হৈ পৰিছে।

সন্মুখতে এটা বহল শিল আছিল। লীনা ভৰি মেলি শিলটোত উঠিল। কমলেও উঠিবৰ চেষ্টা কৰিলে, কিন্তু তাৰ ভৰিত শক্তি যেন নোহোৱা হৈ গৈছে। লীনা কমলৰ ফালে ঘূৰিল আৰু হাত দুখন মেলি দি ক'লে, "আহক।"

লীনাৰ মেলি দিয়া হাত দুখনত ধৰি কমল শিলটোৰ ওপৰলৈ আহিল, আৰু হাত দুখন এৰি নিদিয়াকৈয়ে লীনাক সাবটি ধৰি বুকুৰ কাষলৈ চপাই আনিলে। লীনাই কোনো প্ৰতিবাদ নকৰি অতি সৰু মাতেৰে ক'লে, "ইয়াত নহয়, এইটো বাট। সউথিনিতে এটা টঙীঘৰ আছে —"

ৰাতি টোপনি খতি কৰি ৰেবাৰ হঠাৎ অসুখ বেছি হ'ল। ডাক্তৰ অলপ চিন্তান্বিত হৈ পৰিল। বাতৰিটো পাই কমলে ভাবিলে সি এবাৰ গৈ দেখা কৰি অহা উচিত। সিদিনা নাচ চাবলৈ যাওতে ৰেবাহঁতে নিশ্চয় তাক বেয়া পাইছে। লীনাজনীৰ কাৰণেই সি বৰ অভদ্ৰৰ দৰে হৈ পৰিছিল। এজনী নগা ছোৱালীৰ লগত

তেনেদৰে ঘূৰি ফুৰা দেখি তেওঁলোকে চাগে তাৰ বিষয়ে বৰ বেয়া ধাৰণা এটা কৰি লৈছে। সেইদিনা নাচ চাই অহাৰ পৰা লীনাও তাৰ ঘৰলৈ অহা নাই। দুয়ো দুয়োৰে ওচৰত যেন অপৰাধী! সেইটো যৌৱনৰ অপৰাধ— কমলে নিজকে ক'বৰ চেষ্টা কৰিলে।

"লীনা ঘৰত নাই নেকি মেৰী?" মেৰী আহিলত কমলে সুধিলে।

"আছে। ইয়ালৈ জানো অহা নাই?"

নাই অহা বুলিলে জানোচা মেৰীয়ে অন্য কিবা ভাবে, সেই কাৰণে কমলে ক'লে, "আহিছে, নাহিব কিয়? আজিহে অহা নাই।"

"বাৰু মই পঠিয়াই দিমগৈ", মেৰীয়ে ক'লে আৰু তাই অনা ফুলখিনি কমলৰ মেজত থৈ তাই গ'লগৈ।

লীনা কিন্তু তেতিয়াও নাহিল।

আবেলি কমল ডাক্তৰৰ ঘৰলৈ ওলাই গ'ল। ৰে'বাৰ অসুখ। ৰে'বাৰ মুখখন দেখি কমলে এক প্ৰকাৰ ভয়েই খালে। ৰে'বা বহুত খীণাইছে! চকু দুটা সোমাই গৈছে, চকুৰ তলত ক'লা পৰিছে। মুখখন নিস্তেজ আৰু বিবৰ্ণ। ওঁঠকেইটা বগা। শেঁতা পৰা।

ৰেবাৰ বিছনাৰ কাষৰ চকীখনতে বহি কমলে মাতিলে, "ৰে'বা।"

ৰেবাই দুৰ্বল চকু দুটা তাৰ ফালে ঘূৰাই তাৰ মুখলৈ চাই ক'লে, "আপুনি আহিছে?"

"ওঁ। তোমাৰ আকৌ কেতিয়াৰ পৰা অসুখ হ'ল?"

"সিদিনা ৰাতি যে দেখিছিল, তাৰ পিছৰ পৰা।"

"এৰা, তুমি যাব নেলাগিছিল। এনেয়ে ৰাতি, তাতে ইমান দূৰ। তোমাৰ কষ্ট হ'ল চাগে।"

"আপোনালোক যাব বুলি জানিয়ে গৈছিলো। মোক আকৌ নিওতা কোনো নাই নহয়। বহুত কোবাত দদাইদেৱে লৈ গ'ল। পিছে নোযোৱা হ'লেই ভাল আছিল।"

"এতিয়া অলপ ভাল পাইছা নহয়।"

করুণ ওঁঠ দুটাৰে ৰে'বাই এটা শুকান হাঁহি মাৰি ক'লে, "মই যিদিনা ভাল পাম সেইদিনা মোৰ কাষত আপুনি নেথাকে, থাকিব মৰণ। নমৰিলে জানো মই ভাল হ'ম?"

"তেনেকৈ নক'বা ৰে'বা। নিয়মীয়া হৈ চলিলে তুমি অকণ ভাল হ'বা।"

"ভাল হৈ কি কৰিম?"

কমলে একো নেমাতিলে।

এনেতে ডাক্তৰ সোমালহি।

"অ' কমল আহিলা? এৰা, ৰে'বাজনীৰ আকৌ অসুখ কৰিছে। ঘৰৰ পৰা কিবা খবৰ-বাতৰি পাইছানে?"

"আজি কেইদিনমান একো নাই পোৱা।"

"আৰু কিমান দিন থাকিবা ইয়াত?"

"যামগৈ অলপতে। মোৰ কাম কিছু দূৰ হ'ল। আৰু বেছি থাকিবলৈ টান হৈছে আৰু বহুত দিন হ'ল?"

"অ' যাবাগৈ নেকি? এৰা, কাম যদি ইয়াত হৈছে তেন্তে যোৱাগৈ বেয়া নহয়। তুমি থিছিছ লিখিছা নহয়?"

"হয়" কমলে ক'লে। তাৰ মাতটোত আছিল এটা লুকাব খোজা সঙ্কোচ। সি জানো থিছিছ লিখিছে!

চাহ খাই থাকোঁতে ডাক্তৰ বৰুৱাই ক'লে, "আজি ককাইদেউৰ পৰা এখন চিঠি পালো।"

"অ' হয় নেকি? ভাল নহয় তাত সকলোৰে?"

"এৰা, কিনো ভাল বুলিবা? বাগিচাত বোলে গণ্ডগোল আৰম্ভ হৈছে। তাৰ বনুৱাবোৰে কিবা কিছুমান দাবী কৰি ধৰ্মঘট কৰিছে নে, কি কৰিছে।"

"হয় নেকি?"

"এৰা, পিছে —"

কমলে মূৰ দাঙি বৰুৱালৈ চালে।

"নতুন নতুন কথা হ'ব ধৰিছে। কাকনো কি ক'বা? সেই ধৰ্মঘটৰ কাৰণে বোলে বীণাক ধৰিছে।"

"ধৰিছে মানে?"

"এৰেষ্ট এতিয়াও কৰা নাই। কিন্তু তাৰ মূলতে বীণাই আছে বুলি বাগানৰ চাহাবে পুলিচক জনাইছে। সঁচাই নে মিছাই মই একো বুজা নাই। সঁচা হ'বলৈ হ'লেতো বিপদেই। ককাইদেউক যে কামত ৰাখিব তাৰো সন্দেহ। কিনো কৰিছে জানো বীণাজনীয়ে।"

কমলে একো নেমাতিলে। বীণাৰ নেতৃত্বত বাগিচাৰ বনুৱাই জীয়াই থকাৰ আন্দোলন আৰম্ভ কৰিছে। সেই বীণা— যাৰ লগত তাৰ বিয়া হ'ব। আৰু সি — সি এটা পলাতক, জীৱনৰ সময়-ক্ষেত্ৰৰ পৰা আঁতৰি থাকি এবষ্ট্ৰেক্ট জ্ঞান-সাধনাৰ বিলাসিতা কৰিছে।

সোধো নোসোধোকৈ কমলে সুধিলে, "বীণানো এতিয়া কত আছে?"

"বীণাৰতো থকাৰ কোনো ঠিকনাই নাই, সেই বিষয়ে ককাইদেৱে একো লিখা নাই। বিশ্বাস, ঘৰত নাই। কলেজতো খুলিব পায়। কিন্তু কলেজলৈ যে গৈছে সন্দেহ।"

"এৰা, পঢ়া শেষ কৰিও ৰাজনীতিত নামিব পাৰিলেহেঁতেন।" কমলে ক'লে।

"তাই বুজি ভাবি নেচালেনো কি কৰিবা। তাতে ককাইদেৱে সিহঁতক ইমান মৰম কৰে যে সিহঁতে যিহকে নকৰক, তাকে ভাল বুলি ভাবে। যদি কেনেবাকৈ বাগিচাৰ চাকৰিটো যাবলৈ হয় তেন্তে কি কৰি যে এই বয়সত খাব ভাবিলেও ভয় লাগে।" ডাক্তৰে ক'লে আৰু কমলক ৰে'বাৰ ওচৰত বহিবলৈ কৈ বাহিৰলৈ ওলাই গ'ল।

তেতিয়া সন্ধিয়া লাগি আহিছে।

ৰে'বাই তাৰ মুখলৈ চালে। ডাক্তৰণীও আহি লণ্ঠনটো মেজতে থৈ সিহঁতৰ ওচৰতে বহিলহি।

"শুনিলে বাইদেউৰ কথা?" ৰে'বাই ক'লে।

"এৰা —"

"এতিয়া পিছে?"

"এৰা ৰে'বা, মই তাকেই ভাবিছো। বীণাই হয়তো ভৱিষ্যতৰ কথা অকণো ভবাই নাই —"

"ভৱিষ্যৎ যাৰ নাই, সিহঁতৰ কাৰণে সংগ্ৰাম কৰাই বাইদেউৰ কাম। গতিকে নিজৰ ভৱিষ্যতৰ কথানো কি ভাবিব?" ৰে'বাৰ কথাষাৰ শুনি কমলে তীব্ৰ দৃষ্টিৰে ৰে'বাৰ মুখলৈ চালে।

ডাক্তৰণীয়ে ক'লে, "কমল বোপা, তোমাৰ আগত লুকুৱাই একো লাভ নাই। তুমি ঘৰৰ ল'ৰা, বীণানো কিমান দিনৰ ছোৱালী। তুমি তাইৰ সকলো জানাই। অন্যৰ লগত পৰি বীণাই সেইবোৰ কৰিছে। তাইনো বুজে কিমান? পিছে— এৰা, পিছে আমাৰ ইচ্ছা তোমালোকৰ বিয়াখন সোনকালে পাতি পেলোৱা। তেতিয়া হ'লে তোমাৰ এটা থিতাপি লাগিল, তায়ো এই পাগলামিবোৰ এৰি দিব। নহ'লে দেখিছা নহয়, আজিকালি যিহে দিনকাল। ক'ৰ পৰা কি হ'বলৈ আছে কোনে জানে?"

কমলৰ মুখখন অলপ ৰঙা পৰিল। কমলে একো নেমাতিলে, হয়তো সি ভাবিয়ে নেপালে কি উত্তৰ দিব।

সি মনে মনে থকা দেখি ডাক্তৰণীয়েই আকৌ ক'লে, "তুমি যদি মন কৰা, এই মাহৰ ভিতৰতে আমি বিয়াখন পাতি পেলাব খুজিছো। ঘৰত তোমাৰ দেউতাৰৰ লগত সকলো আলোচনা কৰিছে বীণাৰ দেউতাকে চিঠি লিখিছে। তোমালৈকো বোলে চিঠি লিখিছিল। সোনকালে হয় মানে সকলোৰে কাৰণে ভাল।"

ৰে'বাই এটা দুষ্ট হাঁহিৰে কমলৰ মুখলৈ চালে।

"চিঠি মই পাইছিলো খুৰীদেউ —" লাহে লাহে কমলে ক'লে, "কিন্তু —"

"কি? কি ভাবিছা?"

অলপ পৰ মনে মনে থাকি কমলে ক'লে, "কিন্তু বীণাই যি পথ লৈছে, তাৰ পৰা ঘূৰাই আনিবৰ চেষ্টা নকৰাই ভাল নহ'ব জানো? বীণাৰ ইচ্ছাৰ বিৰুদ্ধে তেওঁৰ আদৰ্শৰ পৰা তেওঁক এৰুৱাই আনিবৰ চেষ্টা কৰা অন্যায় হ'ব কিজানি।"

"বাৰু বীণাৰ ফালৰ পৰা কথাষাৰ তুমি ভাবিব নেলাগে। তাৰ কাৰণে আমি আছো। তোমাৰ মতটো হ'লেই হয়।" পাতকৈ হাঁহি ডাক্তৰণীয়ে ক'লে।

"কিন্তু এজনৰ মত লৈ বিয়া পতা যায় জানো? মোৰ হয়তো বিয়া কৰাবলৈ আপত্তি নাই, কিন্তু বীণাৰ কাৰণে বৰ্তমানত বিয়া একেবাৰে অপ্ৰয়োজনীয়ও হ'ব পাৰে।"

"বাৰু বীণাৰ যি হওক, তোমাৰ আপত্তি নাইতো?" কথাষাৰ কৈয়ে ডাক্তৰণীয়ে ক'লে, "ৰে'বা কথা পাতচোন, মই ভাতত লাগোগৈ। অ' তুমি আজি ইযাতে ভাত খাবা দেই।"

তাৰ উত্তৰৰ অপেক্ষা নকৰি ডাক্তৰণী কোঠাটোৰ পৰা ওলাই গ'ল।

অতপৰে ৰে'বাই মনে মনে কথাষাৰ শুনি আছিল। খুৰীয়েক যোৱা দেখি ৰে'বাই লাহেকৈ ক'লে, "লীনাৰ পিছে কি কৰিব?"

"লীনাৰ? লীনাৰ কি?"

"লীনাক নিজৰা হ'বলৈ এৰি যাব নেকি? এৰা, বাইদেউ হ'ল ধুমুহা, লীনা ৰামধেনু।"

"আৰু তুমি?"

"মই? মই মৰি সুঁতি —" কৈ ৰে'বাই কৰুণ এটা হাঁহি মাৰিলে।

"তুমি বৰ দুষ্ট ৰে'বা —"

"মিঠা কথা কৈ অনুকম্পা কৰিবৰ চেষ্টা কৰিছে কিয়? মই জানো মই এটা মৰিসুঁতি, এদিন শুকাই যাম— মই বৈ যোৱা বাটত বনবীয়া গছ গজি মোৰ চিন চিৰকালৰ কাৰণে ঢাকি দিব। এদিন যে মোৰ পাৰত বৈ কোনোবাই একাঁজলি পানী খাইছিল সেই কথাও সকলোৱে পাহৰি যাব।"

"বাৰু বাৰু হৈছে। ইমানবোৰ কবিতা গাব নেলাগে।" ৰে'বাৰ কপালৰ আগৰ চুলিখিনিত হাত ফুৰাই ফুৰাই কমলে ক'লে।

"কবিতা গোৱা নাই, সঁচা কথা কৈছো। কেতিয়াবা ভাবো মৰিসুঁতি নহৈ, মই যদি পুবতিৰ এটা সৰু তৰা হ'লোহেঁতেন, তেতিয়াহ'লে লুকাই যোৱাৰ আগতে পৃথিবীখনত অকণমান পোহৰ দি যাব পাৰিলোহেঁতেন। কিন্তু মই তাকো হ'ব নোৱাৰিলো। মই হ'লো মৰি যোৱা এটা মৰিসুঁতি।"

কমলে ক'বলৈ কথা বিচাৰি নেপালে। ৰে'বাৰ কাৰণে তাৰ বেয়া লাগিল। এনেকুৱা ধুনীয়া মনৰ ছোৱালী এজনীৰনো বেমাৰ হ'ল কিয়?

ৰে'বাৰ কাষত মনে মনে বহি থাকি সি ডাক্তৰনীক কি ক'লে এবাৰ মনত পেলাবৰ চেষ্টা কৰিলে। এৰা, সি বৰ স্পষ্ট কথাকে ক'লে। বীণাৰ মত জনা দৰকাৰ। বীণা নিশ্চয় এতিয়া বিয়া কৰাবলৈ মান্তি নহয়।

কিন্তু যদি মান্তি হয়? তেতিয়া সি কি কৰিব? সি যে বিয়াৰ কাৰণে একেবাৰে অপ্ৰস্তুত। হয়তো বীণাকেই সি বিচাৰে। কিন্তু বিয়াৰ বাহিৰে বীণাক লাভ কৰাৰ অন্য পথ জানো নাই?

এটা অন্য পথ, বিয়া নহয়। যি পথেদি গ'লে যি বীণাক তাৰ লগত পাব— পত্নী হিচাপে নহ'লেও, সঙ্গী হিচাপে। কি সেই পথ? বীণাৰ জীৱনৰ আদৰ্শ নিজৰ কৰি লোৱা? অসম্ভৱ। সি ৰাজনীতিৰ মানুহ নহয়। তাৰ জীৱনৰ বিকাশৰ ক্ষেত্ৰ জ্ঞান-সাধনা, সংগ্ৰাম নহয়। তেন্তে সি কি কৰিব?

নহয়, বীণাক সি বাদ দিব লাগিব! কিন্তু তাৰ দেউতাক? বীণাৰ দেউতাক— তেওঁলোকে জানো মানিব?

সি পোহৰ বিচাৰিলে। সি কিবা এটা চাকৰি কৰিব আৰু তাক পঢ়াবৰ কাৰণে দেউতাকে হৃদয়া বৰুৱাৰ পৰা লোৱা ধাৰৰ টকাখিনি ঘূৰাই দিব। কিন্তু সেইটো জানো ভাল কথা হ'ব?

ৰে'বাই যেন তাৰ নোকোৱা কথাবোৰ কাণ দি শুনি আছিল। তাক মনে মনে থকা দেখি তাই ক'লে, "বৰকৈ ভাবিব নেলাগে। বাইদেৱে এতিয়া কেতিয়াও বিয়া নকৰায়।"

"নাই, নাই, মই সেইবোৰ একো ভবা নাই ৰে'বা —" কমলে ক'লে।

"লীনাৰ কথা ভাবিছে নেকি? তেওঁৰ কথাও ভাবিব নেলাগে। আপুনি এৰি গুচি গ'লে ছোৱালী হিচাপে লীনাই বেজাৰ পাব, কিন্তু লীনা হিচাপে, তেওঁ একেই থাকিব।"

কিবা পাক লগা ৰে'বাৰ কথাবোৰ।

সি আধুনিক ডেকা। জ্ঞান-সাধনা তাৰ আদৰ্শ। সি ছোৱালীৰ কথা নাভাবে। আনকি বীণাৰ কথাও সি নেভাবে।

কিন্তু অতদিনে সি ছোৱালীৰ কথা ভবাৰ বাহিৰেনো অন্য কি কৰিছে? তেন্তে সি বৰ সাধাৰণ ধৰণৰ হৈ পৰিছে নেকি?

এজনী এজনীকৈ ছোৱালীবোৰ তাৰ চকুৰ আগত ভাহি উঠিল : মন্দিৰা, অপৰা, উপমা, বীণা আৰু এই ৰে'বা। কতা? ইয়াৰ মাজত জ্ঞান-সাধনা কতা? ... বেয়া কথা— লাজ লগা কথা— অন্যায়।

তাৰ চিন্তাত বাধা দি ডাক্তৰণীয়ে তাক ভাত খাবলৈ মাতিলেহি। একো নোকোৱাকৈ সি উঠি পিছে পিছে গ'ল।

অকলৈ বহি কমলে লিখি আছিল— "আবিষ্কাৰ কৰিবলগীয়া নতুন বস্তু পৃথিৱীত একো নাই। সকলো সহজ, সকলো আবহকালৰ নীতিৰ অধীন। সহজ আৰু অকৃত্রিম অৱস্থাত মানুহ এতিয়াও পশু হৈয়ে আছে। মানুহৰ আদিম অনুভূতিত পশু জীৱনৰ নিঃসংকোচ গন্ধ অধিকৃত হৈ আছে। ব্যক্তিৰ জীৱনত বিটো কথা একেবাৰেই নতুন, মানৱতাৰ ইতিহাসত সি অতিকৈ পুৰণি। প্ৰকৃতিৰ প্ৰয়োজনে সংস্কাৰ নেমানে, সভ্যতা নেমানে, শিক্ষাৰ কৃত্রিম আৱৰণ নেমানে। সি অন্ধ, তাৰ সন্মুখত জাতি-বিজাতি, উচ্চ-নীচ, চিনাকি-অচিনাকি ব্যৱধান নাথাকে। জীৱনে পূৰ্ণতা বিচাৰে, আত্ম-বিস্তাৰ বিচাৰে, জীৱনী শক্তিৰ বিকেন্দ্ৰীকৰণ বিচাৰে। কিন্তু এই পূৰ্ণতাৰ পথ আত্ম-ক্ষয়ৰ মাজেদি। নিজক ধ্বংস কৰি কৰি মানুহে সৃষ্টিক ৰূপায়িত কৰে, জীৱন প্ৰবাহ চলন্ত কৰে। ইয়াৰ মূলতে আছে অনন্ত গতিৰ উন্মাদনা। এই গতিয়ে অপেক্ষা নকৰে, বিচাৰ নকৰে, ঘূৰি নেচায়। গতিৰ পৰিণতি গতি— গতিৰ সমাপ্তি মহাগতিত।

মাথোন দুটা আদিম প্ৰবৃত্তি— পেটৰ ভোক আৰু দেহাৰ ক্ষুধা। দুয়োটা অন্ধ, দুয়োটা দুৰ্বাৰ। সিহঁতে বিচাৰ নেমানে, সংকোচ নেমানে, সংহিতাৰ সকীয়নি নেমানে। মানুহৰ জীৱনৰ গতিচক্ৰৰ নিয়ন্তা এই দুই প্ৰবৃত্তিৰ সন্মুখত মানুহৰ সমাজৰ বাহিৰৰ ব্যৱধান খহি পৰে। পশুৰ দৰে মানুহে ক্ষুধা নিবৃত্তিত আত্মনিয়োগ কৰে। আকালত মানুহে মানুহৰ মঙহো খায়। কামনাৰ তাড়নাত মানুহে জীৱনৰ সকলো বিসৰ্জন দিও আগবাঢ়ি যায়। তাৰ কাৰণেই হয় ট্ৰজান বাৰ, মহাভাৰত-ৰামায়ণৰ যুদ্ধ, অষ্টম এডৱাৰ্ডৰ ৰাজ্য ত্যাগ। কিন্তু সকলো মানুহৰ জীৱনত এই দুয়ো প্ৰবৃত্তিৰ প্ৰকাশ একে, বিকাশ একে, স্বভাৱ একে। মানুহৰ সভ্যতা অতি পাতল আৱৰণ, সি ইহঁতক ঢাকি ৰাখিব নোৱাৰে।" ...

লীনা সোমাই আহিল। আজি কেইবাদিনো লীনা কমলৰ ওচৰলৈ অহা নাই।

কমলে মূৰ তুলি চালে। লীনাজনী বৰ ধুনীয়া হৈছে। তাইৰ গাল দুখনত তেজ ফুটো ফুটো। চকু দুটাও যেন আগতকৈ গাঢ় ক'লা হৈছে।

তেতিয়া সি লিখিছিল ঃ "এজনী নাৰীৰ কাৰণে পুৰুষে এখন ৰাজ্যকো বিসৰ্জন দিব পাৰে, অথচ সেই নাৰীকো এৰি যায়, আনৰ হাতত সমৰ্পণ কৰে, এমুঠি ভাতৰ কাৰণে।"

কমলে লিখা বন্ধ কৰিলে।

"আহা লীনা। তুমি যে কেইবাদিনো মোৰ ইয়ালৈ অহাই নাই।"

একো নকৈ লীনা আহি চকীখনতে বহিল।

"আপুনি লিখিছে?"

"এই অলপ।"

"কিহৰ কথা লিখিছে? এনথ্ৰপলজি?"

"ঠিক এনথ্ৰপলজি নহয়। অভিজ্ঞতা।"

"অ' তাৰ মানে বায়'লজি?"

"ওঁ ধৰা বায়'লজিয়েই। ইয়ালৈ আহি যি অভিজ্ঞতা লাভ কৰিছো।"

"মোৰ কথা লিখিছেনে?"

"ঠিক তুমি হিচাপে নহয়, এটা সত্য হিচাপে, তোমাৰ কথাও লিখিছো।"

"কিন্তু আপুনি মোৰ বিষয়ে যি লিখিছে সি সত্য নহয়।"

"তাৰ মানে?" কমলে হাঁহিবৰ চেষ্টা কৰিলে।

"এৰা, সত্য নহয়। ৰাতিৰ জনহীন আন্ধাৰত যিটো ক্ষণিকৰ সত্য, পোহৰৰ সামাজিক জীৱনত সি এটা সপোন, এটা অসম্ভৱ স্মৃতি— আৰু একো নহয়।"

"তুমি কিয় তেনেকৈ কৈছা লীনা?" অলপ ক্ষুণ্ণ হোৱাৰ সুৰত কমলে ক'লে।

"এইকেইদিন মই তাকেই ভাবি পালো। ৰাতি কোনো নেথাকোতে আপুনি মোক বুকুত ল'ব পাৰে, আপুনি আপুনি হিচাপে আৰু মই লীনা হিচাপে নহয়; এহাল ডেকা-গাভৰু হিচাপে। তেতিয়া হয়তো আমাৰ মাজত আদিম মানৱ নাইবা আদিম পশুৰ সম্পৰ্কৰ বাহিৰে অন্য সম্পৰ্ক নাই। তেতিয়া আমি অকৃত্ৰিম মানুহ। কিন্তু সেইজনী লীনাকে আপুনি সামাজিকভাৱে সেই একেটা উদ্দেশ্যেই গ্ৰহণ কৰিব নোৱাৰে। পাৰিব জানো?"

লীনাৰ কথা শুনি কমল স্তম্ভিত হৈ গ'ল। এই সৰু লীনাজনীয়ে এইবোৰ কথাও ভাবিব পাৰিছেনে?

"কিন্তু আমি যদি পোহৰৰ সমাজখনৰ অস্তিত্ব স্বীকাৰ নকৰো?"

"আপুনি আৰু মই স্বীকাৰ নকৰিলেই সমাজৰ অস্তিত্ব নোহোৱা নহয়। সমাজ আমাতকৈ বহুত ডাঙৰ।"

"তেন্তে কি কৰিবা?" কমলে যেন উত্তৰটো জানিবৰ কাৰণেই সুধিলে।

"যদি মানুহৰ মানুহ বোলা চিনাকিটোৱেই সত্য, তেন্তে সেই সত্যক প্ৰতিষ্ঠা কৰিবৰ কাৰণে —" লীনা অলপ ৰ'ল। কমলে সুধিলে, "কি? সংগ্ৰাম?"

"এৰা, সংগ্ৰাম, অৰ্থাৎ ৰিভলিউচন।"

"ইয়াৰ কাৰণেই ৰিভলিউচন কৰিব লাগেনে?" কমলে কথাষাৰ পাতলাই দিবৰ চেষ্টা কৰিলে।

"অন্য পথ জানো আছে? ধৰ্মই মানুহবোৰক ভাগ ভাগ কৰিলে। সমাজে মানুহক ভাগ ভাগ কৰিলে, সভ্যতাই মানুহক বিভিন্ন শ্ৰেণীভুক্ত কৰিলে। এই সকলোবোৰ সকলো মানুহৰ এক হোৱাৰ পথত বাধা।"

"তুমি বাৰু কি বিচৰা লীনা?"

"মই নহয়, মোৰ নিচিনা তলত পৰি থকা, মানুহ হৈয়ো মানুহ নোহোৱা সকলোৱেই একেটা বস্তুকে বিচাৰে— এখন নতুন পৃথিৱী, য'ত সকলো সমান, সকলো মানুহ।"

"তুমি বৰ চঞ্চল হৈ পৰিছা দেখিছো। অ' আজি আবেলিকৈ ফুৰিবলৈ যাবা?" প্ৰসঙ্গটো অন্য ফালে নিবৰ কাৰণে কমলে ক'লে।

"যাব পাৰো। ৰে'বাৰ কেনেকুৱা এতিয়া?"

"ভাল হৈছে অলপ। অ' সিদিনা যে নাচ চাবলৈ যাওঁতে ৰে'বাই মোক তোমাৰ লগত দেখিলে, তাৰ পৰা ৰে'বাৰ মোৰ ওপৰত বৰ খং?

"হোৱা স্বাভাৱিক।"

"কিয়?"

"সেইটো তিৰোতাৰ স্বভাৱ।"

"তেন্তে এই স্বভাব লৈনো তোমালোকে কি নতুন পৃথিৱী সাজিবা?"

"তেতিয়াও অৱশ্যে মানুহৰ দুখ-বেজাৰ, ঈৰ্ষা-আনন্দ থাকিব। কিন্তু আজি যি কাৰণত ৰে'বাই আপোনাক বা মোক বেয়া পাইছে, তেতিয়া আৰু সেই কাৰণত বেয়া নেপায়।"

"তাৰ মানে?"

"তাৰ মানে আজি ৰে'বাৰ অভিযোগ আপুনি এজনী নগা ছোৱালীক মৰম কৰাৰ কাৰণে। আপোনালোকৰ সমাজৰ এজনী ছোৱালীক তেনেদৰে মৰম কৰা হ'লে ৰে'বাই সিমান বেয়া নেপায়।"

"সিদিনাৰ নাচবোৰ কিন্তু বৰ ভাল লাগিল মোৰ। বেচ ধুনীয়া কল্পনা আৰু ধুনীয়া নাচ।"

"ওঁ, সেইবোৰ নাচ আৰ্ট চৰ্চাৰ কাৰণে ৰচনা কৰা নহয় নহয়, সেইবোৰ জীৱনৰ সহজ প্ৰকাশ, সেই কাৰণেই ধুনীয়া।" এনেকুৱা কঠিন ভাষাত কথা কোৱা দেখি কমলে লীনাৰ মুখলৈ চালে।

"সেই চিকাৰ কৰিবলৈ যোৱা নাচটো বৰ ধুনীয়া নহয়নে লীনা?" কমলে বুজিলে কিবা এটা অকাৰণ অভিযোগত লীনা অলপ উত্তপ্ত হৈ আছে? গতিকে পাতলীয়া কথা কৈ কমলে লীনাক সহজভাৱে ল'বৰ চেষ্টা কৰিলে।

"হয়, সেইটো নাচ মোৰো ভাল লাগে। সকলোৰে পৰা ভাল লাগে। নাচটোত এটা ৰিভলিউচনাৰী ছন্দ আছে, নহয়নে?"

"ৰিভলিউচনাৰী ছন্দ? মানে?"

"সেই যে শক্তিবান হাতেৰে বলিষ্ঠ জন্তুবোৰ বধ কৰাৰ আনন্দটো। ৰিভলিউচনাৰী নহয় জানো? সেই নাচটো দেখিলে মোৰ মনত লাগে, যদি সেই

যাঠি-কাঁড় নিৰ্বাক জন্তুলৈ নেমাৰি, আমাক ঠগি, শুহি গচকি খাই থকা মানুহবোৰলৈ মাৰিব পাৰিলোহেঁতেন। তেতিয়াহে সি প্ৰকৃত নাচ হ'লহেঁতেন।"

"তুমি অবাক কৰিছা লীনা। এইবোৰ তুমি কি কথা ভাবিছা?"

"কিয় ক'ব নোৱাৰো আজি কিছুদিনৰ পৰা মই কথাবোৰ এই দৰেই ভাবিছো। আমাৰ মানুহবোৰৰ দুখ-কষ্ট, সিহঁতৰ পশুৰ দৰে জীৱন-যাপন দেখিলেই মোৰ প্ৰাণটো চঞ্চল হৈ উঠে। সিপিনে মানুহ আকাশত উৰি ফুৰিছে, আৰু আমি কাপোৰ পিন্ধিবলৈকো শিকা নাই। তাৰ মানেই জানো মানৱ-সভ্যতা? নগৰ-চহৰৰ কেইটামান মানুহ সভ্য হ'লেই মানৱ সমাজে সভ্যতা অৰ্জন কৰিছে বুলি কোৱা বৰ হাঁহি উঠা কথা।"

হাঁহি কমলে ক'লে, "তুমিও তেন্তে ৰিভলিউচন কৰিব খোজা?"

"আপুনি হাঁহিছে! আপুনি ভাবিছে ৰিভলিউচন অকল আপোনালোকেহে কৰিব পাৰে। আমি চিৰদিন এনেকৈয়ে থাকিম। কিন্তু চাব— আমি যিমান সহজ, সিমান কঠিন। এবাৰ যদি কিবা এটাত ধৰো, তাত আৰু হোঁহকা-পিছলা নকৰো।"

কমলে লীনাৰ মুখলৈ চালে। লীনাৰ মুখখন গোলাপ ফুল যেন ৰঙা হৈ উঠিছে। নাকৰ আগত এটোপা ঘাম বিৰিঙি উঠিছে। লীনাৰ চকু দুটা উজ্জ্বল হৈ উঠিছে। লীনাক শান্ত কৰিবৰ উদ্দেশ্যে কমলে ক'লে, "মই যামগৈ নহয় লীনা —"

"মই জানো।"

"মই গুচি গ'লে তোমাৰ ভাল লাগিব, নহয়?"

"ওঁ লাগিব।"

"মাৰ কিন্তু বেয়া লাগিব।"

"হয়।"

লীনাৰ কথা শুনি কমল মনে মনে থাকিল। অলপ পৰৰ নিস্তব্ধতাৰ পিছত লীনাই সুধিলে, "ৰেবাৰ বায়েক বীণাক আপুনি চিনি পায়?"

"ওঁ— কিয়?"

"তেওঁক ময়ো চিনি পাওঁ। এবাৰ ইয়ালৈ আহিছিল।"

"অ' হয় নেকি?"

"তেওঁ মোলৈ তেওঁলোকৰ কাগজ-পত্ৰ আৰু কিতাপ সদায় পঠিয়ায়।"

কমলৰ গাটো যেন হঠাৎ ভৰিৰ ফালৰ পৰা চেঁচা হৈ আহিল। তেন্তে কি লীনাও বীণাৰ আদৰ্শৰ ভক্ত?

"অ' হয় নেকি?"

"ওঁ। কাগজবোৰত বহুত সঁচা কথা লিখে। সেইবোৰ পঢ়ি পঢ়ি মই বুজিব পাৰিছো আমি কিয় এতিয়াও এনেকুৱা হৈ আছো।"

কমলে একো নেমাতিলে। যি কথাষাৰ ভৈয়ামৰ বীণাৰ কাৰণে সত্য, সেই কথাষাৰ এই নগা পাহাৰৰ লীনাৰ কাৰণেও সত্য হ'ব পাৰে কেনেকৈ? একেই আস্থা আৰু বিশ্বাসেৰে যিষাৰ কথা বিভিন্ন মানুহে গ্ৰহণ কৰিব পাৰে, সি জানো সত্য নহৈ পাৰে? যি নতুন যুগৰ, যি নতুন সভ্যতাৰ সপোনত আজি বিভিন্ন ঠাইত জনসাধাৰণ নতুন দৃঢ়তাৰে আগবাঢ়িছে, সিয়ে জানো একান্ত, সিয়ে জানো অবিসম্বাদী?

নিস্তব্ধতা ভঙ্গ কৰি লীনাই ক'লে, "পৃথিৱীৰ অন্য ঠাইত কি হৈছে আমাৰ মানুহে তাৰ একো গম নেপায়। কিন্তু পৃথিৱীৰ অন্যান্য মানুহৰ যিবোৰ সমস্যা সেইবোৰেই আমাৰো সমস্যা। মই বুজিব পাৰিছো, আৰু মই আমাৰ মানুহবোৰকো বুজাই কৈছো।"

"ওঁ! তাৰ পিছত?"

"আমাৰ মানুহবোৰ সজাগ হৈ থাকিব। ভৈয়ামৰ মানুহে যদি কেতিয়াবা ৰিভলিউচন কৰে, আমিও তাত যোগ দিম।"

"ভৈয়ামৰ মানুহেনো কিয় ৰিভলিউচন কৰিব?"

"আৱশ্যক মতে খাবলৈ, পিন্ধিবলৈ, থাকিবলৈ নেপালে ৰিভলিউচন নকৰিব কিয়?"

এইবাৰ কমল নীৰব হৈ গ'ল। বিপ্লৱ নে আত্মহত্যা? যুগ যুগ সঞ্চিত শিলাময় নীতিৰ বিৰুদ্ধে কিছুমান অনাহাৰী, অৰ্ধাহাৰী, অশিক্ষিত মানুহে সংগ্ৰাম কৰি জয়ী হ'ব পাৰিব জানো? মানুহৰ ইতিহাস দাৰিদ্ৰ্য, অনাটন, অভাৱৰ বিৰুদ্ধে যুঁজাৰ ইতিহাস। অতদিনে মানুহে দাৰিদ্ৰ্যৰ, অবিচাৰৰ বিৰুদ্ধে যুঁজি আহিছে— ব্যক্তিগতভাৱে জয়ী হ'ব পৰা নাই। কিন্তু নতুন সভ্যতাৰ সপোন দেখা এই সৰ্বহাৰা দলে যুঁজ আৰম্ভ কৰিছে মুঠ বান্ধি, সকলো একেলগ হৈ— পৃথিৱীৰ সকলো একেলগ হৈ। তেন্তে সংগ্ৰামৰ ফলাফল? ইহঁত জয়ী হ'ব জানো?

ভালেমান পৰৰ মূৰত কমলে এনেয়ে ক'লে, "তুমি তেন্তে ৰিভলিউচনাৰী কাগজ-পত্ৰ খুব পঢ়িছা লীনা?"

"খুব পঢ়া নাই। কত পাবনো? মুকলিকৈ পঢ়িবলৈ নিদিয়ে নহয়। চুৰকৈহে পঢ়িছো। বীণাই যি পঠিয়ায় তাৰ বাহিৰেনো ইয়াত সেইবোৰ কিতাপ কত পাব?"

"আমাৰ তালে ব'লা। তাত বহুত কিতাপ পাবা।" "মই যি পঢ়িছো তাৰ পৰা বুজিছো কিতাপ পঢ়ি শিকিবলগীয়া একো নাই। নিজৰ বিষয়ে অলপ ভাবি চালেই আমি সকলো বুজিব পাৰিম। আনকি কিতাপত নথকা বহুত কথাও আমাৰ জীৱনৰ মাজত আমি দেখিবলৈ পাম।"

"তেন্তে মোৰ লগত নোযোৱা?"

"এৰা, আপোনাৰ লগত কিজানি যোৱা নহ'ব।" আপুনিতো আমাৰ লগৰ নহয়।"

"কিয় ?"

"মই বুজিছো নহয় কিয়। আপুনিও বুজিছে। বাৰু মই যাওঁ।" তাৰ উত্তৰলৈ অপেক্ষা নকৰি লীনা গুচি গ'ল। কমলে একেথৰে লীনা যোৱাৰ ফালে চাই ৰ'ল।

এই সহজ-সৰল লীনাজনী। তায়ো বিপ্লৱৰ কথা ভাবে, তায়ো ৰিভলিউচনৰ কথা ভাবে।

সকলোৱেই দেখোন সেই একেটা পথতে আগবাঢ়িছে! তেন্তে সিয়েই মাথোন অকলশৰীয়া নেকি? লীনায়ো যদি ক'ব পাৰে, আপোনাৰ লগত কিজানি যোৱা নহ'ব— তেন্তে তাৰ লগত যাওতা আছে কোন?

সি কোন পথ ল'ব? তাৰ নিজৰ পথত দেখোন কোনো নাই— সি অকল একেবাৰেই অকল। বাকী সকলোৱে অন্য পথ বাছি লৈছে। বিপদ-সঙ্কুল, অনিশ্চিত, দুৰ্গম পথ— ৰিভলিউচনৰ পথ।

কমলে অলপ অস্বস্তি বোধ কৰিলে। বাতৰিকাকতত নিতৌ প্ৰকাশ হোৱা বাতৰিবোৰ যেন কেৱল বাতৰি নহয়, সেইবোৰ জীয়া মানুহৰ জীয়া কথা। সেয়ে যদি হয় তেন্তে সি জানো নিজক আঁতৰাই ৰাখিব পাৰিব? দেশে দেশে আৰম্ভ হৈছে ধনতন্ত্ৰৰ বিৰুদ্ধে, অত্যাচাৰ, উৎপীড়ন, শোষণৰ বিৰুদ্ধে নিৰ্ভীক, নিৰঙ্কুশ বিপ্লৱ। মুষ্টিমেয় এদল সুবিধাবাদীৰ বিৰুদ্ধে সজাগ হৈ উঠিছে হেজাৰ হেজাৰ নিষ্পেষিত জনতা। ধৰ্মৰ ভণ্ডামি, সমাজৰ ভুৱা, জাতি-বৰ্ণৰ কৃত্ৰিম সংহিতাৰ বিৰুদ্ধে হাতত তৰোৱাল লৈ থিয় দিছে মানৱতাৰ পৰা বঞ্চিত মূক জনসাধাৰণ। নতুন সভ্যতা, নতুন সমাজ, নতুন ধৰ্মৰ স্পষ্ট অন্বেষণৰ মানুহ বিপ্লৱগামী হৈ উঠিছে। নিৰ্বিৰোধ, দুৰ্বাৰ দুৰ্দম।

কমলে কি কৰিব? কি কৰিব? পলাব? কত? পুথিৰ আঁৰত? জ্ঞানৰ আঁৰত? প্ৰেমৰ আঁৰত? সত্যৰ আঁৰত? ... কি কৰিব?

আন্ধাৰ ৰাতি, কিন্‌কিনীয়া বৰষুণ, অলপ অলপ জাৰ পৰিছে। হাতত কিছুমান কাগজ লৈ শ্ৰীনাথে খোজ দিছে মাজৰ গাঁৱৰ ফালে। ছুমাইল যাব লাগিব। তাৰ হাতৰ কাগজবোৰ বৰ গোপনীয় নহয়, কিন্তু জৰুৰী। জয়পুৰৰ বাগানৰ বনুৱাবোৰে ধৰ্মঘটৰ সিদ্ধান্ত লৈছে। ধৰ্মঘট আৰম্ভ কৰাৰ তাৰিখো একপ্ৰকাৰ ঠিক কৰি পেলাইছে।

জয়পুৰৰ বনুৱাবোৰৰ কোনো বিশেষ সংগঠন নাই। ধৰ্মঘট আৰম্ভ কৰিলে সিহঁতৰ খোৱাৰ অসুবিধা হ'ব। সাঁচতীয়া পইচা বা সাঁচতীয়া ধান একোৱেই সিহঁতৰ

নাই। মাজৰ গাঁৱৰ মানুহৰ ধান আছে। সিহঁতৰ পৰা ধান আনি বনুৱাবোৰক নিদিলে ধৰ্মঘটকাৰীহঁত জয়ী হোৱা টান। গতিকে তাৰ ৰাইজক বুজাই-বঢ়াই কিছু ধান সংগ্ৰহ কৰাৰ প্ৰয়োজন।

সকলো নিজ নিজ কামত ব্যস্ত। এই কাম কৰিবৰ কাৰণে শ্ৰীনাথৰ বাহিৰে আৰু কোনো নাই। আজি প্ৰায় দহ-বাৰ দিন মাধৱ আৰু অপৰাৰ কোনো দেখা-দেখি নাই। সিহঁত কত আছে, কি কৰিছে কোনোৱে নেজানে।

ৰাতি প্ৰায় এঘাৰ বজাত শ্ৰীনাথ গৈ মাজৰ গাঁও পালেগৈ। শ্ৰীনাথ পোনাই গৈছিল হেমকান্তৰ ঘৰলৈ। হেমকান্ত গাঁৱৰ পোষ্ট মাষ্টৰ। আজি প্ৰায় চৈধ্য বছৰ ধৰি গাঁৱৰ শাখা পোষ্ট অফিছটোত কাম কৰিছে। কুৰি টকা দৰমহা পায়। ল'ৰা-ছোৱালী ছটা। ডাঙৰ ছোৱালীজনী দিবৰ হ'ল, কিন্তু দৰা পোৱা নাই।

হেমকান্ত তেতিয়া শুলে। চাৰিওফালে নিমাত-নিতাল। গাঁৱৰ অন্যান্য মানুহবোৰো শুই নিঃপালি দিলে। লাহে লাহে গৈ দুৱাৰমুখত বৈ শ্ৰীনাথে সৰুকৈ মাতিলে "হেম দাদা, অ' হেমদাদা।" দুৱাৰমান মতাৰ পিছত টোপনিৰ পৰা সাৰ পাই হেমকান্তই শোৱাৰ পৰাই মাত দিলে, "কোন?"

"শ্ৰীনাথ। দুৱাৰ মেলা চোন।"

শ্ৰীনাথৰ নাম শুনি হেমাকান্ত ধহ্মহাই উঠি আহিল আৰু দুৱাৰখন মেলি দিলেহি।

"বৰ টোপনিয়ে ধৰিছিল পায়। আহ, ভিতৰ সোমাই আহ।" শ্ৰীনাথ ভিতৰ সোমাই আহিল। হেমকান্তই দুৱাৰখন বন্ধ কৰি দিলে।

"অলপ বৰঘুণ দিয়া নাইনে?"

"অলপ অলপ দিছে। পিছে মোৰ ৰ'বৰ সময় নাই। আকৌ ঘূৰি যাব লাগিব।"

"ইমান ৰাতিনো আৰু কি ঘূৰি যাবি? পুৱা সোনকালে ঘূৰি গ'লে নহ'ব জানো?"

"কালিলৈ মোৰ স্কুল খোলা আছে। ৰাতিপুৱা গ'লে পলম হ'ব। আৰু কোনোবাই মই ইয়ালৈ অহা কথাটো গম পালেও বৰ ভাল নহ'ব।" কথাষাৰ কৈ শ্ৰীনাথে চোলাৰ ভিতৰ ফালে থকা কাগজ মুঠা উলিয়ালে আৰু সেইখিনি হেমকান্তলৈ আগবঢ়াই দি ক'লে, "এইখিনি বিলাই দিব লাগে।"

"কিহৰ?"

"তাতে সকলো লেখা আছে।"

"আৰু?"

"মই আকৌ পৰহিলৈ আহিম। ধান যি পাৱা গোটাবা।"

"ধৰ্মঘট তেনেহ'লে হ'ব।"

"আৰু অন্য পথ নাই। চাহেবে দাবী স্বীকাৰ কৰা নাই।"

"বাৰু তেন্তে।"

"দিদাৰত কমাৰ আছে নহয়।"

"ওঁ কিয়?"

"তাকো কিছু কাগজ দিবা। তাৰ তালৈকো মানুহ আহে নহয়।"

"বাৰু, তাৰ দিহা মই কৰিম।"

"তেনেহ'লে মই আৰু দেৰি নকৰো, যাওঁ। ৰাতি পুওৱাৰ আগতে পাবগৈ লাগে।"

"অলপ ৰহ। চাহ-পানী এটোপাকে খাই যা। জাবো হৈছে।"

"তেনেহ'লে সোনকালে কৰা।" দুয়ো ভিতৰলৈ সোমাই আহিল। হেমকান্তই কাকো নজগালে। নিজেই জুইকুৰা জ্বলালে আৰু সৰু টেকেলিটো জুইৰ ওপৰত তুলি দিলে।

সিহঁত দুয়ো সৰু সৰুকৈ কথা পাতিব ধৰিলে। গাঁৱত নানা কাণ্ড ঘটিছে। ফন্নুৰ মিস্ত্রীৰ ডাঙৰ ল'ৰাটো সন্নিপাত হৈ মৰিল। বেচেৰা বৰ দুখীয়া আছিল। কফিনৰ কাপোৰ কিনিবলৈকে পইচা নাছিল। ইপিনে কাপোৰৰ দামো বৰ বেছি। গজে দুটকাৰ কমে লং ক্লথ পোৱা নেযায়। কাপোৰো লাগে বাৰ নে তেৰ গজ। সি লাজ-মান কাতি কৰি দুই-তিনি ঠাইত বিচাৰিলে, কিন্তু সিমানখিনি টকা গাঁৱৰ কাৰ হাতততনো জমা হৈ আছে? উপায় নেপাই সি জপাই-পেৰাই যি চাদৰ চেলেং আছিল তাৰেই কোনোমতে পুতেকৰ শটো ঢাকি পুতি থলেগৈ। দুখ লগা কথা, এৰা, বৰ দুখ লগা কথা। মৰাৰ সংকাৰ কৰিবৰ শক্তিও গাঁৱৰ মানুহৰ নোহোৱা হ'ল।

দেবেন দোকানীয়ে হ'লে বহুত টকা কৰিছে। যুদ্ধৰ দিনৰ পৰা কনট্রলৰ দোকান চলাইছে। চেনি, কেৰাচিন, দাইল, নিমখ সকলোতে লাভ মাৰে। এতিয়া বোলে পকাঘৰ তোলে।

মুহিধৰ আৰু সৰু ল'ৰাৰ মোকৰ্দমা লাগিছে। সৰু ল'ৰাৰ মাজু ছোৱালীজনীক ফুচুলাই নি ৰবীন মহৰীক দিছিলগৈ। বৰ ডাঙৰ মোকৰ্দমা হৈছে। মুহিধৰৰ কি শাস্তি হয় ঠিক নাই।

সিপৰীয়া গাঁৱত গোসাঁই-ঈশ্বৰ বাহৰ কৰি আছেহি, আজি পাঁচ দিন। গাঁৱৰ ৰাইজে খোৱাৰ লগৰে ধান-চাউল বেচি কৰ-পচা দিছে।

আৰু নানা কথা। শ্ৰীনাথে বেছি কথা নক'লে। মাথোন শুনি গ'ল।

চাহ হ'ল। হেমকান্তই চাহ বাকিলে। বাটি এটাত অকণমান গুৰ আছিল, তাকে আগবঢ়াই দিলে। গাখীৰ নোহোৱা ৰঙা চহটোপাত শোহা এটা মাৰি শ্ৰীনাথে ক'লে, "আমাৰ গাঁৱৰ মানুহে পঢ়েনে?"

"কিয় নপঢ়িব! মহাভাৰত পঢ়াদি পঢ়ে! পঢ়ি শেষ হ'লে ঢাৰি-পাটিৰ তলত লুকাই থয়।"

"তেনেহ'লে এইখিনি কাগজো বিলাই দিবা। মই আৰু পলম নকৰো, যাওঁ।"

শ্ৰীনাথ উঠিল।

লগতে হেমকান্তও উঠিল।

"পিছে সঁচাকৈয়ে বাৰু শ্ৰীনাথ, এইবোৰ যে কৰিছোহঁক আমাৰ কিবা লাভ হোৱা আশা আছে জানো?" হেমকান্তই সুধিলে।

"এতিয়ানো আৰু সেই কথা সুধিবৰ সময় আছেনে? লাভ জানিবা নহ'লেই হানি জানো কিবা হৈছে?"

হেমকান্তই ক'লে, "এৰা।"

কিন্‌কিনীয়া বৰষুণ জাক তেতিয়াও এৰা নাই। বাহিৰত ঘোপমৰা আন্ধাৰ। বাহিৰৰ ফালে চাই হেমকান্তই ক'লে, "বৰ আন্ধাৰ দেখোন। তইনো এই আন্ধাৰ ৰাতিখন কি যাবি! অলপ পৰ চকুৰ পোৰণিকে মাৰ নিয়া। দোকমোকাতে উঠি যাবি।"

"নেলাগে, সময় পাওঁ যদি ঘৰতে শুমগৈ। মই যাওঁ —"

"বাৰু যা তেনেহ'লে।"

আন্ধাৰৰ মাজত শ্ৰীনাথ অদৃশ্য হৈ গ'ল।

অলপ পৰ সেই আন্ধাৰৰ ফালে চাই থাকি হেমকান্তই সৰু এটা হুমুনিয়াহ কাঢ়ি দুৱাৰখন বন্ধ কৰিলে। ইতিমধ্যে হেমকান্তৰ ঘৈণীয়েক ৰেৱতীয়ে সাৰ পাইছিল। বিছনাৰ পৰাই ৰেৱতীয়ে সুধিলে, "এই ৰাতি দুপৰখন কোননো আহিছিল?"

"শ্ৰীনাথ মাষ্টৰ।"

"গ'ল হ'বলা?"

"ওঁ।"

আকৌ নিস্তব্ধতা। চাকিটো আগত লৈ হেমকান্তই শ্ৰীনাথে দি যোৱা কাগজবোৰ পঢ়াত লাগিল। ৰেৱতীৰ চকু আকৌ মুদ খালে।

ইতিমধ্যে এদিন হৃদয়া বৰুৱাক চাহাবে নিজৰ বঙলালৈ মাতি পঠিয়ালে। চাহাবৰ তাত আৰু এজন অচিনাকি মানুহ আছিল। বৰুৱাই তেওঁক চিনি নেপায়।

বৰুৱা গৈ পালত অন্য বাহিৰা কথাৰ অৱতাৰণা নকৰি চাহাবে ক'লে, "বৰুৱা আপুনি বুজিবই পাৰিছে ঘটনাই কোন ফালে ঢাল লৈছে। সিহঁতে যিমানবোৰ

দাবী কৰিছে, সিমানবোৰ মানি ল'বলৈ হ'লে আমাৰ বাগিচা আমাৰ কাৰণে নহৈ সিহঁতৰ কাৰণেহে পতা হ'ব।"

"হয় —" বৰুৱাই ক'লে।

"আগেয়ে কুলীবোৰ এনেকুৱা নাছিল। বাহিৰৰ মানুহে শিকাই শিকাই ইহঁতক বেয়া কৰিলে।"

"কোন বাহিৰা মানুহেনো শিকাব? কাকোতো আহিবলৈ দিয়াই নেযায়।"

"যায়। আৰু তাকে ক'বৰ কাৰণেহে আপোনাক মাতি আনিলো। এখেত চি. আই. ডি.ৰ মানুহ। আপুনি কিজানি চিনি নাই পোৱা। জয়কান্ত মহৰী নামে আজি দুমাহ আমাৰ বাগানত কাম কৰিছে এখেতেই।"

কথাষাৰ শুনি বৰুৱা অলপ বিস্মিত হ'ল। মানুহজনৰ মুখলৈ বেছ তীক্ষ্ণভাৱে চালে। তেওঁৰ মনত লাগিল যেন মানুহজনক তেওঁ ক'ৰবাত কাহানিবা দেখিছিল। তাৰ পিছত বৰুৱাই চাহাবৰ মুখলৈ চাই ক'লে, "হয়।"

"কুলীবোৰক এইবোৰ দাবী কৰিবলৈ শিকাই দিছে আপোনাৰ ডাঙৰ জীয়েক বীণাই।"

বৰুৱাৰ গাটো যেন হঠাৎ হিম হৈ গ'ল। মিছা কথা, বীণাৰ কি দৰকাৰ পৰিছে এইবোৰ কৰিবৰ? এইবোৰ সকলো চি. আই. ডি.ৰ চাকৰি ৰখাৰ বুদ্ধি।

বৰুৱাই ক'লে, "কিন্তু বীণা যে —"

হাঁহি চাহেবে ক'লে, "মই বুজিছো বীণা সৰু ছোৱালী, কি কৰিছে নিজেই বুজা নাই। আৰু হয়তো সেইবোৰ কৰাত বৰ আৰ্গেন্টো নহ'ব পাৰে। কিন্তু বীণাৰ কাৰণে নহ'লেও, আমাৰ কাৰণে ইয়াৰ ফলাফল বৰ বিপজ্জনক হ'ব পাৰে।"

বৰুৱাই নিশ্চলভাৱে কথাবোৰ শুনি গ'ল। চি. আই. ডি.জনো বৰুৱাৰ দৰেই নীৰৱ।

পুনৰ চাহাবে ক'লে, "আপুনি চিন্তা কৰাৰ প্ৰয়োজন নাই। কথাটো হৈছে কি আপুনি বীণাৰ ওপৰত অলপ চকু ৰাখিব আৰু সেইবোৰ নকৰিবলৈ অলপ সাৱধান কৰি দিব। বীণা ভাল ছোৱালী, আপোনাৰ কথা নুশুনি নেথাকে।"

"কিন্তু বীণাই যে সেইবোৰ কৰিছে মোৰ বিশ্বাস নহয়।" বৰুৱাই ক'লে।

"বিশ্বাস নহ'বৰে কথা। কিন্তু আজিকালিৰ ল'ৰা-ছোৱালীক বুজাও টান, বিশ্বাস কৰাও টান। মই ভাল প্ৰমাণ নোপোৱা হ'লে আপোনাক নকওঁ।"

বৰুৱা চিন্তান্বিতভাৱে নীৰৱ হ'ল।

অতপৰে মনে মনে থকা চি. আই. ডি. জনে মাত লগালে, "বীণাৰ জানো কলেজ খোলা নাই? সোনকালে কলেজলৈকে পঠিয়াই দিয়া ভাল হ'ব?"

"হয়, ময়ো তাকে ভাবিছো।"

"অৱশ্যে তেওঁ গ'লেও আমাৰ বিপদ নকমে, আপোনাৰহে কমিব।"

"অৰ্থাৎ?"

"বীণাৰ লগত আৰু কেইবাজনো আছে। বীণা লগত থকাৰ কাৰণেই আমি ধৰা নাই। আমি বাট চাইছো, তেওঁ আঁতৰি যাবৰ কাৰণে।"

"কলেজত পঢ়া ছোৱালী কিবাকিবি কৰি ফুৰে। কিন্তু এইবোৰ যে কৰি ফুৰিছে।"

"আপুনি কোনো ভাবিব লগা নাই, মিষ্টাৰ বৰুৱা। এইবোৰ আজিকালিৰ সাধাৰণ কথা আৰু কলেজীয়া ল'ৰা-ছোৱালীৰ আজিকালি সেইবোৰ একৰকম বিলাসিতা। আপুনি কলেই এৰি দিব।"

"হয় —" আধা নিশ্চিতভাৱে বৰুৱাই কথাষাৰ ক'লে।

বৰুৱাক অলপ চিন্তান্বিত যেন দেখি চতুৰ চাহেবে অন্য কথা উলিয়ালে। বিলাতত বৰ্তমান বনুৱা সমস্যাই কেনে ৰূপ লৈছে, তেওঁ তেওঁৰ বাগানৰ কুলীবোৰৰ অৱস্থাৰ উন্নতি কৰিবৰ কাৰণে কি নতুন স্কীম ভাবিছে, দক্ষিণ ফালে বাগিচাখন আৰু কিমান বহল কৰিব পৰা যাব আদি নানা ধৰণৰ অসংলগ্ন কথা। বৰুৱাই চাহাবৰ কথা শুনি গ'ল যদিও বিশেষ একো মন্তব্য প্ৰকাশ নকৰিলে। অৱশেষত তেওঁ দুয়োৰে পৰা বিদায় লৈ গুচি আহিল।

ভালেমান চিন্তাই তেওঁক জুমুৰি দি ধৰিলেহি। বীণাই তেন্তে অতদিনে সেইবোৰ ৰাজনীতিকে কৰিছে। নাই, হয় দুদিনমানতে বীণাক বিয়া দি দিব লাগিব, নাইবা কলেজলৈ পঠাই দিব লাগিব। এইবোৰ পাগলামি কৰিবলৈ এৰি দিয়া অন্যায়।

বীণা ঘৰতে আছিল। বৰুৱা আহি ঘৰ পায়েই মাতিলে, "বীণা —"

"কি দেউতা।"

"চাওঁ শুনচোন।"

বীণা আহি বৰুৱাৰ ওচৰত ৰ'লহি। বীণা কিবা এটা কামত ব্যস্ত আছিল।

"তই এতিয়া কিবা কৰিছ নেকি?"

"একো নাই কৰা। মই অলপ ওলাই যাবহে খুজিছিলো।"

কথাষাৰ শুনি যেন বৰুৱাৰ খং উঠিল, তথাপি শান্তভাৱেই তেওঁ ক'লে, "ক'লৈ যাব খুজিছিলিনো?"

"অলপ কাম আছিল দেউতা।"

"তইনো এইদৰে সদায় বাহিৰত ঘূৰি ফুৰি কি কৰি ফুৰিছ? কলেজ জানো খোলা নাই?"

"খুলিছে।" সৰুকৈ বীণাই ক'লে।

"তই পিছে কোন দিনা যাবি?" বীণাৰ মুখলৈ নোচোৱাকৈয়ে বৰুৱাই ক'লে।

"মই কেইদিনমান দেৰি কৰি যাম বুলি ভাবিছো।"

"কিয়?"

"ইয়াত অলপ কাম আছে। কামটো শেষ হ'লেই যাম বুলি ভাবিছো।"

"ইয়াতনো তোৰ কি কাম আছে?"

"অলপ কাম আছে দেউতা —" সৰুকৈ বীণাই ক'লে।

বৰুৱা অলপ গহীন হ'ল আৰু অলপ কঠিন মাতেৰেই ক'লে, "মই শুনিছো, তই কলেজ-চলেজ খতি কৰি কি কাম কৰি ফুৰিছ। শেষত তোৰ লগতে ময়ো জেললৈ যাব লাগিব।"

বৰুৱাৰ কথা শুনি বীণা স্তব্ধ হৈ গ'ল। কথা তেনে বাহিৰ ওলাইছে। বৰ আচৰিত হ'ব লগা বা ভয় কৰিবলগীয়া নাই। বীণাহঁতে কোনো অনিয়ম, অন্যায় কৰিবলৈ ওলোৱা নাই। ধৰ্মঘট কোনো বে-আইনী কাম নহয়। নিৰস্ত্ৰৰ সিয়ে একমাত্ৰ অস্ত্ৰ! হয়তো চাহাবে গম পাইছে। কিন্তু তাৰ বাবে ইমান ভয় কৰিব লগা কি আছে? বাপেকৰ মুখৰ ফালে চাই বীণাই শান্তভাৱেই ক'লে, "আমিনো কি কৰিছো দেউতা?"

"মই কি জানো, তই কি কৰি ফুৰিছ। চাহাবে সকলো গম পাইছে। বাগানৰ কুলীৰ মাজত যদি কিবা গণ্ডগোল হয়, তাৰ বাবে চাহাবৰ একো হানি নহয়, হানি হ'ব মোৰ।"

"আপোনাৰ একো হানি নহয়। কুলীয়ে পাবলগীয়াখিনি কুলিয়ে দাবী কৰিব। আপুনি থাকিলেও কৰিব, অন্য মেনেজাৰ থাকিলেও কৰিব, মই ক'লেও কৰিব, মই নক'লেও কৰিব।"

"এনেয়ে কৰে যদি কৰক। তই সিহঁতৰ মাজত ঘূৰি ফুৰিব নেলাগে। আজিকালি দিন বেয়া। কিহৰ পৰা কি হয়গৈ বুজিব নোৱাৰি। তই যিমান সোনকালে পাৰ কলেজলৈকে যাগৈ।"

"যাম দেউতা।" পিছে অন্ততঃ আৰু দহ দিন মই থাকিব লাগিব।"

"কিয়?"

"মোৰ অলপ কাম আছে, আধা কৰা হৈছে। সেইখিনি শেষ কৰিয়ে যাম।"

"যদি শেষ নকৰিলেই নহয় তেন্তে থাক। পিছে বাহিৰত ঘূৰি নুফুৰিবি।"

বৰুৱাই আৰু একো নক'লে। বৰ কঠিন হ'বৰ চেষ্টা কৰিলে যদিও তেওঁ শেষত অন্য দিনাৰ দৰেই মৰমিয়াল পিতা হিচাপে শেষ কৰিলে। মাক নোহোৱা বীণাজনীক টান কথা এষাৰ ক'লে, সান্ত্বনা বিচাৰিনো কাৰ ওচৰলৈ যাব?

বিয়া আৰু কলেজ। নহয়, বিয়া ইমান সহজে পাতিব পৰা কাম নহয়। এৰা, তেওঁ এলাহ কৰিছে। কমলৰ বাপেকক অলপ টানি ধৰা দৰকাৰ। পলম হৈ গ'লে হয়তো তেওঁ মত সলাবও পাৰে! বিয়া লাগিলে এতিয়াই নহওক, কিন্তু সকলো ঠিক-ঠাক হৈ থকা ভাল। বাগিচাতো এইবোৰ আৰম্ভ হৈছে। অৱশ্যে তেওঁ

মেনেজাৰ থাকে মানে বীণাক একো কৰিব নোৱাৰে। কিন্তু চাহাবটো বৰ একা-চেকা। সি কি পাণ্ডি থৈছে বুজাই টান।

"বীণা —" এনেয়ে বৰুৱাই মাতিলে।

"কি দেউতা?"

"একো নহয়, তই গলি বুলিহে মাতিছিলো।"

"এইয়া — যাওঁ দেউতা।"

"ওঁ —"

বৰুৱাই বীণা ওলাই যোৱাৰ ফালে চাই থাকিল। বীণাজনী এতিয়াও সৰু ছোৱালী, এৰা সৰু ছোৱালী।

ৰজনী পেহী নিৰস্ত হ'ল, মন্দিৰাক কোনোপধ্যে বিয়া কৰাবৰ কাৰণে মান্তি কৰাব নোৱাৰিলে। মাকৰ চেষ্টা-যত্ন অলপ বেছি হোৱা দেখি এদিন মন্দিৰাই স্পষ্টভাৱে কৈ দিলে, যদি জয়কান্তৰ লগত তাইৰ বিয়া দিবৰ আৰু বেছি চেষ্টা কৰা হয়, তেন্তে তাই কৰবালৈ পলাই গুচি যাব। মাকে মন্দিৰাক বুজে, তাই বৰ চঞ্চল, বৰ একা-চেকা, অলপ গোৰ্বাৰ ধৰণৰো নোহোৱা নহয়। বেছি টনা-আঁজোৰা কৰিলে ফল বহুতো বিপৰীত হোৱাৰ ভয়। গতিকে মাকে "তই যি কৰ কৰ, পিছত মোক নশপিবি", বুলি মন্দিৰাৰ বিয়াৰ প্ৰসঙ্গ তল পেলাই দিলে। নিজৰ জয়ত মন্দিৰাই আনন্দ পালে।

কিন্তু মন্দিৰাই কিবা এটা বিচাৰে। নিষ্ক্ৰিয়, নিৰ্বিৰোধ এটা শান্ত জীৱন-যাপন কৰা তাইৰ কাৰণে অসম্ভৱ। তাই তাইৰ ৰক্তত অনুভৱ কৰে ধুমুহাৰ দৰে হিল-দ'ল ভাঙি কিবা এটা অঘটন ঘটাবৰ হাবিয়াস। কিয় তাই নিজেই নেজানে। তাই আশা কৰে যেন কোনোবা আহিব আৰু তাইৰ প্ৰতিটো কামত অকাৰণ বাধা দিব আৰু তাই সেই বাধাবোৰ নিজৰ শক্তিৰে অতিক্ৰম কৰি গৈ থাকিব।

মই এটা পৰ্বতীয়া নিজৰা। বাটত থিয় দি থকা শিলৰ স্পৰ্ধা চূৰ্ণ কৰি বৈ যাম— অবাধ, অবিৰাম, অক্লান্ত। কি যে আনন্দ। কি যে মুক্ত, বিপুল আনন্দ! প্ৰতি খোজৰ অটল বাধাক অতিক্ৰম কৰাৰ জয়োন্মত্ত অধীৰতা। বাধা লাগে বাধা। চীনৰ প্ৰাচীন, কাৰাগাৰৰ লোহাৰ দুৱাৰ, ধৰ্মশাস্ত্ৰৰ বচন আখৰে আখৰে পালন কৰা এখন সমাজ ... বাধা, জীৱন্ত বাধা ...

ওখ এটা পৰ্বতৰ টিং ... তাৰ পৰা তলৰ পৃথিৱীখন বহুত দূৰলৈ দেখি। দূৰত, নামনিত, সৰু সৰু ঘৰ, সৰু সৰু মানুহ, সৰু সৰু নীতি-নিয়ম, সৰু সৰু পুৰণিকলীয়া, গতানুগতিক গতিচক্ৰ, সিহঁত অতিকে পুৰণি, নতুন কথা সিহঁতে একো নেজানে, একোকে নেজানে।

সেই পৰ্বতটোৰ টিঙত উঠি মন্দিৰাই চাৰিওফালে চায়।

কতা, মানুহবোৰৰতো অন্য সপোন নাই, তাত মাথোন দুটা দল— বাধা দিওতা দল, আৰু বাধা পাওতা দল। বাধা পাওতা দল সংগ্ৰাম কৰি কৰিয়ে শেষ হৈ গৈছে। সিহঁতবোৰ প্ৰেত, সিহঁতবোৰ কেৱল জীয়াই থকা কঙ্কাল। সিহঁতে সতৃষ্ণ-নয়নে পৰ্বতটোৰ টিঙৰ ফালে চায়, মন্দিৰাৰ ফালে চায়। নোকোৱা কথাৰে সিহঁতে যেন মন্দিৰাক কাতৰ প্ৰাৰ্থনা জনায়— আমাক হাতত ধৰি তোলা, আমাক বাহুত ধৰি দাঙি নিয়া, আমাৰ কোনো নাই— কেৱল তুমি আছা— কেৱল তুমি। আমাৰ ইয়াত আন্ধাৰ বৰ আন্ধাৰ, আমি নিজকেই নেদেখো। চোৱা, বগুৱা বাই বাই আমাৰ হাত-ভৰি অৱশ হৈ পৰিছে। ...

জয়কান্তৰ কোনো অপৰাধ নাই। মন্দিৰাৰ নিচিনা এজনী ছোৱালীক জীৱন-সঙ্গিনী হিচাপে পালে সি নিজক ধন্য মানিব আৰু মন্দিৰাই তাক বিয়া কৰাবলৈ কিয় অস্বীকাৰ কৰিব পাৰে সি ভাবি নেপায়। অন্য বহুত ছোৱালীয়ে তাক বিয়া কৰাবলৈ পালে বৰং আনন্দ পাব।

এদিন সন্ধিয়া লাগি ভগাৰ পিছত মন্দিৰা ঘূৰি আহিছিল আইজনীহঁতৰ ঘৰৰ পৰা। আজিকালি মাকৰ লগত তাইৰ কথা-বতৰা অতি কমেই হয়। প্ৰায়ে তাই আইজনীহঁতৰ তালৈ যায়, আইজনীৰ লগত নানা ৰকম আলোচনা কৰে, দুয়োজনী মিলি কিবা-কিবি কিতাপ পঢ়ে, তাৰ অৰ্থ বুজিবৰ চেষ্টা কৰে আৰু যিটো কথাৰ অৰ্থ দুয়োজনীয়ে সঠিককৈ বুজিব নোৱাৰে, সেই কথা চিন দি থৈ দিয়ে— কমল আহিলে বুজি ল'ব।

বাটতে জয়কান্তৰ লগত তাইৰ ভেটাভেটি হ'ল। জয়কান্তই তাইক দূৰতে চিনিছিল। সি জানে ইমান পৰত গাঁৱৰ অন্য কোনো ছোৱালী অকলে নাহে। সেই স্বাধীনতা আৰু সেই সাহস আছে কেৱল মন্দিৰাৰ।

মন্দিৰা ওচৰ চাপি অহাৰ লগে লগে জয়কান্তৰ মনত এটা অকাৰণ ভয় যেন জুমুৰি দি উঠিল। সি মন্দিৰাক মাতিব নে নেমাতিব ভাবি থাকোঁতেই মন্দিৰা আহি তাৰ ওচৰ পালেহি। সি অলপ উচ্পিচোৱা যেন দেখি মন্দিৰায়ে মাত লগালে, "ককাইদেউ নেকি?"

"এৰা ময়ে। ক'লৈনো গৈছিলা?"

"অলপ এইখিনিৰ পৰা আহিলো। তুমি ক'ৰ পৰা আহিলা?"

"এনেয়ে অলপ ঘূৰি আহিলো।"

অলপ পৰ দুয়ো নিমাত। ক'বলগীয়া হয়তো দুয়োৰে একো নাই। হয়তো বহুত আছে— কিন্তু কি, দুয়ো অনুমান কৰিব পৰা নাই।

"আমাৰ ঘৰৰ ফাললৈকে যাওঁ আহা —"

জয়কান্ত অলপ বিমোৰত পৰিল। কিন্তু নগ'লেও জানো ভাল কথা হ'ব? মন্দিৰাৰ পিছে পিছে সি খোজ ল'লে।

অলপ পৰৰ নিস্তব্ধতাৰ পিছত জয়কান্তই সৰুকৈ মাতিলে, "মন্দিৰা।" তাৰ মাতটোৰ ভীৰু আৰু সঙ্কোচভৰা সুৰটোত মন্দিৰাৰ মনে মনে বৰ হাঁহি উঠিল। কোনোমতে হাঁহিটো দমাই মন্দিৰাই মাতিলে, "কি ককাইদেউ, কিবা ক'বা?"

"এৰা মন্দিৰা।" কিন্তু সিমানতে তাৰ মাত বন্ধ হ'ল। সি আৰু আগবাঢ়িব নোৱাৰিলে।

মন্দিৰাই তাৰ অৱস্থাটো বুজিলে। জয়কান্তৰ প্ৰতি তাইৰ পুতৌ জন্মিল। পুৰুষ হৈ ইমান ভয়াতুৰ হোৱাটো হাঁহি উঠা কথা।

দুয়ো আকৌ আগবাঢ়িল। শুক্লপক্ষৰ আগভাগ। অলপ অলপ পোহৰ। বাটটোত মানুহ বৰ কম।

হঠাৎ নিস্তব্ধতা ভঙ্গ কৰি মন্দিৰাই ক'লে, "তোমাৰ বোলে বিয়া পাতিব খুজিছা, হয়নে?"

জয়কান্ত স্বৰগ পৰা মানুহৰ দৰে স্তব্ধ হৈ গ'ল। সেমেনা-সেমেনি কৰি সি ক'লে, "জানো —"

"অ' তুমি তেনেহ'লে ক'বই নোৱাৰা। গাঁৱত আকৌ সকলোৰে মুখত কেৱল তোমাৰ বিয়াৰ কথাহে।"

আলিবাটৰ কাষৰ গছ জোপাৰ পৰা কিবা চৰাই এটা পাখি ডাবি মাৰি মাৰি উৰি যায়। পাতল জোনাকত বাটৰ ধূলিবোৰ অলপ ধোঁৱাবৰণীয়া হয়। মন্দিৰাৰ চুলিবোৰৰ পৰা এটা ভাল গোন্ধ উৰি আহে। বাটৰ ওপৰত সৰু সৰু চপৰা আৰু শিলগুটিবোৰ পৰি থাকে।

মুহূৰ্তৰ কাৰণে মন্দিৰাই জয়কান্তৰ অস্তিত্ব পাহৰি যায়। আকাশৰ নীলাত আছে সীমাহীন মুক্তিৰ আনন্দ। নীলা, কোমল আনন্দ! মন্দিৰাৰ লৰ মাৰিবৰ মন যায়।

তাই এটি চৰাই। তাই কেৱল অনন্ত কাল আকাশত উৰি ফুৰে। গছে গছে ফল, তাইৰ আহাৰ। আঃ গছৰ সেউজীয়া পাতৰ মাজত কি নিবিড় তৃপ্তি। তাই কেৱল উৰে— উৰে। ...

তাই ভৰিৰ তলৰ বাটটোৰ কথা পাহৰি যায়।

তাই সিহঁতৰ পদূলিমুখ পাৰ হৈ গ'ল।

জয়কান্ত অলপ বিস্মিত হ'ল। এনেদৰে আগৰ ফালে চাই চাই মন্দিৰা ক'লৈ যায়? নিজৰ ঘৰৰ পদুলিৰ চিনো তাই হেৰুৱাই পেলাইছেনে? অসম্ভৱ!

সি নিৰুপায় হৈ মাত লগালে,"তুমি কোনোবা ফালে যাবা নেকি মন্দিৰা?"

"কি?" টোপনিৰ পৰা সাৰ পোৱাৰ দৰে মন্দিৰাই ক'লে।

"আমি তোমালোকৰ ঘৰ এৰি আহিলো নহয় —"

মন্দিৰা ৰ'ল।

"অ' হয় নেকি?" মন্দিৰা ঘূৰিল। "আহা, আহা, আমাৰ ঘৰলৈকে যাওঁ। মোৰ লগতে ইমান দূৰ আহিলা। তামোল এখনকে খাই যোৱা।"

ভিতৰ সোমাই মন্দিৰাই দেখিলে ৰজনী পেহী ৰান্ধনিশালত। তাই জয়কান্তক বহিবলৈ দি ভিতৰলৈ গ'ল।

"ইমান ৰাতিলৈকে কত ঘূৰি ফুৰিবলৈ লৈছ অ'?"

"জয় ককাইদেউক বিচাৰি গৈছিলো।" হাঁহি মন্দিৰাই ক'লে।

"চুপতি কৰিবলৈ নাহিবি আইহে। সংসাৰত আৰু ছোৱালী নাই, তইহে আছ! দেখা-শুনাই বা বুলিব কি?"

"দেখা-শুনাই বোলাতকৈ জয় ককাইদেৱে কি বোলে তাকে বুজ লগৈচোন, যা। ককাইদেউ বহি আছে," মন্দিৰাই কথাষাৰ জয়কান্তই শুনাকৈয়ে ক'লে। মাক অলপ তভক মাৰি ৰ'ল তাৰ পিছত ক'লে, "সঁচাকৈয়ে নেকি?"

"এই ৰাতি দুপৰখনত মইনো আৰু মিছা কৈছোনে? চাগৈ যা বাৰু হয়নে নহয়?"

কথাৰ লগে লগে তামোল-পাণৰ বটাটো লৈ মন্দিৰা ওলাই আহিল। তাইৰ হাতত বটা দেখি মাকেও কোন আহিছে চাবৰ মনেৰে বাহিৰ ওলাই আহিল।

"মই বোলো তাই ধেমালিহে কৰিছে। ক'ৰ পৰানো ওলালিহি বোপাই?"

"এনেয়ে ফুৰি ফুৰি আহিলো।" অলপ লাজে লাজে সি ক'লে।

"কোনোবা ফালে গৈছিল, মই লগ পাই লৈ আহিলো —" বটাটো আগবঢ়াই দি মন্দিৰাই ক'লে। মন্দিৰাৰ শান্ত আৰু প্ৰফুল্ল কথা-বতৰাবোৰ দেখি মাকৰ অলপ আনন্দ লাগিল। তাইৰ বলিয়ালি কিজানিবা যায়েই।

"ভাল পালো বোপাই তই যে আহিলি। আমাৰ জানো যাবৰ মন নেযায়? পিছে দেখোন ঘৰখনকে এৰিব নোৱাৰো।"

"মই হ'লে ঢেৰ সময় পাওঁ। পিছে কোনোৱে দেখোন আজিলৈকে আহিবি বুলি মাত এষাৰকে দিয়া নাই। কিনো যাম?" মন্দিৰাই অলপ পাতলীয়া মাতেৰে ক'লে।

জয়কান্তই এবাৰ মন্দিৰাৰ মুখলৈ চাই তলমূৰ কৰিলে। মন্দিৰা বৰ নিভীক!

হঠাৎ জয়কান্ত আৰু ৰজনী পেহী দুয়োকে অবাক কৰি মন্দিৰাই কৈ উঠিল, "হয়নে জয় ককাইদেউ, তুমি বোলে মোক বিয়া কৰাব খুজিছা? মই জানো তোমাৰ ভনীয়েৰ নহওঁ। ভনীয়েককনো কোনোবাই বিয়া কৰায়নে?"

ৰজনী পেহীৰ ইচ্ছা হ'ল যেন দুৱাৰ দাং ডাল লৈ মূৰতে মাৰ মাৰি দি তাইক চুপ কৰি দিব। হতভম্ব হৈ জয়কান্তই মন্দিৰাৰ মুখলৈ চালে। মন্দিৰাৰ মুখত এটা স্পষ্ট, কুটিল হাঁহি। হাঁহিটোত ব্যক্ত হৈছে প্ৰতিশোধৰ পাশৱ আনন্দ। মন্দিৰাৰেই যেন জয় হ'ল।

"বাৰু ককাইদেউ, তুমিয়ে জানিবা মোক বিয়া কৰালা, পিছে আমাৰ মিল হ'ব জানো? মই যিবোৰ কথা ভাবো তুমি জানো সেইবোৰ ভাবা? মই যদি জেললৈ যাওঁ, তুমিও যাবা জানো? মই যদি তোমাক ঘৰত থৈ ৰাতি ৰাতি ক'ৰবাত ঘূৰি ফুৰো, তুমি জানো শান্তিৰে থাকিব পাৰিবা?"

আৰু বহুত কিবা মন্দিৰাই ক'ব খুজিছিল। পেহীয়ে ডাবি দিয়াৰ সুৰত চিঞৰি উঠিল, "যা পাগলীজনী। বাছ-বিচাৰ নাই, মুখত যিহকে আহে তাকে বলকি গৈছে। লাজ-চৰম সকলোৰে মূৰ খালি হ'বলা!"

জয়কান্তক অলপমান বহিবলৈ কৈ ৰজনী পেহী চাহ এটোপা আনিবৰ কাৰণে ভিতৰ সোমাই গ'ল।

মন্দিৰাই মোৰ লগত ধেমালি কৰিছে, তাই সৰু ছোৱালী, বিয়া হোৱা কাক বোলে তাই বুজিবই পৰা নাই।

তথাপি অকলশৰে মন্দিৰাৰ আগত বহি থাকিবলৈ জয়কান্তৰ বেয়া লাগিল। সি বহাৰ পৰা উঠিল আৰু ক'লে, "ৰাতি ভালেমান হ'ল, মই যাওঁ।"

"আৰু অলপ বহাচোন! চাহ-পানী এটোপা খাই যোৱা। অ' এই কথাবোৰ কোৱাৰ কাৰণে আকৌ মোক বেয়া নেপাবা। বাৰু চোৱাচোন, আমিও দুখীয়া, তোমালোকো চহকী নহয়, তোমাৰে মোৰে যদি বিয়া হয় আমাৰ কাৰো লাভ নহয়। ধনীয়ে ধনীয়ে মিতিৰ পাতিলে আৰু ধনী হয়। পিছে দুখীয়াই দুখীয়াই মিতিৰ পাতিলে দুয়োঘৰ আৰু বেছি দুখীয়া হয়। নহয় জানো?"

"হয় —" কোনো মতে জয়কান্তই ক'লে।

চাহ পিয়লা খাই জয়কান্ত বিদায় লৈ গ'লগৈ। ৰজনী পেহীয়ে বেয়া নেপাবৰ কাৰণে সানুনয় অনুৰোধ কৰিলে। জয়কান্ত যোৱাৰ পিছত মন্দিৰাই কিৰিলি পাৰি নাচোন আৰম্ভ কৰিলে। ...

কৃষ্ণপক্ষৰ মাজভাগ। জোন পিছৰাতি ওলায়। ৰাতি পুৱা বেলি ওলোৱাৰ লগে লগে মাৰ যায়। জোন ওলোৱাৰ আগতে মানুহ শুই পৰে। কৃষ্ণপক্ষত যেন জোন ওলায় সেই কথা হয়তো বহুতে নেভাবে।

কাতি মাহ। দুৰ্গাপূজা হৈ গ'ল। নানা ঠাইত নানা ধৰণে পূজা হ'ল। গাঁৱৰ মানুহৰ পূজাৰ প্ৰতি বৰ শ্ৰদ্ধা নেথাকিলেও, আগ্ৰহ কম নহয়। শাক্তৰ কথাই নাই, মহাপুৰুষীয়াসকলেও ল'ৰা-ছোৱালী বোকোচা বান্ধি 'ৰাইজ চাবলৈ' নগৈ নেথাকে। নগৰমুৱা গাঁওবোৰত থিয়েটাৰ হয়, পূজা ঘৰত নাচ, খেল, আমোদ-প্ৰমোদ হয়। গাঁৱৰ মানুহে সাঁচতীয়া পইচাকেইটাৰে একো নহ'লেও নাৰিকল একোটা ঘৰলৈ কিনি আনে।

কাতি মাহ। দিনবোৰ চুটি। ভোকবোৰ চোকা। ৰাতি জাৰ লাগে। ধানবোৰ সেউজীয়া হৈছে, বৰ ধানৰ ফুলৰি সৰা নাই, লাহী ধানত গাখীৰ হৈছে। ভোকবোৰ চোকা।

গাঁৱত সৰহভাগ মানুহৰ খাবলৈ নাই। বহুতৰে শাওণ-ভাদৰ পৰা নাই। বেছি ভাগৰ আহিনতে শেষ হ'ল। কাতিত আকাল। এইটো একপ্ৰকাৰ স্বতঃসিদ্ধ হৈ পৰিছে। 'কাতিমহীয়া আকাল'। যেন শাওণমহীয়া বৰষুণৰ দৰেই কথাষাৰ অৱশ্যম্ভাৱী। ধানগিৰীয়াৰ মুখ গপত ওফন্দা, পইচালৈ ধান দিবলৈও গাই নল'ৰে। যেন ভিক্ষাহে দিব লাগিব।

যি কোনো উপায়ে গৰু-ম'হ, বাটি-কাহী বেচি দুটকা উলিয়াব পাৰে সি ধান এপুৰা কোনোমতে কিনে। বাকী বহুতেই কান্ধত জোলোঙা লয়। কিছুমানে অন্য উপায় নেপাই চুৰ কৰে, ভঁৰালত সিন্ধি দিয়ে, চৰুৰ ভাত চুৰ কৰে। কিছুমান ধৰা পৰে। গিৰিহঁতৰ কিল খায়, পুলিচৰ গোৰ খায়, জেলৰ শাস্তি খায়। ভাত, ... মানুহৰ নীতিজ্ঞান, চৰিত্ৰ, সন্মানবোধ ... এমঠি ভাত তাতকৈ বহুত ডাঙৰ। এৰা, বহুত ডাঙৰ।

সিহঁত সকলো শুইছে। ভাত খোৱাবোৰো আৰু খাবলৈ নোপোৱাবোৰো, খাবলৈ পোৱাবোৰে টোপনি যায়, সিহঁতে খোৱাখিনি হজম কৰিবৰ কাৰণে। আৰু খাবলৈ নোপোৱাবোৰ সিহঁতো শোৱে, সিহঁত শোৱে ভোকত লালকাল দি। সিহঁতৰ দুৰ্বল চকুবোৰ আপুনি মুদ খাই আহে। সিহঁতৰ হাতবোৰ অৱশ হয়। ভাতৰ কথা পাহৰি যাবৰ কাৰণে সিহঁত টোপনিৰ বুকুত ঢেৰাই-মেৰাই বাগৰি পৰে।

কাতি মাহৰ কৃষ্ণপক্ষৰ পিছ ৰাতি।

অপৰা আৰু মাধৱ, কাৰো মুখত কথা নাই। দুয়ো বেগাই খোজ দিছে, যিমান পাৰে বেগাই।

গাঁৱৰ মাজৰ আলি— বাৰিষাৰ নাওচলা খাল, খৰালিৰ বাট। দুয়োকাষে সেউজীয়া ধাননি। বাটটো ওখোৰা-মোখোৰা, মাজে মাজে একোডোখৰ দ', তাৰ পানীবোকা এতিয়াও সম্পূৰ্ণ শুকোৱা নাই। দুয়োৰে কাপোৰ-কানিত বোকাৰ ছিটিকনি।

চাৰিওফালে কুঁৱলীৰ ধুনীয়া ডাঠ এখন ধোঁৱাবৰণীয়া কাপোৰ। চাৰিওপিনৰ পৃথিৱীখন ঢাকি পেলাইছে। বাটৰ কাষৰ ঘৰবোৰ জোনাক আৰু কুঁৱলীৰ মাজত অস্পষ্ট হৈ পৰিছে। কোনো নাই। পৃথিৱীখন ধোঁৱাবৰণীয়া। ঘাঁহ, আৰু হালধীয়া বতাহ। আৰু একো নাই।

পাত নোহোৱা এজোপা শিমলু গছ, অলপ আঁতৰতে এখন দলং। দুয়ো অলপ ৰ'ল।

"ফুকন —"

"হোঁ?"

"আৰু কিমান দূৰ আছে?"

"কিমান দূৰ আহিলো একো আন্দাজ কৰিব পৰা নাই। দুমাইলতকৈ বেছি নাই কিজানি।"

"ব'লক।"

"ৰাতি বহুত হ'ল কিজানি?"

"আপোনাৰ ঘড়ী নাই জানো?"

"অ' এৰা —"

অপৰাই হাতৰ ঘড়ীটো চালে। আঠে বাজিছে!

"তেন্তে অলপ বহো আহক। আৰু যদি খুব বেছি আছে, আধা ঘণ্টাৰ বাট। অলপ জিৰাই লৈও যাব পাৰিম।"

দুয়ো শিমলু জোপাৰ তলতে বহিল।

ধানবোৰৰ পৰা এটা কেঁচা-কোমল গোন্ধ উৰি আহিছে।

কোনোবা মানুহৰ চোতালত শেৱালি ফুলিছে। তাৰ গোন্ধবোৰ মিঠা। কেতেকীজনী কোনো দিন নোশোৱে। অকলশৰে চিঞৰি-চিঞৰি তাই পৃথিৱীখনক কয় যে তাই সাৰে আছে, তাই জীয়াই আছে। কুঁৱলীবোৰ শান্ত। সিহঁত পাতল, সিহঁত আকাশতে ওপঙি থাকে। সেইবোৰ জীয়া মানুহৰ হুমুনিয়াহ।

মধ্যবিত্ত, শিক্ষিত দলৰ প্ৰাণে প্ৰাণে কেৱল একেটা আকাংক্ষা, কেৱল একেটা আদৰ্শ— যিকোনো উপায়ে ধনতন্ত্ৰৰ শেষ কৰিব লাগে। ধনিক শ্ৰেণীৰ নিষ্ঠুৰ কবলৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে পৃথিৱীৰ সৰ্বহাৰা, নিঃস্ব, দুৰ্বল দলটোক মানুহ কৰিব নোৱাৰি। ধনিক শ্ৰেণীয়ে অক্টোপাছৰ হাতোৰা মেলি অসহায় গৰীৱ দলৰ বুকৰ তেজ শুহি খাইছে, অথচ দুখীয়া দলে তাৰ গম নেপায়, তাক অনুভৱ কৰাৰ শক্তিও সিহঁতে হেৰুৱাই পেলাইছে। ধনী দলে কিনি লৈছে দুখীয়াৰ জীৱন, দুখীয়াৰ আনন্দ-উচ্ছ্বাস, দুখীয়াৰ আশা-আকাংক্ষা। ধনিক দলৰ হাতত আছে শক্তি, আছে অস্ত্ৰ, আছে স্বাৰ্থৰক্ষাৰ উপায়। দুখীয়া দল নিৰস্ত্ৰ— যুগে যুগে। অত্যাচাৰ প্ৰতিৰোধৰ একমাত্ৰ অস্ত্ৰ সিহঁতৰ নিৰ্বিৰোধ একতা, মনৰ বল আৰু সঙ্কীৰ্ণ, ব্যক্তিগত স্বাৰ্থৰ উৎসৰ্গ।

আজি ধনিক শ্ৰেণীয়ে মধ্যবিত্ত শিক্ষিতবোৰক সন্দেহ কৰে, ভয় কৰে। ছলেবলে-কৌশলে কিছুমান টকাৰ বিনিময়ত কিনি লয়, গোলাম কৰি লয়, তাৰ ব্যক্তিত্ব ধনতন্ত্ৰৰ যাঁতত চেপি খুন্দি নিঃচিহ্ন কৰি পেলায়। যি দলে ধনতন্ত্ৰৰ এই যাঁতৰ পৰা ৰক্ষা পাবৰ চেষ্টা কৰে, সেই দল পচি মৰে জেইলত, নতুবা অজ্ঞাতবাসত। পৃথিৱীখন ধনীৰ।

অপৰা আৰু মাধৱে এইবোৰ বুজে। সেই কাৰণেই নিজৰ জীৱন, নিজৰ স্বাধীনতা বিপন্ন কৰিও নুবুজা দলক বুজাবৰ চেষ্টা কৰে।

যোৱা সপ্তাহত জীৱন-মিস্ত্রীক পুলিচে ধৰি নিলে। জীৱনে কেৰাচিনৰ টিচপাকি সাজি বজাৰত বেচে। ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী তিনিটা। তাৰ ঘৰৰ বেৰত ধনিক শ্রেণীৰ বিৰুদ্ধে কোনোবাই ছপোৱা এখন বিজ্ঞাপন পাই পুলিচে তেওঁক নিলে। বিপ্লৱী বুলি।

জীৱনৰ ঘৈণীয়েকৰ নাম লাৱণ্য। লাৱণ্য নির্বিকাৰ। টিনৰ লেম সাজি বজাৰত বেচি খালেও যদি মানুহ বিদ্রোহী হয়, হওক, আমাৰনো কি? জেলত থকা, বাহিৰত থকা একে কথা। ...

মাধৱে জীৱনৰ ঘৰ চিনি পায়।

অপৰা আৰু মাধৱ চোতালেদি লাৱণ্যৰ ঘৰলৈ সোমাই আহিল। হঠাৎ কিবা এটা দেখি দুয়ো থমকি ৰ'ল। লাৱণ্যৰ দুৱাৰমুখত এটা মানুহ— যি দুৱাৰখন মেলিবৰ চেষ্টা কৰিছে। অতর্কিতেই মাধৱে কঠিন মাতেৰে চিঞৰি উঠিল, "কোন?" মানুহটো কর্ফাল ফাই পিৰালিৰ পৰা খহি পৰিল। মাধৱৰ চিঞৰত লাৱণ্যয়ো সাৰ পাই দুৱাৰ মেলিলে। মানুহটোৱে পলাবৰ উপক্রম কৰিছিল, কিন্তু মাধৱে তাৰ ডিঙিটোত এনেদৰে টিপি ধৰিলে যে সি চোতালতে বহি পৰিল।

তিনিপৰ ৰাতি। ওচৰ-পাঁজৰৰ সকলো মানুহৰ ঘোৰ টোপনি, উৰুমিটো বৰ বেছি মুকলি নহ'ল।

ধৰা পৰা মানুহটো লাৱণ্যৰ চিনাকি। হৰি মণ্ডল। গাঁৱৰ জনাজাত গুণ্ডা। তাৰ বয়স প্রায় ৩০ বছৰ। নিজৰ দুজনী ঘৈণীয়েক আছে।

অপৰাহঁতৰ ভাবি অহা কথাত বাধা পৰিল। দুয়ো আহিছিল লাৱণ্যৰ লগত দিহা-পৰামর্শ কৰি কিবা এটা কৰিবলৈ। কিন্তু এই অপ্রত্যাশিত দুর্ঘটনাটোৱে সকলো ওলট-পালট কৰি দিলে। হৰি মণ্ডল ভয় আৰু বিস্ময়ত অবাক হ'ল। কিন্তু সি অতিকে ধূর্ত। সি মনতে এটা পাং পাতিলে। লাৱণ্যৰ গিৰিয়েক আৰু লাৱণ্য যদি বিপ্লৱী নহয়, তেন্তে এই তিনিপৰ ৰাতি নগৰ-চহৰৰ এই অচিনাকি মানুহবোৰ তাইৰ ঘৰলৈ আহিব কিয়? বাৰু যেনে তেনে পুলিচৰ ওচৰ পালেগৈয়ে হয়। হৰি মণ্ডল গহীন হ'ল।

সামাজিক এটা দুর্নাম ৰটাই লাৱণ্যক বিপদত পেলাব পাৰিলেহেঁতেন, যদি মাধৱৰ লগত অপৰা নেথাকিলহেঁতেন। কিন্তু সেইটো যেতিয়া একপ্রকাৰ অসুবিধা, গতিকে লাৱণ্যক বিপ্লৱী দলৰ গোপন লগৰীয়া বুলি পুলিচক ধৰাই দিয়াই সহজ হ'ব। ওঁ, ঠিকেই হৈছে। চৰকাৰৰ ঘৰৰ পৰাও হৰি মণ্ডলে তাৰ বাবে যথেষ্ট পাৰিতোষিক নেপাই নেথাকে।

মাধৱৰ ওপৰত পৰোৱানা আছিল। য'তেই মাধৱক পায়, তাতে পুলিচে তাক গ্ৰেপ্তাৰ কৰিব। অপৰাৰ ওপৰত পৰোৱানা নাছিল যদিও পুলিচ বিভাগৰ ক'লা লিষ্টত অপৰাৰ নাম আছিল।

ৰাতি পুৱাবলৈ আৰু বেছি পৰ নাছিল। মাধৱে লক্ষ্য কৰিলে হৰি মণ্ডলে পলাবৰ কোনো উপক্ৰম কৰা নাই। যেন লাৱণ্যৰ খবৰ ল'বলৈহে আহিছে এনে ভাবেই সি বহি থাকিল। মাধৱে অপৰাক একাষলৈ মাতি নিলে আৰু ফুচ্‌ফুচাই কিবা দুআষাৰ ক'লে। তাৰ পিছত সি লাৱণ্যক ওচৰলৈ মাতিলে আৰু ডাঙৰকৈয়ে ক'লে, "মই যাওঁ। তুমি ভয় নকৰিবা। অৱশ্যে ভয়ৰ কাৰণ আছে, কিন্তু এই সময়ত স্থিৰ থাকিব পৰাটোৱেই হ'ল আটাইতকৈ ডাঙৰ কথা। নিয়ম মতে খবৰ-বাতৰি দি থাকিবা।"

আৰু বিশেষ একো নকৈ মাধৱে খোজ ল'লে— আন্ধাৰৰ মাজেদিয়ে। দুজনী তিৰোতা আৰু এটা দুৰ্বৃত্ত বহি থাকিল তাৰ যোৱাৰ ফালে চাই।

অপৰাই বেচ সহজভাৱে হৰি মণ্ডলৰ লগত কথা আৰম্ভ কৰিলে। হৰি মণ্ডল যে এটা ডাঙৰ দোষত অপৰাধী সেই কথা যেন তিনিও পাহৰি গ'ল। অপৰাই হৰিক ভিতৰলৈকে মাতি নিলে। তিনিও বহি থীণ পোহৰৰ লেমটো লৈ কিবা-কিবি কিছুমান অদৰ্কাৰী কথা পাতি গ'ল। অপৰাৰ যেন বহুত কথা হৰিৰ পৰা জানিবলগীয়া আছে, এনেদৰে ইটোৰ পিছত সিটো কথা সুধি যাব ধৰিলে। হৰিয়েও যেন গোটেই পৰিস্থিতিটো পাহৰি গৈ অপৰাৰ মুখলৈ চাই চাই কথাৰ উত্তৰ দি যাব ধৰিলে।

তেতিয়া কাহিলি পোহৰ হৈ আহিছে। বাহিৰত কিন্তু তেতিয়াও এটা নীৰৱতাই ৰাতিৰ পূৰ্ণ গাম্ভীৰ্য অটুট ৰাখিছে। এনেতে বাহিৰত সৰু এটা গলখেকাৰি শুনি অপৰা ওলাই গ'ল। গলখেকাৰিটো বাকী দুজনে লক্ষ্য নকৰিলে। অপৰা ওলাই গ'লত লাৱণ্যৰ মুখলৈ চাই হৰিয়ে এটা হাঁহি মাৰিলে। লাৱণ্য নীৰৱে থাকিল।

প্ৰায় দহ মিনিট পাৰ হৈ গ'ল। অপৰা ঘূৰি নাই অহা, লাৱণ্যই বাহিৰৰ ফালে চালে। কিবা এটা ষড়যন্ত্ৰ যেন অনুভৱ কৰি হৰিয়েও বাহিৰৰ ফালে চালে। হঠাৎ চোতালত যি দৃশ্য দেখিলে সেই দেখি দৃশ্য হৰি স্বৰূপ পৰা মানুহৰ দৰে বৈ গ'ল। হাতত শকত শকত লাঠি লৈ চাৰিটা ডেকা — গাঁৱৰে, লগত গাঁৱৰ চৰকাৰী গাঁওবুঢ়া। কিন্তু অপৰা নাই। অপৰা ইতিমধ্যেই অন্তৰ্ধান হৈছে।

তেতিয়া পৃথিৱীখন অলপ পোহৰ হৈ আহিছে। এটা ডেকাই ধমক দি হৰিক ভিতৰৰ পৰা চোতাললৈ উলিয়াই আনিলে। লাজ, ভয়, অপমানত হৰি মৰাৰ নিচিনা হ'ল।

"ছিঃ ছিঃ মণ্ডল, ভগৱানলৈ ভয় নেথাকিলেও, মানুহলৈতো অলপ ভয়, সংশয় থাকিব লাগে। তুমি নো ল'ৰা-ছোৱালীৰ আগত মুখ দেখুৱাবা কেনেকৈ?" গাঁওবুঢ়াই ক'লে।

"মই — মই —" খোনাই খোনাই হৰিয়ে কিবা এটা ক'বৰ চেষ্টা কৰিলে, কিন্তু তাৰ ডিঙিৰ পৰা কথা নোলাল। পুৱা দহ বজাত হৰিক নি থানা পোৱালেগৈ।

কমল মোককচাঙৰ পৰা ঘূৰি আহিল। ঘৰত সকলোৱে একমুখে ক'লে যে তাৰ স্বাস্থ্যৰ উন্নতি হৈছে। সি শকত হৈছে, বগা হৈছে ইত্যাদি। নগাজাতি সম্পৰ্কে সি থিছিছ সি লিখিম বুলি গৈছিল, সেইখন লেখা নহ'লেও তাৰ কাৰণে আৱশ্যকীয় বহুখিনি বা-বাতৰি, বিৱৰণ, প্ৰত্যক্ষ অভিজ্ঞতা আৰু জনশ্ৰুতি সি লগত লৈ আহিল। এতিয়া নিৰ্বিবাদে ঘৰত বহি সি থিছছ লিখিব। তাৰ থিছিছ এক মূল্যবান জাতীয় সম্পদ হ'ব। এতিয়া সজাই-পৰাই থিছিছখন লিখি উলিয়াব পাৰিলেই হয়।

সি ঘূৰি অহাত বাপেক, আইজনী আৰু সৰু ভায়েককেটা সকলোৱে ভাল পালে। বাপেকৰ চেষ্টা হ'ল যিমান সোনকালে পৰা যায় তাৰ বিয়াখন পাতি পেলোৱা। বীণাৰ বাপেকেও সিফালৰ পৰা এক প্ৰকাৰ তাগাদাই দিব লাগিছে। এতিয়া কমলৰো বিয়াৰ প্ৰস্তাৱত আপত্তি তুলিবৰ কোনো হেতু নাই।

কমলে মন্দিৰাৰ খবৰ কৰিলে। আইজনীয়ে ক'লে যে আজি প্ৰায় কুৰিদিন মন্দিৰা ঘৰত বা গাঁৱত নাই। আজিকালি মাজে মাজে তাই তেনেকৈ অদৃশ্য হয়। তাই হেনো আজিকালি বিপ্লৱী দলত যোগ দিছে।

"তাইনো কিয় বিপ্লৱী দলত যোগ দিলে?" কমলে সুধিলে।

"মন্দিৰাই হেনো বিপ্লৱ কৰি সমাজত থকা জাতি-বৰ্ণৰ ভেদাভেদ উঠাই পেলাব। তাই হেনো সকলোকে বামুণ কৰিব, নাইবা সকলোকে কৈৱৰ্ত কৰিব। তাই অলপ বলিয়া।" আইজনীয়ে ক'লে কমলে একো নেমাতিলে।

সেই অকণমান মন্দিৰাজনী— অকণমান লিখা-পঢ়া জনা মন্দিৰাজনী, পাগলী মন্দিৰাজনী— তাই বিপ্লৱ কৰি শ্ৰেণীহীন, ব্যৱধানহীন সমাজ গঢ়িব? এনে আদৰ্শত মন্দিৰাৰ বিশ্বাস হ'ল কেনেকৈ? ৰজনী পেহীৰ জীয়েক মন্দিৰা, কৈৱৰ্তৰ ছোৱালী মন্দিৰা— তাই— কিন্তু তাই জানো অকলে?

আহি পোৱাৰ চাৰিদিনৰ পিছত কমলে ৰে'বাৰ পৰা এখন সৰু চিঠি পালে। ৰে'বাই লিখিছে ঃ

"এইকেইদিন মোৰ অসুখ আকৌ বাঢ়িছে। হয়তো আকৌ ভৈয়ামৰ ঘৰ দেখা নেপামগৈ। বাইদেউকে যদি আপুনি বিয়া কৰায়, তেন্তে মোৰ কথা পাহৰি যাব। যদি অন্য কাৰোবাৰ লগত আপোনাৰ বিয়া হয়, তেন্তে আপোনাৰ আজৰি সময়ত এবাৰ মোলৈ মনত পেলাব। তেতিয়া হয়তো মই এই পৃথিৱীত নেথাকিম,

কিন্তু আপোনাৰ স্মৃতিৰ মাজত অকণমান ঠাই পালেও মোৰ মৰণ সফল বুলি ভাবিম। বৰ দুৰ্বল হৈ পৰিছে— দেহাও, মনো। দুৰ্বল মানুহে হেনো মৰমৰ মাজত শক্তি বিচাৰি পায়, জীৱনৰ অৱলম্বন বিচাৰি পায়। মোৰ কিন্তু সেই আশ্ৰয়ৰ অৱলম্বন নাই। গতিকে অৱশ্যম্ভাৱীৰ ওচৰত আত্মসমৰ্পণৰ বাহিৰে অন্য পথ আৰু নাই। বিশেষ একো লিখিবলগীয়া নাই। ইমানখিনি লিখাৰ কাৰণে বেয়া নেপায় যেন। সোনকালে উত্তৰ দিলে পঢ়ি যাবৰ সুবিধা পাবও পাৰো।

— ৰে'বা।

চিঠিখন পঢ়ি কমলৰ বেয়া লাগিল। দূৰলৈ আঁতৰি অহাৰ কাৰণেই হয়তো ৰে'বালৈ কমলৰ বৰ মৰম লাগিল। বেচেৰী, দুৰ্ভগীয়া ছোৱালীজনী। ইমান মৰমৰ আকলুৱা। জীয়াই থাকিবলৈ কি যে দুৰন্ত হেঁপাহ। অসম্ভৱবোৰকে অৱলম্বন কৰি নিজক প্ৰবোধ দিবৰ কি যে মৰ্মন্তুদ কামনা।

কিবা এটা উত্তৰ দিম বুলি কমলে ঠিক কৰিলে। অৱশ্যে সান্ত্বনা ৰে'বাই নিবিচাৰে, কিন্তু তাৰ বাহিৰেনো কমলে আৰু কি দিব পাৰে? জীৱনে ৰে'বাক ভাল পাবৰ শক্তি দিলে, কিন্তু অধিকাৰ নিদিলে। নিজক উচ্ছন্ন কৰি তাই ভাল পায়, কিন্তু নিজৰ কাৰণে আশা কৰিবৰ অধিকাৰ তাইৰ অকণো নাই। ৰে'বা এটা হ্যুমিনিয়াহ, সি নিজক শূন্যৰ বুকুত বিলাই দিয়ে, নিজে বিলীন হৈ যায়, ঘূৰি নাহে।

দুপৰীয়া ভাত খাই উঠি কমলে ৰে'বাৰ চিঠিখনৰ উত্তৰ দিম বুলি ঠিক কৰি কাগজ-কলম গোটাই লৈছিল। এনেতে বেচ অপ্ৰত্যাশিতভাৱে এজন মানুহ কমলৰ কোঠালৈ সোমাই আহিল, মানুহজনক কমলে চিনি পায়। কিন্তু বিশেষ কথা-বতৰা বা জনাশুনা নাই। কমলে শ্ৰীনাথক মাতিলে আৰু বহিবলৈ চকী এখন আগবঢ়াই দিলে।

"মোক বোধকৰো আপুনি চিনি পোৱা নাই —" শ্ৰীনাথে ক'লে, "মই এটা বিশেষ দৰকাৰত আহিলো।"

অলপ হাঁহি কমলে ক'লে, "আপোনাক চিনি পাইছো, কওক কিয় আহিল?'

"মাধৱ ফুকনৰ লগত যে আছিল উপমা, আপুনি চিনি পায় নহয় —?"

"হয়। কি হ'ল তেওঁৰ?"

"তেওঁ মিল মজদুৰৰ লগত আছিল নহয়—"

"সেইটো অৱশ্যে মই নেজানো —"

"হয়, তেওঁ লেবাৰ ফ্ৰণ্টত কাম কৰিছিল, মিল মজদুৰৰ সংগঠনৰ দায়িত্ব আছিল তেওঁৰ ওপৰত।"

"হয় —"

"যোৱা বুধবাৰে বাৰাণসীদাস ঠাকুৰ দাসৰ কাঠৰ আৰু মটৰৰ কাৰখানাত বনুৱা ধৰ্মঘট হোৱাৰ কথা জানে নিশ্চয় —"

নিৰ্বিকাৰভাৱে কমলে ক'লে, "বাতৰিকাকতত দেখিছোঁ।"

"বনুৱাৰ ওপৰত লাঠি চাৰ্জ হৈছিল। কোনো মৰা নাই। আহত হৈছে বহুত। উপমাৰ মূৰত ডাঙৰ আঘাত লাগিছে।"

"উপমাৰ মূৰত আঘাত!" উদ্বিগ্নতা দমাবৰ চেষ্টা সত্বেও কমলে শান্তভাৱে কথাষাৰ ক'ব নোৱাৰিলে।

"আচৰিত হ'বলগীয়াতো একো নাই। অত্যাচাৰলৈ ভয় কৰিলে জানো অত্যাচাৰৰ অৱসান হ'ব? যি আঘাতৰ পৰা অন্যৰ মূৰ বচাবৰ কাৰণে যায়, সি নিজৰ মূৰ আঘাতৰ কাৰণে প্ৰস্তুত কৰি নিবই লাগিব।"

কমলে একেথৰে শ্ৰীনাথৰ ফালে চাই ৰ'ল। একো নেমাতিলে। শ্ৰীনাথে ক'লে, "উপমাক চৰকাৰী হাস্পতাললৈ পঠাই দিব পাৰি, কিন্তু উপমা মান্তি নহয়। তেওঁক ৰাখিবলৈ ক'তো নিৰাপদ আৰু সুবিধাজনক ঠাই নাই। সেই কাৰণে তেওঁ কোৱা মতে আপোনাৰ ওচৰলৈ আহিলো।"

শ্ৰীনাথ ৰ'ল।

"তেওঁ কিমান আঘাত পাইছে?"

"আঘাত যথেষ্ট। জিৰণি আৰু ভাল চিকিৎসা দুয়োটাৰে প্ৰয়োজন। আপোনাৰ ঘৰত যদি ঠাই হয়, তেন্তে উপমাক আপোনাৰ ইয়াতে থৈ আমি নিজৰ কামত লাগিব পাৰো।"

প্ৰস্তাৱটো শুনি কমল অলপ বিমোৰত পৰিল। উপমাই লেবাৰ ফ্ৰণ্টত কাম কৰে। উপমা পুলিচৰ মাৰত আহত হৈছে। উপমাই তাৰ কাষত আশ্ৰয় বিচাৰিছে ...

উপমা তাৰ মাথোন চিনাকি। ঘৰখনৰ আন কোনোৱে উপমাক চিনি নেপায়, উপমাৰ বিষয়ে একো নেজানেও। সেই উপমাক আনি ঘৰ সুমুৱালেহি ঘৰৰ আৰু গাঁৱৰ অন্যান্য মানুহবোৰে বা কি ধাৰণা কৰে? কি ভাবে?

কিন্তু এই উপমায়েতো তাক কোনো নোহোৱা ঘৰ এটাত নিঃসঙ্কোচে ৰাতি থাকিবলৈ দিবলৈ সাহ কৰিছিল। নেৰাখিলে বৰ অকৃতজ্ঞতা হ'ব, তাতে আহত উপমাক, আশ্ৰয়প্ৰাৰ্থিনী উপমাক।

কমলে শ্ৰীনাথৰ মুখলৈ চালে। তাৰ পিছত ভাবি ভাবি ক'লে, "এতিয়া তেওঁ ক'ত আছে?"

"সেই মিলতে কাম কৰা বনুৱা এজনৰ ঘৰত। কিন্তু তাত থকা নিৰাপদ নহয়, সুবিধাজনকো নহয়।"

"আপোনালোকে কি কয়?"

"আমি? আমাৰ কাম বহুত। অৱশ্যে উপমাৰ চিকিৎসা-শুশ্ৰূষা কৰাটোও আমাৰ কৰ্তব্য। কিন্তু বৰ্তমানত আমাৰ কামৰ এন জুমুৰি পৰিছে যে নিৰ্ভৰযোগ্য

কাৰোবাৰ ওচৰত তেওঁক থৈ আমি আমাৰ কামত লাগিব পাৰিলেই বেছি লাভ হ'ব।"

কমলে অলপ পৰ কথাটো ভালকৈ ভাবি চালে। ইতিমধ্যে আইজনীক মাতি শ্ৰীনাথক চাহ দিবলৈ ক'লে।

উপমা ৰাজৰোষত বিপন্না, আনহাতে তেওঁৰ তত্ত্বাৱধান লওতাও কোনো নাই। উপমা সধবাও নহয়, বিধবাও নহয়, কুমাৰীও নহয়, পৰিবাৰো নহয়। এই ছোৱালীজনীক আনি চিকিৎসা আৰু তত্ত্বাৱধানৰ ভাৰ লোৱা কমলৰ কাৰণে সহজ হ'ব জানো? ...

কমল অলপ বিমোৰত পৰিল। শ্ৰীনাথে তেওঁৰ অৱস্থাটো বুজিলে। মনে মনে শ্ৰীনাথে আমোদ পালে। দুখ লাগিল উপমাৰ কাৰণে। কমলৰ ওপৰত তেওঁৰ যে কি গভীৰ আস্থা৷ জীৱনটোৰ ওচৰত ঠেকা খাই খায়ো উপমাই একো নিশিকিলে।

আইজনীয়ে চাহ আনি দিলে। চাহ খাই উঠি শ্ৰীনাথে ক'লে, "আপোনাৰ বোধকৰো অলপ অসুবিধা হ'ব, নহয় জানো? বাৰু আপুনি বিশেষ ভাবিব নেলাগে। এতিয়া থকা সেই বনুৱাজনৰ ঘৰতে তেওঁক আৰু কেইদিনমান ৰাখিব পৰা যাব। তাৰ পিছত কিবা এটা দিহা হ'ব। উপমাই আপোনাৰ কথা কোৱাৰ কাৰণেহে আপোনাক কথাষাৰ জনালো।"

শ্ৰীনাথ যাবলৈ উঠিল। কমলে বৰ অস্বস্তি অনুভৱ কৰিলে। কমলে কোনো মতে ক'লে, "বাৰু মই ভাবি চাওঁ।"

"ভাল বাৰু ভাবক —"

এনেতে ক'ৰবাৰ পৰা মন্দিৰা কোঠাটোলৈ সোমাই আহিল। মন্দিৰাৰ গাৰ কাপোৰবোৰ যথেষ্ট মলিয়ন, মূৰৰ চুলিও ৰুক্ষ। যথেষ্ট ৰকমে মেহনত কৰিলে মানুহৰ যেনে ক্লান্তি আহে, মন্দিৰাৰ চকুতো তেনে ক্লান্তিৰ ছাঁ। কিন্তু মন্দিৰা যথেষ্ট প্ৰফুল্ল।

"ককাইদেউ —"

"মন্দিৰা! তই ক'ৰ পৰা ওলালিহি?"

"মন্দিৰা নামটো শুনি শ্ৰীনাথে তীব্ৰভাৱে মন্দিৰাৰ মুখলৈ চালে। "শুনিলো যে তুমি ঘূৰি আহিছা। পিছে মই আঁতৰত আছিলো, আজিহে ঘৰ ওলাইছোহি।"

"আইজনীয়ে কৈছিল যে তই ঘৰত নাই। এখেতক চিনি পাইছ?" মন্দিৰাই শ্ৰীনাথৰ ফালে চালে।

"এখেত শ্ৰীনাথ হাজৰিকা। ভাল লিখক— আৰু —" "আপুনিয়েই তেন্তে?" একপ্ৰকাৰ চিঞৰিয়েই মন্দিৰাই ক'লে। "আপোনাক জানো মই চিনি নেপাওঁ —?"

"ময়ো আপোনাক আগৰে পৰা চিনি পাওঁ। মাত্র আজিলৈকে দেখা-দেখি হোৱা নাই —" অলপ হাঁহি শ্রীনাথে ক'লে।

"আপুনি যে আহি এইখিনিত ওলালহি?"

"এখেতৰ লগত অলপ দৰকাৰ আছিল।"

"মই বুজিছো। পিছে কিবা সুবিধা হ'ল জানো?"

প্রশ্নটো শুনি শ্রীনাথ অলপ অপ্রস্তুত হ'ল। শ্রীনাথে ক'লে, "সুবিধা অৱশ্যে এতিয়াও হোৱা নাই। পিছে অসুবিধাও হোৱা নাই।"

শান্তভাৱে মন্দিৰাই ক'লে, "বাৰু আপুনি বিশেষ চিন্তা কৰিব নেলাগে। উপমা আহত হোৱাৰ বাতৰি পাই মই গৈছিলো। হৰিপ্রসাদক লগ পালো। সি নিজৰ ঘৰতে ৰাখো বুলিছে, পিছে তাত অসুবিধা বহুত, আজি ৰাতিকৈ আমাৰ ঘৰলৈ পঠাই দিয়াৰ বন্দৱস্ত কৰি আহিছো। হৰিপ্রসাদহঁতে গাড়ীৰে আজি লৈ আহিব। সেই কাৰণে মই অলপ আগতে আহিলো।"

"উপমা তহঁতৰ ঘৰলৈ আহিব, মন্দিৰা?" কমলে সুধিলে।

"আমি আৰু আগৰ দৰে কৈৱৰ্ত হৈ থকা নাই ককাইদেউ। এতিয়া মই যলৈকে ইচ্ছা যাব পাৰো, আমাৰ ঘৰলৈকো যাৰে ইচ্ছা আহিব পাৰে। কাৰো জাত নেযায়।"

মন্দিৰাৰ কথাষাৰ কমলে বৰ ভাল নেপালে। মন্দিৰাজনীয়ে কথা কোৱাৰ সময়-অসময়ো বুজি নেপায়। তথাপি কমলে ক'লে, "তই দেখোন আজিকালি ঘৰতে নেথাক। উপমা যদি আহে, কোনেনো চোৱা-চিতা কৰিব?"

"বৌতি আছে নহয়। বৌতিৰ জীয়েকৰ কাৰণে মোক যদি বৌতিয়ে চাব পাৰে, তেন্তে উপমাকো পাৰিব। আৰু নোৱাৰিলে মই আছো। উপমাক আপোনালোকে পেলাই দিব পাৰে, মইতো নোৱাৰো।"

"উপমাক তই আগৰে পৰা চিনি পাৱ নেকি?"

"নেপাওঁ। পিছে চিনি নেপালে জানো মানুহক সহায় কৰিব নেপায়?"

কমলে আৰু একো নক'লে। শ্রীনাথ, মন্দিৰা, উপমা সকলোকে তাৰ অবোধ্য যেন লাগিল। চিনি নোপোৱা, একেবাৰে অপৰিচিত বিপন্নবোৰক সহায় কৰাৰ কি তাৎপৰ্য থাকিব পাৰে?

মন্দিৰাই ক'লে, "মই এতিয়া যাওঁ ককাইদেউ। আমাৰ ঘৰটো দেখিছাই। তালৈ গ'লে ভাল মানুহো বেমাৰী হয়। বেমাৰী আনি সুমুৱালেহি কি হয় ক'ব পৰা নাই। অলপ দিহাপোহা কৰোগৈ। উপমাক যেতিয়া বচাবই লাগিব, তেতিয়া অলপ কষ্ট স্বীকাৰ নকৰিলে জানো হ'ব?"

শ্রীনাথ আৰু মন্দিৰাই কমলৰ পৰা বিদায় লৈ ওলাই আহিল। একেথৰে বৈ কমলে সিহঁত যোৱাৰ ফালে চাই থাকিল। এটা অকাৰণ অপমানত নিজকে ক্ষুণ্ণ

হোৱা অনুভৱ কৰিলে। সি তেন্তে শ্ৰীনাথতকৈয়ো সৰু, মন্দিৰাতকৈও নিঃসহায়, অপদাৰ্থ। এটা পুৰুষ হৈ, উপমাৰ চিনাকি হৈ, সি বিপদৰ সময়ত উপমাক সামান্য অকণমান আশ্ৰয় দিবৰ সাহস কৰিব নোৱাৰিলে, অথচ এই অকণমান মন্দিৰাজনীয়ে কিমান উদাৰভাৱে, কিমান আত্মবিশ্বাসেৰে সেই দায়িত্ব নিজৰ ওপৰত জাপি ল'লে। তাৰ এই অক্ষমতাৰ গুৰি কত? কমলে ভাবিলে।

অক্ষম কোন? মই, মোৰ সমাজ, নে মোৰ পৃথিৱীখন?

যি পৃথিৱীয়ে মৰিবৰ সময়তো মানুহৰ জাতি-বৰ্ণৰ বিচাৰ কৰে, নিৰাশ্ৰয়, নিঃসহায়ৰ পৰিচয় বিচাৰে। উপমাই মোৰ কথা কি ভাবিব? মোক কি বুলি ভাবিব? ভাবিব মই স্বাৰ্থপৰ, দুৰ্বল, আত্মকেন্দ্ৰিক এটা প্ৰাণী। মোৰ মানৱতাবোধ নাই, মৰম-চেনেহ নাই, আনকি কৃতজ্ঞতাও নাই। অকৃতজ্ঞ মানুহতকৈ নীচ আৰু একো নাই।

কমলে আইজনীক মাতিলে।

"আইজনী, মোৰ চিনাকি ছোৱালী এজনী অলপ বিপদত পৰিছে, মানে ক'ৰবাৰ মাৰপিটত মূৰত মাৰ পৰি দুখ পাইছে। তেওঁৰ কোনো চাওতা নাই। আমাৰ ইয়ালৈকে লৈ আহিলে —"

"ওঁ আনাতোন ককাইদেউ। আয়ে দেহি, কেওঁ কিছু নাই যদিনো তেওঁক চাব কোনে? খোজ কাঢ়ি আহিব পাৰিব নেকি ককাইদেউ? তেওঁনো এতিয়া কত আছে?"

"তেওঁ এতিয়া আছে হৰিপ্ৰসাদ নামে এটা মিলৰ বনুৱাৰ ঘৰত। পিছে আজি ৰাতি মন্দিৰাহঁতৰ ঘৰলৈ অনাৰ কথা আছে।"

"নেলাগে ককাইদেউ। আমাৰ ইয়ালৈকে লৈ আহিব লাগে। মন্দিৰাহঁতৰ তাত তেওঁক কোনে চাব?"

এজনী অচিনাকি ছোৱালীক সহায় কৰিবলৈ দেখুওৱা আইজনীৰ উৎকণ্ঠাখিনি দেখি কমল আচৰিত হ'ল। আইজনী বিপ্লৱী নহয়, কিন্তু আইজনীৰো অকুণ্ঠ মানৱতাবোধ আছে।

ভালেমান পৰৰ মূৰত কমলে ক'লে, "বাৰু মই যাওঁচোন। পিছে বহুত পলম হ'ল।"

কমল ওলাই গ'ল। নিজৰ ওপৰতে কমলৰ বিতৃষ্ণা জন্মিল। ছিঃ সি উপমাৰ আগত মুখ দেখুৱাব কেনেকৈ? সি নীচ, সি অধম!

কিন্তু মই উপমাক চিনি পালো বুলিয়েই তেওঁক যে মোৰ ঘৰত আশ্ৰয় দিব লাগিব তাৰোতো কোনো অৰ্থ নাই। অৰ্থ নাই? বহুত কথাৰে অৰ্থ নেথাকে। পিছে অৰ্থ নেথাকিলেই জানো আমি কোনো কাম কৰিব নেপায়। তেন্তে মই আহিছো কিয়? মই মন্দিৰাৰ ঘৰলৈ, উপমাৰ ওচৰলৈ আহিছো কিয়? নিজক অপমান কৰিবলৈ?

.... আমি নিষ্ঠুৰ হৈছো, পৃথিৱীত মৰমৰ স্ফুৰণ ঘটাবৰ কাৰণে। আমি নির্দয় হৈছো পৃথিৱীত দয়া-ধর্মৰ প্রতিষ্ঠাৰ কাৰণে। পাশৱিক হৈছো মানৱতাক জয়ী কৰিবৰ কাৰণে। আমি মানুহ, আমাৰ মানবোচিত দুর্বলতা আছে, কিন্তু দুর্বলতা থাকিলেই যে আমি দুর্বল হোৱা উচিত সেই যুক্তি আমি নেমানো। হয়তো আমি যি পথ লৈছো, সি একেবাৰে ভুল পথ, হয়তো এই পথৰ শেষত আছে এটা বিৰাট পৰাজয়। কিন্তু তথাপি পথৰ শেষ নহয় মানে আমি যাব লাগিব। হয়তো আমাৰ এই ভুলৰ পৰা শিক্ষা লাভ কৰি অন্য কোনোবাই নির্ভুল পথ বিচাৰি পাব! সেই দিনা আমাক কোনোৱে নোসোঁৱৰে, কিন্তু কাৰোবাৰ সোঁৱৰণিত যুগমীয়া হৈ ৰৈ যাবৰ কাৰণেই নিজৰ জীৱনাদর্শক বাদ দি আমি অন্য পথ ল'ব নোৱাৰো; লাগে আত্মবিশ্বাস, কালিলৈ পুৱা বেলি ওলাব— এই কথাষাৰ যিমান সঁচা, আমাৰ গতিৰ পৰিণতি যে আমাৰ আদর্শৰ অনুকূল হ'ব সিও সঁচা কথা। ...

বীণাই অসংলগ্নভাৱে ভাবি যায়। কেতিয়াবা বহুত কাম থকা সত্ত্বেও, কাম নকৰাকৈ থাকি, আদি-অন্তহীন কথা কিছুমান ভাবি আলাহ হৈ বহি থাকি আমাৰ ভাল লাগে। অতীতৰ কথা, তাৰ এটা সীমা আছে, তথাপি অতীতৰ কথাও ভাবি ভাল লাগে। জীৱনৰ সৰু সৰু ভুলবোৰ, ডাঙৰ ডাঙৰ পৰাজয়বোৰ, ব্যর্থ হৈ যোৱা মধুৰ সম্ভাৱনাবোৰ — সকলোকে আচ্ছন্ন কৰি বিয়পি থাকে বিস্তৃত অতীত। আৰু ভৱিষ্যৎ— তাৰ সীমা নাই। ভাবি থাকা, ভাবি থাকা। সপোন গঢ়া আৰু ভঙা! সীমা নাই; কল্পনাৰ সীমা আছে, ভৱিষ্যতৰ সীমা নাই। ভৱিষ্যৎ মানে আকাশ, ভৱিষ্যৎ মানে সাগৰ, ভৱিষ্যৎ মানে ...

আগ আহাৰৰ গৰম-মিহলি ৰাতি। আকাশৰ জোনটো পালত ডাৱৰবোৰৰ মাজত ঢাক খোৱা। দূৰৰ পৰা কিবা কিছুমান মিহলি ফুলৰ গোন্ধ বাতহৃত ওপঙি আহিছিল। বীণা ঘৰটোত অকলে। দেউতাক শুলে। বুঢ়া মানুহ— কামৰ হেঁচা, তাৰ উপৰি চিন্তা!

সৰু বাৰাণ্ডাখনত বাহিৰৰ আকাশখনৰ ফালে চাই চাই বীণা বহি থাকে। গৰম-সনা বতাহজাক বীণাৰ ভাল লাগে। এইকেইদিন প্রায়ে বৰষুণ দিছে। আজি ৰাতিও হয়তো দিব। বৰষুণ দিয়া ৰাতি অকলশৰে থাকিলে মনটো বৰ উদাস লাগে। কিবা এটা যেন নাই, কিবা এটা যেন হেৰাইছে, বুকৰ মাজৰ পৰা যেন কিবা এটা ক'ৰবাত খহি পৰিল। তাৰ নাম নাই। এটা কোমল বেদনা, এটা মিঠা কামনা, এটা অস্পষ্ট মর্মৰধ্বনি। বৰষুণ পৰি পৰি কোমল হোৱা কেঁচা ঘাঁহবোৰ গচকি গচকি হাতত সাৰে ভৰিত সাৰে কোন যেন অহা-যোৱা কৰে। বতাহজাকত কোনোবা পুৰণি পৰিচিতৰ কোমল নিশ্বাস!

দুৰ্বলতা! দুৰ্বলতা! আজি মই এই কথাবোৰ ভাবিছো কিয়? আকাশজুৰি মেঘৰ বিশাল আয়োজন, জোনাককো ঢাকি পেলাইছে! আকাশৰ বুকত যুগৰ প্ৰতিচ্ছায়া। সত্য আজি পৃথিৱীৰ পৰা আঁতৰি পলাইছে। ন্যায় আজি ধনিকৰ হাতৰ খেলাৰ পুতলা, মানৱতা আজি স্বাৰ্থৰ যুপকাঠৰ জীৱন্ত বলি।

আন্ধাৰৰ এটা ভাষা আছে, নিবিড়, গভীৰ, মৌন। আজি পৃথিৱীৰ অন্য সকলো কোলাহলক তল পেলাই ৰাতিৰ এই জীৱন্ত ভাষা বীণাৰ প্ৰাণৰ কাৰত মুখৰ হৈ উঠে। বীণাৰ সন্মুখত পৰি আছে এটা নিজস্বাল, শান্তিময় জীৱনৰ পথ, সুদূৰ-প্ৰসাৰী তাৰ বিস্তৃতি! সেই পথ বীণাই গ্ৰহণ কৰিব পাৰে, তাত বাধা নাই, তাৰ কাৰণে আছে সাদৰ আহ্বান! কিন্তু সেই পথত, সেই নিজস্বাল, শান্তিপূৰ্ণ পথত জানো সুখ আছে? আত্মাৰ তৃপ্তি আছে? ত্যাগৰ কঠিন আনন্দ আছে?

নাই, একো নাই!

কমল হ'ব বীণাৰ স্বামী! স্বামী, গৰাকী, বীণাৰ জীৱনৰ সুখ-দুখ সকলোৰে অধিকাৰী। শিক্ষিত, খ্যাতিমন্ত, বিদ্বান কমল হ'ব তাইৰ জীৱনৰ সহচৰ। অধ্যয়ন অধ্যাপনাৰ নিবিড় সুখৰ মাজেদি বীণাৰ জীৱনটো অতিবাহিত হ'ব। বীণা হ'ব ধুনীয়া, স্বাস্থ্যবান সন্তানৰ গৰ্বিতা মাতৃ। আহাৰৰ ডাবৰীয়া ৰাতিবোৰ কমলৰ সাহচৰ্যই পূৰ্ণ কৰি তুলিব— নিবিড় শান্তি, নিবিড় তৃপ্তি! নিবিড় ...

কিন্তু তাৰ বাহিৰে? এই স্বাৰ্থপৰ সুখ, স্বাৰ্থপৰ শান্তিৰ বাহিৰে বীণাই আৰু কি পাব? খ্যাতি বীণাই নিবিচাৰে। কিন্তু জীৱনৰ বৈচিত্ৰ্য কত? জীৱনৰ উপলব্ধি কত? গতানুগতিক এটা প্ৰাচীন পদ্ধতিৰে জীৱনটো শেষ কৰি দি বীণা জানো সুখী হ'ব পাৰিব? হয়তো বীণাক পালে কমল সুখী হ'ব, কিন্তু সি কমলৰ স্বাৰ্থ, কমল সুখী হ'লে পৃথিৱীৰ আন কাৰো একো লাভ নহয়। এটা মানুহৰ স্বাৰ্থ পূৰণৰ কাৰণে বীণাই নিজৰ গোটেই জীৱনটো বলি দিব নোৱাৰে।

বীণাৰ অলপ গৰম লগা যেন লাগিল। বতাহজাক বেচ গৰম। খোপাটো সোলোকাই বীণাই চুলিকোছা মেলি দিলে। চুলিবোৰৰ মাজৰ পৰা এটা ভাল গোন্ধ বতাহজাকে উৰাই আনিলে। গোন্ধটো বীণাৰ ভাল লাগিল। হয়তো গোন্ধটোত মিহলি হৈ আছে নাৰীৰ কামনা। কামনাৰ পবিত্ৰ সপোন।

কমলৰ দেউতাকলৈ পঠিয়াবৰ কাৰণে লিখা হৃদয়া বৰুৱাৰ চিঠিখন মেজৰ ওপৰত পৰি আছিল। বীণাই আজি দেখিলে। বীণাৰ দেউতাকৰ ইচ্ছা যিমান সোনকালে হয় বিয়াখন পাতি পেলাব লাগে। যেন বীণাৰ কাৰণে তাতকৈ ডাঙৰ কথা আৰু একো পৃথিৱীত নাই! দেউতা তুমি বুঢ়া হৈ গৈছা, তুমি একো নেজানা! মোৰ জীৱনত বিয়া— কিন্তু কিয় নহ'ব? মোৰ বিয়া নহ'বৰ কি কাৰণ আছে? আৰু কমলকেই বা মই বিয়া নকৰাম কিয়? তুমি ঠিক কৰিছা দেউতা, যিমান সোনকালে

হয়— কিন্তু তাৰ পিছত? অসম্ভৱ, পাগল নেকি? মই আকৌ বিয়া কৰাই মৰিবলৈ যাম কিয়? ...

বীণাই অনুভৱ কৰিলে যেন তাই এখন ভাষা বুজি নোপোৱা ছায়াচিত্ৰ চাই আছিল। অভিনেতা-অভিনেত্ৰীৰ অঙ্গি-ভঙ্গী সকলো বুজি পায়, কিন্তু সিহঁতৰ এটা শব্দও নুবুজে, অথচ তাইৰ লগতে ছবিঘৰত থকা অন্যান্য দৰ্শকবোৰে সকলো বুজিছে। হঠাৎ লাইটবোৰ নুমাই গ'ল, হলটো আন্ধাৰ হ'ল, দৰ্শকবোৰে হুৰাদুৰা লগালে। হুৰমুৰাই মানুহবোৰ আন্ধাৰ হলটোৰ পৰা বাহিৰলৈ ওলাই গ'ল— ঠেলা-হেঁচা কৰি। বীণাই একাষৰীয়া হৈ সন্তৰ্পণে নিজক বচাই ৰাখিবৰ যত্ন কৰিলে। কোনোবাই যেন ছোৱে, কোনোবাই যেন ঠেলা মাৰি যায়, কোনোবা উদ্ধতে যেন আন্ধাৰতে সাবটি ধৰি জোৰ কৰি চুমা খাই দিয়ে। অথচ ভালো লাগে, এনে অপ্ৰত্যাশিত দুৰ্ঘটনা— যদিও বৰ সৰু। ...

লাহে লাহে মেঘৰ বুকুৰ পৰা এটোপা-দুটোপাকৈ বৰষুণ পৰিবলৈ আৰম্ভ কৰিলে। বীণাৰ ভাল লাগিল, শান্ত বৰষুণ জাকৰ কোমল শব্দটো। সি যেন প্ৰেমিকৰ কণ্ঠৰ ভাষাতকৈও গাঢ়! এজন স্বামীৰ কিয়, কমলৰেই প্ৰয়োজন নোহোৱা নহয়— এনে এটা ৰাতিৰ কাৰণে। কমলৰ হাতত সেই যাদু আছে যাৰ সহায়ত এটা বৰষুণ দিয়া ৰাতি জীৱন্ত হৈ উঠিব পাৰে। যাৰ সহায়ত বীণাৰ হৃদয়ত পাৰ ওপচাই আনন্দৰ ধল বাগৰি যাব পাৰে। কমলে সেই কথা জানে, যি কথা আজিলৈকে কোনো প্ৰেমিকে কোনো প্ৰণয়িনীক কোৱা নাই, একেবাৰে নতুন কথা। যিটো বীণায়ো নেজানে। বীণাৰ প্ৰাণটোৱে আশৈশৱ কমলৰে অপেক্ষা কৰিছে। এৰা, কমলৰেই।

মউপিয়াটোৱে দূৰত চিঞৰি দিয়ে। গাটো জোকাৰি বীণা বহাৰ পৰা উঠি পৰে। কি যে বলিয়ালিবোৰ ভাবিছো, ছিঃ।

সিদ্ধান্ত লোৱা হৈছে। আয়োজন সম্পূৰ্ণ। জয়পুৰ বাগিচাৰ সকলো বনুৱাই ধৰ্মঘট কৰিব। কোনোবা দুই-চাৰিটাই নকৰিব পাৰে, কিন্তু সিহঁতৰ সংখ্যা অতি কম। সিহঁতৰ দাবীবোৰ বাগিচাৰ মালিকে মানি ল'বলৈ অস্বীকাৰ কৰিছে। প্ৰতিনিধি দলৰ নেতা হিচাপে যোৱা বনুৱাজনক কটু ভাষাৰে অপমান কৰি খেদাই পঠালে। প্ৰতিকাৰৰ পথ ধৰ্মঘট। ধৰ্মঘট চলিব দাবী মানি নোলোৱা পৰ্যন্ত। ভয়ৰ কাৰণ নাই। বাহিৰৰ পৰা সহায় পাব!

বাগিচাৰ মালিক নিৰ্বিকাৰ। গুপ্তচৰৰ হতুৱাই ক্ষণৰ বাতৰি ক্ষণে চাহেবে ল'ব লাগিছে। ধৰ্মঘটৰ মূলতে আছে বীণা আৰু মাধৱ। ফল ঃ হৃদয়া বৰুৱাই বাগিচাৰ পৰা চিৰবিদায় ল'ব লাগিব। মানুহজন ভাল আছিল, কিন্তু জীয়েকক যেতিয়া ঘূৰাব নোৱাৰিলে তেওঁক ৰখা আৰু নিৰাপদ নহয়। যি কোনো উপায়ে ধৰ্মঘট ভাঙিবৰ কাৰণে চাহেব দৃঢ়প্ৰতিজ্ঞ। স্থানীয় থানাৰ চাব ইন্সপেক্টৰক বেচ গধুৰ

অনুপান উপহাৰ দি থৈছে। কিন্তু কুলীবোৰো আজিকালি আঁকোৰগোঁজালি। লালপাগুৰিৰ কথাই নাই, আনকি বন্দুক, সঙ্গীনলৈও সিহঁতে ভয় নকৰে। সিহঁত উদ্ধত হৈ পৰিছে। মস্কিল, কিন্তু কুলী চিৰদিন কুলী। পুলিচৰ মাৰ পালে ঠিক হৈ যাব। — চাহেব নিশ্চিত নহ'লেও, নিৰ্ভয়ে থাকিল। বৃটিছে চিৰদিন তৃতীয় পক্ষৰ সহায়ত উদ্দেশ্য সাধন কৰি আহিছে। সেইটো তেওঁলোকৰ এটা আৰ্ট। ৰাজনীতিতো, ব্যক্তিগত ব্যৱসায়তো। ভাৰতীয়ক দি ভাৰতীয়ৰ ভেটি উছন কেনেকৈ কৰিব লাগে চাহেবে জানে।

আছৰফৰ ভাল হোৱাৰ কোনো সম্ভাৱনা নাই। দিনে দিনে তাৰ অৱস্থা বেয়াৰ ফালে ঢাল লৈছে। সি অতিকে দুৰ্বল। কথা ক'বৰ শক্তিও কমি আহিছে। যিবা দুই-চাৰি আষাৰ কয়, সিও আগ-গুৰি নোহোৱা প্ৰলাপ। গোপাল আৰু চমৰীয়ে অক্লান্তভাৱে তাৰ শুশ্ৰূষা কৰিছে, কিন্তু মহামাৰী যক্ষ্মাৰ নিষ্ঠুৰ পোকে তাৰ জীৱনৰ ভঁৰালটো কুটি কুটি খাই শেষ কৰি পেলাইছে। চমৰীহঁতে বুজে। বুজে সি নেবাচে, বুজে সিহঁতৰ সকলো মেহনত অথলে যাব। কিন্তু তথাপি তাক বিনা প্ৰতিবাদে মৰণৰ হাতত সোধাই দিব নোৱাৰে, কিজানিবা সি বাচে— তাৰ মূৰ শিতানত বহি চমৰীয়ে ভাবে। সিনো কি বুঢ়া হৈছে? ডেকা মানুহ, চকুকেইটা কিমান জীয়া! কিবা দাৱাই এটা নাইনে আছৰফ ভাইক ভাল কৰি পেলাবৰ কাৰণে?

গোপালে মাথোন বেছি ঘনাই হিচাপ লয়, বুজ লয়, বাতৰি লয়। তাৰ ফাণ্টু দদায়েক এটাৰ কাহ হৈছে বুলি বাগিচাৰ ডাক্তৰক ফাকি দি সি আছৰফৰ কাৰণে কাহৰ ঔষধ আনি খাবলৈ দিয়ে, কিজানিবা সি ভাল হয়। আছৰফৰ বুকুত ঠাণ্ডা লাগে বুলি ভিতৰত তুলা দিয়া চোলা এটা সি চিলোৱাই আনি আছৰফক পিন্ধাই দিয়ে। আছৰফ আচৰিত হয়। কৃতজ্ঞতাত অভিভূত হয়। তাৰ শুকান চকু দুটাৰ পৰা দুধাৰ তপত লোতক বাগৰি আহিল। কথা কোৱাৰ শক্তি তাৰ নাই।

আছৰফে জানে সি মৰিব। জীৱনটোক সি যিমানেই ভাল পাওক, ইয়াক সি এৰি যাব লাগিব। তাৰ বেয়া লাগে অযাচিতে পোৱা মৰমবোৰৰ কাৰণে। বীণা, মাধৱ, মন্দিৰা সকলোৱেই তাক মৰম কৰে। তথাপি হয়তো সিহঁতে তাক মৰম কৰাৰ এটা যুক্তি আছে, সিও সিহঁতৰ আদৰ্শৰে অনুৰক্ত ভক্ত। কিন্তু এই সহজ, সৰল, অকপট গোপাল আৰু চমৰী। সিহঁতৰ প্ৰাণ উবুৰিয়াই দিয়া মৰমবোৰ— তাৰ মূল্য আছৰফে তাৰ গোটেই জীৱনটো দিও, সি শেষ কৰিব নোৱাৰে। সিহঁতৰ কাৰণে আছৰফৰ দুখ লাগে। এই চমৰী বহিনজনীৰ কাৰণে, এই গোপাল ভাইৰ কাৰণে তাৰ জোৰ কৰি হ'লেও জীয়াই থাকিবৰ মন যায়। ইমান ধুনীয়া এই সৰু, সাধাৰণ মানুহৰ পৃথিৱীখন! মৰম-ওপচা, উদাৰ, প্ৰশস্ত। সিহঁতে টকা-পইচা দিব নোৱাৰে, ধন-ৰত্ন দিব নোৱাৰে, আদেশ-উপদেশ দিব নোৱাৰে, দিয়ে হিয়াৰ অটুট

মৰম। গভীৰ শান্ত, প্ৰতিদান নিবিচৰা মৰম। সেই পৃথিৱীখনৰ আস্বাদ যি পাইছে, সি পাহৰিব নোৱাৰে।

বাহিৰত অবিৰাম বৰষুণ। কৃষ্ণপক্ষৰ ঘোপমৰা আন্ধাৰ, ফেৰফেৰীয়া বতাহজাকত আন্ধাৰবোৰ ডোখৰ ডোখৰ হৈ বিয়পি পৰিছে। মাজ ৰাতি।

গোপালৰ মজিয়াত আছৰফৰ কাষত এটা সৰু কেৰাচিনৰ টিপচাকি ধিমিক-ধামাককৈ জ্বলি আছে। তাৰ পোহৰটো ক্ষীণ, শান্ত। আছৰফৰ শিতানৰ কাষত বহি চমৰী। গোপাল অলপ শুইছে। সিহঁতে পাল পাতি আছৰফক পৰ দিয়ে। আগৰাতি চমৰী থাকে, পিছ ৰাতি থাকে গোপাল।

চমৰীয়ে নীৰৱে বহি আছৰফৰ শুকান মুখখনৰ ফালে চাই থাকে। মাজে মাজে হাতৰ তলুৱাখন দি তাৰ কপালৰ তাপটো চায়। আছৰফৰ চকুৰ পৰা অনবৰত ওলাই থকা লোতকবোৰ তাইৰ শাৰীখনৰ আগটোৰে লাহে লাহে মোহাৰি দিয়ে।

দূৰৰ থানাত বাৰ বজাৰ কাঁহ বজালে। ৰাতিটো আৰু গহীন যেন লাগিল। হঠাৎ যেন আছৰফৰ টোপনি ভাগিল। সি চকু দুটা মেলি চালে।

"আছৰপ ভাই —" মৰম লগা মাতেৰে চমৰীয়ে মাতিলে।

"চমৰী বহিন —" সি চকু দুটা মোহাৰিলে।

"অকণমান গৰম গাখীৰ খাবি ভাই?"

"ওঁ খাম —"

চমৰীয়ে জুইৰ ওপৰত তুলি থোৱা সৰু চচ্‌পেনটোৰ পৰা অকণমান গাখীৰ বাকি আনি তাক খাবলৈ দিয়ে। সি নিজে মূৰটো দাঙিব নোৱাৰিলে। চমৰীয়ে তাৰ মূৰটো নিজৰ বুকুত সুমাই লৈ তাক গাখীৰকণ পি খুৱায়। খাই উঠি তাৰ ভাগৰ লাগে। সি অলসভাৱে চমৰীৰ কোলাতে মূৰটো দি পৰি থাকে।

কিছু পৰৰ মূৰত সি লাহে লাহে কয়, "চমৰী বহিন, মোৰ আয়ো তোৰ নিচিনা আছিল, মোক খুব মৰম কৰিছিল। পিছে মই সৰু থাকোঁতেই মৰি থাকিল।"

"কথা নক'বি আছৰপ ভাই —" চমৰীয়ে থোকাথুকি মাতেৰে কয়। আৰু তাৰ চুলিবোৰৰ মাজত হাত ফুৰাপ দিয়ে।

"ওঁ, মোৰ আই কেনেকুৱা আছিল মই পাহৰি গৈছো। খুব ভাল আছিল, নহয় বহিন?"

"ওঁ খুব ভাল আছিলতো। এতিয়া ৰাতি বহুত হ'ল, তই শুই থাক, আছৰপ ভাই। নহ'লে আকৌ বুকু বিষাব।"

আছৰফে আৰু একো নেমাতে, তাৰ চকু দুটা মুদ যায়। সি সপোন দেখে। ...

... তজবজীয়া এটি শিশু। নিপোটল শৰীৰ, অটুট স্বাস্থ্য, মুখত গোলাপ-ফুলীয়া হাঁহি। ৰাতিপুৱাৰ ৰ'দত ল'ৰাটিৰ ৰঙা, প্ৰফুল্ল মুখখন উজ্জ্বল হৈ উঠে। সি খেলি আছে, মাকে দুয়োহাত মেলি সাবট মাৰি তাক বুকুত সুমাই লয়। সি মাকৰ ডিঙিত সাবটি ধৰে।

সেই শিশুটি স্কুললৈ যায়। ফলি-পুথি ঠিক কৰি মাকে তাক খুৱাই-খুৱাই উলিয়াই পঠায়। তেল দি তাৰ ক'লা সৰু চুলিখিনি ফণিয়াই দিয়ে। তাৰ পিছত দুৱাৰডলিত বৈ তাৰ স্কুললৈ যোৱা চাই থাকে।

সি স্কুলৰ পৰা ঘূৰি আহে। পদূলিমূৰ পাওঁতেই মাক আগবাঢ়ি গৈ তাক সাবটি ধৰে, তাৰ গালে-মূৰে চুমা খায়, তাৰ ভৰিত লগা ধূলিবোৰ নিজৰ ৰিহাৰ আঁচলেৰে মচি দিয়ে।

তাৰ পিছত আৰু কত দিনৰ মধুৰ স্মৃতি। আছৰফে চকু দুটা আকৌ মেলি দিয়ে। দেখে তাৰ মুখলৈ একেথৰে চাই বহি আছে চমৰী। সি চকু দুটা অলপ ডাঙৰকৈ মেলি চমৰীলৈ চালে।

"কি চাইছ আছৰফ ভাই। মই আছো নহয় —"

"গৰ্ গৰ্ কৰিছে কিহে?"

"বাহিৰত বৰষুণ দিছে, খুব ডাঙৰ বৰষুণ।"

"চমৰী বহিন, মই বহুত কথা জানিছিলো, পিছে চব পাহৰি গৈছো, একো মনত নাই।"

"তই কথা কোৱা ভাল নহয়।"

আছৰফ সৰু ল'ৰাই মাকৰ কথা শুনাৰ দৰে, চমৰীৰ কথামতে নীৰৱ হ'ল। কথা ক'বৰ শক্তিও তাৰ নাইকিয়া হৈ আহিছে।

চমৰীয়ে অনুভৱ কৰিলে, যেন আছৰফ আকাশৰ এটা কক্ষচ্যুত তৰা। খহি আহি তাইৰ মজিয়াত পৰিলহি। তাৰ গাৰ পোহৰবোৰ যাত্ৰাপথত ঘঁহনি খাই মলিন হৈ গৈছে। অলপ পৰৰ পিছতে তাৰ সকলো পোহৰ শেষ হৈ যাব। শেষ হৈ যাব। চমৰীয়ে লাহে লাহে জ্বলি থকা লেমটোৰ ফালে চালে— জ্বলি আছে। অলপ আঁতৰতে ঘোৰ্ ঘোৰাই শুই আছে গোপাল।

টক্ টক্ টক্।

দুৱাৰত কোনোবাই টুকুৰিয়াইছে, চমৰী অভ্যস্ত, তাই আকৌ কাণ দিলে। বাহিৰত অবিৰাম, অজস্ৰ বৰষুণ।

টক্ টক্ টক্!

সন্তৰ্পণে অতি আলসুৱাকৈ আছৰফৰ মূৰটো কোলাৰ পৰা গাৰুত নমাই থৈ চমৰী উঠি আহে। হাতত চাকিটো লৈ তাই বেছি শব্দ নকৰাকৈ দুৱাৰখন খোলে।

বৰষুণত তিতি-জুৰুলি জুপুৰি হৈ সোমাই আহিল মাধৱ আৰু শ্ৰীনাথ।

চমৰীয়ে দুৱাৰখন বন্ধ কৰি দিলে।

দুয়ো জুইকুৰাৰ ওচৰলৈ গ'ল। গোপালৰ তেতিয়াও ঘোৰ টোপনি।

"আজি কেনেকুৱা আছে?"

"একেই আছে।"

"ভ্ৰম বকিছে নেকি?"

"অলপ বকিছে।"

"চমৰী বহিন, আমি যাওঁ, সময় বেছি নাই। কাম বহুত আছে।"

"কি ৰকমে আহিলি? ৰাস্তাৰ মূৰততো ৰাতিও চকিদাৰ দিছে।"

"ৰাস্তাইদি অহা নাই। চাহৰ মাজে মাজে আহিলো।"

"বহুত তিতিছ —"

"এৰা। শুন চমৰী বহিন, ধৰ্মঘটৰ ঠিক হৈছে। দুই-এদিনতে হ'ব। ধৰ্মঘট আৰম্ভ হ'লে পুলিচে তহঁতৰ ঘৰ খানাতালাচ কৰিব পাৰে।"

"আমাৰ ঘৰ?"

"ওঁ। চাহেবে আৰু পুলিচে তহঁতক খুব সন্দেহ কৰিছে। কিজানি আছৰফক ইয়াত ৰখাৰ খবৰো পাইছে।"

"কি ৰকম?"

"ক'ব নোৱাৰো। হয়তো পাব পাৰে। যেই হওক। কালি-পৰহিৰ ভিতৰতে আছৰফক ইয়াৰ পৰা নিব লাগিব। পিছে আমিতো দেখাদেখি আহিব নোৱাৰো, তহঁতে কিবা উপায়ে বাগানৰ বাহিৰ উলিয়াই দিব লাগিব। পাৰিবি?"

"কি ৰকম?"

"আমি গাড়ী পঠিয়াম। ৫েবুৱে গাড়ী আনিব। তহঁতে আছৰফক গাড়ীত তুলি লৈ গাড়ীৰ লগতে কিছুদূৰ যাব লাগিব। পাৰিবিতো?"

"যদি কোনোবাই লগ পায়?"

"তহঁতৰ বেমাৰী মানুহ বুলি ক'বি।"

"আচ্ছা —"

"আৰু যদি কিবা কাগজ-পত্ৰ আছে, সেইবোৰ ঘৰৰ পৰা আঁতৰ কৰি ৰাখিবি।"

"আচ্ছা।"

"আমি তেন্তে যাওঁ —"

"বৰষুণতো এৰা নাই ..."

শ্ৰীনাথ আৰু মাধৱ আছৰফৰ ওচৰলৈ আহিল, তাৰ টোপনি গৈ থকা মুখখনলৈ একেথৰে চালে, তাৰ পিছত দুৱাৰখন মেলি ওলাই গ'ল।

দুৱাৰখন বন্ধ কৰি চমৰী আকৌ আছৰফৰ কাষলৈ আহিল। একো নাই। তিলতিলকৈ মৰণে তাৰ দেহাটো শেষ কৰি পেলাইছে। তাৰ সৰু বুকুখনত বাজিছে মৰণৰ নিষ্ঠুৰ ৰাগিণী। চকু দুটা গাঁতত সোমাইছে। গালৰ হাড়বোৰ ওলাই পৰিছে। ওঁঠ দুটা শেঁতা পৰি নিস্তেজ হৈ গৈছে। হাতৰ মঙহ নোহোৱা ঠাৰিবোৰ ওলাই পৰিছে।

দেখিলে ইমান বেজাৰ লাগে।

দূৰৰ থানাত এক বজাৰ শব্দ হ'ল। আজি কিন্তু চমৰীৰ শুবৰ মন যোৱা নাই। আৰুনো কেইদিন? তাইৰ ঘৰৰ পৰা আছৰফক লৈ যাব— ক'ৰবাত লুকুৱাই ৰাখিবগৈ। তাই আৰু তাক এনেকৈ তাইৰ কাষত, তাইৰ ঘৰৰ ভিতৰত নেপায়। কথাষাৰ ভাবি তাইৰ মনটো বৰ গধুৰ লাগিল। মৰিবৰ সময়তো মানুহটোৱে শান্তি নেপালে। আঁয়ে দেহি!

আছৰফৰ মুখখনৰ ফালে চাই তাই এটা সৰু হুমুনিয়াহ কাঢ়িলে। আঁয়ে দেহি।

কি কথা এষাৰ জানো চমৰীৰ মনত খেলালে। সৰুতে কোনোবা ফকীৰৰ পৰা আনি তাইৰ মাকে তাইক এটা তাবিজ দিছিল। তাবিজটো তাই তামৰ বিড়ীত সুমুৱাই লৈ পিন্ধি ফুৰিছিল। পিন্ধাৰ দিন ধৰি আৰু তাই তাবিজটো সোলোকোৱা নাই। সদায় সি তাইৰ বুকুৰ মাজতে ওলমি থাকি থাকি সোণ যেন হৈ পৰিছে।

চমৰীয়ে বুকুৰ মাজৰ পৰা তাবিজটো উলিয়ালে। ৰছীডাল তাই টান মাৰি ছিঙিলে, এবাৰ চকুৰ আগলৈ নি চালে। তাৰ পিছত অতি আলফুলকৈ আছৰফৰ ডিঙিয়েদি ৰছীডাল সৰকাই তাবিজটো তাৰ ডিঙিত বান্ধি দিলে।

কিন্তু তাইৰ হাতৰ চোৱা লাগি আছৰফৰ টোপনি ভাগি গ'ল। সি চকু মেলি চালে।

"বহিন —"

"হো?"

"কি?"

"একো নহয়।"

"মোৰ ডিঙিটোত কোনে মৰম কৰি ধৰিছিল?"

"মই।"

"মই ভাবিছিলো মোৰ আয়ে। ইমান কোমলকৈ ধৰিছিলি বহিন —"

চমৰীয়ে একো নেমাতিলে।

আছৰফে যেন সেই কোমল হাতখনৰ পৰশ বিচাৰি নিজৰ ডিঙিটোত তাৰ হাত বুলাব ধৰিলে। তাবিজটো তাৰ হাতত পৰিল।

"এইটো কি? মোক কোনে দিলে?"

"মই দিছো।"

"কি?"

"তাবিজ। এইটো পিন্ধি থাকিলে কোনো বিপদ-আপদ নহয়।" কথাষাৰ কৈ যেন চমৰীয়ে বল পালে।

"মোৰনো এতিয়া আৰু কি বিপদ-আপদ হ'ব? যাবৰেই হ'ল দেখোন —"

"তই মনে মনে থাক আছ্ৰফ ভাই। এইটো বৰ ভাল তাবিজ। ফকীৰে দিয়া।"

"তেনেহ'লে তয়ে ৰাখ। মোৰ আৰু বিপদ-আপদলৈ ভয় নাই, এৰা অকণো ভয় নাই— ভয় নাই —"

তাক আকৌ ভাগৰে হেঁচি ধৰিলে। কথা ক'বৰে শক্তি তাৰ নাই। তাৰ কথা অস্পষ্ট হৈ আহিল। আকৌ সি তাৰ চকু দুটা মুদি দিলে।

লেমটো তেতিয়াও জ্বলি আছে। কিন্তু তাৰ পোহৰ অতি ক্ষীণ। বাহিৰত অবিৰাম বৰষুণ, পৃথিৱীখন নীৰৱ। চমৰীয়ে কাণ পাতি বৰষুণ জাকৰ শব্দ শুনে, তাৰ পিছত নিজৰ বুকুৰ ভিতৰত বজা এটা অবুজ সুৰলৈ কাণ দিয়ে। তাইৰ হৃৎস্পন্দনৰ লগে লগে সুৰটো বাজি থাকে— শান্ত, ধীৰ— গভীৰ।

১৫, আমহাৰ্ষ্ট ষ্ট্ৰীট
কলিকতা

প্ৰিয় বৰুৱা,

আপুনি মোককচাং এৰি আহিবৰ সময়ত যিদৰে মোক খবৰ-বাতৰি নিদি গুচি আহিল, ময়ো কলিকতালৈ আহিবৰ সময়ত আপোনাক খবৰ দিবলৈ নহ'ল। অৱশ্যে আপুনি যে মোৰ খবৰ ল'বৰ প্ৰয়োজন বোধ নকৰে মই জানো। ইয়াত আহি অন্য ভালেমান বন্ধু-বান্ধৱীলৈ চিঠি লিখিছো। আপোনালৈও এখন নিলিখিলে অলপ অন্যায় হ'ব।

মই ডাক্তৰী পঢ়িম বুলি আহিছো। কি কৰিব পাৰো ক'ব পৰা নাই। ইয়ালৈ অহাৰ আগতে মোৰ বিয়া হোৱাৰ কথা আছিল, পিছে ময়ে অলপ পিছ হুঁহকিবলৈ ক'লো। যদি পাৰো আগতে অলপ পঢ়ি-মেলি লওঁ। বিয়া কৰালে আৰু কত সুবিধা পাম!

আপোনাৰ লগত দিনকেইটা বৰ ধুনীয়াকৈ কটোৱা হ'ল। আপোনাৰ পৰা বিচ্ছিন্ন হোৱাৰ পিছতহে সেই কথা অনুভৱ কৰিছো। ইয়াত অৱশ্যে মোৰ বন্ধু-বান্ধৱ যথেষ্ট আছে। মোৰ যাৰ লগত বিয়া হ'ব, তেওঁ বৰ্তমান ইয়াতে। তেওঁৰ কাৰবাৰ আছে। বৰ্তমান তেৱেঁ মোৰ ফুৰাৰ লগ। মানুহজন বেচ ভাল। তেওঁৰ লগত

সুখী হ'ব পাৰিম যেনেই লাগিছে। তেওঁৰ লগতে আৰু এজন অসমীয়া ভদ্ৰলোক আছে। তেওঁ নতুনকৈ কাৰবাৰ আৰম্ভ কৰিছে। কোনোবা পুলিচ বিষয়াৰ ল'ৰা। আমাৰ ঘৰলৈ তেওঁ প্ৰায়ে আহে। তেওঁৰ নাম দেবব্ৰত। সিদিনা কথাই কথাই ওলাই তেওঁ ক'লে যে তেওঁ বীণাক বিয়া কৰাবৰ মনস্থ কৰিছে। বীণাই হেনো তেওঁক ভাল পায়। মই একো নক'লো। মানুহজন বেচ বুধিয়ক যেন লাগে এনেয়ে দেখিলে। কিন্তু এই কথাষাৰ শুনি মোৰ ধাৰণা অলপ সলনি হৈ গ'ল। অৱশ্যে পৃথিৱীত অসম্ভৱ একোৱেই নাই। মাত্ৰ এষাৰ কথা অসম্ভৱ — হৈ যোৱা দিনবোৰ ঘূৰাই অনাটো। বোধকৰো দেবব্ৰতৰ নিৰাশ হ'বৰ কাৰণে আৰু বেছি দিন অপেক্ষা কৰিব নেলাগিব। যদি ইতিমধ্যে বীণাৰ লগত আপোনাৰ বিয়া হৈ গ'ল, মই নেজানো।

প্ৰিয় বৰুৱা, মোৰ কেতিয়াবা নিজকে বৰ আচৰিত যেন লাগে। মোৰ প্ৰকৃতিটো সঁচাকৈয়ে অদ্ভুত। পাহাৰত থাকিলে মোৰ মনটোৱে পাহাৰটোৰ বাহিৰলৈ যাব নোখোজে। সেই পাহাৰটোতেই যেন পৃথিৱীখন শেষ হৈছে। এতিয়া কলিকতাত আছো। মনত লাগিছে যেন কলিকতাখনেই সমগ্ৰ পৃথিৱী। ক'তো পাহাৰ–ভৈয়াম একো নাই! আমাৰ মোকক্‌চাং পাহাৰটো মোৰ যিমান ভাল লাগিছিল, কলিকতা চহৰখনকো সিমান ভালেই লাগিছে— অৱশ্যে বিভিন্ন কাৰণত!

আপোনাক মোৰ খুব ভাল লাগিছিল, এতিয়া স্বীকাৰ কৰিলে অপৰাধ নহয়, যে আপোনাক মই ভাল পাব ধৰিছিলো। মনত লাগিছিল যেন মই লগ পোৱা সকলো পুৰুষতকৈ আপুনি মোৰ বেছি আপোন। আপোনাৰ সংস্পৰ্শলৈ আহি মোৰ জীৱনটোৱে যেন পূৰ্ণতাৰ সন্ধেদ পালে।

আপোনাক লগ পাই ভাবিছিলো কিজানি মই এটা অভূতপূৰ্ব বিদ্ৰোহ কৰি আমাৰ পুৰণি সমাজ-ব্যৱস্থাক উলঙ্ঘা কৰি নতুন পথত ভৰি দিব পাৰিম। সঁচা কথা, কোনো কোনো মুহূৰ্তত মই ভাবিয়ে পেলাইছিলো, যে মোৰ আজীৱনৰ লগৰী আপুনিয়েই হ'ব! ভবাই নহয়, এই কথা মই বিশ্বাস কৰিছিলো!

সেইটোৱেই মোৰ দোষ। মনৰ কিবা এটা অৱস্থাত কেতিয়াবা যদি কিবা এটা ভাব খেলায়, সেই ভাবটোৱেই ধ্ৰুৱ সত্য বুলি মই বিশ্বাস কৰি লওঁ। হয়তো জীৱনত অভিজ্ঞতা অতি কম হেতুকেই। এনে কাৰণতে মই বিশ্বাস কৰি বহিছিলো যে আপুনিও মোক ভাল পায়। এৰা, বিশ্বাস কৰিছিলো।

তাৰ পিছত ধৰক। মোৰ পৰীক্ষাৰ ফলাফল ওলোৱাৰ পিছত মোৰ বিয়াৰ প্ৰসঙ্গ ওলাল। কথাষাৰ মোক জনালে। শুনি মই বৰ আনন্দ পালো। মই বিশ্বাস কৰি উঠিলো যে বিয়া হোৱাটোৱেই মোৰ প্ৰধান কাম। মোৰ বিয়া আব্ৰাহামৰ লগত পতাৰ আয়োজন চলিল। তেওঁ কাৰবাৰী মানুহ। যথেষ্ট টকা-পইচা আছে। তেওঁৰ

লগত বিয়া হ'ব বুলি ভাবিয়ে মোৰ ভাল লাগিল। মই দৃঢ়ভাৱে বুজিলো যে তেওঁৰ লগত মোৰ বিয়া হোৱাতকৈ ডাঙৰ কথা আৰু পৃথিৱীত একো নাই।

এনেতে মোৰ পৰীক্ষাৰ ফলাফলৰ বাবে অভিনন্দন জনাই বীণাই এখন চিঠি দিলে। তাত অন্য কথাৰ মাজত লিখিলে যে মই ডাক্তৰণী হোৱা দেখিলে তেওঁ সুখী হ'ব। কিয়নো আমাৰ নগা তিৰোতাসকলৰ মাজত ডাক্তৰণীৰ বিশেষ অভাৱ। আৰু ডাক্তৰণীৰ যোগেদি মানুহৰ সেৱা কৰিব পাৰে।

বীণাৰ কথাষাৰ মোৰ বৰ ভাল লাগিল। যিটো কাম কৰিলে সেৱা আৰু জীৱিকা দুয়োটাই হয়, সেয়ে পৃথিৱীৰ আটাইতকৈ ভাল কাম। বিয়াৰ কথা পেলাই ডাক্তৰী পঢ়া ঠিক কৰি পেলালো। আৰু সেই কাৰণেই আহি কলিকতা পালোহি।

অনুভৱ কৰিছো প্ৰতিটো নতুন মোহে মোক আকৰ্ষণেৰে উদভ্ৰান্ত কৰি তোলে। হয়তো এই সকলোবোৰেই ক্ষণস্থায়ী, কিন্তু সেই বিষয়ে ভাবিবৰ মোৰ অৱসৰ নাই। জীৱনত যেতিয়া যি আহে তাকে গ্ৰহণ কৰি ল'ব লাগে। মোৰ জীৱনটো অকণমান, সৰু তাৰ মাজত ডাঙৰ কিবা এটা ঘটিব বুলি আশা কৰা বিড়ম্বনা। যি সাগৰ নহয়, সি আকাশৰ বুকুত থকা সকলো মেঘৰ বুকৰ সকলো পানী নিজৰ বুকত ধাৰণ কৰিবলৈ বিচৰা জানো হাস্যকৰ নহয়?

বীণাৰ পথটোৱে মোক এসময়ত বৰ আকৰ্ষণ কৰিছিল। তাৰ আস্বাদ মই এতিয়াও পাহৰিব পৰা নাই। কিন্তু মই ভাবি চাই অনুভৱ কৰিলো যে বীণাৰ দৰে বীণাৰ পথত খোজ দিবলৈ মোৰ শক্তি আৰু সাহস দুয়োটাৰে অভাৱ। এটা আদৰ্শ গ্ৰহণ কৰি, সেই আদৰ্শৰ প্ৰয়োজনানুযায়ী কাম কৰিব নোৱাৰিলে, তাক অৱমাননা কৰা হয়। হয়তো কেতিয়াবা মই বীণাৰ দৰে দায়িত্ব গ্ৰহণৰ শক্তি লাভ কৰিম। তেতিয়া পৰিস্থিতি আৰু সময়ৰ প্ৰয়োজন মতে নিজক নিয়োগ কৰিবৰ সুযোগ ঘটিব।

বীণালৈ যে মোৰ ইমান শ্ৰদ্ধা হয়! কিন্তু মোৰ অক্ষমতাৰ কাৰণে কৃতজ্ঞতা প্ৰকাশ কৰিবলৈও মোৰ ভয় লাগে। যেতিয়া বীণা আপোনাৰ হ'ব, তেতিয়া এই কথা আপুনি বীণাক ক'ব দেই।

আৰু একো লিখিবলগীয়া নাই। আপুনি হয়তো মোকক্‌চাঙত থকাৰ কথা আজিকালি আৰু মনত নেপেলায়, মোৰ কিন্তু মাজে মাজে মনত পৰে। মনত পৰিলে ভাল লাগে।

আপোনাৰ সবিশেষ জনাই উত্তৰ দিব। আপুনি এতিয়া থিছিছ লিখাত ব্যস্ত আছে। মোৰ কথাও তাত লিখিব দেই। লিখিব যে এজনী ছোৱালী লগ পাইছিলো, তাই সপোন বৰ ভাল পায়। ...

সামৰো দেই। মোৰ বহুত শুভেচ্ছা আৰু ভালপোৱা জনালো।

আপোনাৰ মোকক্‌চাঙত লগপোৱা

— লীনা।

পুন ঃ আপোনাৰ বিয়া কেতিয়া হয় জনাব।

লীনা ...

চিঠিখন ইংৰাজীত লিখা। কমলে মোকক্‌চাং এৰি অহাৰ পিছত লীনাৰ পৰা এখন চিঠি সদায় আশা কৰিছিল, কিন্তু হঠাৎ এনেকৈ কলিকতাৰ পৰা লীনাৰ চিঠি পাব সি ভবা নাছিল। চিঠিখন পঢ়ি সি আনন্দও পালে, আমোদো পালে। সঁচা, লীনাই তাক ভাল পাইছিল, আৰু সাময়িকভাৱে হ'লেও সিও লীনাক ভাল নোপোৱা নহয়। মোকক্‌চাঙত থকা তাৰ নিৰস দিনকেটা লীনায়েই পূৰ্ণ কৰি তুলিছিল। লীনা আছিল পুৱাৰ এটোপা নিয়ৰৰ নিচিনা— ধৰা দিও ধৰা নিদিয়ে, ৰ'দত জলমলায়, কিন্তু চুলেই অদৃশ্য হৈ যায়।

বীণাই দেবব্ৰতক ভাল পায়। বেচতো! নতুন বাতৰি! কিন্তু বীণাই জানো 'মানুহ' বোলা সেই এবেষ্ট্ৰেক্ট প্ৰাণীবোৰৰ বাহিৰে নাম ধাম থকা, কোনোবা ব্যক্তি বিশেষক ভাল পায়? কিজানি পাবও পাৰে। ছোৱালীৰ মন পুৰুষৰ বুজাৰ বাহিৰত।

কিন্তু সঁচাকৈয়ে যদি দেবব্ৰতৰ লগত বীণাৰ বিয়া হৈ যায়, তেন্তে তাৰ যে ডাঙৰ পৰাজয় হ'ব। সিতো বীণাৰ অনুপযুক্ত নহয়। তাক পালে বীণা বৰং গৌৰৱান্বিতাহে হ'ব। কিন্তু যদি সঁচাকৈয়ে— নহয়, হ'বই নোৱাৰে, ই এটা কথাই নহয়। বীণা তাৰ হাতৰ মুঠিত আছে। তাৰ এষাৰ কথাত কালিলৈকে বীণাৰ লগত তাৰ বিয়া হৈ যাব পাৰে।

দেবব্ৰতটো এটা ইডিয়ত, নহ'লে সি বীণাক বিয়া কৰোৱাৰ কল্পনা নকৰিলেহেঁতেন।

যিমানেই কমলে দেবব্ৰতৰ লগত বীণাৰ কথা ভাবিলে সিমানে বীণাক তাৰ দুৰ্মূল্য যেন লাগিল। প্ৰতিদ্বন্দ্বী নেথাকিলে প্ৰেম নিৰস হয়। সহজে পোৱাৰ আনন্দ অতিকে উপৰুৱা। তাত জয়ৰ আনন্দ নাই, আছে দান-গ্ৰহণৰ দাৰিদ্ৰ্য।

অসম্ভৱ। বীণা কমলৰ বাহিৰে কাৰো হ'ব নোৱাৰে। বীণাক সি বিয়া কৰাবই। দেবব্ৰতৰ কি যে নিৰ্লজ্জ ধৃষ্টতা। কমলৰ তেতিয়াই তাৰ বিয়াৰ আয়োজন কৰি পেলাবৰ কাৰণে বাপেকক ক'বৰ মন গ'ল। পলম হৈ গ'লে যেন বীণা হেৰাই যাব। সি ঠিক কৰি যি কোনো উপায়ে সি তাৰ সিদ্ধান্তৰ কথা বাপেকক জনাবই।

আকৌ সি এবাৰ লীনাৰ চিঠিখন পঢ়িলে। সেই সপোনবিলাসী লীনাজনী! মুহূৰ্তৰ উত্তেজনাত সকলো উচৰ্গা কৰি দিব পৰা লীনাজনী। তায়ো জীৱনৰ কৰ্মপথ বাছি ল'বৰ ধৈৰ্য আহৰণ কৰিব পাৰিছে! তাই যিটো নোৱাৰো বুলি বুজিছে সেইটোৰ পৰা নিজক আঁতৰাই লৈ গৈছে— তাৰ নাম দূৰদৰ্শিতা।

আজি আকৌ মন্দিৰাজনীও নাহিল। তায়ে অহা হ'লেও কোনো উপায়ে কথাষাৰ তাইৰ যোগে দেউতাক জনাব পাৰিলোহেঁতেন। নহয়, যিকোনো উপায়ে কমলে বীণাক নিজৰ কৰি ৰাখিবই। তাৰ জীৱনটো বীণাৰ কাৰণে।

কমলৰ দেউতাক আজিকালি বাগিচাৰ কামতে বৰ বেছি ব্যস্ত থাকে। কি যেন এটা উদাসীন নৈৰাশ্যৰ ভাবে তেওঁৰ মনৰ আগৰ প্ৰফুল্লতা নোহোৱা কৰি পেলাইছে। বাগিচাৰ নতুন চাহাবজন কাঢ়া, কিন্তু সেই বুলি এনেকৈ খটাৰ কোনো মানে নাই। বিয়াৰ পিছত কমল নিশ্চয় কিবা এটা ভাল কামত সোমাব, তাৰ পিছত দেউতাকক সি বাগিচাৰ কামৰ পৰা একেবাৰে আনিব। দেউতাকৰ এতিয়া ঘৰত বহি জিৰণি ল'বৰ সময়।

কমলৰ এবাৰ বীণাক লগ পাবৰ মন গ'ল। সঁচাকৈয়ে সি বীণা ছোৱালীজনীক এদিনো ভালকৈ লগ পোৱা নাই। বীণায়ো সদায় তাৰ পৰা গা এৰা দি ফুৰিছে।

তেন্তে সঁচাকৈয়ে বীণাই তাৰ গা এৰা দি ফুৰাৰ অৰ্থ কি? তাক ভাল নেপায় নেকি? ভাল পাবৰ অৱকাশ জানো কেতিয়াবা হৈছিল! বীণা তাৰ পৰা দূৰে দূৰে ঘূৰিছে, সিও তাইৰ পৰা আঁতৰি আছে। ভাল পোৱা গাঢ় হ'বৰ কাৰণে লাগে সান্নিধ্য, ভাবৰ আদান-প্ৰদান, অনুভূতিৰ সম্প্ৰসাৰণ! তাৰ একোটোৱেইতো সিহঁতৰ মাজত ঘটিবৰ সুযোগ হোৱা নাই।

কিজানি বীণাই দেবব্ৰতক ভাল পায়! অসম্ভৱ। দেবব্ৰত পুলিচ কৰ্মচাৰীৰ ল'ৰা, তাক বীণাই কেতিয়াও ভাল পাব নোৱাৰে। তাতে সি ধনঘটা কাৰবাৰী মানুহ, ধনী মানুহক বীণাই কেতিয়াও ভাল পাব নোৱাৰে।

কমলৰ মনটো অলপ অস্থিৰ লাগিল। তাৰ বলিষ্ঠ মানুহটোৰ ভিতৰত, নৃতত্ত্বৰ আতিগুৰি জনা মানুহটোৰ ভিতৰত এনে এটা দুৰ্বল মানুহৰ অস্তিত্ব অনুভৱ কৰি সি নিজৰ ওচৰতে সঙ্কুচিত হ'ল।

সি লীনাৰ চিঠিখন থৈ দিলে। তাৰ থিছিছখনৰ এটা অধ্যায় আধালিখা হৈ আছিল। সি কলমটো লৈ সেই অধ্যায়টো শেষ কৰিবৰ মনেৰে বহিল। সি লাহে লাহে লিখি গ'ল ঃ

"মানুহৰ শাৰীৰিক গঠন, আকৃতি আৰু আয়তনৰ পৰা মানুহৰ আভ্যন্তৰীণ মনটোৰ বিষয়ে নিশ্চিত ধাৰণা কৰিব নোৱাৰি! এটা অতি নিশকতীয়া, খীণ মানুহো ক্ৰুদ্ধ হ'ব পাৰে, অথচ এটা স্বাস্থ্যবান, বলী শক্তিবান ডেকা মানুহো মানসিকভাৱে অতি দুৰ্বল হ'ব পাৰে। নগাবিলাকৰ ভিতৰত এনে কিছুমান মানুহ আছে যিবোৰৰ হাত-মুখ কঠিন আৰু নিৰস, কিন্তু সিহঁতৰ মনবোৰ অতিকে কোমল, অতিকে দয়ালু, অতিকে কল্পনা-প্ৰৱণ। সিহঁতে ধুনীয়া গীত গাব পাৰে, ধুনীয়া নাচৰ কল্পনা কৰিব পাৰে, ধুনীয়া অনুভূতিৰ ..."

মন্দিৰাহঁতৰ ঘৰত আছে উপমা। অলপ ভাল হৈছে। মনৰ বল থাকিলে শৰীৰৰ ব্যাধি সহজে আৰোগ্য হয়। উপমাৰ দুখ যে বৰ অসময়ত তাই পৰি

থাকিবলগীয়া হ'ল। ইচ্ছাকৃত নহ'লেও, উপমা যেন নিজেই তাৰ কাৰণে অপৰাধী— উপমাই ভাবে।

উপমাৰ পৰিচৰ্যাত লাগি মন্দিৰাও জব্দ থাকিবলগীয়া হৈছে। অৱশ্যে মন্দিৰাই তাৰ মাজতে সময় কৰি নিজৰ কৰিবলগীয়াখিনি কৰে। উপমাৰ ঘা-বোৰ শুকাই অহাত মন্দিৰা আৰু ৰজনী পেহী দুয়ো আশ্বস্ত হৈছে। মন্দিৰা ঘৰৰ পৰা আঁতৰি গ'লে ৰজনী পেহী আহি উপমাৰ কাষত বহেহি আৰু বুজি নোপোৱা নানা কথা পাতে। উপমায়ো ৰাজনীতি বিশেষ নুবুজে, কিন্তু এটা আদৰ্শ উপমাই সাৰোগত কৰি লৈছে যে মানুহ হোৱাৰ দাবী পূৰণৰ অৰ্থ সংগ্ৰাম কৰিবৰ সময়ত স্বাৰ্থৰ সকলো মোহ বাদ দিব লাগিব, জাতি-বৰ্ণৰ সকলো ব্যৱধান অতিক্ৰম কৰি যাব লাগিব, নিজক নিঃচিহ্ন কৰি বিৰাট আদৰ্শৰ আহ্বানক জীৱনৰ পৰম আহ্বান বুলি মানি ল'ব লাগিব।

ৰজনী পেহীয়ে কাণপাতি উপমাৰ কথাবোৰ শুনি থাকে, কেতিয়াবা কয়, "আমি আই, আগৰ দিনৰ মানুহ। আজিকালিৰ কথাবোৰ বুজিবই নোৱাৰো। দিন-কাল বেলেগ হ'ল, কথা-কাণ্ডও বেলেগ হ'ল। কিজানি তইঁতে ঠিকেই কৰিছ। এৰা, দুখীয়া মানুহ নোহোৱা নহয় মানে আমাৰ জগতখনতনো ক'ৰ সুখ-শান্তি হ'ব? পিছে তইঁতে যে এইদৰে বাগিচা, কাৰখানা সকলোতে গৰীৱ মানুহবোৰক দাবী কৰিবলৈ উচটাই দিছ তাৰ পৰাই জানো দুখীয়া মানুহ নোহোৱা হ'ব?"

পাতলকৈ হাঁহি লাহে লাহে উপমাই কয়, "দাবী কৰিবলৈ উচটাই দি দেশত অশান্তিৰ সৃষ্টি কৰিবলৈ আমিও ভাল নেপাওঁ। পিছে অৱস্থাই বাধ্য কৰিছে। দুখীয়াবোৰে দান বিচৰা নাই, বিচাৰিছে নিজৰ পাবলগীয়াখিনি। কিন্তু যি ধনী দলৰ হাতত ধন-পইচা সকলো জমা হ'ব লাগিছে, সিহঁতে সহজে দুখীয়া দলক মানুহ হ'বলৈ নিদিয়ে। গোটেই পৃথিৱীজুৰি সিহঁতে দুখীয়া দলক চিৰদিন দুখীয়া কৰি ৰখাৰ হেজাৰ-বিজাৰ ফন্দী পাতিছে, ষড়যন্ত্ৰ কৰিছে।"

"এৰা, আগে আমি ভাবিছিলো ঈশ্বৰৰ ইচ্ছাতে সকলো হয়, এৰা, পৃথিৱীখন কিবা হ'ল।"

"ঈশ্বৰে মানুহহে সৃষ্টি কৰে, ধনী-দুখীয়াৰ সৃষ্টি নকৰে; সেইটো মানুহৰ কাম।"

মন্দিৰা আহে। মন্দিৰাই এতিয়াও কথাবাৰ বৰ গভীৰভাৱে ভাবি চাবলৈ শিকা নাই। সদায় এটা অসহিষ্ণু, উত্তেজিত ভাব, সদায় এটা প্ৰতিবাদী সুৰ— যেন তাই অকলেই সকলো ওলট-পালট কৰি দিব।

"জানিছ বৌতি, ঈশ্বৰে মানুহ সৃষ্টি কৰে, পিছে বামুণ, শূদিৰ, হিন্দু-মুছলমান সৃষ্টি নকৰে। সেইবোৰ মানুহৰ কাম।"

"জানো আই, এইবোৰ আজিকালি কিনো কথা-কাণ্ড হ'ল। তহঁতৰ কথা-বতৰাবোৰ দেখি ভালো লাগে, ভয়ো লাগে। আমি সৰুৰে পৰা ঈশ্বৰৰ নামত উঠা-বহা কৰি বুঢ়ী হ'লো। এতিয়া এইকেটা দিন কোনো মতে হৰিক চিন্তি কটাব পাৰিলেই হয়।"

"ঈশ্বৰনো তই কত পাবি? নামঘৰতে দেখোন সোমাবলৈ নেপাৱ। ঈশ্বৰ যদি আছে, তেন্তে তেওঁ সকলোৰে ঈশ্বৰ— আমাৰো অইনৰো। সকলোৱে তেওঁক পূজা কৰিবলৈ পাব লাগে, যদি এদলে পায়, আনদলে নেপায়, তেন্তে তেওঁ ঈশ্বৰেই নহয়।"

ঈশ্বৰ সম্পৰ্কে এনে কথা ৰজনী পেহীয়ে শুনি থাকিবলৈ ভয় কৰে— জানোচা ঈশ্বৰ ক্রুদ্ধ হয়! ৰজনী পেহীয়ে মন্দিৰাক মনে মনে থাকিবলৈ কয়। মন্দিৰাই মাকৰ দুৰ্বলতা বুজি পায়। এলাঙ্ক্ষু লাগি লাগি ক'লা হৈ যোৱা ঘৰৰ চাল এখন সদায় দেখি থাকিলে ক'লাটোৱেই চালৰ স্বাভাৱিক বৰণ বুলি এটা প্ৰত্যয় জন্মে। এই ধাৰণা পিছলৈ বিশ্বাসত পৰিণত হয় আৰু তেতিয়া চালখনৰ যে অন্য বৰণ থাকিব পাৰে, সেই কথা ভাবিবৰ অৱকাশ নেথাকে। ৰজনী পেহীৰ মনতো ঈশ্বৰৰ স্বৰূপ সম্পৰ্কে, ধৰ্ম সম্পৰ্কে তেনে এটা বদ্ধমূল ধাৰণাই গঢ় লৈছিল। এতিয়া তাক আঁতৰাবৰ দিন আৰু নাই।

পুৱা দহমান বজাত এদিন কমল আহিল। উপমাই যথেষ্ট ভাল পাইছে, কিন্তু মূৰৰ বেণ্ডেজ এতিয়াও খোলা নাই। কমলৰ মনত ভয় আৰু সঙ্কোচ হৈছিল, কিজানিবা উপমাক আশ্ৰয় নিদিয়াৰ কাৰণে তাই বৰ ঠেকমনা আৰু নীচ বুলি ভাবে। উপমা কিন্তু ভাব-প্ৰৱণ হোৱা সত্বেও যথেষ্ট নিৰ্লিপ্তভাৱে কোনো একোটা পৰিস্থিতিৰ পৰ্যালোচনা কৰিব পৰা হৈছে। শান্তভাৱে উপমাই ক'লে, "আমি, যিবোৰে অনুগ্ৰহৰ ওপৰত ভিত্তি কৰি নতুন সমাজ ৰচনা কৰিবৰ চেষ্টা কৰা অসাৰ্থক বুলি বিশ্বাস কৰো, সেইবোৰেই যদি নিজৰ আশ্ৰয়ৰ কাৰণে অনুগ্ৰহ বিচাৰি ফুৰো, তেন্তে কি ফল হ'ব? অৱশ্যে অনুগ্ৰহ নহ'লে চলিব পৰা অৱস্থা আমাৰ এতিয়াও হোৱা নাই, কিন্তু সেই অৱস্থাৰ আমিয়ে সৃষ্টি কৰি ল'ব লাগিব। সঁচাকৈয়ে আপোনাৰ ওচৰত নিৰাশ হৈ মই ভাল পালো।"

কমল নিৰ্বাক হৈ ৰ'ল। কমলৰ সুধিবৰ মন গৈছিল উপমাই কিমান দুখ পাইছিল আৰু এতিয়া কেনে আছে, কিন্তু সি নিজকে সংযত কৰিলে। হয়তো ব্যক্তিগত আঘাত উপমাৰ কাৰণে কোনো প্ৰশ্নই নহয়, সেই কথা সুধি কমল হাঁহিয়াতৰ পাত্ৰহে হ'ব।

উপমাই হয়তো কমলৰ মনৰ ভাব বুজিব পাৰিলে। উপমাই ক'লে, "মই এতিয়া যথেষ্ট ভাল পাইছো। বেচেৰী মন্দিৰাজনীয়ে বৰ খাটিলে। শ্ৰীনাথ মাষ্টৰো আহি আছে। মাত্ৰ ফুকন ককাইদেউহে অহা নাই। তেওঁৰ অন্য কাম বহুত।"

"মোক নিশ্চয় আপুনি বেয়া পাইছে।" কথা ক'বৰ শক্তি গোটাই লৈ কমলে ক'লে।

"বেয়া নাই পোৱা বুলি যদি কওঁ, মিছা কোৱা হ'ব। বো পাইছো অৱশ্যে। কিন্তু অন্য এটা কাৰণত —"

কমলে উপমালৈ চকু তুলি চালে, উপমাৰ চাৱনিটো শান্ত, কিন্তু অলপ উদাস। লাহে লাহে উপমাই ক'লে, "আপোনাক সিবাৰ লগ পোৱাৰ পিছৰ পৰা মোৰ মনত এটা বলিয়া আশা জগাগিছিল যেন এদিনৰ কাৰণে হ'লেও, মই আপোনাৰ আশ্ৰয়ত থাকিবলৈ পাম, অলপ সময়ৰ কাৰণে হ'লেও যেন আপুনি মোক মৰম কৰিব। পিছতহে ভাবিছো সি মোৰ দুৰ্বলতা। অৱশ্যে আমাৰ তিৰোতাবোৰৰ মাজে মাজে নিজক দুৰ্বল কৰি দি ভাল লাগে— নিজৰ আপোনজনৰ ওচৰত।"

কমলৰ বৰ লাজ লাগিল— তাৰ নিজৰ সংস্কাৰগত দুৰ্বলতাৰ কাৰণে। ইমান মুক্ত আৰু সহজ এই উপমাজনীক সি তাৰ কাষত, তাৰ ঘৰত ৰাখিবৰ জোগাৰ কৰিব নোৱাৰিলেহেঁতেননে?

উপমাই কিন্তু তাক সেই কথা সৰহ পৰ ভাবি বহি থকাৰ অৱকাশ নিদিলে। উপমাই সুধিলে, "অসমৰ পাহাৰীয়া জাতি" সম্পৰ্কে লিখা তেওঁৰ থিছিছখন শেষ হ'ল নে নাই, কিমান ডাঙৰ কিতাপ হ'ব আৰু সেইখন কিতাপ প্ৰকাশ হ'লে কমলৰ কিমান টকা লাভ হ'ব।

কমলে ক'লে যে থিছিছখন এতিয়াও সম্পূৰ্ণ হোৱা নাই, সি লিখি আছে, আৰু কেতিয়া প্ৰকাশ কৰিব পাৰে তাৰ কোনো স্থিৰতা নাই। কিন্তু সোনকালে প্ৰকাশ কৰিব পাৰিলেই তাৰ লাভ হ'ব।

"নগা জাতিৰ আত্মচেতনা আৰু আত্মসংগঠনৰ সম্পৰ্কে লিখিছেনে?"

"ঠিক তেনেকৈ লিখা নাই। মই লিখিছো তেওঁলোকৰ নৃতত্বমূলক যি বৈশিষ্ট্য আছে তাৰ বিষয়ে।"

"এদল মানুহ যদি শ শ, হেজাৰ হেজাৰ বছৰ অন্ধ হৈ পৰি থকাৰ পিছত হঠাৎ দৃষ্টি শক্তি লাভ কৰি সজাগ হৈ উঠে সি নৃতত্বৰ ভিতৰত নপৰে নেকি?" অৱশ্যে মানুহৰ বিষয়ে সকলো কথাই নৃতত্বৰ ভিতৰত পৰে। পিছে তাকে ভাগ কৰি এভাগক Natural history বা নৃতত্ব আৰু আন ভাগক Social history বা ইতিহাস হিচাপে বিশ্লেষণ কৰিব পাৰি।"

উপমাই পাতলকৈ হাঁহিলে, তাৰ কাৰণ কমলৰ বুজিবলৈ টান লাগিল। শেঁতা পৰা উপমাৰ মুখখনত শান্ত হাঁহিটো জাৰকালিৰ এজাক দুৰ্বল ৰ'দৰ নিচিনা লাগিল।

অলপ পৰ মনে মনে থকাৰ পিছত উপমাই সুধিলে, "বিয়াৰ পিছে কি হৈছেগৈ?"

প্ৰশ্নটো কমলে আশা কৰা নাছিল। অলপ অপ্ৰস্তুত হৈ কমলে ক'লে, "কাৰ? মোৰ বিয়া? একোতো হোৱা নাই। মই দেখোন একো ক'ব নোৱাৰো —"

"আপুনি ক'ব নোৱাৰে, কিন্তু আমি পাৰো। বীণাৰ দেউতাক বোলে বৰ ব্যস্ত হৈ পৰিছে। আপোনাৰ দেউতাকো —"

উপমাই কমলৰ মুখলৈ চালে। কমলৰ কাণ-মূৰ অলপ ৰঙা পৰিল। কিন্তু সহজ হ'বৰ চেষ্টা কৰি সি ক'লে, "মই কিন্তু বিশেষ একো নেজানো —"

উপমাই তাৰ কথাত বিশ্বাস কৰিলে।

এনেতে মন্দিৰা সোমাই আহিল।

"আ ককাইদেউ —"

"এৰা।"

"অ' কথা-বতৰা পাতিছা।"

উপমাৰ বিছনাখনতে মন্দিৰা বহিল। তাই আগতকৈ খীণাইছে, কিন্তু হয়তো সেই বাবেই দেখিবলৈ ধুনীয়াজনী হৈছে।

"আজি বহুতদিন তোমাক ভালকৈ লগকে পোৱা নাই —"

"আজিকালি নেযাৱেই নহয়, কতনো লগ পাবি?"

"এৰা ককাইদেউ। মই ভাবিছিলো উপমা বাইদেউ ভাল হৈ উঠিলেই দুয়ো এবাৰ তোমালোকৰ ঘৰলৈ যাম।"

"মোক কিন্তু কথাষাৰ কোনোদিন কোৱা নাই —" উপমাই ক'লে।

অলপ পৰ তিনিও মনে মনে থাকিল।

"ৰে'বাৰ খবৰ পোৱা ককাইদেউ?"

"ওহো, নেপাওঁ, কি হৈছে?"

"ৰে'বাৰ বৰ টান। মোকক্‌চাঙৰ পৰা লৈ আহিল। যদি অলপ ভাল হয়, তেন্তে অহা সপ্তাহমানে মাদ্ৰাজলৈ নিয়াৰ দিহা কৰিছে।"

"এৰা, বেয়া লাগে ছোৱালীজনীৰ কাৰণে। মই মোকক্‌চাঙত থাকোঁতেই অৱস্থা বেয়া যেন দেখিছিলো।"

"এৰা, অৱস্থা বেয়া, ছোৱালীজনী কিন্তু বৰ ভাল —"

"মাদ্ৰাজলৈ কেতিয়াকৈ নিব তই কিবা ক'ব পাৰ নেকি?"

"সঠিককৈ ক'ব নোৱাৰো। যিমান সোনকালে পাৰ নিব। মই এবাৰ চাই আহিমগৈ বুলিও চাবগৈ পৰা নাই।"

"এৰা, ময়ো এবাৰ চাবগৈ লাগিছিল —" কমলে ক'লে।

"বহা দেই ককাইদেউ, মই দহ মিনিটতে আহিছো —" তাৰ উত্তৰলৈ অপেক্ষা নকৰি মন্দিৰা উঠি গ'ল।

ভাল ৰ'দ ওলাইছে। পৃথিৱীখনত ক'তো আন্ধাৰ নাই, ক'তো ডাৱৰ নাই, উজ্জ্বল ফট্‌ফটীয়া পোহৰ। উপমা আৰু কমল দুয়ো বাহিৰৰ ফালে চাই থাকিল।

কমলে উপমাৰ ফালে ঘূৰি চালে। উপমাৰ মুখখন এটা শান্ত উজ্জ্বলতাত কমনীয় হৈ উঠিছে। কপালৰ ওপৰত মৰা বগা বেণ্ডেজডাল যেন এক নতুন ধৰণৰ শিৰোবস্ত্ৰৰ দৰে শুৱনি হৈছে।

কমলে চোৱা দেখি উপমায়ো কমলৰ মুখলৈ চালে। উপমাই কিবা কথা এটা বৰ গভীৰভাৱে ভাবিছে।

"কি ভাবিছে আপুনি?" কমলে সুধিলে।

"মই? এৰা, এই ইয়াত পৰি থকাৰ পৰা মই মাজে মাজে এবাৰ কথা ভাবো —"

"কিনো ভাবে —"

"ভাবো— মই বিধৱা নেকি?"

কথাষাৰ শুনি কমলৰ ঔৎসুক্য চেঁচা পৰি গ'ল।

"মই প্ৰায়েই ভাবো— মই জানো বিধৱা? বিধৱাই যদি নহওঁ, তেন্তেনো মই কি? মই জানো— মই জানো —?"

কমলে ভয়ে ভয়ে উপমাৰ মুখলৈ চালে।

"আপুনিয়ে কওকচোন মই বাৰু কি?"

কমলে প্ৰশ্নটোৰ উত্তৰ বিচাৰি নেপালে।

লাহে লাহে উপমাই ক'লে, "এৰা, আপুনিও ক'ব নোৱাৰে। মাজে মাজে মোৰ যে নিজকে ইমান অকলশৰীয়া লাগে। বিশেষকৈ যেতিয়া মই বহুত মানুহৰ মাজত থাকো, তেতিয়া মোৰ বেছি অকলশৰীয়া লাগে। চাৰিওপিনে মানুহ, কিন্তু সকলো মোৰ পৰ, সকলো মোৰ অচিনাকি। গোটেই পৃথিৱীখনত মই অকল। মোৰ ভয় লাগি যায়।"

"সকলো মানুহেই কেতিয়াবা কেতিয়াবা তেনেকুৱা অনুভৱ কৰে —" কমলে ক'লে।

"সকলো মানুহে তেনেকুৱা অনুভৱ কৰেনে নকৰে নেজানো। মই ভাবিছিলো ভাবিবলৈ সময় নোহোৱাকৈ অচিনাকি মানুহৰ মাজত সোমাই, তেওঁলোকৰ সংগ্ৰাম, তেওঁলোকৰ অভাৱ-অভিযোগ, তেওঁলোকৰ হাঁহি-কান্দোনৰ লগত নিজক মিলাই দিব পাৰিলেই কিজানি মোৰ ভাবৰ পৰিবৰ্তন হ'ব। কিন্তু তেতিয়াা বেছিকৈহে ভাব আহে।"

"তেন্তে আপুনি যে এইবোৰ কৰিছে, এই আঘাত— এই কষ্ট —"

"তাত অৱশ্যে এটা আনন্দ আছে, কিন্তু অৱসাদো নোহোৱা নহয়।"

"নিজকে বুজাবৰ যত্ন কৰিব লাগে।"

"পৃথিৱীত সেইটোৱেই আটাইতকৈ টান কাম। আমি লোকক বুজাব পাৰো, কিন্তু নিজক বুজাব নোৱাৰো। চাওকচোন, আজিও মই নিজক বুজাব পৰা নাই, যে মই এজনী বিধৱা, কথাষাৰ ক'ব খুজিলেই মনটোৱে বিদ্ৰোহ কৰি উঠে। মই যেন বিধৱা নহওঁ, মই যেন বীণাৰ নিচিনা, অপৰাৰ নিচিনা, মন্দিৰাৰ নিচিনা এজনী —"

এনেতে মন্দিৰা আকৌ আহিল। উপমা মনে মনে থাকিল।

"মোৰ কথা কিবা কৈছিলা বাইদেউ?"

"ওঁ কৈছিলো। কৈছিলো যে মন্দিৰাই যেতিয়া মোক বুজিব, তেতিয়া —"

"ওঁ তেতিয়া ককাইদেউৰ চাহ চেঁচা হৈ যাব। যোৱা ককাইদেউ, চাহ পিয়লা খোৱা।"

তিনিও হাঁহিলে।

পুৱাৰ পৰা নেৰানেপেৰা বৰষুণ আৰম্ভ হৈছে। আকাশখন গোমা, কিছুমান ক'লা মেঘে একেবাৰে ঢাকি ৰাখিছে। বাহিৰ ওলাবৰে মন নেযায়।

মাধৱৰ সৰু চিঠিখন কমলে আকৌ এবাৰ পঢ়িলে। মাধৱে লিখিছে, "এটা বিশেষ শ্ৰেণীৰ অন্তৰ্গত জন্ম লৈ, আৰু তাৰ নিৰ্দিষ্ট গণ্ডীৰ ভিতৰত ডাঙৰ-দীঘল হৈ, সেই শ্ৰেণীৰ আৱেষ্টন অতিক্ৰম কৰি শ্ৰেণীহীন হৈ পৰাত সফলকাম হোৱাটো সচাঁকৈয়ে টান কাম। বহুতে হয়তো তাক বিলাসিতাকে বুলিব। নিজক জয় কৰিবৰ কাৰণে যিমানখিনি আত্মশক্তিৰ প্ৰয়োজন, হয়তো এখন যুদ্ধ জয় কৰিবলৈকো সিমানৰ প্ৰয়োজন নহয়। মই যেতিয়া নিজক অপৰাৰ লগত ৰিজাই চাওঁ মোৰ দুৰ্বলতা দেখি মই লাজ পাওঁ, অপৰা য'ত সফল হৈছে, মই তাত এতিয়াও বহুত পিছপৰা। অপৰা আৰু মোৰ মাজত পাৰ্থক্যটো স্পষ্ট। বাহ্যিক, চালচলনত বুৰ্জোৱা হৈ থাকিও অপৰাই নিজক শ্ৰেণীহীন কৰি পেলোৱাৰ মানসিক শক্তি লাভ কৰিছে, কিন্তু মই বাহ্যিকভাৱে প্ৰলিটাৰিয়েট হ'লেও মনটোক এতিয়াও বুৰ্জোৱা আদৰ্শৰ পৰা মুক্ত কৰিব পৰা নাই। মই জানো, অপৰা মোতকৈ বেছি সুখী, কাৰণ এই পথত জীৱন উটাই দিঁ তেওঁ কোনোদিন সুখ আহৰণৰ চেষ্টা কৰা নাই।

বৰুৱা, এসময়ত বহ বৰ fanatic হৈ পৰিছিলো, তেতিয়া ভাবিছিলো মই যিটো আদৰ্শ লৈছো, পৃথিৱীৰ সকলোৱে সেই আদৰ্শক কিয় বিনাবাক্যে মোৰ বুলি নল'ব? তেতিয়া ভাবিছিলো যে যি মই অৱলম্বন কৰা আদৰ্শৰ বিৰোধী, তেওঁ মোৰ ঘোৰ শত্ৰু। এতিয়া সেই গোড়ামি কিছু গৈছে। সঁচাকৈয়ে কিছুদিনৰ আগতে

আপোনাৰ নিচিনা এজন ডেকা মানুহে জীৱন-নিৰপেক্ষ জ্ঞান-সাধনাৰ অন্বেষণত আত্মনিয়োগ কৰা দেখি মই মনে মনে বিৰক্ত হৈছিলো। ভাবিছিলো আপুনিও কিয় আমাৰ পথত ভৰি নিদিব?

এতিয়া মোৰ ভুল ধৰা পৰিছে। এতিয়া বুজিব পাৰিছো যে মানুহৰ বেমাৰ হয় কাৰণেই, সকলো মানুহ ডাক্তৰ হ'লে নচলিব। অন্যান্য ক্ষেত্ৰতো মানুহৰ প্ৰয়োজন আছে।

পৃথিৱীত মানুহৰ জন্ম হ'বৰ বহু লাখ বছৰ হ'ল, কিন্তু এতিয়াও এই অকণমান পৃথিৱীখনৰ মানুহকেইটাৰ বিষয়েই সম্পূৰ্ণ জ্ঞান লাভ আমাৰ হোৱা নাই। এতিয়াও আমাৰ কাষতে এনে মানুহ আছে, যাৰ বিষয়ে আমি একোকে নেজানো। আমাৰ বুৰঞ্জী একোটা সৰু শ্ৰেণীৰ বুৰঞ্জী, সি সদৌ পৃথিৱীৰ মানৱ সমাজৰ বুৰঞ্জী নহয়। হয়তো গোটেই পৃথিৱীৰ সমগ্ৰ মানুহৰ ইতিহাস লিখিবৰ কাৰণে আৰু কেইবা হেজাৰ বছৰৰ পিছত নতুন কোনোবা জৱাহৰলাল বা ৰেলছে জন্ম গ্ৰহণ কৰিব লাগিব। সেই পৃথিৱী ৰচনাৰ পথত আমাৰ আজিৰ উদ্যম একোটা নগণ্য ধূলিকণা। বান্দৰৰ পৰা মানুহ হ'বলৈ মানুহৰ নিশ্চয় বহুত লাখ বছৰ লাগিছিল। সেইদৰে বৰ্তমানৰ মানুহ প্ৰকৃত মানুহ হ'বলৈকো আৰু বহুত হেজাৰ বছৰ হয়তো লাগিব। আজি, আৰু সেই সম্ভাব্য নতুন যুগৰ মাজত পৰি আছে বহু উত্থান-পতন, বহু আৱৰ্তন, বহু বিদ্ৰোহ, বিপ্লৱ, যুদ্ধ। জীৱনৰ অৰ্থ— সংগ্ৰাম— নিজৰ কাৰণেই হওক বা আনৰ কাৰণেই হওক। এই সংগ্ৰাম এজনৰ নহয়, আৰু তাৰ পৰিণতিও এজনৰ কাৰণে নহয়। সংগ্ৰাম জয়ী হ'বৰ কাৰণে বিৰোধৰ প্ৰয়োজন। এতিয়ালৈকে কোনো মানুহে সাগৰ সিঁচি তলি উলিয়াবৰ চেষ্টা কৰা নাই। হয়তো কথাটো ভবাও অস্বাভাৱিক। কিন্তু অনাগত যুগৰ কোনোবা মানুহে যে সাগৰ নিসিঁচিব সেই কথাটো আজি ক'ব নোৱাৰি। কেতিয়াবা মই ভাবো হয়তো আমি কিজানি সাগৰত নামিচোৱেই।" ...

মাধৱে সাধাৰণতে এনেকুৱা চিঠি নিলিখে। সাধাৰণতে, ভবাতকৈ কাম কৰাকে মাধৱে সহজ বুলি ভাবে। কিন্তু এই চিঠিখন পাই কমলে দেখিলে মাধৱে কামৰ মাজতে ভাবিবৰ চেষ্টাও কৰিছে। এই আত্মবিশ্লেষণ হয়তো নতুন প্ৰেৰণাৰ সাৰথি।

বাহিৰৰ বৰষুণ জাকৰ ফালে চাই থাকি কমলে মনৰ ভিতৰত এটা শান্ত অস্বস্তি অনুভৱ কৰিলে। মাধৱে যদি কমলক নিজৰ লগত নিবিচাৰেই, তেন্তে চিঠি লিখাৰ কি উদ্দেশ্য থাকিব পাৰে? কমলৰ অকৰ্মণ্যতাৰ কাৰণে বিদ্ৰূপ কৰা নাইতো?

কমলৰ দেউতাক সোমাই আহিল। অন্য দিনা এনে সময়ত তেওঁ কোনোদিনে নাহে। কমল বহাৰ পৰা উঠি গ'ল আৰু দেউতাকৰ ওচৰলৈ গৈ সুধিলে "অসময়ত আহিল দেখোন দেউতা?"

বাপেকে তাৰ মুখলৈ চালে। তেওঁৰ মুখখন এটা চিন্তাত উদ্বিগ্ন। তেওঁ ক'লে, "এৰা।"

"কিবা হৈছে নেকি?"

"ওঁ? একো হোৱা নাই। কালিলৈ আমাৰ বাগিচাৰ বনুৱাবোৰে ধৰ্মঘট কৰিব বুলি নটিচ দিছে।"

"কুলীয়ে ধৰ্মঘট কৰিব বুলিয়েনো চিন্তা কৰিব লগা কি আছে?"

"আছে, আছে। তই সেইবোৰ ক'ব নোৱাৰ। হয়তো কালিলৈৰ পৰা বৰুৱা মেনেজাৰৰো কাম নেথাকিব। আৰু মোৰো —"

"আপোনৰ আকৌ কিয়?"

"কুলীৰ লগতে অন্যান্য কেৰাণী-মহৰীবিলাকেও ধৰ্মঘট কৰিবলৈ ঠিক কৰিছে। আৰু ময়ো —"

"কি দেউতা।"

"এৰা ধৰ্মঘটত যোগ দিম বুলি চহী কৰিছো। কুলীৰ যি অৱস্থা, আমাৰো সেয়ে অৱস্থা। আমি নামত বাবু, কামত আমিও কুলী। গোটেই জীৱন চাকৰি কৰিও দহোটা টকা সাচিব নোৱাৰিলো। কেৱল ধাৰ আৰু ধাৰ।"—

কমল অবাক হ'ল। তাৰ, বুঢ়া দেউতাকেও ধৰ্মঘট কৰিব? অলপ গহীন হৈ সি সুধিলে, "বৰুৱাৰ কথা যে ক'লে?"

"এৰা, বীণা আছে ধৰ্মঘটৰ মূলতে। বৰুৱাক কিদৰে চাকৰিত ৰাখিব?"

"চাহাবে তেন্তে সকলো কথা জানে?"

"নজনাকৈ এখন বাগিচা চলাইছেনে?"

কমলে আৰু একো নেমাতিলে। তাৰ মনটো গধুৰ লাগিল। সি তাৰ কোঠালৈ গুচি গ'ল।

মোৰ দেউতায়ো অনুভৱ কৰিছে যে বনুৱা আৰু তেওঁৰ মাজত একো পাৰ্থক্য নাই। তেওঁলোকে নেদেখা-নুশুনা অন্য কাৰোবাৰ সুখ-সম্ভোগৰ যোগান ধৰিবৰ কাৰণে নিজৰ সুখ-সম্ভোগ বাদ দি অহৰ্নিশ খাটি গৈছে। যুগ যুগৰ এটা প্ৰাচীন অন্যায়— আজি সকলোৱে তাৰ প্ৰতিকাৰ বিচাৰিছে।

কিন্তু বীণা— বীণাই জানে কিমান? বুজে কিমান? বীণা কিয় আগুৱাই গ'ল?

দেউতাই ধৰ্মঘট কৰিব— তাৰ মূলতে নিশ্চয় বীণা। এই ধৰ্মঘটৰ আগভাগত বীণা নথকা হ'লে দেউতাই কেতিয়াও এনে সিদ্ধান্ত নল'লেহেঁতেন। বীণাৰ শক্তিয়ে প্ৰকাশ লাভ কৰিছে, বিস্তৃতি লাভ কৰিছে। কিন্তু পৰিণতি?

এই বয়সত ধৰ্মঘট কৰি দেউতাৰ কি লাভ হ'ব? বাপেকৰ কাম গ'লে কমলৰ বৰ আপত্তি নাই, কিন্তু এনেকৈ কাম নিওৱাৰ দিহা কৰাটোক সি বৰ ভাল নেপালে।

কমলে ঠিক কৰিলে সি যি কোনো উপায়ে আজিৰ ভিতৰতে বীণাক লগ ধৰিব আৰু তাৰ নিজৰ দোহাই দি বীণাক গণ্ডগোলৰ মাজৰ পৰা আঁতৰি থাকিবৰ পৰামৰ্শ দিব।

উপমাই কম আঘাত পোৱা নাই। হয়তো বীণাৰ ওপৰতো লাঠিচাৰ্জ, গুলি-চালনা আৰু কত কি অত্যাচাৰ হ'ব পাৰে! বুজাই-বঢ়াই সি বীণাক অলপ আঁতৰাই ৰাখিব, হয়তো তাৰ ঘৰলৈকে লৈ আহিব। ধৰ্মঘট হওক, তাত কমলৰ অসন্তোষ থাকিলেও আপত্তি নাই। কিন্তু তাৰ কাৰণেই অনাহকতে কিছুমানে কষ্টভোগ কৰিব কিয়? সি ভুল কৰিছে, আগতেই তাৰ বিয়া হৈ যোৱা উচিত আছিল। তেতিয়া বীণাই এনেদৰে ফুৰিব নোৱাৰিলেহেঁতেন। এতিয়াও সময় আছে। সি বীণাক ঘূৰাব— ঘূৰাই আনিব।

বৰষুণ এৰা নাই। দপ্‌দপীয়া বৰষুণজাক আহি আছে অনৰ্গল। ইপিনে ঘোপমৰা আন্ধাৰ— চোৰে চৰ মাৰিলেও নেদেখি। কাৰো বাহিৰ ওলাবৰ সত নেযায়। লগে লগে এজাক ফেৰ্‌ফেৰীয়া বতাহ।

বাহিৰৰ ফালে চাই কমল দুই-এবাৰ থমকি ৰ'ল। তাৰ পিছত আইজনীক যাওঁ বুলি কৈ সি ছাতিটো হাতত লৈ ওলাই গ'ল। হাতত টৰ্চটো।

বোকা বাট, আলিবাটত মাজে মাজে পানীৰ ডোঙা। ওপৰৰ পৰা নামি আহিছে অজস্ৰধাৰা বৰষুণ। একোলৈকে কটাহি নকৰি কমলে কোব ল'লে। কালিলৈ ধৰ্মঘট। আজিৰ ভিতৰতে বীণাক সি জীৱনৰ নতুন পথলৈ আহ্বান জনাব। অশান্ত, অনিশ্চিত পথৰ পৰা সি বীণাক এটা সহজ, শান্ত, নিৰালম জীৱনৰ পথ দেখুৱাই দিব। বীণাৰ প্ৰতি থকা তাৰ অব্যক্ত আকৰ্ষণ সি সহজভাৱে ব্যক্ত কৰি দিব। আজি— আজিৰ ৰাতিয়ে।

বাটৰ দুয়ো কাষৰ ভেকুলী আৰু উঁইচিৰিঙাবোৰে অনৰ্গল চিঞৰিছে। কমলৰ কিন্তু ভয় লগা নাই। আলিবাটত এটা মানুহো নাই। চাৰিওফালে কেৱল আন্ধাৰ।

সি আহি বাগান সোমালহি। হয়তো সি খৰকৈয়ে খোজ দিছিল, নহ'লে ইমানডোখৰ বাট ইমান কম সময়ৰ ভিতৰতে সি কেনেকৈ আহিল?

অলপ আঁতৰৰ পৰা সি দেখিলে মেনেজাৰৰ ঘৰত এটা ক্ষীণ পোহৰৰ লেম জ্বলি আছে। বাগিচাখনৰ চাৰিওফালে ঘোপমৰা আন্ধাৰ আৰু নীৰৱতা। ক'তো কাৰো সুৰ-সঁহাৰি নাই। এইখন বাগিচায়ে যে কালিলৈ ধৰ্মঘট কৰিব, সেই কথা ভাবিবলৈকো টান লাগে। কমল গৈ বিশেষ একো নেভাবি, মেনেজাৰৰ ঘৰৰ বাৰাণ্ডাত উঠিল গৈ। তেতিয়াহে তাৰ নিজৰ ফালে ঘূৰি চাবৰ চেতনা আহিছে।

সি বহুত তিতিছে। তাৰ জোতাযোৰত পানী সোমাই গধুৰ হৈ পৰিছে। ছাতি থকা সত্ত্বেও তাৰ মূৰ-পিঠি সকলো তিতিছে। চুলিৰ আগেদি পানী বৈ আহিছে। তাৰ বৰ অপ্ৰস্তুত যেন লাগিল। এনেদৰে হঠাৎ সি উদভ্ৰান্ত হৈ পৰিল কিয়? সি আৰু বিশেষ ভাবিবৰ অৱসৰ নেপালে।

বাৰাণ্ডাত এটা মূৰৰ পৰা এটা নিশকতীয়া খীণ মাত আহি তাৰ কাণত পৰিলহি— "আহক, মই আছো।"

ৰে'বাৰ মাতটো কমলে বুজি পালে। ঘৰত ৰে'বাৰ উপস্থিতি কমলে আশা কৰা নাছিল। সি অপ্ৰতিভ হ'ল।

"কোন? ৰে'বা নেকি?"

"বাইদেউ নাই। দেউতাও নাই। ঘৰত মইহে আছো। অলপ এইফালে আহকচোন।"

টৰ্চটো জ্বলাই কমলে ৰে'বাক চালে। গোটেই গা কাপোৰেৰে ঢাকি এখন কাপোৰৰ ইজি চেয়াৰত ৰে'বা বহি আছে। বাৰাণ্ডাত সেইটো মূৰত আন্ধাৰ। ৰে'বাৰ চুলিবোৰ ৰুক্ষ, মুখখন শুকান।

কমল ৰে'বাৰ কাষ চাপি গ'ল আৰু অলপ আঁতৰতে থকা চকীখন টান মাৰি বহিব খুজি দেখিলে, তাৰ কাপোৰবোৰ তিতা, বহা অসুবিধা।

ৰে'বাই ক'লে, "মোক অলপমান উঠোৱাই দিয়কচোন। মই আজিকালি বৰ দুৰ্বল হ'লো, বহিলে উঠিব নোৱাৰাৰ নিচিনা।"

"উঠিব নেলাগে, তুমি বহিয়ে থাকা ৰে'বা, ময়ে বহিছো।" কমলে ক'লে।

"তিতা কাপোৰেৰে আপুনি কেনেকৈ বহিব? মই কিবা এখন বিচাৰি দিওঁ, আপুনি সলাই পিন্ধক।"

কমলৰ মেলি দিয়া হাতখনত ধৰি ৰে'বা বহাৰ পৰা উঠিল। কাপোৰৰ তলত সোমাই ৰখাৰ কাৰণে ৰে'বাৰ হাতখন গৰম হৈ আছিল। সেই দুৰ্বল তাপকণ কমলৰ হাতত লাগিল।

ৰান্ধনি ল'ৰাটো মাতি ৰে'বাই এখন ধোৱা ধুতী অনাই কমলক দিলে।

"মই যাবেই, কাপোৰনো আৰু কি সলাম?" কমলে ক'লে।

"ইমান ৰাতি আপুনি আৰু যাব নোৱাৰিব। অলপ বাট চাওক, বাইদেউও কিজানি ওলাবহি পাৰে। দেউতাহে আজি কেতিয়া আহে ঠিক নাই।"

"তেখেতনো ক'লে গ'ল?"

"চাহাবে মতাই নিলে। আবেলিয়ে গ'ল। আহোতে হয়তো যথেষ্ট পলম হ'ব।"

কাপোৰ সলাই কমল আহি বহিলহি। অলপ পৰৰ পিছত ল'ৰাটোৱে এপিয়লা চাহ আনি কমলক দিলেহি।

"তোমাৰ গাটো এতিয়া কেনে আছে ৰে'বা?"

"কেনে আছো অনুভৱ কৰিবৰ শক্তিও নোহোৱা হৈ আহিছে। পাহাৰত থাকোঁতে অলপ ভাল পাইছিলো, পিছত আকৌ বেছি হ'ল।"

কমল মনে মনে থাকিল। ৰে'বাৰ মুখখন দেখিলেই বুজিব পাৰি যে ৰে'বাৰ জীৱনত ভাঙন ধৰিছে, মৰণৰ গৰাখহনীয়াই এফালৰ পৰা সকলো ভাঙি-ছিঙি নিছে। আৰু ভেটা দিবৰ সময় নাই।

অলপ পৰ মনে মনে থাকি কমলে সুধিলে, "বাইদেৱেৰা ক'লৈ গ'ল?"

শুকান এটা দুৰ্বল হাঁহি মাৰি ৰে'বাই ক'লে, "মই জানো, আপুনি বাইদেউক বিচাৰি আহিছে, মোক নহয়। পিছে বাইদেউ নাই। ক'লৈ গৈছে সেই কথাও মই নেজানো। যোৱা ৰাতি কিন্তু বাইদেউ ঘৰতে আছিল, আজিও হয়তো আহিব।" কথাখিনি কৈ ৰে'বাই কমলৰ মুখলৈ চালে।

কমল আকৌ মনে মনে থাকিল। কিছু পৰৰ মূৰত সি ক'লে, "তোমাৰ মাদ্ৰাজলৈ যোৱাৰ কথা আছিল নহয়?"

"দেউতাইঁতে নিব খোজে, পিছে মোৰ অকণো আগ্ৰহ বা ইচ্ছা নাই। ইয়াত মৰা আৰু মাদ্ৰাজত মৰাৰ মাজত কোনো পাৰ্থক্য নাই।"

"তুমি কিয় সদায় মৰাৰ কথা ভাবি থাকা ৰে'বা।"

"জীয়াই থকাৰ কোনো মোহ নাই যেতিয়া, মৰাৰ হেঁপাহ জন্মা স্বাভাৱিক। অৱশ্যে জীয়াই থকাবোৰে মৰাৰ কথা শুনি ভাল নেপায়, কিন্তু মই দেখোন মৰাৰ কথা ভাবি আজিকালি বৰ ভাল পাওঁ। কেতিয়াবা মোৰ মনত লাগে যেন মই কাহানিবই মৰিলো।"

কমলে ৰে'বাৰ মুখখনলৈ আকৌ চালে। ৰে'বাৰ ৰোগক্লিষ্ট মুখখনত এটা কৰুণ উদাসীনতাৰ শুভ্ৰতা। ৰে'বাই যেন সঁচাকৈয়ে জীয়াই থকাৰ জঞ্জাল অতিক্ৰম কৰি গৈছে।

ৰাতি প্ৰায় ১১ বজাত কমলে ভাত খালে। ৰে'বাই ৰাতি ভাত নেখায়, তাই কিবা এটা পাতলীয়া আহাৰ খালে।

"বৰষুণজাক অকণো থমা নাই। মই আৰু ঘৰলৈ নাযাওঁ।" ৰে'বাই ক'লে, "বিছনা পৰা আছে, আপুনি শোৱকগৈ। আপোনাৰ ভাগৰ লাগিব পায়।"

"আৰু তুমি?"

"মই বাৰাণ্ডাতে অলপ বহিম।"

"ৰাতি বহুত হ'ল, এতিয়া আৰু তুমি বাৰাণ্ডাত বহিব নেলাগে ৰে'বা, তোমাৰ অসুখ বেছি কৰিব।"

"আৰুনো কেইটা দিন বাৰাণ্ডাত বহিম? আপুনি শোৱকগৈ যাওক। অবাধ্য হোৱাৰ কাৰণে বেয়া নাপাব দেই।"

"তুমি অন্যায় কৰিছা ৰে'বা। নিজক কষ্ট দি বাৰু কি লাভ হ'ব?" অনুনয়ৰ সুৰতে কমলে ক'লে।

"নিজকে কষ্ট নিদিলে আৰু অন্য কাক কষ্ট দিম? মোৰ কষ্টৰ ভাগ লওতানো কোন আছে?"

কথাৰ পাক অন্য ফালে নিবৰ উদ্দেশ্যে কমলে ক'লে, "মোৰ বীণাক লগ পাব লগা আছিল, বৰ জৰুৰী দৰকাৰ। ৰাতিয়ে যদি আহে বৰ ভাল হয়।"

"হয়তো আহিবও পাৰে। যদি আহে বাৰু আপোনাক জনাই দিম। আপুনি শুই থাককগৈ যাওক।"

কমলৰ ভাগৰ লাগিছিল, তথাপি ৰে'বাৰ ওচৰতে অলপ সময় সি বহি থাকিল, তাৰ পিছত ৰে'বাক শুবৰ কাৰণে টানি অনুৰোধ কৰি সি শুবলৈ গ'ল।

ৰেবা আকৌ লাহে লাহে বাৰাণ্ডালৈ ওলাই আহিল। কিছুপৰ মনে মনে বহি থকাৰ পিছত তাই গুণ-গুণাই এটা গান গাবলৈ ধৰিলে! বহুত দিন ৰে'বাই গান গোৱা নাছিল, তাই যেন আজি কিবা এটা নতুন আনন্দৰ আস্বাদ পাইছে। তাই গাই গ'ল—

অকলশৰীয়া বনৰ বিহগী,
দূৰ দেশলৈ উৰি যায়।
নিজৰ সুৰটি নিজকে শুনায়,
লগৰ লগৰী কোনো নাই।
ক্লান্ত পাখিৰ শ্ৰান্ত কঁপনি লাগি,
আকাশৰ নীলা সৰি পৰে ভাগি ভাগি,
সপোন হেৰোৱা বাটৰুৱা পখী
সুৰভোলা সুৰ গায়।
দূৰ দেশলই উৰি যায় ...।"

বাহিৰত বৰষুণৰ অবিশ্ৰাম ছম্ ছম্ শব্দ। চউদিশ নীৰৱ। ৰান্ধনি ল'ৰাটোও শুইছে। বেৰৰ ব্যৱধান ভেদ কৰি ৰে'বাৰ গানৰ কোমল কথা আৰু কৰুণ সুৰ গৈ কমলৰ কাণত পৰেগৈ। ইমান গভীৰ, ইমান অনুভূতি ভৰা ৰে'বাৰ কণ্ঠস্বৰ। বেদনাত আৰ্দ্ৰ, দুৰ্বল, ৰে'বাৰ মাতটোত এটা ব্যৰ্থ হৈ যোৱা জীৱনৰ অব্যক্ত অভিযোগ! কমলে লৰচৰ নকৰাকৈ নিঃসাৰ হৈ শুনি থাকে, তাৰ পিছত টোপনিয়ে তাৰ চকুত হেঁচি ধৰে।

ৰেবাই যেন কমলৰ অস্তিত্বৰ কথা পাহৰি যায়। একান্ত আপোনমনে ৰে'বাই গাই থাকে। কি গাইছে হয়তো তাই নিজেই নেজানে। বৰষুণ জাকৰ বুকত তাইৰ বুকুৰ সুৰটো কঁপি কঁপি লীন যায়। হয়তো তাইৰ গানৰ সুৰ লাগি বতাহজাক অলপ সেমেকে। আকাশখন অলপ বেছি আন্ধাৰ হয়।

বাৰাণ্ডাৰ মূৰৰ হেলনীয়া আৰামী চকীখনত বহি ৰে'বাই গাই যায়—

চিনাকি বনৰ মোহৰ মালিকা এৰি,
গধূলি-আকাশ নীল বেদনাৰে ভৰি,
উদাসী বিহগী উৰি যায় ...
ধূসৰ ধৰাৰ বুকত সিঁচি দি
মৰমৰ ছিতাছাই।
বনৰ বিহগী দূৰ দেশলই উৰি যায় ...

শেহৰাতি হঠাৎ কমলে টোপনিৰ পৰা সাৰ পালে। চকু মেলি চাই সি দেখিলে তাৰ কোঠাটোৰ ভিতৰখন অলপ পোহৰ হৈছে। সি বিছনাতে বহিল। খোলা খিৰিকীখনেদি বাহিৰলৈ চাই দেখিলে পূবফালে কাহিলি পোহৰ হৈ আহিছে, বৰষুণ জাক যে কেতিয়া এৰিলে সি ক'বই নোৱাৰিলে। পৃথিৱীখনৰ ওপৰত এটা স্বচ্ছ উজ্জ্বল, পবিত্ৰতাৰ বোল লাগিছে। ঘাঁহপাতবোৰ সেউজীয়া হৈ পৰিছে। বননিবোৰৰ বুকুত ধূলিবোকা নাই, পৰিষ্কাৰ। কমলৰ ভাল টোপনি আহিছিল। তাৰ মনটো বৰ প্ৰফুল্ল লাগিল।

বাৰাণ্ডাৰ ওপৰত, ঘৰৰ চালত বগাই ওলমি অহা লতা-ফুল জোপাত সৰু সৰু বগা ফুলবোৰ ফুলিছে। সেই ফুলবোৰৰ এটা কোমল মিঠা গোন্ধ ওপঙি আহিছে। বৰ মৰম লগা।

হঠাৎ বাৰাণ্ডাৰ মূৰলৈ কমলৰ চকু গ'ল। ৰাতি বহা ঠাইতে, সেই ইজি চেয়াৰখনতে ৰে'বা আজিও বহি আছে, ৰে'বাৰ চকু দুটা মুদ খোৱা, হয়তো ৰে'বাৰ টোপনি।

কমল তাৰ কোঠাৰ দুৱাৰ মেলি বাৰাণ্ডালৈ ওলাই আহিল। সি যিমানপাৰে নিঃশব্দে ওলাই আহিবৰ চেষ্টা কৰিছিল যদিও, ৰে'বাই সাৰ পালে। ৰে'বাৰ টোপনি ভাগি গ'ল।

বিস্ময় আৰু উৎকণ্ঠা-সনা মাতেৰে কমলে ক'লে, "তুমি ইয়াতে বহি থাকিলা নেকি ৰে'বা?"

"এৰা, ইয়াতে বহি থাকিলো। মই বোলা কিজানিবা বাইদেউ আহেই, আপুনিও আকৌ লগ পাব লগা দৰকাৰ আছে বুলি কৈছিলা নহয় —"

"তাৰ কাৰণেই গোটেই ৰাতি বাহিৰত বহি থাকিলা? তুমি কি অদ্ভুত ছোৱালী।"

"আপোনাৰ কাৰণে এটা ৰাতি টোপনি খটি কৰিবৰ যোগ্যতাও মোৰ নাইনে? অ' পিছে বাইদেউ নাহিল। বহুত ৰাতি এটা মানুহৰ হাতত এই চিঠি ডোখৰ পঠাই দিলে।"

ৰে'বাই এটুকুৰা সৰু কাগজ কমললৈ আগবঢ়াই দিলে। বীণা আজি ঘৰলৈ ঘূৰিব নোৱাৰিলে। কেতিয়া 'ঘূৰিব' পাৰিব তাই নেজানে। আজি বাগিচাত কুলীবিলাকে ধৰ্মঘট আৰম্ভ কৰিব। বনুৱাৰ নিজৰে নেতা আছে, বীণা থকাৰ কোনো প্ৰয়োজন নাই। ৰাতিপুৱা হয়তো পুলিচে চমৰীহঁতৰ ঘৰ খানাতালাচ কৰিব। গতিকে ৰাতিৰ ভিতৰতে চমৰীহঁতৰ ঘৰৰ পৰা আছ্ৰফক বাহিৰ কৰি নিব লাগে। আছ্ৰফৰ লগত যাওতা বীণাৰ বাহিৰে কোনো নাই। গতিকে বীণায়েই যাব। আছ্ৰফক ঘৰৰ ভিতৰত পালে গোপাল আৰু চমৰীৰ অসুবিধা হোৱাৰ সম্ভাৱনা আছে। ...

কাহিলি পোহৰত কমলে বীণাৰ লেখাখিনি পঢ়িলে। সকলো কথা সি বুজিব নোৱাৰিলে, সি ৰে'বাৰ মুখলৈ চালে।

"মোৰ বিশ্বাস এতিয়া ৫ বজাত যিখন ৰেল আমাৰ ইয়াত ষ্টেচন এৰি যায়, সেই ৰেলেদিয়ে বাইদেউহঁত ক'ৰবালৈ যাব। এতিয়ামানে সিহঁত কিজানি ষ্টেচন পাবগৈয়ে পায়" — ৰে'বাই ক'লে।

"তেওঁলোক ৰেলেৰে যাব নেকি?"

"ক'ব নোৱাৰো, মইহে ভাবিছো। নহ'লেনো কিহেৰে যাব?"

"তেন্তে মই যাওঁচোন। কিজানিবা লগ ধৰিব পাৰোৱেই।"

"তেনেহ'লে বেগাই যাওক। ৰেল যাবলৈ আৰু বৰ বেছি সময় নাই।"

"তুমি ভিতৰতে শুই থাকাগৈ যোৱা ৰে'বা, মই যাওঁ —"

"ভাল বাৰু যাওক। যদি বাইদেউক লগ নেপায় তেন্তে আকৌ ইয়ালৈকে ঘূৰি আহিব দেই। দেখিছে নহয় মই কিমান অকলশৰীয়া —"

"আহিম বাৰু ৰে'বা।" তুমি অলপ শুই থাকাগৈ যোৱা? এতিয়াও ভালকৈ ৰাতি পুওৱাই নাই। মই তেন্তে যাওঁ —"

কমল ওলাই গ'ল। তাৰ মনত লাগিল যিকোনো উপায়ে সি আজি বীণাক লগ ধৰিবই লাগিব। ধৰিবই লাগিব।

ক্ৰমে পূব ফালৰ আকাশখন বেছি পোহৰ হৈ আহিল।

আকাশৰ বুকুত ওপঙি থকা পাতল ডাৱৰবোৰৰ কজলা-মিহলি ৰঙা বোল লাগিল। ৰাতিৰ চেঁচা বতাহজাকত এটা উষ্ণতাৰ মিঠা আমেজ লাগিল। বিস্তৃত চাহ গছবোৰৰ পৰা এটা কেঁচা তীব্ৰ গোন্ধ উৰি আহি কমলৰ নাকত লাগিলহি।

কমলে বেগাই খোজ দি বাগিচাখন পাৰ হৈ গ'ল। ষ্টেচন বাগিচাৰ পৰা

দুমাইল দূৰত। কমলে যিমান বেগাই পাৰে খোজ দিব ধৰিলে। বাটতে সি ষ্টেচনৰ ফালৰ পৰা অহা শুদা গাড়ী এখন লগ পালে। গাৰোৱানটোক সি সুধিলে ৰেল যাবলৈ আৰু কিমান দেৰি আছে। গাৰোৱানটোৱে ক'লে যে বেগাই বা দৌৰি নগ'লে পোৱাৰ আশা নাই। আৰু কথা সুধিবলৈ অপেক্ষা নকৰি কমলে আৰু বেগাই খোজ দিলে।

ষ্টেচনৰ পৰা প্ৰায় দুই ফাৰ্লংমানতে সি ৰেলৰ এটা হুইছেল শুনিলে। সি একপ্ৰকাৰ দৌৰিবলৈকে ধৰিলে আৰু কিছু দূৰ আহি সি দেখিলে ৰেলখন প্লেটফৰ্মতে ৰৈ আছে। সি অলপ আস্বস্ত হ'ল। আপোনাআপুনিয়ে তাৰ খোজ আগতকৈ কিছু ঢিলা হ'ল।

এনেতে আৰু এটা হুইছেল বাজিল। ষ্টেচনত ৰেল এৰাৰ ঘণ্টা দিলে। গাৰ্ডে সেউজীয়া নিচান দেখুৱালে।

দৌৰি মাৰি আহি কমল প্লেটফৰ্ম পালেহি। সি গাড়ীবোৰৰ ভিতৰলৈ উদগ্ৰীৱ, সতৃষ্ণ চকুৰে ব্যস্ত হৈ চাব ধৰিলে। এখন গাড়ীৰ ভিতৰত সি দেখিলে— বীণা—

সি দৌৰ মাৰি গাড়ীখনৰ কাষ চাপি গৈ চিঞৰ মাৰি মাতিব খুজিলে— "বীণা —"

কিন্তু তাৰ আৰু মতা নহ'ল।

ৰেলৰ চকা ঘূৰিল।

কমল থিয় দিয়া ঠাইতে থিয় দি ৰৈ গ'ল। বীণাক বুকত লৈ চলন্ত ৰেলখন বিজুলীবেগেৰে আগবাঢ়ি অলপ পিছতে অদৃশ্য হৈ গ'ল। স্থবিৰ, গতিহীন প্লেটফৰ্মখনত কমল নিশ্চলভাৱে থিয় দি থাকিল। তাৰ হাত-ভৰিবোৰ বৰ অৱশ লগা যেন অনুমান কৰিলে।

সি দূৰণিলৈ চালে। পৃথিৱীখন নতুন পোহৰেৰে ভৰি পৰিছে। চাৰিওপিনে উজ্জ্বল হৈ উঠিছে। কিন্তু তাৰ চকুৰ আগত ঘূৰিব ধৰিলে ৰেলগাড়ীৰ কিছুমান চকা। চকাবোৰ ঘূৰিছে! তাৰ মূৰটো ঘূৰোৱা যেন লাগিল।

লাহে লাহে প্লেটফৰ্মৰ পৰা ওলাই কমলে খোজ দিলে। সি কেউপিনে চালে— দীঘল বাটটোত আৰু কোনো নাই— সি অকলশৰীয়া। লাহে লাহে সি এটা বিষণ্ন মন লৈ ঘৰৰ ফালে খোজ দিলে। সি অনুভৱ কৰিলে যেন সকলো তাক এৰি আগবাঢ়ি গৈছে।

সি অকলশৰীয়া।

# এই গল্পবোৰৰ সম্পৰ্কে

ইয়াত দিয়া গল্পকেইটা ১৯৩৯ৰ পৰা ১৯৫২ চনৰ ভিতৰত লিখা। সজাওতে ৰচনাকালৰ ক্ৰম ৰক্ষা কৰা হোৱা নাই। বিভিন্ন আলোচনীৰ পৰা বিচাৰি আনি সংকলনটো প্ৰস্তুত কৰা হৈছে। কোনোবাই এই লিখাবোৰ বিচাৰি বুটলি আনি প্ৰকাশ কৰাৰ প্ৰয়োজন নাছিল বুলি ক'লে, মোৰ ক'বলগীয়া নাই। নতুন পাঠক শ্ৰেণীয়ে আমাৰ পুৰণি লিখাত সোৱাদ কম পালেও, হেৰাই যোৱাৰ পৰা ইহঁতক ৰক্ষা কৰিব পৰাৰ কাৰণে নিজৰে আনন্দ লাগিছে, এইবোৰ জীৱনৰ বাটে-ঘাটে গোটোৱা খোলাকটি, মূল্য হয়তো নাই, কিন্তু জোলোঙা গধুৰ কৰিবলৈ অন্য সম্বল দেখোন নায়েই।

যোৰহাট— মালিক
২৭ মে' ১৯৬৩ চন।

# সোণৰ আঙঠি

২০/২১ বহাগ, বুধ আৰু বৃহস্পতি।

অৱশেষত তাৰিখটো থিৰাং হ'ল— বহাগৰ ২০/২১।

আজি হ'ল ফাগুনৰ এঘাৰ। দিন আছে! ক'তনো দিন আছে! চাই থাকোঁতেই যাব। খৰখেদা নকৰিলে নহ'ব।

ক'লায়ে কথাষাৰ এক মুহূৰ্তও মনৰ পৰা আঁতৰাব নোৱাৰিলে। বহাগত তাৰ বিয়া। সিখন গাঁৱৰে ছোৱালী— নাম তৰা। ধুনীয়া নামটো। দেখাত ছোৱালীজনী বৰ ধুনীয়া নহয়। ক'লা, নাকটো অলপ চুটি, তলৰ ওঁঠটো অলপ ডাঙৰ। চকুহাল বেয়া নহয়। কিন্তু গাটো হ'লে বৰ ধুনীয়া— হাত-ভৰিবোৰ বৰ শকত, লোহোৰা-লোহোৰ, বুকুখন শকত। ক'লা হ'ল, কি হ'ল, ক'লাও মানুহে!

বিয়া হোৱাটোৱেই ডাঙৰ কথা, ছোৱালীজনী কোনো কথা নহয়। উকীল, হাকিমৰ ঘৰনে কিবা যে আৰ্চী চাই, ঠেঙৰ ওপৰত ঠেং তুলি বহি থাকিব! হালোৱাৰ খেতিয়কৰ ঘৈণী, ৰ'দে-বৰষুণে, পথাৰে-পামে ঘূৰিব লাগিব। চেহেৰা কিনো পিটিকাত দি খাব।

গাঁৱত ক'লাইৰ বয়সৰ কোনোৱেই বিয়া নকৰোৱা নাই। যোৱা মাঘত তাৰ কুৰি বছৰ পূৰ হ'ল, এতিয়া একৈছ চলিছে। তাৰ লগৰ ভালেমানৰে তিনি-চাৰিটা ল'ৰা-ছোৱালী হ'ল। এৰা, লাজৰে কথা।

পিছে কপাল বেয়া হ'লে ক'লায়ে কি কৰিব? ঘৰ বুলিবলৈ সি আৰু ভায়েকটো। বাপেক মৰিবৰ আজি ছবছৰ হ'ল। বাঁৰী বায়েকজনী আছিল— ল'ৰা-ছোৱালী দুটাৰে। তাইকো সিদিনা আজিমতে নিকাহ কৰাই নিলে। ঘৰখনৰ মূৰ বোলা, নেজ বোলা সিয়ে, ভায়েকটো দহ বছৰীয়া ল'ৰা মানুহ।

আজি তাৰ মাক-বাপেক থকা হ'লে ইমান দিনে বৰলা ভাত খাব নেলাগিলহেঁতেন। সমনীয়া ল'ৰাবোৰৰ কথাই নাই, ছোৱালীবোৰেও তাক জোকায়— "ককাইটি, বোলে ফকীৰ হলি হয়নে? বিয়া-চিয়া এখন নেপাত জানো?" সি লাজতে তলমূৰ কৰে।

অৱশেষত আজি ডেৰ বছৰ খটালুটা, লুকাই-চুৰকৈ আমটো-মধুৰিটো দিয়া, বৰদৈচিলাই উৰাই নিয়া ঘৰটোৰ মূধচটো কৰি দিয়াৰ মূৰত জানিবা তাৰ কপাল মুকলি হৈছে। তৰাৰ মাক মান্তি হৈছে ছোৱালী দিবলৈ। তৰা দেখাত ক'লা যদিও গ্ৰাহক কেইবাটাও। ছোৱালীজনী নিঘুণী। তৰাৰ বাপেক মৰিল তিনি বছৰৰ আগতে। ককায়েক বিয়া কৰোৱাৰ পিছতে বেলেগ হ'ল। আজি তিনি বছৰ মাক-জীয়েক অকলেই আছে বুলিব লাগে। অৱশ্যে বেলেগ হোৱা ককায়েকৰ ঘৰ বাৰীখনৰ ভিতৰতে। দহ-হাই লাগে যদিও, টানে-আপদে সিয়ে সাৰথি।

তৰাৰ মন পাইহে সি নেৰানেপেৰাকৈ লাগিল। তৰাৰ মাকে জীয়েকৰ মন বুজিলে। বাকী যি কেইটা ল'ৰাই তাক বিয়া কৰাব খোজে, সিহঁতো ক'লাইতকৈ বেছি ওপৰ নহয়। ক'লাই ল'ৰাটো নিৰ্জু, নিচুৰিয়া। সা-সম্পত্তি নাই, গাঁৱতনো সম্পত্তি কেইঘৰৰ থাকে! তাৰ মাটি আছে চাৰিকঠা সাত লোচা। মাকৰ উচৰগাৰ ৰূপৰ সচৰুৱা খাৰু এযোৰো আছে। কপালত থাকিলে লৈ মেলি খাব। ঘৰটোহে উৰুখা, হওক। উঁয়েও থাকিবলৈ হাফলু এটি সাজি লয়। টোকোৰা চৰায়েও বাহ একোটা সাজে। সিহঁতেও ল'ব এটা।

"বৰ দাঁও মাৰিলি অ' ক'লাই"— কোনোবা এটাই কয়। আন এটাই ঠহৰাই কয়, "সেই ধেপেচী ধূমক'লীজনীক মই এনেই দিলেও নানো।"

তাতোকৈ ৰসিক এটাই ৰসসৃষ্টিৰ চেষ্টা কৰোঁতে হয়তো এটা অৰুচিকৰ মন্তব্যকে কৰি পেলায়, "কপাল ভাল যে ক'লায়ে মাক-জীয়েক দুজনী পালে।"

ক'লাই মনে মনে থাকে। বাৰু আগে বিয়াখন হৈ লওক তেতিয়াচোন তৰাক কোনোবাই হাঁহক 'ক'লী' বুলি!

বহাগত বিয়া, ইয়াৰ আগতে দুখেপমান গৰু বেপাৰ কৰি আহিব লাগিব। আগৰ দুবাৰত বৰ লাভ নৰ'ল। ধনৰ মহাজনক তিনি কুৰি সাত টকা দিয়াৰ পিছত সিহঁত তিনিটাৰ ভাগত পৰিল মুঠেই পোন্ধৰ নে যোল টকাকৈ। ৰফি আৰু গেৰেলু তাৰ গৰু বেপাৰৰ লগৰীয়া। সৰহ ধন নিব পাৰিলে সৰহ গৰু অনা যায়। সৰহ গৰুত লাভো সৰহ হয়। পিছে গাঁৱৰ মহাজন ৰতনুৱে একেজোৰা বেপাৰীকে সৰহ ধন নিদিয়ে। গাঁৱৰ গৰু বেপাৰী সকলোৱে তেওঁৰ পৰা ধন ধাৰলৈ নিয়ে, লাভৰ ভাগ লয়।

তথাপি ৰতনুৰ মহাজনক খাটি-লাটি লাগিলে অলপ ওপৰণি লাভ দিম বুলি, কিছু ধন নি সি বেপাৰ কৰিবই লাগিব। তাৰ বিয়াখননো আৰু নেপাতিলে হ'বনে? কমেও এশ, ডেৰশ টকাৰ দৰকাৰ।

ক'লাই অলপ চিন্তাত পৰিল, ফাগুনৰ আধাখিনি গ'লেই, চাত্তেই চ'ত শেষ হ'ব। তাৰ পিছতে ...

ইঃ বহুত কাম বাকী!

নিজৰ মাটি নাই কাৰণে সি মাটি লৈ অন্যৰ হালবায়, এপুৰাস বাই কাটি ৰুই-মেলি দিয়াৰ কাৰণে সি এহালিচা পায়। কিন্তু এটা মানুহে অতি টানে তিনিপুৰা বা চৈধ্য হালিচাতকৈ বেছি ৰুব নোৱাৰে। সেই কাৰণে তাৰ নিজৰ বৰীয়া খেতি হয় তিনি হালিচামান, খাবলৈ নোজোৰে।

বিয়াখনত আটাইকেটা ধান ৰাইজক ভোজ খুৱাই পেলালে তাৰ পিছত সিহঁতে খাব কি? বিশেষকৈ তৰাকতো আৰু লঘোণে ৰাখিব নোৱাৰি। হাজাৰো হওক, ন ছোৱালীজনী।

সি বেপাৰলৈ গ'ল। লাভো ভাল হ'ল। দুখেপত মুঠ ৩৭ টকা পালে। আৰু যদি একুৰিমান টকা গোটাব পাৰিলেহেঁতেন, তাৰ বিয়াখন বেছ ভালকৈয়ে পাতিব পাৰিলেহেঁতেন। কিন্তু তাৰ আশা আৰু নাই। বহাগ পালেহিয়েই।

নগৰৰ বিয়াও সি দুই-এখন খাইছে। গাঁৱৰে চফিয়ত কেৰেণীৰ পুতেকৰ বিয়াত সি দৰাৰ লগত গৈছিল। নগৰৰ বিয়া সি ভালকৈয়ে দেখিছে। এৰা, তাৰ বিয়াখনো যদি নগৰীয়া বিয়া পতাদি পাতিব পাৰিলেহেঁতেন। শুই শুই সি ভাবে ঃ

শুই শুই সি সপোন দেখে।

... প্ৰকাণ্ড এখন ৰভা— বৰ বৰ বাকলি গুচোৱা ভীমকলৰ খুঁটাবোৰত লতা-পাত মেৰিওৱা। পদূলিমূৰত এখন হাতী সৰকিব পৰা গেট। তাত ৰঙা চালু কাপোৰৰ মেৰ। দলে দলে আহিছে গাঁৱৰ ডেকা-গাভৰু, ল'ৰা-বুঢ়া— কত মানুহ, বাহিৰ-ভিতৰ গোটেইখনতে মানুহৰ গিজ্‌গিজনি। ল'ৰাৰ কিৰিলি, গাভৰুহঁতৰ ঢলি ঢলি বাগৰি পৰা হাঁহি-খিকিন্দালি। বুঢ়া-বুঢ়ীহঁতৰ শেষ নোহোৱা বিয়নিমেলীয়া সাধুকথা। আৰু এই সকলোৰে উপলক্ষ সি, কেন্দ্ৰ সি— মহাৰাজ সি— কি গৌৰৱৰ কথা! তাৰ মূৰত সোণৰ চমৃকি লগোৱা পাগুৰি, তাৰ গাত দীঘল গুণাৰ বনকৰা ভেলভেট কাপোৰৰ চোলা— শাৰী শাৰী জ্বলিছে লেম, যেন ৰাতি নহয় দিন। কুৰিটা হাতীৰ গহীন খোজ, দুকুৰিখন গাড়ীতে নামতীহঁতৰ নামৰ মিঠা দীঘল সুৰ। আৰু হাওদা তৰা মখনাটোৰ পিঠিৰ ওপৰত ক'লাই। দুয়ো কাষৰ মানুহে তৰ্ক বৈ বৈ চাইছে— সিহঁতৰ চকুত কি পুলকিত বিস্ময়, কিন্তু নিঃস্বাৰ্থ আনন্দ। এই পৃথিৱীত এনে কোনো নাই যি বিয়াৰ দিনা দৰাটোক আশীৰ্বাদ নকৰে। জয়ী হ, সুখী হ, সমৃদ্ধিশালী হ, জীয়াই থাক— কত কথিত অকথিত আশীৰ্বাদ সকলোৰে চকুত। ...

বিয়াৰ শোভাযাত্ৰা আগবাঢ়ে। ক'লাইৰ চকুৰ পতাত টোপনিৰ গধুৰ হেঁচা— শান্ত মধুৰ আশাভৰা টোপনি। তাৰ সুখ-দুখৰ লগৰী ৰফি। বিয়াৰ বা-বাতৰি ৰথাৰ ভিতৰত একমাত্ৰ সি। নিতৌ পুৱা-গধূলি আহি সি সকীয়াই যায়— অমুকটো কৰ, তমুকটো এতিয়াও নাই কৰা কিয়, এনেকৈ হ'লে বিয়া কৰাবি! ক'লায়ে যিমান

পাৰে কৰিছে। তাৰ প্ৰধান বাধা টকা। সেইকেটা টকাৰে সি ৰাইজক ভোজকে খুৱাব নে, তাৰ চোলা-কাপোৰকে কিনিব নে আৰু?

বহুত দিনৰ পৰা তাৰ এটি হেঁপাহ আছে। সেই হেঁপাহৰ কথা সি পৃথিৱীৰ কাকো আজিলৈকে কোৱা নাই। অতি দুষ্প্ৰাপ্য মূল্যবান বস্তু লুকুৱাই থোৱাৰ দৰে সি তাৰ এই গোপন কথাটো লুকাই ৰাখিছে— মনত সাঁচি থৈছে। যেন কিমান গোপনীয় কথা সি।

তাৰ গোপন হেঁপাহ বিয়াৰ দিনা ৰাতিয়ে সি তৰাক এটা সোণৰ আঙঠি দিব। এটা খাঁটি সোণৰ ধুনীয়া আঙঠি। কিমান ৰং পাব তৰাই। তৰা আচৰিত হৈ যাব, মোহিত হৈ যাব, অভিভূত হৈ যাব। কথাষাৰ তাৰ ভাবিও লাজ লাগে। আঙঠিটো সি তৰাৰ আঙুলিত নিজে পিন্ধাই দিব। এটা সৰু, ধুনীয়া সোণৰ আঙঠি।

ৰফি আৰু সি বহি বিয়াৰ কাৰণে দৰকাৰী বস্তুবোৰৰ হিচাপ কৰে, আৰু সম্ভৱ সকলোতে কিমান দাম পৰিব তাৰো এটা হিচাপ কৰে। বস্তুৰ সংখ্যা বাঢ়ি আহে, পইচাৰ সংখ্যা কমি যায়। কিন্তু নহ'লেওতো নহ'ব। ৰাইজেতো ভোজ এটা খাবই। তাত কুৰি টকাৰ কমে নচলিব। সিও ল'ব লাগে এযোৰ চোলা-কাপোৰ— এটা পাইজামা, এটা কামিজ, কোট নহ'লেও চলিব। আৰু তৰাৰ কাৰণে কত কি বস্তু!

আৰু জোতা এযোৰ লাগিব।

ক'লায়ে জোতা কোনোদিনে পিন্ধা নাই। জোতাৰ কথা ভাবি সি অলপ ভয়েই খালে। জোতা পিন্ধিলেবা কেনে লাগে। ভৰি দুখন তাৰ ডাঙৰ, জোতাও ডাঙৰ লাগিব। ডাঙৰ জোতাৰ দামো সৰহ হ'ব। এই সম্পৰ্কে সি ৰফিৰ লগত গভীৰ আলোচনা কৰিলে।

"বাৰু জোতাযোৰ নিকিনিলে নহ'বনে? এদিন পিন্ধিম, তাৰ কাৰণে ইমানবোৰ পইচা ভৰোঁ কেনেকৈ?"

কথাটো ৰফিয়েই ভাবি চালে।

"বাৰু যদি নহ'লে নহয়গৈ তেনেহ'লে কিবা এটা কৰিম। এতিয়া বাৰু জোতা লেখত নধৰিবি। মইনতে তাৰ বিয়াত আৰু তেওজৰ বছৰ এযোৰ কিনিছিল নহয়, কিজানি সেইযোৰেই তোলৈ হ'ব? সি খুজিলে নিদিয়া নহয়।" ৰফিয়ে আশ্বাস দিলে।

ক'লাইৰ ইচ্ছা যি কোনো উপায়ে খৰচ কমাই, ধন বচাই, আঙঠি এটা কিনে বা গঢ়ায়। গোটেই বিয়াখনৰ মূল বস্তু যেন সেই আঙঠিটো। অথচ সি আনকি ৰফিকো কোৱা নাই। কথাটো একেবাৰে গোপনীয়— জানিব মাথোঁ সি আৰু তৰাই।

গেৰেলুৰ পৰা সি ধাৰ কৰিলে ১২.০০, ৰফিৰ পৰা ল'লে ৮.০০, সুদভৰিয়াকৈ ৰতনূৰ মহাজনৰ পৰা ল'লে কুৰি টকা, তাৰ নিজৰ সকলো মিলাই হ'ল ৫২.০০।

ভোজৰ কাৰণে গৰু আনিব লাগে এটা, চাউল লাগিব, তামোল-পাণ, হাতী ভাৰা কৰা, কাপোৰ-কানি।

বহুত আলোচনাৰ পিছত সিদ্ধান্ত কৰা হ'ল যে—

হাতী ভাৰা কৰা নেযাব। তাৰ পৰিবৰ্তে গৰুৰ গাড়ী দুখন ধৰিব। চুবুৰিটোৰ বাহিৰে আৰু তাৰ আপোন মানুহকেঘৰৰ বাহিৰে অন্যক মতা নহ'ব। জোতা নিকিনিলেও চলিব। চমকি লগোৱা পাগুৰি নেলাগে, আমজাদৰ যে ৰুমী টুপীটো আছে সেয়ে হ'ব।

ক'লাইৰ মনে মনে বেয়া লাগিল, কিন্তু সি সকলো ভাৰ গতাই দিছে ৰফিহঁতৰ ওপৰত। সিহঁতেই হৰ্তা-কৰ্তা বিধাতা।

তথাপি ধনৰ নাটনি পৰে। ভোজটোতে লাগিব আটাইতকৈ বেছি। ছোৱালীৰ কাপোৰ-কানি আ-অলঙ্কাৰো অলপ দিব লাগে। ছোৱালী ঘৰলৈকো তামোল-পাণৰ খৰচটো দিব লাগে।

ক'লাইৰ মনত লাগে আঙঠিটো নহ'লে তাৰ বিয়াই অথলে গ'ল। তৰাৰ কাৰণে সোণৰ আঙঠি— সি দিবই, সি দিবই লাগিব।

যোগাৰ কৰাৰ উপায় ভাবি সি বিমোৰত পৰিল।

সিহঁতৰ গাঁৱত সোণাৰী নাই। ৰেল ষ্টেচনৰ ওচৰত এটা বঙালী সোণাৰী আছে— ইয়াৰ পৰা দুমাইল।

এদিন কাউৰীয়ে নৌ-কা-কৰোঁতেই সি গৈ সোণাৰীৰ ঘৰ পালেগৈ। এটা তিনি অনা সোণৰ আঙঠিৰ দাম বাখৰ-গঢ়নি সকলো লৈ প্ৰায় ৩৫.০০ টকা। শুনি তাৰ তালুৰে জীৱ গ'ল। আঙুঠিটোতে ৩৫ ০০ টকা লাগিলে ইবোৰ ক'ৰ পৰা কি হ'ব?

সি ভাবি চালে আৰু কি বাদ দিব পৰা যায়। পাইজামা— এৰা, এদিন পিন্ধিবৰ কাৰণে পাইজামাটোনো কেলেই লাগিছে? এদিনৰ কাৰণে কাৰোবাৰ এটা আনিলেই হ'ল। সি কিবা সদায় পাইজামা পিন্ধেনে? তাতকৈ চুৰিয়া এখন— নাই এতিয়া নতুন চুৰিয়া আৰু কিনিব নোৱাৰি। কিন্তু পাইজামা নেলাগে। পাইজামাও তো সি কোনোদিন পিন্ধি পোৱা নাই।

শাহুৱেককো মেখেলা এখনে চোলা-কাপোৰ এডোখৰে নিদিলে নচলিব। বাঁৰী মানুহ। জীয়েকৰ বিয়াখনত নিপিন্ধিবনে?

সি সোণাৰীৰ লগত আলোচনা কৰিলে কিদৰে কমত এটা সোণৰ আঙঠি হ'ব। সোণাৰীয়ে বহুত ভাবি-চিন্তি পৰামৰ্শ দিলে যে তামৰ আঙঠিত সোণৰ পানী

চৰাই দিলে কম খৰচতে হ'ব— প্ৰায় ১৬.০ টকাত। ক'লায়ে উশাহ পালে, যদিও তামৰ ওপৰত সোণৰ পানী চৰোৱা আঙঠিৰ কথাটোতহে বৰ আনন্দ নেপালে।

সোণাৰীটো বৰ মিঠামুখীয়া। সি হয়তো ক'লাইৰ মনৰ ভাবটো বুজিয়ে ক'লে, "আজিকালি ডাঙৰ ডাঙৰ মানুহেও খাঁটি সোণৰ অলঙ্কাৰ নগঢ়ায়। ময়ে কত হাকিম মুনচুফৰ বিয়াৰ অলঙ্কাৰ গঢ়াই দিছোঁ এনেকৈ সোণৰ পানী চৰাই। কোনেও ধৰিব নোৱাৰে!"

কিন্তু শেষৰ কথাষাৰত ক'লায়ে আনন্দ নেপালে। কোনেও ধৰিব নোৱাৰিলে কি হ'ল? তৰাইতো জানিব। তৰাকতো সি ফাকি দিব নোৱাৰে। তাই তাক অমানুহ বুলি নেভাবিব নে? কিমান মৰমৰ তাৰ তৰাজনী— তাইক জানো সি বিয়াৰ প্ৰথম ৰাতিয়েই ফাকি দিব?

অবশেষত সি সোণাৰীৰ দিহাতে মত দিলে। তামৰেই হওক, কিন্তু ভালকৈ সোণৰ পানী চৰাব লাগিব। তাৰ উপৰি তাত থাকিব তিনিখন বাখৰ।

কেৰজেৰ কৰি ১৫.০০ টকাত দৰ কৰিলে। বিয়াৰ আগদিনাই সি কাৰোবাক পঠাই আঙঠিটো নিয়াব। কিন্তু আঙঠিটো যেন ক'লাইৰ বাহিৰে অন্য কাৰো হাতত নপৰে। বিশেষ কাৰণ আছে।

আনকি ইমান পৰ্যন্ত সতৰ্ক কৰি দিয়া হ'ল যে ক'লাই যদি নিজে আহিব নোৱাৰে, সোণাৰীয়েই বিয়াৰ দিনা পুৱাতে দি থৈ আহিবগৈ। তাৰ কাৰণে লাগিলে আঠ অনা পইচা ল'ব। এৰা, সেইটোৱেই হ'ব আটাইতকৈ ভাল কথা।

আঙঠিটো হ'ব ক'লাইৰ তৰাৰ প্ৰতি মৰমৰ চিন। তাৰ মৰমৰ কথা পৃথিৱীৰ কোনোৱে নেজানিব। অন্যে জানিলে আৰু মৰম মৰম হৈ থাকিবনে? তৰাৰ প্ৰতি তাৰ মৰমটো কিমান গভীৰ সি অনুমানো কৰিব নেজানে।

লগে লগে তাৰ আৰু এটা ভাব। এনেকৈ আঙঠি দিয়াৰ নিয়ম গাঁৱত নাই। নগৰতহে দিয়ে হেনো চহকীবোৰে। গতিকে বিয়াৰ পিছত— মানে কেইবাদিনৰো পিছত গাঁৱৰ জীয়াৰী-বোৱাৰীহঁতে যেতিয়া গম পাব যে সিও নগৰীয়া ল'ৰাৰ দৰে তৰাক এটা আঙঠি উপহাৰ দিলে, সকলো আচৰিত হৈ যাব, সকলোৱে মনে মনে হ'লেও তাক প্ৰশংসা কৰিব— ক'লাই কমটো নহয়!

গাঁৱৰ বিয়াত ধুমধাম এনেয়ে হয়। নেমাতিলেও ল'ৰাহঁত আহে। অলপ চিঞৰ-বাখৰ, খৰিয়াল-কোঢ়াল কৰে। প্ৰত্যেকেই নিজৰ নিজৰ মুৰব্বীয়ানা দেখুৱায়। ডাঙৰ ডাঙৰকৈ চিঞৰি কথা কয়, ডাবি হুকি দিয়ে, তাচ খেলে। মুহূৰ্তৰ কাৰণে লগ পাই ডেকাহঁতে ছোৱালীৰ লগত চুপতি মাৰে। বুঢ়াহঁতে নেদেখাৰ ভাও ধৰে।

সামান্য আয়োজন— অলপীয়া আড়ম্বৰ, কিন্তু কিমান প্ৰাণঢলা। বহিবলৈ দিয়া নগাঢাৰিকেখনতে যেন সাত ৰজাৰ সিংহাসনৰ আৰাম। কোনোবা এজনী ছোৱালীয়ে খোপাত মৰা প্লাষ্টিকৰ বগা ফুল এপাহ পিন্ধিছে। তাকে লৈ

ছোৱালীবোৰৰ মাজত কি বিস্মিত আলোচনা! বিয়া মানে বিস্ময়— সকলো আচৰিত। আচৰিত হাফিজুদ্দিনৰ টুপীৰ ৰঙা ৰঙটো, মফৰতৰ কামিজত লগোৱা বুটামকেটা, বহনুৰে পিন্ধা ক'লা ডাঙৰ চশ্‌মাযোৰ। মাইধানে আকৌ নীলা চেণ্ডেল এযোৰ পিন্ধিছে— চামৰাবোৰ কি যে ধুনীয়া— জালিকটা— আচৰিত।

ৰফিয়ে সকলো যোগাৰ কৰিছে। এটা পাইজামা, এযোৰ জোতা। যদিও জোতাযোৰ দুবছৰ আগতে কিনা। তথাপি অকণো পুৰণি হোৱা নাই। বিয়াৰ দিনা দৰা হওতেই যি পিন্ধা আৰু পিন্ধা নাই। ক'লাই কাৰণেহে দিছে। এটা ৰঙা টুপী— টিকনিডালহে অলপ সৰু আৰু চুটি।

হ'ব দে, মূৰটো ঠিক থাকিলেই হ'ল। টুপীটো কিবা সদায় থকা বস্তু নে, থাকিব মূৰটোহে— কোনোবা ডেকা এটাই মন্তব্য কৰিলে। আৰু হবিব দেৱানৰ ঘৰৰ পৰা অনা দৰাই পিন্ধা চোলাটো— চমৎকাৰ গুণাৰ ফুল কৰা।

বিয়াৰ দিনা পুৱাতে ৰফিয়ে ক'লাইৰ চুলিখিনি ভালকৈ চাটি দিলে। ডাঙৰ অসমীয়া খুৰখনেৰে ডাঢ়িখিনি খুৰাই ভালকৈ পাহ কাটি দিলে। তাৰ মুখৰ ক'লা বৰণটোৰ মাজেদি ডেকা ৰূপটো ওলাই পৰিল। যৌৱনৰ এটা নিজস্ব ৰূপ আছে। তাৰ নাম ক'লা, বগা বা ৰঙা নহয়— তাৰ নাম পূৰ্ণতা।

গা ধুওৱা হোৱাৰ পিছত সি মূৰে-মুখে গোন্ধতেল সানিলে, চকুত চোৰমা ল'লে, আৰু আচীখনত তাৰ নিপোটল মুখখন চালে। সি নিজকে বৰ ধুনীয়া দেখিলে।

ক'লাইৰ মনটো কিন্তু অস্থিৰ। কালি সি সোণাৰীৰ ওচৰলৈ যাব নোৱাৰিলে। আজিও আৰু যাবৰ সময় নাই। কিন্তু সোণাৰী ৰেতো নিজৰ অহাৰ কথা আছিল, ক'তা? সি ঠগিবহে নে কি? নাই, কিয় ঠগিব? দহ টকা আগধন দি থোৱাই আছে। মনত উচ্‌পিচনি আৰু বাহিৰত গাম্ভীৰ্য লৈ সি দৰা হোৱাত মনোযোগ দিলে।

পাইজামাটো প্ৰায় জোখতে হ'ল। কিন্তু টুপীটো অলপ সৰু হ'ল, অলপ টানিটুনি চালে। বহল নহয় অৱশেষত মূৰটো সৰু কৰা অথবা টুপীটো ডাঙৰ কৰা কোনোটোকে কৰিব নোৱাৰি, টুপীটোক মূৰৰ ওপৰতে থাকিবলৈ দিলে। হওক, কিমানপৰ নো পিন্ধিব? কিন্তু অসুবিধা হ'ল জোতা লৈ। জোতাযোৰ তাৰ ভৰিলৈ ভালেমান ডাঙৰ হ'ল। ফিটাকেডাল ভালকৈ টানি ভৰিকেখনত জোতাযোৰ লগাই পিন্ধিবৰ বহু চেষ্টা কৰা হ'ল। কিন্তু তথাপি ভালেমান ঢিলা হয়। ছমিৰতে জোতা-মোজা পিন্ধি আহিছিল, সি মোজাযোৰ সোলোকাই দি ক'লে, "চাচোন, এইযোৰ পিন্ধিলে অলপ টান হয়নে?"

অলপ হ'ল, কিন্তু ঢিলা তথাপি থাকিল। অৱশেষত সমস্যাটোৰ সমাধান কৰিলে ভোলাই। সি ফটাকানি এখন বিচাৰি আনি দুফাল কৰি দুয়োপাট জোতাত গুজি গুজি সুমালে। ভৰি সুমুৱাই দেখা গ'ল— হৈছে। অৱশ্যে আঙুলিৰ মূৰকেটাহে হেঁচা মাৰি ধৰিছে। কাপোৰ-কানি পিন্ধা হোৱাৰ পিছত সকলোৱে ওচৰৰ পৰা দূৰলৈ আঁতৰি গৈ ক'লাইক চালে, ধুনীয়াটো দেখাইছে। ক'লা জোতাযোৰ, পাইজামাৰ পাতলিৰ তলত ওলাই থকা ৰঙা মোজাযোৰৰ অলপমান, বগা, দীঘল গুণাৰ ফুল কৰা চোলাটো, ক'লা ডিঙিটো আৰু ক'লা মুখখন, আৰু সৰু ৰঙা টুপীটো— ভাল হৈছে, ভাল দেখাইছে— সকলোৰে মত।

দৰাৰ সাজ পিন্ধি ক'লায়েও আচীত নিজকে চালে। টুপীটো সৰু হোৱাৰ বাহিৰে অন্য দোষ ধৰিবলগীয়া একো নাই।

সি আহি ৰভাতলত বহিলহি। আৰু মাজে মাজে পদূলিৰ ফালে কেৰাহিকৈ চাব ধৰিলে। সোণাৰী এতিয়াও নাহিল কিয়? সি ঠগিব নেকি?

ক'লাই আজি ৰজা। সিয়ে বিয়াখনৰ কেন্দ্ৰ। আটাইতকৈ ভাল কাপোৰসাজ আজি তাৰ, আটাইতকৈ ভাল আসন তাৰ, আৰু আটাইতকৈ অধিক সন্মানো তাৰেই।

কিন্তু সোণাৰী আহি নোপোৱা দেখি তাৰ মনৰ উচ্‌পিচনি নগ'ল। সি সঘনে বাহিৰৰ ফালে চাব ধৰিলে। আঙঠিটো গঢ়াওতে দুদিন লাগেনে?

গৰু গাড়ী দুখন আহি পদূলিমূৰত ৰ'লহি। বুঢ়াকেজনে দৰা উলিয়াই নিবৰ কাৰণে খৰখেদা লগালে। ৰফি বহি থকা ক'লাইৰ কাষলৈ আহি কাণে কাণে ফুচফুচাই ক'লে, "আমি যাব লাগিব আৰু।" ক'লাইৰ কিন্তু অলপ পলম কৰিবৰ ইচ্ছা— সোণাৰী ওলাওকহি। আৰু তৰাহঁতৰ ঘৰলৈ বাটেইবা কিমান দূৰ!

এখন গাড়ীত যাব দৰা আৰু দৰাৰ লগৰীয়াহঁত আৰু ৰফি। আনখনত মাইকী মানুহ। ছোৱালীবোৰ খোজ কাঢ়ি যাব। এবাৰ হঠাৎ পদূলিৰ ফালে চাই ক'লায়ে দেখিলে সোণাৰী আহিছে। আনন্দত ক'লাইৰ হিয়াখন নাচি উঠিল, তাৰ বিয়াখন এতিয়াহে সম্পূৰ্ণ হ'ল।

ৰফিৰ পৰা অনুমতি লৈ সি আগবাঢ়ি গ'ল সোণাৰীৰ ওচৰলৈ। পদূলিমূৰতে ৰৈ চকুৰ ইংগিতেৰে কথা পাতি, সোণাৰীৰ পৰা হাতৰ টিপতে আঙঠিটো লৈ চোলাৰ জেপত ভৰালে। আৰু হাঁহি-বিৰিঙি পৰা মুখখন লৈ আকৌ ৰভাতল পালেহি।

গাড়ীখন গাড়ী নহয়, হাতী, মানুহবোৰ মানুহ নহয়, লানি লানি পৰুৱা। আকাশখন আজিৰ সমান ৰঙা কোনোদিন হোৱা নাই। ভাল যে গোন্ধাইছে— সেইবোৰ ক'ৰবাৰ বাটৰ কাষত ফুলা কেতেকী ফুল নহয় নে?

এবাৰ জেপত থকা আঙঠিটো চাবৰ কাৰণে সি কেইবাবাৰো চেষ্টা কৰিলে— উপায় নাই।

আৰু বেছি পৰতো নাই। ...

ছোৱালী আনি ঘৰ পাওতে ৰাতি হ'ল। গৰুগাড়ীৰ বিয়া, ৰাজহুৱা কথা, তাতে সকলো সকলোৰে চিনাকি।

ছোৱালী আহি পোৱাৰ পিছত প্ৰায় সকলো ঘৰাঘৰি গ'ল। অন্য গাঁৱৰ পৰা অহা ক'লাইৰ দুই-এজনী সম্পৰ্কীয়াৰ বাহিৰে ঘৰখনত আৰু কোনো নেথাকিল। সদৌ শেষত শোৱা কোঠাটোত তৰাৰ লগত দিয়া তক্তাপোচখন পাৰি, তুলি গাৰুযোৰ মেলি দি ৰফিও ঘৰলৈ গ'লগৈ।

ৰাতি তেতিয়া প্ৰায় ১০ বাজিল। গাঁৱত দহ বজা মানে দুপৰ ৰাতি।

বিয়া শেষ হোৱাৰ পিছত গাঁৱলীয়া বিয়াৰ কোনো নতুনত্ব নেথাকে। সি হৈ পৰে এটা অতি পুৰণি সাধুকথা। একেবাৰেই বৈচিত্ৰ্যহীন।

দুৱাৰখন লাহে লাহে মেলি ক'লাই সোমাই আহিল। কোঠাটো ভাল গোন্ধাইছে। বোধকৰোঁ তৰাই কিবা ভাল তেল লৈছে।

বিছনাখনত বহি থকাৰ পৰা তৰা উঠিল আৰু বিশেষ উচ্‌পিচ নকৰি কলীয়াৰ ভৰি চুই তচ্‌লিম কৰিলে।

হুঁটামুটাকৈ কলীয়াই ক'লে, "ওঁ, হ'ব— চাওঁ, উঠচোন।"

তৰা তাৰ সমুখত থিয় হ'ল। আৰু তাৰ মুখলৈ চালে। একো নকৈ সি তৰাৰ সোঁহাতখন টানি নিলে। আৰু হাতৰ মুঠিত অনা আঙঠিটো পিন্ধাই দিলে। লণ্ঠনটোৰ পোহৰত আঙঠিটো জিলিকি উঠিল।

তৰাই এবাৰ তাৰ মুখলৈ আৰু এবাৰ আঙঠিটোৰ ফালে চালে। তৃপ্তি, আনন্দ আৰু গৰ্বত তাইৰ মুখখন উজ্জ্বল হৈ উঠিল। তাই তাক আৰু এটা তচ্‌লিম কৰিবৰ কাৰণে কুঁজা হ'ব ধৰিছিল। কিন্তু সি তৰাৰ বাহু দুটাত ধৰি উঠাই দি ক'লে, "আৰু নেলাগে, আহ —"

তৰাই বুজিলে আঙঠিটো খাঁটি সোণৰ। ক'লায়ে বুজিলে আঙঠিটো তামৰ ওপৰত সোণৰ পানী চৰোৱা। কিন্তু সোণাৰীটোৱে বুজিলে— মৃৰামৃৰি সময়ত নি দিয়া সেই আঙঠিটো এমেৰিকান গ'ল্ডৰ— তাৰ দাম আঠ অনা।

কিন্তু ক'লাই, তৰা আৰু সোণাৰী তিনিও বুজিলে যে ক'লাইৰ হিয়াৰ মৰমখিনি সোণতকৈও খাঁটি, সি আঠৰঙী হীৰাৰ নিচিনা, আকাশৰ নীলাৰ নিচিনা আৰু গভীৰ সাগৰৰ তলিৰ নিচিনা।

আকাশৰ তৰা এটাৰ বুকুৰ পৰা তেতিয়া সেই একে সোণৰ এচেকুৰা পৃথিৱীলৈ নামি আহিছিল।

# মৰিশালিৰ মৰণ

এই পৃথিৱীলৈ অহা— সেইটোৱেই তাৰ প্ৰথম ভুল। তাৰ কাৰণেতো মাঘৰ জাৰত কেঁকুৰি থকা সেই ঠেৰেঙা লগা প্ৰকৃতিয়ে যোড়শোপচাৰ লৈ বাট চাই থকা নাছিল। এই পূৰ্ণ পৃথিৱীয়েতো ইয়াৰ উন্মত্ত উছৱত তাৰ সহযোগ বিচাৰি অপেক্ষা কৰি থকা নাছিল। অভিজাত পৃথিৱীৰ আনন্দ-উৎসৱ তাৰ অবিহনেওতো পূৰ হ'ব পাৰিলেহেঁতেন। তথাপি সি আহিল— অনাহূতৰ দৰে, কাৰো নিমন্ত্ৰণ নোপোৱাকৈয়ে সি বিশ্বৰ এই বিৰাট উৎসৱত যোগ দিলেহি। বিধাতাৰ পূৰ্ণ সংসাৰৰ এচুকত দুই বাহুৰে ভিৰ ঠেলি সি একণি ঠাই বিচাৰি ল'লে— নিজৰ বুলি। তেতিয়াও সি ক'ব নোৱাৰে যে সি এটা ভুল কৰিছে, অনিমন্ত্ৰিত অতিথিয়ে পৰৰ ভেটিত অধিকাৰৰ আড়ম্বৰেৰে অনধিকাৰ চৰ্চা কৰিছে। সি অপ্ৰয়োজনীয়— বিশ্বৰ সি কোনো কামত নেলাগে।

সি আহিল— আৰু লগে লগে তাৰ মাকে বিদায় ল'লে। হেঁপাহেৰে বুকুত সামৰি থোৱা পীযূষ ধাৰাৰ এটা ঢোকও মাকে তাৰ মুখত দি যাবৰ আজৰি নেপালে। নিশা নিতৌ সপোনত দেখি, সপোনতে চুমা খাই, সপোনতে হেৰুওৱা গৰ্ভস্থ সন্তানৰ মুখখনি— বাস্তৱত, তেজ-মঙহেৰে সৈতে এবাৰ দেখি যাবৰ ভাগ্যও ঘটি নুঠিল। তেওঁ গুচি গ'ল— যাবৰ বেলিকা এৰা শেষ হুমুনিয়াহটো সেই হিমেভৰা প্ৰভাতৰ-চেঁচা বতাহবোৰৰ লগত আন্ধাৰ ঘৰৰ কোনোবা এচুকত গোপনে লুকাই থাকিল! ...

সি নেজানিলে, বুজিব নোৱাৰিলে। পৃথিৱীৰ বৈষ্ণৱ বায়ুৰ প্ৰথম পৰশ লাগি সি মাথোন তাৰ পূৰ্বজন্মৰ স্মৃতি সুঁৱৰি এবাৰ শিয়ৰি উঠিল। পেলনি যোৱা চুৱাঘৰৰ বেৰ-দুৱাৰবোৰো নিমিষতে তাৰ চকুৰ পৰা আঁতৰি গ'ল। সেই মাঘমহীয়া চেঁচা বতাহছাটি তাৰ মাকৰ চিতাৰ জুইৰ উত্তাপত তপত হৈ উঠাৰ গমো সি হয়তো নেপালে।

... আহিয়েই যি হেৰুৱালে, তাক বুজিবৰ অৱকাশ তাৰ নহ'ল। ...

প্ৰথম ভুল তাৰ?

* * *

তাৰ পিছত —

মধ্যবিত্ত বাপেকৰ চেনেহ-বাগৰি যোৱা দুটা বাহুৰ মাজত, আনন্দত বাট-নোপোৱা তপত চুমাৰ মাজত, তাৰ বুঢ়ীমাকৰ শুকান বুকুৰ উত্তাপখিনিৰ মাজত, তাক বলে নোৱাৰা বায়েক চাৰুৰ বোকোচাত আৰু সখীয়নিৰ মাজত তাৰ হেৰুৱা মাকৰ কথা সমূলি পাহৰি সি দুবছৰত ভৰি দিলে। সৰুগৰ অমিয় কণ্ঠৰ আধাফুটা শিশুধ্বনি তাৰ ওঁঠত বাজি উঠিল। তাৰ কোমল গোৰোহাৰ খোজ পৰি চোতালৰ

কেঞ্চাবনবোৰ আৰু সৰস হৈ উঠিল। সাধাৰণ মাংসপিণ্ডৰ পৰা সি মানুহৰ সমাজৰ মাজলৈ আগবাঢ়িল— মনুষ্যত্বৰ দাবী কৰিবৰ কাৰণে। তাৰ চুটি হাতকেইখন মেলি সি বৃহতক সাৱটি ল'বলৈ সাজু হ'ল। ...

সেই দিনা—

গোসাঁনী বিসৰ্জন চাই তাৰ বাপেক গধূলি ঘৰলৈ উলটিছে। গোটেই দিনটো বাপেকৰ কান্ধৰ ওপৰত উঠি 'এইটো কি', 'সেইটো কি' কৰি সি তাৰ বাপেকক আমনি কৰি তুলিছিল। ঘৰ সোমোৱাৰ আগে আগে সেই কাতিমহীয়া কিনকিনীয়া বৰষুণ জাক। তাতকৈ কত ডাঙৰ বৰষুণতে তেওঁ তিতিছে!

সেই বৰষুণত তিতা—

গধূলিলৈ তিৰ্‌কঁপে জ্বৰ উঠে! মূৰৰ চুলিবোৰ টানি টানি কথা ক'ব জনা চাৰুৱে সোধে— "অ দেউতা, গোসাঁনীয়ে পূজাত ভোগ লয় হয়নে?"

"ওঁ লয়তোন আই —"

"পিছে এইবেলিনো কাক ল'লে?"

"জানো মোকে ল'ব হ'বলা। উঃ মোৰ মূৰটোত যেন কোনোবাই হাতুৰীৰেহে মাৰিছে!" সেইকণ বৰষুণত তিতিলতেনো দেউতাৰ ইমান জ্বৰ উঠিছে কিয় —" চাৰুহঁতে ভাবে, মাকে তেওঁৰ মূৰটো কোলাত সুমাই লৈ সোধে— "কিবা খাবিনে বাপু?"

তেওঁ মাথোন এবাৰ মাকৰ মুখলৈ চালে। শেহ নিশাৰ বতাহ-জাক তিনিটা অনাথ প্ৰাণীৰ কৰুণ বিননিত ভৰি উঠিল। আকাশত তেতিয়াও ক'লা মেঘবোৰ উৰি ফুৰিছে। ...

আকৌ এটা— এৰা, তাৰেই ভুল।

— সি ভালকৈ বুজিব নোৱাৰিলে, কিয় তাৰ বাপেকক কাপোৰেৰে মেৰিয়াই সেই দিনা লৈ যোৱাৰ পৰা আৰু ঘৰলৈ অহা নাই।

"আই দেউতানো এতিয়াও নাহেনে?"

"আহিব নহয় বাপু"— কপাহী ৰিহাখনেৰে চকু দুটা মচি বুঢ়ীমাকে কয়। ভাবে— আৰু কিমান দিন এইদৰে ফাকি দি সঁচা কথাষাৰ লুকাই ৰাখিব।

"আজি নাহিলে হ'লে মৰো যাম, দেউতাৰ ওচৰলৈ"— সি আয়েকক কৈ দিয়ে।

আকাশৰ জোন দেখুৱাই বুঢ়ীমাকে তাক দূৰৰ পাৰ নোহোৱা শূন্যবোৰলৈ দেখুৱায়। সেই বিশাল শূন্যতাক মৰিশালিৰ পৰা উঠি অহা কৰুণ বতাহছাটিয়ে আৰু জয়াৰ কৰি যায়।

"মোক হে মাৰি নিবলৈ নেদেখা ঈশ্বৰ"— দুখত কেতিয়াবা বুঢ়ীমাকে নিজে নিজে কয়। পিছ মুহূৰ্ততে আমাডিমা নাতিনীয়েক হালিত চকু পৰে।

"উঃ ময়ে নেথাকিলেনো ইহঁতৰ কি গতি হ'ব ঐ"— বুঢ়ী আশ্বস্ত হয়। তেওঁৰ জীয়াই থকাৰ এটা উদ্দেশ্য আছে। এই অনাথ শিশুহাল ...।

দিন যায়—

উৰুখা চালৰ জুপুৰিটোৰ মাজত শিশু নাতিনীয়েক দুটাক বুকুত বান্ধি বুঢ়ীমাক শোৱে। দুফালে দুটাক লৈ, পুৰণি চালপীৰাখনত দীঘল দি, ক'ৰবাৰ ৰাজকোঁৱৰৰ সাধুকথা কৈ থাকোঁতে, কেতিয়া টোপনিৰ বুকুত ঢলি পৰে কোনেও নেজানে, বুঢ়ীমাকৰ হিয়াৰ কোমল মৰমখিনিয়ে সিহঁতৰ সকলো পাহৰাই দিয়ে। অনাথৰ বেদনা উপলব্ধি কৰিবৰ অৱকাশ সিহঁতে নেপায়।

হেম বাপু সিহঁতৰ ঘৰলৈ আহে। চাৰুক আৰু তাক মৰম কৰে। চাৰুৱে কিবা এটা বুজি পায়— সঙ্কোচ কৰি বৰকৈ কাষ নেচাপে। কিন্তু সি— আৰু কোনো পুৰুষ মানুহৰ মৰম পোৱা নাই— কিবা এটা আপুৰুগীয়া বস্তু পোৱাৰ দৰে সি হেমবাপুৰ পৰা সকলো মৰম আদায় কৰি লয়।

হেমবাপুৰ লগত আহে তেওঁৰ সৰু পুতেক ৰত্ন— তাৰে সমান বয়সীয়া। কেতিয়াবা দেউতাকে কথা পাতি পাতি নুঠা যেন দেখিলে ৰত্নই চিঞঁৰি উঠে— "মই হ'লে নেথাকোঁ আৰু দেউতা।"

হেমবাপু গুচি যায়—

পাহৰি যোৱা দেউতাকৰ কথা মনত পেলাবৰ চেষ্টা কৰি সি বুঢ়ীমাকক সোধে, "আই, বাপু ৰত্নৰ কি হয় অ'?"

"কিয় ৰত্নৰ দেউতাক হয় —"

"সকলোৰে তেনেকৈ দেউতাক থাকেনে বাৰু আই?"

"ওঁ থাকেতোন।"

"আমাৰ দেখোন ক'তা নাই! বাপু হ'লে মোৰ দেউতা নহয় পায়। ক'লাকৈ সেইটো; আমাৰ দেউতা বগা, নহয়নে আই?"

"ওঁ বগাতোন।"

"এৰা, বগা দেউতাহে ভাল। মই হ'লে বগা দেউতাহে ল'ম।"

বুকুৰ শুকান কামীহাড়কেইডালৰ মাজৰ পৰা ওলাই অহা তপত বতাহখিনি বুকুতে সামৰি থৈ বুঢ়ীমাকে তাৰ মূৰত হাত ফুৰাই দিয়ে, আয়েকৰ কোলাত তাৰ মুখৰ থু লেলাউটিবোৰ সানি দি সেইবোৰ কথা পাহৰি যায়।

চাৰুৰ বিয়া। হেমবাপুৰ মাজু পুতেক মহীকান্তৰ লগত চাৰুৰ বিয়া হৈ গ'ল। তিনিটি অনাথ প্ৰাণীৰ অভিভাৱক স্বৰূপে মহীকান্তই বুঢ়ীৰ ঘৰকে নিজ ঘৰ বুলি জোঁৱাই হৈ থাকিবলৈ ল'লে। ভিনীহিয়েকৰ নতুন চেনেহৰ পৰশত পুনৰ তাৰ অন্তৰত এটা নতুন অনুভূতি জাগি উঠে— নতুন মানুহ আহিলে ভিনীহিয়েক হৈহে আহে, দেউতাক হৈ নাহে।

"আই ভিনীহি আমাৰ ভিনীহিহে হয়, দেউতা নহয় কেলেই?" সি আয়েকক সোধে।

"হ'ব নহয়, ভিনীহিয়েৰো হ'ব, দেউতাৰো হ'ব।"

সি আশ্বস্ত হয়।

ভিনীহিয়েকে তাক স্কুলত দিলে। অকণমানি বনিয়নটি আৰু ফুলবছা সৰু গামোচাখনি পিন্ধি আন ল'ৰাৰ লগত সি পঢ়াশালিলৈ যায়। পুবা সূৰুযৰ ৰাঙলী কিৰণ কঁাচলি তাৰ মুখত, তাৰ সেন্দূৰৰ ফোঁটটোত, তাৰ ৰঙা গাল দুখনিত পৰে। আনন্দত কিৰীলি পাৰি লগৰীয়াৰ লগত লৰি-ঢাপৰি তাৰ সোণালী শৈশৱটো সি আৰু মধুৰ কৰি তোলে।

পাঠশালা পাছ কৰিলে। তাৰ ভুলবোৰ ক্রমে ভাগি যাবলৈ ধৰিলে; সি বুজিলে— ভিনীহিয়েক সদায় ভিনীহিয়েকেই, বাপেক নহয়।

তথাপি মহীকান্তৰ বৰ্তমানত সি তাৰ পিতৃহীনতাৰ ব্যথা পাহৰি যায়। বায়েক আৰু বুঢ়ীমাকৰ আদৰ পৰিচৰ্যাৰ মাজত সি তাৰ মাতৃহীনতাৰ অনুশোচনা সম্যকো উপলব্ধি কৰিবৰ আজৰি নেপায়।

সি তেতিয়া ইংৰাজী স্কুলৰ সপ্তম শ্রেণীৰ কিতাপ পঢ়ে ঃ

"It will die as dies a wailing breeze
Lost in the solemn roar of boundless seas"

বায়েক, বুঢ়ীমাকে ভাবে ইমান থৰকৈ আৰু ইমান সলসলীয়াকৈ সি পঢ়িব পাৰে; মেট্রিক পাছ কৰিব পাৰিলেই সি কিবা এটা ডাঙৰ কাম পাব।

"তোৰ আৰু কেইচেনি আছে অ' বাপু?"

"কেলেইনো? সদায় আৰু সেইটোৱেইহে"—

কেতিয়াবা বুঢ়ীমাকে তাৰ সমনীয়াৰ আগতে আমাৰ বাপুৰ আৰু দুবছৰহে আছে বুলি কৈ তাক অযথা অপ্ৰস্তুত কৰি দিয়ে।

পাছ কৰি কি কৰিব— সিও কেতিয়াবা ভাবে। "ঘৰটো ভাল কৰিব লাগিব, পিছফালৰ পথাৰডৰা পুতি সিপিনে একে লগ কৰিলে এখন প্ৰকাণ্ড বাৰী হ'ব। কলগছবোৰ আৰু গুচাব লাগিব। ঢাপটোতে নাৰিকল ৰুলে বৰ ভাল দেখাব" আৰু কত কি?

বছৰেকীয়া পৰীক্ষাৰ সময় হৈছে। সি মন পুতি পঢ়াত লাগিছে— ভালকৈ পাছ কৰিবই লাগিব।

হঠাৎ কলেৰাত পৰি ভিনীহিয়েক তাৰ চিৰদিনৰ কাৰণে গুচি গ'ল।

"ময়ো যাওঁ বাপু, বায়েৰহঁতক তই চাবি"— তুলসী-তল পোৱাৰ আগতে তাকে মাথোন কৈ বিদ্ৰূপৰ এটা ক্ষীণ মিচিকি হাঁহি মাৰি মহীকান্ত নিমাত হ'ল। অনাথৰ শেষ অবলম্বনটি সিহঁতে মৌন মুখে চিতাত তুলি দিলে।

তেওঁ গ'ল। সংসাৰত থৈ গ'ল চাৰুৰ বুকুত এবছৰীয়া এটি শিশুকন্যা, এজনী নিৰাশ্ৰয়া বিধৱা আৰু সিহঁতৰ চকুৰ আগত সীমাহীন মৰুভূমি, — তপত শ্মশানখন!

আকৌ ভুল। হয়তো তাৰেই ভুল।

"আৰুবা কিমান হেৰুৱাব লাগিব?" — সি ভাবে। সকলোতো শেষেই হৈ গৈছে। কিয়? পুৰুষ মানুহ আমাৰ ঘৰত জীয়াই থাকিব নাপায় নেকি?

বায়েকৰ শুদা কাণ দুখন, শুদা কপালখন, আৰু তাৰ শুদা ভিতৰখন— কেউপিনে শুদা— শূন্য। তাৰ অকণি সুখৰ ৰেঙণি পৰি ৰাঙলী হোৱা সৰু ইটাৰ টুকুৰা, আৰু দুখৰ ক'লীয়া শিলগুটিবোৰেৰে বন্ধা জীৱনৰ চুটি বাটডোখৰৰ অকণি সম্বল— সকলো তাৰ হাতৰ পৰা সৰি সৰি পৰিছে। তাৰ বুকুৰ তেজ দি গঢ়ি তোলা আশাৰ তাজমহলটোৰ বহুমূলীয়া মুকুতা-মাণিকবোৰ তাৰ চকুৰ আগতে নিকৰুণ মৰণে এডোখৰ এডোখৰকৈ এৰুৱাই এৰুৱাই লৈ গৈছে। সি বাধা দিব পৰা নাই।

"আৰু মই নপঢ়োঁ আই —"

নপঢ়িবি কেলেই বাপু! তয়েই পঢ়ি-শুনি কিবা কাম-কাজ এটা নকৰিলে আমি চলিম কেনেকৈ?" অনুৰোধৰ সুৰত বায়েকে কৈ উঠে।

নহয় পঢ়ি লাগিব। হয়তো, সুখৰ মুখ নেদেখা ইহঁতক ময়েতো পুহিব লাগিব— তাৰ চকুৰ আগত সোণালী ভৱিষ্যৎ জিলিকি উঠে। তাত দেখে, তাৰ বায়েকৰ মুখৰ হাঁহি, বুঢ়ীমাকৰ সোলা মুখখন আনন্দত উপচি পৰিছে, আৰু সি তাৰ সেই সংসাৰৰ স্ৰষ্টা— বিধাতা!

"কিন্তু —" সি ভাবে— "নহয় ইহঁতে মোৰ পৰা কিমান —" দৃঢ়প্ৰতিজ্ঞ হৈ সি পঢ়াত লাগি যায়।

সুখ্যাতিৰে সি মেট্ৰিক পাছ কৰিলে। বুঢ়ীমাকৰ আনন্দ, বায়েকৰ আনন্দ, তাৰ অকণমানি ভাগিনীয়েকজনীৰ অবুজ কিৰীলিয়ে তাক অধীৰ কৰি তোলে। সমনীয়াৰ অভিনন্দন তাৰ শিৰত আশীৰ্বাদৰ দৰে নিগৰি পৰে।

"এতিয়া কাম এটাৰ বিচাৰ কৰ আৰু বাপু"— বায়েকে কয়।

"কামনো ক'ত পাবি এখোন বাইদেউ! আৰু পঢ়িবলৈ আছেই।"

"আৰু আছেনে? তই দেখোন কৈছিলি, এইটো পাছ কৰিলেই শেষ হ'ব—" বিস্ময়েৰে বায়েকে তাৰ মুখলৈ চায়।

"শেষ নহয়, আৰু আছে —"

"আছে যদি পঢ় তেনে —"

"ধন যে বহুত লাগিব। ফিছেই ছটকা —"

"মই দেখোন তাঁত বৈয়ে আছোঁ। আৰু মোৰ থুৰীয়াযোৰে, বৰ মণিধাৰে বেচিলেও নহ'বনে?"

"হ'ব —" সৰু মাতেৰে সি কয়। "পিছে —"

"পিছে আকৌ কি হ'ব? আগেয়ে যেনে তেনে পঢ়, থুৰীয়া এযোৰ আৰু ল'ব নোৱাৰিমনে?"

এটা ভয়, এটা আনন্দ, এটা সন্দেহ, এটা গৌৰৱ— সি কলেজত নাম লগালে। আনন্দত তাৰ বায়েকৰ গালেদি দুটোপা চকু পানী বাগৰি গ'ল।

কলেজ— ইকি! ইয়াত পঢ়া সকলো ল'ৰাই ইমান চহকী মানুহৰ ল'ৰানে? সিহঁতৰ ধোৱা কাপোৰ, মূল্যবান জোতা, সুগন্ধি প্ৰসাধন, বাধাহীন বিলাস। এই আভিজাত্যৰ ৰূপ-প্ৰদৰ্শনৰ মাজত সি আহি অসহায়ৰ দৰে যোগ দিলে। কেতিয়াবাই এযোৰ কাপোৰৰ টেনিচ চু লৈছিল— পূজাই, উৎসৱে কেতিয়াবা পিন্ধে। কিন্তু ইয়াত যে কাপোৰৰ জোতা কোনোৱে নিপিন্ধেই। সিবোৰ ল'ৰাৰ লগত কথা ক'বলৈও তাৰ সঙ্কোচ লাগে। তাৰ ইস্ত্ৰি নথকা পুৰণি কামিজটো— তাকে সি এসপ্তাহ পিন্ধে, কিন্তু আনবোৰ ল'ৰাই ছঘণ্টাতে দেখোন দুসাজ সলায়।

"হয়তো মই ইয়ালৈ অহা ভুল হৈছে —" সি পুনৰ চিন্তা কৰে। তাৰ চকুৰ আগত ভাহি উঠে— বায়েকৰ পেৰা-মেলি দিয়া সোণৰ বস্তুবোৰ। কিয় সেইবোৰ সি মিছাতে বেচিলে? আকৌ জানো সি কেতিয়াবা ল'ব পাৰিব? সি দূৰলৈ চাই ৰয়— ক্লাছৰ সহপাঠি এজনৰ হাতৰ ঘড়ীটোৰ সোণালী বেগুডাল ৰ'দত জল্‌মলাই উঠে।

তথাপি সি কলেজৰ ছাত্ৰ। আন দহোটা ল'ৰাৰ দৰে তাৰ নামটোও ৰেজিষ্টাৰ বুকত লিখিছে— বাদ দিয়া নাই। এৰা, সিওঁতো কলেজত পঢ়িছে!

নিজে ৰান্ধি খায়— ঘৰৰ পৰা চাউল-পাত আনি নগৰৰ ৰায়বাহাদুৰৰ বাৰীচুকৰ বহাটোত সি ৰান্ধি খায়, থাকে, পঢ়ে। স্বচ্ছেন্দে দিনবোৰ পাৰ হৈ যায়।

কলেজৰ ওখ পৰ্টিক'ত উঠি যেতিয়া সি দেখে কান্ধত ভাৰ লৈ ক'ৰবাৰ গাঁৱলীয়া মানুহবোৰ অহা-যোৱা কৰিছে, তাৰ মনটো আনন্দত নাচি উঠে। তাৰ জুপুৰি ঘৰটোৰ কথা সি পাহৰি যায়। "মই কিমান ওখ" — সি ভাবে।

আভিজাত্যৰ আড়ম্বৰৰ মাজত তাৰ দৈন্যৰ কথা ক্ৰমে তল পৰি আহে।

তথাপি ...

নিজে মটৰ চলাই কত ল'ৰা কলেজলৈ আহে, বন্ধু-বান্ধৱক লগত তুলি লৈ পুনৰ উলটি যায়। মটৰৰ সেই ভোঁ-ভোঁৱনিয়ে তাৰ কাণত বিন্ধি যায়। ৰ'দত জিলিকি উঠা চিডান বডিবোৰ চিক্‌চিকীয়া ৰঙে তাৰ চকুত চাট্ মাৰি ধৰে।

কেউপিনে পূর্ণ— ভৰা, — সি দেখে। মাত্র তাৰ জীৱনৰ ক্ষুদ্র খতিয়ানত— জমা-খৰচৰ বহীটোত— তাত সকলো খৰচৰ ঘৰতেই লিখা হৈ গৈছে; তাৰ জমাৰ ঘৰত একো নাই— শূন্য!

প্রতি মাকো সূতাত নতুন আশাৰ আৱেগবোৰ ভৰাই লৈ বায়েকে তাৰ কাপোৰ বয়— বেচে— তালৈ পইচা পঠিয়ায়— বেচি তাৰ পঢ়াৰ খৰচ উলিয়ায়। সি পঢ়ে ঃ

"Life I know not what thou art—

But know that thou I must part..."

তাৰ অৰ্থ বিচাৰে, তাৰ সমালোচনা কৰে, আৰু জপাই থয়।

দিনবোৰ পুৰণি হৈ যায়, সিহঁতৰ আশাবোৰ নতুন হৈ আহে, — ভৱিষ্যৎ ভৱিতব্যৰ বুকুৰ পৰা সিহঁতৰ চকুৰ আগলৈ আগবাঢ়ি আহে।

এমাহ, দুমাহ, তিনিমাহ— তাৰ পিছত কলেজৰ দুৰ্গাপূজাৰ বন্ধ।

বন্ধৰ আগদিনা। শেষৰ পিৰিয়ডত শুনি থকা লজিকৰ প্ৰফেচাৰৰ men are mortal কথাষাৰ যেন তাৰ সেইদিনা কেনেবা লাগিল। মানুহ মৰণশীল— মানুহ মৰে— জীয়াই নেথাকে— মানুহ অস্থায়ী— মানুহ— ইঃ!!

গধূলিৰ পৰা তাৰ জ্বৰ। পিছদিনা কলেজলৈ সি যাব নোৱাৰিলে— কলেজৰ মহা পয়োভৰৰ মিউজিক চ'চিয়েলত যোগ দিব সি নোৱাৰিলে। কুমাৰী দাসহঁতে গান গাব, মিচ্ বৰুৱাই নাচিব, কাকতীয়ে এটা নতুন কমিক দিব— সি শুনিছিল, কিন্তু সি গাৰুৰ পৰা মূৰকে দাঙিব নোৱাৰিলে, তাৰ জ্বৰ।

পিছবেলা জ্বৰ অলপ এৰিলে। সি তাৰ কিতাপ-কাকতখিনি, কানি-কাপোৰ কেইডোখৰ চাইকেলৰ কেৰিয়াৰত বান্ধি লৈ তাৰ বহাটোৰ তলাটো মাৰি ওলাই আহিল। ...

"... আই ঔ মামা আহিলেই!" হাতত চাকিটো লৈ চাৰু দুৱাৰমুখলৈ লৰি ওলাই আহে।

চাইকেলখন বাহিৰতে এৰি সি চালপীৰাখনতে ধেৰাই-মেৰাই পৰে।

"মিঠাই আনিছা মামা?"

"আনিছিলোঁ পুতু, বাটতে শিয়ালে খালে, কাইলৈ আকৌ আনিম দেই সোণ"—

"বালু আনিবা"— সি তাৰ অকণমানি ভাগিনীয়েকক কাষলৈ টানি আনে।

"হাত-ভৰি ধুই আহ বাপু। পানী এটোপা খাহি।"

"একো নেখাওঁ বাইদেউ। গাটো বৰ বেয়া লাগিছে —" তাৰ মাতটো ৰুগীয়াৰ মাতৰ দৰে দুৰ্বল। বায়েকৰ বুকুখন চিৰিং কৰি গ'ল।

"কি হ'ল অ' চাৰু?" বুঢ়ীমাকে ভিতৰৰ পৰা চিঞৰি সোধে।

"নাই, একো নাই হোৱা —" চাৰুৱে তাৰ কপালত হাত দি চায়।

"ইঃ তোৰ জ্বৰ দেখোন বাপু?"

"এৰা' জ্বৰ হ'ব পায় —"

"কেতিয়া উঠিল?"

"তাতে উঠিল।"

"তেন্তে জ্বৰৰ গাৰেই আহিলি কেলেই?"

"এৰা —"

মূৰ শিতানৰ সৰু মেজখনত তাৰ কিতাপবোৰ আনি বায়েকে থৈ যায়।

"কিবা এটা খা বাপু —"

"ওহোঁ নেখাওঁ বাইদেউ —" তাৰ মাতটো তেনেই দুৰ্বল।

— এদিন, দুদিন, তিনিদিন— তাৰ জ্বৰ নেৰে। ডাক্তৰ আহে। এসপ্তাহ, দুসপ্তাহ— কুৰিদিন, অলপো উপশম নাই— নিউমোনিয়া— টাইফইড্। জ্বৰৰ জুয়ে তাৰ জীৱনৰ ৰসবোৰ পুৰি, ধোঁৱা কৰি শুকুৱাই দিছে।

সংজ্ঞা পাই একোবাৰ সি চিঞৰি উঠে— "অ' বাইদেউ— এৰা তোৰ থুৰীয়াযোৰ এনেয়ে বেচিলি। ... man is mortal , মই আৰু ...।" গোসাঁই ঘৰত বহি বুঢ়ীমাকে মাথোন প্ৰাৰ্থনা কৰে— "বাপুৰ ভাল কৰা প্ৰভু!" গোসাঁইৰ নিমাত পাষাণ মূৰ্তিখন বুঢ়ীৰ আগত অলৰ-অচৰ হৈ থিয় দি থাকে। এটিবাৰো মূৰ তুলি নেচায়।

বেৰত আঁৰি থোৱা ৰাধাকৃষ্ণৰ ছবিখনলৈ চাই চাই চাৰুৱে কয়— "আৰু কিমান দুখ দিয়া গোসাঁই —"

পুতুৱে তাক টানে— "এই মামা"— সি দুৰ্বল চকু দুটা বেঁকা কৰি তাইৰ ফালে এবাৰ চায়— মাতিব নোৱাৰে। চকুৰ গুৰিত দুটোপা ডাঙৰ চকুলো বিৰিঙি উঠে ...

সি নাই ...

... ...

তাৰ জীৱনৰ দুদিনীয়া ম্যাদ আদায় হ'লত সি গুচি গ'ল। তাৰ পিছত বৈ গ'ল— তাৰ চেনেহৰ বুঢ়ীমাক, বায়েক, ভাগিনীয়েক আৰু আজন্মৰ অপূৰ্ণ কামনা, বাসনাবোৰ ...

তাৰ কলেজৰ কিতাপবোৰ সিঁচৰতি হৈ পৰি থাকে।

সি কিয় মৰিল? তাৰ প্ৰাণটো, তাৰ ওপৰতে সকলো আশা থাপি জীয়াই থকা তাৰ ক্ষুদ্ৰ পৰিয়ালটোৰ বুকুৰ পৰা কাঢ়ি নি নিষ্ঠুৰ বিধাতাই কি মহা উদ্দেশ্য সাধনত লগাব? এই বিৰাট, বিপুল সংসাৰখন এটা নীৰলা কোণত তাৰ ভগা জুপুৰিটোৰ ভিতৰত এচমকা ঠাই অধিকাৰ কৰাত ভগৱানৰ চকুত নসলে। মানুহ

কিয় ইমান দুৰ্বল? আৰু বিধাতা— সহায়-সম্বলহীনা তিনিটি অনাথৰ অন্তিম আশা-ভৰসা মষিমূৰ কৰি তেওঁৰ কি মহাযজ্ঞ পূৰ্ণ কৰিবৰ কাৰণে তাক লৈ গ'ল? ভূলুণ্ঠিতা বিধৱাৰ বুকুৰ কান্দোনে জানো উদাসীন ভগৱানৰ কাণত কেতিয়াবা বিন্ধিব পাৰিব?

এই সৰ্বহাৰাকেইটাৰ বুকু ফটা আৰ্তনাদে জানো নিৰ্বিকাৰ বিধাতা পুৰুষৰ আসন কঁপাই তুলিব পাৰিব। ...

কলেজ আগৰ দৰেই বহে। ৰূপৰ প্ৰদৰ্শনী হয়। তাৰ মৃত্যুৰ কাৰণে লাজত বেলিটোৱে মুখ নুলুকুৱায়, ক'তো ধূমকেতু নোলায়। ৰায়বাহাদুৰৰ বাৰীৰ চুকত তাৰ বহাৰ তলাটো আজিও আগৰ দৰেই মৰা। ঘৰৰ মুখৰ উলুবনবোৰ লহপহ কৰি গজি উঠি তাৰ ভৰিৰ খোজৰ দাগবোৰ ঢাকি দিয়ে। পৃথিৱীৰ আনন্দ উৎসৱ অবিৰাম চলি থাকে। অনাথৰ অনুপস্থিতিয়ে সিহঁতৰ ৰসভঙ্গ নকৰে।

তাৰ বুঢ়ীমাক— পুতুক কোলাত লৈ, চোতালৰ আগত বহি আকাশৰ ফালে চাই থাকে— হয়তো ভাবে— "তাৰ জীৱনৰ অপূৰ্ণ অভিলাষবোৰ পুৰি ভস্ম হোৱা তাৰ চিতাগ্নিৰ বিষাক্ত ধোঁৱাবোৰে নিষ্ঠুৰ ঈশ্বৰে সজা ঘোলা আকাশখন ভেদি কেতিয়াবা হিয়াহীন সেই ঈশ্বৰৰ চকুত এটোপা পানীও নুলিয়াবনে?"

সি আহিল, আৰু কল্পনাৰ আঁচনি কৰিয়ে গুচি গ'ল। কিমান প্ৰকাণ্ড ভুল তাৰ। বিধাতাৰ লগত বিদ্ৰোহ কৰি তাৰ পৰিয়ালটোৰ কাৰণে সি উলটি আহিব নোৱাৰিলে!

সি গ'ল।

আয়েকৰ পকা চুলিবোৰ লিৰিকি-বিদাৰি নাতিনীয়েকে সোধে— "আই, মামাই মিঠাই নানে কিয়?"

কিন্তু নিতৌ এনে কত অৰ্থহীন 'কিয়' সাগৰৰ বুদ্বুদৰ দৰে উঠি সমিধানবিহীন অসীম অজ্ঞতাৰ উপকূলত খুন্দা খাই ভাগি গুড়ি হৈ যাব লাগিছে— তাৰ উত্তৰ জানো কোনোবা দিনা দিয়া হ'ব? ...

# প্ৰতিশোধ

এটা কথা মই সহ্য কৰিব নোৱাৰিছিলোঁ dishonesty অসততা। কাজিয়া কৰা, মই আপত্তি নকৰোঁ, মাৰপিট কৰা— তাতো বাধা নিদিওঁ, দেখাদেখিকৈ বলাৎকাৰ কৰা, তাকো মই সহ্য কৰিব পাৰোঁ; মাত্ৰ সহ্য কৰিব নোৱাৰোঁ— হীন অসততা 'ডিজ'নেষ্টি'। ঠিক ইংৰাজীত ডিজ'নেষ্টি বুলিলে যি বুজায় সেই কথাটো আছিল মোৰ অসহ্য।

তথাপি মানুহ মাত্ৰৰে অলপ ভ্ৰান্তি, অলপ দুৰ্বলতা, অলপ কাপুৰুষতাৰ মুদ্ৰাদোষ থকা স্বাভাৱিক বুলি স্বীকাৰ কৰিয়ে মই তাক কেইবাবাৰো ক্ষমাও কৰিছিলোঁ। প্ৰথমতে একো নকৈ, তাৰ পিছৰবাৰত অলপ ডাবি দি, তাৰ পিছৰবাৰত এটি সাৱধানবাণী শুনাই মই তাক সতৰ্ক কৰি দিছিলোঁ, সি যেন তাৰ পুনৰাবৃত্তি নকৰে; কিন্তু সি নোৱাৰিলে। গতিকে ময়ো নোৱাৰিলোঁ। মৰম যি নুবুজে তাক মৰম কৰা অন্যায়।

তাৰ নাম আছিল হৰিপ্ৰসাদ। সকলোৱে 'হৰি' বুলি মাতে। মাক-বাপেক মৰিল। তাৰ এতিয়া বয়স প্ৰায় ২৮ বছৰ। বিয়া কৰোৱা নাই।

সি আমাৰ বাগিচাতে কাম কৰিছিল, ফাল্টু যদিও সি কাম মনোযোগেৰে কৰে এই কথা মহৰী আৰু অন্যান্য সকলো কুলীয়ে স্বীকাৰ কৰে। প্ৰথমতে সি বাগানত কোৰ মাৰিছিল, পিছলৈ কোৰ মৰাৰ পৰা আনি চাহঘৰৰ অন্যান্য কামত দিয়া হ'ল। সি অলপ-চলপ মেচিনো চলাব পৰা হ'ল। মেচিনো চলায় আৰু পাতো পেক্ কৰে। পেক্ কৰাত সি সিদ্ধহস্ত।

দৈনিক পাঁচ অনা হাজিৰাৰ কাৰণে অন্যান্য কুলীয়ে যিদৰে কোনো আপত্তি নকৰে, সিও নকৰে। বৰং সি আনতকৈ বেছি তৃপ্তিৰেই সেই পাঁচ অনা পইচা লয়। তাৰ চকুৰ কৃতজ্ঞতাৰ পোহৰখিনি দেখি সেই কথা সহজেই বুজিব পাৰি। কুলী হ'লেও এনে কুলী সহজে পোৱা টান।

তাৰ দৈনিক পাঁচ অনাৰ উপৰি মাজে মাজে তাক খাবৰ কাৰণে চাহপাতো দিওঁ। মই আগত আনি তাক দিয়াওঁ; কুলীক সাধাৰণতে ৰপ্তানি কৰিব নোৱাৰা চাহপাতবোৰ খাবৰ কাৰণে দিয়া যায়। কিন্তু তাক বি-অ'-পি, জি-অ'-পি আদি সুগন্ধি আৰু পৰিষ্কাৰ পাতো খাবৰ কাৰণে দিওঁ। তাৰ বাবে যে সি কৃতজ্ঞতা প্ৰকাশ নকৰে সিও নহয়। সি গৰ্বও অনুভৱ কৰে, কিয়নো অন্যান্য কুলীয়ে চাহ প্ৰস্তুতৰ সকলোখিনি কৰে যদিও, খাবৰ বেলা সেই একে ৰকমৰ চাহকে পায়। কিন্তু হৰিক মৰম কৰিয়ে কেতিয়াবা 'অৰেঞ্জ পিক' কেতিয়াবা 'গল্ডেন পিক' আদি উৎকৃষ্ট চাহো দিওঁ। সেইবাবে সি গৰ্বও অনুভৱ কৰে।

তথাপি সি পাত চুৰ কৰে।

সি পেক্ কৰে। প্ৰায়ে পেক্ কৰোঁতে তাত মহৰী নেথাকে। দুজনীমান কুলীয়নী থাকে। সিহঁতে পাতৰ মাজৰ ডালি বাছে। ওজন কৰা, বাকচত ভৰোৱা, বাকচ বন্ধ কৰা এই সকলো কামতে হৰি থাকে। সি জানে।

যেতিয়া অৱসৰ থাকে মাজে মাজে পেকিঙৰ সময়ত মই আগত থাকোঁ। নহ'লে মেনেজাৰ থাকে। মোৰ থকাটো এটা বিলাসিতাতকৈ বিশেষ বেছি নহয়। কাৰণ চাহৰ কাৰবাৰকে কৰিছোঁ যদিও, এতিয়াও ভালকৈ চাহকে চিনি নেপাওঁ!

কোনো নথকাৰ সুযোগ লৈ আৰু তাক বিশ্বাস কৰাৰ সুযোগতে সি মাজে মাজে পাত চুৰ কৰে। কিন্তু ধৰা পৰি যায়। কিয়নো অন্য কুলীতকৈ অলপ বেছি মৰম কৰাৰ গতিকে তাৰ সমনীয়া দুই-এটা কুলীয়ে তাক ঈৰ্ষাৰ চকুৰে চাইছিল, আৰু সেই কাৰণেই তাৰ ওপৰত চকু পৰিছিল।

গতিকেই পাত চুৰ কৰিলেই মই খবৰ পাওঁ। কেইবাদিনো সি চুৰ কৰিছে। প্ৰথমতে তাক ডাবি দি সাৱধান কৰি দিছিলোঁ— কেইবাবাৰো। দুদিনমান সি ভালেৰে কাম কৰে। আকৌ সুযোগ পালেই পাত চুৰ কৰে।

কাৰণ অনুসন্ধান কৰিলোঁ। ঘৰত তাৰ দুজনী ভনীয়েক, এজনী বায়েক, মাক আৰু তিনিটা ভায়েক আছে। পিছে মাক আৰু সৰু ভায়েক দুটিৰ বাহিৰে সিহঁতৰ বাকী আটাইকেউটাই বাগিচাত কাম কৰি জীৱিকা আৰ্জে। অন্যান্য কুলীৰ দৰে মাজে-মুধে সিহঁতৰ ঘৰখন চলি আছে।

সি ঘৰৰ কাৰণে চুৰ নকৰে।

চুৰ কৰি নিয়া চাহপাত সি দেওবাৰে হাটত কোনোবা এটা বেপাৰীক বেচি দিয়ে; বেচি তাৰ দামেৰে সি খাৰু, মণি, পিতলৰ আঙঠি, ৰূপৰ কাণফুল আদি কিনে— আৰু মনে মনে নি কিনাৰাক দিয়েগৈ। কিনাৰা এজনী কুলী ছোৱালী— তাৰ বাঞ্ছিতা। এই কিনাৰাৰ মনোৰঞ্জনৰ কাৰণেই সি চুৰ-কৰা পাত বেচি অলঙ্কাৰ কিনে।

সেইবাৰ এটা ইন্‌ভয়েচত তিনি হেজাৰ চাৰি শ পাউণ্ড চাহ পঠোৱাৰ কথা আছিল। তাৰ অনুপাতে চাহ তোলোৱা আৰু পাত মৰোৱাও হ'ল। অনুমান কৰিলো অতি কমেও চাৰে তিনি হেজাৰ পাউণ্ড হ'ব। পেকিঙৰ পিছত দেখা গ'ল আৱশ্যকীয়তকৈ ছয় পাউণ্ড চাহ কম হ'ল। খং উঠিল, কিয় ইমান কম হয়? হৰিৰ ওপৰতে সন্দেহ হ'ল। আকৌ তাক মতাই আনি সুধিলোঁ, সি অস্বীকাৰ কৰিলে। কিন্তু তাৰ লগৰ এটা কুলীয়ে আহি সাক্ষী দিলে যে হৰিয়ে এটোপোলা চাহ লৈ যোৱা সি নিজে দেখিছিল।

খঙে মোৰ মূৰৰ চুলি পালেগৈ। হৰিক ওচৰলৈ মাতি আনিলোঁ।

"তই চুৰ কৰা অভ্যাসটো এতিয়াও এৰিব নোৱাৰিলি।" সি তলমূৰ কৰি থাকিল, একো নেমাতিলে।

"নিজৰ কাৰণে যদি চুৰ কৰিলিহেঁতেন, তেতিয়াও এটা কথা। তই চুৰ কৰি মৰিছ কিহৰ কাৰণে, কেলেই চুৰ কৰিছিলি?"

তেতিয়াও সি একো নেমাতে।

"তোক মই বৰ মৰম কৰিছিলোঁ। কিন্তু আৰু নোৱাৰোঁ, তই মোৰ বাগিচাত কাম কৰিব নেলাগে।"

মোৰ কথাষাৰ শুনি তাৰ ক'লা মুখখন শেঁতা পৰি গ'ল। অলপ পৰ নীৰৱে থাকি সি মোৰ মুখলৈ চকু দুটা দাঙি চালে আৰু ভয়ে ভয়ে, লাহে লাহে ক'লে, "দোষ কৰিলোঁ বাবু —"

"বুজিছোঁ, এইবাৰেই কৰা নাই। বহুতবাৰ কৰিলি, আৰু নহয়। তই আৰু চুৰ নকৰিলে নোৱাৰ —"

"কাম কৰি পোৱা পইচাই নোজোৰে বাবু"

"সেই কাৰণেই চুৰ কৰিছ। নে চুৰ কৰিছ কিনাৰাৰ খাৰু-মণিৰ কাৰণে।"

"তাইক মই বিয়া কৰাব খুজিছোঁ বাবু।"

"যা তাইকে বিয়া কৰগৈ, অন্য ক'ৰবাত কাম বিচাৰি লগৈ; ইয়াত আৰু তোৰ কাম নহ'ব-"

সি আৰু একো মাত্তিবলৈ সাহ নকৰিলে, পিছদিনা সি আৰু নাহিল।

মানুহটো ভাল আছিল, কিন্তু কিনাৰাৰ কাৰণে সি বাগিচাৰ পাত চুৰ কৰি বাগিচাৰ হানি কৰিব, সেইটো সমৰ্থন কৰাৰ উপায় মোৰ নাছিল।

তাৰ পিছত ভালেমান দিন গ'ল। হৰি নামৰ এটা কুলীয়ে যে কোনোবা দিনা মোৰ বাগিচাত কাম কৰিছিল সেই কথা মনত পেলাবৰ কোনো অৱসৰ বা আৱশ্যক পৰা নাই। বাগান আগৰ দৰেই চলি আছে। পেক্ কৰাতো মানুহৰ অভাৱ নাই।

যুদ্ধৰ কাৰণে পেট্ৰলৰ ৰেচনিং আৰম্ভ হ'ল। পেট্ৰলৰ যোগাৰ কৰিব লগাত পৰিল। অৱস্থা দেখি ফাৰ্ষ্ট ক্লাছখনৰ চকা বেয়া হৈছে বুলি, চলাবলৈকে এৰি দি গেৰেজতে বন্ধ কৰি থ'ব লগাত পৰিল। এতিয়া মাত্ৰ চাহপাত নিবৰ কাৰণে লৰীখন চলাই আছোঁ— হিচাপ কৰি। লৰীখন বন্ধ হ'লে বাগানৰ ভীষণ হানি হ'ব। লৰী কেৰেয়া কৰি চাহপাত জাহাজঘাটলৈ নিবলৈ হ'লে ব্যৱসায়ত লাভ হোৱা দূৰৰ কথা, মূলৰ হানি পৰিব— নিশ্চয়।

মটৰখনৰ আৰু লৰীখনৰ কাৰণে যি পেট্ৰ'ল পাওঁ তাৰে অকল লৰীখন চলাওঁ, তথাপি নোজোৰে। অ'ত-ত'ৰ ধাৰ কৰোঁ, বেছি দাম দি কিনো; কোনোমতে কিছুদিন চলোঁ— এই আশা। পেট্ৰ'ল নোহোৱাৰ কাৰণে পঠাব লগা এটা ইন্‌ভয়চৰ পাত গুদামতে পৰি আছে। কি কৰোঁ তাকে ভাবিছোঁ, আৰু বাতৰি কাকতখনত ভালকৈ চাইছোঁ— পেট্ৰ'লৰ কাৰণে গভৰ্ণমেণ্টে কিবা নতুন প্ৰস্তাৱ পাছ কৰিছেনে কি!

ৰঘু নামেৰ কুলীটো আহি কাষতে থিয় হ'ল। কিবা এটা ক'বৰ কাৰণে সি ইতস্ততঃ কৰিলে। তালৈ চকু তুলি চালোঁ— "কি ৰঘু?"

"বাবু"—

"হুঁ, কি?"

"পেট্ৰ'ল, বাবু"—

"হ্যা, কি হ'ল?"

"পেট্ৰ'ল অলপ আছে বাবু"—।

"ক'ত আছে?"

"আপুনি ল'ব কি নাই ল'ব, জানো বাবু"—

"আৰে, আছে ক'ত?"

"বাবু, মই দেখি আহিছোঁ।"

"কিমান আছে?"

"যিমান লাগে সিমান আছে; দিব পাৰিব বাবু"—

"তই পাগল হৈছ?"

"নহয় বাবু। কিনাৰাহঁতৰ ঘৰত পেট্ৰ'ল আছে।"

"কিনাৰা? সেইটো কোন?"

"ফাণ্টু, বাবু—"

"সি ক'ত পালে পেট্ৰ'ল?"

"কোনোবা এটা–মানুহে আনি ৰাখিছে! বিকিব!"

"আচ্ছা, তই গৈ খবৰ কৰি আহিবি, বাৰু নেলাগে। মহৰীক লৈ যাবি। সেই কিনাৰা নে কি তাৰ ঘৰটো দেখুৱাই দিবি।"

মহৰীয়ে সেইদিনা ৰাতিয়ে খবৰ কৰি আহিল। সঁচাকৈয়ে পেট্ৰ'ল আছে— সেই কিনাৰাৰ ঘৰতে, কিনাৰাতো এজনী ছোৱালী।

মহৰীক ক'লোঁ, যেনে তেনে পেট্ৰ'লখিনি ল'বই লাগিব। নহ'লে পাত গৈ সময় মতে নেপালে, বহুত টকাৰ 'লচ' পৰিব। মহৰীয়েও কথাটো বুজিছিল। পিছদিনা মহৰী আকৌ কিনাৰাৰ ঘৰলৈ গ'ল।

কিনাৰাৰ পৰা মহৰীয়ে পেট্ৰ'লখিনি লৈ আহিল। দামৰ কথা সুধিলত ক'লে, "এতিয়া বাৰু লৈ যোৱা মহৰী বাবু, মইতো দামচাম একো নেজানো। মোক কোৱাও নাই। আপুনি বাৰু এতিয়া লৈ যোৱা। সি আহিলে তাকে পঠিয়াই দিম।"

আমাক পেট্ৰ'ল লাগিছিল— যি কোনো উপায়েই হওক। জোখ এটা কৰি মহৰীয়ে পেট্ৰ'লখিনি গধূলি লৈ আহিল। কিন্তু পেট্ৰ'লৰ দাম নিবলৈ কোনো নাহিল। সেইখিনি শেষ হ'লত কিনাৰাৰ তাৰ-পৰা মহৰী গৈ দুবাৰ পেট্ৰ'ল আনিলেগৈ। কিন্তু কিনাৰাই তাৰ দাম নলয়— কয়— সেইবোৰ তাইৰ বস্তু নহয়,

আৰু তাই তাৰ দামো নেজানে। সি আহিলে এইবাৰ তাই নিশ্চয় পঠিয়াই দিব। তথাপি কোনো নাহে।

মোৰ অলপ সন্দেহ হ'ল। পেট্ৰ'ল কিনাৰাই ক'ত পাইছে? কিন্তু বিশেষ অনুসন্ধান কৰিবৰো আৱশ্যক নেদেখিলোঁ। হওক তেও, যি কোনো উপায়ে মোৰ লৰীখন চলাই থাকিব পাৰিলে, কাৰবাৰটো চলি থাকে। তথাপি ভয় হৈছিল— জানোবা কোনোবা হিংসুকৰে কাম। মোক কিবা উপায়ে অপদস্থ কৰাৰ মানসত আছে।

সেইদিনা দোকমোকালিতে ৰঘুক পঠিয়াই দিলোঁ—কিনাৰাৰ ঘৰলৈ; কিনাৰাৰ ঘৰত পেট্ৰ'ল ৰখা মানুহটো মাতি আনিবৰ কাৰণে। ৰঘু আহি ক'লেহি যে সি কিছু পৰৰ মূৰত জলপান খাই আহিব। ৰঘু কোৰ মাৰিবলৈ গুচি গ'ল।

তেতিয়া ন'মান বাজিছে। বাতৰিকাকত আৰু চিঠিৰ কাৰণে ডাকবাংলাটোৰ ফালে বাটলৈ চাই আছোঁ।

ডেকা কুলী ল'ৰা এটা আহি চেলাম দিলে।

"ও, কি লাগে?"

"বাবু— মোক মাতিছিল?"

"মাতিছিলোঁ অ'— তই কিনাৰাৰ ঘৰত থাক?"

"তাত নেথাকোঁ বাবু। কেতিয়াবা যাওঁ।"

"তই ক'ত কাম কৰ?"

"ট্ৰেঞ্চপৰ্টত বাবু —"

"ট্ৰেঞ্চপৰ্টত?— এই ইয়াৰ মটৰ ট্ৰেঞ্চপৰ্টত?"

"তাৰ মটৰৰ কাৰখানাত বাবু।"

"পেট্ৰ'ল তই ক'ত পাব?"

"তাত ঢেৰ পেট্ৰ'ল বাবু। পেট্ৰ'লেৰে মটৰ চাকা-টাকা ধোৱে। বাবুবিলাকেতো ভৰিও ধোৱে।"

"তই ক'ত পাব?"

"মই মটৰৰ চকা ধোওঁ বাবু, তেতিয়া তাৰ পেট্ৰ'ল বচাওঁ। পানী আনি ধোওঁ।"

মই ভালকৈ তাৰ মুখলৈ চালোঁ। মানুহটোক চিনি পোৱা যেন লাগিছে।

"আগে তই ক'ত কাম কৰিছিলি?"

"ইয়াতে বাবু। আপোনাৰে বাগানতে কৰিছিলো।"

"গুচি গ'লি কিয়?"

"বাবুৱে খেদাই দিলে।"

"কোনে? মই?"

সি তলমূৰ কৰিলে।

মই আকৌ তাৰ মুখলৈ চালোঁ।

"তোৰ নাম কি অ'?"

"হৰিপ্ৰসাদ,বাবু।"

"হৰিপ্ৰসাদ— অ'? পেট্ৰ'লৰ তোক কিমান দাম দিব লাগিব?"

"মই কি জানো বাবু? চুৰি কৰি অনা বস্তু। দিলে কিবা দিব। নিদিলে নেলাগে।"

"কিয় চুৰ কৰিছ? ধৰা পৰ যদি!"

"এইবাৰ ফাল্গুনতে মোৰ বিয়া হ'ব বাবু?"

"কোন ছোৱালী?"

"কিনাৰা —" লাজে লাজে সি ক'লে।

"পিছে?"

"হাতত পইচা নাই। এনেকৈ অলপ পইচা হ'লে মোৰ সুবিধা হ'ব।"

মই একো নেমাতিলোঁ। সিও মনে মনে থাকিল।

"বাৰু তই যিমান পাৰ পেট্ৰ'ল দিবি। মোকে দিবি, আন কাকো নিদিবি, নকবিও।"

"ভাল বাৰু বাবু। ধৰা পৰি খেদা নেখাওঁ যদি যিমান পাৰোঁ দি থাকিম।"

সি গুচি গ'ল। মই তাৰ মুখখনলৈ লক্ষ্য কৰিলোঁ। তাৰ মুখত যেন এটা বিদ্ৰূপৰ হাঁহি। কাৰণটো নুবুজিলোঁ।

গেলনত এটকাকৈ দিয়া ঠিক কৰিলোঁ। মহৰীক ক'লোঁ, "গেলনত এটকাকৈ দিলেই সি মান্তি নহ'ব নে?"

"হ'ব। গেলন চেলন সিহঁতে কি বুজে।"

"কিন্তু সি দেখোন আজিও পইচাৰ কথা নুলিয়ালে?"

"মানুহটো আপুনি চিনি পালেনে?"

"সি দেখোন ক'লে যে আগে সি আমাৰ বাগানতে কাম কৰিছিল।"

"সঁচাই কৈছে। তাক মই দেখিয়ে চিনি পালোঁ। সেই যে চাহ চুৰ কৰাৰ কাৰণে খেদাই দিয়া হৈছিল— সিয়ে।"

মই কিবা এটা ভাবিলোঁ। একো নেমাতিলোঁ। "সেই ছোৱালীজনীৰ কাৰণে চাহপাত চুৰ কৰি আমাৰ ইয়াৰ পৰা খেদা খালে। এইবাৰ আকৌ তাইৰ কাৰণেই পেট্ৰ'ল চুৰ কৰাত লাগিছে। ধৰা নপৰিলেই হয়।"

"সেই কাৰণেই সি দাম নাই কোৱা নেকি?"

"এৰা, সি দেখোন পইচাৰ কাৰণেই চুৰ কৰিও, এতিয়া পইচা নিবিচৰা হ'ল।"

মনৰ মাজেদি নতুন কথা এটা খেলাই গ'ল। সি মোৰ ওপৰত প্ৰতিশোধ লোৱা নাইতো! এতিয়া সিতো মোকে চুৰ কৰাত লগাই দিলে, পইচা দিলেওতো চোৰাং পেট্ৰ'ল! আৰু চুৰ কৰিছোঁ ময়ে! সি তেন্তে অৱশেষত মোক চোৰ কৰিহে এৰিলে! প্ৰতিশোধ!

কিন্তু মোৰ কাৰবাৰ। আজিয়ে দুই লৰী পাত পঠাব লগা আছে।

"মহৰী?"

"ছাৰ?"

"পইচা লওক বা নলওক যিমান পোৱা যায় পেট্ৰ'ল তাৰ পৰা লৈ আহিবা। দেখিবা কোনোৱে যেন গম নেপায়।"

লৰীত পাতৰ বাকচ লদা চাবৰ কাৰণে মহৰীয়ে বেগাই খোজ দিলে।

# নতুন কবিতা

নীলাচলো নহয়, সন্ধ্যাচলো নহয়, পূব হিমালয়ৰ ঠেঙুলি ডফলা পাহাৰ। দূৰৰ পৰা কিজানি ইয়াকো বৰ নিমজ, বৰ ধুনীয়া দেখি। কিন্তু মই তাৰ ওপৰতে, এই ডফলা পাহাৰৰ বুকুতে থাকোঁ। আচল ৰূপটো মই ভালকৈ দেখিছোঁ। টান, পুৰণি, শিল, বনৰীয়া, বন-লতা, বিয়াগোম গছ আৰু সাপ-বাঘৰ আবাস। মাজে মাজে জাক পাতি বনৰীয়া চৰাইবোৰ উৰে, মাজে মাজে দল বান্ধি হৰিণা পহুবোৰে নৈত পানী খাবলৈ আহে। সেইখিনি অৱশ্যে মনোৰম। কিন্তু ইয়াতোকৈ মনোৰম শিলত খুন্দা খাই বগা ফেন ওলোৱা সোৱণশিৰীৰ কোবাল সোঁতটো, তাৰ জৰ্ জৰ্ কৰে শিলৰ ওপৰত পৰি থকা নিৰ্মল পানীবোৰত যেন নিৰস, নিৰ্জীৱ, ডফলা পাহাৰটোৰ গোটেই প্ৰাণটো সোমাই আছে।

সিফালে ডফলা গাঁও— পাহাৰৰ পৰা ভৈয়ামলৈকে। পৰ্বত নিবাসী জটাধাৰী মহাদেৱৰ বংশধৰ ডফলাবোৰ তাত থাকে— সেই ভোলানাথ থকা দিয়ে। নিজক লৈয়ে সিহঁত ব্যস্ত, বাহিৰ জগতৰ লগত কোনো সংশ্ৰৱ সম্বন্ধ নাই। নিজৰ খেতিৰ ভাত-মদ, নিজৰ খেতিৰ কপাহ-কাপোৰ, নিজৰ মনৰ অবাৰিত অবাধ-স্বাধীনতা। হাতে হাতে ধেনু-কাঁড়, দা, মুখে মুখে গুণ গুণ কৰি পৰ্বতীয়া ভাষাৰ আপুনি ওলাই অহা গান, গোহালিত গৰু, ভঁৰালত ধান।

সোৱণশিৰীৰ পাৰতে, একেবাৰে পাৰতে মোৰ ঘৰটো। উত্তৰলৈ পাহাৰ— হিমালয়ৰ আৰম্ভ, প্ৰথমতে চাপৰ, তাৰ পিছত ওখ, তাৰ পিছত আকৌ চাপৰ— নীলা, ধোঁৱা বৰণীয়া, ক'লা। নৈখন গৈছে মোৰ ঘৰটোৰ দখিণেদি। বগা বগা ফেন, সৰু সৰু ঢউ, আৰু ৰঙা-বগা সৰু সৰু শিল।

মই আৰু মোৰ ৰান্ধনি ল'ৰাটো; ৰঙা ৰঙা বাওধানৰ চাউল। দুই-এঘৰে কেতিয়াবা চেনিটো, পাভটো দিয়ে— চলি যায়।

"ভাগৰ— হৈছেনে ভাত?"

"ৰ'ব এথোন, জুইবোৰ জ্বলিলেহে —"

— মোৰ ৰান্ধনিটোৰ নাম ভাগৰ।

পৃথিৱীৰ পৰা ভালেমান দূৰত এই কাজলী পাম। ডাকঘৰটো থকাৰ কাৰণেহে গম পাওঁ যে ইয়াৰ বাহিৰত আৰু এখন ঠাই, আৰু এখন পৃথিৱী আছে। নহ'লে মোৰ চিঠিবোৰ আহে ক'ৰ পৰা?

সৰুৰে পৰা এটা ব্যাধি আছিল, এতিয়াও আছে— দুই-চাৰিখন কিতাপ-কাকত পঢ়া। তাতে অকলশৰীয়া দিনবোৰৰ সিহঁত এটা ভাল লগৰীয়া। অলপ পইচা খৰচ কৰি হ'লেও কেবাখনো মাহেকীয়া আলোচনীও অনাওঁ। সেয়ে অলপ বিলাসিতা।

এনেয়ে কাজলীপাম! আমাৰ দেশৰ অন্য ঠাইৰ পৰা কাগজ-পত্ৰ আহি পাবলৈ সৰু-সুৰা এমাহেই লাগে। তথাপি আগ্ৰহেৰে বাট চাই থাকোঁ। তাৰিখ গণনা কৰোঁ। অৱশেতে এদিন আহি জীৰ্ণ-শীৰ্ণ আলোচনী এখন হাতত পৰেহি।

মুঢ়াটো লৈ ঘৰৰ আগৰ অকণমান চোতালডোখৰতে বহোঁ। চকুৰ আগত সোৱণশিৰীৰ পাৰ-ওপচা পানী। কিন্তু তাক বাদ দি আলোচনীখনত চকু ফুৰাওঁ।

— "নৱম বছৰ, প্ৰথম সংখ্যা — পুহ।"

আচৰিত হৈ গ'লো। মোৰ দেখোন অকণো জাৰ লগা নাই। আজিয়েই জানো? আজি দুই-তিনিমাহ হ'ল জাৰ কাপোৰ এৰিলোঁ, এতিয়া জানো পুহ! সোৱণশিৰীত দুকূল-ওপচা পানী!

মুখৰ আগেদি সৰুকণ পাৰ হৈ গ'ল! তাক মাতি আনি সুধিলোঁ, "এইটো কি মাহ অ' সৰুকণ?"

সি আচৰিত হৈ মোৰ মুখলৈ চালে।

"এৰা, জেঠৰনো আৰু কেইদিন আছে। অহা শনিলৈ আহাৰ সোমাবই। এক, দুই, তিনি— তিনি দিননো কি, চকুৰ পচাৰতে যাব।" কৈ কৈ সি গ'লগৈ।

জেঠ কেৱল কাজলী পামতেহে হৈছেনে? আন কোনো ঠাইত হোৱা নাই জানো? পৃথিৱীৰ অন্যবোৰ ঠাইত জানো এতিয়াও পুহ হৈয়ে আছে?

নিয়মাৱলীখন চালোঁ— "প্ৰত্যেক অসমীয়া মাহৰ প্ৰথম সপ্তাহতে 'ত্ৰিবেণী' ওলাব।"

তেনেহ'লে অসমীয়া পুহ মাহৰ প্ৰথম সপ্তাহ এই জেঠৰ সাতাইছ তাৰিখেহে হয় নেকি! আলোচনীৰ সম্পাদকে দেখোন প্ৰস্তাৱ কৰি পঞ্জিকাখন সলনি কৰি ল'ব পাৰে। নহ'লে আমাৰ নিচিনা এচুকৰ অজ্ঞাতবাসীবোৰৰ প্ৰকৃতিৰ ওপৰত অবিশ্বাস জন্মায় কিয়?

ভাতকেটা খাই উঠিলত যেতিয়া কপালৰ ঘাম আহি পেটত পৰিলহি, মই নিশ্চিন্ত হৈ নিজকে ক'লোঁ— এনেকুৱা গৰমক আলোচনী সম্পাদকে পুহমহীয়া জাৰ বুলিবলৈ ভাল পায়, বোলক, মোৰ কাৰণে কিন্তু জেঠ সদায় জেঠ।

আলোচনীখনৰ মাজতে এখন ছবি— চকুত পৰিল। দহ বছৰ আগৰ এদল অসমীয়া ডেকা সাহিত্যিকৰ একেলগে তোলা ফটো। ছবিখনৰ ফালে বিশেষ নেচাই, তলত চিনাকিৰ কাৰণে দিয়া নামবোৰ চালোঁ—

"—[বাওঁহাতৰ পৰা] কাতৰ চন্দ্ৰ দুৱৰা, আতুৰ হাজৰিকা, বিহ্বল চলিহা, অৱসাদ কাকতী, নাস্তিচৰণ মজুমদাৰ, [মাটিত বহি] কুমাৰী [তেতিয়াৰ] ব্যাকুল কাকতী, শ্ৰীমতী ক্লান্তি বৰবৰা, কুমাৰী শ্ৰান্তি ফুকন, আৰু মিচ্ লেজী লেথাৰ্জি।"

ভাগৰে ধঁপাত চিলিম লগাই দি গ'ল।

সকলোৰে নাম তাত থাকক আপত্তি নাই, কিন্তু কি অধিকাৰত সম্পাদকে মোৰ নামটো, মোৰ ছবিখন প্ৰকাশ কৰিব? মইতো মোক এই অপমান দিবৰ কাৰণে কোনো দিন খাতিৰ কৰা নাছিলোঁ। বিতুল চলিহা— মই যেন তেওঁৰ ৰান্ধনিটোহে!

ফটোখন প্ৰকাশ হৈছে শ্ৰীযুক্ত চঞ্চল বৰপূজাৰীৰ সৌজন্যত। ধন্য সৌজন্য। লোকৰ ফটো এখন লোকৰ আলোচনীত প্ৰকাশ কৰি সদৰী কৰি বৰ ডাঙৰ সৌজন্য কৰিছে! আৰু পৰিচয়টো—

"আজি দহ বছৰৰ আগত এইসকল ডেকা-গাভৰুৰ অক্লান্ত চেষ্টাৰ ফলত অসমীয়া সাহিত্যই এক নতুন প্ৰগতিৰ আশা দেখিছিল। কিন্তু তেওঁলোকৰ জীৱনৰ অপ্ৰত্যাশিত বিপৰ্যয়বোৰৰ কাৰণে অসমীয়া সাহিত্যই এওঁলোকক বৰ অসময়ত হেৰুৱালে। তথাপি তেওঁলোকৰ আদৰ্শই আজিও নতুন ডেকা-গাভৰুৰ সাহিত্য-চৰ্চাত উদগনি দিব। ..."

সাহিত্য চৰ্চা নাম শুনিলেও ভয় লগা সাংঘাতিক বস্তু। সাহিত্য— কাম নাই, ৰবীঠাকুৰৰ নিচিনা প্ৰাসাদবাসীৰ ব্যৱসায়, কৰিবলৈ যাৰ একো কাম নাই, কল্পনা কৰিবলৈ যাৰ কোনো অসুবিধা নাই— তাৰ বিলাসিতা, ইবিলাকৰ আকৌ কি?

ঃ ভাগৰ —

ঃ কি কৈছে —

ঃ হাজৰিকাক মাতিছো বুলি কবিগৈছোন।

ঃ এতিয়াই?

ঃ ওঁ এতিয়াই। যেতিয়া আহিব পাৰে আহিব।

— আতুৰ হাজৰিকা। কাজলীপামৰ পোষ্ট মাষ্টৰ। তেৱেঁ-ময়ে কাজলীপামত পচিবৰ আজি চাৰি বছৰৰ বেছি হ'ল। কোন জনমত বিধাতাক খাটিছিলোঁ ক'ব নোৱাৰোঁ; কিন্তু দুয়ো একেলগে থাকিবলৈ পোৱাটো কম সৌভাগ্যৰ কথা নহয়। বৰুৱা-জজৰ বৰ ল'ৰাটো চোকা ল'ৰা হোৱাৰ দৰেই কথাটো আচৰিত।

ভাগৰ গ'ল।

আকৌ ছবিখন চালোঁ। সঁচাকৈয়ে আমাৰ ছবি। এইখন মোৰ— মোৰ ছবি। পুৰণি হ'লেও নিজৰ ছবিখন চাই ভাল লাগে। দহ বছৰৰ আগতে— অসমীয়া সাহিত্য— আদৰ্শ—!

কিন্তু মোৰ আজিৰ এই কাজলীপামৰ জীৱনটোৰ বাহিৰে আৰু যে এটা জীৱন আছিল আজি পাহৰিয়ে গৈছোঁ। দহ বছৰ—হে যোৱা দহ বছৰ— যেন তেনেই পাহৰি যোৱা এটা পুৰণি সপোন— ক'ৰবাত কোনোবা দিনা দেখিছিলোঁ। সাহিত্য— সেইটো কিন্তু একেবাৰেই মনত-নপৰা পুৰণি কথা। কলম এটা অৱশ্যে মোৰ এতিয়াও আছে— চিয়াহীৰ দোৱাত আছে পোষ্ট-অফিচত। তাৰেই মাহেকৰ

মূৰত এখন চিঠি আৰু এখন ডায়েৰি লিখোঁ। কাগজো হাজৰিকাৰ অনুগ্ৰহত পোষ্ট অফিচৰ পৰাই বিচাৰি লওঁ। সাহিত্য আকৌ কি?

ফটোখনলৈ ভালকৈ চালোঁ। মুখবোৰ চিনা চিনা লাগিল। কাতৰ দুৱৰা— তিনিখন চাহ বাগানৰ গৰাকী দুৱৰাৰ বৰ পুতেক! শ্যামলী নামৰ বঙ্গালী ছোৱালী এজনীৰ প্ৰেমত পৰিছিল। কবিতাও লিখিলে বহুত, "সবাৰ উপৰে মানুষ সত্য"— আদৰ্শ কবিতাই প্ৰবন্ধই বহুত দেখুৱালে। শ্যামলীৰ বাপেক বদলি হ'ল। দুৱৰাৰো জীৱনৰ সোঁত সলনি হ'ল। প্ৰায় এসপ্তাহ বিৰহত কটোৱাৰ পিছত ট্ৰেন্সফাৰ লৈ কলিকতা ওলালগৈ। সেইখিনিতে কবিতা শেষ।

দুৱৰা এতিয়া ডাঙৰ চাহ ব্যৱসায়ী।

অৱসাদ কাকতী— বৰ দুখত ডাঙৰ হোৱা মানুহ। ভালেমানখিনি অপ্ৰত্যাশিত অভিজ্ঞতাৰ মাজেদি জীৱনটো সৰকাই নি বিশ্ববিদ্যালয়ৰ এটা সন্মানৰ ডিগ্ৰী ল'লে। ছাত্ৰ থাকোঁতে আৰু তাৰ পিছতো নিবনুৱা হৈ থাকোঁতে ভালেমান উপন্যাস, গল্প আৰু বিপ্লৱী কবিতা লিখিলে। ভালেমান অসমীয়া কাকতৰ উচ্চ প্ৰশংসাও পালে। তেওঁৰ লিখনীৰ আদৰ্শ আছিল টলষ্টয় আৰু তেনে বিদেশী লেখক। গৰীব শ্ৰেণীৰ অৱস্থা উন্নয়ন আছিল তেওঁৰ জ্বলন্ত ভাষাৰ তেজ। পাঠক মাত্ৰেই 'কাকতী' বুলিলে কঢ়া-আজোৰা লাগে। তাৰ পিছত, চিভিল চাৰ্ভিচৰ পৰীক্ষা হ'ল, কাকতী হ'ল প্ৰথম। তাৰ পিছত হ, এ, চি, তাৰ পিছত শিক্ষামন্ত্ৰীৰ ভতিজা-জীয়েকৰ লগত মহা সমাৰোহেৰে বিয়া— তাৰ পিছত শেষ। পকা কছাৰীঘৰৰ হাকিমৰ আসনত বহি আৰু গৰীবৰ প্ৰশস্তি গান শোভা নেপায়।

বিৰাম বৰুৱা— একেবাৰেই নিশকতীয়া গাঁৱলীয়া ল'ৰা। যেনে তেনে গৈ কলেজ সোমাইছিলগৈ। তাৰ চকুত আছিল একুৰা জ্বলা জুই। তাৰ অন্তৰত আছিল এটা দুৰ্দম আদৰ্শৰ নতুন জীয়া ভাষা। তাকেই সি ৰূপ দিছিল— কবিতাত, গল্পত, প্ৰবন্ধত। সি আছিল নীৰৱ বিদ্ৰোহী। দেশৰ মুক্তিৰ কাৰণে, মাতৃৰ স্বাধীনতাৰ কাৰণে সি বিচাৰিছিল দেশবাসীৰ বুকুৰ তেজ। অসমীয়া পাঠকে তাৰ ভিতৰত দেখিলে এটি নতুন আশাৰ জোৱাৰ।

উত্তেজক, বিপ্লৱী কবিতা লিখাৰ কাৰণে তাৰ কাৰাদণ্ড হ'ল। এতিয়া সি কাৰাগাৰত। এতিয়া তাৰ সম্বন্ধ কাকত-কলমৰ লগত নহয়, হাতুৰী আৰু শিলৰ লগত। অসমীয়া সাহিত্য এতিয়া কাৰাগাৰত সোমাই আছে।

নান্তিচৰণ মজুমদাৰ— এতিয়া গড়কাপ্তানী অফিছৰ কেৰাণী, সিও কবি আছিল, কবিতা লিখিছিল। বগলী উৰি যোৱা, বেলি মাৰ যোৱা, গাঁৱৰ ছোৱালীয়ে পুখুৰীৰ পৰা পানী নিয়া, ৰাতি তৰা ওলোৱা— এই কথাবোৰ সি বৰ ধুনীয়া কবিতা কৰিব পাৰিছিল। খ্যাতিও আৰ্জিছিল। সি আছিল সৌন্দৰ্যৰ কবি। তলে তলে কোনোবা এজনী ডাঙৰ মানুহৰ ছোৱালীৰ লগত প্ৰেমত পৰিছিল। পিছে তৃতীয়

বাৰ্ষিকত নাম লগোৱাৰ এমাহ পিছতে বাপেক মৰিল। কলেজ, প্ৰেম, কবিতা সকলো এৰি ঘৰলৈ গুচি আহিল। ছমাহমান আকাশৰ ফালে চাই চাই কটাই, গড়কাপ্তানী অফিছত কেৰেণী সোমাল। কাঙ্কৰ আৰু শিলগুটি, কোৰ আৰু চাবলৰ হিচাপ মিলাই তাৰ দিনবোৰ কাটি যায়। কবিতাৰ ছন্দ মিলাবৰ সময় নহয়—.....

"কিহে চলিহা? ভাগৰে ক'লে, বোলে এতিয়াই বিচাৰিছে।"

"এৰা আহা, মহা ৰহস্য। হেৰ' ভাগৰ —"

"কি কৈছে?"

"চাওঁ তুলখন লৈ আহ। মহা ৰহস্যহে। আমাৰ ফটো ওলাইছে।"

"ফটো ওলাইছে? কি ফটো ওলাইছে?"

"এই চোৱাঁ।"

ত্ৰিবেণীখন হাজৰিকালৈ আগবঢ়াই দিলো।

"এইখন? এইখননো কাৰ ফটো?"

"চিনিব পৰা নাইনে?"

হাজৰিকাই চকুৰ আগলৈ নি ভালকৈ চালে।

"মই দেখোন ধৰিবই পৰা নাইহে —"

"প্ৰথমতে ময়ো পৰা নাছিলোঁ। পিছত পঢ়ি চাইহে চিনিছোঁ।"

"ঠিকেইতো"— তলৰ পৰিচয়খিনি পঢ়ি চাই হাজৰিকাই ক'লে—

"এইখননো পিছে কেতিয়া তোলোৱা মনত পৰিছেনে?"

"লেখাই আছে দেখোন দহ বছৰৰ আগতে। আমি তেতিয়া কলেজত আছিলোঁ।"

হাজৰিকাই ঘূৰাই-পকাই ফটোখন চোৱাত লাগিল।

"আ— মনত পৰিছে, মনত পৰিছে, — এইজনী সেই হেৰি নহয় নে?"

"লিখাই আছে দেখোন।"

"লিখাই আছে, এৰা।"

ভাগৰে আৰু এচিলিম ধঁপাত লগাই দি গ'ল।

"কান্তি বৰবৰা— সেই চিপ্ চিপ্ কৰে বেচেৰী ছোৱালীজনী নহয়নে? কোনোবা এজন কলেজৰ প্ৰফেচাৰৰ প্ৰেমত যে পৰিছিল —"

"তোমাৰ ভাল মনত আছেহে।"

"এৰা, চেহেৰাটো দেখি মোৰ ঠিক মনত পৰিছে। সেই যে প্ৰতিযোগিতাত গল্প লিখাৰ কাৰণে পুৰস্কাৰ পাইছিল।"

"তাৰ পিছত?"

"এৰা, তেজ্পিয়াৰ কাকতবোৰত এওঁৰ বহুত গল্প ওলাইছিল। সেই যে এবাৰ কোনোবা এটা ডেকা লেখকে এওঁৰ গল্পবোৰ আনৰ গল্পৰ পৰা নকল কৰা বুলি কাকতত উলিয়াই দিলে— তাৰ পিছৰ পৰা চুপ।"

"তুমি সকলো খবৰ ৰাখিছা দেখিছোঁ —"

"ছোৱালীবোৰৰ খবৰ ৰখাটোতো সেই সময়ৰ এটা 'হবিয়েই' আছিল।"

হাজৰিকাই হাঁহিলে।

"তাৰ পিছত কি হ'ল কিবা গম পোৱানে?"

"তাৰ পিছত? অ' প্ৰতিজ্ঞা কৰিলে বিয়া নকৰাওঁ বুলি। কিছুদিনৰ পিছত সেই প্ৰফেচাৰৰ ভায়েকৰ লগতে এওঁৰ বিয়া হ'ল।"

হাজৰিকাই আকৌ ফটোখনলৈ ভালকৈ চালে।

"হেৰা, এই ফ্ৰক পিন্ধাজনী সেই আমাৰ লগতে পঢ়া খৃষ্টান ছোৱালীজনী নহয়নে?"

"কোন? মিচ্ লেজী —?"

"এৰা— এওঁ আকৌ সাহিত্য কৰি পৃথিৱীৰ ধৰ্মবোৰ উঠাই দিব খুজিছিল। কমনো লিখিলেনে?"

"বক্তৃতাও জানো কম দিলে।"

"এৰা, এদিন ফিলচফীৰ প্ৰফেচাৰৰ লগত তৰ্ক লাগিছিল।"

"তুমিওতো তাইৰ প্ৰেমত পৰিছিলা?"

"মই— দূৰ—ৰ।"

হাজৰিকাই যেন মোৰ আগতে লাজ পালে।

"আৰে, হাজৰিকানী নাই, ভয় কৰিছা কিয়?"

"মই কিন্তু তাইৰ কাৰণে এটা কবিতাও লিখা নাছিলোঁ।"

"সেই যে 'আলোক'ত ওলোৱা তোমাৰ কবিতাবোৰ— তুমিয়েতো অসমীয়া শ্যেলি নাম পাইছিলা।"

"থোৱাহে সেইখন বাইবেল।"

"সেই যে ধৰ্ম নাই, সমাজ নাই, জাতি নাই, নিয়ম নাই, বিচাৰ নাই— কেৱল তুমি আৰু মই— মই মানে সেই ছোৱালীজনী।"

"এৰা, নামো কৰিছিলোঁ ভাল। পিছে সেই কবিতাই ফলিয়ালে। জাতি নাই, ধৰ্ম নাই, মানুহ নাই, কেৱল তুমি আৰু মই— আৰু এই ডফলা পাহাৰটো, ঠিক হ'ল নহয়নে?" কৈ কৈ হাজৰিকাই হাঁহিলে।

"কিন্তু এইবাৰ আৰু কবিতা নহয়— একেবাৰে গদ্য।"

"অ' সৌৱা ডাক আহি পালেহি। বহা দেই চলিহা, মই পাৰিলে এপাক আকউ আহিম —"

হাজৰিকাই মোৰ অনুমতিলৈ অপেক্ষা নকৰি ডাক-ঘৰলৈ বেগ দিলে।

টুলখনৰ পৰা চকীখনলৈ আহিলোঁ। আকৌ ত্ৰিবেণীখন হাতত তুলি ল'লো।

ফটোখনলৈ চাই নিজকে দহ বছৰৰ আগৰ সেই কলেজীয়া ডেকাটো যেন লাগিল। সেই বতাহৰ আগে আগে উৰি-ফুৰা মন, সপোনৰ মাজে মাজে উটি যোৱা দিন, হাঁহি আৰু প্ৰণয়ৰ গন্ধ-ব্যাকুল দৃষ্টি। কবিতা আৰু যৌৱন, আদৰ্শ আৰু স্বপ্ন, আশা আৰু অনুৰাগ।

আকৌ এজনী চিনাকি ছোৱালীৰ মুখ দেখি দহটা বছৰৰ মৰিছাই-ধৰা ব্যৱধান পাহৰি গ'লো। চকু দুটাত এতিয়াও চিনাকিৰ আত্মীয়তা আছে। এইজনী আগৰ সেই ব্যাকুল কাকতী।

শিল্পী আৰু কবি ব্যাকুল কাকতী। ধুনীয়া ধুনীয়া কবিতা লিখে, ধুনীয়া কথা কয় আৰু ধুনীয়া বক্তৃতা দিয়ে। চকুৰ চাৱনিটোও বৰ ধুনীয়া।

মোৰ নিৰস মানুহটোক তাইৰ ৰূপটোৱেই এদিন কবি কৰি তুলিছিল। চিঠি লিখিবলৈ নহ'ল, তাৰ পৰিৱৰ্তে লিখিলোঁ কবিতা। মৰম, মৰম পৰশা প্ৰেমৰ কবিতা। জীৱনতকৈ ডাঙৰ, মৰণতকৈ গভীৰ, জোনতকৈ উজ্জ্বল, আন্ধাৰতকৈ নিবিড় আমাৰ ভালপোৱা। তাৰ ভাষা জানে সাগৰে, তাৰ ইঙ্গিতৰ প্ৰতিবিম্ব আছে আকাশৰ গাঢ় নীলিমাত। শেষ নিশাৰ কোমল বতাহত আছে তাৰ স্নিগ্ধ সৌৰভ!

বহুত কবিতাৰ পিছত, এদিন হঠাৎ ব্যাকুল কাকতীয়ে ক'লে— "ময়ো কবিতা লিখিছোঁ।"

"জানি মোৰ যে ইমান ভাল লাগিছে।"

"মই প্ৰেমৰ কবিতা লিখিছোঁ।"

"আপোনাৰ প্ৰাণ আছে।"

"সেই কাৰণেই মোৰ দুখ।"

"দুখ? কি কাৰণে?"

"প্ৰাণ থকাৰ কাৰণে।"

"আপুনি নতুন কথা কৈছে।"

"একেবাৰে পুৰণি কথা কৈছোঁ। আপোনাৰ মৰমৰ বিনিময়ত যদি ময়ো অকপট মৰম দিব পাৰিলোঁহেঁতেন; জীৱনটো নিজৰ বুলি জানি সাৰ্থকতাৰ তৃপ্তি অনুভৱ কৰিলোঁহেঁতেন। কিন্তু আপোনাৰ কাৰণে থাকিব মাথোন মোৰ কবিতাখিনি।"

"আৰু?"

"আৰু? মোৰ কবিতাখিনিক যদি প্ৰাণৰ প্ৰকাশ বুলি ধৰে তেতিয়াহ'লে মোৰ প্ৰাণটো —"

"কিন্তু —"

"হয়, তাতকৈ বেছি আৰু মোৰ অধিকাৰত নাই। আপোনালৈ থাকিল মোৰ কবিতাখিনি। আৰু মৰম।"

বুজিলোঁ ব্যাকুল কাকতীৰ বিয়া অন্য কাৰোবাৰ লগত হ'ল। তাৰ পিছৰ এই দহ বছৰৰ নানা প্ৰতিঘাতৰ মাজত ব্যাকুলৰ কথা সমূলি পাহৰি গ'লোঁ। হয়তো ব্যাকুল থকা হ'লে কবিতাবোৰো মনত থাকিলহেঁতেন, কিন্তু সম্ভাৱনাবোৰ ৰহস্যহীন নহ'লেও, অৰ্থহীন।

বহুত দিন অতীত হৈ গৈছে। এটা, দুটাকৈ দীঘল দহোটা বছৰ। পৃথিৱীখন ভালেমান পৰিবৰ্তন হ'ল। জীৱনৰ কবিতাবোৰ সংসাৰ কমাৰ-শালৰ হাতুৰীৰ মাৰত ক'ৰবাত ভাগি টুকুৰা-টুকুৰ হৈ ধূলিৰ লগত মিলি গ'ল। প্ৰেমত পৰা, কবিতা লিখা, সেই ধুনীয়া কথাবোৰ বাস্তৱৰ পৰা সৌৰবণিৰ ৰাজ্যত ক্ৰমে অস্পষ্ট হৈ আহিল। লাহে লাহে কালৰ বতাহত উৰি আহি পৰা ধূলিবোৰে সিহঁতক তেনেই ঢাকি দিলে। সিহঁত বিস্মৃতি ৰাজ্যৰ আন্ধাৰৰ বুকুত লুকাই গ'ল।

সেই দহ বছৰ আগৰ লেখাবোৰে মোৰ চিনাকি ৰাখি থ'লে সাহিত্যিক বুলি।

মোৰ হাঁহি উঠিল, দুখো লাগিল। কিমান ডাঙৰ একোটা আদৰ্শ, কিমান ডাঙৰ একোটা সম্ভাৱনা উদাসীন কালৰ উপহাসে অৰ্থহীন কৰি দিলে। সেই উপহাসৰ পুনৰুক্তি ত্ৰিবেণীত প্ৰকাশ হোৱা এই ফটোখন! আমাক অপমান কৰিবৰ কাৰণেই হয়তো চঞ্চলে ক'ৰবাৰ পৰা বিচাৰি নি কাকতলৈ পঠাই দিলে। আমাক উপহাস কৰিবৰ কাৰণেই 'ত্ৰিবেণী'য়ে তাক প্ৰকাশ কৰিলে।

কিন্তু এই অপমানৰ ভাগী ব্যক্তিগতভাৱে আমিয়েইনে। সেইজনী ব্যাকুলৰ কাষতে বহা শ্ৰান্তি ফুকন! বেচেৰীৰ ৰূপ নাছিল, আছিল প্ৰাণ, ভৰসা নাছিল, আছিল আশা, সামৰ্থ্য নাছিল, আছিল আকাশ-লঙঘা আদৰ্শ। তাই পৃথিৱীক ভাল পাব জানিছিল, জীৱনক ভাল পাব জানিছিল, নিজক সন্মান কৰিব জানিছিল। দেশ আছিল তাইৰ স্বৰ্গ, নিজ ভাষা আছিল বিশ্ব প্ৰাণৰ ভাষাৰ সঙ্গীত। তাইৰ অকণমান সৰু হিয়াখনৰ মাজত ইমানবোৰ মাধুৰী থুপ খাই সোমাই আছিল! — কোনোৱে নজনাকৈ! কিন্তু তাই ভুল কৰিলে। তাই আহিল অসময়ত, তাই জন্ম ল'লে নিৰস অসমৰ বুকুত। তাইক যি লাগিছিল, তাই যি বিচাৰিছিল তাইৰ দেশৰ ভাই-ককায়ে তাইক দিব নোৱাৰিলে। তাইৰ যি আছিল তাকো কাঢ়ি নিলে।

তেতিয়াৰ পাঠকে বিচাৰি লেউসেউ কল্পনাৰঞ্জিত প্ৰেমৰ কবিতা, তাই দিলে কঠিন সত্যৰ অগ্নি-চৈতন্য। অসমীয়াই বিচাৰিলে গল্প— তাই দিলে বাস্তৱৰ নগ্ন চিত্ৰ। অসমীয়াই বিচাৰিলে আঁচলাৰ কাৰণে অসমীয়াই টোকা চকুলো, তাই দিব খুজিলে পীড়িত অসমীয়াৰ দুখ-সাগৰৰ মহানতাৰ আভাস।

প্ৰতিদানত পালে অৱহেলা। তাই চকু মোকলাই দিব খুজিলে, অসমীয়াই মুদি দিলে; তাই অসমীয়াক আগলৈ টানি নিব খুজিলে— অসমীয়াই তাইক আঁচলত ধৰি পিছলৈ টানিলে। অৱশেষত ভাগৰ লাগি বিৰক্তিত তাই বৈ গ'ল।

সোঁৱৰণি আজি আনন্দৰ নহয়, গৌৰৱৰ নহয়; দুখৰ, অপমানৰ। অসমীয়া সাহিত্যিকৰ জীৱনৰ ক্ষণস্থায়িতাৰ কাৰণে সাহিত্যিক যিমান দূৰ জগৰীয়া, অসমীয়া ৰাইজো সিমানেই, আন কি তাতোকৈ বেছি জগৰীয়া।

বাৰু থাওক, আজি আৰু নিজৰ অপূৰ্ণতাৰ কাৰণে পৰক দোষ দি লাভ নাই।

আতুৰ হাজৰিকা আৰু মই। অসমৰ এটা অখ্যাত প্ৰান্তত, জনহীন, আলোকহীন উপকণ্ঠত দিনৰ পিঠিত দিন জাপি এটা অৰ্থহীন, মূল্যহীন, অখ্যাত ভৱিষ্যতৰ বুকুলৈ বিৰাগী বাসনা লৈ আগবাঢ়ি গৈছোঁ। অথচ আমাৰো এটা মূল্য আছিল!

আমি যদি কান্দিছিলোঁ, অসমীয়া ভাষাৰে কান্দিছিলোঁ; প্ৰেমৰ কথা কৈছিলোঁ, অসমীয়া ভাষাৰে কৈছিলোঁ; ভুল কৰিছিলোঁ, সিও প্ৰকাশ পাইছিল অসমীয়াৰ মাজেদিয়ে। হাজৰিকা আজি পোষ্টমাষ্টৰ— ১৮.০০ টকা দৰমহা; দুটা ল'ৰা-ছোৱালী, এবোজা অনাটন, ক্ষীণ ভৱিষ্যৎ, অখ্যাত বৰ্তমান আৰু অতীত— অতীতটো নাইকিয়াই হৈ গৈছে!

"আজি ভাতনো কিহেৰে খোৱা হয়— একোডাল নাই"— মোৰ কাণত পৰাকৈ ভাগৰে কয়।

'একোডাল নাই'— ভাত খাবলৈ একোডাল নাই, কথা পাতিবলৈ একোডাল নাই— এই নোহোৱাৰ মাজতে পৰি আছোঁ একো নোহোৱা মই! যেন ডফলা পাহাৰৰ মাজৰ কোনেও নেদেখা এটা শিল! চিকুটিলেও সঁহাৰি নাই!

"ভাগৰ —"

"কি কৈছে?"

"তেলৰ কিবা খবৰ পালিনে?"

"নাই, ক'ৰনো তেল পাব —"

আজি পাঁচ দিন কেৰাচিন নাই। প্ৰায়েই নেথাকে। মাহেক দুমাহৰ মূৰত ৫৮ মাইল দূৰৰ নগৰখনলৈ যেতিয়া যাওঁ তেতিয়া যিমান পাৰোঁ লৈ আহোঁ। নহ'লে গধূলিতে জুইৰ পোহৰত কোনো মতে ভাতমুঠি খাই শুই থাকোঁ।

'ত্ৰিবেণী'ৰ ফটোখনে প্ৰাণত এটা পুৰণি অভিজ্ঞতাৰ প্ৰেৰণা জগাই তুলিলে। যেন এটা কবিতা লিখিম, দহ বছৰৰ পুঞ্জীভূত অভিযোগ এটা অগ্নিবৰ্ষী ছন্দেৰে সকলোকে চিঞৰি কৈ দিম।

কিন্তু কেৰাচিনা নাই!

অনিচ্ছা সত্ত্বেও যেতিয়া শিক্ষাৰ মাজভাগতে অসমাপ্ত অভিজ্ঞতা লৈ নিজ গাঁৱলৈ ঘূৰিলোঁ, তেতিয়াও বহুত কবিতাই প্ৰকাশ বিচাৰিছিল, বহুত নোকোৱা কথা আহি ভাষাত ৰূপ ল'বৰ কাৰণে মোৰ হিয়াৰ দুৱাৰত জুমুৰি দিছিল। কিন্তু তেতিয়া মই জীৱিকাৰ কাৰণে সংসাৰৰ সহস্ৰ অন্য মানুহৰ দৰে বাটে-বাটে, দুৱাৰে-দুৱাৰে ঘূৰি ফুৰিলোঁ। সংস্থানৰ এটা দিহা, পেহৰ পোৱণি মাৰ-নিওৱাৰ এটা উপায়, তাৰ কাৰণে বাদ দিলোঁ কলেজীয়া জীৱনৰ ৰাঙলী নিচা কবিতাৰ সপোন-ভৰা আবেশ। জীৱিকাৰ উপায় লাগে, আই-ভনী লৈ আঠোটা প্ৰাণীৰ জীয়াই থকাৰ ব্যৱস্থা লাগে। প্ৰেম নহয়, নীলা চকুৰ গাঢ় চাৱনি নহয়— এমুঠি ভাত, এসাজ কাপোৰ! মোৰ পৰিচয়টো লাহে লাহে নিজেই পাহৰি আহিলোঁ।

মাহে ত্ৰিছ টকাত এটা প্ৰাইভেট স্কুলত তিনি মাহৰ কাৰণে মাষ্টৰ সোমালোঁ। পাঁচ দিনৰ মূৰত গম পালোঁ সেই স্কুলৰ চেক্ৰেটৰীৰ জীয়েকজনীক মোলৈ দিবৰ কাৰণে কটকী গৈ আইৰ ওচৰ পালেগৈয়ে। আৰু দুদিন থাকি তাৰ পৰা বিদায় ল'লো। বেঙ্কত কেচিয়াৰ লাগে বোলাত দৰ্খাস্ত দি দেখা কৰিলোঁ। তিনি হেজাৰ 'চিকিউৰিটি ডিপজিট' আগে দিব লাগে।

আৰু বহুত ঘূৰিলোঁ। বহুত নতুন আলিবাট, বহুত নতুন মানুহ, বহুত নতুন ঘৰৰ লগত পৰিচয় হ'লো— জীয়াই থকাৰ বাট বিচাৰি। ইয়াৰ ভিতৰত এদিনো কবিতাৰ কথা মনত নপৰিল। সকলো কবিতাৰ ছন্দ পাহৰি মুখস্থ কৰিলোঁ দৰ্খাস্তৰ ফৰ্ম, চালান দিয়াৰ কায়দা, কথা কোৱাৰ 'এটিকেট'। কবিতা হেৰাল।

কেইজনীমান ডাফলী ছোৱালীয়ে মূৰত একোবোজা খৰি লৈ আহি নৈৰ পাৰত ৰয়হি। সিহঁতৰ গালবোৰ পূৰঠ ৰঙা। 'ত্ৰিবেণী'ৰ নিৰ্জীৱ ফটোখনৰ পৰা চকু এৰুৱাই নি সিহঁতৰ ফালে চাওঁ। কোনো দিনে তেল-নোলোৱা সিহঁতৰ চুলিবোৰত মাৰ-যাব ধৰা বেলিৰ হেঙুলী ৰ'দবোৰ পৰেহি। সিহঁতৰ পূৰঠ বাহুবোৰ সোণ বৰণীয়া হয়।

"ৰাংনি —!"

"ৰবি বাবু —"

"হেৰ আজি ভাত খাবলৈ একো নাই!"

"শুকান মাছ খাবি?"— হাঁহি তাই কয়।

"ধেৎ কেলেই তেনেকৈ কৈছ!" কাষৰে আনজনীয়ে কয়।

"ভাগৰক বাৰু আমাৰ ঘৰলৈ পঠিয়াই দিবিচোন —"

"তয়ে হ'বলা দি যাবহি নোৱাৰ?"

"পাৰোঁ— পিছে —"

"কিনো হ'ব?"

"বাৰু ময়ে দি যাম দে। এতিয়া যাওঁ, বেলি পৰিলেই —"

মূৰত খৰিৰ বোজাবোৰ লৈ হাঁহি-কিৰিলি পাৰি সিহঁত যায়গৈ।

"আপুনি ভাতৰ জুইকুৰা অলপ চাবচোন, মই ৰাংনিহঁতৰ তাৰ পৰা আহোঁ—"

সিহঁতৰ পিছতে ভাগৰ ওলাই যায়! জানো সিহঁতৰ লগত ধেমালি কৰিবৰ মন!

'ত্ৰিবেণী'খন জপাই বহাৰ পৰা উঠো, আৰু ভাতৰ তলৰ জুই চাবলৈ ভিতৰ সোমাওঁ।

সোৱণশিৰীৰ বুকুত তেতিয়া আকাশৰ গাৰ পৰা কেঁচা-সোণৰ ধল নামি আহিছে।

দহ বছৰ আগতে হয়তো তাত বহুত কবিতা আছিল। আৰু আজি?

সোৱণশিৰীৰ কবিতা মোৰ ভাত-চৰুৰ তলৰ জুইতকৈ অকণো উজ্জ্বল নহয়।

ক্ষমা কৰিব, কাজলীপামত কি কৰিছোঁ নকলোঁ।

# ব্যথাৰ স্বৰ্গ

মৰা মানুহৰ অনুজ্ঞা পূৰণ কৰিবৰ কাৰণে মৃত্যুৰ পিছত জীৱহীন 'উইলে' দাবী কৰা দি— নীলিমাক ভাল পোৱাৰ কিবা এটা এৰিব নোৱৰা সোঁৱৰণিৰ অনুৰোধে উপেনৰ ওচৰত যেন আজিও এটা জীৱন্ত দাবী উত্থাপন কৰে। ইচ্ছা কৰি তাৰ পৰা আঁতৰি থাকিবৰ চেষ্টা কৰিও কিয় জানো সি তাৰ কাৰণে আজি কোনো অৰ্থ নথকা সত্ত্বেও নীলিমাৰ স্মৃতিটো তাৰ জীৱনৰ পৰা বাদ দিব নোৱাৰে, সকলো নোপোৱাৰ মাজত কিবা এটা পোৱাৰ পৰশ বিচাৰি সি আজিও তাৰ লক্ষ্যহীন জীৱনৰ বাট বুলি গৈ থাকে— গৈ থকাতেই তাৰ আনন্দ।

* * *

উপেনে নীলিমাক ভাল পায়— কোনেও নেজানিলেও মই জানো। তাৰ হৃদয়ৰ নীৰৱ আৰাধনা কি, দূৰৰ নীলা আকাশৰ অসীমৰ বুকুত চকু দুটাৰ কৰুণ দৃষ্টিখিনি ৰাখি সি কি ভাবে বুজোঁ। জানো তাৰ জীৱনে নীলিমাক বিচাৰে— তাৰ সম্পূৰ্ণ নিজৰ কৰি, তাক সম্পূৰ্ণ নীলিমাৰ কৰি। নীলিমাক নোপোৱাৰ বাস্তৱ সপোনটোও তাৰ চকুত নপৰি থকা নাই— তথাপি সি নীলিমাক ভাল নেপাব— নীলিমাৰ সাধনা নকৰিব— তাৰ কোনো অৰ্থ সি বিচাৰি নেপায়।

'হয়তো মোৰ ভুল হৈছে —' সি চেষ্টা কৰি ভাবে। 'হয়তো নীলিমা— সৌ দূৰৰ নীলিম আকাশখনৰ দৰেই আগবাঢ়ি যাওঁমানে আঁতৰিহে গৈ থাকিব— মোৰ জীৱনত নীলিমাক লগ ধৰিব নোৱাৰিম! কিন্তু নীলিমাৰোতো প্ৰাণ আছে। আজীৱন পিছে পিছে গৈ থকা দেখিও, পথৰ ক্লান্তিত মোৰ বুকু ভেদি অহা তপত হুমুনিয়াহ শুনিও— এবাৰ উভতি নেচাবনে? নীলিমা জানো সৌ হিয়াহীন, প্ৰাণহীন আকাশখনৰ দৰেই স্পন্দনহীন, অন্তঃসাৰশূন্য।'

— এই প্ৰশ্নৰ উত্তৰ সি অতীতৰ বুকুৰ পৰা বিচাৰি লয়।

নীলিমাৰ লগত হোৱা তাৰ জীৱনৰ সামান্য অভিজ্ঞতা এটিৰ কথাও সি মোৰ আগত নুলুকুৱায়, কৈ যায় ভঙা ভঙা ভাষাৰে, নিজকেই কোৱাৰ দৰে— সকলোখিনি সি মোক কয়। সহানুভূতি বিচাৰি নহয়— এটা প্ৰাণৰ ৰোধিব নোৱৰা আৱেগত, বাট বিচাৰি নোপোৱা বেদনাৰ অনুৰোধত। তাৰ আৱেগ-জড়িত ভাষা লাহে লাহে সৰু হৈ আহি কেতিয়াবা নুশুনা হৈ পৰে। তেতিয়া তাৰ ভাষা বিৰিঙি উঠে তাৰ চকু দুটাত— মই বুজোঁ। তাৰ যুক্তিবোৰ তাৰ কথাবোৰ হাঁহি উৰাই দিবৰ চেষ্টা কৰোঁ।

"থ উপেন, এইবোৰ সকলো তোৰ বিদেশী নভেল পঢ়াৰ দোষ। নীলিমা— নীলিমা, — এজনী অসমীয়া ছোৱালী। তাত ডেচ্‌ডেমোনা, জুলিয়েটৰ সেইবোৰ

'ৰ'মাণ্টিক ভেঞ্চ্যাৰ' বিচৰা— এটা কবি-কল্পনাৰ মূৰ্তি বিচৰা তোৰ ভুল। প্ৰেমৰ কবি, বিৰহৰ কবি অসমত বহুত আছে— পাৰিলে অন্য কিবা এটি হ'ব।"

সৰু এটা হুমুনিয়াহেৰে সি কয়, "কবি মই কোনো দিনেই নাছিলোঁ, আৰু হ'ব পৰাৰ আশাও নাই, ইচ্ছাও নাই; কিন্তু ফুটফুটীয়া হেজাৰ হেজাৰ তৰা বুকুত লুকাই ৰখা সৌ আকাশখনলৈ চালে তাত জানো সেই চকু ভাগৰি পৰা নীলাবোৰৰ বাহিৰে আৰু কিবা থকাৰ সন্তেদ পায়? কিন্তু তয়ো স্বীকাৰ কৰিব লাগিব যে সেই মায়াভৰা আকাশখনৰ বুকুতে ৰাতিৰ অসংখ্য ৰূপালী তৰাবোৰ লুকাই আছে। তোৰ কাৰণে নীলিমা এজনী ছোৱালী— তাতকৈ বেছি একো নহয়, কিন্তু"—

"বুজিছোঁ। ইয়াৰ মূলতে কীট্‌ছ্‌, বাইৰণৰ কবিতা। সহজ এজনী ছোৱালীক বুজিব নোৱাৰা এটা সাঁথৰ বুলি ধৰি লোৱাই তোৰ ভুল হৈছে।"

"এৰা, হয়তো মোৰ ভুল হৈছে। হওক, তাত মোৰ কোনো আক্ষেপ নাই। ভুল কৰি মোৰ ভাল লাগে। এই ভুলত এটা তৃপ্তি আছে— হয়তো তই বুজিব নোৱাৰিবি।"

"বুজিছোঁ, সকলো বুজিছোঁ। ভুল কৰাৰ পিছত ভুলত এটা আত্মপ্ৰসাদ আছে বুলি নক'লে আৰু কোনো যুক্তি নাই। কিন্তু তোৰ এই প্ৰেমৰ মান-মন্দিৰটোৰ ভিতৰত অকল কল্পনাক লৈ ব্যস্ত নেথাকি, তোৰ কৰ্তব্য হৈছে অলপ গৱেষণা চলোৱা। পৃথিৱীত বহুত ডেকা ল'ৰাই বহুত ছোৱালীক দেখিয়েই প্ৰেমত পৰে— ভালপায়— সিহঁতৰ কাৰণে ভাবে, আনকি নেপালে আত্মহত্যাৰ কাৰণে 'আৰ্চেনিক'ৰ যোগাৰ কৰিবলৈকো নেপাহৰে। কিন্তু ছোৱালীবোৰে ডেকাহঁতৰ কথা ভাবেনে নাই— সেইটো ভবাহে প্ৰথম কাম। নীলিমাই তোৰ কথা কিমান ভাবে— নীলিমাই তোক কিমান ভাল পায় তাৰ কিবা গম জানো তই পাৱ?"

"ক্ৰিয়াৰ প্ৰতিক্ৰিয়া আছে, ধ্বনিৰ প্ৰতিধ্বনি আছে। ভালপোৱাৰ বিনিময়ত ভালপোৱা স্বাভাৱিক। দাপোণৰ প্ৰতিবিম্বৰ দৰে সি অৱশ্যম্ভাৱী।"

"দাপোণৰ প্ৰতিবিম্ব আছে মানো; কিন্তু কোনোবাই কেতিয়াবা যদি জলমলীয়া দেখি দাপোণ বুলি শিল এছটাত তাৰ মুখৰ প্ৰতিবিম্ব বিচাৰে, তেতিয়া সি বুজিব যে মুখ সকলোৰে থাকিব পাৰে,কিন্তু তাৰ প্ৰতিবিম্ব সকলোতে নুঠে।"

"সি এটা যুক্তি। সি তোৰ 'লজিক', কিন্তু লজিকৰ কষতিত থঁহিলে যিটো পৰম ভুল বুলি তই কবি, আমাৰ তেজ-মঙহৰ জীৱনত লজিকৰ পৰা দূৰত থকা যুক্তিহীন জগতত সিয়ে এটা নিকৰুণ নগ্নঠা সত্য। জীৱন আৰু লজিকৰ মাজত এতিয়াও বহুত কল্পনা সোমাই আছে। আৰু মই যুক্তিক কোনো দিনেই নেমানো; দুখন হৃদয়ৰ যোগ দুয়ে দুয়ে চাৰি হোৱাৰ দৰে এটা অঙ্ক নহয়, যে সি, যোগৰ নিয়ম সদায় মানি চলিব।"

তাৰ ইমান দীঘলীয়া বক্তৃতাৰ পিছত আৰু কিবা ক'বলৈ বিচাৰি নেপাওঁ। নিৰস্ত্ৰ কৰিবৰ ব্যৰ্থ চেষ্টা কৰি অৱশেষত তাৰেই অভিমতত সন্মতি জনাওঁ।

অলপ দিনৰ পৰিচয়। কলেজৰ সহপাঠী হিচাপে উপেনৰ লগত মোৰ চিনাকি। কিন্তু সি হেনো মোৰ ভিতৰত কিবা তাৰ নিচিনা মানুহ এটিৰ বাতৰি পায়, সেয়ে মই তাৰ বন্ধু! 'আপুনি', 'তুমি'ৰ সীমা অতিক্ৰম কৰি তাৰ-মোৰ মাজত সম্বন্ধৰ সম্বোধনটো বন্ধুত্বই নি 'তই'ত পেলাই দিয়ে অতি অলপ দিনৰ ভিতৰতে।

নীলিমাক সি এৰি আহিছে। তাইতকৈ দুবছৰৰ 'চিনিয়ৰ' সি। নীলিমাই এইবাৰ কলেজৰ দুৱাৰডলিত ভৰি দিছেহি— অৱশ্যে কলেজ বেলেগ। আজি সিহঁতৰ মাজত দূৰত্বৰ এটা বহল ব্যৱধান আছে। কিন্তু উপেনৰ কাৰণে এই ব্যৱধান হৈ উঠিছে এটা মাৰাত্মক সুন্দৰ নতুন অভিজ্ঞতাৰ বাহক।

চকু মুদি কলেজৰ ক্লাছকেইটা কৰি দিনটো কেনেকৈ যায় তাৰে প্ৰতীক্ষাত থাকে সি! আবেলি মোৰ লগত ফুৰিবলৈ ওলাই যায়। তাৰ কোৱা কথাবোৰৰ ভিতৰত এটি দুৰ্বিষহ বেদনাৰ সম্ভেদ মই পাওঁ। সমবেদনাৰ কাৰণে ভাষা বিচাৰিলে 'অ' হ'ল মনে মনে থাক' বুলি মোক বন্ধ কৰি দিয়ে।

কোনো চিঠি উপেনে নীলিমালৈ নিদিয়ে। হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট যিহে 'কাৱা' আৰু সিও যিহে ভাবপ্ৰৱণ— কিবা বুলি কিবা এটা লিখি দিয়াৰ ভয়তে সি চিঠি নিলিখে। কলেজত নাম লগোৱাৰ পিছতে নীলিমাই তালৈ এখন চিঠি দিছিল; তাৰ উত্তৰ সি যি দিলে নীলিমাই হয়তো আচৰিত হৈ গৈছিল। নিৰস কথাৰে পৰীক্ষাৰ প্ৰশ্নৰ উত্তৰ লিখাৰ দৰে নীলিমাই সোধা দুই-চাৰিটা কথাৰ সংক্ষিপ্ত উত্তৰ, 'মোৰ ভাল, আশাকৰোঁ তোমাৰ কুশল'— এনে ধৰণেৰেই সি উত্তৰ দিলে।

* * *

নীলিমা ধনীৰ ছোৱালী, আভিজাত্যৰ মাজত লালিত-পালিত হোৱা— সুখৰ মাজত নিজৰ অভিৰুচি মতে ঐশ্বৰ্যভৰা যৌৱন বিচাৰি লোৱা। কেতিয়াবা মালীৰ যত্ন কৰাৰ মতে নুফুলি নিৰ্দিষ্ট দিনৰ পূৰ্বেই ফুল অন্য কাৰোবাৰ পৰশত বিকশি উঠাৰ দৰে নীলিমায়ো বয়সৰ ডাকবচন মতে ক্ৰমিক অভিব্যক্তিৰ ৰীতিটোক প্ৰত্যাখ্যান কৰিয়ে যেন তাৰ পূৰ্বেই নিজৰ কাৰণে, নিজৰ পূৰ্ণতাৰ কাৰণে, যৌৱনৰ উপচাৰবোৰ আহৰণ কৰি লৈছে। তাত হয়তো তাইৰ এটা গৌৰৱো আছে, কিন্তু তাতোকৈ বেছি আছে লাজ— লাজ, নিজৰ জয়ৰ কাৰণে; লাজ, নিজৰ পূৰ্ণতাৰ গৌৰৱৰ কাৰণে।

আৰু উপেন— নীলিমাৰ বাপেক 'হাকিম'ৰ এজন তলতীয়া কৰ্মচাৰী তাৰ বাপেক। অন্যান্য ক্ষেত্ৰত এনে পৰিবাৰৰ মাজত ঘনিষ্ঠতা দূৰৰ কথা, বাক্য বিনিময়ৰো সুযোগ নেথাকে, কিন্তু পুৰণিকলীয়া প্ৰতিবেশী বুলি এই দুই পৰিবাৰৰ

যথেষ্ট সৌহাৰ্দ্য আৰু প্ৰীতি গঢ়ি উঠিছে। তথাপি ব্যৱহাৰিক জগতৰ মাপকাঠীৰে জুখি চালে উপেন আৰু নীলিমাৰ মাজত এটা ডাঙৰ তাৰতম্য ওলাই পৰিব।

"চা উপেন —" কেতিয়াবা তাক কওঁ, "পৃথিৱীত মানুহতকৈ টকাৰ দাম বহুত বেছি। তই যদি তোৰ ওজনৰ ওবস্তা ধান দি এটা কণা বা লেঙেৰাক ক'ৰবাৰ অপ্সৰী এজনীৰ বাপেকৰ ওচৰলৈ পঠাই দিয়, আৰু তই নিজে শুদা হাতে তোৰ ধুনীয়া মুখখন লৈ প্ৰাৰ্থী হৈ একেলগে সেই ঘৰত ওলাবগৈ— দেখিবি গৃহস্থই সই বস্তুটোৰে সৈতে কণাটোক জোঁৱাই পাতি বুকুত সুমাই ল'ব আৰু তোক ঘূৰিও নেচায়, তেতিয়া তোৰ— 'ফিৰে চল আপন ঘৰে ...'।"

টকাৰ দাম মানুহতকৈ বেছি! কেতিয়াবা ক'ৰবাত এদিনৰ কাৰণে হ'ব পাৰে— কিন্তু মানুহৰ দাম চিৰদিন সকলোতকৈ বেছি।"

নিজে গঢ়ি লোৱা তাৰ নিজৰ জগতত নিজেই কৰি লোৱা তাৰ নিয়মবোৰ— অন্য কাৰো তাত অধিকাৰ নাই। এটি তৃপ্তিৰে তাৰেই কাৰ্য-কলাপবোৰ চোৱাত মনোযোগ দিওঁ।—

ইয়ালৈ অহাৰ আগতে—

নীলিমাৰ খট্‌খটিয়ে উপেনৰ ভৰিৰ খোজবোৰ ভালকৈয়ে চিনি পায়। প্ৰতিবেশী বুলি সাধাৰণতে থকা অহা-যাহ আৰু, উপেন আৰু নীলিমাৰ আলাপ-আলোচনাৰ এটা পাৰ্থক্য আছে। সদায় কাছাৰীৰ আইনৰ পুথি আৰু ইংৰাজী বাতৰিকাকতৰ মাজত মূৰ সুমাই মনে মনে থকা হাকিমৰ চকুত নীলিমাহঁতৰ সৌহাৰ্দ্য চকুত পৰিছিল— কিন্তু সি তেওঁৰ মুখৰ এটা শব্দও উলিয়াব নোৱাৰিলে। 'সময়ত আপুনি বুজি পাব'— এই আছিল তেওঁৰ অভিমত।

আৰু নীলিমাৰ মাকৰতো উপেন একেবাৰেই আপোন। 'উপেন, নীলিক ভাল চাদৰ এখন আনি দিবি অ'— সেইদিনা স্বৰ্ণৰ মাকে যে পিন্ধিছিল তেনেকুৱা চোলাৰ কাপোৰৰ গজে কিমান ক'ব পাৰনে'; এইবোৰৰ উত্তৰ উপেনে সদায় দি আহিছে— অতি আনন্দেৰে।

আৰু নীলিমাৰ উপেন হ'ল— 'উপেনদা'।

'উপেনদা'— কেতিয়াবা বৰ গভীৰ— নীলিমাৰ বুকুৰ মাজৰ পৰা ওলাই আহে— আৰু কেতিয়াবা কোনো বিশেষত্বহীন, তথাকথিত। তথাপি উপেনে তাত এটা প্ৰাণৰ পৰশৰ সন্ধান বিচাৰি পায়। কেতিয়াবা এই 'উপেনদা' হৈ উঠে এটা চঞ্চল— এটা বুজিব নোৱৰা কিবা। আজিৰ এই 'উপেনদা'ৰ অৰ্থ কি হ'ল। উপেনে ভাবে।

কিন্তু উপেনৰ 'নীলি'— সদায়েই কোমল গাঢ়, অন্তৰৰ নিবিড় আন্তৰিকতা সনা; তাত চাঞ্চলতা নাই, উপহাসৰ মধুৰ তিক্ততা নাই। চিৰদিনেই মাতি আহিছে

'নীলি' বুলি। সেই ভাষা— দূৰৰ আকাশৰ নীলাখিনিতকৈয়ো বেছি গাঢ়— বেছি আবেগভৰা— দিগন্তৰ আলো-ছায়াৰ আবেশতকৈয়ো বেছি কৰুণাকোমল।

— "উপেনদা, আপুনি ডেকা ল'ৰা নেকি?"

"জানো মই প্ৰফেচাৰক সুধিব লাগিব —"

"কিয়, প্ৰফেচাৰেহে জানে, আপুনি নেজানে?"

"এৰা, নেজানো। বহুত কথাই মানুহৰ নজনা থাকে। আৰু তোমাৰ কথাটোও বাইদেউক সুধিব লাগিব।"

— "কি বুলি?"

"তুমি গাভৰু?" —

"ধেৎ আপোনাৰ বৰ লাজ নাইকিয়া —"

"সঁচাকৈয়ে নীলিমা জানো গাভৰু হৈছে? কথা-বতৰাবোৰ এতিয়াও সৰু ছোৱালীৰ দৰে, চকু দুটা শিশুৰ চকুৰ দৰে সৰলতাভৰা— সহজ। মাত্ৰ তাৰ লহ-পহ কৰে বাঢ়ি অহা সুঠাম দেহাটো —" নীলিমাৰ মুখখনলৈ একেথৰে চাই থাকি সি ভাবে, —

"কি চাইছে উপেনদা?"

"চাইছোঁ তোমাৰ ডাঢ়ি থকা হ'লে কেনে হ'লহেঁতেন—"

"আৰু আকোনাৰ মূৰত মোৰ সমান দীঘল চুলি থকা হ'লে আপোনাক ভাল দৰা এটালৈ বিয়া দিব পৰা হ'লহেঁতেন —" কথাৰ লগে লগে তাই তাৰ চুলিবোৰ টানি টানি তাৰ মূৰটো নিজৰ বুকুৰ মাজত সুমাই পেলায়।

"নীলি"— তেনেদৰেই থাকি সি মাতে আৰু লগে লগে হাতখনত ধৰিব খোজে। উপেনক তাতে এৰি নীলিয়ে লৰ মাৰে, পৰো পৰো হৈ সি কোনোমতে ৰৈ যায়। হাঁহিৰে কোঠাটো ভৰি পৰে।

"দুখ পালে নেকি উপেদনা?" ওচৰ চাপি আহি বৰ মৰমেৰে নীলিয়ে সোধে।

"পামতো— আমাৰতো তোমালোকৰ দৰে চুলিটনা খোৱা অভ্যাস নাই।" কৃত্ৰিম খঙেৰে উপেনে কয়।

নীলিৰ মুখখন ৰঙা পৰি উঠে, একেই সুৰত নীলিয়েও কৈ উঠে— "আৰু মইহে জানিবা দুখ পোৱা নাই। যিহে পঘা যেন চুলিবোৰ— ইঃ আঙুলি কাটি আহৰি কৰিলে"— তাই অযথা তাৰ হাতখনক মৰম কৰে।

তাৰ পিছত— সিহঁতৰ হাঁহি যেন আৰু শেষ নহ'ব!

* * *

ছোৱালীবোৰ স্কুললৈ গৈছে।

— "সৌজনী কোন ছোৱালী নীলি?"

"কোনজনী?"

"সেই বগাকৈ, নীলা চাদৰ-লোৱাজনী?"

"অ' মন খাইছে হ'বলা?"

"অ'। খাইছে জানিবা, সেইটো মইতো সোধা নাই— পৰিচয়হে বিচাৰিছোঁ।"

"মনে যাক চিনে চকুৱে চিনায়। পৰিচয়তো আকৌ কেলেই?"

"তোমালোক সদায় হিংসাকুৰীয়া! পৰিচয়টো পালেইতো আৰু মই বিয়া কৰাই নেপেলাওঁ"—

"মতা মানুহহে তেওঁ। কিবা এটা নতুন দেখিলে পুৰণিক একেবাৰেই পাহৰি পেলোৱা আপোনালোকৰ স্বভাৱেই;"—

"সেইটো আমাতকৈ তোমালোকতে বেছিকৈ খাটে— এই ধৰা তোমাৰ বিয়া হৈ গ'লে"—

"ইহঁ! দাদাটো"—

"কিয়, তোমাৰ জানো বিয়া নহ'ব?"

"যাক কোনো দিনেই পাহৰিব নোৱাৰি তেওঁৰ লগতহে বিয়া হোৱা উচিত— নহয় উপেনদা?" উপেনৰ আগৰ কথাষাৰ নুশুনাৰ দৰে নীলিমাই কয়।

"কিন্তু সেইটোৱেই হৈ নুঠে। কোনো দিনে পাহৰিব নোৱৰা বোলাজনক এনেভাৱেই পাহৰি যাব লগাত পৰে যে, তাৰ সোঁৱৰনিটোও তেতিয়া কেনেবা যেন লাগে, বিশেষকৈ তোমালোকৰ"—

"মিছা কথা!"

"সেইটো নিজেই প্ৰমাণ হ'ব"—

নীলিমাই এবাৰ ভয়েৰে চোৱাৰ দৰে উপেনৰ মুখলৈ চায়। উপেনৰ চকুবোৰত আৰু করুণ মুখৰ হাঁহিটোত কি এটা বিষাদৰ ছাঁ দেখি তাইৰ মুখখনো বিনা কাৰণতে মৰহি যাব খোজে। কিবা এটা ক'ব খুজি সেই নিস্তব্ধতা ভঙ্গ কৰিবলৈ ভয় কৰিয়ে যেন নীলিমা তললৈ মূৰ কৰি ৰ'ল! ...

উপেনহঁত আবেলি ফুৰিবলৈ যায়। আবেলিয়ে যেন সিহঁতৰ অভ্যৰ্থনাৰ কাৰণেই ৰাঙলী আলোকমালাৰ নিত্য নতুন উপচাৰ লৈ নতুন আবেশেৰে দেখা দিয়ে। নীলিমাৰ মুখত সেই হাঁহিটো বিৰিঙি উঠে। উপেনে ভাবে সেই হাঁহিটোত তাৰ কাৰণে কোনো অৰ্থ নাই? আৰু নীলিমাক লগত লৈ ফুৰা— সি এটা অভিনয় নে বাস্তব ঘটনা? নীলিমা তাৰ কিমান সময়ৰ লগৰী? ... নীলিমাৰ কপালৰ চুলি উৰাই নিয়া আবেলিৰ পাতল বতাহজাকত কি আছে সিতো জানে— তাৰ বুকুত সিহঁতৰ আন্তৰিকতাৰে অৰ্ঘ্য আয়োজন।

নতুন গছপাতবোৰ জিব্ জিব্ কৰি কঁপি উঠে—

"নীলি?"—

"কি উপেনদা।" নীলিয়ে ঘূৰি চায়।

"একো নহয়, মই আকৌ ভাবিছিলোঁ এই সৌন্দৰ্যৰ মাজত তুমি মোক পাহৰিয়েই পেলালা।"

"নহয় উপেনদা— মই কিবা এটা কথাহে ভাবিছিলোঁ"—

"তুমিতো আজিকালি খুব ভাবা। কি ভাবিছিলা বাৰু নীলি?"

"বাৰু উপেনদা, এই যে সৌন্দৰ্যবোৰ, সেইবোৰ আমাৰ ভোগৰ কাৰণে নে তৃপ্তিৰ কাৰণে?"

"প্ৰকৃততে তৃপ্তিৰ কাৰণেই— কিন্তু"—

"প্ৰকৃততে তৃপ্তিৰ কাৰণেই যদি, মানুহে বাৰু ভোগৰ মাজেদি সেই তৃপ্তি বিচাৰে কিয়?"

"কাৰণ মানুহ মানুহ, হিয়াহীন শিল বা অশৰীৰী দেৱতা নহয়"—

"মানুহ মানুহ হয়, কিন্তু ত্যাগোতো কৰিব পাৰে। ত্যাগৰ মাজত জানো তৃপ্তি নাই?"

"আছে, কিন্তু সেই তৃপ্তি বৰ কৰুণ, বৰ নিষ্ঠুৰ। ত্যাগৰ মাজেদি বিচাৰা তৃপ্তি এটা চেষ্টা কৰি পাব খোজা আনন্দৰ বাতৰি— হয়তো এটা কৃত্ৰিম চেপা দি ৰখা তৃপ্তিৰ অভিনয়।"

"কিন্তু ভোগে জানো প্ৰকৃত তৃপ্তি আনি দিব পাৰিব?"

"কিয় বাৰু নীলি?"— নীলিমাৰ মুখখন ৰঙা পৰি উঠে, কিবা এটা লাজত নীলিমাই আঁচলৰ আগটো এনেই কামুৰিবলৈ ধৰে।"

সন্ধিয়াৰ আঁচলৰ পৰা এপাহি দুপাহিকৈ আন্ধাৰৰ কোমল পাপৰিবোৰ সিহঁতৰ চকুৰ পতাত সৰি পৰে।

আবেলি নিতৌ আহে।

*   *   *

দেওবাৰৰ পাছবেলা। নীলিমাহঁতৰ ঘৰলৈ গৈ উপেনে দেখিলে পৰ্টিক'ত নীলিমাৰ বাপেক আৰু এজন ভদ্ৰলোক। পোছাক-পৰিচ্ছদৰ পৰিচৰ্যাৰ পৰা ধৰিব পৰা যায়— তেখেত কোনোবা বিশেষ সন্মানযোগ্য লোক। একো নেমাতি উপেন ভিতৰ সোমাই গ'ল; মাতিলে— "খুৰী, অ' খুৰীদেও"—

"কোন? উপেনদা?" বুলি বেগাবেগীকৈ নীলিমা উপেনৰ কাষ পালেহি।

"মা'ৰ আকৌ আজি দিনটো গাৰ অসুখ। শুয়ে থাকিব পায়। ব'লক তালৈকে উপেনদা, ময়ো গৈছোঁ।"

উপেন গুলাই আহিল।

মটৰ লৈ নীলিমাৰ বাপেক আৰু সেই ভদ্ৰলোকজন কেনিবা ওলাই গৈছে।

নীলিমাৰ কোঠাত সোমাই উপেনে দেখিলে নীলিমাৰ বহীৰ মাজত এখন নবম্বোৱা গ্ৰুপ ফটো। নতুনকৈ তোলা— সিহঁতৰ স্কুলৰ ছোৱালীৰ। সি টানি আনি খিৰিকীৰ কাষলৈ চকীখন নি একান্তমনে চোৱাত লাগিল,— কোনোৱে মুখখন মেলিয়ে আছিল, কোনোৱে ছায়াছবিৰ অভিনেত্ৰীৰ দৰে কৃত্ৰিম হাঁহিৰ আয়োজনতে থাকিল, কোনোৱেবা চকু দুইটা ঘোপা কৰি চাই থকা। — তাৰ হাঁহি উঠিল। নীলিমাক সি চালে— কোনো অভিনয় আয়োজন নাই, নাটকীয় ভঙ্গীও নাই, গাৰ কাপোৰবোৰ সংযত, ওঁঠত সেই সুন্দৰ হাঁহিটো। অন্য ছোৱালীৰ দৰে কষ্ট কৰি বৰ-বাইদেওৰ পিঠিৰ পাছতে ফট' উঠিবলৈ চেষ্টা নকৰি শাৰীৰ একাষে বুঢ়ী চকীদাৰণীজনীৰ কাষতে থিয় দি আছে। চাই চাই নীলিমাৰ কিবা এটা, বৰ গৌৰৱেৰে প্ৰশংসা কৰাত লাগিল।

নীলিমাৰ চেণ্ডেলৰ শব্দ শুনি সি মেজত পৰি থকা ৰঙীণ পেঞ্চিলডাল হাতত লৈ দাঁতেৰে কামুৰি বাওঁহাতত ফটোখন লৈ বাহিৰলৈ চাই ভাও ধৰি বহি আছিল। নীলিমাই কোঠা সোমায়ে— 'অ' আপুনি পালেই হ'বলা উপেনদা' বুলি ফটোখন কাঢ়ি নিবৰ চেষ্টা কৰিয়ে যেন হাত মেলিলে।

ধ্যান-ভঙ্গৰ দৰে ঘূৰি চাই উপেনে ক'লে, "অ' নীলি— মই আকৌ বোলো মোক ইয়াতে বহুৱাই থৈ— পাহৰি গ'লাই হ'বলা।"

"কেলেই পাহৰিম? ফটোখন হ'লে নেচাব, দিয়ক।" অলপ ৰৈ আকৌ ক'লে— "তাত আৰু কাক চাইছে আপুনি উপেনদা?"

তোমাকেই চাইছিলো, পিছে ক'ত, তুমি দেখোন নুঠিলা—"

প্ৰথমডোখৰৰ উত্তৰৰ কাৰণে এটা লাজ আৰু বিজয়ৰ মিচিকি মৰাৰ লগে লগে, দ্বিতীয়ডোখৰৰ কাৰণে নীলিমাই বিস্ময় প্ৰকাশ কৰিব লগাত পৰিল; বিশেষকৈ তাৰ ভাষাৰ গাম্ভীৰ্যত। বিস্ময় লুকাই নীলিমাই ক'লে, "বহুত ধুনীয়া ছোৱালী দেখিছে যেতিয়া তাৰ মাজত আমাৰ ছবিটোনো কেনেকৈ চকুত পৰিব? ... কাৰ ফটোখন ভালকৈ উঠিছে বাৰু উপেনদা?" ফটোখনৰ এটা মূৰ হাতেৰে ধৰি নীলিমাই সোধে।

যথেষ্ট গম্ভীৰ হৈ হাতৰ ৰঙা পেন্সিলডালৰ ৰংখিনি নীলিমাৰ ফটোখনৰ ওঁঠটোত আঁকি দি উপেনে কয়, "এই চকীদাৰণীজনীৰ —"

"কোনজনী উপেনদা?"

নীলিয়ে বুঢ়ী চকীদাৰণীজনীৰ কথাকে ভাবিছিল। উপেনে ছবিখন দেখুৱাই পুনৰ ৰঙবোৰ সানি সানি কয়—"এই যে বুঢ়ী চকীদাৰণীজনীৰ কাষতে থিয় দি আছে— এই চকীদাৰণীজনী।"

বিমলীন এটা হাঁহি মাৰি বৰ তৃপ্তিৰে নীলিমাই কয়, 'ইঃ দাদাই ৰংবোৰ সানি সানি মোৰ ফটোখন ৰঙা কৰি পেলালে! মা'হঁতে দেখিলে কি ক'ব?"

"নীলি?"—

"কি উপেনদা।" নীলিয়ে ঘূৰি চায়।

"একো নহয়, মই আকৌ ভাবিছিলোঁ এই সৌন্দৰ্যৰ মাজত তুমি মোক পাহৰিয়েই পেলালা।"

"নহয় উপেনদা— মই কিবা এটা কথাহে ভাবিছিলোঁ"—

"তুমিতো আজিকালি খুব ভাবা। কি ভাবিছিলাঁ বাৰু নীলি?"

"বাৰু উপেনদা, এই যে সৌন্দৰ্যবোৰ, সেইবোৰ আমাৰ ভোগৰ কাৰণে নে তৃপ্তিৰ কাৰণে?"

"প্ৰকৃততে তৃপ্তিৰ কাৰণেই— কিন্তু"—

"প্ৰকৃততে তৃপ্তিৰ কাৰণেই যদি, মানুহে বাৰু ভোগৰ মাজেদি সেই তৃপ্তি বিচাৰে কিয়?"

"কাৰণ মানুহ মানুহ, হিয়াহীন শিল বা অশৰীৰী দেৱতা নহয়"—

"মানুহ মানুহ হয়, কিন্তু ত্যাগোতো কৰিব পাৰে। ত্যাগৰ মাজত জানো তৃপ্তি নাই?"

"আছে, কিন্তু সেই তৃপ্তি বৰ কৰুণ, বৰ নিষ্ঠুৰ। ত্যাগৰ মাজেদি বিচাৰা তৃপ্তি এটা চেষ্টা কৰি পাব খোজা আনন্দৰ বাতৰি— হয়তো এটা কৃত্ৰিম চেপা দি ৰখা তৃপ্তিৰ অভিনয়!"

"কিন্তু ভোগে জানো প্ৰকৃত তৃপ্তি আনি দিব পাৰিব?"

"কিয় বাৰু নীলি?"— নীলিমাৰ মুখখন ৰঙা পৰি উঠে, কিবা এটা লাজত নীলিমাই আঁচলৰ আগটো এনেই কামুৰিবলৈ ধৰে।"

সন্ধিয়াৰ আঁচলৰ পৰা এপাহি দুপাহিকৈ আন্ধাৰৰ কোমল পাপৰিবোৰ সিহঁতৰ চকুৰ পতাত সৰি পৰে।

আবেলি নিতৌ আহে।

* * *

দেওবাৰৰ পাছবেলা। নীলিমাহঁতৰ ঘৰলৈ গৈ উপেনে দেখিলে পৰ্টিক'ত নীলিমাৰ বাপেক আৰু এজন ভদ্ৰলোক। পোছাক-পৰিচ্ছদৰ পৰিচৰ্যাৰ পৰা ধৰিব পৰা যায়— তেখেত কোনোবা বিশেষ সম্মানযোগ্য লোক। একো নেমাতি উপেন ভিতৰ সোমাই গ'ল; মাতিলে— "খুৰী, অ' খুৰীদেও"—

"কোন? উপেনদা?" বুলি বেগাবেগিকৈ নীলিমা উপেনৰ কাষ পালেহি।

"মা'ৰ আকৌ আজি দিনটো গাৰ অসুখ। শুয়ে থাকিব পায়। ব'লক তালৈকে উপেনদা, ময়ো গৈছোঁ।"

উপেন ওলাই আহিল।

মটৰ লৈ নীলিমাৰ বাপেক আৰু সেই ভদ্ৰলোকজন কেনিবা ওলাই গৈছে।

নীলিমাৰ কোঠাত সোমাই উপেনে দেখিলে নীলিমাৰ বহীৰ মাজত এখন নবঙ্কোৱা গ্রুপ ফটো। নতুনকৈ তোলা— সিহঁতৰ স্কুলৰ ছোৱালীৰ। সি টানি আনি খিৰিকীৰ কাষলৈ চকীখন নি একান্তমনে চোৱাত লাগিল,— কোনোৱে মুখখন মেলিয়ে আছিল, কোনোৱে ছায়াছবিৰ অভিনেত্রীৰ দৰে কৃত্রিম হাঁহিৰ আয়োজনতে থাকিল, কোনোৱেবো চকু দুইটা ঘোপা কৰি চাই থকা। — তাৰ হাঁহি উঠিল। নীলিমাক সি চালে— কোনো অভিনয় আয়োজন নাই, নাটকীয় ভঙ্গীও নাই, গাৰ কাপোৰবোৰ সংযত, ওঁঠত সেই সুন্দৰ হাঁহিটো। অন্য ছোৱালীৰ দৰে কষ্ট কৰি বৰ-বাইদেওৰ পিঠিৰ পাছতে ফট' উঠিবলৈ চেষ্টা নকৰি শাৰীৰ একাষে বুঢ়ী চকীদাৰণীজনীৰ কাষতে থিয় দি আছে। চাই চাই নীলিমাৰ কিবা এটা, বৰ গৌৰৱেৰে প্ৰশংসা কৰাত লাগিল।

নীলিমাৰ চেণ্ডেলৰ শব্দ শুনি সি মেজত পৰি থকা ৰঙীণ পেঞ্চিলডাল হাতত লৈ দাঁতেৰে কামুৰি বাওঁহাতত ফটোখন লৈ বাহিৰলৈ চাই ভাও ধৰি বহি আছিল। নীলিমাই কোঠা সোমায়ে— 'অ' আপুনি পালেই হ'বলা উপেনদা' বুলি ফটোখন কাঢ়ি নিবৰ চেষ্টা কৰিয়ে যেন হাত মেলিলে।

ধ্যান-ভঙ্গৰ দৰে ঘূৰি চাই উপেনে ক'লে, "অ' নীলি— মই আকৌ বোলো মোক ইয়াতে বহুৱাই থৈ— পাহৰি গ'লাই হ'বলা।"

"কেলেই পাহৰিম? ফটোখন হ'লে নেচাব, দিয়ক।" অলপ ৰৈ আকৌ ক'লে— "তাত আৰু কাক চাইছে আপুনি উপেনদা?"

তোমাকৈই চাইছিলো, পিছে ক'ত, তুমি দেখোন নুঠিলা—"

প্ৰথমডোখৰৰ উত্তৰৰ কাৰণে এটা লাজ আৰু বিজয়ৰ মিচিকি মৰাৰ লগে লগে, দ্বিতীয়ডোখৰৰ কাৰণে নীলিমাই বিস্ময় প্ৰকাশ কৰিব লগাত পৰিল; বিশেষকৈ তাৰ ভাষাৰ গাম্ভীৰ্যত। বিস্ময় লুকাই নীলিমাই ক'লে, "বহুত ধুনীয়া ছোৱালী দেখিছে যেতিয়া তাৰ মাজত আমাৰ ছবিটোনো কেনেকৈ চকুত পৰিব? ... কাৰ ফটোখন ভালকৈ উঠিছে বাৰু উপেনদা?" ফটোখনৰ এটা মূৰ হাতেৰে ধৰি নীলিমাই সোধে।

যথেষ্ট গম্ভীৰ হৈ হাতৰ ৰঙা পেন্সিলডালৰ ৰংখিনি নীলিমাৰ ফটোখনৰ ওঁঠটোত আঁকি দি উপেনে কয়, "এই চকীদাৰণীজনীৰ —"

"কোনজনী উপেনদা?"

নীলিয়ে বুঢ়ী চকীদাৰণীজনীৰ কথাকে ভাবিছিল। উপেনে ছবিখন দেখুৱাই পুনৰ ৰঙবোৰ সানি সানি কয়—"এই যে বুঢ়ী চকীদাৰণীজনীৰ কাষতে থিয় দি আছে— এই চকীদাৰণীজনী।"

বিমলীন এটা হাঁহি মাৰি বৰ তৃপ্তিৰে নীলিমাই কয়, "ইঃ দাদাই ৰংবোৰ সানি সানি মোৰ ফটোখন ৰঙা কৰি পেলালে! মা'হঁতে দেখিলে কি ক'ব?"

"ওঁ এইয়া চা —" এখন চিঠি সি মোৰ আগত মেল খাই থকা কিতাপখনত পেলাই দিয়ে। ভয়ে ভয়ে অতি ক্ষিপ্ৰতাৰে চিঠিখন পঢ়ি গ'লোঁ। প্ৰথমতেই সন্দেহ হৈছিল কিজানি তাৰ ঘৰৰ কাৰোবাৰ বিশেষ কিবা অসুখ— বা কোনোবা নহয়, সেইবোৰ একো নহয়।

চিঠিখন অনিলে লিখিছে। নীলিমাৰ এনে দুৰ্নামৰ কাহিনীৰ গোটেই বিৱৰণটো। নীলিমা এনে এটি দুৰ্ঘটনাত পৰিছে যে চুপাৰিণ্টেণ্ডেণ্টে নীলিমাক হোষ্টেলৰ পৰা বাহিৰ কৰি দিব খুজিছে, এই দুৰ্নামৰ মূলতে কলেজৰ এজন দুৰ্বৃত্ত ল'ৰা। লাজত নীলিমা মৰা যেন হৈছে— সহপাঠীবোৰৰ আগত মুখ উলিওৱাই দুঃসাধ্য হৈ পৰিছে, — ইত্যাদি গোটেই ঘটনাটোকে লিখিছে, অনিলে।

পঢ়ি শেষ কৰি ক'লো, "এইটোতো কোনো আচৰিত কথা নহয়। হেজাৰ, বাৰশ ল'ৰাৰ মাজত থাকি এজনী গাভৰু ছোৱালীয়ে এটা ল'ৰাৰ প্ৰেমত পৰা, এখন প্ৰেমৰ চিঠি দিয়া— সি একো নতুন কথা নহয়— তাতে তয়ো দূৰণিত!"

"কিন্তু এই কথাটো সকলোৱে জানি গৈছে —" বৰ চিন্তিতভাৱে সি কয়।

"সকলোৱেই জানিবৰ কোনো আৱশ্যক নাই। যাৰ নীলিমাত interest আছে তেওঁলোকে অৱশ্যে ইয়াৰ পুঙ্খানুপুঙ্খ খবৰ ৰাখিব। সেই বাবে তোৰ চিন্তা কৰিবলগীয়া কি আছে!"

"কিন্তু এনে দুৰ্নামৰ কথা শুনিলেতো নীলিমাক কোনেও বিয়া কৰাবলৈ আগ নেবাঢ়িব!"

"সেই বিষয়েও তোৰ চিন্তা কৰিবলগীয়া কোনো কাৰণ নেদেখোঁ। বিশেষকৈ নীলিমা যেতিয়া ধনীৰ ছোৱালী —"

"কিন্তু নীলিমাৰ ইমান অধঃপতন। উঃ মোৰ যে বিশ্বাসেই নহয়"— বৰ কৰুণভাৱে সি কয়।

"সেইটো একো নতুন কথা নহয"—

মোৰ কথাষাৰ বন্ধ কৰি দি সি কৈ যায়, "কোনেও যদি নীলিমাক বিয়া নকৰায়, তেনেহ'লে ময়েই নীলিমাক বিয়া কৰাব লাগিব। এৰা, ময়েই বিয়া কৰাম, অন্যেতো আৰু নীলিমাক বিয়া নকৰায় —"

তাৰ ভালপোৱাৰ গভীৰতাথিনি দেখি তালৈ এটা ভক্তি ওপজে। সকলোৱে কলুষিত বুলি এৰি গ'লেও নীলিমা তাৰ কাৰণে সেই একেজনী নীলিমা। তাৰ উদাৰতাক অনুকম্পা জনাওঁ মৌনভাৱে, কিন্তু ভাবোঁ— সি হয়তো নীলিমাৰ কাৰণে এইদৰে সকলো উজাৰ কৰি কি ভুলকে কৰিছে!

গৰমৰ বন্ধ।

সি ঘৰলৈ আহে। ঘৰ পাই সেই গধূলিয়ে সি নীলিমাহঁতৰ ঘৰলৈ যায়। খুৰাক-খুৰীয়েকৰ কুশল, মঙ্গল সুধি-মেলি উপেন নীলিমাৰ পঢ়া-কোঠাৰ ফালে আগবাঢ়িছে— নীলিমাৰ বাপেকে মাতিলে, "উপেন"—

"কি খুৰাদেউ"— সি উভতি আহিল।

"তোৰ এতিয়া বন্ধ নহয়?"

"হয় এই তিনি মাহ বন্ধই"—

"এৰা ভালেই হ'ল। নীলিৰ বিয়াখন এই কেইদিনতে — তই থাকোঁতেই পাতিব পাৰিলে ভাল হয়।"

"ক'লৈ ঠিক হৈছেনো খুৰাদেউ?"

"ডিব্রুগড়ৰ ৰায়বাহাদুৰ বিষ্ণু ভূঞাৰ পুতেক। ৰায়বাহাদুৰক তই আমাৰ ইয়াতে কেতিয়াবা দেখিবই পাৱ"—

"অ' দেখিছোঁ হ'বলা—"

উদ্‌ভ্রান্তৰ দৰে সি নীলিৰ পঢ়া-কোঠালৈ সোমাই গ'ল। তাত কোনো নাই— ঘৰটো আন্ধাৰ। সি নিজেই লাইটৰ চুইচটো টিপি দিলে। কোনো মানুহ বহুত দিন নোসোমোৱাৰ কাৰণেই নেকি, তাৰ সেই চিনাকি কোঠাটো সেই দিনা কিবা যেন মৰিশালি যেন লাগিল। নীলিমা কালি মাত্র ঘৰ পাইছেহি। সি যেন শ্মশানতহে সোমাইছেহি। এবাৰ সি সন্ধকৈ মাতিলে, "নীলি", মাতটোত সি নিজেই লাজ পাই উঠিল। সেই বুলি নীলিমাক মাতিবৰ আজি জানো তাৰ কিবা অধিকাৰ আছে? আৰু তাৰ নিজৰ মাতটোতো যেন আগৰ সেই আন্তৰিকতাখিনি আপুনি নোহোৱা হৈছে!

কিছু বেলি পাৰ হৈ যায়, সি ভাবে— "নীলিক ভিতৰলৈ বিচাৰি যাওঁ— কিন্তু কি আৱশ্যক?" লাইটোকেই বা সি কিয় জ্বলালে! তাৰ পোহৰত যেন তাৰ কাৰণে কেৱল উপহাস, কেৱল বিদ্রূপ! — বেৰত আঁৰি থোৱা এপল'ৰ শিলৰ মূৰ্তিৰ সেই ছবিখন— আজিও আগৰ ঠাইতে একেদৰে আছে। কোনোবা দিনতে দলিয়াদলি কৰা কেইপাহমান শুকান শেৱালি ফুল বহল ফ্রেমটোত আজিও লাগি আছে।

"ফুলবোৰো শুকাই গৈছে"— সি ভাবে।

অসংযত কাপোৰ আৰু নবন্ধা চুলিৰে নিজৰ কোঠাত কাকো পাবৰ আশা নকৰিয়েই নীলিমা সোমাই আহি ছবিখনৰ ফালে চাই থকা উপেনক দেখি হঠাৎ ৰৈ গ'ল।

"উপেনদা, আপুনি কেতিয়া আহিল?"

তন্ময়তাত আঘাত লগাৰ দৰে ঘূৰি চাই উপেনে কথা বিচাৰি আনি কয়, "আহিলোঁ— আহিলোঁ অথনিয়েই"—

বহিবলৈ চকীখন আগবঢ়াই দিয়াৰ লগে লগে, নীলিমাই সোধে,— মোক নেমাতিলে কিয় অতবেলি?"

—"মাতিছিলো। কিন্তু মাতিলেই বা তুমি আৰু নাহা।" তাৰ মাতটোত এটা ক্ষীণ নিৰাশা আৰু অভিমানৰ সুৰ।

"মোৰ কাৰণেই আপোনাৰ বহুত সময় গৈছে উপেনদা —"

"এৰা নীলি, তোমাৰ কাৰণেই মোৰ বহুত সময় গৈছে।"

কেইমিনিটমানৰ নিস্তব্ধতা।

"উপেনদাৰ মাতটো ইমান কৰুণ কিয়?" নীলিমাই ভাবে। চেষ্টা কৰি ওঁঠ দুটাত এটা হাঁহি বিৰিঙাই কিবা এটা ক'ব খোজে। উপেনে এপল'ৰ নিৰ্বাক ছবিখনৰ ফালে চাই ৰয়।

"সদায় দেখা ছবিখনকে নো কি চাইছে উপেনদা?"

"এৰা ছবি সদায় একে থাকে, কিন্তু মানুহ থাকিব নোৱাৰে— তাকে চাইছোঁ।"

"বুজিছোঁ উপেনদা," অলপ বৈ নীলিমাই কয়, কিন্তু আন সকলোৰে দৰে আপুনিও মোক ভুল বুজিব বুলি মই সপোনতো ভবা নাছিলোঁ —" নীলিমাই এটা গভীৰ হুমুনিয়াহ কাঢ়িলে।

"সেইটো কোনো কথা নহয়, নীলি। হয়তো সি তোমাৰ ইচ্ছাকৃত নহয়, এটা সাময়িক দুৰ্বলতা, আৰু তাৰ সমালোচনা কৰিবৰো এতিয়া মোৰ কোনো অধিকাৰ নাই —"

"যিটো কথা দেউতায়ো বিশ্বাস নকৰি মোক কলেজৰ পৰা এৰুৱাই আনি বিয়াৰ ঠিক কৰিছে সেইটো কথা আপুনি বিশ্বাস নকৰিব জানো, কিন্তু উপেনদা সেই চিঠিখন মই আপোনালৈকে লিখিছিলোঁ। মাত্ৰ লিখা নাছিলোঁ সম্বোধনটো। বাৰু যাওক। যেতিয়া হেৰুৱাৰ সময় আহে— তেতিয়াহে আপুনিয়ে হেৰায়, হেৰুৱাৰ কাৰণে কোনো চেষ্টাৰ আৱশ্যক নকৰে।"

"সঁচা নীলি— বহুতেই হেৰুৱায়। আৰু বহুতেই হেৰুৱাই আনন্দ পায়—"

"আপুনি এতিয়াও মোক সন্দেহ কৰে উপেনদা?"

"নকৰোঁ। আৰু সেই কাৰণেই আজিও ইয়ালৈ, তোমাৰ ওচৰলৈ, তোমাৰ বিনা অনুমতিতে আহিছোঁ, আহিবলৈ সাহ কৰিছোঁ।" জড়িত ভাবাৰে সি কয়, "কিন্তু আজি আৰু এই অহাৰ কোনো অৰ্থ নাই।"

"বুজিছোঁ উপেনদা। কিন্তু সেই বুলি মোৰ তো সকলো শেষ হৈ যোৱা নাই। এতিয়াও মই সেই আগৰ আপোনাৰ নীলিমাই নহওঁ জানো? এতিয়াও মোৰ হিয়াত একে বিশ্বাসেই বয়— বুকুৰ তেজত সেই একেটা প্ৰাণৰ স্পন্দনেই ধ্বনিত

হয়— আৰু সেই একে দেৱতাৰেই” — তাইৰ মাতটো কঁপি উঠি কণ্ঠতে লীন হৈ যায়। তাইৰ চকুযোৰ চলচলীয়া হৈ উঠে।

সকলো সঙ্কোচ পাহৰি বৰ চেনেহেৰে নীলিমাক বুকুত সুমাই লৈ উপেনে— চুলিবোৰ নীলিমাৰ মুখৰ পৰা গুচাই দি দি কয়, “মই জানো নীলিমা —”

* * *

নীলিমাৰ বিয়াৰ আগতে সি গুচি আহিল। নিমন্ত্ৰণী চিঠি পায়ো যাবৰ কোনো চেষ্টা নকৰিলে। বিয়াৰ দুদিনমানৰ আগতে সি মোক এবাৰ সুধিছিল, “বিয়াৰ উপহাৰ দিবলৈ কি বস্তু ভাল অ'!”

“জানো, দিবি কিবা ‘চেট’ এটা— কিতাপ, টয়লেট বা এম্ব্ৰইদাৰি —”

“মই কি দিম জান?”

“কি? আঙঠি, নে পিন?”

“এটা খালী এনভেলাপ— খালী লেফাফা —”

“খালী লেফাফা? তাই পাগল হলি উপেন —”

“হেজাৰবাৰ নাই হোৱা।”

“তেন্তে?”—

“বুজা নাই? যেতিয়া আমাৰ কোৱা সকলো শেষ হৈ যায় আৰু যেতিয়া ক'বৰ কোনো অধিকাৰো নেথাকে, তেতিয়া শুদা, খালী লেফাফা এটাৰ বাহিৰে পঠিয়াবলৈ উপহাৰ আৰু কি আছে?”

“কিন্তু তাত কি বিচাৰি পাব?”

“কিয়! তাৰ মাজত থকা প্ৰাণহীন শূন্যতাখিনি। ব্যৰ্থতাৰ শূন্যতাৰে যেতিয়া ভিতৰখন ভৰি পৰে, তেতিয়া তো আৰু দিবলৈ একো নেথাকে। তথাপি দিব লগাত পৰে। অৱশ্যে দিবলৈ থাকে — শূন্যতাৰ, ৰিক্ততাৰ, বেদনাৰ শূন্যবোৰ!— এটা অন্তঃসাৰশূন্য চিঠি নোহোৱা খালী লেফাফা।”

মনটো করুণাৰে ভৰি উঠে। নিলিখা কথাৰ চিঠি আজি তাৰ প্ৰেমৰ উপহাৰ! ধৰাৰ ধূলিত মিলি পৰা তাৰ মৰমৰ ৰেণুবোৰ বুটলি বুটলি সি মৰিশালিৰ চিতাৰ জুইৰ পোহৰত জীৱনৰ আন্ধাৰ বাটটো পোহৰাই যাবৰ কাৰণে আয়োজন কৰিছে।

শ্মশানৰ চিতাৰ জুই— সিওতো পোহৰ দিয়ে!

ৰংসনা সেই পুৰণি ফটোখন, সি চকুৰ পানীৰে তিয়াই তিয়াই তাত কেতিয়াবা প্ৰাণ-সঞ্চাৰ কৰিব পাৰিব জানো?

# ভাড়াঘৰ

"আপোনাৰ ঘৰডোখৰ এনেযেহে পৰি আছে দেউতা, যি হয় পইচাকে ল'ব; মোক পৰি থাকিবলৈ দিয়ক!"

"তুমি, অ' এৰা, ঘৰটো এনেযেহে পৰি আছে! বাৰু থাকিব পাৰিবা। আজিকালি ঘৰ-ভাড়া কিমানলৈ উঠিছে জানাই নহয়?"

"সেইটো আৰু ক'ব লাগিছেনে দেউতা— দেখিছেই আমাৰ অৱস্থা — ল'ৰাই-ছোৱালীযে সাতোটা প্ৰাণী— মাগি খুজি খুৱাইছোঁ! দেউতাই জানো কিমান বিচাৰে?"

"সিকেইটা কোঠাৰ প্ৰতিটোৰ কাৰণে মাহে ১০ টকাকৈ দিয়ে। দেখিছাই ভাড়াৰ কাৰণে মানুহৰ কিমান ভিৰ। খালী আছে মাত্ৰ এইটো কোঠাহে। এৰা— তুমিনো আৰু কিমান দিবা, সাত টকামান।"

"দেউতা! মই যে দুমাহতো সাত টকা আৰ্জিব —"

"নহ'লে আনফালে বিচাৰ কৰা, মোৰ ইযাত নহ'ব।"

"পাঁচ টকা লওক— দেউতা— সাতোটা প্ৰাণীৰ —"

ৰাযচাহাব ফুকন জমিদাৰ। অজস্ৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ গৰাকী। নিজৰ অন্য কাৰবাৰ নাই, পৈতৃক নগৰ-মহলত মৌজাদাৰী আৰু অলপীযা টকাত কিনি লোৱা নিলামী মাটিবোৰ! নগৰৰ সৰহ ভাগ মাটি ৰায়চাহাবৰ। নগৰৰ মাটি— মাটি নহয় সোণৰ পৰা। সেই মাটিত সজাই দিযা ভাড়া-ঘৰবোৰৰ পৰা ৰায়চাহাবৰ মাহে সাত-আঠ হেজাৰ টকা আয হয়। তেওঁৰ ৰায়চাহাব হোৱাৰ মূলতো এই ধন।

আধুনিকতা আৰু আভিজাত্যৰ মৰ্যাদা অক্ষুণ্ণ ৰাখি ৰায়চাহাবৰ একমাত্ৰ পুতেক ডেকা ফুকন দহ হেজাৰৰ 'ক্ৰাইচালাৰ'খন চলাই ফুৰে। ৰায়চাহাব আৰু ডেকা ফুকনক নিচিনে এনে মানুহ নগৰত নাই। ৰায়চাহাবৰ মাটি, ৰায়চহাবৰ ধন, ৰায়চাহাবৰ ঘৰ, ৰায়চাহাবৰ মটৰ নগৰত সাঁথৰ হৈ পৰিছে।

পঁইত্ৰিশ টকাৰ স্কুল-মাষ্টৰী কৰোঁ। নগৰৰ হাইস্কুল মোৰ বহাৰ পৰা প্ৰায় এমাইল দূৰ। নিজে বজাৰ কৰি ৰান্ধি-মেলি খাওঁ। নগৰ-মহলৰ কথা, নিজৰে কেতিয়াবা সঙ্কোচ লাগে। কিন্তু তেনে নকৰিলে যে নচলে। দহ টকা ৰায়চাহাবৰ ঘৰ-ভাড়া দি বাৰ টকাৰে এমাহ যাব লাগে। ঘৰৰ সকলো আশা-ভৰসা মোৰ ওপৰতে। ইপিনে কলেজত বি, এ, পঢ়াৰ ধাৰ এতিয়াও তিনি শ টকা বাকী।

নগৰৰ হাই-উৰুমিৰ পৰা আঁতৰত ৰায়চাহাবৰ চালে-চকুৰোৱা দুমহলীয়া সৌধ। ঘৰৰ আগত তাল-নাৰিকলৰ গছ, ৰং-বিৰঙৰ বিলাতী ফুলৰ ফুলনি।

তেওঁৰ ঘৰৰ অলপ দূৰতে তেওঁৰ এটা ঘৰ ভাড়া কৰি আছোঁ। সেইডোখৰত সকলোবোৰ ৰায়চাহাবে সজাই দিয়া ভাড়া-ঘৰ। মোৰ দৰে জীৱনৰ

পূজা কৰোঁতে দেশী-বিদেশী নানা মানুহেৰে সেইবোৰ জীৱন্ত হৈ থাকে। জীৱনটোৰ দৰেই অস্থিৰতাক সম্বল কৰি বহুত আহে— দুদিন থাকি গুচি যায়। ৰায়চাহাবৰ ভাড়াঘৰ একেদৰেই নীৰৱে থিয় দি থাকে।

মোৰ বহাৰ ঠিক সমুখতে আলিৰ সিপাৰে থকা ভাড়া-ঘৰটোত আজি ঘৈণীয়েক আৰু পাঁচোটা ল'ৰা-ছোৱালী লৈ এটা আদহীয়া মানুহে থাকিবলৈ লৈছেহি। তেতিয়া আবেলি।

এটা পুৰণি কাঠৰ বাকচ, দুটা ফটা-ছিটা কাপোৰৰ টোপোলা, এটা কাণ-ভগা ডেগ্‌চি, এখন সৰু কেৰাহী, এজনী চৈধ্য-পোন্ধৰ বছৰীয়া ছোৱালী, তাইৰ ভায়েক চাৰিটা, মাক আৰু বাপেক।

সিহঁতৰ মুখবোৰ শুকান। নিমাত আন্ধাৰ ঘৰটোত হঠাতে বহি যায় এখন নতুন সংসাৰ। তাত সোমাই থকা কোনোবা প্ৰবসুৱাই এৰি-থোৱা গোটমৰা বতাহখিনি কিবা এটা অপৰিচিত ভয়ত কঁপি উঠে।

সৰু ল'ৰাটোৱে কান্দিবলৈ ধৰে, "মোৰ ভোক লাগিছে বাইটা, ভাত নিদিয় নেকি?"

তাৰ মাতবোৰ ভালকৈ ফুটাই নাই।

"ৰ, মই এতিয়া চাউল বিচাৰি যাম নহয়।"

মাটিতে ভগা কঠথন পাৰি বেমাৰী মাক শুই পৰে।

মোৰ বহাৰ বাৰাণ্ডাত আৰামী-চকীখনত বহি সিহঁতৰ ফালেই চাই আছোঁ। আন্ধাৰ ধীৰে ধীৰে নামি আহে। ছোৱালীজনীয়ে তাইৰ ভায়েকহঁতক নিচুকায়— "ৰ ৰ, বাবাই এতিয়া চাউল আনিব।"

ক্ষুধিত শিশুৰ দুৰ্বল হামিৰে উত্তপ্ত হোৱা বতাহখিনি ঘৰটোত বিয়পি পৰে।

সিহঁতনো ইমান মূৰ্খনে? নতুন ঘৰলৈ আহিছে— এটা খোৱাবস্তুও লৈ অহা নাই? ভাবোঁ।

সেই বুঢ়াটো— নিশ্চয় এটা মূৰ্খ সি। কিন্তু সেই ছোৱালীজনী। — হয়তো সিহঁতৰ নাছিল— আনিব ক'ৰ পৰা? 'মাগি খাওঁ' সি কৈছিল। নিশ্চয় সি মূৰ্খ নহয়, সি দুখীয়া। তাৰ নাই— তাৰ একো নাই।

কিন্তু তথাপি সি মূৰ্খ। সি ইমান দুখীয়াই যদি, ৰায়চাহাবৰ ঘৰ-ভাড়া সি ক'ৰ পৰা দিব?

হয়তো ইহঁত চোৰ— ইহঁত প্ৰবঞ্চক— অঘৰী। এনেকৈ দুদিনমান অ'ত দুদিনমান ত'ত থাকি চম্পট দিব।

আন্ধাৰৰ মাজেদি মোৰ ফালে ঘূৰি ঘূৰি চোৱা ছোৱালীজনীৰ চকু দুটাত পৰে। বিশ্বৰ নিৰাশা আৰু ৰুক্ষতাৰে সেই চকুযুৰি ভৰি গৈছে। তাই অঘৰী বেদুইন-কন্যা হ'ব নোৱাৰে— নিপীড়িতা, নিৰাশ্ৰয়া— সংসাৰৰ চেপাত জুৰুলা

হোৱা এজনী অনভিজ্ঞা বালিকা তাই। দীনতাই তাইক অকাল নাৰীত্বৰ দুৰ্বলতাবোৰ জাপি দিছে।

এটা ফটা চোলা, এখন মলিয়ন জাপানী শাৰী, কাণত এযোৰ এক-অনীয়া বজৰুৱা ইয়েৰ-ৰিং! — তাই জানো দস্যু? তাই জানো বেদুইন-কন্যা? তাই জানো খল? ...

সন্ধিয়াৰ আন্ধাৰ আকাশখনৰ দৰেই আড়ম্বৰহীন সিহঁতবোৰ; মলিন— মৌন— কৰুণ—

ছোৱালীজনী— তাইৰ মুখত যেন মুমূৰ্ষুৰ কৰুণ বিমৰ্ষতা— নিৰাশাই তাইক জীৱনৰ কথা, ভোগ-বিলাসৰ কথা পাহৰাই দিছে!

দুখীয়া হৈয়ো সিহঁতে জীৱনৰ পূজা কৰে।

* * *

গধূলি স্কুলৰ পৰা আহি কামিজটো খুলিছোঁ— "মায়ে এক অনা পইচা দিবলৈ কৈছে।" — ঘূৰি চাওঁ ছোৱালীজনীৰ ডাঙৰ ভায়েকটো। সাত বছৰীয়ামান হ'ব। তাৰ সৰু কামিজটোৰ জেপ ফাটি ওলমি পৰিছে। তাৰ মুখত এটা আশাৰ আনন্দ। মোক পইচা এক অনা খুজিবলৈ সি অকণো সঙ্কোচ নকৰিলে!

"বাৰু দিম।" তাক বহিবলৈ দি জোতাযোৰ খুলি বিছনাখনতে বহি পৰোঁ। পোৱাৰ আশাত তাৰ মুখখন পোহৰ হৈ উঠে।

"তোমাৰ নাম কি?"

"মোৰ নাম দৌলৎদিন, পিছে হীৰা বুলিহে মাতে।" ক্ষিপ্ৰতাৰে সি উত্তৰ দিলে।

"অ' বেছ নাম"— হাঁহিবৰ চেষ্টা কৰোঁ। সি, — তাৰ নাম দৌলৎ — ঐশ্বৰ্য— হীৰা।

"বাবাৰে কি কাম কৰে?"

"ফকীৰ কাম কৰে।"

বুজিলো— কাষলতিৰ তলত জোলোঙা লৈ মাগি ফুৰা মানে, ফকীৰ কাম কৰা।

"কিমান পইচা পায়?"

"পইচা তাকৰ পায়, চাউলহে আনে— চাউল হ'লে কেত্তিয়াবা বহুত পায় —" বৰ উৎসাহেৰে সি কৈ গ'ল।

"তোমালোকৰ আচল ঘৰ ক'ত?"

"আমাৰ আকৌ ঘৰেই নাই।"

"আগেয়ে ক'ত আছিলা?"

"সেই মছজিদৰ ওচৰত। তাত আকৌ মৌলবী চাহাবে বাবাক মাৰিলে নহয়, সেই কাৰণেহে গুচি আহিলোঁ।"

"বাবাৰক কিয় মাৰিলে?"

"মায়ে তেওঁলোকৰ জেওৰাত মাইৰ চাদৰখন মেলিছিলে— সেই কাৰণে মাৰিলে।"

এক অনা পইচা দিলোঁ। সৰহ দিবৰ ইচ্ছা আছিল— নিদিলোঁ।

কিন্তু এক অনা পইচাৰে সিহঁতে কি কৰিব? তাক আকৌ মাতি ওলটাই আনিব খুজিছিলোঁ; সি একে লৰে ঘৰেই পালেগৈ।

"দিলে?" — ছোৱালীজনীয়ে ব্যস্ততাৰে সুধিলে।

"দিলেতোন, খুজিলতে দিলে।"

সকলো পুৰণি হৈ আহে। দিনটোত চৌবিছটা ঘণ্টা— ঘণ্টাত ষাঠিটা মিনিট— পল, অনুপলবোৰ পুৰণি হৈ অহাৰ লগে লগে ভাড়া-ঘৰত নতুন পৰিয়ালটোও পুৰণি হৈ আহে। স্কুললৈ যোৱাৰ আগতে, স্কুলৰ পৰা আহি— সিহঁতলৈ এবাৰ চকু ফুৰাই চাওঁ। দেখোঁ সিহঁতৰ শুকান মুখবোৰ, মলিন ফটা-ছিটা কানি-কাপোৰবোৰ, আৰু গধূলি টিমিক-টামাককৈ জ্বলা কেৰাচিনৰ টিপ চাকিটো; আৰু একো নাই। মগনীয়া পৰিয়ালৰ তাতকৈ কিবা বেছিৰ হয়তো আৱশ্যকো নাই!

ৰাতি কেতিয়াবা শুনো সৰু ল'ৰাকেইটাৰ ক্ষুধাৰ্ত কান্দোন— বায়েকৰ নিচুকনি— বেমাৰী মাকৰ কেঁকনি আৰু মাজ নিশা ৰান্ধনিশালৰ ঘুটং ঘাটাং কাঁহী-বাটিৰ শব্দ।

"এই ভাত হ'ল নহয়, খা উঠ। নহ'লে মই গোটেইখিনি খাই পেলাম।"

দুখত, ভোকত, দুৰ্বলতাত কন্দা, আৰু কান্দি কান্দি কান্দিব নোৱৰা হোৱা সিহঁতৰ দৈনিক কাম!

"পুৰি, কচুৰি, জিলাপী, খোৰমা"— মূৰত বাকচটো লৈ মিঠাইৱালাটো ঘূৰি ফুৰে।

"হেৰা, এইপিনে লৈ আহা— আমাৰ ঘৰলৈ— মই জেলেপী খাম মাই!"

"আচ্ছা আচ্ছা, কিমান দিম?"

"এই ভাইটি, পইচা নাই নহয়; কেলেই মাতিছিলি?"

"ছাৰক খোজোঁগৈনে বাইটা?"

"ছাৰে ইয়াক সদায় পইচা দিব!"

"মিঠাই কিনিব বুলি কম —"

"তই মিঠাই কিনিব আৰু লোকে পইচা দিব?"

"হোৱাঁ নিয়াহি পইচা —" সি লৰি মোৰ কাষ পাইহি।

"সেয়া মই কৈছিলোঁ নহয়, দিব —" বিজয়ী বীৰৰ দৰে সি জনক্‌কৰে পইচাকেইটা মিঠাইৱালাৰ হাতত পেলাই দিলে।

মিঠাই— তাৰ আস্বাদ সিহঁতে জীৱনত কেইদিন পাইছে ক'ব নোৱাৰোঁ। অপৰিচিত প্ৰতিবেশীৰ এই সহানুভূতি হয়তো সিহঁতৰ অভিনৱ বোধ হয়; কিবা এটা বিস্ময় আৰু কৃতজ্ঞতাৰে ছোৱালীজনীয়ে মোলৈ ঘূৰি চায়। হয়তো ভাবে, ৰায়চাহাবৰ দৰেময়ো ক'ত চহকী!

ননীহঁত ফুৰিবলৈ যায়। মূল্যবান অলঙ্কাৰ, চকুত চমক লগোৱা পৰিধান আৰু সুগন্ধি প্ৰসাধনৰ পৰাগে ননীৰ ৰূপ উদ্ভাসিত কৰি তোলে। আভিজাত্যৰ পৰিচয় তাইৰ গালে-মুখে বিৰিঙি উঠে। তাইৰ আকাশী ৰঙৰ মেখেলা-চাদৰৰ আঁচলৰ টৌবোৰৰ পৰা কিবা এচেঞ্চৰ এটা তীব্ৰ গোন্ধে গোটেই আলিবাটটো সুৰভিত কৰি তোলে। ভাৰা-ঘৰৰ দুৱাৰত ধৰি ছোৱালীজনীয়ে ননীলৈ চাই ৰয়।

ননী ৰায়চাহাবৰ জীয়েক।

ননীৰ গাৰ চাদৰখন, কাণৰ ওলোমাযোৰ, (দোলক), ডিঙিৰ হীৰা-খটোৱা চেইনডাল, 'বাটা'ৰ হাইহিলৰ জোতাযোৰৰ চিক্‌চিকীয়া ৰহণটো আৰু লাহী হাতত পিন্ধা সোণৰ ঢাকনীৰ ঘড়ীটো আবেলিৰ ৰ'দত জল্‌মলাই উঠে। তাই চাই ৰয়, অভিভূতৰ দৰে— অপলক দৃষ্টিৰে তাই চায়। হয়তো তাই আৰু কেতিয়াও এনে সৌন্দৰ্যৰ প্ৰদৰ্শনী দেখা নাই, হয়তো কেতিয়াবা এবাৰ দেখিছে।

তাইৰ ভায়েক হীৰা আৰু ননীৰ ডিঙিত জিলিকা সেই উজ্জ্বল পাথৰৰ টুকুৰা হীৰাবোৰ। প্ৰাণময় আৰু নিৰ্জীৱ— কিন্তু কাৰ মূল্য বেছি!

ননীক দেখি হয়তো তাইৰ এটা হুমুনিয়াহ আহি বুকুৰ ওপৰেদি বাগৰি যায়, কিন্তু সেই হুমুনিয়াহে তাইৰ গাৰ দগধা কাপোৰবোৰত এটা কঁপনিও তুলিব নোৱাৰে।

ফকীৰে মাগে। তাৰ ৰুগীয়া ঘৈণীয়েকক জীয়াই ৰাখিবৰ কাৰণে, তাৰ সন্তানকেইটাক সুখত ৰাখিবৰ কাৰণে ভিক্ষাবৃত্তিকে কৰিছে তাৰ মুক্তিৰ সম্বল। সি দুখীয়া কপৰ্দকহীন— পাপী সমাজত দুখীয়াৰ ঠাই নাই। কোনোবা দিনতে এৰি অহা সমাজে আজি নিঃসম্বল ফকীৰক পুনৰ বুকুত সুমাই নলয়, ল'ব নোৱাৰে। সি দোষী, সি পাপী, অপৰাধী— কাৰণ সি দৰিদ্ৰ!

যদি কেতিয়াবা সি তাৰ মাগনি-জোলোঙাত ভৰাই আভিজাত্যৰ পূজাৰ উপচাৰ ধন-সোণ কিছুমান লৈ সমাজত দেখা দিব পাৰে— হয়তো তেতিয়া তাক সমাজে মোৰ বুলি ল'ব— তাক আদৰ কৰিব।

কোনোবা-কাহানিয়ে কৰা সেই প্ৰকাণ্ড ভুলটোৰ কথাকে হয়তো সি আজিও সুঁৱৰি চায়। আজিৰ তাৰ ৰুগীয়া ঘৈণীয়েক ৰূপহী— এদিন তায়ো যে গাভৰু

আছিল, ৰূপহী আছিল— ধুনীয়া আছিল। সিহঁতৰ মিলনৰ বাটত ভেটা দিয়া সেই দুৰ্লঙ্ঘ্য নৈতিকতাৰ প্ৰাচীৰ— উঃ!

তাৰ পিছত সমাজৰ চকুত বালি মাৰি সিহঁত পলাল— নিৰুদ্দেশ হ'ল। ৰূপহীৰ কাৰণে সি সকলো বিসৰ্জন দিলে। সকলোৰে বিনিময়ত পালে ৰূপহীক।

"মই জানো ভুল কৰিলোঁ?" সি নিজকে সোধে, "কিন্তু ৰূপহীক নোপোৱা হ'লেওতো মই আজিৰ দৰেই ভিখাৰী হৈ পথে পথে ঘূৰি ফুৰিলোঁহেঁতেন।"

সকলো হেৰুৱাই সি পালে— যাক সি বিচাৰিছিল; তাৰ সকলো পায়ে সি হেৰুৱালে— যাক সি বিচৰা নাছিল, কিন্তু যাৰ আৱশ্যকতা তাৰ আছিল। এয়ে তাৰ ভাল, নহ'লে হয়তো নিৰাশাত, লক্ষ্যহীন জীৱনৰ তিক্ততাত সি আত্মহত্যা বা তাতোকৈ কিবা ডাঙৰ ভুল এটা কৰি পেলালেহেঁতেন।

ঘৰে ঘৰে সি হাত পাতি ফুৰে। মানুহ হৈয়ো সি মানুহতকৈ— বহুত নীহ কিবা এটা প্ৰাণীৰ দৰে, মানুহৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰে। তাৰ জীৱনটো— প্ৰাণ ৰক্ষা কৰাটো ডাঙৰ নে তাৰ মনুষ্য পৰিচয়টো ডাঙৰ? তাৰ শৰীৰৰ আবেদন বেছি মূল্যবান নে তাৰ ব্যক্তিত্ব সি নেভাবে— ভাবিবৰ অৱসৰ সি নেপায়।

তাৰ ৰুগীয়া ঘৈণীয়েকৰ শুকান পাণ্ডুৰ মুখখন, তাৰ জীয়েকৰ মলিন নিৰাশ চকু দুটা— তাৰ অবুজ সন্তানকেইটাৰ কাতৰ অনুৰোধবোৰ— তাৰ প্ৰতিকাৰৰ কাৰণেই জীয়াই থকাটো এটা কৰ্তব্য; এই কৰ্তব্য সি পালন কৰিব লাগিব; নিজৰ কাৰণে নহয় তাৰ সৰু পৰিয়ালটোৰ কাৰণে।

ৰ'দ-বৰষুণ, দিন-ৰাতি, গ্ৰীষ্ম-শীত, সি তাৰ জীৱন-পাত কৰি জীয়াই আছে সিহঁতৰ কাৰণেই।

তাৰ জীয়াই থকাৰ কোনো মূল্য নাই— ভাবোঁ। জীৱন-মৰণৰ এই সীমাহীন সংঘৰ্ষৰ মাজত সি কিয় মিছাতে তাৰ অৰ্থহীন জীৱনটো লৈ ঘূৰি ফুৰিছে? কিন্তু তাৰ ক্ষুদ্ৰ পৰিয়ালটো! নহয় সি জীয়াই থাকিবই লাগিবই। সি যে পিতা।

ডেকা ফুকন— ৰায়চাহাবৰ পুতেক। ইয়াত থকা এই তিনি বছৰৰ ভিতৰতে তেওঁৰ লগত মোৰ যথেষ্ট সৌহাৰ্দ্য গঢ়ি উঠিছে। তেওঁ মোৰ বহালৈ আহে— হাঁহি-ধেমালি, দেশ-বিদেশৰ ৰাজনীতি, ৰাজনীতিৰ আলোচনা, বৰ্তমানৰ জগত অৰ্থনৈতিক সমস্যাবোৰৰ সমাধানৰ মীমাংসা আমাৰ মাজত চলে। লাহে লাহে মোৰো সঙ্কোচ ভাগি গৈছে।

"বুজিছে হছেইন, দৰিদ্ৰ সমস্যাই বৰ্তমান জগতৰ এটা প্ৰধান সমস্যা হৈ পৰিছে। তাৰ প্ৰতিকাৰৰ চিন্তাই বৰ্তমান আমাৰ দেশসেৱকসকলৰ প্ৰধান কৰ্তব্য।"

"ইয়াৰ সমাধানৰ উপায় কি বুলি ভাবে বাৰু আপুনি?"

"ইহঁত দুখীয়া হোৱাৰ মূলতে এলাহ আৰু নিবনুৱা-প্ৰীতি। ইহঁতৰ কাৰণে কামৰ যোগাৰ কৰিব লাগিব; প্ৰত্যেকেই কাম কৰি নিজৰ জীৱিকা আৰ্জি ল'ব পাৰিব লাগিব।"

"কিন্তু যিবিলাক কাম কৰিবলৈ অসমৰ্থ?"

"সিহঁতকো বাধ্য কৰাব লাগিব। এই ভিক্ষাবৃত্তিক অনুমোদন কৰা কাৰণে আমাৰ দেশৰ ক্ষতি হৈছে।"

"কিন্তু পৃথিৱীৰ প্ৰতিটো মানুহে যদি কেৱল জীয়াই থাকিবৰ কাৰণেই আজীৱন কাম কৰি যায় তেন্তে যে সংসাৰখন এটা যন্ত্ৰৰ দৰে নিৰস আৰু গতানুগতিক হৈ পৰিব। সেই যন্ত্ৰৰ মাজত পৰি আমাৰ মানৱোচিত কোমল প্ৰবৃত্তিবোৰ— দয়া, দাক্ষিণ্য, মমতা, কৰুণাবোৰৰে চিৰদিনৰ কাৰণে পৃথিৱীৰ পৰা মুখ লুকুৱাব আৰু তেতিয়া কাম কৰিবলৈ অসমৰ্থ দুৰ্বলবোৰ শিলাখণ্ডৰ দৰে অৱহেলাত ধ্বংস হৈ যাব।" — হাঁহি ক'লো।

"আমাৰ এই তথাকথিত দয়া-মমতাবোৰেই পৃথিৱীখন দিনে দিনে অলস আৰু নিষ্কৰ্মা কৰি দুখীয়া কৰি পেলাইছে। আজিৰ অৰ্থনৈতিক জগতত দয়া-দাক্ষিণ্যৰ কোনো মানে নাই। শ্ৰম নকৰাকৈ দয়াৰ পাৰিতোষিক বিচৰা ভুল।"

হয়তো সদায় যন্ত্ৰৰ মটৰগাড়ীত উঠি উঠি আৰু শুকান পোৰা ইটাৰ নিৰস পকীঘৰত থাকি থাকি ফুকন নিৰস আৰু প্ৰাণহীন হৈ পৰিছে।

"কিন্তু ধৰক, নিৰাশ্ৰয় নিৰন্ন কোনোবা পথৰ ভিকহু এটা আহি আপোনাৰ আশ্ৰয়ৰ কাৰাণে হাত মেলিলে তাক খেদাই দিয়া উচিত হ'বনে?"

"সেইটো অৱশ্যে অনুচিত। মানুহৰ পৰা মানুহে তাতোকৈ, সিমানখিনিতকৈ বহুত বেছি পোৱা উচিত।"

আনন্দ পালোঁ। ফুকন একেবাৰেই শুকাই যোৱা নাই— এতিয়াও প্ৰাণৰ এটা স্পন্দন আছে। পাষাণ পকীঘৰো ৰসাল মাটিৰ ওপৰতে সজা।

ৰাতি শুবলৈ ধৰিছোঁ।

"বাবা আজি চাউল নানিলা কেলেই?"

"নেপালোঁ বোপাই। সৌৱা ভীমকল আনিছোঁ নহয়, বৰ সোৱাদ, হোঁ এটা খা?"

কাণ পাতি শুনো। আনৰ খাই-বই শুবৰ হ'লে ফকীৰৰ ঘৰত খাবৰ হয়। ভাত? — নহয়, খুজি অনা এটা ঠেৰেহা ভীমকল!

"আজি পোন্ধৰ দিন হ'লেই; আৰু পোন্ধৰ দিনৰ মূৰত ঘৰ-ভাড়া দিবই লাগিব নহয় —" সৰু মাতেৰে ফকীৰে ঘৈণীয়েকক কয়। "আজি পোৱা চাউলখিনি বেচিলোঁ চৈধ্য পইচালৈ। কাইলৈও বেচিব লাগিব। এতিয়াৰ পৰা নোগোটালে থাউকতে ক'ৰ পৰা দিম?"

"ইহঁতে পিছে কি খাই থাকিব?"

"এৰা তাৰো এটা দিহা কৰিব লাগিব। খুজি পোৱা চাউলকেইটা তেনেই বেচি পেলালেনো খাম কি?" মূৰে-গায়ে ৰাগখন টানি লওঁ।

অনাহাৰে থাকিও সি ঘৰ-ভাড়া দিব লাগিব। পৃথিৱীত উশাহ-নিশাহ লোৱাৰ কাৰণে সি বেচ দিব লাগিল। কিয়? সিহঁত ক'ৰবাৰ জনহীন পৰ্বতৰ গুহালৈ গুচি নেযায় কিয়? দুৱাৰে দুৱাৰে খুজি অনা এমুঠি চাউল — তাকো বেচি, লঘোণে থাকি সি ৰায়চাহাবৰ এনেই পৰি থকা ঘৰটোৰ ভাড়া দিব লাগিব! বিধাতাৰ ইমান বহল পৃথিৱীখনত ইহঁতৰ কাৰণে ক'তো বিনা-ভাড়াত এডোখৰ ঠাই নাইনে?

ক্লাবত টি-পাৰ্টি আছিল। সুস্বাদু দামী মিঠাইবোৰ কোনোৱে একামৰ মাৰি এৰিছে, কোনোৱে হাতেৰেই ছোৱা নাই। হয়তো তেনেকুৱা এডোখৰ মিঠাইৰ কাৰণে কত দুৰ্ভাগীয়াই মুখৰ লোভ মুখতে মাৰ নিয়াছে। ফকীৰৰ সেই সৰু সৰু ল'ৰাকেইটা ইয়াৰ এখন প্লেটো পোৱাহ'লে সিহঁতে কিমান আনন্দ পালেহেঁতেন। দুৱাৰেঘৰৰ মিহলি এমুঠি পৰলীয়া চাউলৰ ভাত—এচিকতা লোণ— তাৰ কাৰণেই সিহঁতৰ কিমান সাধনা—কিমান কঢ়া-আঁজোৰা!

নিমন্ত্ৰিত মিঃ ৰক চাহবৰ মটৰত তুলি অনা কুকুৰটো—জিমি— তাৰ সমুখত প্লেটখন দিয়া সেই উত্তম মিঠাইবোৰ কত মানুহৰ ভাগ্যত ঘটা নাই!

ইচ্ছা হৈছিল এখিনি মিঠাই ৰুমালখনত বান্ধি লৈ যাওঁ।

দৌলতক মাতি আনি দিম; সিহঁতে কিমান আনন্দ পাব! নোৱাৰিলোঁ— মানৱতাৰ কাৰণে ভদ্ৰতাৰ লৌকিকতাক বিসৰ্জন দিব নোৱাৰিলোঁ। অসম্ভৱ! মানুহে মোক কি বুলিব!_

আবেগ দমাব নোৱাৰি আনৰ পৰা ফালৰি কাটি নিজৰ পইচাৰে দোকান পৰা দৌলতহঁতলৈ বুলি এসেৰ মিঠাই কিনি ললোঁ। আজি সিহঁতক দিম উপযাচি, অযাচিতে দিম।

সন্ধিয়া লাগি ভাগিল ক্লাবতেই।

কিন্তু মই সিহঁতক মাতিম কেনেকৈ? এনেকৈ উপযাচি মিঠাই দিয়া দেখিলে সিহঁতে মোক কি বুলি ভাবিব?...

নহয়, পাৰিম—টি-পাৰ্টিৰপৰা অনা মিঠাই বুলি কম। সাহ পালো। বেগাই বহাৰফালে হাতত মিঠাইখিনি লৈ আগ-বাঢ়িলোঁ।

"যা কৈছোঁ নহয়, তই ওলাই যাব লাগিব!"

"কিন্তু দেউতা, আজি ওঠৰ দিনহে হৈছে থাকিবৰ। অন্ততঃ এমাহলৈ মোক থাকিবলৈ দিয়ক।"

"ওহোঁ নহ'ব, এদিনলৈও নোৱাৰোঁ দিব।"

কিন্তু দেউতা, এতিয়া এই ৰাতিখন—ল'ৰা-ছোৱালীকেটা মই ক'লৈ লৈ যাম; তাতে মাকৰ বেমাৰ।"

"ক'লৈ যাব মই কি জানো, মইতো থাকিবলৈ মাতি অনা নাই।"

তেনেহ'লে আগেয়েই থাকিবলৈ দিব নোৱাৰোঁ বুলি নক'লে কিয়? এতিয়া মই ক'লৈ যাম?"

"সেইবোৰ মই ক'ব নোৱাৰোঁ! আজি ৰাতিৰ ভিতৰতে ঘৰ খালী কৰি দিব লাগে, এতিয়াই—"

"নহয়, আজি মই নোৱাৰিম, মোক দুদিন সময় দিয়ক।"

"এক মিনিটো নোৱাৰোঁ। ডাক্তৰে টেলিগ্ৰাম কৰিছে, ঘৰ লাগেই। আজি ৰাতিৰ ভিতৰতে তহঁত যাব লাগিব।"

"তেন্তে আগতে নক'লে কিয়? ৰাতি এতিয়া মই যাব নোৱাৰোঁ ক'লৈ যাম!"—অলপ খঙৰ সুৰত ফকিৰে ক'লে।

ডেকা ফুকনে এটা থিয় গোৰ মাৰি ফকিৰকপেলাই দিলে।

"ৰাতিয়া"—

"দেউতা?"

"এইপিনে আহ, ইহঁতক বাহিৰ কৰি দে!"

ৰাতিয়া ভিতৰ সোমাই গ'ল। উঠিবৰ চেষ্টা কৰি আৰু এটা গোৰ খাই ফকীৰে বুকুখন চেপি ধৰি পৰি ৰ'ল। ইলেক্‌ট্ৰিক লেম্পৰ পোহৰবোৰ কঁপি কঁপি আলিবাটটোত খহি পৰিল।

এতিয়া আকৌ ক'লৈ যাবি বৌটি!"

"আমি এতিয়া ক'লৈ যাম বাইটা? মই হ'লে তহঁতৰ লগত নেযাওঁ—চাৰৰ ঘৰতে থাকিম।"

মোৰ চকুযোৰ সেমেকি উঠে। পোহৰত মুখ উলিয়াবলৈ লাজ লাগে—ময়েহে যেন কিবা এটা ডাঙৰ অপৰাধ কৰিছোঁ।

"আল্লাই য'লৈকে নিয়ে ত'লৈকে যাম বোপাই।"

উঃ! গৃহহীন অবুজ সন্তানে যেতিয়া কাতৰ স্বৰে চিঞৰি উঠে— আমি এতিয়া ক'ত থাকিম?" আৰু অসহায় পিতাই অসীমত আশ্বাস থাপি লক্ষ্যহীন পথত সতি-সন্তানক লৈ ভৰি দিয়েহি— তেতিয়া হয়তো সেই অজান শিশুৰ কান্দোন শুনে বুলি পাষাণ বিধাতাই লাজত নুশুনাৰ ভাও জুখি কাণত আঙুলি সুমুৱায়। অসমৰ্থ দুৰ্ব্বল পিতৃয়ে যেতিয়া আনৰ উচ্ছিষ্ট বিচাৰি চুৱা-পাতনিৰ কুকুৰৰ দৰে আন্ধাৰ নিশা লোকৰ ভাড়া-ঘৰ এৰি ৰুগ্ন পত্নী আৰু ক্ষুধিত সন্তানৰ হাতত ধৰি অনিশ্চিত আন্ধাৰৰ বুকুত হেৰাই যাবৰ কাৰণে আগ বাঢ়ে, তেতিয়া সেই দৃশ্য দেখি হয়তো হিয়াহীন ভগৱানে চকু মেলি চাই ৰ'ব নোৱাৰে। হয়তো সিহঁতৰ চকুত পৰি লাজ পাওঁ বুলি, সিহঁতৰ ধিক্কাৰ আৰু ভৰ্ৎসনাভৰা চকুকেইটা দেখোঁ বুলি দু-হাতেৰে চকু ঢাকি ভগৱান লৰি পলায়।—আৰু তেতিয়া—সেই

সৰ্বহাৰা দুৰ্ভগীয়াই সেই উদাৰ পাষাণৰ ওপৰতে নিৰ্ভৰ কৰি জীৱনৰ গভীৰতৰ আন্ধাৰৰ মাজলৈ আগ বাঢ়ি যায়। তেতিয়া সি পাষাণৰ কৰুণাৰ সপোন দেখে।

মিঠাইৰ টোপোলাটো আন্ধাৰে-মুন্ধাৰে মেজখনৰ ওপৰত থলোঁ। লণ্ঠনটো জ্বলাবৰ মন নগ'ল। পোহৰবোৰ বিদ্রূপেৰে জানোচা ভৰি উঠে। মোৰ ডিঙিটো শুকাই গৈছিল!

টোপোলা-টাপলিকেইটা বুকুত বান্ধি সিহঁত ওলাই আহে। ওপৰত বহল আন্ধাৰ আকাশ, তলত শিল দিয়া শুকান আলিটো।

"পইচা! এই ওঠৰ দিনৰ ঘৰ ভাড়া?" ফুকনৰ ক্রুদ্ধ স্বৰ।"

"পইচা এই তেৰ অনাহে আছে দেউতা— চাউল বেচি —"

"সেইবোৰ মই নেজানো। ৰাতিয়া তিনি টকা ৰূপ ইয়াৰ পৰা আদায় কৰি লৈ আহিবি, নহ'লে মাল-বস্তুবোৰ ৰাখি থবি!" — ভোঁ-ভোঁৱাই ফুকন গুচি যায়।

* * *

মিঠাই টোপোলাটো মেলি সিহঁতক দিলোঁ ভাগ কৰি খাবলৈ। মোৰ মাত্র এখন বিছনা— বেমাৰী মাকক তাতে শুৱাই দিলোঁ। বেঞ্চ দুখন যোগ দি তাতে দৌলতহঁত শুই পৰে। ছোৱালীজনী— বিস্ময়েৰে এবাৰ তাই মোলৈ চায়। লণ্ঠনৰ টিমিকি পোহৰত দেখোঁ তাইৰ ক'লা চকু দুটাত জিলিকি উঠে এটা কৰুণ বিস্ময়, এটা সঙ্কোচ, এটা কৃতজ্ঞতা আৰু দুটোপাল চকুলো।

দুৱাৰ-চুকতে ফকীৰ বহি পৰে।

সকলোৰে শোৱাৰ দিহা কৰি চিনেমা হলৰ ফালে ওলাই গ'লোঁ উদভ্রান্ত উদাসভাৱে। ৰাতিয়াক দিয়া ৰূপ তিনি টকাৰ কাৰণে মই জানো দুখীয়া হৈ যাম— বাটে বাটে ভাবি গৈছোঁ। মোৰ কোৱাৰ্টাৰটো— আঠোটা মানুহ তাত নধৰে। বিশেষকৈ সেই নিমাত ছোৱালীজনীক আৰু মোক।

সেইটোও ৰায়চাহাবৰে ঘৰ।

* * *

ফকীৰ থকা কোৱাৰ্টাৰটো ডাক্তৰ বানাৰ্জীৰ পৰিয়ালে মুখৰ কৰি তোলে। তাত আজি ফকীৰৰ ল'ৰা-ছোৱালীয়ে ভাত বিচাৰি নেকান্দে, ফকীৰৰ ছোৱলীজনীয়ে কৰুণ চকু দুটাৰে দুৱাৰত ধৰি চাই নেথাকে; বেমাৰী মাকৰ কেঁকনিয়ে তাত মজিয়াৰ বতাহখিনি কৰুণ কৰি নোতোলে। ডাক্তৰ বানাৰ্জীৰ জীয়েক বীণাৰ লগত দুদিনতে ননীৰ সৌহার্দ্য গঢ়ি উঠে। হাৰ্মনিয়াম, গ্রামোফন বাজি উঠে। ফুলদানীবোৰত সুগন্ধি ফুলবোৰ বতাহত কঁপি উঠে।

বীণাৰ লগত সুৰ মিলাই অৰ্গেনটোত বহি ননীয়ে গায়, "আনন্দ আজ আনন্দেতে পাগল কৰে গ' ..."

... বীণা, ননী আৰু ফকীৰৰ জীয়েক— তিনিওজনী ছোৱালী।

# শিখৰে শিখৰে

আগদিনা ৰাতি ভালেমান পলমকৈ শোৱাৰ কাৰণে মিঃ নৃপেন চৌধুৰীৰ টোপনি ভগাত অলপ দেৰি হ'ল। ইতিমধ্যে চৌধুৰীৰ ডাঙৰ জীয়েক ৰীতাই ৰেডিঅ'ত এমেৰিকাৰ কিবা এটা চিম্‌ফনি ধৰি, ভলিউমটো যথেষ্ট বঢ়াই দিছে। 'মা'ৰো টোপনি ভগা নাই এতিয়াও। কালি ৰাতি 'মা' যে কেতিয়া ঘূৰি আহিল ৰীতাইঁতে ক'বই নোৱাৰে। কালি মিঃ আহম্মদৰ ঘৰত ডিনাৰ পাৰ্টি আছিল, তাৰ পিছত আছিল মিচ্ আৰতি মজুমদাৰৰ নাচৰ আয়োজন। মিচ্ মজুমদাৰ দক্ষিণ-পূৰ্ব এছিয়াত প্ৰাচ্য নৃত্যৰ প্ৰদৰ্শনী দেখুৱাই নাম কৰা নৃত্যশিল্পী; মাত্ৰ দুটা হাফ-বয়েল, আধাসেৰ আধাসেৰ গৰম গাখীৰ আৰু কেইডোখৰমান ক্ৰিম-ক্ৰেকাৰ খাই ৰীতা আৰু ইভা ওলাই গ'ল ফুৰিবলৈ। পুৱা ফুৰাৰ অভ্যাস সিহঁতৰ সকৰে পৰা একপ্ৰকাৰ অপৰিহাৰ্য হৈ পৰিছে। ৰীতা ছবছৰীয়া আৰু ইভা আঢ়ৈ বছৰীয়া। কিন্তু শ্বিলঙৰ সুৱদী জলবায়ুৱে দুয়োৰে বাঢ়নত সৌষ্ঠৱ দিছে যথেষ্ট।

বিছনা এৰি মিঃ চৌধুৰীয়ে শোৱা কোঠাত থকা ডাঙৰ আৰ্চীখনত নিজকে এবাৰ চাই এটা এঙামুৰি মাৰিলে। চকু দুটা এতিয়াও ৰঙা পৰি আছে। কালি ড্ৰিঙ্ক অলপ বেছি কৰা হ'ল। তাৰ উপৰি —।

তেওঁ উঠা গম পাই দুৱাৰৰ বাহিৰত বৈ থকা কংজনী আৰু খানচামা জোনাবালিয়ে খদম্‌দম্ লগালে।

চাহ খাই উঠি গাড়ীখন লৈ চৌধুৰী যেতিয়া ওলাই যায়, তেতিয়াও মিচেচ চৌধুৰীৰ— এসময়ত তেওঁৰ নাম আছিল মিচ্ প্ৰীতি দত্ত— গভীৰ টোপনি। শ্বিলঙৰ আগষ্টৰ পুৱাবোৰ মোহ লগা। খিৰিকীৰ বাহিৰত বাঁহবোৰ কঁপে, ৰ'দবোৰ নাচে, পাইনৰ চকুৰ প্ৰতিধ্বনি কাৰোবাৰ মনৰ মাজত বাজি উঠে।

মিঃ চৌধুৰী চোকা মানুহ। একৈছ বছৰত বি. এ. পাছ কৰি চাৰি মাহৰ মূৰতে ই. এ. চি. কাম পায়। তাৰ চাৰি বছৰৰ পিছত হ'ল আণ্ডাৰ-চেক্ৰেটৰী। বৰ্তমান এটা বিভাগৰ অস্থায়ী চেক্ৰেটৰী।

ই. এ. চি. হোৱাৰ সাত মাহৰ পিছতে চৌধুৰীৰ বিয়া হ'ল মিচ্ দত্তৰ লগত; মিচ্ দত্ত যোৰহাটৰ নাম কৰা উকীল ব্ৰজেন দত্তৰ দ্বিতীয় জীয়েক। দেখাই-শুনাই, পঢ়াই-শুনাই সকলো ফালৰ পৰা মিচ্ দত্ত খ্যাতি থকা ছোৱালী আছিল। গুৱাহাটীত এবছৰ, কলিকতাত ছমাহ, বেনাৰচত এবছৰ, এলাহাবাদত তিনি মাহ পঢ়াৰ পিছত মিচ দত্তই লেডিকীনৰ পৰা আই. এ. পাছ কৰিছিল, তাৰ পিছত বিয়া হ'ল। আৰু নপঢ়িলে।

'মানুহহাল মিলিছে বেছ'— সকলোৱে মন্তব্য কৰে। ত্ৰিছ বছৰত শ্বিলঙৰ মানুহ বুঢ়া নহয়, বিশেষকৈ চাৰে-তেৰশ দৰমহা পোৱা চৌধুৰীৰ নিচিনা মানুহ।

আৰু মিচেচ চৌধুৰীৰ দৰে স্বাস্থ্যৱতী তিৰোতা দুটা সন্তানৰ মাক হৈয়ো বুঢ়ী হৈ যোৱাটো ভাবিব নোৱাৰা কথা। প্ৰীতি চৌধুৰীৰ নিপোটল মুখখন ৰঙা পৰা, আটিল গাটোত যৌৱন উপচি পৰিছে। অতি যত্নেৰে শৰীৰৰ কোনো অঙ্গত বয়সৰ আক্ৰমণ লাগিবলৈ নিদিয়াকৈ ৰখাৰ কাৰণে তেওঁৰ গাৰ ৰেখাবোৰ ক'তো ঢিলা হোৱা নাই। ৰীতা আৰু ইভাতো গৰুগাখীৰ খাই নাৰ্চৰ কোলাতে ডাঙৰ হ'ল। ক্ষয়িষ্ণু যৌৱনক ধৰি ৰাখিবৰ চেষ্টা নকৰা অভিজাত তিৰোতা পৃথিৱীত ক'তো নাই।

বাহিৰত মিঃ সিঙৰ গাড়ী আহি ৰোৱা দেখি ভয়ে ভয়ে আয়াজনী মিচেচ্ চৌধুৰীৰ কোঠালৈ সোমাই আহি সৰুকৈ মাতিলে, "মাইজী —"

প্ৰীতিয়ে বাগৰ সলালে। খহি যোৱা কোমল ৰাগখনৰ পৰা মুক্ত হোৱা ধক্‌ধক্‌কৰে বগা গাটোত আহি বাহিৰৰ মিঠা ৰ'দ এচেৰেঙা পৰিলহি।

আধা ঘণ্টাৰ মূৰত অলপ দেহাটো লৈ প্ৰীতি আহি ড্ৰইং-ৰুমত বলিহি। মিঃ সিং আহি ইতিমধ্যে ড্ৰইংৰুমত বহি একেথৰে সৰু মেজখনৰ ওপৰত থকা প্ৰীতিৰ ফটোখনৰ ফালে চাই আছিল। প্ৰীতিক দেখি ধুনীয়া হাঁহি এটা মাৰি মিঃ সিঙে হাতখন আগবঢ়াই দিলে।

"গুড্ মৰ্ণিং, মিচেচ চৌধুৰী" — প্ৰীতিয়ে অভিবাদন উত্তৰ দিলে, অলস চকুৰ ধুনীয়া চাৱনি, সৰু ওঁঠৰ এটা সৰু মিচিকি আৰু কোমল হাতৰ মিঠা জোকাৰটোৰ সহজ উত্তাপটোৰে।

দুয়ো বহিল।

মিঃ সিং পঞ্জাবৰ মানুহ। ৰেঙ্ক— মেজৰ, গভৰ্ণৰৰ ঘৰুৱা ৰক্ষণাবেক্ষণৰ ভাৰপ্ৰাপ্ত মিলিটাৰী বিষয়া। ভগা ভগা অসমীয়া কয় আৰু হাঁহে, ইংৰাজী কয়, মাজে মাজে অকাৰণত সুহুৰিয়ায়, চিগাৰেটৰ ধোঁৱাবোৰ এটা বিশেষ ধৰণে এৰি দি চাই থাকে।

প্ৰীতিৰ প্ৰিয় বন্ধু।

লিঙ্গ-বিভক্তি পাণিনিক পিছ পৰি আগবাঢ়ি গ'লেও, প্ৰীতিয়ে মিঃ সিঙৰ লগত হিন্দীতে কথা কয় ঃ

"আজি কিন্তু হাম পাৰ্টিমে নেহি যায়েঙ্গা।"

"কেওওঁ?"

"আজি হামাৰা এক বহিন আয়েঙ্গে।"

মিঃ সিঙে হো-হোকৈ হাঁহি কয়, "ইম্পছিবল, আপুনি যাব লাগিবই। টেক্ ইয়ৰ চিষ্টাৰ অলচ' উইথ ইউ—"

প্ৰীতিয়ে মূৰটো বিশেষ ভঙ্গীৰে জোকাৰি জোকাৰি কয়, "এক্সকিউজ মি, আজি মোৰ যোৱা নহ'ব। চিষ্টাৰজনী আহিবৰ কথা আছে।"

"তেন্তেতো আমাৰ সকলো আয়োজন বৃথা হ'ব। ইউ ন' হোৱাট ডেট্ মিন্‌চ্?" মিঃ সিং যেন অলপ ক্ষুণ্ণ হ'ল।

মিঃ সিঙে যেতিয়া প্ৰীতিৰ পৰা বিদায় লয়, তেতিয়া গধূলিৰ আয়োজনলৈ প্ৰীতি যাম বোলা প্ৰতিশ্ৰুতি লৈহে গ'ল। যাবৰ সময়ত ক'লে, "চুইট ন'টি গাৰ্ল। এই কাৰণে মই আপোনাক ভাল লাগে।"

কথাষাৰ প্ৰীতিয়ে আগৰে পৰা জানে।

এক বজাত প্ৰীতিৰ ভনীয়েক মায়া আহি গুৱাহাটীৰ পৰা পালেহি। মায়াও প্ৰীতিৰ দৰে প্ৰগ্ৰেচিভ ছোৱালী।

এইবাৰ তৃতীয় বাৰ্ষিকত পঢ়িছে, বোম্বাইৰ কোনোবা এটি ছোৱালীৰ কলেজত। ফটফটীয়া উজ্জ্বল চেহেৰা, গাটো অলপ শকত যদিও দেখিবলৈ লনি। কাপোৰ পিন্ধাত অতিশয় পৰিপাটি। জিয়াঁপথীয়া চাদৰখন এনেদৰে লয় যে সি বুকুখনত স্পষ্টভাৱে প্ৰকট কৰি তোলাৰ বাহিৰে অন্য একো নকৰে। কথা-বতৰাত 'ছোৱালী মানুহ' ভাও দিবৰ এটি অসাৰ্থক চেষ্টা সদায় আছে।

"যাওক ভিনদেউ আপুনি গাড়ীখন নো গুৱাহাটীলৈ পঠাই দিব নোৱাৰিলেনে? মোলৈ আপোনাৰ অকণো মৰম নাই। বীতা, সিবাৰ যে মই গানটো শিকাইছিলোঁ মনত আছেনে নাই? এবাৰ গোৱানা। সেই যে —

"ওঁঠৰ পলাশ মোৰ
ৰামধেনু বৰণীয়া হ'ল,
লাগি কাৰ ওঁঠৰ ৰহণ ...?"

"বাহ্‌ৰে ইভা, তোমাৰ পুলঅভাৰটো কোনো গুঠিছে— ধুনীয়া ডিজাইন। কং, মই যে চিমলাৰ পৰা 'টিচেট'টো পঠিয়াইছিলোঁ, তাৰ দুই-এটা বাকী আছেনে? ... কি যে লাভ্‌লি ৰেদাৰ।

বাইদেউ, জয়ন্ত শৰ্মাই বোলে হেমক বিয়া কৰালে— ডেট্ কেড্। দেউতাই যে নতুন গাড়ীখন ল'লে— তাৰ যে ৰংটো ইমান ধুনীয়া— কি এটা ৰং— জাপানীজ্ লেণ্ডস্কেপৰ ৰঙৰ নিচিনা। ভিন্‌দেউ আপুনিও এখন লওকনা। ... অমিতাৰ পুডিং? ধেৎ ..."

মায়াক ঘৰত থৈ দুপৰীয়াৰ জিৰণিৰ পিছত মিঃ চৌধুৰী অফিছলৈ গ'ল মানে তেওঁৰ ঘৰত থকাৰ পাল শেষ হ'ল। ক্লাব, ফ্লাচ, ডিনাৰ আদিৰ পৰা ৰাতি ১২ টাৰ আগত কোনোদিনেই নুঘূৰে। অৱশ্যে ছয় বজাৰ আগতে অফিছো এৰিব নোৱাৰে।

আবেলি চাহ খোৱাৰ সময়ত মায়াই বায়েকক সুধিলে, "হয়নে বাইদেউ, পেপাৰত দেখিলোঁ, আসামত বোলে 'ফেমিন' হৈছে?"

"আমিও শুনিছোঁ, সিদিনা ফুড্ কমিটীৰ মিটিঙতো কথাটো ওলাইছিল। কিজানি সঁচাও হ'ব পাৰে।"

"এৰা বৰ অমিন্চ, কিবোৰ যে আৰু হয় আজিকালি। টকাত চাউল নেকি আধাসেৰ নে কিমান হৈছে। সেইটোতো বৰ বেছি দাম নহয়। ইন্‌ফ্লেচন হৈছে যেতিয়া হ'বই। ফ্ৰুট আৰু অন্য লাইট ফুড্ খালেতো এটকাৰ চাউলে এটা মানুহৰ চাৰি সাঁজ যাব।"

"তই এটা কাম কৰিবি মায়া। আজি আৰু তই ফুৰিবলৈ যাব নেলাগে। মই অলপ মিঃ সিঙৰ তাৰ পৰা আহোঁ। মিচেচ্ সিং আকৌ মোৰ বৰ ফ্ৰেণ্ড। তেওঁ বৰকৈ মাতিছে। এই কিবা গানৰ মজ্‌লিচ। পাৰিলে সোনকালেই আহিম।"

"বাইদেউ, মোৰ বিয়াখন কিন্তু আসামত পাতিবৰ ইচ্ছা নাই। মই ফুকনলৈও লিখিছোঁ। তই দেউতালৈ লিখিবিচোন।"

"তই আমালৈ বাট চাব নেলাগে। ভিনীদেৱৰৰ বহুত কাম, আহোঁতে সদায় বহুত ৰাতি হয়। আবেলি চাহ, ৰাতিৰ ভাত বাহিৰে বাহিৰেই খায়। তই শুই থাকিবি। মই যাওঁ।"

প্ৰীতি ওলাই গ'ল। গাড়ী লৈ মিঃ আহম্মদ ৰৈ আছিল। আহম্মদৰো নিমন্ত্ৰণ আছে।

সন্ধিয়াৰ পিছৰ পৰা বৰষুণ আৰম্ভ হ'ল। মায়াই কিছুপৰ ৰেডিঅ'টোৰ কাষত বহি কটালে, অলপ পৰ বীতাৰ লগত দুই-এষাৰ কথা পাতিলে, চেল্‌ফৰ পৰা কিবা এখন আমেৰিকান ক্ৰাইম নভেল টান মাৰি আনি দুপাতমান লুটিয়ালে। অলপ সময় সৰু বাৰাণ্ডা ডোখৰত পায়চাৰী কৰিলে, কিবা এটা হিন্দী গানৰ দুটা লাইন গুণ-গুণালে, তাৰ পিছত বাহিৰৰ দুৱাৰখন বন্ধ কৰি শোৱা কোঠাটোলৈ সোমাই গ'ল।

অলপ জাৰ লাগিছিল, মায়াৰ কাপোৰবোৰ সলাবলৈ এলাহ লাগিছিল। তথাপি ডাঙৰ আচীৰ ড্ৰেচিং টেবুলখনৰ আগত ৰৈ মায়াই চাদৰখন সলালে। নিজৰ গাটো এবাৰ চাই এমোকোৰা হাঁহি মাৰিলে। তাৰ পিছত লাহে লাহে টান ব্লাউজটো খুলিলে। হলিউডৰ কোনোবা এজনী অভিনেত্ৰীৰ কথা মনত পৰি গাটো বিশেষ ৰকমৰ ভঙ্গী কৰিলে। তাৰ পিছত মেজৰ ওপৰৰ পৰা ৰাতি ঘঁহা ক্ৰীমটোৰ মুখখন খুলি লাহে লাহে গালৰ ওপৰত ঘঁহিব ধৰিলে।

শব্দ নোহোৱা গাড়ীখনৰ পৰা নামি মিঃ চৌধুৰী শব্দ নোহোৱা ক্ৰেপচ'লৰ জোতাযোৰ পিন্ধি সোমাই আহিল। মজিয়াৰ কোমল কাৰ্পেটখনতো কোনো শব্দ সঁচাৰি নাই। মায়াই আচীত দেখিলে কিন্তু নেদেখাৰ দৰে ক্ৰীম ঘহাত ব্যস্ত থাকিল। কোঠাটোত বিয়পি থকা ক্ৰীমৰ গোন্ধৰ মাজলৈ মিঃ চৌধুৰীৰ মুখৰ পৰা বিলাতী পানীয়ৰ গোন্ধ এটি সোমাই আহিল।

চৌধুৰী আহি মায়াৰ পিছত থিয় দিলে। চাদৰখন বিচৰাৰ নিচিনা কৰি মায়াই ঘূৰি চালে।

"অ' ভিনদেউ আহিল"— চাদৰখন গাত লোবাৰ কোনো আয়োজন নকৰি মায়াই মিচিকিয়া হাঁহি মাৰিলে।

"ৰাতি চাৰে-এঘাৰ বাজিল, তুমি এতিয়াও শোৱা নাই মায়া?"

"ঘৰত কোনো নাই, মইনো অকলে কি শুম।"

চৌধুৰী মায়াৰ বিছনাখনতে বহিল। "বাইদেৱেৰা অহা নাই?"

"নাই অহা দেখোন।"

"অ' এৰা আজি গানৰ মজলিচ আছে। সোনকালে ওলটাৰ আশা নাই।"

চৌধুৰীয়ে একেথৰে মায়াৰ প্ৰায় উদি গাটোৰ ফালে চাই থাকিল, তাৰ পিছত বহাৰ পৰা উঠিল, আৰু একো নকৈ নিজৰ কোঠালৈ সোমাই গ'ল।

অলপ পৰৰ পাছত চৌধুৰীয়ে কাপোৰ সলাই আকৌ মায়াৰ কোঠালৈ সোমাই আহিল। আৰু প্ৰসাধনৰতা মায়াৰ শকত বাহু দুটাত পিছফালৰ পৰা দুয়ো হাতেৰে ধৰি ক'লে, "বেছ শকত হৈছাতো মায়া —"

তেনে অবস্থাতে ঘূৰি ভিনদেৱকৰ মুখলৈ চাই মায়াই এটি সৰু হাঁহিৰে ক'লে, "ক'তনো শকত হৈছো!"

চৌধুৰীয়ে বাহু এৰি হাত দুখন অলপ আগবঢ়ালে। ক্ষীণ এটা প্ৰতিবাদ কৰি মায়াই ক'লে, "ধেৎ কি যে কৰে! চাওঁ, বাইদেউ ওলাবহি কেনেবাকৈ —"

অলপ পৰৰ পিছত কোঠাটো আন্ধাৰ হ'ল। ...

মিঃ আহম্মদ কোনোবা এটা বিভাগৰ ডাইৰেক্টৰ। প্ৰায় পাঁচিছ শ দৰমহা পায়। বয়স চল্লিছ অতিক্ৰম কৰি গৈছে। তেওঁৰ বিশেষত্ব যে তেওঁ কোনো মটৰ-গাড়ী কিনাৰ পিছত তিনি মাহৰ বেছি নেৰাখে এশ গেলন মদ খালেও নিচাত পাগল নহয়, তেওঁৰ ল'ৰা-ছোৱালীক মৰম কৰে— ল'ৰা-ছোৱালী চাৰিটা— ডাঙৰ ছোৱালীজনী এতিয়া চৈধ্য বছৰীয়া আৰু তেওঁ বৰ ভাল ইংৰাজী কয়। এই কাৰণে তেওঁৰ খ্যাতি পুৰুষতকৈ শ্বিলঙৰ মহিলা মহলত আৰু বেছি। তেওঁৰ অফিছতে কাম কৰা কোনোবা কেৰাণী ডেকা এটি বোলে তেওঁৰ ছোৱালীজনীৰ প্ৰেমত পৰাৰ গম পাই ডেকাজনক নিজৰ ঘৰলৈ মতাই নি খুব বেতাই মটৰেৰে ঘৰত থোৱাই দিলে। তেওঁ চৰকাৰী, বে-চৰকাৰী কেবাটাও অনুষ্ঠানৰ সভাপতি, সম্পাদক নাইবা অন্য বিষয়ববীয়া।

মিঃ সিঙৰ পৰা বিদায় লৈ প্ৰীতি চৌধুৰী যেতিয়া মিঃ আহম্মদৰ বৈ থকা নতুন গাড়ীত উঠেহি, তেতিয়া ৰাতি আঠটা বাজিছে। আহম্মদৰ সৰু মাত-নোহোৱা

গাড়ীখনৰ আগৰ চিটৰ মিঃ আহম্মদৰ গাতে গা লগাই মিচেচ প্ৰীতি চৌধুৰী। পাহাৰৰ গাৰ পকনীয়া পাৰ হৈ মিঃ আহম্মদে গাড়ীখন ৰখালে।

"ৰ'ল যে?"

চিগাৰেটটো জ্বলাই লৈ মিঃ আহম্মদে ক'লে, "আৰু কি কৰিম?"

"ব'লক মোক থৈ আহক। কালিও বহুত ৰাতি হ'ল, আজিও —"

"চৌধুৰীৰ কাৰণে বৰ দৰদ হৈছে নেকি? এই জীৱনটো জানো আপোনাৰ ভাল নেলাগে?"

"কোনটো জীৱন?" এনেয়ে মিচেচ চৌধুৰীয়ে সুধিলে।

"এই আমাৰ জীৱনটো! যাক কোৱা যায় ফ্ৰী-লাইফ। চৌধুৰী ৱ'ণ্ট মাইণ্ড এনিথিং। আৰু চাওক। We belong to a different age and a different world নহয় জানো?"

"আপুনিতো জানেই মোৰ কোনো নাই। কিন্তু আজি আৰু — নাঃ ভাই, আজি ব'লক।"

মিঃ আহম্মদে গাড়ীৰ চুইচটো টিপি দিলে। আকৌ চকা ঘূৰিল।

"না না, আমাৰ ঘৰলৈ ব'লক। আজি আৰু আপোনাৰ ঘৰলৈ নেযাওঁ, বেয়া নেপাব।" প্ৰায় গাতে ঢলি পৰি প্ৰীতিয়ে ক'লে।

"কালি-পৰহিতে কিজানি ৱাইফহঁতো আহি পাবহি। আজি ছমাহ নাই। তেওঁলোক আহি পালে ময়ো কিজানি কিছুদিনৰ কাৰণে চেঞ্জত যাম। আপুনিও ওলাওক। যাব?" — মুখখন প্ৰীতিৰ মুখৰ ওচৰত ৰাখি মিঃ আহম্মদে সুধিলে।

"আমাৰ ছুটীয়েই নাই দেখোন।"

"চৌধুৰীক কেলেই, আপুনি ব'লক। মইতো যাম —"

গাড়ীখন আহি নিঃশব্দে মিঃ আহম্মদৰ গেটৰ মুখত ৰ'লহি। মিঃ আহম্মদে নিজে নামি গৈ গেটখন মেলিলে, তাৰ পিছত গাড়ীখন গেৰেজলৈ সুমাই লৈ গ'ল।

নিস্তব্ধ ঘৰটোৰ ভিতৰত লাইটবোৰ নীৰৱে জ্বলি আছে।

দুৱাৰখন মেলি দুয়ো সোমাই গ'ল। ভিতৰত বগা উম।

দুয়ো মেজত সজাই থোৱা ফ্লাস্কটোৰ পৰা বাকি দুপিয়লা গৰম কফি খালে। তাৰ পিছত বৰ তৃপ্তিৰে মুখৰ ফালে চাই মিঃ আহম্মদে ক'লে, "আপোনাক যে মোৰ ইমান ভাল লাগে।"

প্ৰীতিৰ বগা মুখখন আৰু অলপ ৰঙা পৰিল। প্ৰীতিয়ে অলপ সৰুকৈ ক'লে, "আপুনি কিন্তু টোপনি নাযাব। ৰাতি পুওৱাৰ আগতে মোক থৈ আহিব লাগিব।"

মিঃ আহম্মদ বহাৰ পৰা উঠিল আৰু বেছ এটা আমোদ অনুভৱ কৰাৰ দৰে খিৰিকী এখনৰ কাষলৈ গৈ খিৰিকীখন মেলি দি দূৰৰ শ্বিলং চহৰখনৰ ফালে চালে।

দূৰে দূৰে যোৱা দুই-এখন মটৰৰ শব্দৰ বাহিৰে অন্য কোনো শা-শব্দ নাই। সকলো মানুহ শুই নিঃপালি দিলে। পাইনৰ পাতত পৰা বৰষুণৰ জৰ্‌জৰ্ শব্দটোৱে নিস্তব্ধতাটোক আৰু গহীন কৰি তুলিছে।

মিঃ আহম্মদৰ ঘৰৰ ওচৰতে থকা খাচীয়ানী বেশ্যা দুজনীয়ো টোপনি গ'ল। সিহঁতৰ ঘৰতো এতিয়া লেম নাই।

খিৰিকীখন বন্ধ কৰি আহম্মদ মিচেচ চৌধুৰীৰ ওচৰলৈ আহিল। মিচেচ চৌধুৰীয়ে হঁহা চকুৰে তেওঁৰ মুখলৈ চালে।

সেইটো কোঠাৰ লাইটটো নুমাই দুয়ো মিঃ আহম্মদৰ শোৱা কোঠালৈ সোমাই গ'ল।

বাহিৰত তেতিয়া আলিবাটত ঘূৰি ফুৰা কুকুৰবোৰো শুই নিঃপালি দিলে।

বৰষুণজাক তেতিয়া আৰু প্ৰবল বেগে আহিছে।

শতিকাবোৰ পুৰণি হয়, সিহঁতো পুৰণি হয়। নতুনৰ আস্বাদ নোপোৱ কৈয়ে সিহঁত শুই থাকে—টোপনিৰ মোহত।

*　　　　*　　　　*

কিন্তু আজি—

যুগে যুগে পৃথিৱীৰ ধূলিৰ বুকত মুখ ঢাকি শুই থকা বেদুইন জনতাই চেতনা বিচাৰি লৈ মৰুভূমি অতিক্ৰম কৰি নতুন উপত্যকাৰ অন্বেষণত গতি আৰম্ভ কৰিছে; সিহঁতৰ সেই বিপদসঙ্কুল গতিপথত সিহঁতৰে সহযাত্ৰী এক বেদুইনৰ দূৰণিৰ হাত-বাউল এই" বেদুইন।" ৰস নাই, ৰঙো নাই, কেৱল মৰুযাত্ৰীৰ শুকান অস্পষ্ট আৰ্তনাদ।

—মালিক

....যাত্ৰী উঠা ।
চাহাৰাৰ সউ দূৰ, পূব প্ৰান্তত,
ৰঙা-মেঘ আৰু নীলা আকাশৰ দেশত
স্তব্ধ নিশাৰ মৌনতাভঙা প্ৰভাতৰ নিশ্বাস।
পূব সাগৰত সীমাহীন জলৰাশিৰ মাজত
আগত-প্ৰভাতৰ অপ্ৰতিভ আলোক-অভিসাৰৰ
কুহেলি-কোমল ছায়াৰ আকৰ্ষণ।
বন্ধুবেদুইন উঠা।

তোমাৰ বাহুত ক্লান্তিৰ অলসতা?
কালিৰ সেই প্ৰচণ্ড সংগ্ৰাম!

উঃ!
পাহাৰৰ গুহাৰ সেই ক'লা ৰাক্ষসটো—
আউসী-নিশাৰ নিচিনা কদাকাৰ সি,
তাৰ ভৰি আঙুলিৰ নখৰ আঘাতত
শিলাৰ পাহাৰবোৰো খহি যায় ।
মনত আছেনে তাৰ কৰ্কশ হাত দুখনৰ কথা?
জীয়া মানুহৰ মূৰ চেপি চেপি ভাঙি
তাৰ হাতৰ বলিষ্ঠ স্নায়ুবোৰ
উটৰ লেগামাৰ দৰে মজবুট হৈ উঠিছিল ।
তাৰ চকু দুটাত জ্বলন্ত অগ্নিকুণ্ডৰ স্ফুলিঙ্গ ।
হেজাৰ শতিকা তাৰ আয়ু!
তাৰ মূৰৰ ক'লা চুলিত বগা বৰণৰ বোল সানিছে
বহুত কোটি যুগৰ দিন-ৰাতিৰ আৱৰ্তনে ।
সি ভাবিছিলে সি অমৰ,
সি ভাবিছিলে সি দেৱতা,

সি ভাবিছিলে তাৰ শক্তি যুগজয়ী, অক্ষুণ্ণ।
সি ভাবিছিলে চিৰদিন সি দুৰ্বল মানুহৰ
অজ্ঞতাৰ সুযোগ লৈ কঁচা তেজৰ বলি
ভোগ কৰি যাব।
সি ভাবিছিল পৃথিৱীৰ মানুহবোৰক
ভৰিৰ তলত হেঁচি ৰাখি
সি আধিপত্য কৰিব দেৱতাৰ গৌৰৱেৰে—
যুগে যুগে - কালে কালে!
ৰাক্ষস!
তাৰ ৰাক্ষসী ক্ষুধু—
সি যেন উটি অহা জোৱাৰৰ দৰেই অবাধ,
যেন ভূমিকম্পৰ দৰেই দুৰ্নিবাৰ!
বন্ধু—
সেই ৰাক্ষসৰ লগতে যুঁজ কৰিলা তুমি,
কালিৰ গোটেই দিনটো,
গোটেই ৰাতিটো!
সেই ৰাক্ষস আজি নিজৰ শক্তিৰ বিষয়েই
সন্দিহান হৈ উঠিছে।
আমাৰ শানিত খঞ্জৰৰ প্ৰচণ্ড আঘাতত
সি অৱশ হৈ পৰিছে
যুগে যুগে মানুহৰ বুকৰ কেঁচা তেজ শুহি
তাৰ তেজত যি জ্বলন্ত উত্তাপ সঞ্চয় কৰিছিল সি,
কালি আমাৰ হাতৰ তলুৱাত
সেই তেজ উত্তাপহীন হৈ গৈছে !
কিন্তু ৰাক্ষস মৰা নাই !!
সি খন্তেকীয়া প্ৰাণী নহয়,
বছৰবোৰ তাৰ জীৱনত একোটা ক্ষণ,
যুগবোৰ তাৰ জীৱনত একোটা মুহূৰ্ত,
শতিকাবোৰ তাৰ জীৱনত একোটা দিন ।
মন্বন্তৰৰ পৰিমাণেৰে সি তাৰ মাহৰ গণনা কৰে।
যেন মহাকালৰে সমকক্ষ সি !
সি যে ৰাক্ষস।
কিন্তু আমাৰ শক্তিৰ প্ৰমাণ কালি সি পাইছে।

বন্ধু, ক্লান্ত বেদুইন, উঠা।
আন্ধাৰৰ বুকুত এতিয়াও অদৃশ্য হৈ থকা
সউ পূবৰ পাহাৰটোত প্ৰভাতী বায়ুৰ
কোমল গুঞ্জন উঠিছে।
কোনে কৈছিল পাহাৰৰ প্ৰাণ নাই?
অদৃশ্য পাহাৰৰ সেই অস্পষ্টতাত
জীৱনৰ ব্যক্ত ইঙ্গিত!
আমাৰ দৰেই সিও সাৰ পাবৰ কাৰণে
উন্মেষ আহৰণ কৰিছে।
ৰাতিৰ অন্ধাৰৰ লগত সি আৰম্ভ কৰিছে
হতাহতি যুদ্ধ!
আন্ধাৰক জয় কৰি সি নিজক প্ৰকাশ কৰিব;
তাৰ শ্যামল, নীলাভ, প্ৰাণ-চঞ্চল
পৰিচয়ৰ অৱদান-উপচাৰ লৈ সি
ৰক্তিম প্ৰভাতক অভিনন্দন জনাব!
সিও আছে পোহৰৰ প্ৰতীক্ষাত —
যেন ফুলশয্যাৰ প্ৰিয় অভিলাসিনী
প্ৰথম নিশাৰ অৱগুণ্ঠিতা প্ৰিয়া।
আমাৰ কাফিলাৰ উটবোৰো শ্ৰান্ত।
আমাৰ দৰেই সিহঁতেও মৰুভূমিৰ উত্তপ্ত বিস্তৃতিৰ লগত
সংগ্ৰাম কৰিছে।
বেচেৰা নিৰ্বাক উট।
বালিয়া মৰুৰ ওপৰে ওপৰে
সিহঁতৰ অন্তহীন যাত্ৰা

সিহঁতৰো টোপনি!

কিন্তু সিহঁতেও সাৰপোবাৰ সপোনকে এতিয়াও
দেখিব লাগিছে।
এই সীমাহীন, বিস্তৃত মৰুভূমি—
বালিবোৰত কোনোবাই জুই সানি দিয়ে।
ইও এক বেলেগ পৃথিৱী।

প্ৰতিটো বালিকণাত বগা জেঠৰ
একোটা কণ্ কণ্ বেলি যেন লুকাই আছে।
একোটা বালিকণা কোনোবা হাবিয়া দোজখৰ
উফৰি অহা-একোটা তপত ফিৰিঙতি।
এই সূৰ্য- কণাবোৰৰ লগত আমাৰ ভৰিৰ সংগ্ৰাম!
আমাৰ কাফিলাৰ উটৰ ভৰিৰ সংগ্ৰাম!
আমাক অতিক্ৰম কৰিব পৰা নাই,
আমিয়েই কালে কালে মৰুভূমিক
অতিক্ৰম কৰি যাব লাগিছো।
মৰুভূমিৰ বালিৰ জুয়ে আমাৰ ভৰিৰ
দুৰ্বলতাকেই চিৰদিন পুৰিছে,
আমাক পুৰিব পৰা নাই।
নোৱাৰে।
লাগামৰ-বান্ধ-খোলা-উটৰ কোমল মুখত
ভাগৰত নিগৰি অহা লেলাউটিৰ ফেন।
জানো, লাগাম লগালে সিহঁতে দুখ পায়,
বেয়া পায়!
কিন্তু আমাৰ মুখতো যে জীৱনৰ
বেমেজলীয়া সমস্যাৰ লাগাম!
ৰাক্ষসৰ হাতৰ মুঠি ঢিলা নহয় মানে
আমাৰ মুখৰ লাগাম নোসোলকে।
সেই কাৰণেই কালি তাৰ লগত যুঁজিছো,
আৰু বহুত হয়তো যুঁজিব লাগিব।
সি যে ভীষণ শক্তিশালি!

শ্ৰান্ত বেদুইন বন্ধু—
শ্ৰান্ত বেদুইনৰ সহচৰ শ্ৰান্ত বন্ধু উট—
উঠা!
বিশ্ৰামৰ প্ৰয়োজন থাকিলেও অৱকাশ নাই।
ৰাক্ষস দুৰ্বল হৈছে,
আমাৰ অৱসাদৰ সুযোগতে শক্তি সঞ্চয় কৰি
সি পুনৰ শক্তিশালী হৈ উঠিব।
উঠা বন্ধু।

নিশ্চিন্ত হ'বৰ সময় এতিয়াও অহা নাই।
আমাৰ চকুত জিলিকিছে
শ্যামল দিগন্তৰ আহ্বান,
......সউৰা দূৰণিত সেউজীয়া ঘাঁহনি ভৰা ৰেছিহ—
এতিয়াও আন্ধাৰে ঢাকি ৰাখিছে।
একেবাৰে নতুন ৰেছিহ,
মানুহ নেলাগে, এটা পখিলায়ো
তাৰ বনপাতত পৰি এটা আঁচ পেলোৱা নাই।
একেবাৰে নতুন ৰেছিহ,
নিৰ্মল, শ্যামল, শান্ত।
তাত আছে চেঁচা পানীৰ নিঝৰা!
আঃ পানী! পানী!
সেউজীয়া ৰেছিহৰ চেঁচা পানী।
আমাৰ কাৰণে!
মৰীচিকা?
হাঃ হাঃ হাঃ—
বেদুইনক মৰীচিকাই ঠগিব নোৱাৰে।
বেদুইনৰ চকুক মৰীচিকাই মায়াই
ভ্ৰমত পেলাব নোবাৰে।
সঁচাকৈয়ে নতুন ৰেছিহ—
আমাৰ কাৰণে!

সউ ভোটা তৰাটো—
তৰা নহয়, একুৰা জুই।
গোটেই ৰাতি উজাগৰে থাকি
তাৰো চকু জলিছে।
সিও যাত্ৰী-আমাৰে নিচিনা।
জোন আৰু বেলি দুয়োৰে অবৰ্তমানত
সিয়ে আমাৰ সাৰথি,
সিয়ে আমাৰ পথৰ নীৰব সহচৰ।
বালিৰ ওপৰত বাগৰি থকা
উটৰ জিন আৰু লাগাম।
সিহঁত নিৰ্জীব, কিন্তু সিহঁতো জাগৰিছে।

যাত্ৰাৰ অৱসাদে সিহঁতকো আলাহু কৰি দিছে।
পানীৰ মোচক, শুকান ৰুটিৰ টোপোলা,
সিহঁতৰো ভাগৰ লাগিছে।
এই শেহ নিশা গোটেই পৃথিৱীখনৰে ভাগৰ লাগিছে।
কিন্তু তথাপি আমাৰ টোপনি যাবৰ সময় নাই।
আমি বেদুইন,
আমি মৰুযাত্ৰী।
গতিয়েই আমাৰ জীৱন,
গৈ থকাই আমাৰ জীয়াই থকা।
শুকান বালি,
চাপৰ পাহাৰ,
দিনৰ ৰ'দ,
ৰাতিৰ কোমল আন্ধাৰ,
চাইমুম, লু, শ্বাসৰোধ-কৰা তপত বায়ুৰ ধুমুহা,
তাৰ মাজে মাজে আমি আহি আছো।
উঠা বেদুইন বন্ধু,
উঠা ক্লান্তি-অৱশ মৰুযাত্ৰী।
আমাৰ কাৰণে জীৱনৰ উপচাৰ শুকান মৰুভূমি,
তৃণহীন বিয়াবান।
তাক অস্বীকাৰ কৰিবৰ উপায় নাই,
প্ৰয়োজনো নাই।
খা'না-ব'দোছ বন্ধু—
তোমাৰ ঘৰবাৰী, তোমাৰ ঐশ্বৰ্যৰ-বিভূতি
সকলো তোমাৰ কান্ধৰ ওপৰত।
ৰাতি জিৰাবৰ জোখাৰে দুহাত বহল
এটা তম্বু- সেয়ে ঘৰ।
আৰু আমাক লাগে কিমান?
মাৰ্বলৰ আকাশ-পৰশা
ৰাজ-অট্টালিকাৰ কথা শুনিছো।
তাত থাকে ৰাজকোঁৱৰ আৰু ৰাজকুঁৱৰী।
আমি বেদুইন।
মাৰ্বলৰ অট্টালিকাৰ অন্তেষপুৰত
কোনোবা অচিন দেশৰ কোৱৰৰ লগত

ৰ জৰ্কুঁবৰীৰ গোপন মিলন হয়।
িহঁত চোৰ।
সিহত ভয়াতুৰ।
গাভৰুৰ গালত চুমা এটা দিবৰ বেলাও
সিহঁতে আকাশ পাতাল গুণে!
পাথৰৰ বেৰ ভেদ কৰিও যেন
কাৰোবাৰ সজাগ চকুৱে সিহঁতক ধৰা পেলাব।
কাপুৰুষ।
প্ৰেমতো ভয়!

* * *

.....আঃ—সেই সিদিনা ৰাতি—
সেই ৰাতিৰ আন্ধাৰত যে লগ পাইছিলো
বেদুইন চৰ্দাৰৰ জীয়েকজনী!
তাই কিমান মুক্ত!
তাই চাৰাব দিলে—
তাই মোক দেখি হাঁহিলে।
তাইৰ ওঁঠবোৰ হৰিণাপহুৰ তেজৰ নিচিনা ৰঙা!
আন্ধাৰত তাই মোৰ কাষ চাপি আহিল।
তাইৰ গাটো ইমান মিহি—
মোৰ উটৰ পিঠিৰ জীনখনৰ নিচিনা—
তাতকৈও বেছি মিহি তাইৰ গাটো!
তাই অকণো ভয় নকৰিলে।
গালৰ ওপৰত গাল ৰাখি তাই ক'লে—
'আহা'—
তাইৰ দেহাটোত ইমান উন্মাদনা!
তাই মোৰ পৰিচয় নিবিচাৰিলে।
দুয়ো বেদুইন।
তায়ো মৰুপথৰ মোচাফিৰ।
পৰিচয় আমাৰ যৌৱন।
সউ পুৱতি তৰাটো যেতিয়া নিস্তেজ হৈ আহিল,
তেতিয়া তাই মোৰ বুকৰ পৰা ওলাই গ'ল।
তাই কোনোবা বেদুইন চৰ্দাৰ জীয়েক।....

* * *

আ, সউৱা ভোটাতৰাটো—
ক্রমে নিষ্প্রভ হৈ আহিছে।
তেনেহলে আৰু অলপ পৰৰ মূৰতে
পৃথিৱীৰ বুকত বেলিৰ প্ৰথম কিৰণ পৰিব।
এইয়া ধীৰ বতাহ এজাকো নামি আহিছে
দক্ষিণৰ উপকূলৰ পৰা।
ই প্ৰভাতৰ আগ-জাননী।
আমাৰ মৰুভূবোৰ যদি সাগৰ হ'লহেঁতেন!
মাণিক মুকতা পোতখাই থকা নীলা সাগৰ!
উঃ সাগৰত পানীৰ কি প্ৰাচুৰ্য।
পানীয়েই পানী,
সেই পানীৰ ওপৰেদি আহে
সাগৰ- পাৰৰ সাউদৰ নাও—
নাৱত আনে হীৰা-মুমুতা, পোৱাল বাখৰ,
কোনোবা সেউজীয়া দেশৰ সেউজীয়া পাটকাপোৰ!
সিহঁতে আমাৰ দৰে পানী বিচাৰি নমৰে,
আমাৰ দৰে ৰেছিছৰ পিছে পিছে
উটৰ কাফিলা লৈ জীৱনবোৰ
কটাই নিদিয়ে
সাগৰবোৰ পানীৰে ভৰা!
আৰু আমি বিচাৰি মৰো পানী—
জীৱনৰ অমৰ অসীম তৃষাক
এটোপা পানীৰ বিনিময়ত,
আমি সহস্ৰ গুণ কৰি তোলা।
এটোপা পানীৰ অভাৱত
শুকাই বালিচৰ হৈ যায় আমাৰ দেহাৰ
স্নায়ু-শিৰ-ৰক্ত।
আমিনো জীৱনত কি পালো?
ক্লান্তি-অৱশ যাত্ৰী!
আমি কি পালো?
কি পালো?
ভাত—তাৰ বিনিময়ত দিও জীৱন—
পানী—তাৰ বিনিময়ত দিও প্ৰাণ!

ঘৰ—
ছিঃ বেদুইনক আকৌ ঘৰ কেলেই?
আমাৰ ঘৰ নাই।
আমাৰ ঘৰ নেলাগে।
আমি ঘৰ সাজো লোকৰ কাৰণে।
আমাৰ সম্বন্ধ ৰচিত হৈ গৈছে
উদাৰ আকাশৰ লগত।

পীড়ামিদ সজাৰ কথা মনত পৰিছে।
ফিৰাউনৰ ৰাজকীয় অভিলাস—
যি পৃথিৱীত জীয়া মানুহ থাকিবলৈ
দুচলা চালি নাই—
সেই পৃথিৱীত, ঠিক সেই পৃথিৱীতে
মৰাৰ পচিযোৱা হাৰৰ ওপৰত
ৰচিব লাগে পীড়ামিদ।
হেজাৰটো উট জোৰা দিলেও
তাৰ সমান ওখ নহয়!!
আমি সাজি দিলো সেই পীড়ামিদ।
জীয়া মানুহ থাকিবৰ কাৰণে নহয়,
সম্রাট ফিৰাউনৰ থাকিবৰ কাৰণে নহয়,
সম্রাট ফিৰাউনৰ গৃহহীন প্ৰজা
থাকিবৰ কাৰণে নহয;
মৰি-পচি-যোৱা কোনোবা
নিষ্ঠুৰ ৰাজাধিৰাজৰ
কলঙ্ক ঢাকি ৰাখিবৰ কাৰণে।
শিলৰ অট্টালিকাৰে
অন্যায়-অবিচাৰৰ পঙ্কিল ইতিহাস
ঢাকি ৰাখিবৰ কি ব্যৰ্থ পৰিশ্ৰম!
ফিৰাউনৰ অবাস্তৱ সেই প্ৰয়াসক
আমি জীৱন্ত কৰি দিলো—
আমাৰ ঘামেৰে, আমাৰ তেজেৰে,
আমাৰ তৃষাকাতৰ অন্তৰৰ
অবোধ একাগ্ৰতাৰে।

পীড়ামিদ আছে।
আমিও আছো!
পীড়ামিদ সজাৰ যুগৰ সভ্যতা
নীল নদীৰ বুকত মিলি গ'ল।
কিন্তু আমি জানো সেই সভ্যতা
কোনে ৰচনা কৰিছিল—
ফিৰাউনে নে আমি—
অখ্যাত, গৃহহীন বেদুইনে!
আমি অমৰ—
মৰুভূমিৰ দৰেই আমি
চিৰবিদ্যমান!
পৃথিৱীৰ যলৈকে যাওঁ
তাতেই আমাক অভ্যৰ্থনা জনাবৰ কাৰণে
ৰৈ থাকে—নিৰস মৰু।
কিন্তু আনৰ কাৰণে নহয়!
আণৰ কাৰণে মৰুভূমিয়েও
ৰাজনগৰৰ বিলাশ-প্ৰাচুৰ্য ওপচাই দিয়ে।
আমাৰ কাৰণে মাথোন বালি।

বন্ধু উঠা!
অলপ মাথোন আছে—
ৰাতি শেষ হৈ যাব!
কাল-নিশা চিৰদিনৰ কাৰণে
মহাকালৰ বুকত লুকাই
পৰিচয়হীন হৈ যাব।
কিন্তু এই নিশাৰ বুকত প্ৰথম
নখৰ আঘাত দিয়াৰ গৌৰৱ আমাৰ—
বেদুইনৰ।

দস্যুদলৰ কাৰণে এই আন্ধাৰ নিশা
আছিল পৰম বন্ধু।
এই নিশাৰ আঁৰত লুকাই
দস্যুইঁতে নিৰীহ, সুপ্তদলৰ

বুকৰ তেজ সুহি খাইছিল।
সিহঁতক হত্যা কৰি কাঢ়ি নিছিল
ধন, ঐশ্বর্য, সাচি থোৱা সম্পত্তি।
সিহঁত নিষ্ঠুৰ, সিহঁত জীৱহন্তা পশু—
সিহঁত ভয়াবহ ৰাতিটোতকৈও বেছি ভয়াবহ।
এই ৰাতিৰ নিৰন্ধ্ৰ আন্ধাৰৰ মাজত লুকাই—
সিহঁতে টেঁটু চিৰি, তেজ শুহি খালে
শুই থকা দলৰ, সাৰ-নোপোৱা দলৰ।
সিহঁতে পোহৰ ভাল নেপায়,
সিহঁতক লাগে আন্ধাৰ।
নিশাৰ দৰদী নিশাৰ সিহঁত—
মানুহৰ বুকৰ কেঁচা তেজ পীয়া
'দেউ' সিহঁত!
সিহঁত পোহৰৰ শত্ৰু।
কদাকাৰ ৰাতিক আৰু কদৰ্য কৰি
অট্টউল্লাস কৰে সিহঁতে—
সন্মুখত মৰা শ লৈ কঢ়া-আঁজোৰা কৰা
মাংসাশী পশু সিহঁত।
আমাৰ দৰে বেদুইনৰ শ্ৰমৰ বিনিময়ত
সিহঁতে ৰচনা কৰে বিশ্ৰামৰ আশ্ৰম।

ক্লান্ত পথচাৰী—
আকাশৰ বুকত সউৱা নবীন উষাৰ ৰঙীণ সম্ভাৱনা।
ৰাতি শেষ হৈ যাব,
ৰাতি শেষ হৈ যাব।
বাঃ বতাহ্ জাকৰ প্ৰাণত
নিশা শেষ হোৱাৰ কি দুৰন্ত আনন্দ!
চঞ্চল, তৰল প্ৰাণ-মত্ততা!
প্ৰভাতৰ এই সম্ভাৱনাত
মোৰ প্ৰাণৰ অৱৰুদ্ধ যৌৱন উন্মত্ত হৈ উঠে।

বুকৰ মাজত গোটেই পৃথিৱীখন সাবটি লবৰ মন যায়।

নতুন দিনে আমাৰ কাৰণে আনিব অবাৰিত মুক্তি।
কিমান মিঠা এই মুক্তিৰ স্বাদ!
উপকূলত বোৱা চেঁচা ৰতাহৰ দৰে
প্ৰাণ-জুৰুৱা শান্তিৰ অভিসাৰ!
এই অনাগত প্ৰভাতৰ প্ৰতীক্ষা কি মধুৰ!
প্ৰাণৰ মাজৰ ঠেৰু-ছিগা কথাবোৰ
প্ৰেমিকৰ কথাৰ দৰে সৰস হৈ যাব খোজে,
অৰ্থ নোহোৱা কথাবোৰো যেন অৰ্থৰে ভৰি পৰে!
ঠিক কবিৰ কথা নিচিনা!

টোপনিত লালকাল বেদুইন বন্ধু—
সাৰ পাবৰ হ'ল—উঠা!
আঃ এই অকণমান টোপনিত কি গাঢ় শান্তি,
কি নিঃশঙ্ক আত্মবিস্মৃতি!
কবিতাৰ দৰে কি প্ৰাণ-শীতলোৱা স্নিগ্ধতা!
হাঃ হাঃ হাঃ!
হাঃ হাঃ হাঃ!!
বন্ধু—
আমাৰ জীৱনত কবিতা নাই।
আমাৰ জীৱনত কোমল কথাৰ মিল নাই।
আমাৰ জীৱনত সাৰপাই সপোন দেখাৰ
অৱসৰ নাই—
আমাৰ জীৱন গতিৰ জীৱন,
কামৰ জীৱন, ব্যস্ত আত্মবিসৰ্জনৰ জীৱন।
ৰূপহীৰ ৰঙা গাল,
গাভৰুৰ নীলা চকু,
প্ৰিয়াৰ কোমল বুকু—
ভাষাৰ মাজত সুমাই ৰাখি
সেইবোৰৰ অমৰ আনন্দৰস পান কৰিবৰ
অৱসৰ আমাৰ নাই।
আমি শিল হৈ গৈছো।
আমি মানুহৰ হিয়াৰ কোমলত।
পাহৰি গৈছো।

পীড়ামিদৰ দৰে আমি থিয় দি আছো—
জগতৰ নিষ্ঠুৰতাৰ জীৱন্ত প্ৰতিভূ হিচাপে!
ঘোঁৰাৰ খুৰাৰ দৰে আমাৰ হিয়াবোৰ
টান হৈ গৈছে!
বিয়াবানৰ নিষ্ঠুতাৰ দৰে আমাৰ প্ৰাণৰ
প্ৰণয়-ধাৰা শুকাই গৈছে।
আমাৰ দেহাৰ স্নায়ুত আছে
কৰ্মকঠোৰ কঠিনতাৰ স্পন্দন!
মৰণৰ লগত সংগ্ৰাম কৰি জীয়াই থকা
আমাৰ জীৱন!
মানুহ হবলৈ আমি পাহৰি গৈছো!
আমি যুগে যুগে আদৰ্শবাদীৰ
নতুন সপোনক ৰূপ দি আহিছো—
আমাৰ দেহাৰ প্ৰতিটো অণু দি,
আমাৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত দি,
আমি নতুন সভ্যতাৰ জীৱন-প্ৰতিষ্ঠা কৰি আহিছো,
কিন্তু সেই সভ্যতাৰ আমাৰ অৱদানৰ উল্লেখ নাই,
নতুন স্যভতা প্ৰতিস্থাপনৰ যশোকীৰ্তি
সকলো সেই প্ৰভুহঁতৰ
আমাৰ আদেষ্টা সকলৰ!

* * *

আলেকজাণ্ডাৰৰ লগত
দুৰাশমত্ত, দুৰাকঙক্ষী এটা অপৈণত ডেকাৰ লগত,
পৰ্বত-কন্দৰ, সাগৰ-মৰুভূ অতিক্ৰমি
অচিন দেশৰ অচিন প্ৰান্তত
প্ৰাণ বিসৰ্জন দিয়া বেদুইনবোৰৰ
ইতিহাস নাই!
চেকেণ্ডৰৰ ঘোঁৰাটোৰ নামো বুৰঞ্জীত ৰৈ গ'ল—
কিন্তু আমাৰ সেই বংশধৰ হঁত—
সেই বিক্ৰমী,পৰাক্ৰমী, দুঃসাহসী
গৃহছাৰা, গৃহহাৰা বেদুইন সৈনিকহঁতৰ
কোনো পৰিচয় আজি নাই!
ভৰিৰে খোজ কাঢ়ি

দহহেজাৰ মাইলৰ দৰ্নিবাৰ অভিযান কৰি
চেকেশুৰৰ বিজয় সপোনক
বাস্তৱৰ জয়মালাৰে বিভূষিত কৰা
সেই গৃহহাৰা সৈনিক দল আজি পাহৰণিৰ গৰ্ভত!
অকৃতজ্ঞ পাহাৰণি!

কিন্তু মানুহ!
মানুহৰ জানো কৃতজ্ঞতা আছে?
সভ্যতা ৰচনাৰ যূপকাঠত আমি জীৱন্ত বলি!
কবিয়ে আমাক লৈ কবিতা ৰচনা কৰে।
অন্ধ কবিৰ দল—
শ্যামল উপত্যকাত,
ছায়াঘন ৰেছিছত বহি
সিহঁতে লিখে আমাৰ জীৱনৰ সপোন-কথা!
জীৱন যেন আমাৰ একোটা চলমান,
ছন্দ-বিহ্বল কবিতা,-
এটা মুক্তি-মাতাল আনন্দ-তৰঙ্গ!
অন্ধ কবিৰ দল—
আমাৰ জীৱনত কবিতা নাই!
আমি নিৰস, জীৱন্ত মানুহ —
মৰু দেশৰ,
নিষ্ঠুৰ বিয়াবানৰ আমি ক্লান্ত যাত্ৰী!
কবিতা ক'ত?
আমাৰ কবিতা লিখি কবিয়ে কেৱল
আমাৰ জীৱনকে উপহাস নকৰে,
অপমান কৰে কল্পনাৰ,
অপমান কৰে ৰসঘন কবিতাৰ।

জীয়াই থকা কি আমি বুজি পাওঁ—
শৰীৰ স্নায়ুৱে স্নায়ুৱে লিখা আছে
জীয়াই থকাৰ তিক্ততাৰ মৰ্মন্তুদ হতিহাস।
কৱিতা আমাৰ জীৱনত নাই।
আমাৰ জীৱন কঠিন শব্দৰ ৰসহীন গদ্য।

তাত সমস্যা আছে,
তাত ব্যৰ্থতাৰ নিকৰুণ স্মৃতি আছে।
তাত আছে এটোপা পানীৰ কাৰণে,
দুটা খেজুৰৰ কাৰণে,
একামোৰ ৰুটিৰ কাৰণে
প্ৰাণপণ সংগ্ৰাম কৰাৰ অশ্লীল বাস্তৱ!
কল্পনা আমাৰ জীৱনত নাই!
উঠা বন্ধু—
শুই থকাও আমাৰ কাৰণে বিলাসীতা।
শুই থকাও জীৱনৰ ব্ৰত পাহৰি থকাৰ নিলাজ প্ৰয়াস।
কবিতা আমাৰ জীৱনত নাই—
আছে আমাৰ সম্ভাৱনাৰ সন্দিগ্ধ গৰ্ভত!
সউ সমাগত নতুন প্ৰভাতে হয়তো
আমাৰ জীৱন কবিতাময় কৰি দিব!
কিন্তু আজি আমাৰ সন্মুখত যুদ্ধৰ উদ্যত আহ্বান!
ৰাক্ষস এতিয়াও মৰা নাই!
আমাৰ লগত যুঁজি যুঁজি ভাগৰি,
সি পুনৰ শক্তি আহৰণৰ প্ৰয়াসত,
শান্ত হোৱাৰ অভিনয় কৰিছে।
উঃ কি কদাকাৰ সি—
যুগে যুগে, পুৰুষে পুৰুষে—
সি আমাক গৃহহীন কৰি ৰাখিছে।
বেদুইন কৰি ৰাখিছে।
এৰা, সিয়ে আমাক বেদুইন কৰি ৰাখিছে!
কিন্তু এইবাৰ আমাৰ আঘাত সি গম পাইছে।
সি অনুভৱ কৰিছে আঘাতৰ প্ৰচণ্ড নিষ্ঠুৰতা!

পূবৰ আকাশত শুভ্ৰতাৰ অস্পষ্ট ৰহণ লাগিছে।
বন্ধু বেদুইন উঠা!
ভোটাতৰাটো মিলন-শেষৰ প্ৰিয়াৰ চকু দৰে
নিষ্প্ৰভ হৈ আহিছে।
কদাকাৰ ৰাতিৰ নিৰ্লজ্জ আস্ফালন
নতুন দিনৰ হুঙ্কাৰত স্তব্ধ হৈ যাব ধৰিছে।

ৰেছিছত থকা চৰাইবোৰেও এতিয়া সাৰ পাব।
সিহঁতে গান গাব।

উঠা!
অলপ পিছতে মছ্জিদৰ মিনাৰ
মোৱাজ্জিনৰ মধুৰ আজানে মুখৰ কৰি তুলিব।
সপোন-বিলাসী ভক্তৰ দল
লৰি আহিব মছ্জিদলৈ—
এটা ৰাতি নিৰাপদে শান্তিৰে শোৱাৰ
কৃতজ্ঞতা জনাবৰ কাৰণে!
ৰাতি সিহঁত নিৰ্বিঘ্নে শোৱে।
দুৱাৰমুখত বেদুইন প্ৰহৰী ৰাখি,
সিহঁতে কৃতজ্ঞতা জনায় নেদেখা আল্লাক।
আল্লাই ৰাতিটো সিহঁতক ৰাখি থকাৰ কাৰণে!!
ভাই বেদুইনৰ চকুৰ টোপনি কাঢ়ি লৈ
সিহঁতে গাঢ় নিদ্ৰাত নিজক উটাই দিয়ে।
আজান শুনি আমিও সাৰ পাওঁ।
কিন্তু কৃতজ্ঞতা জনাবলৈ মছজিদলৈ
দৌৰ দিবৰ আমাৰ অৱসৰ নাই।
আমি দৌৰ দিও জীৱন কাৰবালাৰ
শুকান ৰণথলীলৈ!
ফোৰাতত পানী নাই।
বেদুইনৰ তৃষাত কণ্ঠাগত প্ৰাণ!
কৃতজ্ঞতা জনাম কাক
বেদুইনৰ কিহৰ কৃতজ্ঞতা?
পৃথিৱিৰ বুকু চিৰি সি জানে তুলি আনিব—
ধন-সোণ, হীৰা-মাণিক—
সি জানে উৎপাদন কৰিব—
ধান, যৱ, মান্না, ঘেঁহু!
কৃতজ্ঞতা সি নেজানে!
মৰুভূমিৰ বুকত লিখা তাৰ জীৱনৰ ইতিহাসত
ক'তো কৃতজ্ঞতাৰ ইতিবৃত্ত নাই।
কিহৰ কাৰণে কৃতজ্ঞতা জনাম?

ক্ষণভঙ্গুৰ এটা শ্ৰমপঙ্গু জীৱন দান কৰাৰ কাৰণে!
কৃতজ্ঞতা জনোৱা ধৰ্ম!
ধৰ্ম!
নিষ্কৰ্মাদলৰ বিলাসীতা।
অবাস্তৱ, অবাস্তৱক লৈ, ভিত্তিহীন কল্পনাৰ
জ্ঞনেৰ সীমাৰ বাজৰ কিবা এটাক লৈ
ক্ষুৰধাৰ তৰ্কবাদ!
আৰু তাক লৈ ভায়ে ভায়ে যদ্ধৰ বীভৎসতা;
জীৱনটো আমাৰ অকৃতজ্ঞ!
পৃথিৱী আমাৰ অকৃতজ্ঞ!
পৃথিৱীয়ে আমাৰ পৰা মাথোন ললে,
একো নিদিলে।
পৃথিৱীয়ে আমাক একো নিদিলে।
হয়তো দিছিল—
কিন্তু আমাৰ পৰা কাঢ়ি নিলে—
সেই সৰ্ববগ্ৰাসী ৰাক্ষসটোৱে—
সেই নিশাৰ দস্যুদলে।
উঃ কি নিষ্ঠুৰ!
আজান শুনি আমি উটৰ পিঠিত
জীনৰ বান্ধ টানি বান্ধো।
অৱসৰ নহয় ;—যাত্ৰা—!
আমি যাত্ৰী!
আল্লাৰ ওচৰত কৃতজ্ঞতা জনাবৰ
অৱসৰ আমাৰ নাই,
বিলাসীতাও নাই!
সি দস্যুদলৰ আত্মগোপনৰ অস্ত্ৰ।
গোটেই ৰাতি ডেকা বুকৰ তেজেৰে হাত ৰাঙলী কৰি
পুৱা পানীৰে অজু কৰা!
প্ৰৱঞ্চকৰ দল!
আমাক শুহি খাবৰ কত যে ফন্দী!
গৃহহীন বেদুইনৰ হতুৱা সজাই লোৱা মছজিদত
তহঁতৰ স্বাৰ্থপৰ এবাদত!
কিহৰ কাৰণে?

আমাৰ ধৰ্ম নাই।
আমি যাত্ৰী।
আমি চিনি পাওঁ বিয়াবানৰ শুকান নিস্তব্ধতা,
আমি চিনি পাওঁ দুপৰ ৰ'দৰ পুৰি নিয়া প্ৰখৰতা,
আমি চিনি পাওঁ মৰুবা'ৰ উত্তাল উদ্দাম গতি-মুখৰতা।
আমি চিনি পাওঁ শতেক যোজন দূৰত থকা
কেঁচা ৰে'ছিছৰ চেঁচা গোন্ধ!
আমি চিনি পাওঁ হিয়াত সাৰ পাই থকা
জাগ্ৰত যৌৱনৰ নিৰুদ্ধ কৰাঘাত,
আমি চিনি পাওঁ অগোপন কামনা-বাসনাৰ
আদিম চেতনা!
ধৰ্ম আমি নিচিনো।
আমি সকলো মৰুযাত্ৰী—
আমি সকলো ভাই!
'আল্লাহ আকবৰ'—?
আমাৰ জগতত নহয়।
ধনীৰ জগতত!
ধনীৰ আল্লাহ ডাঙৰ।
দস্যুদলৰ আল্লাহ ডাঙৰ।
আমাৰ কাৰনে ডাঙৰ।
এডুখৰি ৰুটি, এঢোকা পানী,
অকণমান ছাঁ!
আমাৰ কাৰণে ডাঙৰ—
কোনোবা অজান মঞ্জিলত লগপোৱা
কোনোবা অচিন গাভৰুৰ
গাৰ কেঁচা পৰশৰ উন্মাদনা।

* * *

উঠা বন্ধু—
সপোন-শান্ত বন্ধু উঠা।
আমি বহুত দূৰ যাব লাগিব—
পানীৰ অন্বেষণত—
জীৱন ৰসৰ অক্লান্ত সন্ধানত।

আমাৰ কাৰণে আমি—
আৰু কোনো নাই!
বেদুইনৰ লগৰী কোনো নাই।

....এবাৰ এক দৰদী বন্ধু আহিছিল—
ভেড়া ৰখি ৰখি আমনি লাগি
আমনলৈ মনত পৰিছিল।
ভেড়াক পানী খুৱাবলৈ গৈ
তৃষাকাতৰ বেদুইনৰ পুৰি-নিয়া পিয়াহৰ কথা—
হঠাৎ মনত পৰিছিল!
বেদুইনৰ কাৰণে ছাঁয়াৰ নিবিড়তাৰ
কল্পনা কৰিছিল.....
বেচেৰাক শূলত দিলে!
জীয়াই জীয়াই শূলত দি প্ৰাণ ললে।
দস্যুদলে হাঃ হাঃ কৰি হাঁহি উঠিল।
বেদুইনক মানুহ কৰাৰ দুৰভিসন্ধিৰ
প্ৰতিদান পালে!
দুখ লাগে বেচেৰাৰ কাৰণে—
অকলে অকলে দস্যুদলৰ স্বাৰ্থৰ বিৰুদ্ধে যুঁজি,
বেদুইনৰ কাৰণে ঘৰ সাজিব খুজিছিল;
কি যে অবাস্তৱ কল্পনা!
প্ৰাণটি দিলে।
অকণমান বতাহ উৰি গ'ল।
নামটো আজিও আছে।
আজিও আছে সেই শূল-ক্ৰছ
দস্যুদলে আজি ক্ৰছৰ দোকণ দিছে —
ৰূপৰ ক্ৰছ, সোণৰ ক্ৰছ,
আৰ্ লুচ কাঠৰ ক্ৰছ!
বিৰাট ব্যৱসায়।
দস্যুদলে আজি ব্যৱসায় চলাইছে
পূতস্মৃতি ক্ৰছৰ।

কিন্তু আমি যাব লাগিব।

আমি জীৱনৰ ব্যৱসায়ী।
বেদুইনৰ বাহিৰে কোনে
বেদুইনক ৰেছিছৰ পথৰ সন্ধান দিব?

...." দৰ দস্ত দহদ্ জমগ্‌জে গন্দুম্ না'নে,
ৱজ্ মই কদুৰে, জগোছ্‌ফন্দ ৰা'ণে,
বা লালৰোখে নিছস্তা দৰ ৱইৰা'ণে..."
— সিও এক বেদুইন কবিৰ কল্পনা,
আশুতুষ্ট কামনা-কোমল খায়য়ামৰ কল্পনা!
আমাৰে প্ৰাণৰ ভাষা।
খায়য়ামী—সিও আছিল
আমাৰেই দৰে তিমিৰ-যাত্ৰী,
পোহৰ অভিলাসী!...
"হাতৰ মুঠিত মিঠা ৰুটি এটুকৰা,
দুডোখৰ গোস্ত, এপিয়লা লাল সুৰা,
বননিত বহি প্ৰাণপ্ৰিয়া প্ৰেমাতুৰা,...."
আঃ লালৰোখ—
গালত পুৱা-ফুলা তেজ গোলাপৰ
ৰাঙলী বোল!
লা- লা-ৰোখ্!

গৈ থাকিম—
বিশাল, বিস্তৃত মৰুভূমিৰ মাজে মাজে,
নতুন আশাৰে পুৰণি অৱসাদক
অতিক্ৰম কৰি কৰি আমি গৈ থাকিম!
টুং টুং টুং—
টিলিং টিলিং টিলিং—
আমাৰ কাফিলাৰ উটৰ ডিঙিৰ
টিলিঙাৰ মিহি মাত,—
আমাৰ পিছত পৰি ৰব বিশাল মৰু!
সি যে কি এক নতুন আনন্দ!
এই যে নিজে নিজে নিজৰ পথ ৰচি গৈ থকা!
এই যে অনধিগম্য, অনতিক্ৰম্যৰ লগত

জীৱনৰ নতুন পৰিচয়।
তাৰ কি যে নিবিড় তৃপ্তি।
আমাৰ পিঠিৰ ঘামত
দুপৰৰ বেলিৰ পোহৰ গলি গলি পৰিব।
নতুন ৰেছিছৰ আশাত আমি আগ বাঢ়িম।
প্ৰচণ্ড, প্ৰবল আমাৰ যাত্ৰা—
হেজাৰ হেজাৰ উন্মাদ বেদুইনৰ অভিযান।
হেজাৰ যুগৰ অৱসাদ,
লক্ষ শতিকাৰ নৈৰাশ্য—
আমি নতুন আশাৰ প্ৰাণমুখৰ অলিঙ্গনৰ
আঘাতেৰে নিশ্চিহ্ন কৰি দিম

* * *

.....এইয়া ৰেচিছ্-।
আঃ! ৰেছিছ, ৰেছিছ!
কাফিলা, ৰ'বা।
উট ৰাখা! ৰাখা!
সউটো সেউজীয়া পাখীৰ চৰাই!
খোলা, বেগেতে উটৰ পিঠিৰ জীন খোলা।
কি চাই আছা! খোলা।
আঃ এই কেঁচা ঘাঁহবোৰ—
কি সুন্দৰ গোন্ধাইছে!
বুকৰ মাজৰ সকলো শ্ৰান্তি
মুহূৰ্ত্তেতে আঁতৰি পলায়!
আ, সৌটো বনৰীয়া পশু—
হৰিণ নেকি? খৰ্গোছ?
কি দুম্বা? ধৰা, ধৰা, তাক ধৰিব লাগিব!
আঃ গছৰ পাতৰ ছাঁবোৰ কি শান্ত।
পৃথিৱীত ছাঁৰ সমান মৰমিয়াল আৰু
কোনো নাই।
খোলা, উটৰ লাগাম খোলা!
কত দিনৰ বিৰাম-বিহীন যাত্ৰাৰ শেষত,
আজি বেচাৰাইতৰ জিৰণিৰ অৱসৰ হৈছে।
অ' সউবোৰ বনৰীয়া ফুল,

গাভৰুৰ গালৰ নিচিনা সিহঁতৰ বৰণ,
গাভৰুৰ চুলিৰ গোন্ধৰ নিচিনা
সিহতৰ গোন্ধ!
গাভৰুৰ ফিৰাণৰ কঁপনিৰ নিচিনা
সিহঁতৰ ধীৰ কঁপনি!
ইমান ভাল গোন্ধাইছে ফুলবোৰ!
আমাৰ গাবোৰ বেয়া গোন্ধাইছে!
শুকাই যোৱা ঘাম,
আৰু লুকাই যোৱা মলিৰ
চামনিৰে গাবোৰো ঢাকখাই গৈছে!
তম্বু তৰা—
এইয়া আমাৰ বহুত আশাৰ ৰেছিহ।
আঃ আকাশখন কিমান ধুনীয়া!
ডাৱৰবোৰ নীলা!

ইয়াত বৰষুণ দিয়ে।
আকাশৰ পৰা মুকুতাৰ দৰে ডোখৰ ডোখৰ
চেঁচা প্ৰানী সৰি আছে!
উঃ কি তৃপ্তি!
গছৰ সেউজীয়া পাতত বৰষুণ পৰে,
গা-ধুই উঠা গাভৰুৰ চুলিৰ আগেদি
বাগৰি অহাৰ দৰে
টোপাটোপে জৰ্ জৰ্ কৰে পানীৰ মুকুতাবোৰ
বাগৰি অহে।
কি যে অপৰূপ।
ফিৰিস্তাৰ চকুলোৰ নিচিনা ধুনীয়া।

তম্বু তৰা।
এই আমাৰ নতুন আস্তানা,
বেদুইনৰ জীৱনৰ মাজৰ বহু সাবানৰ
এই সজীৱ শ্যামলীমা।
চাৰিওফালে জীৱনৰ কি বিৰাট প্ৰাচুৰ্য।
গান পিছত হ'ব, এতিয়া আহাৰ।

ৰুটি—শুকাই গৈছে—হওক।
খেজুৰ—জহি গৈছে—হওক।
মোচাকৰ পানী—শেষ! ভয় নাই—
সউৱা নিঝৰা—
ফটিক পানীৰ নিৰ্মল নঝিৰা।
তাৰ পানীত তিয়াই লোৱা—
তিয়াই লোৱা তোমাৰ ওঁঠ,
তিয়াই লোৱা শুকান ৰুটি,
তিয়াই লোৱা জহা খেজুৰ।

যাত্ৰা তই ধন্য।
টাৰিৰ গোন্ধ কি মধুৰ!
প্ৰাণটো মতলীয়া কৰি তোলে।
এই ৱেছিছত কোনে বাৰু খেজুৰৰ
বুকু চিৰি আমাৰ কাৰণে
খেজুৰ ৰসৰ চৰ্বত সাঁচি গ'ল?
মানুহ, নে ফিৰিস্তা।

তম্বু নতৰা? ভাগৰ!
ছাঁ দেখিলে ভাগৰ লাগিবই।
এই সেউজীয়া পাতৰ কোমল ছাঁ,
এই মৃদু বতাহৰ সুৰভিত নিশ্বাস,
এই কেঁচা বননিৰ কোমল মৰম।
আমাৰ জীৱনৰ কাৰণে সি
ৰাজৈশ্বৰ্যতকৈও মহীয়ান।
নেলাগে!
উটকেটাৰ কি আনন্দ!
আঃ নিঝৰাৰ পানীবোৰ ইমান চেঁচা!
দীঘল কষ্ট-কঠিন যাত্ৰাৰ শেষত
এই যে শান্তিৰ নিঝৰা!
শান্তি তই অমৰ!
নিঝৰা নেথাকিলে ৱেছিছৰ কোনো অৰ্থ নাই।

দ্ৰাম দ্ৰাম দ্ৰাম!
দ্ৰুম, দ্ৰুম, দ্ৰুম!
ৰ'বা।
নিজৰাৰ সিপাৰত—
নে ৰেছিছৰ সিপাৰত?
ভুল শুনা নাইতো?
ৰুণ্ ৰুণ্ ৰুণ্,
জুন্ জন্ জন্!
নিজৰাৰ সিপাৰে উৎসৱ চলিছে!
হব্ ৰ'—বন্ধুহঁত— উৎসৱ—
হয়তো কোনোবা বেদুইন চৰ্দাৰৰ
জীয়েকৰ বিয়া!
দ্ৰাম, দ্ৰাম, দ্ৰাম!
মত্‌ৱালা, মত্‌ৱালা—
মিলনৰ মজলিছ!
ৰ'বা, আমি অলপ জিৰাই লওঁ।
এই যে জীৱন!
ছাঁয়া আৰু বন,
বতাহ আৰু মেঘ—
নিজৰাৰ পানীত সিপাৰৰ
উৎসৱ আনন্দৰ চঞ্চল প্ৰতিধ্বনি!
জীৱন তোৰ ওচৰত মই কৃতজ্ঞ!
আমি বেদুইন—
আৰু কোনো পৰিচয় নাই।
ঘৰবাৰী আমাৰ নাই,
ঐশ্বৰ্য- বিভূতি আমাৰ নাই,
জ্ঞান-গৌৰব আমাৰ নাই।
জীৱনৰ ভোজ-ঘৰত আমি
অনিমন্ত্ৰিত আলহী-
ৰেছিছৰ ছৰ্দাৰ বন্ধু!
তুমিও বেদুইন? ধন্য।
আমি ভাবিছিলো তুমি দস্যু।
আমি ভাবিছিলো অন্যান্য ৰেছিছত থকা

দস্যুদলৰ দৰে তুমি এক নৃশংস দস্যু।
তুমি নতুন কথা ক'লা—
এই ৰেছিছ বেদুইনৰ ৰেছিছ,
ইয়াত দস্যুৰ ঠাই নাই।
আমি এই ৰেছিছকে বিচাৰিছিলো
বেদুইন বন্ধু।
আমাক লাগে বেদুইনৰ ৰেছিছ—
য'ত দস্যু নাই,
মানুহৰ তেজ শুহি খোৱা সেই ৰাক্ষসটো নাই।
বন্ধু—তোমাৰ ঘৰত উৎসৱ,
আজি আমাৰ যাত্ৰা-শেষৰ প্ৰথম দিনতে
তোমাৰ ভোজৰ আমি অতিথি।
আমাৰ যাত্ৰাক ধন্যবাদ দিও।

নাচা, নাচা, পৰী মোৰ।
নিঃসঙ্কোচে নাচা।
আমিও বেদুইন।
আমিও জীৱনৰ-সুৰ-সন্ধানী পথিক।
নাচা—
তোমালোকৰ আঙুলিৰ কঁপনিত
আকাশৰ তৰাই বাট পাহৰি যাওক,
তোমালোকৰ চকুৰ ইছাৰাত
দিগন্তৰ মিলন-ৰেখাত
নতুন ৰামধেনুৰ বোল লাগক।
তোমালোকৰ দেহাৰ ছন্দত—
নীল সাগৰৰ ঢৌৰ বুকত
জোৱাৰৰ মাতাল চাঞ্চল্য কঁপি উঠক
নাচা—
ক্লান্ত, শ্ৰান্ত যাত্ৰীৰ প্ৰাণৰ অৱসাদত
মৃদু ছন্দৰ আঘাত কৰি
জগাই তোলা মানুহৰ প্ৰাণৰ
পৱিত্ৰ আদিম কামনা।
এটা মুহূৰ্তৰ কাৰণে।

আমাৰ বেদুইন প্ৰাণ—
মানুহৰ প্ৰাণৰ দৰে নাচি উঠক।
ৰূপৰ পোহাৰী—
আমাক ঘিণ নকৰিবা।
আকাশৰ নিষ্ঠুৰতাত নহয়,
দস্যুৰ ভৰি গচকত,
ৰাক্ষসৰ বাসুকী-পাঞ্জাত
আমি যৌৱনৰ সৌন্দৰ্য হেৰুৱাই পেলাইছো।
প্ৰাণৰ অধিকাৰী হৈয়ো
আমি প্ৰাণৰসৰা পৰা বঞ্চিত।
সেই কাৰণে আমি আজি
তোমালোকৰ আলহী।
নাচা—নাচা—
মাতাল মৃদঙ্গৰ তালে তালে তাল ৰাখি,
কেঁচা বননিত তোমাৰ খোজৰ ফুল ফুলাই
আপোন পাহৰি নাচা—
আমি তোমালোকৰ আনন্দ উৎসৱৰ
অনিমন্ত্ৰিত অতিথি! ... নাচা।
....ইয়াততো দস্যুৰ ৰক্তচক্ষুৰ নিষ্ঠুৰতা নাই।

* * *

আমি ইমান দূৰলৈ আঁতৰি আহিছো কিয়?
অপৰিচিতা বেদুইন-কন্যা—
আমাৰতো ভয় কৰিব লগা একো নাই।
নিঝৰাই আমাক আশীৰ্বাদ কৰিব,
বতাহে আমাৰ প্ৰাণৰ মৌনতাক
নিবিড় মিলনৰ নতুন বাৰ্তাৰে
অভিনন্দিত কৰিব।
কোমল ঘাঁহে আমাক অক্লান্ত কামনাৰ
কেঁচা গোন্ধেৰে মতলীয়া কৰিব।
ই'তো দস্যুৰ ৰেছিহ্ নহয়।
ই যে আমাৰ পৃথিৱী।
তোমাৰ আৰু মোৰ পৃথিৱী।
ই যে বেদুইনৰ নতুন পৃথিৱী।

নিৰালম নিঝৰাৰ পাৰত
নতুন চিনাকি প্ৰিয়া মোৰ—
তোমাৰ প্ৰাণ-ওপচা যৌৱনৰ
জোনাকত মোক বুৰাই পেলোৱা।
আৰু কোনো নাই।
থাকিলেও আমাৰ ভয় নাই।
আমি যৌৱনৰ স্বাধীনতাক
দস্যুৰ কৃত্ৰিম অনুশাসনৰ ভয়ত
পঙ্গু কৰি দিয়া নাই।
মুক্ত বিহঙ্গ আমি—
একাত্ম মিলনৰ প্ৰথম মোৱজ্জিন আমি।

উৎসৱ ঘৰৰ বাদ্যৰ শব্দও খীণ হৈ আহিছে!
আমি বহুত দূৰ আতঁৰি আহিলো!....
গছৰ পাতত জোনাকৰ কোমল নিশ্বাস।
আহা মোৰ জীৱনৰ অব্যক্ত কামনাৰ
প্ৰথম প্ৰকাশ—
আমাৰ দেহ-প্ৰাণৰ নিঃশঙ্কোচ
আত্মলোপৰ আনন্দত আমি
আজিৰ এই মধু নিশাটো
কালজয়ী কৰি তোলো।
আঃ তোমাৰ ওঁঠত কোন শতিকাৰ
এই তপত মউ?
তোমাৰ বুকুখন ইমান কোমল!
তোমাৰ বকুৰ এটা পৰশত
আজিও হেজাৰ ফৰ্হাদ প্ৰাণ লৈ জী উঠিব।
মৰুৰ মাজত ইমান প্ৰচুৰ্য তুমি ক'ত পালা?
তোমাৰ চুলিত সেই সৃষ্টিৰ প্ৰথম নাৰী
হাৱাৰ চুলিৰ স্বৰ্গীয় সৌৰভ!
তোমাৰ যৌৱনত ইমান অপাৰ্থিৱ প্ৰাণপ্ৰাচুৰ্য!..

* * *

....সপোন দেখিলো:....

বন্ধু বেদুইন উঠা।
সউ দূৰণিৰ পূবৰ প্ৰভাত
ধৰণীগৰ্ভা প্ৰভাকৰৰ প্ৰথম আলোক-ৰেখাত উদ্ভাসিত!
আমি সাৰ পাব লাগিব।
কোনোবা জনবহুল উপত্যকাত
কৃষকৰ গড়ালৰ কুকুৰাৰ কণ্ঠত
প্ৰভাত-আহ্বানৰ নিশাৰ-টোপনি-ভাঙ্গা গান
এতিয়াই বাজি উঠিব—
কেঙ্কুকুৰ কুৰ—
তাৰ আগতে আমি যাত্ৰা আৰম্ভ কৰিব লাগিব।
উঠা—
নিজক বিশ্বাস কৰা,
নিজৰ শক্তিক বিশ্বাস কৰা।
চিৰদিন আমি আমাৰ শক্তিক
দস্যুদলৰ সেবাত প্ৰয়োগ কৰি আহিছো।
এইবাৰ তাক বেদুইনৰ নিজৰ কামত
নিয়োগ কৰিব লাগিব।
আমাৰো অলিখিত ইতিহাস আছে।
আমাৰ ইতিহাস লিখা আছে—
চীনৰ প্ৰাচীৰত—
তাৰ স্ৰষ্টা আমি-বেদুইন।
আমাৰ ইতিহাস লিখা আছে
কালজয়ী পীড়ামিদৰ গাত—
তাৰ স্ৰষ্টা আমি—বেদুইন।
আমাৰ ইতিহাস লিখা আছে
পৃথিবীৰ অমৰ ধূলিৰ বুকত,
সাগৰৰ অমৰ ঢৌৰ বুকত,
মহাকালৰ বক্ত- ইতিহাসৰ
ক'লা ৰেখাই অমৰ কৰি ৰাখিছে।
উঠা বেদুইন বন্ধু।
আমাৰ পৰিচয় বেদুইন—
অন্য কোনো পৰিচয় আমাৰ নাই।
ক্লান্ত অৱশ বন্ধু মোৰ—

শুই থকাৰ তৃপ্তিতকৈ সাৰ পোৱাৰ আনন্দ
বেছি গভীৰ।
অৱচেতনাই আমাক আত্মবিস্মৃত কৰি ৰাখিছে।
এই অৱচেতনাৰ জাল ৰচনা কৰিছে
সেই ৰক্তপীপাসু দস্যুদলে,
সেই মায়াবী ৰাক্ষসটোৱে।
সিহঁতৰ যেন আমালৈ কিমান মৰম।

সেই আমাৰ লগৰে এদলৰ কথা মনত পৰেনে?
সিহঁতো আছিল আমাৰ দৰেই বেদুইন—
সিহঁতো আছিল আমাৰ দৰেই
অন্নহীন, বস্ত্ৰহীন, গৃহহীন, আশ্ৰয়হীন।
দস্যুদলৰ অত্যাচাৰ অস্বীকাৰ কৰি
সিহঁতেই এদিন দস্যুৰ বিৰুদ্ধে
সক্ৰিয় হৈ উঠিছিল।
কিন্তু দস্যুৰ মায়া ফুচুলনিত পৰি
সিহঁত আজি দস্যু হৈ পৰিছে—
নিজেই।
নিৰ্লজ্জ জাৰজৰ দল।
অকৃতজ্ঞ দস্যুপদলেহী দল—
তহঁতে তহঁতৰ ভাইহঁতক কিমান ডাঙৰ
বিশ্বাসঘাতকতা কৰিলি।

সিহঁত গ'ল।
সিহঁত নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ গোলাম।
সিহঁতৰ নিজৰ শক্তিৰ ওপৰত বিশ্বাস নাই।
কিন্তু আমি স্বাধীন বেদুইন।
সাৰ পাবৰ হ'ল ক্লান্ত বন্ধু!
বাধা আছে—
বিঘ্ন আছে—
প্ৰতিবন্ধক আছে—
মায়া, ফুচুলনি, অৰ্থহীন ফোৰোহণি আছে।
কিন্তু আমি বেদুইন।

সংগ্ৰামৰ পথত ক্লান্তি আছে,
যাত্ৰাৰ পথত আঘাত আছে,
অভিযানৰ জয় যাত্ৰাত
নৈৰাশ্যৰ বিভীষিকা আছে।
কিন্তু আমি বেদুইন!
আমি সৰ্বহাৰা বেদুইন!
আমি নিঃস্ব, আমি নিঃসম্বল।
হেৰুৱাবৰ ভয় আমাৰ নাই!
চাহাৰাৰ সন্তান—
যি প্ৰখৰ সূৰ্যৰ উত্তাপ দি
দেহৰ প্ৰতিটো স্নায়ু
পাষাণ-কঠিন কৰি তুলিছা—
তাৰ মূল্য বিসৰ্জনত নহয়,
আত্মলাভত!
আমি নগণ্য,
কিন্তু আমি অগণন।
আমি সৰ্বস্বান্ত—
কিন্তু আমাৰ প্ৰতিজ্ঞা অভ্ৰান্ত।
আমাৰ বুকত খিজিৰৰ আ'ব-হায়াতৰ
অফুৰন্ত ধাৰা।
আমাৰ প্ৰতিজ্ঞাক হীৰাৰ দৰে কঠিন কৰিছে
দস্যুদলৰ পাষাণ আঘাতে।
আমাৰ ভৰিৰ খোজ দৃঢ় কৰিছে
দস্যুদলৰ ভৰিৰ নিষ্ঠুৰ আঘাতে।
ব্যৰ্থতাই আমাৰ অভিযানৰ অৰ্থক
সাৰ্থক কৰি দিছে।

এইবাৰ উঠা বন্ধু—
উঠা—
এয়ে সোণালী সুযোগ।
নতুন ৰেছিছৰ সন্ধানত
যাত্ৰা আৰম্ভ কৰাৰ আগতে
আমি সেই ৰাক্ষসক চিৰদিনৰ কাৰণে

মৰণ-আঘাত দি যাব লাগিব।
তাৰ বুকু চিৰি, তাৰ মানুহৰ তেজ পি
শকত হোৱা কলিজাখন চিৰি,
তাৰ প্ৰাণৰ শেষ নিশ্বাসকণ
এই পৃথিৱীৰ বুকৰ পৰা
নিঃশেষ কৰি মচি দি যাব লাগিব।
তাৰ বিষাক্ত দাঁতবোৰ উঘালি
আমাৰ নতুন তম্বুৰ খুঁটি কৰিব লাগিব।
তাৰ হাতোৰাৰ জোঙা নখ কাঢ়ি লৈ
আমাৰ বিজয়ৰ স্তম্ভৰেখা ৰচনা কৰিব লাগিব।
আৰু নুশুবা।
আন্ধাৰ নিশাৰ আঁৰ লৈ
নিশাৰ বন্ধু কদাকাৰ দস্যুদলে
সুপ্ত বেদুইনৰ নাকত
প্ৰৱঞ্চনাৰ নতুন নিচুকনিৰ বা
ঢালি দিবৰ অভিসন্ধি কৰিছে।
তোমালোকৰ এই অকণমান বিশ্ৰামৰ
সুযোগ লৈ সিহঁতে তোমালোকক
আকৌ চিৰ দাসত্বৰ কাৰাগাৰত
অৱৰুদ্ধ কৰিবৰ আয়োজন কৰাত ব্যস্ত।
সিহঁতকো আমি শেষ কৰিব লাগিব।
এই সৰ্বহাৰা বেদুইন দলৰ
বজ্ৰ আঘাততে দস্যুদল
পৃথিৱীৰ বুকৰ পৰা চিৰদিনৰ কাৰণে
নিৰ্মূল হৈ যাব।
দস্যু নিশ্চিহ্ন কৰাৰ
গৌৰব- টীকা আমাৰ।
ল'ব লাগিব, উঠা বন্ধু!
আৰু সময় নাই—
সময় নাই।
পৃথিৱীৰ বুকু পোহৰ হৈ আহিছে।
হিৰণ্য গৰ্ভত নতুন দিনৰ
নতুন আলোক ৰেখাৰ

প্ৰথম সম্পাত আৰম্ভ হৈছে।
তাৰ প্ৰথম পৰশ লম আমি।
জাগা জাগা—
ক্লান্ত কাফিলা জাগা।
শ্ৰান্ত মোচাফিৰ জাগা।
সউৱা বিস্মৰণীৰ লুপ্ত দিগন্তত
কাল নিশা পৰাজয়ৰ গ্লানিমা লৈ
আত্মগোপনৰ কাৰণে আগ বাঢ়িছে।
কাল নিশা শেষ হৈ যাব,
তাৰ লগে লগে শেষ হৈ যাব
সেই ৰক্তশোষী ৰাক্ষস,
শেষ হৈ যাব
ৰাক্ষসৰ বংশধৰ দস্যুদল।
আমাৰ চৰণ তলত পৰি ৰ'ব,
নতুন স্বাধীন এখন পৃথিৱী
আমি আবীষ্কাৰ কৰিম
চাহাৰা-শেষৰ নতুন শ্যামল ৰেছিহ।
সৰ্বহাৰা বেদুইনৰ শেষ আস্তানা।
বন্ধু—
পৃথিৱী পোহৰ হৈ আহিছে।
তোমাৰ নিদ্ৰিত চকুৰ ক্লান্ত পতাত
আহি পৰছে প্ৰভাতৰ প্ৰথম হেঙুলৰ
লোহিত দীপ্ত জিলিঙনি।
বেদুইন কন্যাৰ ওঁঠৰ দৰেই ৰঙা সেই পোহৰ।
তাৰ বুকত আছে কেৱল প্ৰেমাকুল আহ্বান।
জয়যাত্ৰী—
তোমাৰ কাৰাভান নতুন পথৰ যাত্ৰী।
উটৰ লাগাম ভালকৈ ধৰিবা,
যাত্ৰা সহজ নহয়।
চাইমুম, লু, ঘূৰ্ণি—
ডকাইত, দস্যু, ৰাক্ষস—
প্ৰলোভন, প্ৰৱঞ্চন-।!!
চকু স্থিৰ, খোজ ধীৰ,

অচঞ্চল।
আৰু সময় নাই।
সময় নাই।
সেই আদিম আহ্বান-জাগৃহি।
সেই প্ৰাচীন সত্য—সময় নাই—সময় যায়—
উঠা বন্ধু—
হাতত ধৰিছে!
ইকি! হাত ইমান লেউসেউ কিয়?
হাড় কি হ'ল?
তোমাৰ হাতৰ শকত হাড়ৰ স্থিৰতা কি হল?
এই অস্থিহীন স্থবিৰতাৰে তুমি
উটৰ লেগাম কেনেকৈ ধৰিবা!
যুদ্ধ যে দূৰৰ কথা।
অ' তোমাৰ দুয়োহাত পঙ্গু।
দস্যুৰ দয়াৰ আশীৰ্বাদ!

কিন্তু চকু মেলি চোৱা—
প্ৰাচ্যৰ বকুত কি বিৰাট আলোকৰ সম্ভাৱনা!
কি তুমি অন্ধ!
তোমাৰ চকুৰ মাত্ৰ খোলা দুটা কপালৰ
তলত লাগি আছে!
কি হ'ল তোমাৰ চকুৰ মণি?
বসন্তত প্ৰথমে আকাশৰ পৰা
নামি অহা বৰষুণৰ টোপালৰ দৰে
জয়মলীয়া তোমাৰ চকুৰ উজ্জ্বল তৰা দুটি!
কাঢ়ি নিলে?
ধন্য দস্যু।
ইকি! কপালত তোমাৰ কিহৰ ক্ষত?
ৰাক্ষসৰ ক্ৰূড় হাতোৰাৰ নখৰ আঘাত!
ইঃ কি কুৰূপ কৰি দিছে!
তথাপি চকু দুটা ৰক্ষা কৰিব নোৱাৰিলা?
পঙ্গু, অন্ধ, বেদুইন বন্ধু—
উঠা—

হাত গ'ল, চকু গ'ল,
কিন্তু ভৰি দুখনততো এতিয়াও শক্তি আছে।
ভৰিত ধৰিছো উঠা।
আমাৰ বহুত দূৰ যাব লগা আছে।
বহুত—বহুত দূৰ।
এই মৰুভূমি পাৰ হৈ যাব লাগিব।
হয়তো এনেকুৱা বহুত মৰুভূমি
পাৰ হ'ব লাগিব।

থিয় দিয়া বন্ধু !
কিন্তু ভৰি পোন নহয় কিয়?
ইকি! ভৰিৰ যে হাড়েই নাই।
তাজী ঘোঁৰাৰ ভৰিৰ ক্ষিপ্ৰতা আছিল
তোমাৰ ভৰিত!
বেদুইন তুমি।
আজিৱন যাত্ৰী তুমি—
যুগে যুগে জীৱনৰ অভিযানক
তুমিয়ে তোমাৰ চলন শক্তিৰে
জয়যুক্ত কৰি আহিছা।
আজি যে তোমাৰ ভৰিত হাড় নাই।
তোমাৰ ভৰি অস্থিৰ মাংসপিণ্ড!
কিন্তু দুখ কৰিবৰতো সময় নাই।
অনুতাপ কৰিবৰ অৱসাৰ নাই
ঘূৰি চাবৰ সময় এইটো নহয়

আজি তোমাৰ কঁকাল ভগা—
অ' বুকৰ কামীহাড়ো ভাঙি গুৰি কৰিলে।
কিন্তু স্নায়ুত জীৱন-প্ৰবাহ এতিয়াও আছে।
অন্ধ বন্ধু—
তোমাৰ নাকত নতুন প্ৰভাতৰ
সুৰভিভৰা নিশ্বাস লগা নাইনে?
তোমাৰ লোমকূপত আগত প্ৰভাতৰ
আলোকৰ উত্তাপ লগা নাইনে?

নতুন আনন্দৰ পৰশত
তোমাৰ অচেতন স্নায়ুত
জীৱন- চাঞ্চল্য বিজুলী বেগেৰে
প্ৰবাহিত হোৱা নাইনে?
সৰ্বহাৰা—
এদিন জড়পিণ্ডৰ গতিৰ উন্মাদনাত
মানুহৰ এই পৃথিৱীয়ে ৰূপ লৈছিল।
অক্লান্ত আবৰ্তনৰ গতি-নিশ্বাসত
জড় পৃথিৱীত আপোনাৰ আপুনি
প্ৰাণ সঞ্চাৰ হৈছিল।
আমিতো জড় হৈ যোৱা নাই।
প্ৰাণৰ গতি হেৰুৱাই পেলালেও
আমিতো প্ৰবাহ হেৰুৱা নাই।
আমাৰ স্নায়ুত জীৱন-বিদ্যুৎ এতিয়াও আছে।
আত্মসঞ্চয় কৰি লোৱা বন্ধু।
তুমি অমৰ!
ৰাক্ষসৰ দাঁতৰ আঘাতত তোমাৰ
কোমল ডিঙি ক্ষত-বিক্ষত!
ইঃ কি! — বিৱৰ্ণ!
হয়তো দেহাৰ সকলো তেজ
শুহি খাই শেষ কৰি দিছে।
তথাপি উঠিব লাগিব।
হয়তো শেষ ৰক্তবিন্দু এতিয়াও আছে।
তাক নতুন আশা,
নতুন আনন্দ,
নতুন প্ৰেৰণা, উন্মাদনাৰে
সহস্ৰগুণ কৰি তুলিব লাগিব।
বিন্দুত মহাসাগৰৰ অটল স্ফুৰণ
জগাই তুলিব লাগিব।

সৌৱা প্ৰভাত হৈ আহিছে!
উঃ কি উন্মাদনা—
কি অপৰূপ ৰূপচ্ছটা!

সৃষ্টিৰ প্ৰথম প্ৰভাতত
আকাশৰ পৰ নামি অহা আদমে
এই বুকুৰ জলমলনিতে
নতুন সম্ভাৱনাৰ ইঙ্গিত দেখা পাইছিলো!
কিন্তু তোমাৰ চকুত আজি
দৃষ্টিৰ পোহৰ নাই!
এবাৰ প্ৰাণৰ মাজত অনুভৱ কৰি চোৱা—
আমাৰ কাৰণে এই নতুন প্ৰভাতৰ জন্ম।
বেদুইনৰ নতুন যাত্ৰা-পথত
আলোকপাত কৰিবৰ কাৰণেই
এই নতুন সূৰুযৰ আয়োজন।
উঠা—তোমালোকৰ মৰা নাই।
ৰাক্ষসৰ কৰাঘাতত চেতনাই হেৰুৱাই
মূৰ্চ্ছিত হৈ পৰিছা।
কিন্তু মই যে জগাইছো।
মই যে টোপনি যোৱা নাই।
মই যে জাগৰণৰ গৌৰৱ লৈ
তোমাৰ হেৰোৱা চেতনাক
সঞ্জীৱিত কৰি তুলিবৰ কাৰণে
তোমাৰ কাষত থিয় দি আছো।
হয়তো তুমি বধিৰ!
তোমাৰ শুনাৰ শক্তিক
দস্যুদলৰ বীভৎস হুঙ্কাৰে
চিৰদিনৰ কাৰণে ধ্বংস কৰি দিছে।

কিন্তু মোৰ এই হাতৰ স্পৰ্শ,
এই প্ৰাণ পৰশা আহ্বান
তুমি শুনা নাইনে?
তোমাৰ প্ৰাণত মোৰ এই
প্ৰাণৰ ভাষাহীন বাণী?
প্ৰতিধ্বনিত হোৱা নাইনে?
তুমিওতো বেদুইন।
তুমিওতো মৰণক ঘিণ কৰা!

সেই ঘৃণিত মৰণৰ লগত
মিতালী পাতি
তোমাৰ পৰিচয় অগৌৰৱ কৰিব কিয়?
সৰ্বহাৰা! ৰিক্তদেহ, সিক্ত প্ৰাণ,
তিক্ত জীৱন ধাৰী নৰ কঙ্কাল,
তোমাৰ বধিৰ কাণৰ দুৱাৰত
এই যে মই—
অনাগত ৰক্ত-প্ৰভাতৰ প্ৰথম মোৱাজ্জিন,
এই যে মই,—
পুঞ্জীভূত অবিচাৰৰ প্ৰাচীন প্ৰাচীৰ ভাঙি
ওলাই অহা নতুন দিনৰ প্ৰতিনিধি।
এই যে মই—
সৃষ্টিৰ বুকৰ পৰা মৰুভূমিৰ
কাল পৰিচয় ঢাকি দিবৰ কাৰণে
ধূলিৰ বুকৰ পৰা মূৰ তুলি উঠা—
মহা সমুদ্ৰৰ প্লাৱন ধাৰা!
এই যে মই—
অগণন গণজীৱনৰ,
লক্ষ কোটি হীন বেদুইনৰ
অমৰণ প্ৰাণউচ্ছ্বাসক এভূভীত কৰা
নতুন ঋষিৰ সাধনাৰ মেঘগম্ভীৰ প্ৰতিজ্ঞা।
উঠা বন্ধু—
এই যে মই, তোমাৰ চেতনহাৰা প্ৰাণৰ কাষত,—
ভস্মস্তূপৰ বুকত নিৰুত্তাপ ফিৰিঙতিৰ পৰা
বিশ্ববিয়পা অগ্নিউল্কাৰ সৃষ্টিকাৰী
মাতাল ধুমুহা।
এই যে মই, তোমাৰ বকুৰ কাষত—
এই যে মই—
প্ৰলয় শেষৰ নতুন সৃষ্টি জগাই তোলা,
চিৰজাগ্ৰত মহাপ্ৰাচ্যৰ জীৱন-দূত ইস্ৰাফিল।

উঠা বেদুইন—
সৰ্বহাৰা,

ৰিক্ত—
দিগন্ত পোহৰ হৈ আহিছে।
এই পোহৰে আজি প্ৰতীক্ষা কৰিছে—
তোমাৰেই চেতন প্ৰাণৰ
আহ্বান অভিৱাদন।

ৰাতি পুৱাৰ ...

# অন্ধকূপ আৰু এটা জোনাকী পৰুৱা

মই এক অভাৱনীয় বিমোৰত পৰিছোঁ। যোৱা চাৰি মাহৰ ভিতৰত মই নবীনৰ পৰা কেইবাখনো চিঠি পাইছোঁ। অকল তাৰ চিঠিয়েই নহয়, তাৰ খামত আছে মাজু মোমাইদেউৰ চিঠি, মামীৰ চিঠি আৰু মামীৰ ছোৱালী দুজনী বৰমাই আৰু সৰুমাইৰ চিঠি। প্ৰত্যেকখন চিঠিয়েই মোক নতুন একোটা প্ৰশ্নৰ সন্মুখীন কৰে। আৰু মই উত্তৰ দিব নোৱাৰি বিব্ৰত হওঁ।

নবীন মোৰ মাজু মোমাইদেউৰ ল'ৰা নহয়। মাহীৰ ল'ৰা। নবীনৰ জন্মৰ কিছু বছৰৰ পাছতে মহাৰ মৃত্যু হ'ল। মাহীক আৰু নবীনক মাজু মোমাইদেৱে নিজৰ লগলৈকে লৈ আহিল।

মোমাইদেউৰ অৱস্থা ভাল নাছিল। পাঠশালা স্কুলৰ পণ্ডিত কাম কৰিছিল, এতিয়া অৱসৰ পালে। খেতি-বাতি আগৰে পৰা আছিল, এতিয়াও কৰি আছে। আজি কেইবছৰমানৰ আগলৈকে নিজেই হাল বাই খেতি কৰিছিল, এতিয়া মানুহ ধৰি কৰাইছে। খেতি কৰিবৰ কাৰণে আৰু খৰচ-পাতি কৰিবৰ কাৰণে আজিকালি নবীনে মোমাইদেউলৈ সৰহকৈয়ে টকা পঠায়। কিন্তু নিজে হাল নাবালেও, এতিয়া মোমাইদেউ নিয়ম মতে পথাৰলৈ যায়।

মোমাইদেউ বৰ্তমান এক প্ৰকাৰ নিছুকীয়া। দুয়োজনী ছোৱালীকে ভাল ঠাইতে বিয়া দিলে। সিহঁত দেখাই-শুনাই ভাল আছিল। আশা কৰাতকৈ ভাল ঘৰতে পৰিল।

এতিয়া মাজু মোমাইদেউৰ ঘৰত আছে মোমাইদেউ, মামী আৰু নবীনৰ মাক মাহী। মাহী আৰু নিজ স্বামীৰ পৰিয়ালৰ মাজলৈ ঘূৰি নগ'ল। মোমাইদেৱে যাবলৈ নিদিলে। নবীনৰ দেউতাকহঁতৰ পৰিয়ালটোৰ অৱস্থাও সচ্ছল নহয়। নবীনে পঢ়ি থকা কালত মৌখিক সহানুভূতিৰ বাহিৰে টকা-পইচা দি অকণো সহায় কৰিব পৰা নাছিল। অতিশয় কষ্ট কৰি মোমাইদেউ, মামীদেউ আৰু মাহীদেৱেই নবীনৰ পঢ়াৰ খৰচ যোগাইছিল। আমাৰ বৌটিৰ নিচিনাই মাহীদেৱো বোৱা-কটাত বৰ পাকৈত আছিল আৰু নিজে বোৱা কাপোৰ-কানি বেচিয়ে নবীনৰ পঢ়াৰ আধা-আধি খৰচ যোগাইছিল। মোমাইদেৱে স্কুলত কাম কৰি পোৱা টকাকেইটা নবীনলৈ

পঠায়, শাক-পাচলি কৰি, খেতি কৰি কোনোমতে ঘৰখন অতি টানৰ মাজেৰে চলাইছিল। এই বিষয়ত মোমাইদেউ আৰু বৰমাই-সৰুমাইহঁতেও দেহে-কেহে খাটি সহায় কৰিছিল। তাঁত-সূত বৈ, হাঁহ-পাৰ বেচি, ঘৰখনৰ সকলো লগ লাগি একমাত্ৰ নবীনক মানুহ কৰাৰ চেষ্টা কৰিছিল সকলোৱে।

তাৰ কাৰণ আছিল দুটা— মোমাইদেউৰ ল'ৰা নাই, ছোৱালী দুজনী। সিহঁতক উলিয়াই দিয়াৰ পাছত বিশেষকৈ বুঢ়া কালত মোমাইদেউহঁতক চাওতা কোনো নাই। নবীনৰ ওপৰতে আশা।

দ্বিতীয়তে নবীন সৰুৰে পৰা পঢ়া-শুনাত অতি চোকা আছিল। পাঠশালাৰ বৃত্তি পৰীক্ষাত সি জিলাৰ ভিতৰত প্ৰথম হৈ বৃত্তি পাইছিল। তাৰ পাছত ঘৰৰ পৰা তিনি মাইল আঁতৰৰ হাইস্কুলত পঢ়িবলৈ লৈছিল, তেতিয়াও কোনো দিন শ্ৰেণীত প্ৰথম নোহোৱাকৈ থকা নাছিল। অথচ তাৰ দৰকাৰী সকলো কিতাপ সি কিনিব নোৱাৰিছিল, আৰু পঢ়িবলৈও সময় যথেষ্ট নাপাইছিল। মোমাইদেউৰ লগতে সি পথাৰ-সমাৰলৈ গৈছিল আৰু খেতি-বাতিত যিমান পাৰে সহায় কৰিছিল। বিশ্ববিদ্যালয়ত দ্বিতীয় হৈ প্ৰতিযোগিতামূলক বৃত্তি ধৰি নবীন যেতিয়া কলেজত পঢ়িবলৈ গ'ল, তেতিয়াহে আগৰ দৰে মোমাইদেউক সহায় কৰিব নোৱাৰা হ'ল। তথাপি গৰমৰ বন্ধত ঘৰলৈ আহিলে মোমাইদেউহঁতে হাক দিয়া সত্ত্বেও সি পথাৰলৈ নোযোৱাকৈ থকা নাছিল।

বয়সত নবীন মোতকৈ এবছৰমানৰ সৰু আছিল, কিন্তু আমি সমনীয়া বন্ধুৰ নিচিনা আছিলোঁ, এতিয়াও— যদিও সি এতিয়া মোৰ পৰা দুহাজাৰ মাইল দূৰত আছে, আমাৰ বন্ধুত্ব অকণো কমা নাই। আমাৰ সম্পৰ্ক ককাই-ভাইৰ, কিন্তু আমাৰ অন্তৰংগতা বন্ধুৰ। সেয়ে তাৰ জীৱনৰ সমস্যাবোৰে মোকো চুই যায়। আৰু সেয়ে তাৰ সমস্যাই মোক কেতিয়াবা বিমোৰত পেলায়।

পঢ়া-শুনাত মই বৰ ভাল নাছিলোঁ। বহু কষ্টে মেট্ৰিক পাছ কৰি আৰু নপঢ়িলোঁ। পঢ়িবৰ যোত্ৰও নাছিল, ইচ্ছাও নাছিল। আমি একেটা হাইস্কুলতে পঢ়িছিলোঁ। আমাৰ ঘৰ আৰু মোমাইদেহঁতৰ ঘৰ একেখন গাঁৱতে।

বি. এচচিত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ সি ডিগ্ৰী ল'লে, বিশ্ববিদ্যালয়ৰ তৰফৰ পৰা এটা বৃত্তি পালে আৰু কেন্দ্ৰীয় চৰকাৰেও তাৰ কাৰণে এটা বৃত্তি মঞ্জুৰ কৰিলে। এইদৰে সুখ্যাতিৰে এম. এচচিও পাছ কৰি অলপ দিন সি বিশ্ববিদ্যালয়ত অধ্যাপকৰ কাম কৰিছিল। কিন্তু দুবছৰৰ মূৰত আকৌ এটা বৃত্তি পাই অধ্যয়ন কৰি সি এটাত ডক্টৰেট ল'লে আৰু আনটোৰ ডিগ্ৰী ল'লে। তিনি বছৰৰ মূৰত সি দেশলৈ আৰু ঘৰলৈ ঘূৰি আহিল, আৰু অলপ দিনৰ ভিতৰতে কেন্দ্ৰীয় চৰকাৰৰ অধীনত এটা ডাঙৰ চাকৰি পালে। এতিয়া সি বোম্বাইত থাকে। নিয়মমতে

সপ্তাহত এখনকৈ সি মোমাইদেউলৈ চিঠি দিয়ে, মাহে মাহে মোমাইদেউলৈ তিনি-শকৈ টকা পঠায়, মাজে মাজে গৰম কাপোৰ-কানি পাৰ্ছেল কৰি পঠায়। ছুটী কম পায়, তথাপি বছৰত এবাৰ ঘৰলৈ আহে।

মোলৈকো মাজে মাজে সি চিঠি দিয়ে কিন্তু যোৱা চাৰি মাহমানৰ পৰা তাৰ পৰা মই সঘনে চিঠি পাব ধৰিছোঁ। আৰু যদিও মই চিঠি লিখাত বৰ সোৰোপা তথাপি তাৰ চিঠিৰ উত্তৰ দি থাকিবলগীয়াত পৰিছোঁ।

নবীন বিশ্ববিদ্যালয়ত অধ্যাপকৰ কামত সোমাওঁতেই তাৰ বিয়াৰ কথা ওলাইছিল, আৰু তেতিয়াই কেইবা ঠাইৰ পৰাও প্ৰস্তাৱ আহিছিল। মোমাইদেৱে একো হয়-না নকৰি এই কথাৰ মীমাংসা মাহী আৰু নবীনলৈকে আগবঢ়াইছিল। মোমাইদেৱে বহু কষ্টে নবীনক পঢ়াইছিল, কিন্তু সেই বাবেই নবীনৰ ওপৰত কোনো কথা তাৰ ইচ্ছাৰ বিৰুদ্ধে জাপি দিবলৈ নিবিচাৰিছিল। বিশেষকৈ বিয়াৰ ক্ষেত্ৰত তেওঁ সকলো মাহী আৰু নবীনৰ ওপৰতে এৰি দিয়াই উচিত বিবেচনা কৰিছিল।

মোমাইদেউৰ সম্পৰ্কে এবাৰ কথা কৈ থোৱা ভাল। যদিও তেওঁ পাঠশালা স্কুলৰ পণ্ডিত আছিল, আৰু তেওঁৰ শিক্ষা-দীক্ষাও বৰ বেছি নাছিল, তথাপি তেওঁ এজন আত্মসন্মান থকা ব্যক্তি আছিল! গাঁও আৰু নগৰতো মানুহে যেয়ে তেওঁক চিনিছিল সেয়ে শ্ৰদ্ধা কৰিছিল। তেওঁৰ এটা সুকীয়া ব্যক্তিত্ব আৰু গাম্ভীৰ্য আছিল যাক তেওঁৰ দাৰিদ্ৰ্যই কাহানিও ক্ষুণ্ন কৰিব নোৱাৰিছিল।

মোমাইদেউহঁতৰ গাঁৱৰ বহুত মানুহ আজিকালি ডাঙৰ মানুহ হৈছে। তেওঁলোক নগৰত থাকে— নগৰীয়া। কিন্তু তেওঁলোকেও মোমাইদেউক সম্ভ্ৰম কৰি চলে। মোমাইদেউ সৎ, কিন্তু নিৰ্বোধ বা অঁকৰা নহয়। তেওঁৰ দূৰদৰ্শিতাৰ কাৰণেই তেওঁ স্বাৱলম্বী হৈ চলিব পাৰিছে।

হয়তো মোমাইদেউৰ বিষয়ে সকলো কথা জানে কাৰণেই নবীনৰ ওচৰলৈ পোনপটীয়াভাৱে যোৱা বিয়াৰ প্ৰস্তাৱবোৰৰ সম্পৰ্কে নিজে কোনো মন্তব্য নকৰি সি সকলো কথা মোমাইদেউলৈ লিখি জনায়; নাইবা কিছুমান চিঠিকে পঠিয়াই দিয়ে।

আৰু মোমাইদেউৰ পৰা পোৱা এই বিষয়ৰ চিঠিবোৰ মোলৈ পঠাই দিয়ে মোৰ অভিমতৰ কাৰণে। মই তাৰ জেঠায়েকৰ পুতেক ককায়েকেই নহয়, মই তাৰ বন্ধুও। মোৰ পৰামৰ্শ সি বিচাৰে।

মোমাইদেউৰ পৰা তাৰ বিয়া সংক্ৰান্তত পোৱা কেইবাখনো চিঠি এনেকৈয়ে আহি মোৰ হাতত জমা হৈছেহি। এই চিঠিবোৰ পঢ়ি আনৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ব মই ক'ব পৰা নাই, কিন্তু মই চাই বিমোৰত পৰিছোঁ। হয়তো মাজু মোমাইদেউ নহৈ, অন্য কোনোবা হোৱা হ'লে, বা নবীন নহৈ অন্য কোনোবা হোৱা হ'লে, কোনো সমস্যাৰ উদ্ভৱেই নহ'লহেঁতেন, কিন্তু আজিৰ পৃথিৱীতে

আমাৰ সমাজতে মোমাইদেউ আৰু নবনীৰ নিচিনা মানুহ আজিও আছে বাবেই উদ্ভৱ হৈছে এক জটিল সমস্যাৰ। আৰু সেইবাবেই মহোঁ এই সমস্যাৰ বাহিৰত থাকিব পৰা নাই।

নবীনলৈ মোমাইদেৱে লিখা কেইখনমান চিঠি (নবীনে মোলৈ পঠাই দিয়া) মই ভালকৈ পঢ়ি চাইছোঁ, চিঠিবোৰ সদায় চমু নহয়।

কল্যাণীয় নবীন,

স্নেহাশীৰ্বাদ ল'বা; তোমাৰ চিঠি আৰু লগতে পঠোৱা শ্ৰীবৰুৱাৰ চিঠি পালোঁ। যোৱা সপ্তাহত মই আৰু মাৰা এখন টেক্সি লৈ বৰুৱাৰ ঘৰ ওলালোঁগৈ। এজনী ছোৱালীক ঘৰৰ বোৱাৰী কৰি অনাৰ আগতে নিজেই চাই-মেলি অহা ভাল।

বৰুৱা ধনী মানুহ বুলি শুনিছিলোঁ, কিন্তু ইমান ধনী মানুহ বুলি জনা নাছিলোঁ। তেওঁৰ ঘৰ-বাৰী দেখি মুগ্ধ নহৈ নোৱাৰি। তেওঁ নিজেই ক'লে যে ঘৰে-মাটিয়ে তিনি লাখ সাত হাজাৰমানহে পৰিছে। আৰু কেইহাজাৰমান টকাৰ কাম বাকী আছে।

তেওঁ ইতিমধ্যে চাৰিটা ভাল ভাৰা ঘৰ সজোৱাইছে। সেইবোৰ চৰকাৰী অফিছৰ কাৰণে বা ডাঙৰ ব্যৱসায়ী প্ৰতিষ্ঠানৰ কাৰণে ভাৰা দিব। প্ৰতিটো ঘৰৰ ভাৰা পাঁচ-শ টকাৰ কম নহয়। তোমালৈ দিব খোজা ছোৱালীজনীৰ লগতো তাৰে এটা ঘৰ দিব।

মানুহজনৰ কথা-বতৰা ভাল, অমায়িক বুলি ক'ব পাৰা। আৰু সেই দেখি কৌতূহল সামৰিব নোৱাৰি মই যেতিয়া সুধিলো, 'আপুনিনো ইমানবোৰ ঘৰ-বাৰী কৰিবলৈ টকা ক'ত পাইছে?' তেওঁ এৰো নুলুকুৱাই এক প্ৰকাৰ গৰ্বেৰেই ক'লে, 'এচ. ডি. চি., এ. এচ. অ'. কৰোঁতে বাহিৰা যি পাইছিলোঁ তাৰে কোনোমতে চলিবহে পাৰিছিলোঁ। নতুন চাকৰিটোলৈ আহিহে অলপ সকাহ পাইছোঁ। নতুন উদ্যোগবোৰ হৈছে। মাটিৰ মূল্য নিৰ্ধাৰণ কৰি দিব লাগে। আমাৰ এছেছমেণ্টেই শেষ কথা। এজন মাটিৰ গৰাকীক যদি এক লাখৰ ঠাইত ডেৰ লাখ ধৰি দিওঁ তেওঁ তাৰে পঁচিছ হেজাৰ মোক দিবলৈ অকণো বেয়া নাপায়। এনেকি যোৱা চাৰি বছৰত মই প্ৰায় দুই লাখমান টকা কৰিছোঁ। কাৰো অন্যায় কৰা নাই। মাটিৰ গিৰীহঁতে টকা পাইছে, আমিও দুপইচা পাইছোঁ। নহ'লে আজিকালিৰ দিনত চলাই টান।

বৰুৱাৰ ঘৰত চাহ-তাহ খাই আমি গুচি আহিলোঁ। ছোৱালীজনী তেতিয়া ঘৰত নাছিল— আমিও আৰু ছোৱালী চোৱাৰ প্ৰয়োজন বোধ নকৰিলোঁ।

আশা কৰো বৰুৱাৰ প্ৰস্তাৱটোৰ উত্তৰ নিদিলেও হ'ব! আশীৰ্বাদ ল'বা।

কল্যাণীয় নবীন,

তোমাৰ চিঠিখনৰ লগত পঠোৱা ফুকনৰ চিঠিখন পঢ়ি আমি আনন্দ পালোঁ, এটা কথা দেখি মোৰ আনন্দ লাগিছে যে ভগৱানৰ কৃপাত তুমি এটা ডাঙৰ চাকৰি পাইছা বুলি ছোৱালী দিব লগা থকা প্ৰায় সকলো ধনী মানুহেই গম পাইছে। ময়ো শুনিছোঁ কোনো কোনোৱে হেনো তোমাৰ ছবিখনো বাতৰিকাকতৰ পৰা কাটি ৰাখিছে। সেই যে তুমি বিলাতত ভালকৈ পৰীক্ষা পাছ কৰিছিলা সেই বিষয়ে ওলোৱা ফটোখন। আৰু তাৰ পাছত তুমি এতিয়া কৰি থকা চাকৰিটোৰ কথা আৰু তোমাৰ ঠিকনাটোও মোতকৈ বহুত ভালকৈয়ে মনত ৰাখিছে।

তোমালৈ চিঠি লিখাৰ প্ৰায় লগে লগেই ফুকনে মোলৈও এখন চিঠি দিছিল। খোলাখুলিকৈ লিখিছিল যে তেওঁৰ মাজু ছোৱালীজনী তোমালৈ দিব খোজে। ঘৰবাৰী আৰু ছোৱালীজনী এবাৰ চাই যাবৰ কাৰণে তেওঁ আমালৈ অনুৰোধ কৰিছিল। মামীয়েৰাই ছোৱালীজনী চাবৰ মন কৰিলে। ময়ো এটা তাৰিখে আমি যাম বুলি এখন চিঠি দিছিলোঁ।

কিন্তু আমি যিদিনা যোৱাৰ কথা, সেই দিনা পুৱা দোকমোকালিতে এখন ধুনীয়া নতুন গাড়ী আমাৰ পদূলিমুখত ৰ'লহি। গাড়ীখন ফুকনেই পঠাইছিল। তেওঁৰ নিজৰ গাড়ী নহয়, জগত সিং নামে এজন ব্যৱসায়ী মানুহৰ গাড়ী।

আমি ফুকনৰ ঘৰ পাই প্ৰথমতে বৰ আচৰিত হোৱা নাছিলোঁ। তেওঁলোক এটা আহল-বহল নতুন ভাৰাঘৰত আছে। ইয়াৰ মানুহ নহয়। গতিকে নিজা ঘৰ ইয়াত নাই। ইয়াৰ পৰা অলপ দিনৰ ভিতৰতে বদলি হৈ যোৱাৰ কথা আছে।

আমি গৈ পাওতে ফুকন ঘৰত নাছিল। কিন্তু তেওঁৰ পৰিবাৰ আৰু ছোৱালীজনীয়ে আমাক বৰ আদৰ-সাদৰ কৰি অভ্যৰ্থনা জনালে। অলপ গৰম আছিল। ৰিফ্ৰিজাৰেটৰৰ পৰা উলিয়াই আমাক ক'ল্ড ড্ৰিংক খাবলৈ দিলে। বাৰে বাৰে আমাক সুধিলে, কি দিম, জুছ নে ছিৰাপ, নে স্কোৱাছ? মইতো বিমোৰতে পৰিছিলোঁ। আমাক চৰ্বত দিলে, লগত এথাল আঙুৰ, এথাল আপেল, এটা চক্‌চকীয়া ৰূপালী পাত্ৰত কিছুমিছু আৰু তেনে আপুৰুগীয়া সুস্বাদ ফল, আন দুখনমান প্লেটত খাঁটি ছানাৰ পেড়া, সন্দেশ আদি মিঠাই। সকলোবোৰ থাকে থাকে ৰিফ্ৰিজাৰেটৰৰ ভিতৰত সজোৱা আছিল। মই তৃপ্তিৰেই খালোঁ।

ফুকন আহিল। মানুহজন বৰ ব্যস্ত। তেওঁ আমি আহি পোৱাৰ সময়ত ঘৰত নথকাৰ কাৰণে বিনয়েৰে ক্ষমা বিচাৰিলে আৰু আমাৰ কিবা অসুবিধা হৈছিল নেকি সুধিলে।

ফুকন মানুহজন স্বাস্থ্যবান, কিন্তু তেওঁৰ পৰিবাৰক সিমান স্বাস্থ্যৱতী যেন নালাগিল।

দুপৰীয়া ভাত-পানী খুৱালে। আয়োজন দেখি আমি অবাক হ'লোঁ। গোটা ৰৌ মাছৰ কোৰ্মা, চিতলৰ কোলঠিৰ কোপ্তা, পাতি হাঁহৰ মাংসৰ আঞ্জা— আমিনো সেইবোৰ আগে ক'ত কিমান খাইছোঁ; তাৰ উপৰি ভাতৰ পাছত ৰসগোল্লা, ক্ষীৰ, পুডিং আৰু পকা মালদহী আম।

ফুকনেও আমাৰ লগতে ভাত খালে। তেওঁ তোমাৰ খবৰ সুধিলে, আৰু বিনয়েৰে নিজৰ অৱস্থাৰ কথা ক'লে।

তেওঁ মটৰ ভেহিক্‌ল্ ইন্‌স্পেক্টৰ কাম কৰে। লৰী-মটৰ, প্ৰাইভেট গাড়ী আদি ৰাস্তাত চলিব পৰাৰ লাইছেন্স দিয়ে।

ফুকনে ক'লে, "আজিকালি নতুন গাড়ী কিনিবলৈ পাবলৈকে নাই, দামো বৰ বেছি, তাতে আমাৰ মানুহবোৰে পুৰণি গাড়িকে বাটি-বুটি চলাই কোনো মতে ভাত মুঠি খাই আছে, চৰ্কাৰী নিময় মানি সেইবোৰ পৰীক্ষা কৰি চাই পাছ কৰি দিবলৈ হ'লে দুই-চাৰিখন গাড়ীহে ৰাস্তাত চলিব পাৰিব। অলপ মৰম নকৰিলে নচলে। পাছ কৰি দিওঁ আৰু কি কৰিব? আমাকো অলপ দিয়ে। ভগা বাছবোৰ পাছ কৰি দিলে এহাজাৰ দিয়ে। টেক্সিবোৰেও চাৰি-পাঁচশ, ডিজেল গাড়ীবোৰে অৱশ্যে অলপ বেছি দিয়ে। গাড়ী যিমানে পুৰণি আৰু বেয়া হয়, সিমানে আমাক পইচা সৰহ দিয়ে। পাছ কৰাই দিয়াৰ কাৰণে দৰমহানো কিমান পাওঁ? বাছ-মটৰৰ মালিকবোৰৰ পৰা মাহেকত যি আঠ-দহ হাজাৰ পাওঁ তাৰেই কোনোমতে চলিছোঁ।"

লগতে তেওঁ ক'লে যে তেওঁৰ ছোৱালীজনীৰ লগত আ-অলঙ্কাৰ, কাপোৰ-কানিৰ উপৰিও এখন গাড়ী দিব। আমেৰিকান গাড়ী। অসমত ২৭ খন লাইনবাছ চলা এজন পাঞ্জাবী ব্যৱসায়ীয়ে আনি দিম বুলিছে। এম্‌বাছিৰ পৰা বুদ্ধি কৰি কিনিবৰ ব্যৱস্থা কৰিছে। দাম সত্তৰ হাজাৰ, বৰ বেছি নহয় যদিও ভাৰতত তেনেকুৱা গাড়ী পোৱা নাযায়। এয়াৰ কণ্ডিচণ্ড আৰু কিবা-কিবি।

ছোৱালীজনী দেখাই-মেলাই সিমান বেয়া নহয়। শ্বিলঙত থাকি পঢ়িছে। কেইদিনমানৰ কাৰণে ঘৰলৈ আহিছে। যাবগৈ, ইয়াৰ গৰম অসহ্য। এয়াৰ কুলাৰেৰে ঘৰটোৰ কোঠাবোৰ অলপ ঠাণ্ডা কৰি নৰখা হ'লে তাই এদিনো থাকিব নোৱাৰিলেহেঁতেন। ...

আমাক অন্য এখন গাড়ীৰে ঘৰত থৈ গ'লহি।

ফুকন বিনয়ী মানুহ। চাকৰিটো অলপ সুবিধাজনক নোহোৱা হ'লে তেওঁৰ অসুবিধাই হ'লহেঁতেন। পাছত ভু লৈ জানিলোঁ যে তেওঁ নিয়ম-নিষ্ঠাত বৰ গোড়া মানুহ। সৰহকৈ টকা নিদিলে তেওঁ বেয়া আৰু অচল গাড়ীবোৰক কেতিয়াও পাছ কৰি নিদিয়ে আৰু নতুন মটৰ গাড়ী কোনোবাই কিনিব খুজিলেও দৰ্খাস্তৰ লগত এহাজাৰ টকাৰ ন'ট গাঁথি দিয়াটো তেওঁ নিয়ম কৰি দিছে। মানুহজন অমায়িক

আৰু বিনয়ী নোহোৱা হ'লে তেওঁৰ বাহিৰা অৰ্জন যে মাহেকত কুৰি হাজাৰ টকাৰ কম নহয়, সেই কথা নজনাই নাথাকিলহেঁতেন।

অ' আমাৰ মুগী গাইজনীয়ে আৰু এটা চেউৰী পোৱালি দিছে। আজি দুমাহমান ঘৰৰ গাখীৰ নাছিল। এতিয়া তেও চাহপানীত ৰং দিবলৈকে গাখীৰকণ হৈছে।

আশা কৰোঁ তুমি কুশলে আছা।

কল্যাণীয় নবীন,

সিদিনা আমাৰ গাঁৱৰ সঁজাতী দল এটাৰ লগত চহৰলৈ গৈছিলোঁ, ডেপুটি কমিছনাৰক লগ ধৰিবৰ কাৰণে, গাঁওখনত সৰহভাগ মানুহৰে খাবলৈ ভাত নাই, গাঁৱৰ মাজত সস্তীয়া চাউলৰ চৰকাৰী দোকান এখন দিয়াবৰ কাৰণে। ডেপুটি কমিছনাৰে ছাপ্লাই চুপাৰিণ্টেণ্ডেণ্টক লগ ধৰিবলৈ ক'লে। চুপাৰিণ্টেণ্ডেণ্টজন ভাল মানুহ। হাঁহি হাঁহি ক'লে, "টকা কিমান আনিছে?"

বুজি নাপাই তেওঁৰ মুখলৈ চালোঁ, তেওঁ ক'লে, "বুজাই নাই নেকি? যেই কোনো চৰকাৰী দোকান পাৰ্মিট দিলে মাৰোৱাৰী, বিহাৰী, বঙালী আদি ব্যৱসায়ীয়ে কমেও তিনি-চাৰি হাজাৰ আমাক দিয়ে। আপোনালোক অসমীয়া মানুহ— আপোনালোকেনো কি চৰকাৰী দোকান চলাব? বাৰু দিয়ক এহাজাৰকে। এহাজাৰৰ কমে পাৰ্মিট মই কাকো দিয়া নাই?"

অফিছতে কেৰাণী চাপ্ৰাচী আৰু অন্যান্য মানুহৰ আগতে তেওঁ কথাবোৰ কৈছিল। তাত থকা সকলোৱে তেওঁৰ লগতে হাঁহিছিল। মোৰ নিজকে বৰ মূৰ্খ যেন লাগিছিল। আমি একো ক'ব পৰা নাছিলোঁ। তেওঁ ছিগাৰেটটোত টানকৈ হোপা মাৰি টানকৈয়ে ক'লে টকা নিদিলে দোকান নাপায়।"

আমি তেতিয়া তাৰ পৰা ওলাই আহিলোঁ। ছাপ্লাই অফিচৰ মুখতে আমাৰ এল. এ. দুৱৰাক লগ পালোঁ, আগতকৈ বহুত শকত হৈছে। মই প্ৰথমতে চিনিবই নোৱাৰিছিলোঁ। তেওঁক লগ পাই মই ভাল পালোঁ। তেওঁৰ ঘৰলৈ যোৱাৰ কথাই আছিল। কাৰণ তেওঁৰ নিজৰ ল'ৰা-ছোৱালীহালে পঢ়ি আছে। ভাগিনীয়েকজনীক তোমালৈ দিয়াৰ বিষয়ে মোলৈ চিঠি লিখিছিল। দুৱৰা আমাতকৈ বয়সত সৰু। পঢ়া-শুনাও সৰহ কৰিব নোৱাৰিলে। দেশৰ কাম কৰা মানুহ।

তেওঁ সমাজসেৱী। যাচি দিয়াতো মন্ত্ৰীপদ লোৱা নাই। তেওঁৰ বহুত কাম— ষাঠিটা হাইস্কুলৰ মেনেজিং কমিটীৰ সভাপতি, দুটামান কলেজৰ গভৰ্নিং বডিৰো সভাপতি, মাৰ্কেটিং ছ'ছেইটিৰ বৰ্ড অব ডিৰেক্টৰছৰ চেয়াৰমেন, ৰড বৰ্ডৰ সভাপতি, কোনোবা এখন ইণ্ডাষ্ট্ৰিয়েল ইষ্টেটৰ অনাৰেৰি এডভাইছাৰ, পলিটিকেল ছাফাৰাৰ্ছ কমিটীৰ ডিষ্ট্ৰিক্ট প্ৰেছিডেণ্ট, খাদী বৰ্ডৰ বিক্ৰয় বিভাগৰ উপদেষ্টা, চিমেণ্ট

আৰু টিনপাত বিতৰণ কমিটীৰ সভাপতি, ভাৰত সেৱক সমাজ, অসম সেৱা সংঘৰ সভাপতি, অসম মটৰ মালিক এছোছিয়েচনৰ সভাপতি, পূৰ্বাঞ্চল মিল মালিক সংস্থাৰ অবৈতনিক চেয়াৰমেন, শিপিনী সমবায় সংঘৰ উপদেষ্টা, আই. এন. টি. ইউ. ছি.ৰ কোনোবা এটা শাখাৰ সভাপতি, তিনিখন কনজিউমাৰছ কঅ'পাৰেটিভৰ এডভাইছাৰ, এষ্টিমেটচ্ কমিটী, ৰাজ্য প্লেনিং কমিচন, ৰিফিউজী ৰিহেবিলিটেচন কমিটী আদিৰ সদস্য, বিশ্ববিদ্যালয় কৰ্টৰ সভ্য আৰু অসম হেভি ইণ্ডাষ্ট্ৰিজ এছোছিয়েচনৰ ৰিজিঅ'নেল এডভাইছাৰ।

ইয়াৰ উপৰি ৰাইজৰ কাম আছেই। বানপানী-ধুমুহাত ৰিলিফ দিয়াকে প্ৰমুখ্য কৰি অজস্ৰ কাম। ঘৰত শুবলৈকো সময় নাই! তেওঁ প্ৰায়েই কয়, 'আমাৰ দেশখন নতুনকৈ গঢ়িব লাগিব। এখন গণতান্ত্ৰিক সমাজবাদী দেশ এনেয়ে গঢ়িব নোৱাৰি। আমাক ভাল কৰ্মী লাগে। আমাৰ কৰ্মীৰ অভাৱ। আমি সমাজবাদ গঢ়িম, কিন্তু একনায়কত্ববাদ বা ৰেজিমেণ্টেচন যাতে গঢ়ি নুঠে তাৰ প্ৰতি দৃষ্টি ৰাখিব লাগিব। সেই কাৰণেই বহুত কাম নিজে কৰিব লগীয়া হৈছে। সমাজবাদ এজনৰ কাম নহয়। দেশ গঢ়াৰ আৰু দেশ পৰিচালনাৰ দায়িত্ব সকলোৱে সমানে ভগাই ল'ব লাগিব।

এৰা, দুৰৱাক হঠাতে লগ পাই ভাল পালোঁ। তেৱোঁ মোক দেখিয়ে চিনি পালে। আৰু কোন ফালে আহিছিলোঁ সুধিলে। আমি ক'লোঁ। তেওঁ দুখ কৰিলে, নানা ব্যস্ততাৰ কাৰণে ইলেকচনৰ পাছত তেওঁ এবাৰো গাঁৱৰ ফালে যাবই পৰা নাই।

সস্তীয়া চাউলৰ দোকান এখন আমাৰ গাঁৱত দিয়া সম্পৰ্কত তেওঁ নিৰ্ভয় দি ক'লে যে এই বিষয়ে তেওঁ ছাপ্লাই মিনিষ্টাৰক ক'ব। দুই-এদিনতে তেওঁৰ শ্বিলঙলৈ যাব লগা আছে। তেওঁৰ ল'ৰাটোক যোৱা বছৰেই জাৰ্মেনীলৈ পঠিয়ালে, এই বছৰ ছোৱালীজনীক ইউ. এছ. এ.লৈ পঠাব লাগে। সকলো ঠিক হৈ আছে। ছোৱালীজনীয়ে ছিনিয়ৰ কেম্ব্ৰিজ পাছ কৰিলে। ফৰেইন এক্সচেঞ্জৰ কাৰণেহে সামান্য অসুবিধা হৈছে। এইবাৰ দৰকাৰ হ'লে দিল্লীলৈ গৈ তেওঁ সকলো ঠিক কৰি আহিবগৈ।

সঁচাকৈয়ে মানুহজনে বৰ খাটিছে। বৰ ব্যস্ত।

মোক একাষৰীয়াকৈ মাতি নি ফুচফুচাই ক'লে, "মোৰ চিঠিখনৰ উত্তৰ নিদিলে দেখোন?" মই ক'লো, "নবীনক কথাটো সোধাই নাই।"

তেওঁ ক'লে, "নবীনকনো কেলেই সুধিব লাগিছে। নবীন ভাল ল'ৰা, আপোনাৰ কথা কেতিয়াও নেপেলায়। আপোনাৰ ভাগিনীয়েকলৈ ছোৱালী পাব— কিয় নাপাব? কিন্তু মোৰ ভাগিনজনীৰ নিচিনা ছোৱালী নাপায়, মই ক'লো। আৰু মোক ধৰি আছে, মিনিষ্টাৰ হ'ব লাগে। কিন্তু মই বাহিৰে বাহিৰে ৰাইজৰ কাম

কৰি ফুৰোঁতেই যায়, মিনিষ্টাৰ হৈ শ্বিলঙত বহি থাকিবলৈ সময় ক'ত। অৱশ্যে অহা নিৰ্বাচনৰ পাছত কিজানি নেৰিব। মিনিষ্টাৰ হ'বই লাগিব। মই মিনিষ্টাৰ হ'লে নবীনৰ নিচিনা ল'ৰা এটা বোম্বাইত পৰি থাকিব নালাগে। তাক ঘৰৰ ল'ৰা মই ঘৰলৈ লৈ আহিম। আপোনালোকে বিয়াখন সোনকালেই পাতি পেলোৱাৰ দিহা কৰক।"

আমাৰ গাঁৱত সন্তীয়া চৰকাৰী চাউলৰ দোকান এখন দিছে। পিছে অসমীয়া মানুহক নিদিলে। কৰম সিঙক দিলে। সি ভাল দেচুৱালী দোকানী।

দুৱৰাৰ ভাগিনীয়েকজনীক আমি দেখা নাই। চাবলৈ যাম জানো?

আশা কৰোঁ, কুশলে আছা।

মৰমৰ নবীন,

স্নেহাশীৰ্বাদ ল'বা। তুমি পঠোৱা টকা আৰু চিঠি পাবৰ কেইবাদিনো হ'ল। অকণমানিজনীৰ গা অসুখ আছিল। আইসকলে দেখা দিছিল, ঘৰ আমনি কৰিলে কেইদিনমান, এতিয়া ভাললৈ আহিছে। বাকী আমিবিলাক এক প্ৰকাৰ আছোঁ, ভিনদেৱেৰো ভালেই আছে।

দেউতাৰ পৰা চিঠি পাই আছা কিজানি। মই ভালেমান দিন ঘৰৰ ফালে যাব পৰা নাই। ঘৰখন এৰিনো কেনেকৈ যাওঁ? মাজতে এদিন ভিনদেৱেৰ আমাৰ ঘৰলৈ গৈছিল। পেহীদেউহঁত ভালে আছে।

পিছে দেউতা, মা আৰু পেহীদেউ তোমাৰ বিয়াৰ কথা লৈ চিন্তিত হৈ পৰিছে। তোমালৈ ছোৱালী দিম বুলি যিবোৰ মানুহে চিঠি-পত্ৰ দিছে সেইবোৰ মানুহৰ ঘৰলৈ ছোৱালী চাবলৈ দেউতাহঁত নোযোৱাকৈ থকা নাই। কিন্তু দেউতা কেনেকুৱা মানুহ জানাই। হয়তো ছোৱালী অপছন্দ নহ'লহেঁতেন কিন্তু ছোৱালীৰ মাক-বাপেক বা অভিভাৱকবোৰে দেউতাক হতাশ কৰিছে। আটাইবোৰ ধনী মানুহেই, কিন্তু আটাইবোৰ চোৰ, ঠগ, ৰাইজক আৰু দেশখনক ফাকি দি অন্যায়ভাৱে ধনী হোৱা মানুহ। সেইবোৰ মানুহৰ লগত দেউতাই কেতিয়াও মিতিৰ নাপাতে। ভিনদেৱেৰে বুজাইছিল যে আমি ছোৱালীহে আনিম, মাক-বাপেকৰ টকা-পইচাৰ লগত আমাৰ কি সম্পৰ্ক? দেউতাই কিন্তু নামানে। দেউতাই কয় পাপী-প্ৰৱঞ্চকৰ সন্তান ভাল হ'ব কেনেকৈ? সিহঁতৰ তেজত যে পাপৰ বিহ সোমাই আছে। দেউতাক বুজোৱা টান। আজিকালিনো ঘোচ নোখোৱা, ফাকি নিদিয়া, চোৰাং বেপাৰ নকৰা মানুহ কোন আছে? দেউতাই কিন্তু নামানে।

আমাকো তোমাৰ কাৰণে ছোৱালী চাবলৈ কয়, আমিনো বাৰু দেউতাই বিচৰাৰ নিচিনা নিৰহ-নিপানী ভাল মানুহ ক'ত পাম? আৰু যিবোৰ ছোৱালী দিয়াৰ মনেৰে আমাৰ লগত কথা-বতৰা হয়হি সেইবোৰৰ সৰহ ভাগেই বেয়া-ধনৰ গৰাকী।

অলপতে মহিলা সমিতিৰ এখন ডাঙৰ সভা হৈছিল। আমি গৈছিলোঁ, পুৰন্দৰ কলিতাৰ পৰিবাৰ বিজয়া কাকতী আহিছিল সভানেত্ৰী হৈ। বিজয়াৰ কথা কিজানি তোমাৰ মনত থাকিব পাই। আজি আঠ বছৰমানৰ আগতে যে ঘৰৰ পৰা পলাই গৈ তেতিয়াৰ এক্‌জিকিউটিভ্ ইঞ্জিনীয়াৰ কাকতীৰ লগত বিয়া হৈছিল। পুৰন্দৰ কাকতী আজিকালি চুপাৰিণ্টেণ্ডিং ইঞ্জিনীয়াৰ।

বিজয়াই মোক পাহৰা নাছিল, সভাৰ পাছত মই লগ ধৰিলোঁ। বহুত কথা-বতৰা পাতিলোঁ। ইটো-সিটো কথাৰ পাছত ক'লে, "পেহীয়েৰৰ ল'ৰাটো ক'ত থাকে আজিকালি? বিলাতৰ পৰা আহিল নহয়? ডাঙৰ চাকৰি কৰে বুলি শুনিছোঁ, কিমান দৰমহা পায়?"

মই ক'লোঁ, "ভালকৈ ক'ব নোৱাৰোঁ। কামত সোমোৱাৰ বৰ বেছি দিন হোৱা নাই নহয়। মই জনাত এতিয়া ওঠৰশকৈ পায়।"

অ' দৰমহা-পাতি ভালেই। হেৰি কৰাহে, মোৰ সৰু ননদজনী আছে। ভাল ছোৱালী, আমাৰ লগত থাকে। আমাৰ আকৌ ল'ৰা-ছোৱালী নায়েই। তাইৰ বিয়া আমিয়ে পাতিব লাগিব। ভায়েৰলৈকে নি থোৱা ছোৱালীজনী। বেয়া হ'ব নেকি? আমাৰে ছোৱালী বুলি ধৰাচোন। আমাৰ কাকতীৰ প্ৰমোচন ডিউ হৈ আছে, এডিচনেল চীফ ইঞ্জিনীয়াৰ হ'ব। আৰু তোমাৰ আগত লুকুৱাবলৈ কি আছে। এওঁ কাকতীয়ে টকা খায়— সকলোৱে জানে। নহ'লেনো কেনেকৈ চলিবহে আজিকালি, বস্তুৰ যিহে দাম দিছে। কোৱা শুনিছোঁ বোলে এণ্টি-কৰাপচন লগাইছে। কিটো কৰিবহে? এণ্টি-কৰাপচনৰ মানুহবোৰে এওঁলোকতকৈ বেছিহে ঘোচ খায়। কুৰি বা পঁচিশ হাজাৰ টকা দিলেই ঠাণ্ডা হৈ যাব। আৰু আমাৰনো কিমান নগদ টকা আছে? খুব বেছি হয় যদি আঠ বা দশ লাখ হ'ব। আজিকালি পাণ-দোকানীৰো এক লাখ টকা থাকে। নহয়? ছোৱালীজনী বৰ ভাল জানিছা। কোনোবা কোনোবা আহিছে পিছে বৰ দুখীয়াহে। ই এ চি চি, এ চি বোৰলৈনো কি দিবা। মাহেকত টকাও নাপায়। মই তোমাক কথা দিছোঁ— তোমালোকৰ নবীনলৈ নিয়া মই কাকতীক ধৰি নগদ এক লাখ টকা যৌতুকত দিয়াম। কাকতীয়ে নিজে দিব লাগিছেনে কিবা? ডাঙৰ ঠিকাদাৰ এটাক ক'লেই হ'ল। মনে মনে থাকিলা দেখোন?"

সঁচাকৈয়ে নবীন, যিজনী বিজয়াই লাখৰ কমত কথাই নকয়, তেওঁকনো মই আৰু কি ক'ম? মই ক'লোঁ, মই বাৰু দেউতাক জনাম। আৰু নবীনলৈও লিখিম।

পিছে মই জানো কাকতীৰ নিচিনা জঘন্য ঘোচখোৰ এটাৰ চোতালতো দেউতাই ভৰি নিদিয়ে। টকা দেখি ভোল যোৱা মানুহ দেউতা নহয়। দেউতাক নাই জনোৱা, তোমালৈকে লিখিলোঁ।

আশা কৰোঁ কুশলে আছা।
তোমাৰ বাইদেৱেৰা—
বৰমাই।

পুঃ— আমি ভালেই চলি আছোঁ। তুমি আমালৈ টকা নপঠালেও আমি বেয়া নাপাওঁ। ঈশ্বৰে যেন তোমাক কুশলে ৰাখক।

বাইদেউ।

এদিন মোমাইদেৱে মোক তেওঁলোকৰ ঘৰলৈ মাতি পঠিয়ালে। মোমাইদেউলৈ মোৰ অলপ ভয় লাগে। গোটেই জীৱন ল'ৰা পঢ়ালে, এতিয়া আমি ডাঙৰ হ'লোঁ যদিও আমাক সৰু ল'ৰা বুলিয়ে ধৰে আৰু শাসনৰ সুৰতে কথা কয়।

মোমাইদেৱে মতাত মোৰ অলপ ভয় খোৱাৰো কাৰণ আছিল। বৌটিহঁতে মোৰ বিয়াৰ কথাও মাজে মাজে আলচ কৰে, কাৰণ বয়সত মই নবীনতকৈ ডাঙৰ আৰু মোৰ বিয়াৰ বয়স হৈছে। অৱশ্যে মোৰ অৰ্জন তেনেই কম, খেতি-বাতি কৰি কোনোমতে চলোঁ। মোৰ বিদ্যাও বেছি নাই। আমাৰ ঘৰৰ ওচৰৰে ষ্টেট ট্ৰেন্সপৰ্ট অফিছটোত বুকিং ক্লাৰ্কৰ কাম কৰোঁ। কিন্তু দৰমহাৰে নাটে, গতিকে যিকণ আজৰি উলিয়াব পাৰোঁ সেই কণকে খেতি-বাতি কৰাত খটাওঁ।

বিয়া পতাৰ কথা ময়ো ভাবিছোঁ, কিন্তু সাহ কৰিব পৰা নাই। নিজেই চলিব নোৱাৰোঁ, পৰিয়াল কেনেকৈ পোহ-পাল দিম? ভয় হয় কিজানি মোমাইদেৱে মোৰ বিয়াৰ কথা উলিয়ায়।

মোমাইদেউৰ লগত ভাল-বেয়া কথা পাতিলোঁ। তেওঁক আগতকৈ কিছু শান্ত যেন লাগিল, যেন অলপ হতাশো হৈছে, বয়সো হৈছে নহয়, যথেষ্ট।

অন্যান্য কথাৰ পাছত মোমাইদেৱে সুধিলে, "বাহিৰা পইচা কিমান পাৱ?"

মই উচপ্ খাই উঠিলোঁ। একো নকৈ মই মোমাইদেউৰ মুখলৈ চালোঁ।

বিতৃষ্ণা, অভিযোগ আৰু বিৰক্তি ভৰা মাতেৰে মোমাইদেৱে ক'লে, "বাহিৰা নাখালে কেনেকৈ জীয়াই থাকিবি? তহঁতে হ'বলা খাবলৈ সুবিধা নাপাৱ? এৰা, কোৱা শুনিছোঁ তহঁতৰ ওপৰৱালাবোৰেহে পায়। তহঁতেনো তাৰ ভাগ কেনেকৈ পাবি?"

মাহী আৰু মামীৰ লগত ঘৰুৱা কথা পাতিলোঁ। মামীয়ে ক'লে যে নবীনৰ কাৰণে ভাল মানুহৰ এজনী ভাল ছোৱালী বিচাৰি নোপোৱাতে মোমাইদেউৰ

বেজাৰ। আজিকালি ধনী মানুহ ঢেৰ, কিন্তু ভাল মানুহ নোহোৱা হৈ আহিছে। আজিকালি সৎ মানুহ ধনী হ'ব নোৱাৰে, সৎ অৰ্জনেৰে আজিকালি মানুহে ভাত-কাপোৰকে যোগাৰ কৰিব নোৱাৰে। অসৎ উপায়ে ধন ঘটা মানুহবোৰেই দুয়ো হাতে ধন গোটাইছে, পিছে মোমাইদেৱে সেইবোৰ মানুহৰ নামকে শুনিব নোৱাৰে।

মামীয়ে বহুত কথা ক'লে। অৱসৰ পোৱা পুলিচৰ চি. আই. ডি. এজনৰ পৰাও হেনো চিঠি আহিছে। তেওঁ হেনো তিনিজনী নে চাৰিজনী বিয়া কৰাইছিল। তিনিজনীমান ছোৱালী এতিয়াও দিবলগীয়া আছে। পিছে তেওঁ বোলে বৰ অত্যাচাৰী আছিল। বৃটিছৰ দিনত তেওঁৰ সমান অত্যাচাৰ কৰা পুলিচ অফিচাৰ অতি কম আছিল। এই বাবেই বছৰে বছৰে তেওঁৰ প্ৰমোচন হৈছিল। '৪২ চনত বিদ্ৰোহীক দমন কৰাত তেওঁৰ সমান নৃশংসভাৱে অন্য কোনোৱে পুলিচৰ লাঠি-বন্দুক ব্যৱহাৰ কৰা নাছিল। ৰিটায়াৰ কৰাৰ পাছত তেওঁ দেশপ্ৰেমিক হ'ল। অহা নিৰ্বাচনত তেওঁ বিধানসভাৰ প্ৰাৰ্থী হ'ব। টকা-পইচা অজস্ৰ কৰিলে। তেওঁৰে ছোৱালী এজনী নবীনলৈ যাচিছে।

মোমাইদেৱে ক'লে, "নবীনলৈ ভাল ছোৱালী এজনী পোৱা নাই। তইঁতে চাইঁকচোন, মানুহ ঘৰ দুখীয়া হওক, ভাল হ'ব লাগে। কুকুৰবোৰৰ লগত কেনেকৈ মিতিৰ পাতিবি। এই চোৰবোৰে দেশখন ৰসাতলে নিয়াইছে। এনেকৈ চলি থাকিলে আমাৰ দেশখন আৰু সৰহ দিন নাথাকে। মই বিচাৰিছোঁ, আমাৰ এইফালে যদি ভাল ছোৱালী নাপাওঁ, নবীনক মই ইংলণ্ড-চিংলণ্ডৰ ফালৰ ছোৱালী এজনীকে আনিবলৈ ক'ম। বিদেশী, বিধৰ্মী হ'ল কি হ'ল, সিহঁত মানুহ হৈ আছে। অমানুহ হোৱা নাই। মানুহ হোৱাটোৱেই আচল 'ধৰ্ম'।

নবীনে যদি এঘৰ "মানুহৰ" লগত মিতিৰ পাতিব পাৰে মই খুব সুখী হ'ম। লাগিলে সেই মানুহঘৰ মুছলমানেই হওক বা খৃষ্টানেই হওক।"

মই একো ক'ব নোৱাৰিলোঁ। মোমাইদেউৰ নিচিনা এজন নৈষ্ঠিক হিন্দু মানুহে কিমান দুখ আৰু বেজাৰত সেই কথা কৈছে মই বুজিছিলোঁ। সমাজৰ অধঃপতনে তেওঁক অতিশয় আঘাত দিছিল।

মোক তেওঁ ক'লে, "তোৰ বিয়াখন সোনকালে পাতিব লাগে। মাৰক কবি, ক'ৰবাত ছোৱালী চাই-মেলি থৈছহঁক যদিও খোলাখুলিকৈ জনাবি। পাৰিলে জীয়াই থাকোঁতেই তহঁত হালৰ ঘৰ দুখন পাতি থৈ যাওঁ। সৰহ দিন বাচি থকাৰ অকণো ইচ্ছা নাই। মোৰ আজিকালি উশাহ ল'বলৈকো ভয় লাগে। পাপ অন্যায়েৰে দেশখন ভৰিল। যিমান সোনকালে এইখন পৃথিৱীৰ পৰা যাব পাৰোঁ, সিমানে আত্মাটোৱে শান্তি পাব।"

অৱশ্যে মোৰ বিয়া লৈ নবীনৰ নিচিনা কোনো সমস্যাৰ উদ্ভৱ হোৱাৰ আশংকা নাই। মই কোনো লেখৰ মানুহ নহওঁ। একেবাৰে সাধাৰণ মানুহ। বৌটি

বুঢ়ী হৈছে, ছোৱালী এজনী বোৱাৰী কৰি আনিব লাগিব। ইয়াকে লৈ হৈ-চৈ কৰাৰ, ঢাক-ঢোল বজোৱাৰ কোনো দৰকাৰ নহয়।

আৰু মোৰ সৌভাগ্যই বুলিম যে এজনী ছোৱালীক বিয়া কৰাম বুলি মই একপ্রকাৰ ব্যৱস্থাই কৰি ৰাখিছোঁ। অৱশ্যে সেই ছোৱালীজনীৰ বাহিৰে কথাটো আন কোনোৱে নাজানে। আমাৰ কথা দিয়া-দি হোৱা নাই, কিন্তু বুজা-বুজি আছে। মোৰ নিচিনাই সাধাৰণ ঘৰৰ সাধাৰণ ছোৱালী, নিজে অৰ্জন কৰি নিজে চলে আৰু পৰিয়াল পোহে। মোৰ কাৰণে তেনেকুৱা ছোৱালীয়েই উপযুক্ত হ'ব। এটা উচ্চ বুনিয়াদী বিদ্যালয়ত শিক্ষয়িত্রী কৰে। ট্রেইনিং পাছ কৰিলে, কিন্তু মোৰো বয়স নোহোৱা নহয়।

মনে মনে থিৰ কৰিলোঁ যে নবীনৰ বিয়াৰ বন্দবস্তটো হৈ গ'লেই মোৰ কথাটোও মোমাইদেউহঁতক জনাম। আগে নবীনৰ হৈ যাওক। সি আজিকালি এটা বিখ্যাত মানুহ।

অলপতে নবীনৰ পৰা এখন চিঠি পাইছোঁ। সাধাৰণতে মোলৈ লিখা চিঠিতকৈ অলপ দীঘল চিঠিখন।

কিন্তু চিঠিখনে মোক অলপ বিপদত পেলাইছে। কি কৰিম মই একো নিৰ্ণয় কৰিব পৰা নাই। নবীনে লিখিছে ঃ

মৰমৰ চন্দন,

মোমাইদেউৰ শেহতীয়া চিঠিখন ইয়াৰ লগতে পঠালোঁ। পঢ়ি চাবি। মোৰ কাৰণে ছোৱালী বিচাৰি মোমাইদেৱে বৰ মনোকষ্ট পাইছে। মই আৰু মোলৈ অহা চিঠিবোৰ মোমাইদেউলৈ নপঠাম বুলি ভাবিছোঁ। মই আচৰিত হৈছোঁ যে এই হাজাৰ-টকীয়া বা দুহাজাৰ টকীয়া চাকৰি পোৱাতে হঠাৎ মোৰ দাম ইমান বাঢ়ি গ'ল কিয়? নিচিনা-নজনায়ো মোক আপোন কৰি ল'বলৈ ইমান ব্যগ্ৰ হৈ উঠিছে কিয়? আমাৰ সমাজখন ইমান বেছি ধনমুখী কোনো-কাহানিও নাছিল। মানুহৰ নিজ নিজ আৰ্থিক অৱস্থাৰ উন্নয়নৰ কাৰণে সৎ প্রচেষ্টা চলোৱাটো সুস্থ আৰু স্বাভাৱিক কথা। সেয়ে নহ'লে সমাজৰ উন্নতি নহয়। কিন্তু আজি আমাৰ সমাজৰ মন এটা অস্বাভাৱিক বিকৃত লক্ষ্যৰ ফালে ধাৱিত হৈছে।

ইতিমধ্যে মই আৰু কেইবা ঠাইৰ পৰাও চিঠি পাইছোঁ। ছাপ্লাই চুপাৰিণ্টেণ্ডেণ্ট, ছেল-টেক্স, ইনকাম-টেক্সৰ ডাঙৰ বিষয়া, ডাঙৰ ঠিকাদাৰ, ডাঙৰ ব্যৱসায়ী। সকলোৰে এটাই বক্তব্য, তেওঁলোকে মোক ধনী কৰিবলৈ বিচাৰে। তেওঁলোকৰ ছোৱালী বিয়া কৰালে মই বহুত টকা পাম। আৰু মোৰ কোনো সমস্যাই নাথাকিব।

ইউৰোপ-আমেৰিকাক আমাৰ বহুতে মেটেৰিয়েলিষ্ট বুলি দোষাৰোপ কৰে। কিন্তু বৰ্তমান পৃথিৱীৰ ভিতৰতেই আমাৰ দেশখন এখন নিকৃষ্ট মেটেৰিয়েলিষ্ট

দেশলৈ পৰিৱৰ্তিত হৈছে। পশ্চিমৰ দেশতো মানুহৰ ধন-লিপ্সা আছে। কিন্তু তাত অধিক ধন ঘটিবৰ কাৰণে সুস্থ সংস্কাৰ আৰু প্ৰতিযোগিতা আছে। আমাৰ দেশৰ নিচিনা অধম আৰু নীচ দুৰ্নীতি নাই। মোৰ কোনো বিশেষ ৰাজনৈতিক বা অৰ্থনৈতিক আদৰ্শৰ প্ৰতি আনুগত্য নাই। কিন্তু মই জানো, ধনতন্ত্ৰই হওক বা সমাজতন্ত্ৰ হওক, যিটো ব্যৱস্থাত মানুহ অমানুহ হৈ নাযায়, মোমাইদেউৰ ভাষাত— মানুহ কুকুৰ হৈ নাযায়, সেইটো ব্যৱস্থাই মোৰ নমস্য। আজি আৰু ঘৰৰ মুধৰ পৰা ঠিয়ৰি ক'বৰ দৰকাৰ নাই যে ভাৰতবৰ্ষত একবিন্দু সমাজবাদো প্ৰতিষ্ঠা হোৱা নাই। ইয়াত সদ্যমুক্ত এখন উপনিবেশী দেশে ধনতন্ত্ৰৰ সকলো প্ৰতিক্ৰিয়াশীল আৰু সমাজবিৰোধী দুৰ্নীতি আয়ত্ত কৰাত আত্মনিয়োগ কৰিছে। বিদেশী শাসনৰ আমোলতো ভাৰতৰ এনে অধঃপতন হোৱা নাছিল। সৎ আৰু সুস্থ উপায়ে ধনী হোৱাটো পাপ নহয়, অন্যায় নহয়। কিন্তু আমাৰ দেশত দুৰ্নীতিপৰায়ণ অসৎ লোকেই সৰ্বেসৰ্বা হৈছে, দেশ আৰু জাতিৰ ভাগ্য-নিয়ন্তা হৈছে।

মোমাইদেৱে লিখিছে যে তেওঁৰ মৰিবৰ ইচ্ছা হৈছে। পাপ নোহোৱা হ'লে তেওঁ আত্মহত্যা কৰিলেহেঁতেন। প্ৰকৃততে আমাৰ সমাজত সৎ আৰু ন্যায়পৰায়ণৰ অপমৃত্যুৰ পথ ৰচিত হৈছে। আমাৰ কোনো ভৱিষ্যৎ নাই যেন লাগিছে।

মই বিয়া নকৰালোঁৱেইহেঁতেন কিন্তু মোমাইদেউ, মামীদেউ আৰু মোৰ মাক মই অসন্তুষ্ট কৰিবলৈ নিবিচাৰোঁ। আৰু মই দুৰ্নীতিপৰায়ণ, ঘোচখোৰ, চোৰাং-বেপাৰী, ধনলিপ্সু চৰকাৰী বিষয়া আদিৰো বহুতীয়া হ'বলৈ নিবিচাৰোঁ। মোমাইদেউৰ নিচিনা মানুহ আমাৰ সমাজত একেবাৰে নাইকিয়া হোৱা নাই। সেয়ে আমাৰ আশাৰ ভিত্তি। নহ'লে যিখন দেশে শিশুৰ আহাৰ আৰু ৰোগীৰ ঔষধো ভেজাল কৰে, সেইখন দেশৰ ভৱিষ্যৎ আছে বুলি মহা মূৰ্খৰ বাহিৰে আনে বিশ্বাস কৰিব নোৱাৰে।

বাৰু, এইবোৰ কথা থাওক। মোৰ বিয়াৰ কথা। বহুত ভাবি-চিন্তি কথাটো তোলৈকে লিখিছোঁ। মোৰ মতিভ্ৰম হোৱা বুলি নাভাবিবি, আৰু মই কিবা আদৰ্শবাদী ভাব-প্ৰৱণতা কৰিবলৈও বিচৰা নাই। বহুত ভাবি-চিন্তিহে তোলৈ লিখিছোঁ। তোৰ মতামত জনাবি। জেঠাইদেউৰ লগতে পৰামৰ্শ কৰিবি। অন্য ছোৱালীৰ কথা বাদ দিছোঁ, দৰকাৰ নাই। বেয়া গছত ভাল গুটি নলগাটোৱেই স্বাভাৱিক।

তাহানি মই হাইস্কুলত আৰু পাছত কলেজত পঢ়োঁতে আমাৰ গাঁৱৰে কাঞ্চন নামৰ ছোৱালী এজনীয়ে আমাৰ স্কুলতে পঢ়িছিল। তোৰ মনত আছেনে বাৰু? ছোৱালীজনীৰ চেহেৰা-পাতিৰ কথা? এতিয়া মোৰ ভালকৈ মনত নাই। মিঠা বৰণীয়া আছিল ছোৱালীজনী। পঢ়া-শুনাত ভাল আছিল নহয়?

কেইবা বছৰো ছোৱালীজনীক মই দেখা নাই। এতিয়া ক'ত আছে নাজানো। মেট্ৰিক পাছ কৰি কোনোবা স্কুলত কাম কৰিছে বুলি শুনিছিলোঁ। সঠিক একো ক'ব নোৱাৰোঁ।

তই এটা ক ম কৰিবিনে? কাঞ্চন এতিয়া ক'ত আছে, কি কৰিছে খবৰ লৈ জনাবিনে? আৰু বিয়া হৈ গ'ল নেকি? যদি নাই হোৱা, আৰু মই যদি বিয়া কৰাব খোজোঁ, মান্তি হ'বনে খবৰ কৰিবি।

মই চিন্তা কৰি চাইছোঁ। মোৰ দেহাৰ ভিতৰত আমাৰ গাঁৱৰ মাটি-পানীৰ গন্ধ আছে। মই বিলাতলৈ যাব পাৰোঁ, কিন্তু মই এতিয়াও গাঁৱলীয়া হৈ আছোঁ। মই কাঞ্চনৰ নিচিনা এজনী গাঁৱলীয়া ছোৱালীৰ কাৰণেহে উপযুক্ত।

তইঁতে ভুল নুবুজিবি। ধনৰ জোখেৰে মানুহৰ মূল্য নিৰ্ধাৰণ কৰাত লাগি থকা সমাজখনত মনৰ কোনো দাম নাই। কিন্তু মই ধনৰ ওচৰত বেচা যাবলৈ প্ৰস্তুত নহওঁ।

কাঞ্চন যদি মান্তি হয়, মই মোমাইদেউলৈ লিখি সোনকালে বিয়াখন পতাই পেলাম। তই অলপ গাত লাগি ব্যৱস্থাটো কৰিবি।

অ' তোৰ বিয়াৰ কি ঠিক কৰিছ? মোতকৈ আগে তোৰহে বিয়া হ'ব লাগে। তই মোতকৈ ডাঙৰ। জেঠাইদেউহঁতে কিবা দিহা কৰিছে নিশ্চয়। লিখি জনাবি দেই।

মই ভালে আছোঁ। আশাকৰোঁ তইঁতো কুশলে আছ।

— তোৰ মৰমৰ

নবীন।

পুঃ— যদি ইতিমধ্যে কাঞ্চনৰ বিয়া হৈ গৈছে, তেন্তে এই চিঠিখনৰ কথাবোৰ অদৰ্কাৰী বুলি ধৰিবি। অন্য ছোৱালীৰ কথা থিৰাং কৰিবলৈ সময় লাগিব। বিয়া হ'ল যদি কাৰ লগত হ'ল, কেতিয়া হ'ল জনাবি।

— নবীন।

নবীনৰ চিঠিখনে মোক বিমোৰত পেলাইছে। সি যে অৱশেষত কাঞ্চনৰ কথা লিখিব মই ভবা নাছিলোঁ। কাঞ্চন এজনী সাধাৰণ শিক্ষয়িত্ৰী, এটা উচ্চ বুনিয়াদী স্কুলত মাষ্টৰণী কৰে। কাঞ্চনক মই বিয়া কৰাম বুলি ভাবিছিলোঁ। মই আৰু কাঞ্চন দুয়ো সাধাৰণ শ্ৰেণীৰ দুখীয়া মানুহ। অৱশ্যে কাঞ্চন ভাল ছোৱালী আৰু কাঞ্চনক বিয়া কৰোৱাৰ কথা বহু দিনৰ পৰা মই ভাবি আছোঁ বুলি কাঞ্চনেও জানে। এতিয়া সেইজনী কাঞ্চনকে নবীনে বিয়া কৰাব খুজিছে।

মই বিমোৰত পৰিছোঁ। কিন্তু নবীনৰ নিচিনা এটা ল'ৰাক ৰাক্ষসৰ মুখৰ পৰা ৰক্ষা কৰিব লাগিলে মই অকণমান ত্যাগ কৰিবই লাগিব কিজানি। হয়তো কথাটো মোমাইদেউক জনাব লাগিব।

# যৌৱনৰ নিশ্বাস

এটা পুৰণি দিনৰ কথা।

ৰেখাৰ অলপ অলপ মাথোন মনত আছে। বহুত মানুহ আহি ৰেখাহঁতৰ ঘৰত আলহী হৈছিলহি। ৰেখা তেতিয়া বাৰ-তেৰ বছৰীয়া সৰু ছোৱালীজনী, তাইৰ বৰ ভাল লাগিছিল। চহৰতে কিবা এখন ডাঙৰ সভা হৈছিল, তালৈকে আহিছিল অসমৰ সকলো ঠাইৰে মানুহ আৰু তাৰে কেজনমান আহি ৰেখাহঁতৰ ঘৰত আছিলহি অতিথি হৈ। এজন সদায় কিতাপ পঢ়ি থকা বুঢ়া, এজন ডাঙৰ ডাঙৰ কথা কোৱা আদহীয়া, আৰু এজন গান-বাজনাত পটু ডেকা। ডেকাজনৰ মাতটো বৰ মিঠা, তেওঁ কিবা কেটামান ভাল গান গাই ৰেখাৰ মাকহঁতক শুনাইছিল, তেওঁ বহুত গান জানে।

ৰেখায়ো গান গাব পাৰে। ৰেখায়ো গান গাই তেওঁক শুনাইছিল, ৰেখাৰ গান শুনি সকলোৱে ভাল বুলিছিল, কিন্তু ডেকাজনে মাথোন একো নকৈ ৰেখাৰ মুখলৈ একেথৰে চাই আছিল, তেওঁৰ চকু দুটাৰ কথা এতিয়াও ৰেখাৰ মনত আছে, বৰ ধুনীয়া।

তাতোকৈ এটা পুৰণি দিনৰ কথা।

ল'ৰাজনৰ আকৃতি-প্ৰকৃতি ৰেখাৰ মনৰ পৰা মচ খাই গৈছে। এৱাৰ কথা মাথোন মনত আছে। এজন শকত-আৱত ল'ৰা আছিল বিভৱৰ লগৰীয়া। প্ৰায়ে বিভৱৰ লগত ৰেখাহঁতৰ ঘৰলৈ আহে। তাৰ কিন্তু অন্য কথা নাই, কেৱল খেলাৰ কথা। সি আছিল ফুটবলৰ ভাল খেলুৱৈ, দূৰ-দূৰণিত মেচ খেলি ফুৰিছিল। বিভৱেও বল খেলে, কিন্তু তাৰ সমান নাম কৰিব নোৱাৰে। ল'ৰাটোৱে সদায় এটা কেঁইবা ৰঙৰো মিহলি চোলা পিন্ধি ফুৰে, এই কথাষাৰ ৰেখাৰ মনত আছে। আৰু মনত আছে সেই ল'ৰাটোৰ শকত বাহুকেটা, এনেয়ে ধুনীয়া আৰু শকত বাহু দুটা।

এদিন তাৰ কথা মনত পৰি ৰেখাই ককায়েক বিভৱক সুধি পেলাব খুজিছিল সেই ল'ৰাটো আজিকালি ক'ত থাকে, কিন্তু কিবা এটা লাজ লাগি নুসুধিলে তথাপি। তাৰ কথা কাহিলি কাহিলি ৰেখাৰ মনত পৰে, টোপনি আহিবৰ সময়ত কাণত পৰা চেতাৰৰ কোমল সুৰৰ দৰে।

ৰেখাই তেতিয়া বেডমিন্টনৰ বাহিৰে একো খেলিব নেজানে।

তাতোকৈ পুৰণি দিনৰ কথা

আছে— কিন্তু সেইবোৰ পাহৰি-যোৱা সকামৰ দৰে অস্পষ্ট আৰু অতীত-গৰ্ভা, সিহঁতৰ অস্তিত্ব আছে, কিন্তু আকাৰ-প্ৰকাৰ নোহোৱা হৈ গৈছে। সেইবোৰ আগৰাতি আকাশত দেখা তৰাৰ নিচিনা, কোনোটো কৰ্ড আছিল বাছি উলিয়াব

নোৱাৰি। তথাপি তাৰ মাজত সোমাই কেতিয়াবা ৰেখাৰ ভাল লাগে। বিয়াঘৰত চিনি নোপোৱা মানুহৰ মাজত ঘূৰি দৌৰি ফুৰাৰ নিচিনা আনন্দ লাগে।

তাৰ পাছত—

নগৰত বহুত কিবাকিবি হয়। ৰেখাৰ দেউতাক দেশকৰ্মী, ৰাজনীতিত থকা মানুহ। বহুত মানুহ ৰেখাহঁতৰ ঘৰলৈ আহে, থাকে, আলোচনা কৰে আৰু যায়গৈ। ৰেখাই চিনাকি হয় আৰু পাহৰি যায়। ৰেখাৰ ভাল লাগে। বৈ থকা নৈ এখনৰ মাজৰ এটা বলুকাত বহি সোঁত বোৱা চাই থকা যেন লাগে ৰেখাৰ।

ৰেখায়ো স্কুললৈ যায়। বাটৰ কাষৰ মানুহবোৰে ছোৱালীৰ ধুনীয়া লানিটো ৰ' লাগি চায়। ৰেখাৰ এটা কাষত স্পষ্ট কি ওলাই যাবৰ মন যায়। ৰেখা ধুনীয়া, ৰেখাকেই সকলোৱে চায়।

স্কুললৈ যোৱা বাটৰ কাষতে ডাক্তৰ বৰুৱাৰ ঘৰ। ডাক্তৰ বৰুৱাৰ পুতেক হেমাংগ। তেৱোঁ ডাক্তৰ, কাম কৰা নাই, পাছ কৰি আহিছে। ৰেখাৰ স্কুললৈ যাবৰ সময়ত হেমাংগ বাৰাণ্ডাত বৈ থাকে। ৰেখাৰ লগত চিনাকি হৈ গৈছে— চকুৰে চকুৰে, হেমাংগই চুলিকোছা বৰ আটোমটোকাৰিকৈ ফণিয়ায়, চুলিখিনি বৰ ধুনীয়া, ঢউ উঠা। হেমাগৰ কিচকিচ কৰে ক'লা চুলিখিনিৰ কথা ৰেখাৰ বহুত পৰলৈকে মনত থাকে। ধুনীয়া বুলি।

এবাৰ এজন ডেকা আহি তিনি দিন ৰেখাহঁতৰ ঘৰত আছিলহি, তেওঁ কবিতা লিখে, সাহিত্যিক। অসমৰ সকলোতে খ্যাতি আছে, ৰেখাহঁতৰ ঘৰত থকা কেইদিন কিন্তু তেওঁ হাতেৰেই কলম নুচুলে, মাথোন বহি বহি ৰেখাৰ দেউতাকৰ লগত বহুত আলোচনা কৰিলে, আলোচনাৰ কথাবোৰ কিছুমান শুনিছিলো ৰেখাই, কিন্তু সকলো কথা বুজিব নোৱাৰিলে, কিতাপ লেখা মানুহৰ প্ৰতি ৰেখাৰ আগৰে পৰা শ্ৰদ্ধা আছিল। ৰেখাৰ আচৰিত লাগিছিল, কবিবোৰে কবিতাবোৰ কেনেকৈ মিলায়, আখৰ সমান হয়, শাৰী সমান হয়, শুনিবলৈ ভাল হয়। আকৌ তাৰ এটা ধুনীয়া অৰ্থও হয়!

তিনিদিন তেওঁ আছিল, তিনিদিনতে বহুত কথা পাতিলে, ৰেখাৰ লগতো পাতিলে, ৰেখাই ভাবিছিল কিবা কবিতাৰ কথা পাতিব, কিন্তু তেওঁ অন্য কথাহে পাতিলে, স্কুলত কি পঢ়ায়, অসমীয়া কোন বাইদেৱে পঢ়ায়, ৰেখাই অংক জানে নে নেজানে সিবাৰ পদ্মা বাইদেউক অপমান কৰাৰ কাৰণে যে ছোৱালীবোৰে স্কুল ষ্ট্ৰাইক কৰিছিল, তাৰ পাছত কি হ'ল? ইত্যাদি। ৰেখাৰ ধাৰণাই নাছিল যে এজন কবিয়ে এইবোৰ কথা সুধিব। কবিতাৰ বিষয়ে সুধিবলৈ ৰেখাই কেইবাবাৰো উচপিচালে; কিন্তু নোৱাৰিলে।

অৱশেষত কবি গ'লগৈ, যাবৰ সময়ত ৰেখাক ক'লে, "ৰেখা মোৰ বাটটো দেখিছানে, সেই বাট কেৱল মোৰে নহয়, আমাৰ সকলোৰে, তুমিও সেই বাটত

খোজ কাঢ়ি কোনোবাদিনা ভাল পাবা পাৰা। এতিয়া বাৰু তোমাৰ নিজৰ বাটেই আহি থকা, কেতিয়াবা লগ পাম।

ৰেখাই একো নুবুজিলে, মাথোন হাঁহিলে, বৰ ধুনীয়া দেখি, যাবৰ সময়ত কবিয়ে এবাৰো ঘূৰি নেচালে, কিন্তু ৰেখাই বহুতবাৰ কবিলৈ চাই আছিল, কবিৰ খোজবোৰ দীঘল-দীঘল, এই কথাষাৰ ৰেখাৰ আজিও মনত আছে।

আৰু এজন আহিছিল।

লাহী, খীণ মানুহজন, আগফালৰ কোঠাটোতে তেওঁ আছিল। তেওঁ পুৱাৰ পৰা গধূলিলৈকে মাথোন বাতৰিকাকত পঢ়ে আৰু পঢ়ে। মাজে মাজে ৰেখাৰ দেউতাকৰ লগত কথা পাতে, আজিকালি ৰেখায়ো কথাবোৰ বুজে আজি বাদে কালিলৈ ৰেখা কলেজৰ ছোৱালী হ'ব। নুবুজিব কিয়, ৰেখাৰ লগতো তেওঁ কথা পাতিছিল; ৰেখাই আশা কৰিছিল যে তেওঁ কিবা ৰাজনীতিৰ কথা পাতিব, স্বাধীনতাৰ কথা ক'ব। কিন্তু তেওঁ ক'লে যে নাৰী জাতি পৃথিৱীৰ মংগলস্বৰূপা, নাৰীয়ে পৃথিৱীক সুন্দৰ কৰিছে, আৰু ৰেখাৰ নিচিনা ধুনীয়া ছোৱালীয়ে জগতখনক আৰু বহুতবোৰ ধুনীয়া কৰিব পাৰে। ৰাজনীতিজ্ঞৰ কাৰণে নাৰী প্ৰশস্তিৰ প্ৰয়োজন কি বুজিব নোৱাৰিলেও ৰেখাৰ এওঁক ভাল লাগিল। গৰ্ববোধ কৰিলে নিজে নাৰী হোৱাৰ কাৰণে, আৰু নাৰী হৈ এজন দেশকৰ্মীৰ এনে প্ৰশংসাবাদ লাভ কৰাৰ কাৰণে। ডেকাজনে অনৰ্গল কথা কৈ যাব পাৰে, বক্তৃতাৰ সুৰত মনোগ্ৰাহীকৈ হৃদয় উজাৰি কথাবাৰ বুজাই দিব পাৰে। কথা কওতে এওঁৰ নাকটো ৰঙা পৰে, এই কথাষাৰ ৰেখাৰ স্পষ্ট মনত আছে।

যাবৰ দিনা ৰেখাৰ দেউতাক ঘৰত নাছিল। দেউতাক ঘৰত প্ৰায়ে নেথাকে, ৰাজনীতিজ্ঞই ৰেখাক মাত লগাই ক'লে, "আমাৰ জাতিৰ প্ৰাণৰস শুকাই গৈছে। জীৱন সংগ্ৰামৰ নিষ্ঠুৰ আয়োজনত আমাৰ প্ৰাণ কণ্ঠাগত হৈ আহিছে, জীৱনৰ প্ৰতিটো অনুভূতিৰ বিনিময়ত আমি জীয়াই থকাৰ অসাৰ্থক প্ৰয়োজন পূৰণ কৰি গৈছোঁ। আমাৰ জীৱনৰ মাজত নাৰীৰ এক বিস্তৃত ক্ষেত্ৰ আছে। কিন্তু নাৰী আজি আমাৰ জীৱনৰ মাজৰ পৰা বহুত দূৰত, বহুত অতীত, নাৰীক পুৰুষৰ জীৱনৰ বাহিৰত ৰাখি পুৰুষ অকলশৰা হৈ পৰিছে, দুৰ্বলো হৈছে, তুমি নাইবা ৰেখা, দেউতাৰাই যি পালে কেৱল নিজৰ কাৰণে, তেওঁ স্বাৰ্থপৰ কিন্তু স্বাৰ্থপৰতাত কল্যাণ নাই, সৰ্বজনৰ মংগল নাই।"

কথাবোৰ ক'বৰ সময়তো তেওঁৰ নাকটো ৰঙা পৰিছিল।

এখন নতুন পৃথিৱী— কলেজ।

ল'ৰাই-ছোৱালীয়ে একেলগে পঢ়ে। প্ৰত্যেকৰে ভৱিষ্যৎ জীৱনৰ কমাৰশাল। নিজক গঢ়িবৰ আৰু গঢ় দিবৰ সময়, বিস্তৃত তাৰ পৰিধি, ব্যাপক তাৰ প্ৰসাৰ চাৰিওপিনে ৰামধেনুৰে ঘেৰা।

তাৰ মাজত ৰেখাই নিজকে বিচাৰি পাবৰ চেষ্টা কৰিলে, ৰেখা— ৰেখা হিচাপে, কলেজীয়া ছাত্ৰী হিচাপে, এজনী ধুনীয়া ছোৱালী হিচাপে।

ৰূপ জগতৰ কিবা কল্যাণ সাধিব পাৰেনে নোৱাৰে তাকে লৈ আলোচনা হৈছিল ৰেখা আৰু ৰজতৰ মাজত। ৰজতৰ নিজৰো ৰূপ আছে। কিন্তু কলেজীয়া ছোৱালীৰ ৰূপৰ নিষ্ঠুৰ সমালোচনা কৰা এটা অশ্লীল ফেশ্যন আজিকালি, ৰজত তাৰ নীৰৱ সমৰ্থক নাছিল। পুৰণি মানসিকতাৰে ৰজতে সুন্দৰৰ মাজত সত্য আৰু শিব নিবিচাৰিলেও সুন্দৰৰ এটা নিজস্ব সাৰ্থকতা ৰজতে স্বীকাৰ কৰে। আজিৰ যন্ত্ৰযুগতো যথা কবিতা বলিয়া কবিয়ে যেন্ত্ৰবীৰ ভিতৰত এটা আবহ সৌন্দৰ্যৰ সন্ধান পায়, সিয়ে সুন্দৰৰেই জয় স্বীকাৰ কৰে, আৰু ছোৱালীৰ ৰূপতো জীৱন্ত, প্ৰাণৰস প্ৰচুৰ।

ৰজতৰ সমালোচনা ৰেখাই ভাল পায়। কিন্তু সৌন্দৰ্য যে মাথোন ৰূপৰহে হয়, সেই কথা ৰেখাই স্বীকাৰ কৰিবলৈ ৰাজী নহয়। সেয়ে যদি হয়, তেন্তে কেট্ কেট্ কৰে ক'লা বলীন ফুকনৰ কবিতা ৰেখাৰ ভাল লাগে কিয়? অকল কবিতাই কিয় বলীন ফুকন মানুহজনকো দেখোন ৰেখাৰ ভাল লাগে; বাহিৰৰ দৃশ্যমান ৰূপটো অতিক্ৰম কৰি বলীনৰ যি মনটো ৰেখাই বিচাৰি পায় তাত দেখে এটা উদাৰ, শুভ্ৰ, প্ৰশস্ত সৌন্দৰ্য, সেই সৌন্দৰ্যই অনুভূতিৰ সীমা পাৰ হৈ আহি কোনোবা অজানিত মুহূৰ্তত ৰেখাৰ স্থূল মনটোকো কঁপাই যায়।

আৰু ৰেখাৰে সহপাঠী চন্দ্ৰলেখা, গাভৰু হোৱাত বাহিৰে অন্য বিশেষত্ব ছোৱালীজনীৰ একো নাই। আগ দাঁত দুটা ওলোৱা, খীণ, নিশকতীয়া ছোৱালীজনী, প্ৰসাধন নাই, সাজসজ্জা নাই, ঠিক যেন এজনী গাঁৱলীয়া লেখাপঢ়া নজনা ছোৱালী, অথচ এই চন্দ্ৰলেখাই যেতিয়া বক্তৃতা দিয়ে, তাইৰ মাতটোত ক'ত যে এটা অটল দৃঢ়তা আহি পৰে, যে শক্তি আৰু নিৰ্ভীক স্থিৰতা আহি পৰে। হেজাৰ হেজাৰ মানুহ তাইৰ কথা কাণ দি শুনে। তাইৰ আগত যেন সকলো শিশু, কোনোৱে একো নুবুজে মাত্ৰ সকলো কথা জানে চন্দ্ৰলেখাই।

অথচ ছোৱালীজনীৰ কোনো দৈহিক সৌন্দৰ্যও নাই। চন্দ্ৰলেখাই আত্মপ্ৰতিষ্ঠাৰ কথা কয়, কোটি কোটি মানুহক উদ্ধাৰ কৰাৰ কথা কয়, অপমানিত মানৱতাৰ জীৱনৰ মাজলৈ ঘূৰি আহিবলৈ আহ্বান জনায়— উদাৰ নিৰ্ভীক।

এৰা, নিৰ্ভীক।

এই নিৰ্ভীকতালৈ ৰেখাৰ শ্ৰদ্ধা জাগে, ৰেখাই চন্দ্ৰলেখা ওলোৱা দাঁত দুটাৰ কথা পাহিৰ যায়। তাইৰ খীণ দেহাটোৰ কথাও পাহৰি যায়। চন্দ্ৰলেখাই মানুহক কিমান ভাল পায়, জগতৰ হেজাৰ হেজাৰ অৱহেলিত মানুহে আহি কিদৰে চন্দ্ৰলেখাৰ প্ৰাণকেন্দ্ৰ আগুৰি ধৰিছে।

তাতো সৌন্দৰ্য আছে— ৰেখাই ভাবে। ভাবে নহয়, অনুভৱ কৰে। ছোৱালী হৈয়ো ৰেখাৰ এজনী ছোৱালীক ভাল লাগি যায়। অনুভূতিৰ অস্থিৰতাত কেতিয়াবা ৰেখাৰ মন যায় যেন চন্দ্ৰলেখাক নিজৰ ভনী বলি প্ৰকাশ্য ঘোষণা কৰি দিব।

কিন্তু ৰজতক ৰেখাৰ ভাল লাগে অন্য এটা কাৰণত, ৰজত দুখীয়া ঘৰৰ ল'ৰা, কিন্তু তথাপি ৰজতে দাৰিদ্ৰ্যক সৰ্বান্তঃকৰণে ঘৃণা কৰে। দাৰিদ্ৰ্যতকৈ মানৱতাৰ আসন বহুত ওপৰত, এই কথা ৰজতে প্ৰচাৰ কৰি দাৰিদ্ৰ্যক চেলেঞ্জ দিয়ে।

ৰজত চোকা ল'ৰা, কবিতা ভাল পায়, হয়তো কেতিয়াবা দুই-এটা লিখেও, ফিলচফিও ৰজতৰ ভাল লাগে। কিন্তু ৰজত বিজ্ঞানৰ ছাত্ৰ, ৰজত দাৰ্শনিক ভাবাপন্ন হৈয়ো কিয় বিজ্ঞান ল'লে ৰেখাই সোধে, ৰজতে ক'লে দাৰ্শনিকতকৈ বৈজ্ঞানিকৰ বেছি প্ৰয়োজন বৰ্তমান, সেই কাৰণে ল'লোঁ।

"কিন্তু আপুনি জানো ছায়েন্স ভাল পাব?"

"আমাৰ বহুত দেশনেতাই দেশৰ স্বাধীনতাৰ কাৰণে যুঁজোতে জেলত সোমাই থাকে, জেলত থাকি তেওঁলোকৰ ভাল নেলাগে, কিন্তু তেওঁলোকে জানে যে জেলৰ মাজেদি যোৱাৰ বাহিৰে অন্য পথ নাই।"

"কিন্তু আপুনি জানো দেশনেতা?"

"নেতা নহ'লেও দেশৰ কাৰণে অলপ-অচৰপ সকলোৱেই কৰিব পাৰে। দেশৰ স্বাৰ্থৰ কাৰণে আমাৰ ব্যক্তিগত স্বাৰ্থ একেবাৰেই বাদ দিবলৈ কোৱা মধ্যযুগীয় কথা। নিজেও জীয়াই থাকিব লাগিব আৰু দেশৰ দহজনৰো জীয়াই থকাৰ পথত সহায় কৰিব লাগিব। ৰজতে ক'লে।

"কিন্তু আপুনি ফিলচফি নলৈ ছায়েন্স লোৱাত দেশৰ কি লাভ হ'ব?"

"ব্যক্তিগতভাৱে ফিলচফি মোৰ ভাল লাগে, কিন্তু মই জানো দেশত ফিলচফাৰতকৈ ছায়েন্সৰ বেছি প্ৰয়োজন, গতিকে মই নিজৰ ব্যক্তিগত ৰুচিক সমূহীয়া স্বাৰ্থৰ ওচৰত বিসৰ্জন দিলে, সমাজৰ কল্যাণৰ কাৰণে সেয়া মোৰ ত্যাগ, কিয়নো এজন বৈজ্ঞানিক হিচাপে মই মোৰ নিজৰ কামত নাহিলেও দেশৰ এটা অভাৱ পূৰণ কৰিব পাৰিম।"

"আপোনাৰ এই কথাবোৰ কিন্তু বিজ্ঞান নহে দৰ্শনহে হ'ল"— ৰেখাই কয় আৰু হাঁহে।

ৰেখাই সমালোচনা কৰি চায়, ইয়ো একপ্ৰকাৰ ত্যাগ, ত্যাগ নহয় আৰু কি? ইওতো বৃহত্তৰ কল্যাণৰ কামনাত জেললৈ যোৱাৰে একে কথা।

কিন্তু ৰেখাই জানে ৰজত দুখীয়া, এই কথা ৰজতে নুলুকায়। ৰজতে বৰং কয় ঃ "মাতৃ গৰ্ভত থাকোঁতে শিশুৰে নিজৰ গঢ়-গতি ঠিক কৰি ল'ব নোৱাৰে তাৰ কাৰণে গৰ্ভধাৰিণীৰ দায়িত্ব আছে। আমাৰো সমাজ-ব্যৱস্থা আৰু অৰ্থনৈতিক ব্যৱস্থাই আমাৰ জীৱনৰ এটা বিশেষ গঢ় দিছে, কাৰণ তাৰ মাজতে আমাৰ জন্ম।

গতিকে দাৰিদ্ৰ্যক ব্যক্তি-বিশেষৰ দুৰ্কপাল বা দুৰ্বলতা বোলাৰ কোনো অৰ্থ নাই, সি আমাৰ বিৰাট সমাজ-ব্যৱস্থাৰ ফল। গতিকে দাৰিদ্ৰ্যক লুকাই ৰখা মানে আমাৰ পংগু সমাজ-ব্যৱস্থাক আৰু স্থায়ী হোৱাত সহায় কৰা, তাক প্ৰকাশ কৰি দিব লাগিব, নিষ্ঠুৰভাৱে দাৰিদ্ৰ্যৰ প্ৰতিটো ৰক্তকণা উলিয়াই দেখুৱাব লাগিব, সেই ৰক্তত থকা বিষাক্ত বীজাণুবোৰ জগতৰ চকুত দাঙি ধৰিব লাগিব। দাৰিদ্ৰ্যৰ কাৰণে লাজ পোৱাতকৈ মানসিক দাৰিদ্ৰ্য আৰু একো নাই —"

ৰেখাই হয়তো ৰজতৰ সকলো কথা হৃদয়ংগম কৰিব নোৱাৰে। ৰেখাৰ কিন্তু ভাল লাগে, দৰিদ্ৰ হৈয়ো দাৰিদ্ৰ্যক এইদৰে গ্ৰহণ কৰিব পৰা ৰজতৰ শক্তিটোৰ কাৰণে।

বিভিন্ন ধৰণৰ কলেজৰ ল'ৰা-ছোৱালীবোৰ। প্ৰত্যেকেই নিজস্ব একোটা বিশেষত্ব আছে বুলি ভাৱে, কিন্তু বিশেষ বিশেষত্ব কাৰোৱেই নাই। সকলো নিৰ্বিশেষ, সাধাৰণ, অলপ আঁতৰত বৈ চালেই একাকাৰ হৈ পৰে। ঠিক যেন দূৰৰ পৰা দেখা এখন হাবিৰ নিচিনা বহুত গছ-লতাৰ সমষ্টিভূত ৰূপ কিন্তু বিশেষত্বহীন, শাল, শিঙৰা, নাহৰ নহয়, গছ।

তাৰ মাজত ৰজত, তাৰ মাজত চন্দ্ৰলেখা, তাৰ মাজত ডেকা প্ৰফেছাৰ দুৱৰা, তাৰ মাজত পঞ্চানন। বিশেষ নহয়, মাত্ৰ ৰেখাৰ পৰিমাপত অলপ আনৰ লগত নিমিলা। পৃথিৱীৰ বহুত মানুহৰ মাজত বাপেকৰ ভায়েকজন দদায়েক হোৱাৰ দৰেই কলেজৰো এই দুই-চাৰিজন ৰেখাৰ কাৰণে অলপ অন্য ধৰণৰ। কিন্তু তাৰ কোনো কাৰণ নাই। সি ৰেখাৰ এটা নিজস্ব বাছনি, কিবা অনুকূল প্ৰত্যয় কাৰণে। পঞ্চানন আৰ্টিষ্ট। ধুনীয়া ছবি আঁকে। প্ৰদৰ্শনীতো বঁটা পায়। ছোৱালীৰ লগত কথা পাতে, আনকি হাঁহেও, কেতিয়াবা বহি বহি ক্লাছৰ ছোৱালীৰো ছবি আঁকে। ল'ৰাজন অতিকৈ বিলাসী। ভাৰতীয় কথাছবিৰ কোনোবা আৰ্টিষ্ট নায়কৰ বেশভূষা নিখুঁত অনুকৰণ কৰি পিন্ধে। ৰেখাই পঞ্চাননকো চিনি পায়। পঞ্চাননৰ মুদ্ৰাদোষ আছে। লাজ। কিন্তু ৰেখাই ধৰি লয় যে লাজুকীয়া হোৱাটো আৰ্টিষ্টৰ স্বভাৱ-ধৰ্ম।

ৰেখাৰ কেইবাদিনো এটা অনুৰোধ কৰিবৰ মন গৈছিল পঞ্চাননক— ৰেখাৰ এখন ছবি আঁকি দিবৰ কাৰণে। যিদিনাই আৰ্চীৰ আগত বৈ পাউডাৰ সানি উঠি ৰেখাই নিজৰ মুখখন চাই ধুনীয়া দেখে, চকুকেইটা তেজাল দেখে, সেইদিনাৰ ৰেখাৰ মন যায় যেন এখন ছবি অঁকাই থ'ব, হয়তো বায়ৰণৰ কবিতাৰ প্ৰভাৱো হ'ব পাৰে। কিন্তু লাজকুৰীয়া পঞ্চাননৰ আগত ৰেখাও অকাৰণতে লাজকুৰীয়া হৈ পৰে, এই অনুৰোধটো আৰু কৰা হৈ নুঠে।

কিন্তু পঞ্চাননে আঁকা অতি নিৰাভৰণ ছবিবোৰো ৰেখাই বিনা সংকোচে লয়, আনকি প্ৰশংসাও কৰে। গাভৰুৰ প্ৰকট বুকুৰ ৰক্তস্ফীতিৰ জীৱন্ত ৰূপ চায়ো

ৰেখাই অপ্ৰতিভ বোধ নকৰে। মাত্ৰ লাজ লাগে পঞ্চাননক নিজৰ ব্যক্তিগত অনুৰোধটো কৰিবলৈ।

কলেজীয়া দিনবোৰ পাৰ হৈ যায়। ৰেখাৰ গা চুই, ৰেখাৰ জীৱনৰ বিকাশটোৰ ৰংগীন কৰি নানা বৰণৰ দিনবোৰ পাৰ হৈ যায়। দূৰত ভাগি যোৱা সাগৰৰ ঢউৰ দৰে দিনবোৰ দূৰত অদৃশ্য হৈ যায়। এই দিনবোৰৰ লগে লগে পাৰ হৈ যায়, জাতীয়তাৰ আন্দোলন, বানপানীৰ সাহায্য সপ্তাহ, কোনোবা কলেজীয়া ল'ৰাৰ অপমৃত্যুত শোকসভা, প্ৰফেছাৰৰ বদলি, বুঢ়া প্ৰফেছাৰৰ ৰিটায়াৰমেণ্ট, পৰীক্ষা আৰু ৰ'দ-বৰষুণ। চামে চামে ছাত্ৰৰ দল কলেজৰ শেষ ঢাপ পাৰ হৈ বিচ্ছিন্ন হৈ পৰে। এটা আনন্দমত্ত সমূহ জীৱনৰ পথ আঁতৰি গৈ সংকীৰ্ণ ব্যক্তি-জীৱনৰ বিধাতা হোৱাৰ প্ৰয়াসত আত্মনিয়োগৰ চেষ্টা কৰে। নতুন ছাত্ৰ আহে। ইটোৰ পিছত সিটোকৈ অহা পৰীক্ষাৰ উত্তাপত সিহঁত শুকাই নিৰস হৈ পৰে।

ৰেখায়ো নিজক অনিক্ৰমি অতিক্ৰমি আগবাঢ়ি যায়। নতুনকৈ কিনা কিতাপবোৰ পুৰণি হৈ যায়। লগে লগে সোঁৱৰণীবোৰো। ইয়াৰ মাজতে ৰেখাই কেইবাজনো ডেকাৰো প্ৰেম নিবেদন পালে, প্ৰেমৰ চিঠি পালে, আন্তৰিকতা পালে, উচ্ছ্বাস পালে, সৌহাৰ্দ্য আৰু শুভ ইচ্ছা পালে। ডেকাবোৰৰ মনবোৰ ফাগুন দিনৰ দৰে ৰংসনা, আকাশৰ দৰে বিচিত্ৰ। জীৱন মানে সিহঁতৰ কাৰণে প্ৰেমৰ এটা অফুৰন্ত নিশ্বাস। ৰেখাৰ ভাল লাগিল। কাকো বেয়া পাব নোৱাৰিলে ৰেখাই। সিহঁতৰ প্ৰাণৰ প্ৰসাৰ আছে, জীৱনক সুখী কৰাৰ, প্ৰেমময় কৰাৰ এটা উদগ্ৰ কামনা আছে, সেয়েহে এই নিঃসংকোচ প্ৰেম নিবেদন। আমাৰ সমাজে ডেকা-গাভৰুৰ মুক্ত ভাব বিনিময় সমৰ্থন নকৰে, সেয়েহে চকুৰে দেখা এজনী ছোৱালীকো কল্পনাৰ আতিশয্য দি এটা আদেহী অপাৰ্থিৱ প্ৰেম-সৰ্বস্ব কিবা এটাত পৰিণত কৰি আত্মপ্ৰসাদ লাভ কৰে।

ৰেখাৰ সিহঁতলৈ মৰম লাগে, সঁচাকৈয়ে মৰম লাগে। ৰেখাৰ নিজৰ ওপৰত অসীম বিশ্বাস আছে, সেয়ে সিহঁতলৈ মৰম লগাত অকলে আচৰিত নহয় বা ভয়ো নেখায়। ছোৱালীবোৰক প্ৰেমৰ পাত্ৰী হিচাপে নলৈ ভনীটি বোলাৰ দুৰ্বলতা এই ল'ৰাকেইজনৰ নথকা দেখি ৰেখাই ভাল পালে। প্ৰণয়িনীক ভনী বোলাৰ কৃত্ৰিম আত্মপ্ৰবঞ্চনা নথকাটো সঁচাকৈয়ে ডেকাহঁতৰ প্ৰশংসনীয় মনোবৃত্তি। কিন্তু ৰেখাৰ অলপ বেয়া লাগিল যে বজতে কোনো প্ৰেমৰ চিঠি ৰেখালৈ নেলেখে, পঞ্চাননেও কোনো চিঠি নিদিয়ে অথচ সিহঁতৰ লগতে ৰেখাৰ ঘনিষ্ঠতা বেছি। তথাপি চিঠি নিদিয়া সত্ত্বেও ৰেখাৰ সিহঁতক ভাল লাগে।

জ্যোতি বৰুৱা ছাত্ৰ কৰ্মী হিচাপে সদৌ অসমতে জনাজাত, দেখিবলৈও ভাল ল'ৰাজন। কিন্তু কলেজত নাম থকাৰ বাহিৰে বৰুৱাৰ কলেজৰ লগত অন্য

কোনো সম্পৰ্ক নাই। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ কেৱল ঘূৰি ফুৰোঁতেই যায়। কেৱল আন্দোলন, আন্দোলন আৰু আন্দোলন। ছাত্ৰশক্তিৰ ওপৰত বৰুৱাৰ গভীৰ আস্থা, বৰুৱাই ভাবে যে ছাত্ৰইহে দেশৰ প্ৰকৃত নেতৃত্ব কৰিব পাৰে।

এই খদ্দৰ পিন্ধা বৰুৱাৰ লগত ৰেখাৰ চিনাকি হ'ল। কৰ্মব্যস্ততাৰ মাজত কিদৰে জীৱনৰ পৰিধি বিস্তৃত হৈ যায়, দেখি ৰেখাই আনন্দ পালে, ৰেখাৰ দেউতাককো বৰুৱাই চিনি পায় গতিকে সম্পৰ্ক ঘনিষ্ঠ হোৱাত ৰেখা আৰু বৰুৱাৰ মাজত বিশেষ ব্যৱধান একো নাছিল। এদিন এখন গাঁৱৰ ছাত্ৰ সভাত বক্তৃতা দিবৰ নিমন্ত্ৰণ আছিল বৰুৱাৰ, এইটো লক্ষ্য কৰিবলগীয়া এটা পৰিবৰ্তন। আগে ছাত্ৰসভাত সভাপতিত্ব কৰিছিল বয়োবৃদ্ধ দেশনেতাসকলে, আজিকালি ছাত্ৰসকলে নিজেই সভা পাতে, সভাপতিত্ব কৰে, বক্তৃতা দিয়ে, প্ৰস্তাৱ লয় আৰু প্ৰস্তাৱ কাৰ্যকৰী কৰাৰ কাৰণে আন্দোলন কৰে। বৰুৱাৰ অৱদান এই ক্ষেত্ৰত যথেষ্ট।

বৰুৱাই ৰেখাক লগত ল'লে, ৰেখাও ওলাল, এদিনৰ কাৰণে কিতাপ বাদ দিয়াত কোনো হানি নাই। ৰেখা আগেও এনেদৰে যায়।

ৰেলেৰে যাব লাগে তিনি ঘণ্টা, তাৰ পাছত খোজ কাঢ়িব লাগে পাঁচ মাইল। দুজন ছাত্ৰই আগবঢ়াই নিবৰ কাৰণে ষ্টেচনলৈ আহিছিল। ৰেখাহঁত খোজকাঢ়ি কাঢ়ি গৈ সভাথলী পালেগৈ। বাহিৰা আড়ম্বৰ বিশেষ নাছিল। গৈয়ে সভাৰ কাম আৰম্ভ হ'ল। আজি ৰেখায়ো এটা সৰু বক্তৃতা দিলে। ৰেখাই ক'লে, 'এইটো দেশ বা সমাজৰ কামত নিজক বিলাই দিয়াৰ সময় নহয়, নিজক আহৰণ কৰি লোৱাৰ সময়। প্ৰত্যেকৰ জীৱনলৈকে নতুন যুগৰ জোৱাৰ আনে যৌৱনে, এই অভ্যাগত যৌৱনৰ জোৱাৰ জাতিৰ জীৱন জোৱাৰ কৰি তুলিব লাগিব। জোৱাৰৰ সোঁতত নিজে উটি নগৈ, জোৱাৰক নিজে ধৰি গতি লগাই দিব লাগিব। তাতেই নতুন যুগৰ সৃষ্টি হ'ব, আৰু তাতেই আমাৰ বিপ্লৱ সৃষ্টিকামী হ'ব।"

ৰেখাৰ বক্তৃতা শুনি জ্যোতিয়ে আনন্দ পালে।

ৰাতিৰ ৰেলত ৰেখা আৰু বৰুৱা ঘূৰি আহিল, এইবাৰ ষ্টেচনত আগবঢ়াবলৈ কোনো নাছিল।

তৃতীয় শ্ৰেণীৰ এখন বেঞ্চত দুয়ো ওচৰাউচৰিকৈ বহিল, কোঠাটোত মানুহ নায়েই। দুই-এটা আছিল, শুই আছিছে। বাহিৰত শেষ আহিনৰ জাৰ নমোৱা এজাক বতাহ আৰু পাতল কুঁৱলী।

উত্তাপ আছিল ৰেখাৰ গাত।

বৰুৱাই ক'লে, "আপোনাৰ লগত এনেকৈ বহি আহি মোৰ ভাল লাগিছে।"

ৰেখাই সৰুকৈ হাঁহি বৰুৱাৰ মুখলৈ চাই ক'লে, "মোৰ যে ভাল লগা নাই, আপুনি কেনেকৈ জানিলে?"

বৰুৱা নীৰৱ হ'ল।

বন্দনাই অলপ পৰৰ পাছত ক'লে, "আপোনাৰ হাতখন মোক দিয়কচোন, অলপ ধৰি থাকোঁ।"

ৰেখাই হাতখন বন্দনাৰ হাতৰ মাজত সুমাই দিলে, বন্দনাই এটা আগ্ৰহেৰে ৰেখাৰ হাতখন হাতৰ মাজত থ'লে।

অলপ পৰৰ পাছত ৰেখাই হাতখন লাহেকৈ এৰুৱাই আনিলে।

বন্দনাই ক'লে, "চাওক, মোৰ দৰে ব্যস্ত জীৱনত আজীৱন প্ৰেমত পৰি থকাৰ বিলাসিতা কৰিবলৈ সময়ৰ অভাৱ, এই অকণমান যে আপোনাৰ লগত আহিছোঁ, তাতে মোৰ আপোনাক ভাল পোৱা যেন লাগিছে।"

"ময়ো আপোনাক ভাল পাইছোঁ।" ৰেখাই ক'লে।

তাৰ পাছত দুয়ো ডাঙৰকৈ হাঁহি উঠিল। হয়তো কথাখিনি আবহ কালৰ প্ৰেমিক-প্ৰেমিকাৰ নিচিনা হোৱাৰ কাৰণে। হয়তো এই প্ৰাচীন অনুভূতিত আন্তৰিকতাই ঠাই পাবৰ উপক্ৰম হোৱা দেখি।

ৰেখাই ক'লে, "বুজিছে বন্দনা, মই ভাবো প্ৰেম, মানে ডেকা-গাভৰুৰ ভালপোৱা— কাগজৰ ফুলৰ দৰে অজৰ-অমৰ নহৈ, প্ৰকৃতিৰ ফুলৰ দৰেই ক্ষণস্থায়ী হোৱা প্ৰয়োজন, ঠিক ৰাতি ফুলি ৰাতিয়ে সৰি পৰা এপাহ শেৱালি ফুলৰ নিচিনা।"

"কিন্তু সেই যে 'তোমাৰেই যেন বাসিয়াছি ভাল শতৰূপে শতবাৰ জনমে জনমে যুগে যুগে আনিবাৰ?'" বন্দনাই হাঁহি সুধিলে।

"সেই প্ৰেম কোনোবা কোনোবা আজীৱন শয্যাশায়ী পেৰেলাইছিছ ৰোগীৰ বাহিৰে অন্যৰ জীৱনত সম্ভৱ নহয়। তাজমহলটো আজিও পুৰণি হোৱা নাই কিয় জানে? চামে চামে পৃথিৱীৰ মানুহবোৰ মৰি আছে কাৰণে। একেখিনি মানুহেই পৃথিৱীত চিৰদিন জীয়াই থকা হ'লে, তাজমহল দেখি দেখি আমনি লাগি তাজমহল সজাৰ কাৰণে সিহঁতে চাহজাহানক অভিশাপ দিলেহেঁতেন।"

কোনোবা এটা ষ্টেচনত ৰেল ৰ'লত দুজন নতুন মানুহ গাড়ীত উঠিল। আকৌ ৰেল চলিল।

মানুহ দুজনে এবাৰ ৰেখাহঁতৰ ফালে চাই নিজ নিজ ঠাইত মুখ ঘূৰাই বহিল।

জ্যোতিয়ে ক'লে, "পৃথিৱী যি গতিত আগবাঢ়িছে, সেই গতিতকৈ, অলপ বাঢ়িব নোৱাৰিলেও, গতিৰ লগে লগে যাবলৈ হ'লেও আমি বহুত বেগাই যাব লাগিব। পৃথিৱীৰ সকলো তিৰোতাই সম্পূৰ্ণ আত্মউপলব্ধি কৰি উঠাৰ পাছত, পুৰুষে বহুত কালৰ পৰা কৰি অহাৰ দৰে তিৰোতায়ো নিজৰ নাৰীত্বৰ দাবীক ক্ষণসুখৰ আহৰণত লগাই বাকী সময় অন্য কামত লাগিব। আটাইতকৈ সুখৰ কথা হ'ব সেইদিনা— যিদিনা নাৰীৰ প্ৰাচীন মাতৃত্বৰ হাবিয়াসটোক বৈজ্ঞানিক আৱিষ্কাৰে এটা আত্মপ্ৰৱঞ্চনা বুলি ঘোষণা কৰি দিব। যিদিনা সন্তান উৎপাদনৰ কাৰণে বা

সৃষ্টি ৰক্ষা কৰিবৰ কাৰণে নিজৰ জীৱনটো বিপন্ন কৰিও নাৰীয়ে সন্তান জন্ম দিয়াৰ পৰা অব্যাহতি পাব।"

"কিন্তু সন্তান উৎপাদনটো কোনে কৰিব?" ৰেখাই সুধিলে।

"কোনোবা বৈজ্ঞানিক গৱেষণাগাৰে? জন্ম-নিয়ন্ত্ৰণ, জন্ম-নিষেধ যি বিজ্ঞানে কৰিব পাৰে, সেই বিজ্ঞানে জন্ম দান এদিন কৰিব পাৰিব, এই কথা ভাবিবলৈ আজিৰ মানুহৰ অস্বাভাৱিক লগা অন্যায়। শতকৰা এশজন প্ৰেমিক-প্ৰেমিকাই তেওঁলোকৰ দুয়োবো প্ৰেমৰ মাজত সন্তান নামৰ তৃতীয় ব্যক্তিৰ প্ৰবেশ বা অস্তিত্বক কেতিয়াও বাঞ্ছা নকৰে। মানুহ সৃষ্টিৰ কামটো fundamentally biological কৰি ৰাখিলেও তাৰ সৃষ্টি chemical process এৰে কৰিব পাৰিলেই আমাৰ সকলো সমস্যাৰ সমাধান হ'ব। যেনেকৈ মানুহৰ গাৰ ৰোগৰ সামগ্ৰীৰে ৰোগ নিৰাময়ৰ ব্যৱস্থায় তিমানত চলিছে।"

ৰেখাই হাঁহি ক'লে, "কিন্তু তাৰ মানে মানুহ হ'বলৈ এৰি এটা বৈজ্ঞানিক product হোৱা। ইতো মানুহৰ সৃষ্টি-শক্তিক নিজেই ধ্বংস কৰা হ'ব।"

"দিন আছে, আপুনি ভয় খাব নেলাগে। কিন্তু মানুহৰ ইতিহাসনো তাৰ বাহিৰে আৰু কি? নিজক ধ্বংস কৰি কৰি আহি থকাৰ নামেই মানুহৰ ইতিহাস, নিজক নিজে অতিক্ৰম কৰি গৈ থকাৰ নামেই মানুহৰ প্ৰাণীশ্ৰেষ্ঠ হোৱাৰ চনদ।"

ৰেল আহি ষ্টেচনত ৰ'ল, দুয়ো নামি আহিল, নামিবৰ সময়ত দুৱাৰত ৰেখা আৰু জ্যোতি দুয়োৰো মুখকেখন বৰ ওচৰ চাপিল, ৰেখাৰ নিঃশ্বাসটো বৰুৱাৰ বেছ ভাল লাগিল।

আৰু এটা দিনৰ কথা।

কিছু দিন পাছৰ এটা দিন।

মাধৱীৰ বিয়াৰ পৰা ৰেখা ঘূৰি আহিছিল ঘৰলৈ, বেছ ধুমধামেৰে মাধৱীৰ বিয়াখন হৈ গ'ল। মাধৱী ৰেখাতকৈ বহুত সৰু। বিয়াৰ আনন্দত সঁচাকৈয়ে মাধৱীৰ মুখখন ৰঙা পৰিছিল। ৰেখায়ো বৰ ধুমধুপচালিৰে বিয়াখন চালে, খালে আৰু খুৱালে-বুৱালে।

বিয়াৰ পৰা আহি ঘৰ পাই দেখে ব্ৰজেন হাজৰিকা ৰেখাহঁতৰ ঘৰত আহি আছেহি। ব্ৰজেনে ছিভিল ছাৰ্ভিছ চাকৰি কৰে। ৰেখাৰ দেউতাক ঘৰত নাই, বোম্বাইলৈ গৈছে কিবা ৰাজনৈতিক সভাত যোগ দিবলৈ। হাজৰিকাক ৰেখাৰ মাকেই খুওৱা-মেলা কৰিছে।

ৰেখাক পাই হাজৰিকাই আনন্দ পালে। কিয় আহিছে ৰেখাই নুসুধিলে, কেইদিন থাকিব সেই কথাও নুসুধিলে, ঘৰ আৰু হোটেলৰ পাৰ্থক্য সেইখিনিতে। ৰেখাই ভাবে।

হাজৰিকাই ছিভিল ছাৰ্ভিছত চাকৰি পোৱাটোৰ এটা বায়লজিকেল কাৰণ আছে। একাডেমিক মেৰিট বা বিশেষ গুণ হাজৰিকাৰ নাছিল, এটা বিশেষ বংশত জন্ম হোৱাৰ কাৰণে হাজৰিকাই এই কামটো পালে, এই 'বিশেষ বংশৰ' কাৰণেই 'বিশেষ বিবেচনা' লাভ কৰি হাজৰিকা আজি ডাঙৰ মানুহ, সেই কাৰণেই হয়তো হৰিণাপহু এথিষ্ট (নিৰীশ্বৰবাদী) আৰু গাধ ফেটেলিষ্ট (অদৃষ্টবাদী)। গাধ জন্ম নোলোৱা হ'লে, গাধই কেতিয়াও আজীৱন বোজা কঢ়িয়াই নমৰিলহেঁতেন।

ৰেখাই হাজৰিকাৰ লগত বহুত কথা পাতিলে, নানা কথা। এদিন ৰেখাই হাজৰিকাক ক'লে, "মোৰ লগৰ ছোৱালী সকলোবোৰৰে বিয়া হ'ল। আনকি মাধৱীৰো, মাধৱী মোতকৈ ভালেমান সৰু, লোকৰ বিয়া হোৱা দেখি দেখি মোৰো বিয়া হ'বৰ মন গৈছে।"

ৰেখাৰ কথাষাৰ শুনি হাজৰিকাই তীব্ৰভাৱে ৰেখাৰ মুখলৈ চকু তুলি চালে। অকণো নকঁপা মাতেৰে ইমান নিঃশব্দেৰে ৰেখাই কথাষাৰ কৈছে।

হাজৰিকাই নিজক সচেতন কৰিবলৈ ক'লে, "আপুনিয়ে কৈছেনে?"

"ইয়াততো আৰু তৃতীয় কোনো নাই। আপুনি নিজৰ কাণৰ ওপৰত এনেকৈ বিশ্বাস হেৰুৱালে, এদিন নিজৰ ওপৰতে বিশ্বাস হেৰুৱাই পেলাব।"

"কিন্তু আপুনি এই কথাষাৰ মোৰ আগত ক'ব পাৰিলে কেনেকৈ?"

"আপোনাৰ আগতে এই কথাষাৰ ভাবিব পৰাত যদি দোষ নাই, কৈ দিয়াতে দোষ হ'লনে? হয়তো মই স্পষ্ট হোৱাত আপুনি অশ্লীলতাৰ গোন্ধ পাইছে, কিন্তু ... বাৰু থাওক। পিছে আপুনি জানো মোক বিয়া কৰাব?"

হাজৰিকা আচৰিত হৈ গ'ল। কি নিলাজ, অথচ কি নিৰ্ভীক এই ৰেখাজনী। বি. এ. পাছ কৰিলেই কি এনে হ'ব লাগে?

"দ্যেৎ" হাজৰিকাই ক'লে আৰু হাঁহিবৰ এটা দুৰ্বল চেষ্টা কৰিলে।

"চাওক, আপুনি হয়তো ক'ৰবাৰ ছোৱালী এজনীক মনে-প্ৰাণে ভাল পাই বিয়া কৰাম বুলি পাণ্ডি থৈছে। সেই বাবে মই আপোনাক দোষ নিদিওঁ। আমাৰ মধ্যবিত্তৰ জীৱনত, আমাৰ সমাজ-ব্যৱস্থাত সেইটো নোহোৱা হ'লেহে আচৰিত হ'ব লগা হ'লহেঁতেন। বিয়া কৰাবৰ মানসেৰে ভাল পাই দৰদাম কৰি থকা মধ্যযুগীয় ব্যৱস্থা। আপুনি আমি যদি তাৰ পৰা মুক্ত হ'ব নোৱাৰোঁ, তেন্তে আমাৰ বৰ্তমানক অস্বীকাৰ কৰা হ'ব।"

"কিন্তু আপুনি জানো সঁচাকৈয়ে কেতিয়াবা বিয়া কৰাব?"

"কেতিয়াবা কিয়, সুবিধা হ'লে কালিলৈকে বিয়া হ'বলৈ সাজু। বিয়া নকৰাই থাকিম কেনেকৈ?"

"কি কৈছে আপুনি?" বৰ কঠোৰ মাতেৰে হাজৰিকাই ক'লে।

"মই কৈছোঁ যে বিয়া নকৰাই মই থাকিম কেনেকৈ? আমাৰ সমাজত তিৰোতাৰ জীৱন নিৰ্বাহৰ তিনিটা পথ আছে— বিয়া হোৱা, বিয়া নোহোৱাকৈ দেহাৰ ভোক পলুওৱা, আৰু একেবাৰেই বিয়া নকৰাকৈ থকা। আটাইকেউটাই কৃত্রিম ব্যৱস্থা। এটা প্রকৃতিবিৰুদ্ধ, এটা তথাকথিত ঘৃণ্য, আৰু এটা অনাৱশ্যকীয় দাসত্ব। কিন্তু এই তিনিটাৰ ভিতৰত শেষৰটোৱেই অৰ্থাৎ বিয়াটোৱেই অলপ আধুনিক। সম্পূর্ণ আন্তৰিকতাৰে নহ'লেও সাময়িক প্রয়োজনত বিয়াকেই কৰোৱা বৰ্তমানত সুবিধাজনক।"

"মোক এগিলাচ পানী খুৱাওক, অথনিৰ পৰা পিয়াহ লাগি আছে।" হাজৰিকাই ক'লে।

ৰেখাই হাজৰিকাক এগিলাচ পানী আনি দিলে। পানী এগিলাচ খাই উঠি হাজৰিকাই এবাৰ ৰেখাৰ মুখলৈ চালে। ৰেখাই কথাবোৰ বৰ ধীৰে-স্থিৰেই কৈছে, ক'তো ধেমালি কৰাৰ ইংগিত নাই।

এনেতে ৰেখাৰ মাক সোমাই আহিল। মাকৰ মুখলৈ চাই ৰেখাই ক'লে, "মা, এখেতকে মোক বিয়া কৰাবলৈ কৈছোঁ, বেয়া হ'বনে?"

"জানো আই, কি বলিয়া বকিছ —" বুলি মাক গুচি গ'ল। হাজৰিকাই লাজত তলমূৰ কৰিলে, ৰেখাৰ লগত থকা অসম্ভৱ।

ৰেখাই ক'লে, "কি হ'ল, আপুনি তললৈ মূৰকৈ ভাবিছে, এবাৰ মোৰ মুখলৈ চাই চাই ভাবকচোন।"

হাজৰিকাই মূৰ তুলি ক'লে, "মোৰ ভাবি আচৰিত লাগিছে আপুনি এই কথাবোৰ মোক কেনেকৈ ক'ব পাৰিছে?"

"হয়তো এইবোৰ মোৰ মুখৰ কথা নহয়, আমি যি যুগত বাস কৰিছোঁ, সেই যুগৰ কথা। আপুনি আকৌ ভাবি নেপেলাব যে মই উপযাচিকা হিচাপে আপোনাৰ ওচৰত মোৰ বিয়াৰ কথা কৈছোঁ। আপুনি ক'বলৈ সাহ নকৰাৰ কাৰণেহি মোৰ ক'ব লগাত পৰিছে। প্রস্তাৱটো আপোনাৰহে।"

পিছদিনা— হাজৰিকা ৰেখাহঁতৰ ঘৰ এৰি গুচি গ'ল। যাবৰ সময়ত ক'লে, "মই চিঠি লিখি সকলো জনাম।"

ৰেখাই ক'লে, "আৰুনো কি জনাবলৈ বাকী থাকিল। মই কিন্তু আপোনাৰ চিঠি পাবৰ কাৰণে বাট চাই থাকিব নোৱাৰিম, মোৰ বিয়া কৰোৱাৰ বাহিৰেও আৰু বহুত কাম আছে, এইকেইদিন কাম নথকাৰ কাৰণেহে বিয়াখনকে কৰাই পেলাব খুজিছিলোঁ, বাৰু যাওক।"

হাজৰিকাই একো নুবুজিলে।

ৰেখাই নাৰী প্রগতি আৰু সংগঠনৰ আন্দোলন কৰি ফুৰে, চহৰে-গাঁৱে গৈ, তিৰোতাসকলক লৈ সভা পাতে, বক্তৃতা দিয়ে আৰু এটা প্রচ্ছন্ন গতিৰ অসহিষ্ণু

চঞ্চলতাৰ মাজেদি নিজক লৈ ফুৰায়। ৰেখাই সদায় অনুভৱ কৰে যে ৰেখাৰ বহুত কাম কৰিব লগা আছে। যেন দেশখনৰ কাৰণে কৰিব লগা থকা সকলো কাম ৰেখাই নকৰিলেই নহয়। অথচ ইয়াৰ কোনো কাৰণ ৰেখাই বুজি নেপায়। অকল ৰেখায়েই যে দেশৰ কাম কৰিব, অন্য মানুহবোৰে নকৰিব কিয়?

এদিন ৰেখাই শুনিলে যে দেউতাকে ৰেখাৰ বিয়াৰ বন্দবস্ত কৰিছে। দৰাজন কোনোবা এটা ডাঙৰ বেংকৰ এজেণ্ট। কথাষাৰ শুনি ৰেখাৰ এটা অকাৰণ ভয় লাগিল। বিয়া হোৱাটো যেন এটা ভয়াবহ কথা। বিয়া যেন প্ৰথমবাৰৰ কাৰণে এখন সভাৰ সভানেত্ৰী হোৱাৰ নিচিনা এটা দুৰূহ কাম। বিৰাট তাৰ দায়িত্ব, বিপুল তাৰ গাম্ভীৰ্য, আৰু সুদূৰপ্ৰসাৰী তাৰ তাৎপৰ্য।

ভয়ৰ লগে লগে লাজ। ছিঃ কেনে লাজৰ কথা বিয়া হোৱাটো, বৰ লাজ লাগে, ছিঃ।

কথাষাৰ শুনি ৰেখাই সমৰ্থন বা প্ৰতিবাদ একো কৰিব নোৱাৰিলে। ৰেখাৰ জীৱনত বিয়াৰ জানো কিবা প্ৰয়োজন আছে? মানৱ-সমাজৰ চিৰন্তন গতিচক্ৰৰ পৰা এখোজো নিজক স্বাধীনভাৱে আঁতৰাই ৰাখিব নোৱাৰিলে ৰেখাৰ আজিৰ যুগৰ ছোৱালী হোৱাৰ সাৰ্থকতা ক'ত?

কিন্তু ৰেখাই বিয়া নকৰাবৰেই কি কাৰণ আছে? বিয়া যদি নহয়, তেন্তে ৰেখাৰ দীঘলীয়া অকলশৰীয়া জীৱনটো কিহেৰে কটাব?

ধৰি লোৱা আন্ধাৰ ৰাতি, বাহিৰত মেঘ-বৰষুণ, ধুমুহা, ৰেখাৰ অকলশৰীয়া প্ৰাণটো এটা অকাৰণ হতাশাত আকুল হৈ উঠিল, তেতিয়া কোনে ৰেখাক অভয় দিব? সেই ল'ৰালিৰ গান গোৱা ল'ৰাটো? কিন্তু সিবা আজি ক'ত আছে? সিবা আজি আছেনে নাই। হয়তো সি নাই, তাৰ কণ্ঠৰ গানবোৰো নাই। তেন্তে সেই ধুমুহাৰ ৰাতি ৰেখাৰ কাষত কোন থাকিব?

সোণ-হেঙুলি সন্ধিয়া। পৃথিৱীখন নতুনকৈ বিয়া হোৱা গাভৰুৰ মনটোৰ দৰে হেঙুলীয়া। বৰষুণে ধোৱা গছ-পাতত আকাশৰ বুকু ৰঙীণ কৰা সোণৰ বিস্তৃত আভা। তেতিয়া হঠাৎ অকলশৰীয়া ৰেখাৰ মনটো উদাস উকঙা লাগিল। দূৰণিলৈ উৰি যোৱা বগলীজাকৰ লগতে ৰেখাৰ মনটো উৰি যাব খুজিলে। তেতিয়া কোনে ৰেখাক সান্ত্বনা দিব? কাৰ সবল আবেষ্টনে ৰেখাৰ মনৰ উদাসীনতাত জীৱনৰ পূৰ্ণতাৰ বোল দিব? শৈশৱৰ সেই বল খেলা ল'ৰাটোৱে। কিন্তু সি জানো আজি আছে? আছে যদিও জানো আগৰ দৰে বল খেলি ফুৰিছে, বিভ্ৰয় হৈ পৰিছে বিপুল সংসাৰী, সিয়ে বা নহ'ব কিয়?

নাই, বিয়া কৰোৱা নিতান্ত দৰকাৰ। এই এজেণ্টজন হয়তো হেমাংগ ডাক্তৰৰ নিচিনা, চুলিখিনি ধুনীয়াকৈ ফণিওৱা, হয়তো কেতিয়াবা বাৰাণ্ডাত বৈ ৰেখাৰ স্কুললৈ যোৱা চাই আছিল, ডেকাজন বৰ পৰিপাটি।

ৰেখাই লেনিন পঢ়িছিল, কিতাপখন বন্ধ কৰি ল'লে আৰু খিৰিকীখনৰ কাষলৈ গৈ বাহিৰৰ ফালে চালে। বাহিৰত ধুনীয়া জোনাক, গছ-পাতবোৰো ৰূপালী হৈ উঠিছে। চাৰিওফালে শান্ত। স্নিগ্ধ। নিৰালম। ৰেখাৰ বৰ ভাল লাগিল, এজনী ছোৱালীৰ জীৱনত মাক-বাপেক ককাই-ভাইৰ স্থান অতি সামান্য, তাত ঠাই আছে কেৱল এজন অনাত্মীয় পুৰুষৰ যি তাইৰ কাৰণে আশা-আদৰ্শ, দেহ-মন সকলো দি শেষ কৰি দিব পাৰে।

দেউতাকে ৰেখাৰ কাৰণে বন্দবস্ত কৰা ডেকাজন। হয়তো তেওঁ এজন কবি, এনেকুৱা জোনাকত ধুনীয়া কবিতা লিখিব পাৰে। চাৰিওপিনে তেওঁৰ নাম-যশ জনাজাত, এটা মুহূৰ্তৰ ৰূপ-ৰসৰ অনুভূতিক তেওঁৰ ছন্দৰ লীলায়িত জৰীৰে চিৰদিনৰ কাৰণে বান্ধি ৰাখিব পাৰে, অনাগত যুগৰ সৌন্দৰ্যপিপাসুৰ আনন্দৰ কাৰণে। কিমান ধুনীয়া এই কবিজন।

ৰেখাৰ মনত পৰে এনে এজন কবিৰ কথা, এসময়ত তেওঁ আহি ৰেখাহঁতৰ আলহী হৈছিলহি।

ৰেখাৰ ভাবী স্বামীৰ নাম হৰিশ্চন্দ্ৰ ফুকন।

নামটোত ৰেখাৰ বৰ তৃপ্তি নহ'ল। বহুত কালৰ আগতো ক'ৰবাৰ এজন হৰিশ্চন্দ্ৰ নামে ৰজা আছিল। সেই যে দেৱতাই পৰীক্ষা কৰিছিল সেই ৰজাজন। ৰাজহাড় নোহোৱা ৰজা, নহ'লেনো নিজৰ ব্যক্তিত্ব নথটাই দেৱতাৰ ফুটবল হ'বলৈ গ'লহেঁতেন কিয়? এওঁ ফুকনো যদি সেই হৰিশ্চন্দ্ৰৰ নিচিনা হয়? ফুকন বাৰু কি জাতৰ মানুহ? ৰাজনীতিৰ তেওঁ কিবা চৰ্চা কৰেনে নকৰে? সেই যে এসময় ৰেখাৰ চিনাকি ৰজত— এঃ ৰজতটো বেছ ভাল ল'ৰা আছিল। এৰা, ফুকন যদি ৰজতৰ নিচিনা হয় বৰ ধুনীয়া হ'ব।

সেই নতুনভাৱে কথাবোৰ ভৰা ৰজতটো।

ফুকন নিশ্চয় দেখিবলৈ ধুনীয়া? কাৰ নিচিনা? ৰেখা খিৰিকীৰ পৰা ড্ৰেছিং টেবুলখনৰ কাষলৈ আহিল। ৰেখা এতিয়াও বেছ ধুনীয়া হৈ আছে। আজি নিজৰ ওচৰতে ৰেখাৰ চকু দুটা আগতকৈ ধুনীয়া যেন লাগিল।

ফুকন বেংকৰ মেনেজাৰ। সেই পঞ্চাননৰ দৰে ছবি এওঁ নিশ্চয় নেআঁকে। পঞ্চাননৰ কল্পনাত কিন্তু বহুত ধুনীয়া ছবি আছিল, তুলিকাডাল হাতত ল'লেই এটা ছবি হৈ পৰে। আচৰিত। কিন্তু পঞ্চাননতকৈও আচৰিত মানুহ আছিল জ্যোতি বৰুৱা। কথাবোৰ কৈ গ'লেই বক্তৃতা হৈ যায়। মাতটোতো আছিল এটা সবাক পৌৰুষ।

ৰাতিৰ ৰেলগাড়ী, ওচৰা-উচৰিকৈ বহি ফুকন আৰু ৰেখা, কোঠাৰ বাকী যাত্ৰীবোৰ শুইছে। ফুকনে হাতখন মেলি ৰেখাৰ হাতখন নিজৰ হাতৰ মাজত ধৰি থাকে। ৰেল গৈ আছে। ... কিন্তু ফুকন জানো দ্বিতীয় শ্ৰেণীৰ গাড়ীত যায়

কেতিয়াবা? ৰেখা বিছনালৈ আহিল। খিৰিকীৰ ওচৰৰ লতা-ফুল জোপা ফুলিছিল, ভাল গোন্ধাইছে। মৃদু এটা মাদকতা আছে গোন্ধটোত, মৰীচিকাৰ লোভনীয় প্ৰলোভন হয়তো নহয়, কিন্তু নিজৰাৰ পানীৰ এটা বাস্তৱ আকৰ্ষণ তাত আছে।

এই জোনাক আৰু সৌৰভভৰা পৃথিৱীখন আমাৰ কাৰণে, মোৰ আৰু ফুকনৰ কাৰণে— ৰেখাই নিজকে ক'লে, কিন্তু পাছ মুহূৰ্ত্তে এই সংকীৰ্ণ স্বাৰ্থপৰতাৰ আবেদনত ৰেখা অস্বস্তিত পৰিল, অকল আমাৰ কাৰণেই নহয়, আৰু বহুতৰ কাৰণে।

ব্ৰজেন হাজৰিকাই কিজানি এতিয়া জোনাকৰ ফালে চাই চাই কাৰোবালৈ চিঠি লিখিছে, কাৰোবাৰ বিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰি। চিঠিখনৰ ভাষাৰ ছত্ৰেছত্ৰে জোনাক আৰু ফুলৰ গোন্ধ মিহলি হৈ গৈছে।

ৰেখাৰ কিন্তু সেই চিঠি পঢ়াৰ সময় সঁচাকৈয়ে নাই।

"ৰেখা, অ' ৰেখা —"

দুৱাৰমুখৰ পৰা কোনোবাই মাতিছে। ৰেখাই কাণ দিলে।

"ৰেখা আছানে?"

"আছোঁ, ৰ'ব —" ৰেখা উঠি গ'ল।

বেৰিষ্টাৰ যাদৱ, ৰেখাৰ দাদাক আৰু বন্ধু। প্ৰগ্ৰেছিভ বেৰিষ্টাৰ, লণ্ডনৰ পৰা পাছ কৰা। "আহক দাদা —"

"নবহোঁ, মাত্ৰ নিউজটো কনভে' কৰি যাবৰ কাৰণে আহিলোঁ। ৰেখাই যাদৱৰ মুখলৈ চালে। হৰিশ ফুকনৰ কন্‌ভিক্‌চন্ হৈ গ'ল, মই জিকিলোঁ। অ' ইট্‌বাজ এ টাফ্ ফাইট্, ৰেখা।"

"কি কন্‌ভিকচন্ হৈ গ'ল?" নুবুজি ৰেখাই সুধিলে।

"তুমি নেজানা। ফুকনে যে তেওঁৰ বেংকৰ ট্ৰেজাৰৰ লগত ছিক্ৰেট বন্দৱস্ত কৰি দুই লাখ টকা মাৰিছিলে।" Now the poor rod is snared."

"আপুনি কাৰ পক্ষে আছিল?"

"বেংকৰ পক্ষে, want me to tell that.?"

"বহক দাদা, আপুনি যে বহুত দিন এই ফালে অহাই নাই।" যাদৱ বহিল।

ৰেখাই গাটো বৰ গধুৰ বোজা এটাৰ পৰা মুক্ত কৰা যেন অনুভৱ কৰিলে, এক মুহূৰ্ত্তে ৰেখাৰ মনৰ প্ৰফুল্লতা যেন পাৰ উপচি পৰিল।

"জেলৰ পৰা কন্‌ভিক্টবোৰে ছুটী পায়নে নেপায় দাদা?"

"কন্‌ভিক্টৰ আকৌ ছুটী?" যাদৱে ৰেখাৰ মুখলৈ চালে। "ধৰক ডাঙৰ কাম আছে। এই যেন বিয়া কৰাব লগা আছে। তেতিয়াও ছুটি নিদিবনে?"

"বিয়াৰ কাৰণে ছুটী। মেৰেড কন্‌ভিক্টেও এবাৰ তাৰ ফেমিলিক চাবলৈ পোৱা টান। তুমি কৈছা বিয়া কৰিবলৈ ছুটী।"

"নহয়, আপুনি বেৰিষ্টাৰ কাৰণেহে সুধিলোঁ। দেউতাই এই ফুকনৰ লগতে মোৰ বিয়াৰ ঠিক কৰিছিল।"

চাবুক খোৱা ঘোঁৰাৰ দৰে যাদৱ উচপ খাই উঠিল।

"আৰু বিয়াখনো সোনকালেই হোৱাৰ কথা আছিল। এতিয়া তেওঁ যদি জেইলত থাকে, বিয়া পতাত অসুবিধা নহ'ব জানো?"

"কিন্তু এতিয়াও তুমি হৰিশক বিয়া কৰোৱাৰ কথা ভাবিছা, হি ইজ্ ডেড্। জাল কৰি বেংকৰ টকা মৰা এটা স্কাউণ্ড্ৰেল।"

"ফুকন আগত নাই যেতিয়া তেওঁক গালি নেপাৰিলেও চলিব।"

"তুমি তাৰ কথা, তাৰ কথা ..."

"বেংকৰ টকা মৰাটো বিশেষ একো ডাঙৰ কথা নহয়। বিদেশত কোটি কোটি টকা বেংকৰ লোহাৰ বাকচত দ'ম খাই মামৰে ধৰে আৰু ইপিনে কোটি কোটি মানুহে এটা পইচাৰ কাৰণে কটাকটি কৰি মৰে, তাত বেংকৰ টকা মৰা একো আচৰিত কথা নহয়।"

"কিন্তু এনেকৈ এটা পাব্লিক ট্ৰাষ্ট আত্মসাৎ কৰা মানুহৰ কিবা কেৰেক্টাৰ আছে?"

"আপোনাৰ কাছাৰী ঘৰৰ মিজাজটো যোৱাই নাই। ফুকনৰ পক্ষে ওকালতি কৰা হ'লে আপুনি ফুকনক দেৱতা প্ৰমাণ কৰিবৰ চেষ্টা কৰিলেহেঁতেন। ফুকনৰ কেৰেক্টাৰৰ কাৰণে ফুকন নিজে যিমান দায়ী, আপোনাৰ ওকালতি তাতকৈ বেছি দায়ী। অৰ্থাৎ তেওঁৰ চৰিত্ৰ-মান নিৰ্ভৰ কৰে উকীলৰ তৰ্ক শক্তিৰ ওপৰত। আজীৱন দস্যু নৰহত্যাকাৰীও গংগাত এটা জোবোৰা মাৰি সোঁশৰীৰে স্বৰ্গলৈ যাব পাৰে, আৰু এবাৰ বেংকৰ টকা মাৰিলতে ফুকন মোৰ কাৰণে বেয়া হৈ গ'লনে? তেওঁক কন্‌ভিক্‌চন নহৈ যদি সসম্মানে মুক্ত হ'লহেঁতেন? আৰু তেওঁ দুই লাখৰ এক লাখ টকা ৰাইজক দান কৰিলেহেঁতেন তেতিয়াতো ফুকন বেয়া মানুহ নহয়। যাদৱ বহাৰ পৰা উঠিল।

"মই যাওঁ ৰেখা, কাম আছে। কিন্তু বিয়া কৰাবৰ কাৰণে কোনো কয়দীক জেইলৰ পৰা ছুটী নিদিয়ে।"

"তেন্তে কিবা এটা কৰিব লাগিব, দেউতাৰ ইচ্ছা সোনকালে মোৰ বিয়া পতা। ময়ো সোনকালে হ'লেই ভাল পাওঁ। পিছে ফুকন যেতিয়া বেগেতে অহাৰ আশা নাই, অন্য ক'ৰবাত দিহা কৰিব লাগিল।"

"তাৰ মানে?"

"তাৰ মানে, আপুনি কয় নেকি যে ফুকন জেইলৰ পৰা ওলাই নহালৈকে মই বাট চাই থাকিম, তেওঁক বিয়া কৰাবৰ কাৰণে? সিমান যে সময় মোৰ নাই।"

"বাৰু এতিয়া মই যাওঁ ৰেখা। আকৌ অন্য এদিন আহিম এতিয়া বহুত কাম আছে।"

"ভাল বাৰু আকৌ এদিন আহিব।" যাদব ওলাই গ'ল।

দুৱাৰখন বন্ধ কৰি লাইটটো নুমুৱাই ৰেখা আহি বিছনাত পৰিলহি।

বাহিৰত জোনাক আৰু ফুলৰ গোন্ধ। পাতল এজাক বতাহ জিৰ জিৰ কৰি বৈ গৈছে। ৰেখাই এনেয়ে কাণ দিলে, ফুলৰ গোন্ধ, আৰু জোনাক গচকি গচকি কোন যেন ৰেখাৰ ওচৰলৈ আহিছে। ভৰিৰ তলৰ সৰাপাতত মিৰমিৰ কৰি এটা কোমল শব্দ উঠিছে। কোঠাটোৰ ভিতৰত ৰেখাই অনুভৱ কৰিলে এটা উষ্ণ নিঃশ্বাস, যেন গোটেই কোঠাটো ভৰি গৈছে। ৰেখাৰ চকু মেলি চাবৰ সাহ নহ'ল। এটা শান্ত, তপত নিঃশ্বাস ৰেখাৰ কপালত লাগিল, কোমল স্নিগ্ধ উষ্ণ নিঃশ্বাস।

ৰেখা শান্তভাৱে পৰি ৰ'ল, এই নিঃশ্বাস অস্পষ্ট অতীতৰ কোনোবা পাহৰা দিনৰ, নে অনাগত কোনোবা নিশাৰ অভিসাৰ ক্ষণৰ, ৰেখাই বুজিব নোৱাৰিলে। ৰেখাই ভাবিলে— সি অব্যক্ত যৌৱনৰ নিঃশ্বাস।

# তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা

দেৱতা মোৰ, প্ৰাণৰ দেৱতা মোৰ; এবাৰ, মাথোন এবাৰ মাতা, এবাৰ মাতা, এবাৰ তোমাৰ সউ হাঁহি থকা ওঁঠ দুটাৰ মাজত লুকাই ৰখা কথাৰ মউ পিবলৈ দিয়া। এবাৰ মাথোন কোৱা, "পূজাৰী, তোমাৰ সাধনাই মোৰ চৰণবেদীত গ্ৰহণৰ প্ৰসাদ লাভ কৰিছে।" নেলাগে, তাকো ক'ব নেলাগে। কোৱা, "তোমাৰ পূজা মই লোৱা নাই, পূজাৰী" কোৱা, কোৱা পাষাণ দেৱতা মোৰ, ভাষাহীন শিলৰ দেৱতা মোৰ, মাত্ৰ এবাৰ তোমাৰ সউ ওঁঠত লাগি থকা হাঁহিটোক প্ৰাণ দিয়া, এবাৰ হাঁহা— এবাৰ —"

পূজাৰীৰ আড়ষ্ট ভাষা চকুপানীৰ তলত লুকাই পৰে। প্ৰাণহীন পাষাণৰ শিলৰ হাঁহিটো আনৰ দৰে অচঞ্চলভাৱে বিগ্ৰহৰ ওঁঠতে লাগি ৰয়। নিজৰ বুকুৰ পৰা উলিয়াই আনি পূজাৰীয়ে শিলৰ দেৱতাক আকৌ বেদীত তুলি থয়। পূজাৰীয়ে থোৱাৰ দৰেই দেৱতা থিয় দি থাকে। পূজাৰী ভক্তিভৰা চকুপানীধাৰ মিলি যায় দেৱতাৰ পবিত্ৰ পাদোদকৰ লগত।

জনহীন গহন হাবিৰ মাজত শিলৰ মন্দিৰটো চউদিশে নীৰৱ, নিস্তব্ধ, জন কোলাহলৰ পৰা বহুত আঁতৰত, শব্দহীন আকাশৰ তলত ধুনীয়া সৰু দেউলটো। ভিতৰৰ পৰা দুৱাৰ বন্ধ।

পূজাৰী থাকে, বিগ্ৰহ থাকে আৰু থাকে মন্দিৰৰ ভিতৰৰ আন্ধাৰ নীৰৱতা, পূজাৰ ফুল-পাত নৈবেদ্যৰ আয়োজন— বিগ্ৰহ আৰু পূজাৰী—

স্তিমিত সৌম্য মূৰ্তি, বৈপৰা চেলাউৰি, শুভ্ৰ গৌৰ বৰণ— স্বাস্থ্যৱান পূজাৰী—

নিকপকপীয়া শিলৰ দেউল, বাহিৰৰ বনৰীয়া চৰাইৰ মাতটোও তাৰ ভিতৰলৈ সোমাব নোৱাৰে, মাত্ৰ পুৱা-গধূলি প্ৰতিধ্বনিত হয় কেৱলীয়া পূজাৰী স্তুতিনাদ, সাধনাৰ সামগান। মন্দিৰৰ গহীন নিস্তব্ধতাক আঘাত কৰি সি আৰু গহীন হৈ উঠে। দেউলৰ প্ৰাচীৰৰ শিলাবোৰেই যেন ধ্বনিত হৈ উঠে, অচঞ্চল শিলৰ মূৰ্তিৰ বুকু ভেদি যেন ওলাই আহে— "দেৱতা মোৰ, তোমাৰ কাৰণেই সকলো ত্যাগ কৰিলোঁ, তুমিতো জানা। বিশাল ৰাজ্য, ৰাজভক্ত শত শত প্ৰজা, স্ত্ৰী-পৰিবাৰ আই বাই, সকলোকে এৰি আহিলোঁ। সকলোৰে মায়া ত্যাগ কৰিলোঁ কেৱল তোমাৰে কাৰণে, তোমাৰ চৰণত নিজক অৰ্পি দিবৰ কাৰণে, তুমি জানো নেজানা প্ৰাণৰ দেৱতা মোৰ। তথাপি তুমি ইমান উদাসীন কিয়? ভক্তবৎসল দেৱতা মোৰ, সকলোকে ত্যাগি তোমাৰ চৰণৰ কাষ চাপিলোঁ, তথাপি তুমি ইমান জটিল, ইমান মৌন কিয়?"

অচঞ্চলভাৱে থিয় দি থাকে শিলৰ দেৱতা, অকণো লৰচৰ নাই, অকণো চেতনাৰ উষ্মা নাই। পূজাৰীৰ প্ৰাণৰ আৰাধনা শিলৰ বিগ্ৰহৰ গাত খুন্দা খাই উভতি আহে। পূজাৰী ভাগৰি পৰে, মন্দিৰ নিজান পৰে, পূজাৰীৰ চকু দুটা মুদ খাই আহে।

হঠাৎ মন্দিৰৰ শিলৰ প্ৰাচীৰ ভেদি ক'ৰবাৰ এটি কান্দোনৰ ধ্বনি মন্দিৰত বাজি উঠে। বুজিব নোৱাৰা মানুহৰ চকুৰ আৰ্তস্বৰ। পূজাৰীৰ কাণত পৰে, চকমক খাই পূজাৰীয়ে চকু দুটা মেলি দিয়ে। কান্দোনৰ কোলাহলত মন্দিৰৰ ভিতৰখন মুখৰিত হৈ উঠে। জনহীন গহীন হাবিৰ মাজত ক'ৰ এই মানুহৰ কোলাহল। ৰুদ্ধ পাষাণৰ হিয়া ভেদি কৰুণ আতুৰ কণ্ঠধ্বনিৰ প্ৰতিধ্বনি হয়, "ৰজায়ো আমাক এৰি গ'ল, তুমিও আমাক কিয় এৰি দিছা প্ৰভো"— মানুহৰ অত্যাচাৰ, অভাৱ, অনাটন, নিষ্পেষণ, মহামাৰী, দুৰ্ভিক্ষ— দেৱতা— মন্দিৰৰ সোণৰ গোসাঁইক বেচি মানুহে ভাত খাইছে— তুমি কিয় শুই আছা দেৱতা— আমাৰ কি হ'ব? আমাৰ পুত্ৰ পৰিয়ালৰ কি হ'ব— নিলে— নিলে— ধৰ মাৰ— উহ— মূৰ ফাটিল ঐ—

হাহাকাৰ, কোলাহল, গণ্ডগোল। ভয়ত পূজাৰীয়ে চকু দুটা ডাঙৰকৈ মেলি দি পিছফালে চায়। কোনো নাই, মন্দিৰৰ দুৱাৰ বন্ধ, মন্দিৰটো আগৰ দৰেই আছে। তেন্তে ক'ৰ, ক'ৰ এই আৰ্তধ্বনি? ভয়ে ভয়ে পূজাৰীয়ে বিগ্ৰহৰ ফালে ঘূৰি চায়! ইকি! হঠাৎ পাষাণ শিলৰ দেৱতা চঞ্চলভাৱে কঁপি উঠিল। পূজাৰীও ভয়ত কঁপি উঠিল। দেৱতা-বেদীৰ পৰা নামি আহিল, পূজাৰীৰ ফালে এবাৰ ঘূৰি চালে, তাৰ পাছত খোজ ল'লে। "ই তুমি কি কৰিছা দেৱতা?" ভয়ত পূজাৰীয়ে চিঞৰি উঠিল, দেৱতাই উভতি নেচালে।

"ৰক্ষা কৰা গোসাঁই— উহ মৰিলো ঐ —" মন্দিৰৰ শিলৰ দুৱাৰখন আপোনা আপুনি মেল খালে। দেৱতা আহি দুৱাৰডলিত ভৰি দিলেহি। পূজাৰীয়ে এবাৰ বাহিৰৰ ফালে চালে, কোনো নাই, সেই গহন হাবি নিৰ্জন অৰণ্য।

"মায়া, প্ৰভো, সেয়া যে মায়াৰ আহ্বান। নেযাবা, গুচি নেযাবা দেৱতা। তোমাৰ কাৰণেই মই সকলো এৰি আহিলোঁ। বাহিৰৰ মিছা কান্দোন শুনি তুমি মোৰ বুকুৰ কান্দোনক অৱহেলা নকৰিবা, মন্দিৰ শূন্য কৰি ক'ৰ কোলাহলৰ মাজলৈ লৰ দিছা দেৱতা? তোমাৰ কাৰণেই মই সকলোকে এৰি আহিলোঁ?"

মন্দিৰৰ দুৱাৰ মেলা থাকিল। দেৱতাই লৰিব ধৰিলে। পিছে পিছে লৰি গ'ল পূজাৰী। ভয়াৰ্ত পূজাৰীৰ মুখৰ পৰা ওলাই আহিব ধৰিলে, — নেযাবা দেৱতা, সিহঁতে মাথোন দুখত পৰিলেহে তোমাক বিচাৰে; উঃ দেৱতা— মোৰ অহৰ্নিশ পূজাতো তোমাৰ পাষাণ হিয়া নগলিল, তোমাৰ প্ৰাণত কঁপনি নুঠিল। মোৰ কান্দোনে তোমাৰ হিয়াত খলকনিৰ সৃষ্টি কৰিব নোৱাৰিলে; কিন্তু তোমাক নিবিচৰা ইহঁতৰ কাৰণে তুমি বেদী এৰি লৰি আহিলা। মন্দিৰ এৰি লৰি আহিলা।

নেযাবা আৰু নেযাবা দেৱতা, মই যে তোমাৰ কাৰণেই সকলোকে এৰি আহিলোঁ দেৱতা —"

দেৱতাৰ বিশ্ৰাম নাই, মাথোন লৰিছে— গহীন হাবিৰ মাজে, কঁাইটনি চোৰাতনিৰ মাজে মাজে, দেৱতা কেৱল লৰিছে।

"ৰক্ষা কৰা, অনাথৰ নাথ, জগত্তৰণ ... আমি উস্।" আৰু বেগাই দেৱতা লৰিব ধৰে, কথা নাই শব্দ নাই; মাথোন লৰিছে, অবুজ শিশুৱে উৰি যোৱা পখিলাৰ পিছে পিছে লৰাৰ দৰে পিছে পিছে লৰিছে পূজাৰী।

আমি যে হাবিৰ মূৰ পালোঁহি দেৱতা; কোনো নাই, সেইয়া সংসাৰৰ মায়াৰ ছলনা-বাণী। তুমি নেযাবা প্ৰভো, তোমাৰ কাৰণেই যে মই সকলোকে এৰি আহিলোঁ।

হঠাৎ শিলৰ দেৱতা বৈ গ'ল। পূজাৰীও বৈ গ'ল। দেৱতাই পাতলকৈ হাঁহিলে। দেৱতাৰ কণ্ঠৰ পৰা ওলাই আহিল, "তুমি সকলোকে এৰি আহিলা মোৰ কাৰণে, মই তোমাক এৰি আহিলোঁ সকলোৰে কাৰণে —"

"এই 'সকলো'ৱে, মায়া দেৱতা —"

দেৱতাই পাতলকৈ হাঁহিলে আৰু লৰিব ধৰিলে। বিপুল জনসমাগম, মাৰপিট, হুলস্থুল, চিঞৰ-বাখৰ, দেৱতা তাৰ মাজত সোমাই পৰিল, উৰুমিৰ মাজত, কেৱে লক্ষ্য নকৰিলে।

"ৰজা আহিছে —" কোনোবাই ক'লে।

মুহূৰ্তৰ কাৰণে সকলো স্তব্ধ হৈ গ'ল।

তাৰ পাছত চউদিশ জুৰি আনন্দৰ কোলাহল উঠিল— "আমাৰ ৰজা আহিল —" চাৰিওফালৰ পৰা প্ৰজাবোৰে বেঢ়ি ধৰিলে।

"দেৱতা, দেৱতা —" ৰজাই চিঞৰিলে।

"মহাৰাজ, মহাৰাজ —" প্ৰজাবোৰে চিঞৰি উঠিল, "আমাৰ মহাৰাজ মন্দিৰৰ পৰা উভতি আহিল।"

আনন্দত প্ৰজাবোৰে চিঞৰিলে।

"মন্দিৰলৈ উভতি আহিছোঁ —" হাঁহি ৰজাই ক'লে।

"বিচাৰ হ'ব বিচাৰ হ'ব, জীতেনৰ মৰাশটো লৈ আহ —"

এজনে ক'লে। নিহত জীতেনৰ মৰাশটো মাটিৰ পৰা তুলি লৈ আহিল ৰজাৰ আগলৈ। জীতেনৰ বুকুৰ তেজ লগা ক'লা শিল ডোখৰ মাটিতে পৰি থাকিল।

কোনোৱে নেদেখিলে।

নিচিনিলেও।

# গহ্বৰ

অধোমুখে ডাক্তৰ লতিকা বানাৰ্জী ধীৰ খোজেৰে খটখটিয়েদি নামি ওলাই গ'ল। বাৰাণ্ডাত বহি থকাৰ পৰাই পল্লৱে তেওঁৰ ফালে এবাৰ চালে। ঘৰৰ পৰা ডাক্তৰ বানাৰ্জী ওলাই যাবৰ সময়তো পল্লৱে তেওঁক মাত এষাৰ নলগালে। এগৰাকী ভদ্ৰ মহিলাৰ প্ৰতি দেখুৱাব লগা সৌজন্যকণো দেখুৱাৰ আগ্ৰহ পল্লৱৰ নাছিল। এক পৰম বিতৃষ্ণা আত্মগ্লানি আৰু উদাসীনতা লৈ পল্লৱে সমুখৰ ফালে নেদেখা চাৱনিৰে চাই বহি থাকিল।

ৰাতি যথেষ্ট হৈছিল। আলিবাটৰ মানুহ প্ৰায় নোহোৱা হৈছিল। শুকান দিনটোৰ শেষত ৰাতি অলপ সেমেকা যেন হৈছিল। বাহিৰত এখন নিষ্কম্প আকাশ অকাৰণত আহিছিল এখন গধুৰ পৃথিৱীৰ ওপৰলৈ। তৰাবোৰে নিৰ্লজ্জভাৱে চকু টিপাইছিল।

অলপ ধূলি উৰাই ডাক্তৰ লতিকা বানাৰ্জীৰ সৰু ফিয়েট গাড়ীখন এটা সৰু শব্দ কৰি গুচি গ'ল। পল্লৱৰ আশ-পাশৰ পৃথিৱীখনক কিছুমান অস্বাভাৱিক নীৰৱতাই সামৰি ল'লে।

বৰ গৰম লগা যেন লাগিল পল্লৱৰ। এটা অকাৰণ অস্বস্তিৰে যেন বুকুৰ ভিতৰখন ভৰি উঠিছে। শব্দ নকৰাকৈ সি বহাৰ পৰা উঠিল। উঠাৰ লগে লগে যেন তাৰ বিৰক্তিটোও দুগুণ হৈ বাঢ়ি উঠিল। মোৰ খং উঠিছে, মোৰ ভীষণ খং উঠিছে, সি নিজকে ক'লে। কাৰ ওপৰত খং উঠিছে, সি নিশ্চয়কৈ বুজিব নোৱাৰিলে। নিজকে বুজাবৰ চেষ্টা কৰিলে যে তাৰ খং উঠিছে ডাক্তৰ লতিকা বানাৰ্জীৰ ওপৰত। দেখাত ডাক্তৰ বানাৰ্জী এক শুৱনি ভদ্ৰমহিলা। ভাল ডাক্তৰ বুলি তেওঁৰ এটা স্থানীয় খ্যাতি আছে। আৰু মানুহগৰাকী টকাৰ গোলাম নহয়, গৰ্বও নাই। যেতিয়াই কোনোবাই মাতে তেতিয়াই যায়।

আৰু এই কাৰণেই যেন তাৰ খং উঠিছে ডাক্তৰ লতিকা বানাৰ্জীৰ ওপৰত। ভাল ডাক্তৰ হ'ল বুলিয়েই মানুহে মাতিলেই দিন নাই, ৰাতি নাই, সময় অসময় নাই, ভাল মানুহ বেয়া মানুহ নাই, তেওঁ কিয় যায়? আৰু গ'লেই, তেওঁ সকলো কেচ লয় কিয়? ডাক্তৰ হ'লেই সকলোকে বচোৱাব, সকলোৰে সামাজিক মৰ্যাদা ৰক্ষা কৰাৰ দায়িত্ব ল'বই লাগিব— ইয়াৰ কি অৰ্থ আছে?

পল্লৱে নিজকে প্ৰত্যয় নিয়াবৰ চেষ্টা কৰিলে যে তাৰ খং সঁচাকৈয়ে লতিকা বানাৰ্জীৰ ওপৰতে উঠিছে। অতিপাত খং উঠিছে। আগতে এবাৰ, আজি চাৰি বছৰৰ আগতে এনেকৈয়ে তাৰ খং উঠিছিল। কিন্তু সেইবাৰ উঠিছিল বহুত পলমকৈ।

আমাৰ পৰিয়ালটোৰ কাৰণে লতিকা এটা কালগ্ৰহ। আমাৰ মজিয়াত ডাক্তৰ লতিকা বানাৰ্জীৰ ভৰিৰ খোজ পৰা মানে পাৰিবাৰিক দুৰ্যোগৰ জমাৰ ঘৰত আৰু এটা পয়মালৰ জাননী পোৱা।

পল্লৱে এটা চিগাৰেট জ্বলাই বৰ জোৰেৰে হুপিবলৈ ধৰিলে। তাৰ নিজৰ জীৱনৰ বিৰুদ্ধে তাৰ কোনো অভিযোগ নাই। দুখৰ লগত চিনাকি নোহোৱা নহয়। সি আৰু পূৰ্ণিমা সৰু থাকোঁতেই মাক মৰিছিল। ভালেমান দিন হ'ল। এতিয়া আৰু তাৰ মাতৃহীনতাৰ বেদনা অনুভৱ কৰি দুখ কৰাৰ দিন নাই। দেউতাক শঙ্কৰ কাকতীয়ে মদ খায়, তেওঁ নগৰখনৰ এজন বিখ্যাত মদাহী। সেইবাবেও পল্লৱৰ বৰ বেছি আক্ষেপ নাই। কিয়নো বাপেকে যথেষ্ট টকা অৰ্জ্জন কৰে আৰু নিজৰ আৰ্জনৰ টকাৰেহে মদ খায়। তদুপৰি মদ খালেও বাপেকে তাক পঢ়ামেলাৰ সকলো খৰচ যোগাইছিল। মেট্ৰিক পাছ কৰি পূৰ্ণিমাই আৰু নপঢ়িলে যদিও, পূৰ্ণিমাৰ সুখ-সুবিধাৰ কাৰণে যিমান লাগে তাতকৈ বেছিহে ধন খৰচ কৰে। শঙ্কৰ কাকতীৰ সমনীয়া বহুতেই মদ খায়, এইবাবে সমালোচনাতকৈ বেছি একো নহয়। আৰু পল্লৱে সেইবোৰ সমালোচনালৈ কাণ নিদিলেও চলে। বি. এ. পাছ কৰি পল্লৱ কামত সোমাইছে। তাৰ বয়স মাত্ৰ তেইছ বছৰ হৈছে। লাহে লাহে এই কামতে নাইবা অন্য কোনো নতুন কামত সোমাই সি উন্নতি কৰিব। নকৰিলেও তাৰ বৰ দুৰাকাংক্ষা নাই। এটা নিবাড়ম্বৰ, নৈতিক জীৱন যাপন কৰাই তাৰ লক্ষ্য।

সি বাৰাণ্ডাৰ পৰা ভিতৰলৈ যাব নে নেযাব একো ঠিক কৰিব নোৱাৰি নিজৰ অজানিতেই পায়চাৰি কৰি ফুৰিব ধৰিলে। বাৰাণ্ডাডোখৰ আধা আন্ধাৰৰ মাজত নীৰৱে পৰি আছে। চালিৰ ওপৰত বগাই থকা ফুল জোপাত ফুলা ফুলবোৰৰ পৰা এটা তীব্ৰ মদিৰ গোন্ধ উঠি আহি তাৰ নাকত লাগিছে। অসময়তে ফুলবোৰ কেতিয়াবা কিয় ফুলে, ভাবি তাৰ আচৰিত লাগিল।

ক্ৰমে পল্লৱে অনুভৱ কৰিলে যে তাৰ নিজৰ ওপৰতে এইবাৰ তাৰ খং উঠিছে। আধাখোৱা চিগাৰেটটো সি দলিয়াই পেলাই দিলে। আবৃত্তি কৰাৰ ধৰণে সি কিবা এটা নিজকে ক'ব খুজিছিল, দেখিলে পূৰ্ণিমা ভিতৰৰ পৰা ওলাই আহি দুৱাৰৰ চৌকাঠত ধৰি শংকিতভাৱে তাৰ মুখৰ ফালে চাই আছে।

পল্লৱ থৰ হৈ ৰৈ গ'ল আৰু একেবাৰে অচিনাকি এজনী মানুহলৈ চোৱাৰ দৰে এক অসহায় হিংস্ৰ চাৱনিৰে পূৰ্ণিমাৰ মুখলৈ চালে। পূৰ্ণিমাৰ মুখখন শেঁতা পৰা, তাইৰ চকুৰ গুৰি সামান্যভাৱে ক'লা পৰিছে, তাইৰ চুলিৰ আগবোৰ সতেজ মসৃণতা নোহোৱা হৈছে।

পল্লৱে যেন পূৰ্ণিমাক চিনিব পৰা নাই। তাৰ সহোদৰ ভনীয়েকজনীক যেন আজিহে সি জীৱনত প্ৰথমবাৰৰ কাৰণে দেখিছে।

ক্ৰমাৎ পল্লৱৰ চকু দুটা যিমানে ক্ৰুদ্ধ আৰু হিংস্ৰ হৈ উঠিল, পূৰ্ণিমাৰ চকু দুটা সিমানে দুৰ্বল আৰু অসহায় হৈ আহিল।

"ভাত খা হঁ ককাইদেউ —" ৰুক্ষ, শুকান আৰু ভয় মিহলি মাতেৰে পূৰ্ণিমাই ক'লে আৰু পল্লৱৰ মুখৰ ফালে চালে।

পূৰ্ণিমাৰ মাতটোত ক'ৰ যেন এজনী শৰবিদ্ধ বনৰীয়া চৰাইৰ মৃত্যুকাতৰ আৰ্তনাদ শুনিবলৈ পালে পল্লৱে। হঠাৎ নাইকিয়া হৈ যাব ধৰা তাৰ খংটোক এৰি নিদিবলৈ সি নিজৰ লগতে যুঁজিলে।

পল্লৱ তাৰ এই দুৰ্বলতাৰ বিষয়ে সজাগ। পৃথিৱীত যিবোৰ গুণ থাকিলে মানুহ মানুহ বুলি পৰিচিত হয়, স্কুল-কলেজত পঢ়ি, সদগ্ৰন্থ অধ্যয়ন কৰি, সদালাপ, সদচিন্তা কৰি পল্লৱে সেই সকলোবোৰ আয়ত্ত কৰিছিল। পল্লৱৰ বয়সৰ কোনো ডেকাই তাৰ দৰে একান্ত আস্থা আৰু বিশ্বাসেৰে ধৰ্মগ্ৰন্থ অধ্যয়ন কৰা নাই, দৰ্শনৰ কিতাপ পঢ়া নাই, গান্ধী, বিবেকানন্দৰ এনে ভক্ত ডেকাচামৰ ভিতৰত বিৰল। পল্লৱে মহৎ আদৰ্শ সন্মুখত ৰাখি আত্মউপলব্ধিৰ সাধনা কৰিছিল। এই কথা আনেও জানিছিল। এই বাবে তাৰ বয়সীয়া আৰু তাতকৈ প্ৰ'গ্ৰেছিভ ডেকাবোৰে তাক ৰিএকচ্‌নাৰী বুলিছিল। সেই বাবে সি বেজাৰ পোৱা নাছিল। মনৰ মাজতে হাঁহি সি মাথোন কোনোবা যীশুৰ দৰে ক'বলৈ বিচাৰিছিল, ইহঁতক ক্ষমা কৰা প্ৰভু, ইহঁতে কি কৈছে নিজেই নেজানে।

আজি কিন্তু পল্লৱৰ নিজৰ ওপৰতে খং উঠিল। সি এটা মৰেলিষ্ট হ'বলৈ গ'ল কিয়, সি এই প্ৰাচীন অপ্ৰচলিত মানসিক গুণবোৰ আয়ত্ত কৰি নিজক আজিৰ যুগৰ অনুপযুক্ত কৰি তুলিলে কিয়, এইবোৰৰ আশ্ৰয় লৈ সি নিজক দুৰ্বল কৰি পেলালে কিয়? এইটো নিশ্চিত যে পিতৃভক্তি, ভ্ৰাতৃপ্ৰেম, ক্ষমা, সহ্যগুণ, ধৈৰ্য্য এইবোৰ দুৰ্বলতা আৰু কাপুৰুষালিৰ অন্য নাম মাত্ৰ। এইবোৰ দুৰ্বলতায়েই প্ৰতিবাদ কৰাৰ শক্তি নোহোৱা কৰি পেলায়। মই যদি অকণমান শক্তিকো আয়ত্ত কৰিব পাৰিলোহেঁতেন, অন্য একো কৰিব নোৱাৰিলেও মই আত্মহত্যা কৰিব পাৰিলোহেঁতেন আৰু তাকে কৰি মই জীৱনৰ এই চৰম অপমান আৰু গ্লানিৰ পৰা আত্মৰক্ষা কৰিব পাৰিলোহেঁতেন। আত্মহত্যাৰ নিচিনা এটা মহৎ পাপ কৰিব পাৰিলোহেঁতেন।

"ভাত নেখাৱ জানো ককাইদেউ, ৰাতি বহুত হ'ল নহয়!" পূৰ্ণিমাই ভয়ে ভয়ে ক'লে।

পল্লৱ বাৰাণ্ডাৰ খুঁটা এটাত ধৰি থিয় হৈ ৰ'ল আৰু মাতটো কঠিন কৰিবৰ এটা নিষ্ফল চেষ্টা কৰি অস্পষ্ট মাতেৰে আন কাৰোবাক সোধাৰ দৰে সুধিলে, "ললিতা ডাক্তৰণী কেলেই আহিছিল?"

হঠাৎ যেন বজ্রপাত পৰিল, কথাষাৰ শুনাৰ লগে লগে পূৰ্ণিমাৰ চকু-মুখ বিবৰ্ণ আৰু শেঁতা পৰি গ'ল। তাইৰ যেন মূৰটো ঘূৰাইছে আৰু ক'ৰবাত নধৰিলে তাই পৰি যাব। তাইৰ ওঁঠ দুটা শুকাই গ'ল, ডিঙিটো ইমান শুকান লাগিল যেন তাই কেইবাদিনো এটোপা পানীও খোৱা নাই। তাই এবাৰ ভয়েৰে পল্লৱৰ ফালে চাই নীৰৱে তলমূৰ কৰিলে।

পূৰ্ণিমাৰ এই অসহায় নীৰৱতাত যেন পল্লৱে মনৰ মাজত অলপ সাহস পালে। এইবাৰ মাতটো আগতকৈ কিছু কঠিন কৰি সুধিলে, "ডাক্তৰণীক ইয়ালৈ কোনে আনিছিল?"

শুন-নুশুন মাতেৰে পূৰ্ণিমাই ক'লে, "দেউতাই পঠিয়াই দিছিল ..."

"কেলেই?"

পূৰ্ণিমাই উত্তৰ দিব নোৱাৰিলে। অলপ সময় তাই তলমূৰ কৰি থিয় দি ৰ'ল, তাৰ পাছত ভিতৰলৈ গুচি গ'ল। এহাল দুৰ্বল হিংস্ৰ চকুৰে পল্লৱে তাইৰ ফালে চাই ৰ'ল।

পল্লৱে অনুভৱ কৰিলে যে তাৰ ভৰি-হাতবোৰ চেঁচা পৰি আহিছে। কোঠাৰ ভিতৰৰ লাইটৰ পোহৰবোৰ ঘূৰি ঘূৰি নাচিছে। সোঁহাতৰ মুঠিটো এনেয়ে টানি মাৰিবৰ চেষ্টা কৰিলে। কিন্তু তাৰ শৰীৰৰ শিৰা-উপশিৰাবোৰ ইমান শিথিল হৈ পৰিছিল যে মুঠিটো সি মাৰিব নোৱাৰিলে।

বয়সত তাতকৈ দুবছৰৰ সৰু এইজনী পূৰ্ণিমা। মুখখন জোন যেন ধুনীয়া আছিল কাৰণেই তাইৰ নাম ৰাখিছিল পূৰ্ণিমা। এখন শান্ত কোমল মুখ, এটা ল'নী জোঙা নাক, এহাল গভীৰ ক'লা চকু, দুটা পাতল ওঁঠ এই পূৰ্ণিমাজনীক দেখিলেই মৰম নকৰা মানুহ নাছিল। বাপেক-মাক সকলোৰে আলাসৰ লাৰু আছিল তাই। জন্মৰ দিন ধৰি তাই কেৱল পাইছিল মৰম-চেনেহ, এপাহ ফুলৰ দৰে তাই বাঢ়ি আছিল।

আৰু তাই যেতিয়া গাভৰু হ'ল তাই হ'ল ওচৰ চুবুৰীয়া সকলোৰে আলোচনাৰ বস্তু, কাৰোবাৰ ঈৰ্ষাৰ পাত্ৰী, কাৰোবাৰ তপস্যাৰ পাত্ৰী। পূৰ্ণিমাৰ শান্ত অমায়িকতা, তাইৰ নম্ৰতা, তাইৰ সৌন্দৰ্যৰ অনুগ্ৰ উজ্জ্বলতাই সকলোকে আকৰ্ষণ কৰিছিল।

পল্লৱহঁতৰ মাক যেতিয়া মৰিল, পৰিয়ালটো হঠাৎ তেনেই সৰু হৈ গ'ল। চাকৰ-বাকৰ থাকিলেও ঘৰখনত থাকিল মুঠেই তিনিটি প্ৰাণী— শঙ্কৰ কাকতী, পল্লৱ আৰু পূৰ্ণিমা। কাকতী স্বাস্থ্যবান ডেকা মানুহ, এৰা, ডেকা মানুহেই। তেওঁৰ বয়স তেতিয়া চল্লিছ পাৰ হৈছিল মাত্ৰ। কিন্তু চেহেৰা-পানী তেওঁৰ এজন ত্ৰিছ বছৰীয়া ডেকাৰ যেন হৈ আছিল। বহুতে ভাবিছিল যে তেওঁ অনতিপলমে দ্বিতীয়

বিবাহ কৰাব, বহুতে উপদেশ আৰু পৰামৰ্শ দিলে তেওঁ বিয়া কৰোৱা উচিত আৰু প্ৰয়োজনীয়।

শঙ্কৰ কাকতীয়ে কাকো একো নক'লে। তেওঁৰ কোনো পৰিবৰ্তনো বাহিৰত দেখা নগ'ল। মাত্ৰ ঘৰৰ ভিতৰত পল্লৱহঁতে আৰু চাকৰ-বাকৰে জানিলে যে তেওঁ আগতকৈ বেছি মদ খোৱা আৰম্ভ কৰিছে। দিনত অলপ কম খালেও, ৰাতি সন্ধিয়াৰ পিছত তেওঁ অত্যধিক মদ খোৱাত ধৰিলে। এই বাবে পল্লৱ দেউতাকৰ ওপৰত অসন্তুষ্ট হৈছিল, কিন্তু প্ৰতিবাদ কৰিবলৈ চেষ্টা কৰাৰ পৰিৱৰ্তে সি মাথোন গভীৰ অধ্যয়নত আত্মনিয়োগ কৰি ঘৰুৱা দুৰ্ভাগ্যৰ কথা পাহৰি থাকিবৰ যত্ন কৰিছিল। মাতৃ বিয়োগৰ নিচিনা দুৰ্ভাগ্যক পল্লৱে নিয়তিৰ অব্যৰ্থ ইচ্ছা বুলি গ্ৰহণ কৰিবৰ ধৈৰ্য আৰু মনোবল বিচাৰিছিল।

পূৰ্ণিমায়ো বাপেক আৰু ককায়েকৰ মৰমৰ মাজত আৰু নিজে সোমাই পৰা যৌৱনৰ মধুকুঞ্জৰ মাজত অন্যান্য বেদনা পাহৰি থকাৰ প্ৰয়াস কৰিলে। যৌৱনে জীৱনক স্বয়ংসম্পূৰ্ণ কৰি তোলে। প্ৰাণৰ পাত্ৰ সৌন্দৰ্য আৰু পূৰ্ণতাৰ উপলব্ধিৰে সমৃদ্ধ হৈ উঠে।

পল্লৱে পঢ়িলে, পল্লৱ কামত সোমাল। কামত সোমাই পল্লৱ ঘৰৰ পৰা কিছুদূৰ আঁতৰি থাকিব লগাত পৰিল। দেওবাৰে আৰু বন্ধৰ দিনতহে পল্লৱ ঘৰলৈ আহে। ঘৰত থাকে শঙ্কৰ কাকতী আৰু পূৰ্ণিমা। অৱশ্যে চাকৰ-বাকৰ কেটা আছে। ককাকৰ দিনৰ মাধৰাম, আছে, আৰু তুলি লোৱা চাকৰণী ছোৱালী কাঞ্চন আছে। অকলশৰীয়া পূৰ্ণিমাই অকলশৰীয়া অনুভৱ কৰিবৰ আজৰি নেপায়।

জীৱনত এটা শান্ত মধুৰ মন্থৰ গতিৰ বাহিৰে আৰু কিবা সংঘাত আছে বুলি ভাবিবৰ অৱকাশ পল্লৱহঁতৰ হোৱা নাছিল।

কিন্তু আজি চাৰি বছৰৰ আগতে এবাৰ পল্লৱৰ জীৱনৰ সকলো স্বপ্নক থানবান কৰি দিলে এক নিষ্ঠুৰ নিৰ্লজ্জ অঘটনে।

অৱশ্যে যোৱা চাৰি বছৰে তাকো পাহৰি যাবৰ চেষ্টা কৰিছিল পল্লৱে। কিন্তু আজি! আজি আকৌ ললিতা বানাৰ্জী আহিল কিয়? ডাক্তৰণী আহিল কিয়?

হঠাৎ পল্লৱে চিঞৰি উঠিল, "পূৰ্ণিমা —"

পূৰ্ণিমা ভিতৰৰ পৰা আকৌ ওলাই আহিল।

"দেউতা ক'লৈ গ'ল?"

"ক'ব নোৱাৰোঁ, ডাক্তৰণীক পঠিয়াই দি দেউতা কেনিবাদি গৈছে হেনো।"

"ডাক্তৰণীক কেলেই পঠিয়াইছিল?"

ভয়াৰ্ত চাৱনিৰে এবাৰ পল্লৱৰ ফালে চাই পূৰ্ণিমাই ক'লে, "তই বাৰু ভাত খাই ল'হি আহ। মই সকলো ক'ম —"

"তই আৰু মোক কিটো ক'ব লাগিছে? ললিতাই কি ক'লে?"

"মোক চালেহে, একো নক'লে।" পূর্ণিমাৰ মাতটো ক্ৰমে সহজ হৈ পৰিছে।

"ডাক্তৰণী আকৌ কেতিয়া আহিব?"

"ক'ব নোৱাৰোঁ, কেলেই?"

"ডাক্তৰণীক কবি আকৌ যদি তেওঁ ইয়ালে আহে মই গুলী কৰি মাৰিম, বুজিছ —"

পূৰ্ণমাই একো নেমাতিলে। তাই জানিছিল পল্লৱে একো কৰিব নোৱাৰে। মানুহক গুলীয়াই মৰা দূৰৰ কথা, পল্লৱে এবাৰ টান কথাও ক'ব নোৱাৰে।

হঠাৎ পল্লৱৰ মাতটো সৰু হৈ গ'ল। এবাৰ গোপনীয় কথা কোৱাৰ দৰে পল্লৱে ক'লে, "তই এটা কাম কৰিব পাৰিবি, পূৰ্ণিমা?"

"কি?"

"দেউতাক তই— দেউতাক তই বিহ খুৱাই হত্যা কৰিব পাৰিবি।"

"দেউতাক?"

"ওঁ —"

অলপ পৰ পূৰ্ণিমা মনে মনে থাকিল। তাৰ পাছত ক'লে, "ময়ে বিহ খাই মৰিব পাৰোঁ, মৰাই ভাল আছিল— পিছে ..."

"পিছে নমৰ কেলেই? মৰিবলৈ তোক কোনে মানা কৰিছে?"

"তয়েনো মোক গুলী কৰি মাৰি নেপালাব কিয়, তয়ে দেখোন পাৰ —"

"মই— মই তোক গুলী কৰি— কিন্তু ..."

"তই নোৱাৰ— তই একোকে কৰিব নোৱাৰ, সিবাৰো কৈছিলোঁ মোক গুলীয়াই মাৰি পেলাবলৈ। পিছে কিটো কৰিলি ..."

"তই মৰিব পাৰিবি?"

পূৰ্ণিমাই প্ৰকৃতিস্থভাৱে ক'লে, "মই কাহানিবাই মৰিব পাৰিলোহেঁতেন। দেউতা আৰু তোৰ কাৰণেহে মই আজিও নমৰাকৈ আছোঁ —"

"দেউতাৰ কাৰণে তই নমৰাকৈ আছ, তই কি কৈছ পূৰ্ণিমা" — বিস্মিতভাৱে পল্লৱে সুধিলে।

"ওঁ, দেউতাক মই হত্যাও কৰিব নোৱাৰোঁ, এৰি যাবও নোৱাৰোঁ।"

"আৰু সেই দেখি তই এইদৰে পশুৰ দৰে ..."

পদুলিমুৰত গলখেকাৰি শুনি দুৱো চালে শঙ্কৰ কাকতী আহিছে। ওখ-পাখ, সুশ্ৰী এজন আদহীয়া মানুহ মদ খাই অলপ ঢলং পলং কৰি আহিছে।

কোনো কথা-বতৰা নাই শঙ্কৰ কাকতী গোনে গোনে ভিতৰলৈ সোমাই গ'ল। পিছে পিছে পূৰ্ণিমাও ভিতৰলৈ গ'ল। মাত্ৰ অসহায়ভাৱে থৰ লাগি বৈ থাকিল

পল্লৱ কাকতী। যেন কিবা এক গুৰু অপৰাধৰ জগৰীয়া হৈ কাঠগৰাত থিয় দি আছে— বিচাৰৰ কাৰণে।

ৰাতি আজিকালি শঙ্কৰ কাকতীয়ে ভাতৰ সলনি চাপাতি খায়। অৱশ্যে মুৰ্গীৰ মাংস আৰু মদ কমোৱা নাই, তথাপি ডাক্তৰৰ পৰামৰ্শ মতে ব্লাড প্ৰেছাৰ কমাই ৰাখিবৰ কাৰণে ৰাতি চাপাতি খোৱাত ধৰিছে। ভাত নেখালে ব্লাড প্ৰেছাৰ কম হয় বুলি অৱশ্যে কোনো কালে জনা নেযায়।

কিছু পৰ থৰ লাগি থিয় দি থাকি পল্লৱ ভিতৰলৈ সোমাই গ'ল।

শঙ্কৰ কাকতী খাবলৈ মেজৰ কাষত বহিছে, পূৰ্ণিমাই ভাত পানী সজাই দিছে। কোঠাটোত কোনো সা-শব্দ নাই। মাত্ৰ বাচন-বাটিৰ ঠুংঠাং শব্দ হৈছে।

জয়াৰ জয়াৰ লাগিল পল্লৱৰ। যেন এখন প্ৰেত-পুৰীত তিনিটা জীৱন্ত কংকালে কিবা দুৰ্ভেদ্য প্ৰেতনৃত্য কৰিছে। কিছু সময় নীৰতাৰ মাজেদি কাটি গ'ল। কোঠাটোৰ আন্ধাৰৰ মাজত নীৰৱে অকলশৰে থিয় দি আছে পল্লৱ। আন্ধাৰবোৰে যেন কঁাইটে বিন্ধাদি বিন্ধিছে।

আন্ধাৰৰ মাজেদিয়ে পল্লৱে বেৰৰ চুকত থোৱা বন্দুকটোৰ ফালে হাতখন আগবঢ়াইছিল, কিন্তু হঠাৎ ৰৈ গ'ল। পল্লৱৰ কাণত পৰিল শঙ্কৰ কাকতীৰ মাত— "লতিকা আহিছিল?"

"ওঁ —" পূৰ্ণিমাৰ উত্তৰ।

"তোক চাইছিল?"

"ওঁ —"

"পল্লৱে জানে নেকি?"

"মই ক'ব নোৱাৰো, ক'ব পাৰে কিজানি।"

"ওঁ' সি নেজানে যদি তাক জনাব লাগিব।"

পল্লৱৰ হাত-ভৰিবোৰ হিম হৈ আহিল। তাৰ হাতখন অৱশ হৈ ওলমি পৰিল। তাৰ ডিঙিটো শুকাই গ'ল।

গিলাচ আৰু বটলৰ শব্দ শুনি পল্লৱে বুজিলে শঙ্কৰ কাকতীয়ে মদ খাব, তাৰ পাছত নিচাত ঢলি পৰিব আৰু আথে-বেথে দাঙি নি পূৰ্ণিমাই বিছনাত শুৱাই দিব। কিন্তু শঙ্কৰ কাকতী টোপনি নেযায়, শঙ্কৰ কাকতীয়ে পূৰ্ণিমাক সাবটি ধৰি থাকিব। আৰু পূৰ্ণিমা সেইখন বিছনাতে, বাপেকৰ লগতে শুই থাকিব।

নহয়, আজি মই কিবা এটা কৰিবই লাগিব। বন্দুকটো বহুত দিন নীৰৱে আছে। আজি সি সাৰ পাব। এটা বন্দুকৰ গুলীত এহাল আদিম পশুৰ যদি মৃত্যু ঘটে তাৰ বাবে পৃথিবীৰ কোনো ক্ষতি নহয়, পল্লৱে নিজকে ক'লে।

মদৰ সৰু গিলাচটো হাতত লৈয়ে শঙ্কৰ কাকতী বাৰাণ্ডালৈ ওলাই আহিল।

"পল্লৱ— চাওঁ, এইপিনে আহ —"

ভয়ে ভয়ে অপৰাধীৰ দৰে পল্লৱ আন্ধাৰ কোঠাটোৰ ভিতৰৰ পৰা ওলাই আহিল। আৰু দুৱাৰৰ সিপাৰে থিয় দি ৰ'ল।

বেটৰ চকীখনত বহি গিলাচত বাকি থকা মদটোপা শোহা মাৰি খাই শঙ্কৰ কাকতীয়ে ক'লে, "তোৰ কিমান দিনৰ ছুটী আছে?"

"মোৰ ছুটি নাই ..."

"নাই যদিও দহ-পোন্ধৰ দিনৰ ছুটী ল'ব লাগিব ..."

পল্লৱে নেমাতিলে। তাৰ খং উঠি আহিল।

"পূর্ণিমাক কলিকতালৈ নিব লাগিব। প্লেনেৰে যাবি, প্লেনেৰে আহিবি, বুজিছ?"

পল্লৱ তেতিয়াও নীৰৱে ৰ'ল।

"লতিকা বানার্জীয়ে ক'লৈ নিব লাগে কি কৰিব লাগে সকলো বুজাই দিব। তই কেতিয়াল যাব পাৰিবি?

মনৰ ভিতৰৰ সকলো সাহস গোটাই লৈ পল্লৱে ক'লে, "মই কলিকতালৈ যাব নোৱাৰিম।"

"ছুটী নাই? বাৰু মই লোৱাই দিম। অহা সপ্তাহতে যাব লাগিব। দেৰি কৰা ঠিক নহ'ব।"

"মই পূর্ণিমাক কলিকতালৈ নিব নোৱাৰোঁ। দৰকাৰ হ'লে তাই নিজেই যাওক।"

"নিজে তাই কেনেকৈ যাব?"

"আপুনিয়ে নেযায় কিয়?"

"কি কৈছ?" হঠাৎ ক্ৰুদ্ধভাৱে কঠিন মাতেৰে কৈ উঠিল শঙ্কৰ কাকতীয়ে।

পল্লৱৰ সকলো সাহস শেষ হৈ গ'ল। সি একো মাতিব নোৱাৰিলে।

শঙ্কৰ কাকতী বহাৰ পৰা উঠিল আৰু পল্লৱক উদ্দেশ্য কৰি কোৱাদি ক'লে, "পৰিয়ালৰ মান-মর্যাদা ৰক্ষা কৰিবলৈ শিকাব লাগে নেকি? ব'ল পূর্ণিমা ..."

কাকতী সোমাই গ'ল।

আৰু পিছে পিছে পূর্ণিমাও সোমাই গ'ল।

আৰু বেছি অসহায়ভাৱে পল্লৱ থৰ লাগি ৰৈ থাকিল কিছুপৰ।

পল্লৱৰ কাণ-মূৰ ৰঙা পৰিল। তাৰ গোটেই গাটো গৰম হৈ উঠিল, এটা পৰাজয়ৰ উপলব্ধিত তাৰ চকুৰ পৰা কান্দোন ওলাই আহিব খুজিলে। কিন্তু সি কান্দিব নোৱাৰিলে।

সি মাথোন অসহায়ভাৱে নিজকে বাৰে বাৰে ক'লে, "তই অক্ষম, তই একো কৰিব নোৱাৰ। হেজাৰ বছৰৰ প্ৰাচীন গুহাৰ আদিম পশু শঙ্কৰ কাকতীৰ কোনো ইচ্ছা, কোনো কামত বাধা দিয়াৰ শক্তি তোৰ নাই। তোৰ ভিতৰত মনুষত্বৰ

যিকণ আছে, তাৰে তই পৃথিৱীৰ পশুত্বৰ লগত যুঁজিব নোৱাৰ, যুঁজিলেও জয়ী হ'ব নোৱাৰ। তই মানুহ হ'বৰ চেষ্টা কৰা এটা নগণ্য কীট। শঙ্কৰ কাকতীক তই অমান্য কৰিব নোৱাৰ। তই ছুটী ল'ব লাগিব, পূৰ্ণিমাক ফুৰাবলৈ নিয়াৰ দৰে কলিকতালৈ নিব লাগিব, কোনো গোপন মেটাৰ্নিটি বাৰ্ডলৈ নি ডাক্তৰ লতিকা বানাৰ্জিৰ চিঠি দেখুৱাই, কাকতীৰ পৰিয়ালৰ মৰ্যাদা ৰক্ষা কৰিব লাগিব।"

এই সকলো কৰিব পল্লৱে, মানুহ হ'বৰ চেষ্টা কৰা উচ্চ শিক্ষিত পল্লৱ কাকতীয়ে।

ৰাতি বহুত হ'ল।

পল্লৱ কাকতী বাহিৰলৈ ওলাই আহিল।

এটা বোবা অভিযোগে পল্লৱৰ মনৰ ভিতৰখনত এটা অব্যক্ত হাহাকাৰৰ সৃষ্টি কৰিলে।

এবাৰ পল্লৱে মূৰ তুলি আকাশৰ ফালে চালে।

দীপ্তিহীন, নিষ্প্ৰভ সৰু সৰু তৰাবোৰৰ মাজত এটা তৰা উজ্জ্বল হৈ জিলিকি থকা দেখিলে পল্লৱে।

হঠাৎ পল্লৱে যেন সমগ্ৰ পৃথিৱীখনৰ কথা পাহৰি গ'ল। এখন গাঢ় নীলা আকাশ, তাৰ বুকুত এটা তৰা অকলশৰীয়া। আৰু এখন অচিনাকি, প্ৰাচীন পৃথিৱীত এটা অকলশৰীয়া অক্ষম মানুহ!

পৃথিৱীত আৰু কোনো নাই।

এটা নিঃসংগ তৰা আৰু এটা নিঃসংগ মানুহ।

উদ্‌ভ্ৰান্ত অভিযোগ ভাৰাক্ৰান্ত মাতেৰে আকাশখনৰ ফালে চাই অসহিষ্ণুভাবে পল্লৱে ক'লে, "হে ঈশ্বৰ, হে হিন্দুৰ ঈশ্বৰ, হে মুছলমানৰ ঈশ্বৰ, হে খৃষ্টান, বুদ্ধ, জৈন, পাৰ্চী, অগ্নি-পূজাৰক ঈশ্বৰ, আৰু হে পশুৰ ঈশ্বৰ, আজি এদিনৰ কাৰণে পৃথিৱীত এটা অক্ষম মানুহক চিঞৰি চিঞৰি ক'বলৈ দিয়া যে তুমি নাই, তুমি কোনো দিন নাছিলা। আৰু ক'বলৈ দিয়া যে তোমাৰ পৃথিৱীত কোনো দেৱত্ব নাই, কোনো মানৱত্ব নাই, কোনো নৈতিকতা, কোনো আধ্যাত্মিকতা নাই। এইখন মানুহৰ পৃথিৱী নহয়, এইটো কোনোদিন সূৰ্যৰ পোহৰ নপৰা এটা বিৰাট আন্ধাৰ গহ্বৰ, ইয়াত আছে হিংস্ৰ পশু, ইয়াত আছে বিষাক্ত সাপ, ইয়াত আছে মাংসভোজী অৰণ্য শাৰ্দ্দক। এই পৃথিৱীত মানুহ নামৰ কোনো প্ৰাণীৰ কাহানিও আবিৰ্ভাৱ হোৱা নাছিল।

"হে ঈশ্বৰ, হে শক্তিহীন, পঙ্গু, জড়, উদাসীন ঈশ্বৰ— তুমি অক্ষম, তুমি দুৰ্বল। হেজাৰ হেজাৰ বছৰেও তুমি এই পশুবোৰৰ মাজৰ পৰা পশুত্বৰ অৱসান ঘটাব নোৱাৰিলা। তোমাৰ পৃথিৱীত পশুত্বৰ বাহিৰে একো নাই। এই পশুশালা

সৃষ্টি কৰাৰ কি অৰ্থ আছিল তোমাৰ? তোমাতকৈ অধিক শক্তিশালী শংকৰ কাকতী, অধিক শক্তিশালী লতিকা বানাৰ্জী।

"আজি মোক ক'বলৈ দিয়া যে তুমি নাই। তোমাৰ সৃষ্টিত মানৱত্ব বুলি একো নাই। তুমি এক পশুশালাৰ চৰ্দাৰ। তুমি নাই, তুমি কাহানিও নাছিলা।

"হে ঈশ্বৰ, তুমি যদি আছা আজি এদিনৰ কাৰণে মোক পশু হ'বলৈ দিয়া, মোক মানুহ হ'বৰ কাৰণে কৰা আত্মপ্ৰবঞ্চনাৰ পৰা উদ্ধাৰ কৰা, মই অক্ষম, মই দুৰ্বল, হে ঈশ্বৰ আজি মোক মানুহ হোৱাৰ প্ৰচেষ্টাৰ পৰা ৰক্ষা কৰা আৰু মোৰ ভিতৰত এক হিংস্ৰ হত্যাকাৰীৰ দুৰ্বাৰ পশুত্ব জাগ্ৰত কৰি তোলা, মোকো পশু হ'বলৈ দিয়া, হে ঈশ্বৰ, নিজে পশু নহ'লে যে মই শংকৰ কাকতীৰ পশুত্বক শেষ কৰিব নোৱাৰোঁ, মই হত্যাকাৰী হ'ব নোৱাৰোঁ ..."

মধ্যযুগীয় কোনো নাটকৰ নায়কৰ দৰে কথাবোৰ কৈ পল্লৱে চাৰিওফালে চালে।

কেউফালে নিবন্ধ আন্ধাৰ।

তৰাবোৰ একেবাৰে ম্লান হৈ গৈছে।

এখন আন্ধাৰে আগুৰা ক্লান্ত পৃথিৱীত পল্লৱ অকলশৰীয়া।

পল্লৱৰ ভয় নেলাগিল।

উত্তপ্ত অসহিষ্ণু খোজেৰে পল্লৱ ভিতৰলৈ আহিল, নিজৰ কোঠালৈ গ'ল, আলমাৰি আৰু মেজত পৰি থকা কিতাপৰ দ'মবোৰলৈ বিতৃষ্ণাৰে এবাৰ চালে।

সিফালৰ কোঠাত শংকৰ কাকতী টোপনি গৈছে, হয়তো পূৰ্ণিমাৰো টোপনি আহিছে।

কি বিড়ম্বনা!

মানুহ যেতিয়া অনিদ্ৰাত চটফটাই মৰে পশু তেতিয়া নিশ্চিন্তে টোপনি যায়।

নিঃশব্দে আলমাৰি মেলি পল্লৱে কিতাপবোৰ উলিয়াই মেজৰ ওপৰত দ'ম কৰিলে। বহুদিনৰ সঞ্চিত মূল্যবান আৰু দুষ্প্ৰাপ্য কিতাপ, পশুশালাত ধৰ্ম গ্ৰন্থৰ কোনো মূল্যই নাই।

এইবোৰ সকলো পুৰি পেলোৱা দৰকাৰ।

এইবোৰ পশুশালাৰ অলাগতিয়াল আবৰ্জনা।

জুইশলাত কাঠীডাল মাৰি পল্লৱ বৈ গ'ল।

কিতাপবোৰ পুৰিলে কি লাভ হ'ব?

এইবোৰে যদি কোনো এটা পশুক মানুহ কৰিব নোৱাৰিলে, তাৰ বাবে সিহঁতৰ কি দোষ?

কাঠীটো তাৰ হাতত্তে নুমাই শেষ হৈ গ'ল।

পল্লৱ কিন্তু ক্ষান্ত নহ'ল।

সি উঠি বন্দুকটো বিচাৰি ল'লে আৰু যদিও কাৰ্টিজ শইৰ কাকতীৰ শোৱাকোঠাতহে থাকিল, তথাপি সি বন্দুকটো হাতত লৈ বাপেকৰ শোৱা কোঠাটোৰ দুৱাৰমুখতে বহি ৰ'ল। পশুশালাৰ দুৱাৰ মুকলি হ'ব আৰু লগে লগে এটা বন্দুকৰ শব্দ হ'ব আৰু —

আৰু এটা পশু মাটিত ঢলি পৰিব।

কথাবোৰ ভাবি পল্লৱৰ আনন্দ লাগিল।

সি অব্যক্তভাৱে প্ৰাৰ্থনা জনালে, "হে মানুহৰ ঈশ্বৰ, আজি, কেৱল আজিৰ কাৰণে মোক এটা হত্যাকাৰীৰ মনোবল দিয়া। আজি যেন মোৰ লক্ষ্য অব্যৰ্থ হয়। আজি মোক এটা মানুহ হ'বলৈ দিয়া ..."

# কান্দি থকা হাবি

এখন পাতলীয়া হাবি আছিল। হাবিখন বহলকলীয়া পুবণি। ওচৰ-পাঁজৰৰ খৰিকটীয়াবোৰে তাৰ কাঠবোৰ কাটি কাটি হাবিখন পাতল কৰি পেলাইছিল। হাবিখনৰ উত্তৰ ফালে জিলিকৰ ঘৰ, পূবে মিলিকৰ ঘৰ, দক্ষিণ ফালে আকৌ বেণুহঁতৰ ঘৰ, পশ্চিম ফালে বেণুহঁতৰ ঘৰ। সিহঁত সকলো সৰু সৰু ল'ৰা-ছোৱালী।

বুঢ়া মানুহবোৰে কয়, হাবিখন হেনো দেওলগা। মাজনিশা বোলে হাবিখনত কোনোবাই বিনাই বিনাই কান্দে। সেই কাৰণে তেওঁলোকে সৰু ল'ৰা-ছোৱালীক তালৈ যাবলৈ হাক দিয়ে। ল'ৰা-ছোৱালীবোৰো হাবিখনৰ মাজলৈ নোসোমায়, কাষৰে-পাঁজৰেই ধেমালি-ধুমুলা কৰি ফুৰে। মানুহবোৰে হাবিখনৰ নাম দিছে : কান্দি থকা হাবি।

এবাৰ পিছে বহাগমহীয়া বাতিপুৱা মিঠা ৰ'দ এজাক ওলাইছিল। গোটেই হাবিখন বগা বগা পোহৰেৰে ভৰি পৰিছিল। জিলিক-মিলিক, বেণু আৰু বেণুহঁতবো মনত বৰ ৰং লাগিছিল। নতুন বছৰ আৰম্ভ হ'লে সকলোৰে আনন্দ লাগে।

জিলিক, মিলিক, বেণু আৰু বেণুহঁতে নিজৰ নিজৰ চোতালৰ আগত খেলি আছিল। সিহঁতৰ ঘৰ দূৰে দূৰে পোনে পোনে গ'লে পিছে বেছি দূৰ নহয়, পিছে মাজত হাবিখন থকাৰ কাৰণে যাব নোৱাৰি নহয়। সেই কাৰণে সিহঁতে অকলে অকলেই খেলি থাকে।

তেতিয়া ঘৰৰ ডাঙৰ মানুহবোৰ নিজৰ নিজৰ কামত লাগি আছিল। সৰু ল'ৰা-ছোৱালীবোৰেনো কি কৰিছে তেওঁলোকে ক'বই নোৱাৰে।

এবাৰ বেণুহঁতে শুনিলে, কোনোবাই যেন ক'ৰবাত চিঞৰি চিঞৰি বিনাইছে। বেণুহঁতেও শুনিলে, জিলিক আৰু মিলিকহঁতেও শুনিলে। সিহঁতে মাকহঁতক বাহিৰৰ পৰাই চিঞৰি ক'লে, "মা, সেইয়া কোনোবাই কান্দিছে শুনিছানে?" মাকহঁতে ক'লে, "সেইয়া একো নহয়। হাবিখনত ভূত আছে, ভূতে চিঞৰিছে, তোমালোক ভিতৰলৈ গুচি আহা।"

পিছে বেণুহঁতে মাকহঁতৰ কথালৈ কাণ নিদি লাহে লাহে চোতালৰ পৰা ওলাই হাবিখনৰ ফালে খোজ ল'লে। জিলিকে ভাবিলে, বেণুহঁতৰ ঘৰত কোনোবাই কান্দিছে। মিলিকে ভাবিলে বেণুহঁতৰ ঘৰতহে কোনোবাই কান্দিছে।

ৰ'দজাক বৰ ভালকৈ ওলাইছিল। গছৰ কুঁহিপাত আৰু কোমল বননিবোৰ নিৰমল আৰু সেউজীয়া হৈ পৰিছিল। হাবিখনত ভাল বাটপথ নাই। সৰু সৰু লুংলুঙীয়া বাটহে আছিল। সিহঁতে বাট উলিয়াই হাবিখনৰ মাজলৈ আগবাঢ়ি যাব ধৰিলে। পিছে সিহঁতে প্ৰত্যেকেই অকলে অকলে ভাবিছিল— বেণুৱে ভাবিছিল

যে তাই অকলে আহিছে। ৰেণু, মিলিক আৰু জিলিকেও তেনেকৈয়ে ভাবিছিল। সিহঁত চাৰিওটা যে চাৰিওফালৰ পৰা একে ঠাইলৈকে আহিছে সিহঁতে ক'বই নোৱাৰে।

সিহঁত যিমানে আগবাঢ়ি আহিব ধৰিলে সিমানে হাবিৰ মাজৰ সেই কান্দোনৰ মাতটো ডাঙৰ হৈ আহিব ধৰিলে। সিহঁতৰ মনত লাগিল যেন কান্দোনটো হাবিখনৰ ভিতৰ-বাহিৰ তল-ওপৰ কেউফালৰ পৰা আহিছে। গছ-পাতবোৰে যেন কান্দোনৰ শব্দতে জিৰ জিৰ কৰি কঁপিছে।

পিছে সিহঁতে ভয় নেখালে। ভাল ৰ'দ আছিল নহয়।

চাৰিওটা চাৰিফালৰ পৰা অকলে অকলেই হাবিখনৰ মাজলৈ আগবাঢ়ি যাব ধৰিলে।

সিহঁত যিমানে আগবাঢ়িব ধৰিলে সিমানে কান্দোনৰ শব্দটো যেন বেছিহে হ'ব ধৰিলে। সেইখন যেন এখন কান্দোনৰ হাবি। গছৰ পাতৰ মাজৰ পৰা মাটিৰ তলৰ পৰা আকাশৰ পৰা, যেন কান্দোনবোৰ উৰি উৰি আহিছে। কান্দোনবোৰনো ক'ৰ পৰা আহিছে সিহঁতৰ জানিবৰ বৰ ইচ্ছা হ'ল। অকলে অকলেই সিহঁত আগবাঢ়িব ধৰিলে আৰু বেগাই।

ঠিক একে সময়তে ৰেণু, বেণু, মিলিক আৰু জিলিক চাৰিওটা আহি হাবিখনৰ মাজৰ এখন মুকলি ঠাই পালেহি। ইটোৱে সিটোক তেনেকৈ অকলে অহা দেখা পাই সিহঁত আচৰিত হ'ল। ইটোৱে সিটোক সুধিলে, "ইয়ালৈ কেলেই আহিছা?"

"কিহে কান্দিছে চাবলৈ আহিছোঁ।"— আটাইকেউটাই ক'লে।

এনেতে অলপ আগবাঢ়ি আহি সিহঁতে দেখিলে এটা দ, বহল গাঁত। সিহঁত গাঁতটোৰ পাৰতে আহি ৰ'লহি। গাঁতটোৰ ভিতৰখন অলপ আন্ধাৰ।

এনেতে ৰেণুৱে চিঞৰি উঠিল, "সেইটো কি, গাঁতটোৰ ভিতৰত সেইটো কি?"

চাৰিওটাই জুমি চালে। সিহঁতৰ মাত শুনি গাঁতটোৰ ভিতৰত পৰি থকা কিবা এটাই উঠি আহিবৰ কাৰণে কেৰমেৰাব ধৰিলে। পিছে গাঁতটোৰ পৰা গেলা গোন্ধ ওলাইছিল। তলত বোকা আৰু ঘোলা পানী। তেতিয়া বেলিটো মূৰৰ ওপৰ পাইছেহি। ৰ'দৰ পোহৰত সিহঁতে দেখিলে বোকাত ডিঙিৰ গুৰিলৈকে পোত গৈ আছে এজনী আলৰ বুঢ়ী. তাইৰ চুলিবোৰ পকি বগা হৈ গৈছে। চকুৰ চেলাউৰিবোৰো বগা হৈ গৈছে আৰু বুঢ়ীয়ে বিনাই বিনাই কান্দিছে, তাই কিজানি চকুৰেও নেদেখে. কিয়নো মিলিকহঁতৰ মাত শুনি তাই ওপৰলৈ মূৰ কৰি কৰি চাইছে আৰু কান্দিছে মাথোন।

"এঃ বুঢ়ীজনী কেনেকৈ বোকাত পৰি আছে, আমি তুলি আনোগৈ ব'লা।" — এই বুলি কৈ চাৰিওটা লাহে লাহে গাঁতটোলৈ নামি গ'ল। বুঢ়ীলৈ সিহঁতে ভয় নকৰিলে।

ল'ৰা-ছোৱালীৰ গাৰ গোন্ধ পাই বুঢ়ী ককবকাই উঠিল আৰু কেঁকাই কেঁকাই ফেঁকুৰি ফেঁকুৰি ক'লে, "মইনাহঁত, মই চকুৰে নেদেখোঁ, পিছে গোন্ধ পায়ে বুজিছোঁ, তোমালোক সৰলমনা শিশু। ধৰাচোন, মোক ইয়াৰ পৰা ওপৰলৈ তুলি নিয়া। চোৱাচোন মই কিমান কষ্টত ভুগি আছো।"

"তুমি ইয়াত কেনেকৈ এনেকৈ পৰি আছা"— ৰেণুৱে সুধিলে।

কান্দি কান্দি বুঢ়ীয়ে ক'লে, "এই যে গাঁতটো দেখিছা ইয়াতে মোৰ সাঁচি থোৱা বহুত ধন-সোণ আছিল। ডকাইত আহি কাঢ়ি নি নি শেষ কৰিলে। দেখিছানে, সিহঁতে মোক কিমান অত্যাচাৰ কৰিছে।" — কথাষাৰ কৈ বুঢ়ীয়ে কঁপি কঁপি গাটো দেখুৱালে।

বুঢ়ীৰ গোটেই গাতে কটা, ছিঙা-খুন্দাৰ ঘা— মাংসবোৰ গেলি গৈছে। দেখি সিহঁতৰ বৰ বেযা লাগিল। ধন-সোণৰ কাৰণেনো বুঢ়ীক এনেকৈ কাটি মাৰি গাঁতত পেলাই থ'ব লাগেনে?

"তুমি এনেকৈ কিমান দিনৰ পৰা পৰি আছা?" ৰেণুৱে সুধিলে।

"বহুত দিন হ'ল। দেখা নাইনে মই কিমান বুঢ়ী হৈছোঁ, গাত তেজ নাই, চকুৰে নেদেখোঁ, উঠিবলৈ গাত শক্তি নাই।"

বুঢ়ীৰ দুখলগা কথাবোৰ শুনি সিহঁতকেটাৰ বেয়া লাগিল।

"ধন-সোণৰ কাৰণেই বাৰু বুঢ়ীক ইমান কষ্ট দিব পায়নে? ডকাইতবোৰ কি যে বেয়া"— জিলিকে ক'লে।

"কথা কৈ থাকিলে কি হ'ব? ধৰা আমি বুঢ়ীক ইয়াৰ পৰা তুলি শুকান ঠাইলৈ লৈ যাওঁ —" ৰেণুৱে ক'লে।

হঠাৎ মিলিকৰ মনত কথা এষাৰ খেলালে। মিলিকে বুঢ়ীক সুধিলে, "তোমাৰ নাম কি?"

কেঁকাই কেঁকাই বুঢ়ীয়ে ক'লে, "মোৰ নাম পৃথিৱী।" পিছে আৰু বেছি কথা নকৈ সিহঁত চাৰিওটাই ধৰি পৃথিৱীক গাঁতৰ বোকাৰ পৰা ওপৰলৈ তুলি আনিলে।

বুঢ়ীয়ে শান্তভাৱে হাঁহিলে।

UNESCO শিশু গল্পখন সংগ্ৰহৰ উদ্দেশ্যে এই গল্পটো লিখা হৈছিল—

-মালিক

# আনন্দ

পুৰণি এৰীয়া কাপোৰখনেৰে ঘুম মাৰি, পিঠিত কাতিমহীয়া পুৱাৰ ৰ'দ জাক পেলাই প্ৰফেছাৰ ভোলানাথ শৰ্মাই আগদিনা কলেজ লাইব্ৰেৰীৰ পৰা অনা কিতাপখন মেলি লৈছিল মাথোন, দুৱাৰমুখত থিয় হৈ তেওঁৰ পৰিবাৰ ভৱানীয়ে অভিযোগসনা মাতেৰে ক'লে, "আকৌ দেখোন কিতাপহে মেলি ল'লে। নাযায় নেকি?"

কিতাপৰ পৰা মূৰ নোতোলাকৈয়ে শৰ্মাই ক'লে, "ঘড়ীটো চোৱাচোন সময় কিমান হ'ল?"

"ঘড়ী চাব নালাগে, বেলিটোলৈ চালেই হ'ব। আঠ বাজি গ'ল।"

"বাৰু, আৰু আধা ঘণ্টা ৰোৱা। ন' বজাৰ আগতে লোকৰ ঘৰলৈ যোৱাটো ভাল কথা নহয়। আৰু চোৱা, কিতাপখনৰ প্ৰথম আৰম্ভণিটোৱেই বৰ ধুনীয়া ..."

"আপোনাৰ কাৰণে বেয়া কিতাপ কোনোবাই আজিলৈকে ক'ৰবাত লিখিছে জানো? আপোনাৰ কাৰণে সকলো কিতাপেই ভাল।"

শৰ্মাই কিতাপৰ পৃষ্ঠা এটাত চকু নিবদ্ধ ৰাখিয়ে ক'লে, "তুমি কোৱা কথাটো একেবাৰে মিছা নহয়। আচলতে পঢ়িব জানিলে সকলো কিতাপেই ভাল। অৱশ্যে আগৰ দিনত যেতিয়া লিখা-পঢ়া জনা মানুহ বৰ তাকৰ আছিল, তেতিয়া কিছুমান লিখকে বেয়া কিতাপো লিখিছিল, কিন্তু আজিকালি কোনেও তেনে নকৰে, নকৰে মানে কৰিব নোৱাৰে। আজিকালিৰ পাঠক সমাজ বৰ সচেতন ..."

অৱশ্যে প্ৰফেছৰ শৰ্মাৰ এই কথাৰ পাছত কথাখিনি শুনিবলৈ ভৱানী দুৱাৰমুখত ৰৈ থকা নাছিল। প্ৰফেছৰৰ লগত তেওঁ জীৱনৰ সোতৰ বছৰ কটাইছে। তেওঁক আৰু বুজিবলৈ বাকী নাই।

ভোলানাথ শৰ্মা বুৰঞ্জীৰ প্ৰফেছৰ। বি. এ. প্ৰাইভেটকৈ পাছ কৰিছিল। এম. এও প্ৰাইভেটকৈ পাছ কৰিছিল। তাৰ পাছত চাৰি বছৰ এটা ছোৱালী হাইস্কুলত মাষ্টৰ কৰিছিল। তাৰ পাছত নতুনকৈ পতা কলেজটোত ডেৰশ টকা দৰমহাত প্ৰফেছৰ সোমাইছিল। ভৱানীৰ লগত বিয়া হৈছিল স্কুলত কাম কৰি থাকোঁতেই। কোনো প্ৰেম-পিৰীতিৰ কাৰবাৰ নাছিল। ভৱানীৰ দেউতাকে কন্যাদায়ৰ পৰা ৰক্ষা পৰিবৰ কাৰণে শৰ্মাৰ মাকক ধৰিলেহি। মাকে 'ল'ৰালৈ' পোনাতে। 'ল'ৰা' মান্তি হ'ল। গতিকে ভোলা শৰ্মাৰ লগত ভৱানী দেৱীৰ বিয়া যথাসময়ত কিছু আড়ম্বৰেৰেই হৈ গ'ল।

বৰ্তমান প্ৰফেছৰ শৰ্মা পাঁচোটি ল'ৰা-ছোৱালীৰ পিতৃ। সৌভাগ্যবশতঃ এই পাঁচোটা সন্তানৰ প্ৰথম চাৰিটি ছোৱালী, আৰু পেট-মোচাটি ল'ৰা। চাৰিজনী ছোৱালীৰ পিতৃ হোৱাৰ কাৰণে শৰ্মাৰ বৰ আনন্দ। ভৱানীয়ে কেতিয়াবা

কেইবাজনীও ছোৱালী হোৱাৰ কাৰণে সামান্য অসন্তুষ্টি প্ৰকাশ কৰিলেও প্ৰতিবাদ কৰি শৰ্মাই কয়, "চোৱা ভৱানী, আমাৰ সমান সৌভাগ্যবান কেইজন আছে? আমাৰ পাঁচজনী ছোৱালী আৰু দুটি ল'ৰা। অৱশ্যে ডাঙৰটি ল'ৰা সিমান চালাক-চতুৰ নহয়। কিন্তু ডাঙৰ ছোৱালীজনী বুদ্ধিমতী —"

শৰ্মাৰ পাঁচজনী ছোৱালীৰ 'ডাঙৰটি' হ'ল ভৱানী, আৰু 'ডাঙৰ ল'ৰাটি' হ'ল তেওঁ নিজে।

ভৱানীৰ অভিযোগ মাৰ যায়। পাঁচটি সন্তানৰ মাক হৈয়ো এজনী অবিবাহিতা ছোৱালী যেন গাভৰু হৈ থকাৰ কাৰণে ভৱানীৰ আনন্দ হয়।

ন' বজাত ভৱানীয়ে আকৌ দুৱাৰমুখত দেখা দি চমুকৈ ক'লে, "ন' বাজিল —"

"ন' বাজিলনে, মানুহবোৰ অফিচ-আদালতলৈ যাবৰ সময় হ'ল। এই সময়ত মানুহৰ ঘৰলৈ যোৱাটো বৰ ভাল নহয়। ন' বজাটো বৰ ব্যস্ত সময়। এই সময়ত গ'লে মানুহে আমনি পাব।"

"আঠ বজাতো নগ'ল, ন' বজাতো নাযায়, যাব কেতিয়া? আজি জানো ক্লাছ নাই?"

ভৱানীৰ ফালে ঘূৰি চাই শৰ্মাই ক'লে, "ইমান পুৰণি মানুহজনীয়ে ইমান নতুন কথা এটা কেনেকৈ ভাবিব পাৰিলে! মানুহ থাকে মানে, আনকি মানুহ নাইকিয়া হ'লেও মানুহৰ বুৰঞ্জী থাকিব। বুৰঞ্জী সৃষ্টি কৰিবৰ কাৰণেই যে মানুহৰ জন্ম। আৰু তুমি আজি কৈছা বুৰঞ্জীৰ প্ৰফেচৰৰ বুৰঞ্জীৰ ক্লাছ নাথাকিব। মই নাথাকিব পাৰোঁ, কিন্তু ক্লাছ থাকিবই। অৱশ্যে ছাত্ৰই ক্লাছ নকৰিব পাৰে, সেইটো তেওঁলোকৰ মৰ্জি। কিন্তু ..."

"তেন্তে আজিও আপুনি নাযায়?" সামান্য তিক্তভাৱেই ভৱানীয়ে ক'লে।

"মই যোৱাটো ডাঙৰ নে তেওঁক লগ পোৱাটো ডাঙৰ? লগ পোৱাইতো নহয়, লগ পোৱাৰ উদ্দেশ্যও সফল হ'ব লাগিব।"

"আপুনি যদি যাবলৈ বেয়া পাইছে ময়ে যাম —" ভৱানীয়ে ক'লে।

"আজিকালি মহিলাসকল সকলোতে আগবাঢ়িছে। তুমি যাব লাগিব নে মই, এই বিষয়ে যেতিয়া মনুসংহিতাত কোনো নিৰ্দেশ নাই, তুমি গ'লেও বিশেষ পাপ নহ'ব যেন লাগিছে। কিন্তু —"

ভৱানী আকৌ ভিতৰলৈ গ'ল। এই কিন্তুৰ পাছত শৰ্মাই কি ক'ব ভৱানীয়ে জানে। শৰ্মাই ক'ব, কিন্তু তুমি যোৱাৰ পাছত অধ্যাপক ভোলানাথ শৰ্মাৰ কি গতি হ'ব এবাৰ ভাবি চাইছানে? ইত্যাদি ...।

শৰ্মাৰ ক্লাছ আছে ডেৰ বজাৰ পৰা। গতিকে নতুন কিতাপখন এৰি ক'লৈকো যাবৰ মন নাই। অৱশ্যে যোৱাটো নিতান্ত জৰুৰী কথা। এনেই ভৱানীয়ে

টানি থকা নাই। এৰাই যাব খুজিলেই জীৱনৰ সমস্যাবোৰৰ পৰা হাত সাৰিব নোৱাৰি। আৰু মোৰ বুলি লৈ জীৱনৰ মেৰপাকত এবাৰ সোমাই পৰিলে, মৃত্যু পৰ্যন্ত তাৰ পৰা নিষ্কৃতি পোৱা নাযায়।

হয়তো বৰ্তমানৰ জীৱন্ত সমস্যাৰ মাজত নোসোমাই প্ৰফেছৰ শৰ্মাই ইতিহাসৰ বুকুৰ নানা জটিল আৰু ৰহস্যময় সমস্যাৰ মাজতে নিজক বুৰাই ৰাখি আনন্দ পালেহেঁতেন। কিন্তু বৰ্তমানৰ সমস্যাই তেওঁক এৰা নিদিয়ে। আৰু তেৱোঁ এৰাবলৈ নিবিচাৰে।

শৰ্মাৰ দুযোজনী ছোৱালী ডাঙৰ হৈছে যদিও প্ৰথমজনী বিয়া দিবৰ চিন্তা কৰিবৰ সময় হৈছে। বয়স পোন্ধৰ চেৰাইছে যদিও গাযে-গঢ়িযে ছোৱালী দুজনী লহপহকৈ বাঢ়িছে। ডাঙৰ ছোৱালীজনীৰ নাম দেৱযানী, পিছে মতা হয়— আইমানু বুলি। বৰ্তমান আইমানুক লৈযে প্ৰধানকৈ ভৱানীৰ চিন্তা। গজ-গজকৈ চাৰিজনী ছোৱালী— এতিযাৰ পৰা চিন্তা কৰিলেহে কিবা এটা হযগৈ যদি।

সৌভাগ্যৰ কথা কেউজনী ছোৱালী দেখনিযাৰ। আইমানু জাকত জিলিকা ছোৱালী। পঢ়া-শুনাতো ভাল। এইবাৰ মেট্ৰিক দিব। গান-বাজনাও অলপ জানে।

কিন্তু ভৱানীৰ দুখ আৰু চিন্তাৰ কাৰণ কেইবাটাও। ছোৱালীকেজনীৰ কাৰণে অলংকাৰ-পাতি একো যোগাৰ কৰিব পৰা নাই। যেতিযা সোণৰ দাম অলপ সস্তা আছিল, তেতিযা ছোৱালীকেজনী সৰু সৰু হৈ আছিল। অলঙ্কাৰৰ কথা চিন্তা নকৰিলেও হৈছিল। আৰু তেতিযা শৰ্মাৰ দৰমহাও আছিল বৰ কম, কোনোমতে মাহটো খাবলৈকে নুজুৰিছিল। আজি পোন্ধৰ বছৰৰ ভিতৰত গৈ গৈ শৰ্মাৰ দৰমহা আগৰ দুগুণেই হৈছেগৈ প্ৰায়। কিন্তু বস্তুৰ দাম আগৰ তুলনাত বাঢ়িছে দহ গুণ, আৰু তেওঁৰ পৰিযালৰ আকাৰো বাঢ়িল কেইবা গুণো।

ছোৱালীজনীৰ অলংকাৰ দূৰৰ কথা, চোলা-কাপোৰকেইটাও সম্পূৰ্ণ যোগাৰ কৰা টান। নিজৰ আৰু ভৱানীৰ কাপোৰ-কানিৰ কথা চিন্তা কৰাৰ কথা বাদেই।

আজি তিনি বছৰমানৰ পৰা ভৱানীয়ে কুটুৰি আছে অন্ততঃ ডাঙৰ ছোৱালী দুজনীৰ কাৰণে কিবা দুপদ সোণৰ অলংকাৰ গঢ়াব লাগে। ইমান একোজনী ছোৱালী উকা হাত, উকা কাণেৰে ৰাখিব নাপায়।

এই বিষয়ে সদায় কৈ থকাত এদিন শৰ্মাই গম্ভীৰ হৈ কৈছিল, "চোৱা ভৱানী, চৰকাৰে কৈছে দেশ ৰক্ষাৰ কাৰণে সোণৰ দৰকাৰ। সোণেৰে টেংক-বন্দুক কিবাকিবি কিনিব, তাৰে দেশ ৰক্ষা কৰিব। আমাৰতো দিবলৈ সোণ নাছিলেই। এটা কাম কৰা যাওক— সোণেৰে বন্দুক আৰু টেংক পায়, টেংকে দেশ ৰক্ষা কৰে। অৰ্থাৎ বন্দুক আৰু সোণ একে বস্তু। সোণ যেতিয়া নায়েই, ছোৱালীকেজনীৰ কাৰণে কেইটামান বন্দুক আৰু টেংকে কিনা যাওক। নাকে-কাণে পিন্ধিব। শুৱৰ পাব নেকি?"

ভবানী আঁতৰি গৈছিল নীৰৱে।

ভবানীৰ ককায়েক এজন কোনোবা এখন ইউৰোপীয়ান চাহ বাগিচাৰ বৰ কেৰেণী। অৱস্থা ৰজনজনা। নিজৰ পঢ়া-শুনা সৰহ নাছিল কাৰণে প্ৰফেছৰ শৰ্মালৈ বৰ শ্ৰদ্ধা। আৰু শৰ্মাৰ আৰ্থিক অৱস্থাৰ কথা নাজানে কাৰণেই শৰ্মাক বৰ ধনী মানুহ বুলি ভাবে। কলেজৰ প্ৰফেছৰে যে হাইস্কুলৰ মাষ্টৰতকৈ কম টকা পায়, তেওঁ নাজানে। বাগিচাত থাকি সমাজবাদ একো শিকিব পৰা নাই। ক্লাছ ফ'ৰলৈকে পঢ়া পাঠশালাৰ শিক্ষকে যে এশ পঁইত্ৰিশ টকা পায়, আৰু এম. এ., বি. টি., বি এল. প্ৰফেছৰে যে দুশ পঁইত্ৰিছ টকা পায়— এই সমাজবাদৰ কথা তেওঁ নাজানে। সেই দেখি ভোলা শৰ্মাক বৰ ধনী বুলি ভাবে।

তেৱেঁই ভবানীলৈ এখন চিঠি দিছে আজি কেইদিনমানৰ আগতে। ওচৰৰে বাগান এখনৰ বৰ মহৰীৰ ল'ৰাটোৱে ইঞ্জিনিয়াৰিং পাছ কৰিছে। ল'ৰাটো বৰ ভাল আৰু চোকা। পৰীক্ষা দি আহিয়ে কামত সোমাল, পাছ পাছতহে কৰিছে। ল'ৰাটোৰ বিয়া পতাৰ কথা মাক-বাপেকে ভাবিছে। ভবানীৰ ককায়েকে আইমানুৰ কথা কৈছে। ৰাহিযোৰা মিলিলে বিয়াখন হ'ব পাৰে। পিছে তাৰ আগতে এদিন ল'ৰাৰ বাপেকে ছোৱালী আৰু ছোৱালীৰ ঘৰ চাবলৈ আহিব। কোনোবা দিনা ভুটুংকৈ ওলাবহি।

ককায়েকৰ চিঠিয়ে ভবানীক এহাতে যিদৰে আনন্দিত কৰিলে, আনহাতে চিন্তাতো পেলালে। প্ৰফেছৰ ভোলা শৰ্মাৰ ঘৰখন যে কেনেকৈ চলিছে তাক ভবানীৰ বাহিৰে আন কোনোৱে বুজিব নোৱাৰে।

দৰমহাৰ পইচাই কাণে কাণ মাৰিয়ে দাইল-চাউলৰ খৰচটো হয়। পৰীক্ষাৰ কাকত চাই আৰু কেতিয়াবা পৰীক্ষাত ৰখীয়া কৰি যি কেইটকা পায় সেয়ে একামাত্ৰ বাহিৰা আৰ্জন। আজি দহ বছৰৰ আগতে মাহে ষাঠি টকা ভাৰাত যিটো ঘৰ লৈছিল, আজিও তাতে আছে। ঘৰটো সৰু আৰু ঠেক। আগে পৰিয়াল সৰু আছিল। কিন্তু এতিয়া পৰিয়াল ডাঙৰ হলতো ডাঙৰ ঘৰলৈ যোৱাৰ ব্যৱস্থা শৰ্মাই কৰিব পৰা নাই। ঘৰ ভাৰা যিদৰে বাঢ়িছে, এইটো ঘৰ এৰি গ'লে শৰ্মাই দৰমহাৰ টকাৰে ঘৰহে ভাৰা ল'ব পাৰিব। খাব-পিন্ধিব নোৱাৰিব। আৰু খোৱা-পিন্ধাৰ কিম্বা উন্নতিৰ চিন্তা কৰিলে তেওঁৰ পৰিয়ালটো ফুটপাথৰ আলহী হ'ব লাগিব।

ভবানীয়ে বুজে। নহ'লে আজিও নগৰৰ ভিতৰত কেৰাচিনৰ লণ্ঠনৰ পোহৰত পঢ়ি শৰ্মাই চকু নষ্ট কৰাটো ভবানীয়ে সহ্য কৰি নাথাকিলহেঁতেন। ইলেকট্ৰিক লাইট থকা আহল-বহল ঘৰ ভাৰা লৈ থাকিলহেঁতেন।

কিন্তু ককায়েকৰ চিঠিখনে ভবানীক বহুত চিন্তাত পেলালে। পোন্ধৰ বছৰ কলেজত প্ৰফেছৰী কৰা শৰ্মাক চিনিব এজন মানুহে পৰিয়ালে এনে এটা ঠেক, সেমেকা, ভগা-ছিগা ঘৰত থকা দেখিলে তেওঁলোকৰ বিষয়ে ল'ৰাৰ বাপেকে কি

ভাবিব? তেওঁলোকৰ অৱস্থা সম্পৰ্কে কি ধাৰণা কৰিব? ঘৰটোত কোঠালি মুঠেই তিনিটা, আগফালে আৰু পিছফালে অকণ অকণ বাৰাণ্ডা। দুটা কোঠালিত ছোৱালীকেজনীৰ লিখা-পঢ়া কৰা মেজ, চকী আৰু বিছনা। সৰু তৃতীয় কোঠাটো শৰ্মা আৰু ভৱানীৰ শোৱা কোঠা। তাত চকী-মেজ ভৰাবৰ ঠাই নাই। কেৱল খাটখন ধৰে। প্ৰফেছৰে কিছু কিতাপ থয় বিছনাৰ ওপৰত, আৰু কিছু থয় বিছনাৰ তলত, মজিয়াত খবৰ কাগজ পাৰি। নিজৰ বুলিবলৈ কিতাপ নায়েই— কিতাপ কিনাটো অসম্ভৱ। লাইব্ৰেৰীৰ পৰা অনা কিতাপ পঢ়ি শেষ কৰিয়ে ঘূৰাই দিয়ে। ঘৰত থ'বলৈ ঠাই নাই। ভাগ্যে ঘৰৰ ভেটিটো পকা আছিল, কিতাপ-কাগজ মজিয়াতে থ'ব পাৰি। শৰ্মাই লিখা-পঢ়া বিছনাতে বহি নাইবা পিছফালৰ বাৰাণ্ডাত বহি আৰু বতৰ ভাল থাকিলে চোতালতে বহি কৰে। আগফালৰ বাৰাণ্ডাত ডোখৰেই শৰ্মাৰ ড্ৰয়িং ৰুম। কলেজৰ কামত সোমোৱাৰ দিন ধৰি শৰ্মাই কিতাপ-পত্ৰ থ'বলৈ এটা আলমাৰি কৰোৱাৰ কথা ভাবি আহিছে, সেয়ে হোৱাগৈ নাই। আগে যেতিয়া কাঠৰ দাম আৰু মিস্ত্ৰী খৰচ কম আছিল তেতিয়া আলমাৰি সজাব পৰা টকাৰ যোগাৰ কোনো ৰকমে কৰিব নোৱাৰিলে। আৰু বৰ্তমান আলমাৰি সজোৱাটো অসম্ভৱ— আঢ়ৈ শ টকাৰ কমে আলমাৰি নহ'ব। শৰ্মাই নোৱাৰে। অৱশ্যে প্ৰফেছৰৰ ঘৰত কিতাপৰ আলমাৰি নোহোৱাৰ এটা সহজ কাৰণ দেখুৱাবৰ উপায় আছে, ঘৰটো সৰু। প্ৰফেছৰৰ লিখা-পঢ়া কৰা সুকীয়া চকী-মেজ নথকাৰো এটা কাৰণকে ক'ব পৰা যায়। ঘৰৰ ভিতৰত ঠাই নাই।

আৰু হয়তো ধাৰ-ঋণ কৰি এটা আলমাৰি, এখন মেজ, দুখন চকীৰ দিহা কোনো ৰকমে কৰিব পাৰিলেহেঁতেন। প্ৰফেছৰ শৰ্মা প্লেইন লিভিং এণ্ড হাই থিংকিঙৰ দৰ্শন মানি চলা মানুহ নহয়। কাৰণ তেওঁ নিজেই কয়, যিদল মানুহ বৈৰাগী বা সন্ন্যাসী হয়, যিদলে ভোগৰ নামত নাক কোঁচাই ত্যাগৰ গুণগান কৰে, যিদলে সৰল জীৱন-যাপন কৰি উচ্চ চিন্তা কৰাৰ কথা কয়, তেওঁলোক সংসাৰৰ নিষ্কৰ্মাৰ দল। এই দল মানুহ পৃথিৱীৰ প্ৰগতিৰ শত্ৰু। সেই দল মানুহেই বৰ্তমানৰ সাহায্যপ্ৰাপ্ত কলেজৰ অধ্যাপক জাতীয় প্ৰাণী যি নিজৰ ভাগ্য পৰিৱৰ্তন কৰিবৰ কাৰণে কোনো সংগ্ৰাম বা আন্দোলন নকৰি, চৰকাৰে দৰমহা বৃদ্ধি কৰিব বুলি বছৰৰ পাছত বছৰ বাট চাই থাকে, এককেলগে বহুত 'বেক্ পে'.পোৱাৰ পাছত টকাবোৰ কিহত খৰচ কৰিব তাৰ বিষয়ে গৃহিণী আৰু সহকৰ্মী প্ৰফেছৰসকলৰ লগত আলোচনা কৰে আৰু ভৱিষ্যতে মাছ-মাংস খোৱাৰ আঁচনি কৰি বছৰৰ পাছত বছৰ মচুৰ দাইলৰ পানী আৰু বঙ্গা কৰিব পাত খাই স্বাস্থ্য ৰক্ষা কৰে।

কিন্তু জানি-শুনিও শৰ্মা কিয় অধ্যাপকৰ কামত সোমাল সেই বিষয়ে প্ৰশ্ন কৰিলে, প্ৰায় প্ৰতিবাদৰ সুৰতে শৰ্মাই কয়, "কিয় সোমোমাম? মানুহে আদিম কালৰে পৰা বিমানবোৰ ভুল কৰিছে, তাৰে খতিয়ান হৈছে যুক্তী। সেই যুক্তীৰ

ছাত্র হিচাপে মানুহে কৰা সকলো ভুলৰ অবিসম্বাদী উত্তৰাধিকাৰী হোৱাৰ সৌভাগ্য মোৰ হৈছে। আৰু এই দুৰ্লভ সম্পদ সমাজত বিলাই দিয়াৰ দায়িত্ব লোৱাৰ যোগ্যতা মোৰ সমান আৰু কাৰ আছে? ভুল আশা কৰিব নজনা হ'লে মানুহৰ কোনো বুৰঞ্জীয়েই নহ'লহেঁতেন। আৰু মই বুৰঞ্জীৰ ছাত্ৰ হিচাপে মোৰ কোনো কৃতিত্বই নাথাকিব।"

ভৱানীয়ে আজিকালি আৰু শৰ্মাৰ লগত কোনো তৰ্ক নকৰে। কেতিয়াবা 'কিবা এটা' (এই 'কিবা এটা' কি ভৱানীয়ে ক'লে প্ৰফেছৰে কয়, "মেঘৰ পৰা যি পানী নামি আহে তাকে বৰষুণ বোলে। বৰষুণ মাটিৰ ফালৰ পৰা ওপৰলৈ নিদিয়ে। কোনোবাই পাম্প কৰি পানী কিছু ওপৰলৈ যোৱাব পাৰিলেও তাক কোনোৱে বৰষুণ নোবোলে। এইডেড্ কলেজত সোমোৱাৰ পাছত আৰু 'কিবা এটা' কৰাৰ পথ নাথাকে। তিনিটা শ্বিফ্‌টত বা তিনিটা প্ৰফেছৰ নোহোৱা কলেজত কাম কৰিব পাৰি, প্ৰাইভেট টিউচন কৰিব পাৰি, সংস্কৃতি কৰিব পাৰি, ৰাজহুৱা সভাত নিৰ্দিষ্ট বক্তা বা বিশিষ্ট অতিথি হ'ব পাৰি; কিন্তু এইবোৰ বৰষুণ নহয়, এইবোৰ পাম্প কৰি ওপৰলৈ উঠোৱা পানী। প্ৰফেছৰৰ জীৱনত সেই একেটা অংক— এটা পাত্ৰৰ এডাল নলীয়েদি ঘণ্টাত দুসেৰ পানী সোমায়, আৰু দহোটা ফুটাইদি মিনিটত এক ছটাককৈ পানী ওলাই যায়। এদিন পাত্ৰটোত কিমান পানী জমা হয়? আজিলৈকে কোনো অংক মাষ্টৰে অংকটোৰ শুদ্ধ উত্তৰ উলিয়াব পৰা নাই। আৰু মইতো অংকৰ মানুহ নহয়, বুৰঞ্জীৰ মানুহ।"

অৱশ্যে সম্প্ৰতিক সমস্যাটোৰ গুৰুত্ব সম্পৰ্কে শৰ্মা সজাগ। যদিও এনে পৰিস্থিতিত কৰিব লগা কাম কি তেওঁ নাজানে। সেই নিৰ্দেশ আহিছে ভৱানীৰ পৰা। আৰু সেই বাবেই আজি দুই-তিনি দিনৰ পৰা ভৱানীয়ে শৰ্মাক নেৰা-নেপেৰাকৈ তাগিদা দিয়াত লাগিছে।

একে সময়তে কেইবাটাও কাম কৰিব লাগিব।

প্ৰথম কথা, এইটো ঘৰ এৰিব লাগিব। ছোৱালী চাবলৈ অহা মানুহে তেওঁলোকক এইটো ঘৰত এনেকৈ থকা দেখিলে ছোৱালী পছন্দ হ'লেও মানুহ ঘৰক যে অপছন্দ কৰিব সি দেখ দেখ কথা। এইটো ঘৰ, নহয়, ঘৰৰ ভগ্নাৱশেষ আৰু আলহী আহিলে শুব-বহিবলৈও সুবিধাজনক ঠাই অকণ নাই।

পঞ্চানন ঠিকাদাৰে লগালগিকৈ দুটা নতুন আবাঘৰ সজাইছে। তাৰে এটা বন্দবস্ত কৰি লৈ কিমান সোনকালে পাৰি পৰিয়ালটো ভাৰে যাব। দ্বিতীয়তে ধাৰলৈ হ'লেও দুখনমান পালেং, এখন বা দুখন ভাল খাট, দুখন চকী, চাৰিখন বিছনাচাদৰ, দুখন টেবুল ক্লথ, কেইখোনমান পিৰিচ-পিয়লা, দুটামান ভাল গিলাচ— ইত্যাদি কিনিব লাগে। আলহীক খুওৱাৰ কাৰণে লগা বস্তু-বাহানি যথা সময়ত আনিলেও হ'ব।

প্ৰথম কথা ভাবাঘৰ এটা ল'ব লাগে। লাগেই।

কিন্তু যোৱা তিনিদিনে কৈ কৈও ভৱানীয়ে প্ৰফেছৰ শৰ্মাক পঞ্চানন ষ্টিকাদাৰৰ ওচৰলৈ পঠিয়াব পৰা নাই। অথচ নাগাম বুলিও কয়। ভৱানীৰ বেয়া লাগিছে। টানকৈ ক'বলৈও বেয়া পায়। শৰ্মাই যে ভৱানীক কাহানিও অসন্তুষ্ট কৰিবলৈ নিবিচাৰে সেই কথা ভৱানীয়ে জানে। অন্য উপলক্ষত কেতিয়াবা ত্যক্ত হৈ ভৱানীয়ে মনৰ দুখত কয়, "বুৰঞ্জীয়েই আপোনাক খালে। অত বছৰে বুৰঞ্জী পঢ়ি আৰু হেঁপাহ পলোৱা নাইনে?"

নিৰ্বিকাৰভাৱে শৰ্মাই উত্তৰ দিয়ে, "সাহিত্যিক হোৱা হ'লে মই কলোহেঁতেন, তুমি মই, আমি সকলো বুৰঞ্জীৰ সন্তান। তোমাৰ মৰমৰ যিদৰে শেষ নাই, সেইদৰে বুৰঞ্জীৰো শেষ নাই। বুৰঞ্জীয়ে মোক কিয়, সকলোকে খালে।"

বিয়াৰ সোতৰ-ওঠৰ বছৰৰ পাছত মৰমৰ কথা ক'লে ভৱানীৰ লাজ লাগি যায়। ল'ৰা-ছোৱালী, ডেকা-গাভৰু হ'ল।

সেই দিনা আৰু শৰ্মাৰ কলৈকো যোৱা নহ'ল। কলেজৰ পৰা ঘূৰি অহাৰ পাছত হৰিনাথ উকীল আহিল, দুয়ো দেশৰ ৰাজনীতিৰ কথা পাতিলে, আৰু 'আজিৰ মানুহ', আৰু 'আগৰ কালৰ মানুহ'ৰ মাজৰ পাৰ্থক্যটোৰ বিষয়ে অন্য দিনাৰ দৰেই আলোচনা কৰিলে। দুয়ো একেলগ হ'লে অন্য কথাৰ পাছত কেনেবাকৈ সদায় এই বিষয়টোলৈ যায়গৈ। এই বিষয়ত প্ৰফেছৰ শৰ্মা বৰ্তমানৰ মানুহৰ ওপৰত অসন্তুষ্ট। তেওঁৰ মতে আজিৰ মানুহ পৰনিৰ্ভৰশীল হ'ল। ঘৰৰ ওচৰত বাঘ ওলালে তাক নিজে নামাৰি, বাঘ মাৰিবলৈ মানুহ পঠাবৰ কাৰণে চৰকাৰলৈ প্ৰস্তাৱৰ নকল পঠিয়ায়। বানপানী হ'লে ভেটা দিবৰ চেষ্টা নকৰি কেমেৰা লৈ, ফটো তুলি বাতৰিকাকতত ছপোৱায় আৰু চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি প্ৰস্তাৱ গ্ৰহণ কৰে। আগৰ কালৰ মানুহে নিজে একো নকৰি আনে সকলো কাম কৰি দিয়কহি বুলি আশা কৰি থকাকে স্বাধীনতা বুলি ভাবে। ইত্যাদি।

হৰিনাথ উকীল আৰু ভোলানাথ শৰ্মাই এনে আলোচনা হাজাৰবাৰ কৰিছে তথাপি প্ৰত্যেক দিনে এটা নতুন কথা আবিষ্কাৰ কৰাৰ দৰে সেইদিনাও এইকেইটা কথাকে পাগুলিলে আৰু আন দিনাৰ দৰেই দুয়ো ভৱানীয়ে কৰি দিয়া চাহ-পিঠা খাই তেওঁলোকৰ যুক্তিৰ সমৰ্থনত ভৱানীক সাক্ষী মানিলে। আৰু ভৱানীয়েও আন দিনা কেতিয়াবা কোৱাৰ দৰেই আজিও ক'লে, "আগৰ মানুহবোৰ কেনে আছিল বুজিলোঁ বাৰু। কিন্তু আপোনালোকে আজিকালিৰ মানুহবোৰ কাক বুলিছে?"

তাঁহি হৰিনাথে ক'লে, "আজিকালিৰ যিবোৰ মানুহ আছে সেইবোৰেই আজিকালিৰ মানুহ। এই ধৰক এজন মন্ত্ৰী। তেওঁ কি কৰে? কোনোবাই প্ৰশ্ন কৰে, তেওঁৰ বিভাগৰ ছেক্ৰেটাৰীয়ে বুজাই দিয়া উত্তৰটো তেওঁ কৈ দিয়ে। তেওঁলৈ অহা চিঠি তেওঁ নিজে নপঢ়ে, প্ৰাইভেট ছেক্ৰেটাৰীয়ে পঢ়ে, চিঠিৰ উত্তৰো তেওঁ

নিজে নিদিয়ে ছেক্রেটৰীয়ে দিয়ে। আনকি কেতিয়াবা তেওঁ নিজে কোনো কাগজত চহীও নিদিয়ে, তেওঁৰ হৈ ছেক্রেটৰী বা কোনোবাই দিয়ে। তেওঁ কেতিয়া ক'ত ট্যুৰ কৰিবলৈ যাব তাকো নিজে ক'ব নোৱাৰে। আনে ঠিক কৰি দিয়ে। তেওঁ ক'ত খাব, ক'ত শুব — তাকো লোকেহে ঠিক কৰি দিয়ে, নিজে একো ক'ব নোৱাৰে। আনকি তেওঁ যে ভিৰাণি ল'ব লাগে, সেই কথাটোও ডাক্তৰেহে কৈ দিয়ে। সেয়াই আজিকালিৰ মানুহ।" এটা নতুন কথা কোৱাদি হৰিনাথে ক'লে।

"মন্ত্রীয়ে একো নকৰিলে বাৰু শুৱায়। কিন্তু প্ৰফেছৰেও দেখোন একো নকৰে।" ভৱানীয়ে ক'লে।

"চিন্তা কৰাটোও এটা কাম। সেইখিনিতে কোনো কোনো মন্ত্রী আৰু প্ৰফেছৰৰ মাজত পাৰ্থক্য —" হৰিনাথে ক'লে, "একো নকৰিলেও প্ৰফেছৰে চিন্তা কৰে।"

"কিন্তু কুবজীৰ প্ৰফেছৰ আৰু পষ্ট মৰ্টেম কৰা ডাক্তৰ একে। মৰা মানুহক ভাল-বেয়া বুলি কিদৰে একো লাভ নহয়, মানুহটো মৰাৰ পাছত কিয় মৰিল নিৰ্ণয় কৰিও একো লাভ নহয়। আপোনালোকো আজিকালিৰ মানুহ।" ভৱানীয়ে ক'লে।

পাছদিনা প্ৰফেছৰ ভোলানাথ শৰ্মা আঠ বজাতে ভাৰাঘৰ বিচাৰি ওলাই গ'ল। অৱশ্যে যোৱাৰ আগতে ভৱানীক এবাৰ বাণী শুনাই নেৰিলে। ক'লে, "লোকে চাই দিয়া ছোৱালী বিয়া কৰোৱা আৰু ভাৰাঘৰ বিচৰা একে কথা। নিজৰ কোন পছন্দ-অপছন্দ নাথাকে। যি পোৱা যায়, তাতেই সন্তুষ্ট থাকিব লাগে।"

ভৱানীয়ে প্ৰতিবাদ জনাই আজিও শৰ্মা যোৱাটো স্থগিত ৰাখিবলৈ নিবিচাৰিলে। অন্য দিনা হোৱা হ'লে ক'লেহেঁতেন, "লোকে চাই দিয়া ছোৱালী বিয়া নকৰালেই দেখোন হ'লহেঁতেন।"

আজি কিন্তু নক'লে। মাত্র ক'লে, "একেবাৰে থাটাং বন্দবস্ত কৰি আহিব। পাৰিলে আমি কালি-পৰহিতে ইয়াৰ পৰা যাব লাগে।"

ভৱানীৰ আনন্দ লাগিল। নগৰতে থাকিও, নগৰৰ কোনো সা-সুবিধা ভোগ কৰিবলৈ নোপোৱাকৈ জীৱনৰ আধা-আধি শেষেই হ'ল। গাঁৱৰ মানুহো ইয়াতকৈ ভাল ঘৰত, ইয়াতকৈ বেছি আৰামত থাকে।

নতুন ভাৰাঘৰলৈ যোৱাৰ আশা সফল হোৱাৰ সম্ভাৱনাই ভৱানীৰ মনটো আনন্দেৰে ভৰাই তুলিছিল। তেওঁলোক অলপদিন থকা এই ঘৰটোৰ ফালে এবাৰ চকু ফুৰাই তেওঁ নিজেই আচৰিত হ'ল, এইটো ঘৰতে আমি ইমানকাল কটালোঁনে। ইঃ, আমি চাগৈ বৰ দুখীয়া মানুহ। কলেজৰ প্ৰফেছৰ হ'লে কি হ'ল? বাহিৰৰ সকলো মানুহে আমাক চাগৈ দুখীয়া বুলি পুতৌৰ চকুৰে চায়। ভিতৰৰ প্ৰতিটো বস্তু তেওঁ দেখিছিল বহু বছৰৰ অভাৱ-অনাটনৰ দাগ। পুৰণি খাটকেইখনৰ তক্তাবোৰ ঘুণে খাই শেষ কৰিছে। তাৰ ওপৰত কাঢ়ি কপাহ-তুলা ওলোৱা তুলি-তোচকবোৰ,

বিছনাচাদৰকেইখনো ফাটি উঁৱলি গৈছে। মেজত পাৰি থোৱা কাগোৰ কেইখন চিয়াহীৰ দাগ লাগি, নানা তৰহৰ ময়লা লাগি চাব নোৱাৰা হৈছে। ঘৰৰ চালখন লেমৰ ধোঁৱা আৰু এলাহ্নু লাগি এটা গহ্বৰৰ ভিতৰ কাল যেন হৈছে। বেৰবোৰত কত কাল যে চূণ দিয়া নাই। তাৰ ওপৰত চিয়াহী কাঠ পেন্সিলৰ কত লিখা— আখৰ, অংক, ছবি, জ্যামিতি ত্রিকোণমিতিৰ ত্রিভুজ চতুর্ভুজ। দুই-এটা আলু আৰু আমাৰ গাত চকু-নাক দিয়া মানুহৰ প্রতিকৃতি।

ভৱানীৰ বৰ বিসদৃশ লাগিল। এই দীনতা— ইয়াৰ মাজতে ভাঙৰ-দীঘল হৈছে ল'ৰা-ছোৱালীকেটা, ইযাৰ মাজতে বুৰঞ্জীৰ প্রফেছৰ ভোলানাথ শৰ্মাই হাঁহি হাঁহি দিনৰ পাছত দিন পাৰ কৰি দিছে। ই কি ভয়াবহ কথা। কি নির্লজ্জ, কি করুণ কথা।

ভৱানীয়ে মনে মনে ঠিক কৰি পেলালে, ইয়াত আৰু নাথাকে। কালিলৈকে লাম-লাকটু, ল'ৰা-ছোৱালী সকলো লৈ নতুন ভাৰাঘৰলৈ গুচি যাব। ইয়াত আৰু সৰহ দিন থাকিলে ল'ৰা–ছোৱালীকেটা আৰু মানুহ হৈ নাথাকে। এইটো ঘৰতনো মানুহ থাকেনে?

ভৱানীৰ নতুন সংকল্পটোৱে বৰ তৃপ্তি দিলে ভৱানীক। তেওঁ যেন নিজৰ নতুন ঘৰলৈ যাবলৈহে সাজু হৈছে। তেওঁৰ আৰু তেওঁৰ পৰিয়ালৰ জীৱনত নতুন যুগৰ সূচনা হৈছে। তেওঁ আশা আৰু উৎকণ্ঠাৰে শৰ্মা ঘূৰি অহালৈ প্রতীক্ষা কৰিলে। ঘৰ ঠিক কৰি, ক্লাছ ছুটী কৰি, পোনে পোনে ঘৰলৈ আহিলেই হয়। হৰি উকীলৰ লগ লাগিলে ৰাতি কৰিব।

অন্য দিনাতকৈ অলপ পলম কৰিলে যদিও অৱশেষত কিতাপ-আলোচনী-বাতৰিকাকত এবোজা লৈ প্রফেছৰ শৰ্মা সন্ধিয়াৰ পাছত ঘৰ ওলালহি। ভৱানীৰ মনটো টিপ্‌টিপাই উঠিল, এটা আনন্দৰ ভাবে মনটো ভৰাই তুলিলে। পদূলিমুখত শৰ্মাক দেখিয়ে ভৱানী ৰান্ধনিশালৰ ফালে আগবাঢ়িল। শৰ্মাৰ আগত দেখা দিবলৈ তেওঁৰ যেন লাজেই লাগিল।

কিতাপ-পত্র জাপ বিছনাৰ ওপৰত থৈ চকীখনতে বহি শৰ্মাই আইমানুক মাতিলে, "আইমানু এগিলাচ পানী দে খাবলৈ।"

পানীৰ পৰিবর্তে এপিয়লা চাহ লৈ ভৱানী ওলাই আহিল ভিতৰৰ পৰা। "আৰু কেনিবা গৈছিল নেকি, পলম হ'ল যে?" চাহ পিয়লা দি ভৱানীয়ে সুধিলে।

"এটা নতুন ব্যৱস্থা কৰি আহিলোঁ।" চাহত শোহা মাৰি শৰ্মাই ক'লে আৰু ভৱানীয়ে প্রশ্নলৈ বাট নাচাই কৈ গ'ল, "টাউনত যে নতুন কলেজটো পাতিছে, তাতো সপ্তাহত চাৰিটাকৈ ক্লাছ কৰিবলৈ মাতিছে। আজি এটা ক্লাছ কৰি আহিলোঁ।"

"আৰুনো কিমান ক্লাছ কৰে? দিনে-ৰাতিয়ে আৰু ক্লাছেই কৰি থাকেনে?" অভিযোগভৰা মাতেৰে ভৱানীয়ে ক'লে।

"আমাৰ কলেজত সপ্তাহত দিনত যোল্লাটা আৰু ৰাতি বাৰটা, বেজৰকৰাৰ কলেজত দহোটা আৰু এতিয়া চাৰিটা, মুঠি বিয়াল্লিছটা ক্লাছ— সপ্তাহত একো বেছি হোৱা নাই।" ক্লান্তভাবে শৰ্মাই ক'লে, আৰু চাহ পিয়লা শেষ কৰিলে।

"অন্যেও ইমানবোৰ ক্লাছ কৰেনে?"

"কোনো কোনোৱে কৰে। কিন্তু সপ্তাহত পঞ্চাছটা ক্লাছেই বেছি। প্ৰফেছৰ ব্যানাৰ্জীয়েহে ছাপ্পন্নটা কৰে। তেওঁ ইংৰাজীৰ প্ৰফেছৰ, তিনিটা কলেজত কাম কৰে, দুয়োটা শ্বিফ্‌টত। মোৰতো কমেই।"

প্ৰায় দুই-তৃতীয়াংশ পকা চুলিবোৰ এনেয়ে টানি টানি শৰ্মাই ক'লে।

"পইচানো কিমান দিব?"

"পঞ্চাশ টকা। সকলো মিলাই তেতিয়া কিজানি চাৰে পাঁচশমান হ'বগৈ।"

অলপ পৰ মনে মনে থাকি সোধো-নোসোধোকৈ ভৱানীয়ে সুধিলে, "ঘৰৰ পিছে কি হ'লগৈ?" আশাৰে ভৱানীয়ে শৰ্মাৰ মুখলৈ চালে।

চেণ্ডেলযোৰৰ ফিটা খুলি খুলি শৰ্মাই ক'লে, "আমাৰ সাহায্যপ্ৰাপ্ত কলেজ শিক্ষক সন্থাৰ কাৰ্যপালিকাৰ এখন বৈঠক অলপতে বহিব। তাত এইবাৰ শেষ সিদ্ধান্ত ল'ব।"

"কি সিদ্ধান্ত ল'ব?"

"আমাৰ দৰমহাৰ নিৰিখ নতুনকৈ ধাৰ্য কৰিবৰ কাৰণে চৰকাৰক শেষ দাবী জনাব, এইবাৰ কিজানি কিবা এটা হৈ যাব।"

"সেইটোতো আজি তিনি বছৰমানৰ পৰা শুনিয়ে আছোঁ। পিছে ঘৰৰ কি হ'ল?"

"ঘৰ এটা ভাৰা ল'লে, ছেলটেক্স ইন্‌চপেক্টৰ পুৰকায়স্থই। ভাৰা —"

"কিমান?" ভৱানীয়ে সুধিলে।

"ভাৰা তিনিশ পঞ্চাশ টকা; অৱশ্যে ইলেকট্ৰিচিটিৰ খৰচ আমি দিব লাগিব। আৰু পানীৰ লাইন এতিয়াও অহা নাই। বৰ্তমান পানী কিনিব লাগিব। সেই হিচাপে বৰ্তমান ভাৰা ইত্যাদিত চাৰিশমান পৰিব। ঘৰটো কিন্তু ভাল। সাতোটা কোঠালি —" মুহূৰ্ততে ভৱানীৰ সকলো উদ্যম শেষ হৈ গ'ল। একো নকৈ তলমূৰ কৰি ভৱানী লাহে লাহে ৰান্ধনিশালৰ ফালে সোমাই গ'ল। বাৱন্ন বছৰ বয়সে দিন-ৰাতিয়ে সপ্তাহত বিয়াল্লিছটাকৈ ক্লাছ কৰি বুঢ়া হোৱা প্ৰফেছৰ শৰ্মাৰ শুকান মুখখনৰ ফালে চাবলৈ ভৱানীৰ আৰু সাহসে নুকুলালে।

প্ৰফেছৰ শৰ্মাই ভৰি দুখন তুলি বিছনাতে বহিল, আৰু লণ্ঠনটো অলপ বঢ়াই দি বাতৰিকাকতখন চকুৰ আগত মেলি ল'লে। ভৱানীয়ে ভাতৰ চৰুৰ তলত জুই কুৰাইছিল। খৰিবোৰ কেঁচা, জুইকুৰাই ধোঁৱাইছিল, তেওঁৰ চকু দুটা

পুৰিছিল। সেই কাৰণেই নেকি তেওঁৰ চকু দুটা সেমেকা সেমেকা লাগিছিল। কিবা এটা গধুৰ বিষাদে তেওঁৰ বুকুৰ ভিতৰখন হেঁচি ধৰিছিল।

এনেতে শৰ্মাই মাতিলে, "হেৰা শুনিছা —" চকু দুটা মোহাৰী ভৱানী ওলাই আহিল। মাতটো আনন্দত গদ্গদ্ কৰি শৰ্মাই ক'লে, "এই চোৱা —"

"কি?"

বাতৰিকাকতত ওলোৱা কাৰোবাৰ ছবি এখন দেখুৱাই শৰ্মাই ক'লে, "এইখন দেখিছা পৱন হাজৰিকাৰ ফটো —"

"ক'ৰ পৱন হাজৰিকা?"

"কেলেই সেই যে খীণকৈ ল'ৰাটো আছিল। হিষ্টৰীৰ অনাৰ্চ লৈছিল। সি যে কেতিয়া বিলাতলৈ গ'ল ক'বই নোৱাৰোঁ।"

"কি হ'ল পিছে?"

"ল'ৰাটো ভাল আছিল। সিমান চোকা নাছিল অৱশ্যে। দেখিছা সি কেম্ব্রিজ বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট পালে। মই জানিছিলোঁ।" শৰ্মাৰ মাতটো আনন্দত সেমেকা। শৰ্মাক আনন্দিত দেখি ভৱানীৰ মনটোও কিছু পাতল লাগিল। আগেও শৰ্মাৰ কোনোবা পুৰণি বা নতুন ছাত্ৰই ক'ৰবাত কিবা ভাল কৰাৰ বাতৰি পালে শৰ্মাৰ আনন্দৰ পাৰ নাথাকে।

ৰাতি শোওতে গাত নলগা ধৰণে ভৱানীয়ে সুধিলে, "সেইটো ঘৰনো আমি কেনেকৈ ল'ম, নহয় জানো?"

সৰু ল'ৰাই মাকৰ হাতত ধৰাৰ দৰে ভৱানীৰ হাত এখনত ধৰি থাকি প্ৰফেছৰ শৰ্মাই ক'লে, "পৱন হাজৰিকাটো বৰ ভাল ল'ৰা আছিল জানিছা; আমাৰ ল'ৰা-ছোৱালীবোৰে ভাল কৰিলে বৰ আনন্দ লাগে। কেতিয়াবা আমি তাৰ ঘৰত ওলালেগৈ সি বৰ আনন্দ পাব, নহয়?"

"তাৰনো ঘৰ ক'ত?"

"ক'ত মইয়ো ক'ব নোৱাৰোঁ। কিন্তু ধৰি লোৱা বিলাতৰ পৰা ঘূৰি আহি সি যদি কিবা ডাক্তৰ কাম লৈ ইয়ালৈকে আহে, আৰু আজি মই চাই অহা পঞ্চাননৰ সেই ভাৰাঘৰটোতে থাকিবলৈ লয়, আৰু আমি যদি কেতিয়াবা তাৰ ঘৰলৈ যাওঁ— সি কম বং পাবনে?"

ভৱানীয়ে আৰু একো নক'লে। প্ৰফেছৰ ভোলানাথ শৰ্মাৰ গোটেই জীৱন যে আনৰ সুখত সুখ, আনৰ আনন্দত আনন্দ কৰিয়ে গ'ল— ভৱানীয়ে সেই কথা ভালকৈ জানে।

# তিনটি সৰু গল্প

## কাৰবাৰ

ৰ'দজাক টানকৈয়ে ওলাইছিল। চ'তমহীয়া ৰ'দ সহিবলৈ টান লাগে। তাতে আমি বাঠি মাইলমান আহিলোঁ, আমাৰ নিজৰ গাড়ীৰে। ল'ৰা-ছোৱালীকেটাৰো পিয়াহ লাগিছিল।

বাটৰ কাষত মানুহ এটাই একুৰিমান সুমথিৰা আৰু আঠ-দহটামান আপেল আগত লৈ বহি আছে, চাৰিআলিৰ গছজোপাৰ ছাঁত।

সুমথিৰাকেটা দেখি আমি গাড়ীখন ৰখালোঁ। মই নামিলোঁ, আৰু মানা কৰা সত্ত্বেও মোৰ লগতে ডাঙৰ ল'ৰা-ছোৱালীহালো নামিল। মানুহটোৱে বুজিলে— আমি গ্ৰাহক। অলপ আশাৰে সি আমাৰ মুখলৈ চালে।

ময়ো চালোঁ। মানুহটো খীণ। চুলিবোৰ আধা-পকা, ওঁঠকেটা শুকান, চকু দুটা নিৰস। মানুহটো কিবা এটা খণ্ডত থকা যেন লাগিল।

"আপেল কেনেকৈ দিছাহে?" মই সুধিলোঁ।

"গোটে টকা —"

"কিলোত কিমান?"

"আঠ টকা —"

"আঠ টকা! বৰ বেছি কৈছা, অন্য ঠাইত কিলোত পাঁচ টকা-ছটকাৰ বেছি নহয়।"

"মই কিনিয়ে আনিছোঁ সাত টকাকৈ।" একেই নিৰস আৰু নিৰ্বিকাৰভাৱে মানুহটোৱে ক'লে।

"এঃ মিছাকৈ কেলেই কৈছাহে? কিলোত ছটকাৰ বেছি ক'তো নহয় —"

অলপ খং উঠা ধৰণে মানুহটোৱে ক'লে, "ছটকাত কিনা হ'লে ছটকা বুলি ক'লোহেঁতেন, মই কিবা আপোনাৰ ধাৰ খাই থৈছোঁনে মিছা কথা ক'বলৈ!"

মানুহটো নিতান্ত অভদ্ৰ, মই গুচি আহিবই খুজিছিলোঁ, মানুহটোৱে ক'লে, "কেইটা দিম?"

"কিন্তু তুমি দাম ঠিককৈ নক'লা নহয়।"

মই যে গ্ৰাহক সেই কথালৈ ভ্ৰূক্ষেপ নকৰি খং-বিতৃষ্ণাত কোৱাদি মানুহটোৱে ক'লে, "গাড়ী থাকিলেই আটাইবোৰ ভাল মানুহ নহয়।"

মোৰ খং উঠিল। ক'লোঁ, "এই কি কৈছা?"

মানুহটোৱে ক'লে, "সকলোৱে নিজৰটোহে বুজে। আধা দাম মহাজনক

দি এই আপেল আৰু সুমথিৰাকেটা আনি ৰাতিপুৱাৰ পৰা ইয়াত বহি আছোঁ। এটাও বিক্ৰী হোৱা নাই, যদি বেচিব পাৰোঁ, খুব বেছি ডেৰ টকা বা দুটকা লাভ হ'ব। তাৰেই এক কেজি চাউল কিনি ল'ৰা-ছোৱালীৰ মুখত ভাতমুঠি দিব পাৰিম, নহ'লে কালি থকাৰ নিচিনাকৈ আজিও গোটেইমখা লঘোণে থাকিব লাগিব। আমাৰ কথা আপোনালোকে কেনেকৈ বুজিব, নিয়ক — সাত টাককৈয়ে নিয়ক— আপোনাৰ ল'ৰা-ছোৱালীকেটাৰ খাবৰ মন গৈছে।"

"হোৱা, লোৱা মইনাইঁত ধৰা।"

ল'ৰা-ছোৱালী গালে হাত পাতি আপেল ল'লে।

টকা দি মই বেগাই মানুহটোৰ ওচৰৰ পৰা আঁতৰি আহিলোঁ।

নিজকে বৰ নীচ যেন লাগিছিল।

আধা দাম দি অনা কেইটামান আপেল আৰু সুমথিৰা বেচি যিটো মানুহে পৰিয়াল পুহিবলৈ বাটৰ কাষত বহি থাকে, তাৰ পৰা দুঅনা সস্তাকৈ কিনিবলৈ বিচৰাটো মোৰ ক্ষেত্ৰত যে বৰ অশোভনীয় আছিল, আগেয়ে কাহানিও ভাবি চোৱা নাছিলোঁ।

## ব্যৱসায়

মানুহজনৰ লগত সাধাৰণভাৱে চিনাকি হৈছিলোঁ। মোৰ ঘৰৰ পৰা অলপ আঁতৰতে থাকে। তেওঁ পূৰ্বৰে পৰা ইয়াৰ বাসিন্দা। মই নতুনকৈ অহা মানুহ— ঘৰ ভাৰা কৰি আছোঁ।

মই এখন বাতৰিকাকতত কাম কৰোঁ— সহকাৰী সম্পাদক।

প্ৰায় তেওঁ চকী এখনতে নিজৰ ঘৰৰ সৰু বাৰাণ্ডা ডোখৰতে বহি থাকে। চকুৰ আগত সদায় এখন বাতৰিকাকত বা কিবা আলোচনী মেলি লৈ থকা দেখোঁ। মই আহিলে প্ৰায়ে মোৰ ফালে মূৰ দাঙি চায়।

এদিন পদূলিমূৰতে মোক পাই সুধিলে, "আহিল?"

"হয়।"

"এইয়াই আমাৰ ঘৰ।" তেওঁ ক'লে।

"অ' হয়।" এনেয়ে মই ক'লোঁ। তেওঁৰ ঘৰটো চিনি পাইছোঁ, তেওঁ কোন সেইটোহে ক'ব নোৱাৰিলোঁ।

লাহে লাহে তেওঁৰ লগত চিনাকি হ'লোঁ। তেওঁ হেনো কিবাকিবি কাৰবাৰ কৰে। বৰ বেছি আৰ্জন নহয় অৱশ্যে, সেই বুলি কাৰবাৰ সিমান বেয়াও নহয়। আৰু বৰ চিন্তাও নাই। মতা-মাইকী এহাল— চলি যায়। সিমান মূৰ ঘমাব নালাগে।

মাজে মাজে তেওঁ আমাৰ ঘৰলৈ আহে। চাহ-তামোল খাই দেশ-বিদেশৰ খবৰ সুধি, আলোচনা কৰি, মন্তব্য দি লাহে লাহে বায়গৈ। মানুহজন নিৰীহ, শান্ত,

বৰ উচ-বাচ নকৰে

মোৰ মেজৰ ওপৰত পৰি থকা বাতৰিকাকত কেথনৰ ওপৰত তেওঁ চকু ফুৰাই থাকে। তাৰ পাছত যাবৰ সময়ত কাকত দুখন হাতত লৈ কয়, "ঘৰতে চাওঁগে দেই। কাইলৈ ঘূৰাই দিলে হ'ব নহয়?"

বাতৰিকাকতত কাম কৰা মানুহৰ বাতৰিকাকতৰ প্ৰতি আকৰ্ষণ নোহোৱা হয়। আৰু পঢ়ি শেষ কৰা কাকতখনৰ আৰু একো মূল্য নাথাকে। সেই দেখি মই কওঁ, "মই পঢ়িছোঁ, ঘূৰাই নিদিলেও হ'ব।"

পাছলৈ তেওঁ সদায় আবেলি বা গধূলি আমাৰ ঘৰলৈ অহা হ'ল আৰু মোৰ অনুমতি নোলোৱাকৈয়ে মেজৰ ওপৰৰ পৰা কাকতকেথন লৈ যোৱা হ'ল। তেওঁৰ কাৰ্যত বেয়া পাবলগীয়া একো নাছিল। তাকৰীয়া আৰ্জনৰ এজন মানুহৰ কাৰণে নিজে পইচা দি বাতৰিকাকত ৰখাটো এটা বিলাসিতা।

বেছ কিছুদিন এনেকৈয়ে গ'ল।

ইতিমধ্যে চৰকাৰৰ প্ৰচাৰ বিভাগত কাম এটা পাই মই এই ঠাই এৰিবলগীয়া হ'ল।

এদিন বাটতে লগ ধৰি তেওঁ কথাটো সুধিলে। মই ক'লো যে মই যাবলৈ ওলোৱাটো সঁচা। অহা মংগলবাৰেই মই যামগৈ।

তেওঁ বিশেষ একো নক'লে।

সোমবাৰে গধূলি তেওঁ মোৰ ঘৰলৈ আহিল। সাধাৰণভাৱে ক'লে যে মই ওচৰতে থকাত তেওঁলোকৰ ভাল লাগিছিল।

আজি সঁচাকৈয়ে এই নিৰীহ মানুহজনক এৰি যাবলৈ মোৰো অলপ বেয়া লাগিব।

তেওঁ সুধিলে, "আপোনাৰ ঠাইত কোন আহিব?"

"ক'বতো নোৱাৰোঁ। বাতৰিকাকতৰ কথা। কাক কেতিয়া ল'য় ক'বতো নোৱাৰোঁ।"

আক্ষেপৰ সুৰত তেওঁ ক'লে, "নতুন কোনোবা আহিলেওতো ইয়াত নাথাকিব কিজানি।"

মই একো নক'লোঁ।

বান্ধনি ল'ৰাটোৱে মোৰ বস্তু-বাহানি সামৰিছিল। পুৰণি বাতৰিকাকত-আলোচনীবোৰ দ'ম কৰিছিল।

"এই কাগজবোৰ কি কৰিব?"

"এইবোৰ আৰু ক'ত লৈ ফুৰিম, পেলাই দিব লাগিব —"

মানুহজনে হেঁপাহেৰে কাগজৰ দ'মটোৰ ফালে চাই ক'লে, "পেলাই নিদিব, ময়ে লৈ যাম।"

"পুৰণি কাগজবোৰেৰে আপুনিনো কি কৰিবগৈ?" কৈ মই তেওঁৰ মুখলৈ চালোঁ।

মানুহজনে যেন বিব্ৰত আৰু অপ্ৰস্তুত বোধ কৰিছে। লাহে লাহে তেওঁ ক'লে, "কথাষাৰ আপোনাক অতদিনে কোৱা নাই। মোৰ চাকৰি-বাকৰি, ব্যৱসায়-বাণিজ্য একো নাই। মানুহ এহাল যদিও, কিবা আৰ্জন নহ'লে চলিব পাৰি জানো? ক'বলৈ বেয়াই লাগে, বৰ কষ্টেৰে চলিছোঁ। আপোনাৰ ইয়াৰ পৰা যে খবৰৰ কাগজ-আলোচনীবোৰ নিওঁ, সেইবোৰ পঢ়িবৰ কাৰণে নিনিওঁ। ৰাতি ৰাতি তাৰে ঠোঙা (মোনা) সাজি বেচোঁ, আপোনাৰ নিচিনাকৈ আৰু তিনিজনমানৰ পৰা পেলনীয়া কাগজ আনো। মোনাবোৰ সেৰ জুখি বেচোঁ। দিনটোত এসাজ ভাত তাৰেই কোনোমতে হৈ যায়। চাহ-পানী আমি নাখাওঁৱেই।"

মই মানুহজনৰ মুখলৈ চালোঁ— বৰ শান্ত আৰু নিৰুদ্বেগভাৱে কথাবোৰ কৈছে তেওঁ।

মই কি ক'ম, কি নক'ম ভাবি নাপালোঁ।

তেওঁ ক'লে, "এৰা, আপুনি গুচি গ'লে কাগজখনো নোপোৱা হ'ম। অসুবিধাই হ'ব। ভাল, আপুনি যাব আৰু। মই এই কাগজখিনি লৈ যাওঁ দেই —"

কৈ মোৰ অনুমতিলৈ বাট নাচাই তেওঁ কাগজ-আলোচনীবোৰ বুকুত সাবটি ধৰি মোৰ ঘৰৰ পৰা ওলাই গ'ল।

তেতিয়া মোৰ মনত লাগিছিল যেন চৰকাৰী কামটো মই নোপোৱা হ'লেই ভাল আছিল।

## গোন্ধ তেল

মোৰ পৰিবাৰ আৰু মই থাকোঁ। আৰু আমাৰ চাকৰ ল'ৰাটো।

এবাৰ মোৰ অসুখ হৈছিল। বৰ বিশেষ অসুখ নহয়। তথাপি কেইদিনমান পৰি থাকিবলগীয়া হৈছিল। গাৰ বিষ হৈছিল।

আমাৰ দেশৰ শতকৰা এশজন মানুহেই সৰু-সুৰা একোজন বেজ। আপোনাৰ কিবা এটা হৈছে বুলি ক'বলৈহে পালে, যাৰ আগতে কৈছে তেৱেঁ অন্ততঃ তিনিটা ঔষধৰ নাম আপোনাক ক'ব। আমাৰ দেশত ৰোগীতকৈ বেজ বেছি।

এনেকৈয়ে আমাৰ চিনাকি হৈছিল ৰমজান আলিৰ লগত। কেনেবাকৈ সি আহি আমাৰ ঘৰ ওলাইছিলহি— তাৰে কিবা দৰকাৰত। মই অসুখত পৰি আছিলোঁ। গম পাই সি কোনটো ঔষধ খালে দুদিনতে সম্পূৰ্ণ ভাল হৈ যাম

সেই কথা বুজাইছিল।

এনেকৈয়ে তাৰ লগত চিনাকি হৈছিলোঁ। তাৰ ঔষধ অৱশ্যে খাবলৈ নহ'ল।

সিহঁতৰ ঘৰৰ অৱস্থা বৰ বেয়া— সেই কথা সি খোলাখুলিকৈয়ে কয়। তাৰ পঢ়া-শুনা নাই, মাটি-বাৰীও তেনেকৈ নাই। তাৰ স্বাস্থ্য বৰ বেয়া, টান কাম একো কৰিব নোৱাৰে। ল'ৰা-ছোৱালী এহাল, খুৱাব-পিন্ধাব নোৱাৰি দুঘৰত দিছে। ল'ৰাটোৰ কাৰণে পোন্ধৰ টকা আৰু ছোৱালীজনীৰ কাৰণে আঠ টকা পায়। অৰ্থাৎ এটা তেৰ বছৰীয়া ল'ৰা আৰু এজনী দহ বছৰীয়া ছোৱালীয়ে এহাল মাক-বাপেকক খুৱায়। ছোৱালীজনী ৰখা মানুহ ঘৰে টকাকেটা নিয়মমতে দিয়ে। কিন্তু ল'ৰাটো ৰখা ঘৰ বৰ নিয়মিত নহয়।

ৰমজানৰ ঘৈণীয়েকৰ গা ভালে থকাতে তায়ো ইঘৰ-সিঘৰত কাম কৰি ঘৰখন চলাইছিল। পিছে কিছু দিন হ'ল তায়ো বেমাৰত পৰিল। ঘৰখনত দুয়োটা মানুহ বেমাৰী হোৱাৰ কাৰণে সিহঁতৰ ক'ৰবাৰ পৰা খুজি মাগি আনি খাবৰো উপায় নোহোৱা হ'ল। ৰমজানে কোৱা মতে তাৰ অন্য অসুখ নাই, মাত্ৰ সি খাব নোৱাৰে। খালেই অসুখ কৰে।

মাজে মাজে সি আমাৰ ঘৰলৈ আহে। সি একো নোখোজে। আমি নিজেই চাহ-তামোল দিওঁ। কেতিয়াবা চাউল-পাত, শাক-মাছো দিওঁ। "এঃ সদায়নো কেলেই দিয়ে?" বুলি সি যায়গৈ। তাৰ দৰিদ্ৰ দুৰৱস্থাৰ প্ৰদৰ্শনী কৰি নুফুৰাৰ কাৰণে তালৈ আমাৰ মৰম লাগে। কিছুমান চিনাকি দুখীয়া মানুহে কেতিয়াবা বৰ আমনি কৰে। ৰমজানে নকৰে, আৰু সি যেতিয়াই তেতিয়াই নোলায়হিও।

এদিন সি ক'লে যে তাৰ ঘৈণীয়েকৰ অৱস্থা দিনে দিনে বেয়া হৈ গৈছে।

পৰিবাৰে ক'লে যে এবাৰ কোনোবা ডাক্টৰক দেখুৱাব লাগিছিল।

সি ক'লে, "হাস্পতাললৈ নিছিলোঁ। ডাক্তৰে চাই কেনচাৰ হোৱা বুলি ক'লে। কেনচাৰ বোলে ভাল নহয় —"

কথাষাৰ শুনি আমি দুখ পালোঁ। দুখীয়া মানুহ, অন্য ৰোগ হোৱা হ'লেও অকণ আশা আছিল। সান্ত্বনা দিয়াৰ কোনো উপায় আমি বিচাৰি নাপালোঁ। সেই দিনা পৰিবাৰে ৰমজানক পাঁচোটা টকা দিলে, তাৰ ঘৈণীয়েকক কিবা ভাল বস্তু কিনি খুৱাবৰ কাৰণে।

তাৰ পাছত আমাৰ ঘৰলৈ অহা তাৰ কিছু সেৰেঙা হ'ব ধৰিলে। সদায় আমি ৰমজানৰ কথা ভাবি নাথাকোঁ। মাজে মাজে মাথোন পৰিবাৰে কয়, "ৰমজানৰ ঘৈণীয়েকজনী মৰিলেই নেকি জানি জানো? সি দেখোন কেইবাদিনো অহা নাই।"

"মৰিলে নিশ্চয় খবৰ পালোহেঁতেন। কিজানি ভালেই হৈছে —" পৰিস্থিতিটো লঘু কৰিবৰ কাৰণে মই ক'লোঁ। পৰিবাৰৰ হয়তো বিশ্বাস নহ'ল।

এদিন আগবেলা ৰমজান আহি আমাৰ ঘৰ ওলালহি। সি বৰ কিবা হৈ

আহিছে। চকু দুটা গাঁতত সোমাইছে, চুলিবোৰ আউলী-বাউলী, মুখখন শুকান, হয়তো সি কেইবা ৰাতিও শোৱা নাই।

তাক দেখি আমাৰ ভয়েই লাগিল।

"ঘৰৰ খবৰ কি ৰমজান?" পৰিবাৰে সুধিলে।

"খবৰনো কি ক'ম, তাইৰ আৰু ভাল হোৱাৰ আশা নাই। তথাপি এবাৰ মিছন হাস্পতাললৈ নিব খুজিছোঁ। কাইলৈ ৰাতিপুৱাই নিবলৈ ঠিক কৰিছোঁ। ল'ৰা-ছোৱালীহালো আহিছে। সিহঁতে অলপ টকাও আনিছে। তাৰেই এবাৰ নগৰত দেখুৱাই আনিব খুজিছোঁ।"

পৰিবাৰে গা ধুই উঠি মূৰ ফণিয়াইছিল। তেওঁ ক'লে, "তই কিবা এটা খাই যাবি ৰমজান, অলপ বহ, মই মূৰটো ফণিয়াই লওঁ।"

পৰিবাৰে জবাকুসুম তেল ব্যৱহাৰ কৰে। জবাকুসুমৰ গোন্ধ মোৰ ভাল নালাগে— গোন্ধটো বৰ তীব্ৰ। কিন্তু পৰিবাৰে ভাল পায়।

বাৰাণ্ডাত মুঢ়া এটাত বহি ৰমজানে কিবা অন্যমনস্কভাৱে পৰিবাৰে মূৰ ফণিওৱাৰ ফালেই চাই আছিল। আৰু মাজে মাজে জবাকুসুমৰ সৰু তেলৰ বটলটোৰ ফালে চাইছিল। ৰঙা সুগন্ধি তেলখিনি দেখি হয়তো তাৰ ভাল লাগিছিল।

মূৰ ফণিয়াই উঠি পৰিবাৰে তাক চাহ-জলপান খাবলৈ দিলে, তাৰ পাছত দহটকীয়া ন'ট এখন তাৰ হাতত দি ক'লে, "হেঁৰা এই টকাকেটাও নে।"

ৰমজানে টকাকেটা ল'লে, তাৰ পাছত অলপ সেমেনা-সেমেনি কৰি লাজ লাজ ভাৱে ক'লে, "কথা এটাও কওঁনে?"

"ওঁ ক, কি কথা?"

"আপুনি লোৱাৰ লগৰে অকণমান তেল দিব পাৰিবনে? আমাৰ বিয়াৰ সময়তে হ'বলা তাই মূৰত গোন্ধ তেল লৈছিল। আৰুনো ক'ত ল'ব! পিছে কাইলৈ তাইক মিছনলৈ নিওঁ বুলিছোঁ, মূৰটো তেনেই জঠা বান্ধি আছে। ফণিয়াইছেনো কাহানি, সদায় পৰি থকা মানুহ। অকণমান তেল-তুল দি মূৰ-চুৰবোৰ ফণিয়াই নিব পৰা হ'লে —"

ৰমজানৰ সৰল কথাখিনিত আমাৰ সিহঁতৰ অৱস্থাটোৰ কাৰণে দুখ লাগিল। পৰিবাৰে এদিন নে দুদিন মাথোন ব্যৱহাৰ কৰা জবাকুসুমৰ বটলটো তাক দি ক'লে, "হেঁৰা লৈ যা।"

"এঃ গোটেই বটল দিছে! ইমানখিনি কেলেই?"

"বাকী লৈ যাচোন। তয়ো লবি কেতিয়াবা।"

পৰিবাৰে এডোখৰ গা ধোৱা চাবোনো দি ক'লে, "পাৰ যদি গা-পাবোৰ ধুৱাই নিবি। তেল-তুল দি চুলিৰ জটবোৰ ভাঙি মূৰটো ফণিয়াই নিবি।"

ৰমজান যোৱাৰ পাছত সিহঁতৰ দৰিদ্ৰ আৰু দুৰৱস্থাৰ কথাকে আমি

ভালেমান পৰলৈ আলোচনা কৰিলোঁ।

কিন্তু পাছদিনা খবৰ পালোঁ যে সেই দিনা ৰাতিয়ে ৰমজানৰ ঘৈণীয়েক ঢুকাল, মিছনলৈ আৰু নিয়া নহ'ল।

আমাৰ বৰ বেয়া লাগিল। আমি ভাবিলোঁ যে ৰমজান আৰু তাৰ ল'ৰা-ছোৱালী দুটাৰ খবৰ কৰি আহিমগৈ। কিন্তু ভাবি থাকোঁতেই তিনি দিন গ'ল।

সেই দিনা আবেলি মই অফিছৰ পৰা আহি পোৱাৰ অলপ পাছতে ৰমজান আহি ওলালহি।

পৰিবাৰে তাক আথবেথ কৰি বহিবলৈ দিলে। তাক কি সান্ত্বনা দিম আমি ভাবি নাপালোঁ।

ৰমজানে নিজেই ক'লে, "মৰিল ভালেই হ'ল। বৰ কষ্ট খাই আছিল। একো খাবও নোৱাৰে শুবও নোৱাৰে, দুখ খাই আছিল। মিছনলৈ নিয়া হ'লে বাটতে মৰিলহেঁতেন। ঘৰতে লৰি-চৰি মৰিল— ভালেই হ'ল।"

"জা-জিয়াৰত (তিনিদিনীয়া সকাম) কৰা হ'ল নহয়?"

"হ'ল, আপুনি দিয়া টকাকেটাও— ল'ৰা-ছোৱালীয়ে অনা টকাকেটাও— আৰু ৰাইজেও দিছিল অলপ পইচা— সকলো মিলাই দফন-কফনো দিয়া হ'ল। তিনদিনীয়াও কৰা হ'ল।"

স্বামী হিচাপে কৰ্তব্য সমাপন কৰিব পৰাত যেন ৰমজানে অলপ আনন্দ উপলব্ধি কৰিছে।

পৰিবাৰে ৰমজানলৈ চাহ উলিয়ালে।

খাই উঠি যাবলৈ ওলাই সি চোলাৰ জেপৰ পৰা কাগজেৰে মেৰিওৱা সৰু কিবা এটা উলিয়ালে।

"ধৰকচোন —"

"সেইটো কি পালি ৰমজান?"

"সিদিনা যে দিছিল তেলৰ বটলটো, তাইৰ মূৰত আৰু দিবলৈকে নহ'ল। ইয়াৰ পৰা গৈ দেখোঁ তাই দেখোন বৰকৈ চটফটাইছে। মৰাৰ পাছতহে গা ধুৱাওতে চুলিৰ জঁট ভাঙি দিছে। তেল ল'বলৈ আৰু নাপালেই।"

পৰিবাৰে মোৰ মুখলৈ আৰু মই পৰিবাৰৰ মুখলৈ চালোঁ। তাৰ পাছত দুয়ো ৰমজানৰ মুখলৈ চালোঁ।

সি ক'লে, "নিজে কিনি-কুটি তেল অকণ দিব নোৱাৰিলোঁ। খুজি নিয়াকণো ল'বলৈ তাইৰ সময় নহ'ল। কোনেও অকণো লোৱা নাই। তেল বটল ৰাখক।"

ৰমজানৰ কথাই মোক বৰ আঘাত দিলে। পৰিবাৰৰ ফালে চাই দেখিলোঁ তেওঁৰ চকুপানী বাগৰি আহিছে আৰু ৰমজানে নেদেখক বুলি তেওঁ ভিতৰলৈ গুচি গৈছে।

# মিনিষ্টাৰৰ গৰু

কেহোঁৰামৰ মুখৰ পৰা সম্পূৰ্ণ বাতৰিটো শুনিবলৈ মিনিষ্টাৰৰ ভনীয়েক কুমাৰী কাদম্বিনী দেৱীয়ে আৰু বাট নেচালে। হাত মেলি কাষতে থকা ফোনটো দাঙি ল'লে। সাত মাইল দূৰৰ থানাৰ অ'চিলৈকে ফোন কৰোঁ বুলি প্ৰথমতে ভাবিছিল। কিন্তু ঠিক সেই মুহূৰ্তত অ'চিৰ ফোন নম্বৰটো কাদম্বিনীয়ে পাহৰি গ'ল। চি. আৰ. পি.ৰ কেম্প কমাণ্ডেণ্টৰ নম্বৰটো তেওঁৰ মুখস্থ আছিল। গতিকে তালৈকে ফোন কৰিলে।

বাৰ মিনিটৰ ভিতৰত দহ মাইল দূৰৰ কেম্পত থকা চি. আৰ. পি.ৰ তিনিখন বিৰাট বিৰাট ভান আহি মিনিষ্টাৰৰ ঘৰৰ আগত ঘৰ ঘৰ কৰি ৰৈ গ'ল। আৰু গৰপ্ গৰপ্ কৰি তাৰ পৰা তিনি ডজন সশস্ত্ৰ পুলিচ নামি শাৰী পাতি এলাৰ্ট হৈ থিয় দি ৰ'ল।

কেহোঁৰাম দৌৰি আহিল আৰু ভয়ে ভয়ে কাদম্বিনীক ক'লে, "আইদেউ, বহুত পুলিচ আহিছে দেখোন।"

"মই অনাইছোঁ," কাদম্বিনীয়ে গহীনাই ক'লে। চি. আৰ. পি.ৰ কমাণ্ডেণ্টজন আগবাঢ়ি আহি হিন্দীতে সুধিলে, "কি ঘটনা হৈছে? আমাক মাতি পঠালে যে?"

"অতি ছিৰিয়াছ ঘটনা", কাদম্বিনীয়ে ক'লে।

"কি হৈছে?"

"মিছিং।"

"মিছিং? কোন হেৰাইছে?"

"লখিমী!"

"লখিমী? তেওঁ নো কোন?"

"আপোনালোক ইয়াত এনেকৈ ৰৈ থাকিলে নহ'ব। আপোনালোকৰ ডিউটি কৰক।" হুকুম দিয়াৰ কাৰণে মিনিষ্টাৰৰ ভনীয়েকে গহীনাই ক'লে।

"এইটো এৰিয়াৰ স্কুল-কলেজৰ ষ্টুডেণ্টখিনি, আৰু দীঘল-চুলি ৰখা ডেকা ল'ৰাখিনিক পিটাই ফ্লেট কৰাই দিলেই নহ'ব জানো?"

"এইটো ককাইদেউৰ কনষ্টিট্যুয়েঞ্চি। ইয়াৰ ল'ৰাবোৰক পিটাব নেলাগে। পিটাটো কিছু পাছত কৰিব। এতিয়া লখিমীক উদ্ধাৰ কৰক।"

"ক'ত মিছিং কৰিলে?"

"মিছিং মানে মিছিং কৰা নাই। মানে, আমাৰ লখিমী প্ৰায় দুঘণ্টা ঘৰত নাই।"

"কোনোবা গুণ্ডাই পলুৱাই নিছে? ক'ত আছে সেই গুণ্ডাটো?"

"ইয়াৰ পৰা প্ৰায় আধা মাইল দূৰত। কেহোঁৰাম, এওঁলোকক মোলোকাৰ ঘৰলৈ লৈ যা।"

কমাণ্ডেণ্ট আৰু নৰ'ল। কেহোঁৰামক ভানত তুলি লৈ সদলবলে ওলাই গ'ল।

অলপ পাছতে ছটা কনষ্টেলব লৈ জীপেৰে থানাৰ দাৰোগা ওলালহি।

"অ', আপুনিও আহিল?"

"হয়। চি. আৰ. পি.ৰ কমাণ্ডেণ্টে ফোন কৰি ইয়ালৈ আহিবলৈ ক'লে। কি হৈছে?"

মিনিষ্টাৰৰ ভনীয়েক কাদম্বিনীয়ে গহীনাই ক'লে, "ক'ত কি হৈছে, আপোনালোকেতো খবৰ নেৰাখে।"

অ'. চি.য়ে সেমেনা-সেমেনি কৰিলে আৰু ক'লে, "খবৰটো আমি আগতে পোৱা হ'লে আমি আগতেই আহি পালোহেঁতেন। কি হৈছে নো?"

"দুঘণ্টাতকৈ বেছি হ'ল, আমাৰ লখিমী নাই।" অ'. চি. সন্ত্ৰস্ত হৈ উঠিল।

"কিড্‌নেপিং নে ইল'প্‌মেণ্ট? কাল্‌প্ৰিটটো কোন বুলি ভাবে? চিন্তা নকৰিব, যিয়েই নহওক, সি আমাৰ হাতৰ পৰা সাৰিব নোৱাৰে।"

অলপ ৰৈ অ'. চি.য়ে সুধিলে, "লখিমীৰ বয়স কিমান?"

"চাৰি বছৰ।"

"চাৰি বছৰ? মানে?"

"চাৰি বছৰ যদিও তাই বেছ শকত-আৱত। মাকৰ নিচিনাকৈ তাইৰো কপালত বগা ফোঁট আছে। আৰু শিঙো অলপ অলপ গজিছে।"

অলপ অপ্ৰস্তুত হৈ অ'. চি.য়ে ক'লে, "আপুনি ঠিক কাৰ কথা কৈছে মই ধৰিব পৰা নাই।"

"জানিছো। এইবোৰ কথা আপোনালাকে সহজে বুজিব নোৱাৰে। লখিমী আমাৰ গাইজনীৰ নাম! তাইক চৰিবলৈ এৰি দিয়া হৈছিল। ধান খালে বুলি মোলোকাই বান্ধি থৈছে বোলে। দুঘণ্টাৰো বেছি হ'ল। তাইক মৰিয়াইছেও কি জানি। আপুনিতো জানেই, যোৱা ইলেক্‌চনত মোলোকাই ককাইদেউৰ বিৰুদ্ধে কিদৰে কাম কৰিছিল?"

অ'. চি.য়ে ক'লে, "মোলোকাক আমি জানো। চিন্তা নকৰিব। সি ব্লেক্ লিষ্টেড্ হৈয়ে আছে। তাক আমি এতিয়াই এৰেষ্ট্ কৰি লক্-আপত ভৰাই থ'ম।"

অ'. চি. উঠিলেই।

কাদম্বিনীয়ে ক'লে, "ৰ'ব, ময়ো আপোনাৰ লগতে যাম। য'ত কেৰাচিনৰ টিপ্ চাকিটোও নজ্বলিছিল, তালৈ ককাইদেউ মিনিষ্টাৰ হৈয়েই ইলেক্‌ট্ৰিক্ লাইট আনিলে। গৰুবাটবোৰ ককাইদেৱে পিচ্ ৰ'ড্ কৰালে। গাঁৱৰ মাজত পুলিচ

আউট্‌পʼষ্ট সজালে, চি. আৰ. পি.ৰ কেম্প কৰালে। তথাপি এই মোলোকাহঁতে শত্ৰুতা কৰিবলৈ এৰা নাই। মই আজিয়ে ট্ৰাঙ্ক-কল কৰি ককাইদেউক জনাই দিম।”

“আপুনি নজনালেও আমি জনামেই। চিন্তা নকৰিব।”

পুলিচৰ জীপত উঠি অʼ. চি.ৰ লগত কাদম্বিনী ওলাই গʼল।

ডিঙিত পঘা লগাই লখিমীক বান্ধি থৈছে। তিনি ডজন চি. আৰ. পি.য়ে গাইজনী আৰু মোলোকাক বেঢ়ি আছে। এতিয়াও পিটিবলৈ আৰম্ভ কৰা নাই।

জীপৰ পৰা গৰপ্‌কৰে নামি অʼ. চি.য়ে অৰ্ডাৰ দিলে, “এৰেষ্ট কৰ।”

মোলোকাই গহীনাই কʼলে, “কাক এৰেষ্ট কৰিব?”

“তোক।”

“কথা ভালকৈ কʼবা অʼ. চি.। মোৰ মাজু লʼৰাটোও এছ. পি.। চিনিয়ে পাবা কিজানি, তাৰ নাম মুকুণ্ড মেধি। দেৰগাঁৱত কমাণ্ডেণ্ট হৈ আছে।”

অʼ. চি. অলপ দমি গʼল। সুধিলে, “গৰুজনী এনেকৈ বান্ধি থৈছা কিয়?”

“মোৰ ধান খাইছিল।”

“সেইজনী মিনিষ্টাৰৰ গৰু বুলি চিনি নোপোৱানে কি?”

“মিনিষ্টাৰক চিনি পালো বুলি মিনিষ্টাৰৰ গৰুকো চিনি পামনে? আগেয়ে, ইছকুলত পঢ়ি থাকোঁতে মিনিষ্টাৰে আমাৰ লʼৰাহঁতৰ লগতে গৰু ৰাখিছিল। তেতিয়া গৰুও চিনি পাইছিলো, গৰখীয়াও চিনি পাইছিলো।”

চি. আৰ. পি.ৰ কমাণ্ডেণ্টে ইংৰাজীৰে অʼ. চি.ক সুধিলে, “পিটাই দিমনে কি?”

অʼ. চি.য়ে কʼলে, “মিনিষ্টাৰৰ গৰুৱে ধান খায়নে কি?”

“গৰুজনীক সোধক খায়নে নাখায়। গিৰিহঁত মিনিষ্টাৰ হʼল বুলি মিনিষ্টাৰৰ গাইজনীও মিনিষ্টাৰ হʼলনে কি?”

কাদম্বিনীয়ে কʼলে, “আমাৰ গৰুজনীয়ে খোৱাবোৰা যে ধান তাৰ কি প্ৰমাণ আছে”

“যোৱা শাওণত সেইবোৰ আমি ধান বুলিয়ে ৰুইছিলোঁ। কাৰোবাৰ ককায়েক মন্ত্ৰী হʼল বুলি ধাননিবোৰ ঘাঁহনি হৈ যাবনে?”

অʼ. চি.য়ে চি. আৰ. পি.ৰ কমাণ্ডেণ্টৰ লগত পৰামৰ্শ কৰিলে। সদ্যহতে মোলোকাক এৰেষ্ট কৰা আৰু পিটাটো স্থগিত ৰখা হʼল। লগতে সিদ্ধান্ত কৰা হʼল, মিনিষ্টাৰৰ গৰুৱে পথাৰৰ ধান খায় নে নেখায়, আৰু মোলোকাৰ পথাৰৰ ধানবোৰ ধান হয়নে নহয়, আৰু মিনিষ্টাৰৰ গৰুৱে কাৰোবাৰ পথাৰৰ ধান খোৱাটো আইনমতে দোষণীয় হয় নে নহয়, আৰু খাদ্যশস্য নষ্ট কৰিলে মিনিষ্টাৰৰ গৰু দুঘণ্টা এঢ়ালেৰে বান্ধি থোৱাটো চি. আৰ. পি চিৰ কোন ছেক্‌শ্বন মতে ক্ৰিমিনেল

অফেন্স— এই আটাইবোৰৰ সম্পৰ্কে হাইকৰ্টৰ ৰুলিং বিচৰা হওক। আৰু আবেদনৰ কপি মিনিষ্টাৰলৈ পঠোৱা হওক।

লগতে সিদ্ধান্ত কৰা হ'ল, লখিমীৰ এই কে'চটো নিষ্পত্তি নহয় মানে চি. আৰ. পি. কেম্পতে ৰাখি তেওঁলোকৰ ভাগৰ ৰেচনকে খুৱাই পুহি থকা হওক। আৰু মোলোকাৰ কি কৰা যাব, সেই সম্পৰ্কে মন্ত্ৰীৰ উপদেশ বিচৰা হওক।

বৰ অসন্তুষ্ট হৈ গাইজনী ভানত তুলি লৈ চি. আৰ. পি.খিনি ঘূৰি গ'ল। আৱশ্যকীয় উপদেশ দিবৰ কাৰণে কাদম্বিনীও কমাণ্ডেণ্টৰ লগতে গ'ল।

অ'. চি.য়ে ঘৰুৱাভাৱে মোলোকাক ক'লে, "অইনক চিনি নেপালেও, মিনিষ্টাৰ আৰু মিনিষ্টাৰৰ গৰু-গাইবোৰ চিনি থ'ব লাগিছিল। নিজৰ গাঁৱৰে ল'ৰা মিনিষ্টাৰ হৈছে। আজি মই নথকা হ'লে কম বিপদখন হ'লহেঁতেননে?"

মোলোকাই ক'লে, "মিনিষ্টাৰক নো চিনি নেপাম কেলেই? আমাৰে কৰকৰা পঁইতা খাই, মধুৰি-আম-পনীয়ল চুৰ কৰি খাই ডাঙৰ হোৱা ল'ৰা, আমাৰ ল'ৰাহঁতৰ লগতে গৰু-ছাগলী ৰখি খোৱা ল'ৰা। মন্ত্ৰীকো চিনি পাইছিলোঁ, মন্ত্ৰীৰ গৰু-ছাগলীকেইটাও চিনি পাইছিলোঁ। পিছে মন্ত্ৰী হৈ এইকেইদিনতে তেওঁ যেনেকৈ শকত হৈ চিনিব নোৱৰাটো হ'ল, গাল-মুখ পোত খালে, তেনেকৈ মন্ত্ৰীৰ ঘৰৰ গৰু-গাইবোৰো এনেকৈ শকত হৈ চিনিবকে নোৱৰা হ'ব বুলিনো কেনেকৈ জানিম?"

অ'. চি.য়ে ক'লে, "খাব-মেলিবলৈ পালে আপুনি-আমিও শকত নহৈ নেথাকোঁ। পিছে, খালে খাওক ধান এডৰা, মন্ত্ৰীৰ গৰুৱেহে খাইছে। আপোনাৰে সৌভাগ্য বুলি ধৰক। যাৰে তাৰে ধান মন্ত্ৰীৰ গৰুৱে নেখায়ো।"

মোলোকায়ো ক'লে, "আপোনালোকৰো কপাল ভাল, মন্ত্ৰীৰ গৰু-বিচৰা কাম পাইছে। সকলো মানুহৰ এনে ভাগ্য নহয়ো। তামোল এখনকে খাওক।"

# বাটৰ শেষত

উশাহ বিচাৰি

দুৱাৰখন সি নিঃশব্দে বন্ধ কৰিলে। দুৱাৰখনৰ কাষৰ পৰা ঘৰটোৰ মাজত থকা মেজখনৰ কাষলৈ আগবাঢ়ি আহিল। মেজখনৰ কাষতে অলপ ৰ'ল, আৰু চকুৰে নোচোৱাকৈয়ে দুৱাৰখনৰ ফালে বৰ মনোযোগেৰে কাণ দিলে। তাৰ বিমৰ্ষ মুখখনৰ ওপৰেদি এটা চকুৰে নেদেখা হুমুনিয়াহৰ শীতল কৰুণতা বাগৰি গ'ল।

জ্বলি থকা লেমটোৰ পোহৰখিনি বঢ়াই দি সি চকীখনতে বহিল। বহি থাকিল। একেথৰে অকণো লৰচৰ নকৰাকৈ, কেতিয়াবাই মৰি ঠৰঙা দিয়া এটা শৰ দৰে সি নিস্পন্দ হৈ বহি থাকিল। তাৰ লগতে সি অনুভৱ কৰিলে যেন তাৰ নিঃশব্দ ঘৰটোও কেতিয়াবাই মৰি সাৰসুৰ নোহোৱা হৈ গৈছে। তাৰ চকু দুটাত এটা আধাবুজা আশা বিৰিঙি উঠিল। কোন অনাগতৰ ভৰিৰ খোজত যেন তাৰ মৰা ঘৰটো আকৌ জী উঠিব। সি চাই থকা ঘৰখনৰ পৰা তাৰ দৃষ্টি একবাই আনিলে আৰু বহাৰ পৰা উঠিল।

তেতিয়া ৰাতিৰ কোমল আন্ধাৰৰ পৃথিৱীৰ প্ৰায় সকলো মানুহকে টোপনি আৰু সপোনৰ দেশলৈ লৈ গৈছে। কোলাহলভৰা জগতৰ ৰন্ধ্ৰে ৰন্ধ্ৰে তেতিয়া বাজিব লাগিছে নীৰৱতাৰ সুৰ— গাঢ়, শান্ত, কৰুণ।

মিলাদে তাৰ দৰে অকলে জ্বলি থকা লেমটোৰ ফালে একেথৰে চাই থাকি এটা কৰুণ মিচিকি মাৰিলে— আৰু কোনেও নুশুনাকৈ, সি নিজেও নুশুনাকৈ, ক'লে, "জ্বলে মাত্ৰ তেল থাকে মানে। ..." লেমটোৱে একো নক'লে।

সি উঠিল। নীলা কাপোৰৰ পৰ্দাখন লাহেকৈ টানি একাষলৈ থ'লে আৰু পৰ্দাৰ সিপাৰৰ এতিয়া ওলাই পৰা বস্তুটোত একাগ্ৰভাৱে চকু দিলে।

এটা খহি যোৱা অট্টালিকা দেখা গ'ল। ওখ, শকত, বহুত শতিকাৰ বতাহে কোবোৱা এটা পুৰণি অট্টালিকা, নিৰ্বিকাৰ কালৰ গচক পৰি তাৰ এদিনৰ নিৰ্মল গাত শেলাই বন্ধ গৈছে— ডাঠ, সেউজীয়া, পুৰণি শেলাই, অট্টালিকাটো ওখ, তাৰ দুটা চূড়াই যেন আকাশৰ ফালে আগবাঢ়ি গৈছে— বহুত ওখলৈ, অট্টালিকাটোৰ এখন বেৰত গজিছে এজোপা শকত বৰগছ— সিও যেন অট্টালিকাটোৰ সমানেই পুৰণি— তাৰ ৰস নোহোৱা আঁহবোৰত যেন বহুত হেৰাই যোৱা শতিকাৰ গোপন চৰণ ৰেখা পৰি আছে।

মিলাদে তাৰ খহি যোৱা অট্টালিকাটোৰ ফালে একেথৰে চাই থাকিল। তাৰ সৰু লেমটোৰ তাৰ বৰণীয়া পোহৰখিনি পৰি যেন অট্টালিকাটোত আৰু প্ৰাচীনতাৰ বোল সানি দিছে। পিছফালে আন্ধাৰ— এনেহে লাগে যেন অট্টালিকাটোৰ সিপাৰে

আৰু আন্ধাৰৰ বাহিৰে আৰু একো নাই। শূন্য— নীৰব আকাশ, শূন্য, নীৰব আন্ধাৰ— আৰু আন্ধাৰৰ বাহিৰে আৰু একো নাই। শূন্য— নীৰব প্ৰাচীনতা।

মিলাদৰ কৰুণ মুখখনত এটা ম্লান পৰিতৃপ্তিৰ ৰেখা দেখা গ'ল। লেমটোৰ পাতল পোহৰত দেখা গ'ল— তাৰ চকু দুটাত এটা প্ৰশান্ত উজ্জ্বলতা, তাৰ মুখখনত এটা মলিন আনন্দ।

স্ৰষ্টাৰ আত্মপ্ৰসাদ লৈ সি তাৰ খহি যোৱা অট্টালিকাটোক তাৰ গোটেই মৰম দি এবাৰ সাবটি ধৰিব খুজিলে, হঠাৎ তাৰ চকুত পৰিল, অট্টালিকাটোৰ এটা খুঁটা এতিয়াও সম্পূৰ্ণ হোৱা নাই। কাঠৰ চকিয়াটোত খচি থোৱা বোকাখিনি লৈ সি আকৌ ভগা কাৰেং গঢ়াত লাগি গ'ল।

তাক ঘেৰি তাৰ চাৰিওফালে ৰাতিৰ কোমল আন্ধাৰ আৰু কল্পনাৰ বগা মেঘ বৰণীয়া পোহৰ।

তাৰ দৈনন্দিন জীৱনক ঢাকি ৰখা দুখৰ শ্যাম বৰণীয়া পৰ্দাখন আঁতৰাই সি তাৰ বোকাৰ ভগা কাৰেং লৈ নিজক পাহৰিবৰ আয়োজন কৰিলে।

যেতিয়া উশাহ লয়।

চকুৰ আগত ডেস্কখনৰ ওপৰত কাগজখন পেলাই লৈ চকুৰে নোচোৱাকৈয়ে সীহৰ আখৰবোৰ এটা এটাকৈ বুটলি আনি মিলাদে কম্প'জ কৰি যায়। আনৰ হাতৰ লেখাবোৰ সি সীহৰ লেখালৈ পৰিবৰ্তন কৰে।

দিনৰ পাছত দিন— ঘণ্টাৰ পাছত ঘণ্টা।

টুলখনত বহি আখৰৰ পিঠিত আখৰ জাপি ডাড়ি, কমা, চেমিক'লন দি সি আখৰবোৰ শাৰী পাতে। কেতিয়াবা গোটেই বাক্যশাৰী পঢ়ি লয়, তাৰ পাছত সীহৰ আখৰ দি তাক সি গাঁথে। "হেৰি এইটো কি লিখিলে চাওকচোন —" কেতিয়াবা তাৰ কাষৰ সিজন কম্প'জিটাৰক সোধে। আখৰৰ পাছত আখৰ— শাৰীৰ পাছত শাৰী— কমা, ডেচ— ডাড়ি।

হাতত আধা কম্প'জ কৰা আখৰবোৰ লৈ কেতিয়াবা সি নিজেই ক'ব নোৱাৰাকৈ, অন্যমনস্কভাৱে বৈ যায়। কোনোবাই, সি চিনি নোপোৱা কোনোবা এটা মানুহে লিখা আখৰবোৰ চকুৰ আগত লৈ সি এনেয়ে বৈ থাকে। সি যেন আখৰবোৰ চিনিকে পোৱা নাই। ক'লা আখৰবোৰৰ মাজেদি সৰকি গৈ সি যেন এখন মৰীচিকাৰ সিপাৰৰ ৰেছিচত ওলায়গৈ— তাত আছে খেজুৰৰ মৰমী ছাঁ, ছিৰলি খেজুৰ পাতৰ কঁপনি তোলা জিৰ্ জিৰ্ কৰি বলা কোমল বা, কাষত নিৰ্মল পানীৰ ফোৱাৰা, তাৰ কাষত চৰি আছে— বগা ভেৰা-ছাগলীৰ দলটো— অলপ দূৰত খেজুৰৰ ছাঁত গা এৰি দি পৰি আছে সউকেজনী বেদুইন কন্যা— সিহঁতৰ

গালত ফুটো ফুটো ৰঙা তেজ, সিহঁতৰ পাতৰ ফিৰাণৰ তলেদি ফুটি উঠিছে ফুটন্ত যৌবনৰ আধা দেখা মাধুৰী— সেই বেদুইনৰ মাজত বহি সি— দূৰণিৰ শ্ৰান্ত পথযাত্ৰী— তাৰ লগত—

মেনেজাৰ সোমাই আহে, তেওঁৰ ভৰিৰ শব্দত সি সজাগ হৈ উঠে। আকৌ ততাতৈয়াকৈ আখৰ বিচাৰি কম্প'জ কৰি যায়— কাৰোবাৰ লেখা এষাৰি— "কেতিয়াবা ৰেছিছত ক্ষন্তেক জিৰাবৰ সৌভাগ্য ঘটিলেও উটৰ জীৱন মৰুভূমিৰ কাৰণেহে, ৰেছিছৰ কাৰণে নহয় —"

সি যেন কথাষাৰৰ অৰ্থটো উপলব্ধি কৰিলে। তাৰ মুখত বিদ্ৰূপৰ হাঁহি বিৰিঙি উঠিল। পাছ মুহূৰ্ততে তাৰ মুখখন ক'লা পৰি গ'ল। সি যেন নিজকে পিঠিত সংসাৰৰ বোজা লৈ মৰুভূমিৰ মাজে মাজে গৈ থকা এটা বুঢ়া উটৰ নিচিনা অনুভৱ কৰিলে। সকলো ভাব হেঁচি ৰাখি সি কম্প'জ কৰাত লাগি গ'ল। আখৰৰ পিঠিত আখৰ জাপি যোৱা এই কামটোত সি যেন অনুভৱ কৰিলে বহুত শতিকাৰ প্ৰাচীন, নিৰাসক্ত প্ৰাণহীনতা।

সি কেতিয়াবা নিজেই ভাবি আচৰিত হয়— কিয় তাৰ আজিকালি তাৰ চিনাকি ছাপাখানাটোক অচিনাকি যেন লাগে। কিয় সি তাত অকণো প্ৰাণ নেপায়, কিয় সি এই চিনাকি আখৰবোৰৰ মাজত বৰ আচহুৱা যেন অনুভৱ কৰে।

নোসোধা এই প্ৰশ্নবোৰৰ সমাধান সি তাৰ দুদিন আগৰ হেৰোৱা জীৱনটোৰ মাজত বিচাৰি চায়— যেতিয়া তাৰ ছাপাখানাটোক তাৰ মৰমৰ বুলি জানিছিল, তাৰ নিজৰ মৰমৰ বুলি জানিছিল, সি সেই অতীতটোৰ মাজলৈ তাৰ ছাপাখানাটোৰ পৰা, বৰ্তমানটোৰ পৰা এৰাই গৈ এবাৰ সোমাই যায়।

## পিছলই ঘূৰি

এশাৰী ওখ ডাঙৰ ঘৰৰ ভিতৰত, ডাঙৰ পকী ঘৰটোৰ কাষৰ ঘৰটোতে সি থাকে। সি অকলে। লগত তাৰ বতাহৰ আগে আগে উৰি ফুৰা নমনীয় সপোন আৰু মুখত আশাৰ গান। তাৰ ঘৰৰ কাষৰ ডাঙৰ ঘৰটোত থাকে ছাপাখানাৰ সহকাৰী মেনেজাৰ আহ্‌চানুল্লাহ চাহেব। গহীন, শকত মানুহজন, টপা মূৰ, বগা চেহেৰা, মুখখনত কোমলতা থাকিলেও অপৰিহাৰ্য গাম্ভীৰ্য ৰক্ষাৰ অভ্যস্ত আৱৰণে মুখত এটা কঠিনতাৰ বোল দিছে। কথা-বতৰাত নম্ৰ, কিন্তু সুৰ গহীন।

ওচৰতে তেওঁৰ ঘৰটোৰ কাষৰ ঘৰটোতে থাকে মিলাদ। ছাপাখানাৰ কম্প'জিটাৰ।

আহ্‌চানুল্লাহ আছিল নিঃসন্তান। বহুতৰ ধাৰণা জীৱনৰ আগছোৱাৰ কিবা কুখ্যাতিৰ কাৰণে তেওঁৰ কাৰণে কোনোৱে ছোৱালী দিবলৈ আগ নেবাঢ়িল।

কোনোৱে কয় বিয়া নকৰালেও তেওঁৰ দুটা ল'ৰা-ছোৱালী এতিয়াও আছে আৰু এতিয়াও তেওঁ গুপ্তভাৱে সিহঁতক খৰচ পঠায়। আহ্‌চানুল্লাৰ নিজৰ কথা— যে তেওঁ বিয়া নকৰালে— ইচ্ছা কৰি নকৰালে। ছোৱালী তেওঁক বহুতেই যাচিছিল, কিন্তু তেওঁ ঘূৰি নাচালে।

বিয়া নকৰাই ককায়েকৰ জীয়েক তজল্লিক তেওঁ তুলি ল'লে। তজল্লি আছিল ককায়েকৰ একমাত্ৰ সন্তান, নিজ অধ্যৱসায় আৰু কাৰ্যপটুতাৰ ফলত তজল্লিৰ বাপেকে যথেষ্ট সম্পত্তি গোটাইছিল। কিন্তু তজল্লিৰ আঠ বছৰ হওতেই তেওঁ ঢুকাল। সংসাৰ অনভিজ্ঞা বৌৱেকৰ হাতত পৰি সম্পত্তিখিনি অযথা নষ্ট হয় বুলি আহ্‌চানুল্লাই সম্পত্তিৰ পৰিচালনাটো নিজৰ হাতলৈ ল'লে। বৌৱেকেও আপত্তি নকৰিলে। কিন্তু লাহে লাহে সম্পত্তিৰ ওপৰৰ পৰা বৌৱেকৰ অধিকাৰৰ দাবী এৰুৱাই দি আহ্‌চানুল্লাই গোটেই সম্পত্তি নিজৰ কৰি ল'লে। দুই-এজন খবৰ কৰোঁতাক ক'লে, "ককাইৰতো একো নাছিল, কোনো মতে জীয়াই থকা কেইদিন খালে, এতিয়া কিটো আছে। বৌ আৰু ছোৱালীজনী মোৰ লগতে থাকিবই। সিহঁতক নো সম্পত্তি কি কৰিবলে?"

লোকৰ ঘৰৰ ভিতৰুৱা কথা। বাহিৰা মানুহে বৰ কাণ নিদিলে।

তিনিমাহ তজল্লিৰ মাক-জীয়েকক লগত লৈ আহ্‌চানুল্লাৰ লগতে থাকিল। কিন্তু বিবাহিত ডেকা দেওৰেকৰ লগত অকলশৰীয়া ঘৰটোত থাকিবলৈ ভয় কৰিয়ে নেকি জানো, শেষত তেওঁ তজল্লিক দদায়েকক গতাই দি শুদা হাতে বাপেকৰ ঘৰলৈ গুচি গ'ল। তজল্লিয়ে মাত্ৰ কান্দিলে, আহ্‌চানুল্লাই কোনো ৰকমৰে দুৰ্বলতা নেদেখুৱালে।

মিলাদে প্ৰথম যিদিনা তজল্লিক লগ পায়, তজল্লি তেতিয়া চৈধ্য বছৰীয়া — ৰাংঢালী, লাহী, পাতল ছোৱালীজনী। তাইৰ দীঘল ধুনীয়া মুখখন আৰু ধুনীয়া, ক'লা চকুযোৰ— ছাপাখানাৰ কাম বিচাৰি আহি মিলাদে আহ্‌চানুল্লাক পালে নিজৰ অভিভাৱক কৰি, তজল্লিক পালে নিজৰ অকলশৰৰ লগৰী কৰি।

তজল্লিহঁতৰ ঘৰৰ কাষতে তাৰ সৰু ঘৰটো, তাতে সি ৰান্ধে, খায়, থাকে। দহ বজাৰ পৰা পাঁচ বজালৈ ছাপাখানাত আখৰৰ পিঠিত আখৰ জাপে, পৃথিৱীৰ জ্ঞানৰ ভঁৰালঘৰ ৰচনা কৰে। আবেলি অলপ ফুৰিবলৈ ওলাই যায়। ৰাতি বোকামাটি লৈ কিবাকিবি মডেল সাজে— মন্দিৰ, মানুহ, চৰাই আৰু কিবাকিবি। দদায়েক কেতিয়াবা বেছি পৰৰ কাৰণে আঁতৰি গ'লে তজল্লি তাৰ ঘৰলৈ আহে— তাক অলপ আমনি কৰে, তাৰ পাছত যায়গৈ। নতুন কল্পনা লৈ মিলাদে আকৌ অকলশৰে চাই চাই তাৰ বোকাৰ প্ৰতিমূৰ্তি গঢ়ি যায়।

কেতিয়াবা ধেমালিতে তজল্লিয়ে সি সজা কেঁচা মূৰ্তি একোটা হাতত লৈ চেপি-খুন্দি নিৰাকাৰ কৰি পেলায়। সি বেজাৰ নেপায়, কিন্তু বেজাৰ পোৱাৰ

বিমর্ষতা দেখুৱাই পাতলকৈ হাঁহি কয়, "অ' ভাঙি পেলালা! বাৰু ভাঙা। এইটতো তোমালোকৰ কামেই। আমি পুৰুষবোৰে যিটো সাজোঁ, তাক তোমালোকে নিতৌ ভাঙিবই লাগিছা— তাতে তোমালোকৰ আনন্দ —"

"ওঁ, হবতো আনন্দ। আপোনালোকে সজাবোৰ আমি ভাঙি নিদিলে আপোনালোকে নতুন সাজিবলৈ সুবিধা পাব ক'ৰ পৰা!"

"কিন্তু আমি সজাবোৰ ভাঙি নতুন সজাৰ সুযোগটো নিদিয়া হ'লেওতো হ'লহেঁতেন। ইমানখিনি অনুগ্ৰহৰ কি প্ৰয়োজন আছিল?"

"প্ৰয়োজন নাই? পুৰণি সজাবোৰ ভাঙি নতুন সজাৰ সুযোগ নিদিয়া হ'লে যে আপোনালোকে একেদিনে বুঢ়া হৈ গ'লহেঁতেন। এই যে আমি ভাঙি ভাঙি নতুন সৃষ্টিৰ সুবিধা কৰি দিছোঁ, সেয়েতো আপোনালোকক বুঢ়া নোহোৱাকৈ ৰাখিছে।"

"পিছে এই বুঢ়া নোহোৱাটোৰ পৰা আমাৰ কি লাভ হৈছে? এহাত জাঁপ মাৰি ডেৰহাত খহি অহা নাদৰ ভেকুলীটোৰ দৰে আমি কেৱল সাজিছোঁ— তাৰ পৰা —"

"ওঁ, তাৰ পৰাইতো আপোনালোক জীয়াই আছে। সৃষ্টিৰ প্ৰেৰণা নাৰীয়ে পুৰুষক নিদিলে পৃথিৱীক অতদিনে মৃত্যুৱে গচকি মাৰি পেলালেহেঁতেন।"

"আৰু পুৰুষৰ সৃষ্টিবোৰ নাৰীয়ে খেলাৰ পুতলা ভঙাদি ভাঙি পেলোৱা হ'লে পৃথিৱী আজিও ইমান তলত পৰি নেথাকে।

"তলত পৰি নেথাকি কি হ'লহেঁতেন? বেলুন উৰাদি পৃথিৱীখন ওপৰলৈ উৰি গৈ ক'ৰবাত তৰাৰ গাত উঠিলগৈহেঁতেন।"

"তৰ্কতো বেছ শিকিছা। বেলুন উৰাদি উৰিবলৈ পৃথিৱীখনতো আৰু মাইকী ছোৱালী নহয়, মাইকী ছোৱালীৰ দৰে পাতল নহয়। হিমালয়ৰ হিচাপটো বাদ দিলেও ইয়াত যে হিমালয়তকৈও বেলুন ওপৰলৈ উৰিব নোৱাৰে, সেইটো অন্ততঃ —"

"ছাপাখানা, ছাপাখানা, ছাপাখানাৰ বাহিৰে আৰু আপোনাৰ অন্য একো কথা নাইনে?"

"কিয় নাই, বহুত আছে। — বোকাৰ কথা, মডেলৰ কথা, তজল্লিৰ কথা —"

তজল্লিৰ মুখখন ৰঙা পৰি উঠে।

তজল্লি যায়গৈ। সি আকৌ খচা বোকাবোৰকে খচিব ধৰে। নতুন সৃষ্টিৰ কল্পনা তাৰ হেৰাই যায়, সি কি জানিব খুজিছিল পাহৰি যায়। তাৰ চকুৰ আগত ভাহি থাকে তজল্লিৰ ধুনীয়া, ৰঙা, মুখখন— তাৰেই পোহৰত যেন তাৰ অকলশৰীয়া ঘৰটোত পোহৰৰ মৃদু গুঞ্জন বাজি উঠে।

ছাপাখানাটো— তাৰ ঘৰটো আৰু তজল্লি— এই সকলোৰে মাজত ওপণ্ডি ফুৰে মিলাদ— কেতিয়াবা খুন্দা খাই অলপ উভতি চাই দেখে— আহ্‌চানুল্লাহ। অলপ সাৱধান হৈ লয়, আকৌ ওপণ্ডিবলৈ আৰম্ভ কৰে। — কিহৰ সোঁতত সি বুজিব নোৱাৰে— মাথোন অনুভৱ কৰে— কিবা এটা পাতল গোলাপী পোহৰৰ মাজেদি, এটা গাত নলগা স্পৰ্শৰ মাজেদি সি উটি গৈছে —। কেতিয়াবা সি চকু মুদি নিজক বুজিবৰ চেষ্টা কৰে— তাৰ গাৰ চাৰিওফালে সি অনুভৱ কৰে কাৰোবাৰ এটা অকুটিল কোমল ঢৌৰ নীৰৱ পৰশ। ঢৌবোৰৰ বুকুত পোহৰৰ আখৰেৰে লেখা আছে তাৰ চিনাকি নাম এটা— তজল্লি। সি বেছিকৈ চকু দুটা মুদি দিয়ে।

বৰযুগৰ আগৰ ৰামধনু

ৰাতিপুৱা ধুনীয়াকৈ ৰ'দ ওলাইছিল। দোলযাত্ৰা উপলক্ষে প্ৰেছ বন্ধ। মিলাদৰ আজৰি, ধুনীয়া ৰ'দবোৰ দেখি মিলাদৰ মুখখন এনেয়ে হাঁহিৰে ভৰি উঠিল, সেই হাঁহিক আৰু বেছি পোহৰ কৰি তুলিলে তজল্লিৰ তৰল হাঁহিয়ে, তজল্লিৰ মুখখনত ৰঙা ওঁঠ দুটাত তাইৰ চঞ্চল মানুহজনীও যেন কঁপি উঠিছে নমনীয় বসন্তৰ চিৰশ্যামল চিৰ উজ্জ্বল ৰক্তৰাগ।

মিলাদ তাৰ দুৱাৰডলিৰ পৰা ভিতৰলৈ সোমাই গ'ল। লগে লগে সোমাই গ'ল ৰংঢালী তজল্লি।

"বেলিটো দেখিছানে তজল্লি, আজি ইমান ৰঙা হৈ ওলাইছে —"

"সদায় ওলোৱা বেলিটোও আজি আকৌ ৰঙা হ'ল নে? বেলিটো দেখোন মই একেই দেখিছোঁ, আপোনাৰ চকুতহে কিবা নতুন ৰ'দ লাগিছে —"

"হ'ব পাৰে, ময়ো বুজিব পৰা নাই, ছাপাখানাৰ ক'লা আখৰ আৰু ক'লা চিয়াহীৰ মাজত থাকি থাকি, ক'লা নোহোৱা কিবা এটা দেখিলেই বৰ ধুনীয়া যেন লাগে।"

"আকৌ আনিল ছাপাখানাৰ কথা, আপুনি আৰু সেই ঘটং ঘটংটোৰ কথা নক'লে নোৱাৰেনে"

"নোৱাৰো কাৰণেইতো কওঁ। ছাপাখানাটো বাদ দিলে যে মোৰ কোনো অস্তিত্বই নাই —"

"কিয়?"

"কিয় নহয়। আমি নেথাকিলে যিদৰে ছাপাখানাৰ নিজৰ কোনো মূল্য নাই, ছাপাখানাটো নেথাকিলে আমাৰো কোনো মূল্য নাই। মই অন্যান্য যন্ত্ৰৰ দৰে ছাপাযন্ত্ৰৰ এটা পাৰ্ট, এটা অংশ— ধৰা মই এটা চকা নাইবা এটা নাট্।"

"কিন্তু তেনেহ'লে মই ছাপাখানালৈ গৈ তাৰ লোহাৰ নট্ এটাৰ লগত কথা নেপাতি আপোনাৰ ইয়ালৈ আহোঁ কিয়?"

"সেইটো তোমাৰ অনুগ্ৰহ বুলিও ক'ব পাৰা। নাইবা মই এটা নট্‌তকৈ অলপ দুৰ্বল কাৰণে মোৰ ওচৰলৈ আহা —"

"আপুনি এটা নট্‌তকৈ দুৰ্বল?"

"দুৰ্বল নহ'লে জানো তুমি আহা! তুমি নিজেই ক'ব নোৱাৰা যে মোক দুৰ্বল বুলি জানিহে তোমাৰ অন্তৰে তোমাক মোৰ ওচৰলৈ লৈ আহে— আৰু ছাপাখানাৰ লোহাৰ নট্‌বোৰ তোমাতকৈও বলিষ্ঠ কাৰণে তুমি তালৈ নোযোৱা —"

"এইবোৰ মানে নোহোৱা কথা।"

"বহুত কথাৰে মানে নেথাকে। এই ধৰা কালিলৈকে যদি তুমি ইয়াৰ পৰা দূৰলৈ গুচি যোৱা তেন্তে মোৰ মনত আঘাত লাগিব। কিন্তু এই আঘাত লগাৰ কোনো মানে নাই।"

"কিয় মানে নাই?"

"কাৰণ সকলো স্বাভাৱিক। তুমি গুচি যোৱা স্বাভাৱিক, মোৰ আঘাত লগা স্বাভাৱিক, আৰু এই আঘাত লগাৰ কোনো অৰ্থ নথকাও স্বাভাৱিক।"

"তেন্তে সকলো যদি স্বাভাৱিকেই তেন্তে আমি মানুহ হোৱাৰ সাৰ্থকতা ক'ত?"

"আমাৰ দুৰ্বলতাত! মই এটা ছাপাখানাৰ লোহাৰ নট্‌তকৈও দুৰ্বল, কাৰণ নট্‌টো ভাগিলে বা হেৰালে পুনৰ তাক ভাল কৰিব পাৰি, নাইবা নতুন এটা লগাব পাৰি। কিন্তু মোৰ যদি জীৱনত এবাৰ ভাঙন ধৰে তাক আকৌ বাটিব নোৱাৰা, এবাৰ যদি মই হেৰাই যাওঁ, তুমি আৰু মোক বিচাৰি নোপোৱা, আটাতকৈ ডাঙৰ দুৰ্বলতা যে তুমি মোৰ ঠাইত অন্য এটাক বহুৱাব নোৱাৰা —"

"কিন্তু সেই কাৰণে আপুনি দুৰ্বল হ'ল কেনেকৈ? আপুনি হেৰাই গ'লে যদি অন্য কাকো আপোনাৰ ঠাইত বহুৱাব নোৱাৰিয়েই তেন্তে আপুনি যে বহুত মুল্যৱান!"

"পকি ওপৰৰ পৰা সৰি আহিলে এটা আপেল আৰু এটা ঔটেঙা একে ৰকমেই পৰে। সিহঁত দুয়োটাকে আকৌ নি আগৰ ঠাইত থোৱা নেযায়। কিন্তু সেই বুলি যদি তুমি আপেলটোৰ দৰে ঔটেঙাটোকো মূল্যবান বুলি কোৱা তেন্তে আৰু উপায় নাই। অ' তজ্জল্পি— মই এটোপা চাহ কৰোঁ— ৰ'বা দেই।'

"নেলাগে এতিয়া চাহ কৰিব। আমাৰ তাতে খাওঁগে আহক।"

"তোমালোকৰ তাততো সদায় খাওঁ। আজি মোৰ ঘৰত এবাৰ খাই চোৱাচোন।"

তজল্লিৰ উত্তৰলৈ অপেক্ষা নকৰি মিলাদে জুইকুৰা জ্বলায় আৰু গৰম পানীৰ সৰু কেট্‌লিটো জুইৰ ওপৰত তুলি দিয়ে। একেধাৰে, অকণো লৰচৰ নকৰাকৈ তজল্লিয়ে সকলো চাই থাকে। তজল্লিৰ মুখত এটা ধুনীয়া, কোমল, করুণ হাঁহিৰ ৰেখা বাগৰি যায়।

"এ গাখীৰখিনি ফাটি গ'ল তজল্লি —" গিলাচত থৈ দিয়া গাখীৰখিনি তজল্লিৰ আগলৈ আনি বেজাৰৰ মাতেৰে সি কয়।

"নেলাগে বুলি কৈছিলোঁ নহয়। মই জানোৱেই খুৱাবৰ ইচ্ছা নাই— এনেই দেখুৱালে কি হ'ব!" কৃত্রিম গাম্ভীর্য্যৰে তজল্লিয়ে ক'লে। মিলাদৰ মুখখন ক'লা পৰিল। জুইৰ কাষলৈ গৈ কেট্‌লিটোৰ ঢাকনীখন খুলিলে আৰু কেতলিৰ উতলা পানীবোৰ জ্বলি থকা জুইকুৰাৰ ওপৰত কলকলকৈ ঢালি দিলে। তজল্লি আচৰিত হৈ গ'ল। তজল্লিৰো মুখখন ক'লা পৰিল।

ন'ৰ পিছত একত শূন্য।

"এইখন এতিয়াই কম্প'জ কৰি প্রুফটো মোৰ তালৈ পঠাই দিবা। —"

"ভাল ছাৰ —।" মেনেজাৰ গ'লগৈ।

"কিনো ওলালহে? আজি দেখোন নিজেই প্রুফ বিচাৰিলে।"

"সাহিত্যত লাগিল নেকি?"

"প্রেমৰ কবিতা নেকিহে? কিজানি ক'ৰবাত যোগাৰ কৰিছেই —"

"কি কৰিছাহে মিলাদ? এইখন কি জানো মেনেজাৰৰ। দিয়াহে কম্পোজ কৰি।"

মিলাদে এঠা নলগোৱা এন্‌ভেলপটো খুলিলে, আৰু তাৰ ভিতৰৰ সৰু কাগজডোখৰ উলিয়াই আনিলে। তজল্লিৰ বিয়া।

নিজেই গম নোপোৱাকৈ সি চকীখনত বহি গ'ল। তজল্লিৰ বিয়াৰ নিমন্ত্রণী চিঠি।

চকুৰে নেদেখাৰ দৰে হাতত কাগজখন লৈ সি বহাৰ পৰা থিয় দিলে।

— অহা মাহত তজল্লিৰ বিয়া।

তাৰ চকুৰ আগৰ সীহৰ ক'লা আখৰবোৰলৈ একোবাৰ চিনি নোপোৱাৰ দৰে চাই থাকি সি থিয় দি ক'লে —

— তজল্লি — বিয়া —

তাৰ বুকুৰ মাজত সি শুনিলে ছাপাযন্ত্রটোৰ অবিৰাম ঘটং ঘটং শব্দটো। মূৰৰ পৰা ভৰিলৈকে তাৰ গোটেই গাটো ৰিম ৰিম কৰিব ধৰিলে।

তাৰ টুলখনত সি আকৌ বহি পৰিল।

তজল্লিৰ বিয়া। তজল্লিৰ বিয়া ...

কণামুণাকৈ সি আখৰ বিচাৰিব ধৰিলে, তাৰ লগত কোনো দিনে কথা নোকোৱা সীহৰ আখৰবোৰ।

হঠাৎ সি নিজক সংযত কৰি ল'লে আৰু বৰ সাৱধানেৰে তজল্লি বিয়াৰ নিমন্ত্ৰণী চিঠিখন কম্প'জ কৰি পেলালে। — 'এইটো কি আচৰিত?' সি নিজকে ক'লে। 'তজল্লিৰ বিয়াৰ নিমন্ত্ৰণী চিঠি কিয়, মোৰ মৃত্যু আজ্ঞাও দৰকাৰ হ'লে কম্প'জ কৰি দিম। মই মাত্ৰ ছাপাখানাৰ এটা চকা, এটা নট, — এটা— কি কম্প'জ কৰিছোঁ তাৰ বিচাৰ কিয়? মোৰ কাম কম্প'জ কৰা।'

কামৰ ছুটী হ'লত মিলাদ সেই দিনা তাৰ ঘৰলৈ নগ'ল। সি কম্প'জ কৰা চিঠিখনৰ এটা প্ৰুফ কপি নিজৰ হাতত ল'লে আৰু বজাৰত মানুহৰ ব্যস্ততাৰ মাজত সোমাই পৰিল।

ধূমকেতুৰ নেজ

সীহৰ আখৰ, বোকাৰ মূৰ্তি, ৰাতিপুৱাৰ ৰ'দ আৰু ৰাতিৰ নীৰৱতা, তাৰ মাজেদি সৰকি যায়— মিলাদৰ জীৱনটো। আখৰৰ পিঠিত আখৰ জাপে, লোকৰ লেখা পঢ়ে, তাক সীহৰ, আখৰ দি চিৰস্থায়ী কৰে, কম্প'জত ভুল কৰে। প্ৰুফ কপি চাই শুধৰায়।

ৰাতি তাৰ অকলশৰীয়া নিঃশব্দ ঘৰটোৰ মাজত সোমাই বোকাৰ মডেল সাজে। ভাঙে আকৌ সাজে, আকৌ ভাঙি পেলায়। আকৌ নিবিষ্টমনে বহি সাজি যায় থহি যোৱা ৰংঘৰ।

তাৰ নিজৰ ওপৰতে অবিশ্বাস হয়। সি ভাবে ইয়াৰ আগতে সি এই পৃথিৱীত আৰু কেতিয়াও নাছিল, সি পৃথিৱীৰ কাকো নিচিনে, কাকো নিচিনিছিল। তাৰ অতীত— অতীততো তাৰ নাছিল। আছিল জানো? সি তাৰ অতীতৰ দিনবোৰ এটা এটাকৈ গোটাই তাৰ জীৱন বিচাৰে, নেপায়ও, সকলো থানবান হৈ গৈছে। এটা ডাঙৰ ধুমুহাত যেন সকলো ক'ৰবালৈ উৰি গৈছে। তাৰ মনত লাগে যেন তাৰ অতীত জীৱনৰ দিনবোৰ ছাপা কৰি শেষ কৰা ভাঙি পেলোৱা কিছুমান আখৰ; কাম শেষ হ'লত সিহঁতক সোলোকাই পেলালে, এতিয়া আৰু সিহঁতৰ কোনটো ক'ত আছিল তাৰ কোনো চিন নাই — সিহঁতৰ নিজা কোনো অৰ্থও নাই।

কিয় তাৰ তেনে লাগে, সি ভাবে। সি আছে, তাৰ ছাপাখানাটো আছে— তাৰ ঘৰটো আছে। সোমৰ পিছত মংগল, মংগলৰ পাছত বুধ— আগৰ দৰেই ৰং নোহোৱা দিনবোৰ আছে। কিন্তু কিয় সি অনুভৱ কৰে যেন কোনো নাই — সি যেন ক'ৰ এটা অকলশৰীয়া সংগীহাৰা লামা, লগৰীহীন এঞ্চিমো— শতীল, চেঁচা, মৰণৰ দৰে প্ৰাণহীন বৰফৰ মাজে মাজে অকলে যাব লাগিছে। — তাৰ

গাৰ দীঘল চোলাটো বগা বৰফে ঢাকি আনিছে— তাৰ ভৰি দুখন বৰফত পোত খাই গৈছে। তথাপি সি পোৱা নাই— সি গৈ আছে— সি আগবাঢ়ি যাব লাগিছে। কাক যেন সি হেৰুৱালে— কোন যেন তাৰ কাষত নাই।

কোন— সি আৰু ভাবিব নোৱাৰে।

## নতুন পৃথিৱী

তজল্লিৰ স্বামী ধনাঢ্য। বাপেকৰ একমাত্ৰ সন্তান। অজস্ৰ সম্পত্তিৰ অধিকাৰী। জীৱনৰ ভোগ-প্ৰাচুৰ্যৰ মাজেদি কাটি যায় জীৱনৰ মাদকতা ভৰা দিনবোৰ। ৰূপৰ জনজননিৰ মাজত সেউজী পথাৰ লগোৱা বেৰৰ মাজত তজল্লি সোমাই পৰিল। প্ৰয়োজনতকৈ আয়োজন য'ত বেছি, ভোকতকৈ ভোগ য'ত বেছি, তাত কৰ্তৃত্বৰ অধিকাৰ হাতত তুলি ল'লে তজল্লিয়ে। তজল্লিয়ে গৰ্ব অনুভৱ কৰিলে।

আৰিফ বিয়া কৰোৱাৰ দায়িত্বটোৰ পৰা মুক্ত হ'ল। আশপাশৰ সমাজে আৰিফৰ স্বভাৱৰ কীৰ্তি সকলো জানিছিল যদিও ফুটাই তজল্লিক জানিব নিদিলে। তজল্লিয়ে মাত্ৰ বুজিলে— আৰিফ চহকী— আৰিফ চৌখিন।

চৌধ্যটা মাহ বাগৰি গ'ল। আধাবুজা আধা নুবুজাৰ মাজেদি তজল্লিয়ে অনুভৱ কৰিলে— হীৰা-মাণিকৰ এই নাৱত উঠি তজল্লিয়ে ভুলেই কৰিলে, কিন্তু এতিয়া যে তাই মাজ সাগৰত। উভতি গৈ আগৰ ঘাটত নামিবৰ উপায় নাই— কাষৰ ক'ৰবাত এটা দ্বীপো চকুত নপৰে। দ্বীপ— ক'তা— চাৰিওফালে সীমাহীন নীলা পানী, দ্বীপটো নাই। হঠাৎ কেতিয়াবা তজল্লিৰ মনটো ঘূৰি যায় মিলাদৰ সৰু ঘৰটোৰ মাজলৈ। তাৰ সেই ছাপাখানা, সেই চোফা, সেই দিনবোৰ। ... বহুত দূৰত যেন— ক'ৰবাৰ জনহীন তুন্দ্ৰাৰ একুকত এটা জুলুৰ দৰে সি শুকান ঘাঁহৰ মাজত লুকাই পৰিছে। — যত্নহীন চুলি— খীণোৱা মুখখন— অসীমক আগুৰি থকা চকু দুটা— বোকাখচা ধুনীয়া আঙুলিকেইটা, তাৰ মুখৰ কৰুণ কোমল, ধুনীয়া হাঁহিটো— তাত যেন মানুহৰ প্ৰাণৰ কত ভাষাই প্ৰকাশি উঠে।

মুখত মদৰ বিকট গোন্ধ আৰু হাতত নভঙা বটল দুটা লৈ আৰিফ সোমাই আহে। সন্ত্ৰস্ত হৈ তজল্লি কাষৰ পৰা আঁতৰি যায়। টলং পলং কৰি সি হাত মেলি তজল্লিৰ ওচৰলৈ আগবাঢ়ি যায়, গাৰ বলেৰে ধৰি তজল্লিৰ গাৰ কাপোৰবোৰ টানি খহাই দিয়ে। বল কৰি কোনো মতে তাৰ গাৰ পৰা এৰাই তজল্লি ভিতৰলৈ লৰ মাৰে।

নোকোৱা বেদনাৰ মৰ্মন্তুদ বৈৰাগ্য লৈ তজল্লিৰ দিনবোৰ ধনৰ জন্‌জননিৰ মাজেদি আৰু মনৰ ৰমৰমণিৰ মাজেদি পাৰ হৈ যায়।

আহ্‌চানুল্লাই ভাবে, বাহিৰ জগতে ভাবে, আনকি মিলাদেও ভাবে— তজল্লিৰ দিনবোৰ সুখত গৈছে— আনন্দত গৈছে— ৰঙত গৈছে।

হঠাৎ এদিন সমাজে খবৰ পালে আৰিফে তজল্লিক ঘৰৰ পৰা খেদাই দিছে। আহ্‌চানুল্লাই খবৰ পালে স্বামী-স্ত্ৰীৰ ধৰ্মগত তন্ত্ৰী ছিন্ন কৰি আৰিফে তজল্লিক 'তালাক' দি খেদাই দিছে। তজল্লিয়ে হয়তো প্ৰথমে নুবুজিলে। যেতিয়া অনুভূতি শক্তি ঘূৰি আহিল— তায়ো বুজিলে তাইৰ আৰু আৰিফৰ লগত কোনো সম্বন্ধ নাই, মাতাল আৰিফ— এদিনৰ তাইৰ স্বামী, ধনাঢ্য আৰিফ— আজি তাইৰ কোনো নহয়। তাৰ মজিয়া আজি তজল্লিৰ কাৰণে অপবিত্ৰ— কলুষিত। তাত তাইৰ উশাহ ল'বৰ ঠাই নাই।

সমাজে ক'লে তজল্লিৰ স্বভাৱৰ দোষ ঃ নিজৰ স্বামীৰ মন যোগাব নোৱাৰা ছোৱালীয়ে কি গৃহস্থালী কৰিব। ডেকাদলে ক'লে— চহকী মানুহৰ বিয়া কৰোৱা মানে বিলাসিতা দুদিনৰ পিয়াহ পূৰা হ'লে তাৰ পাছত—

আহ্‌চানুল্লাই বুজিলে— কিন্তু ক'লে, এৰা তাইৰেই দোষ— নহ'লে তাইৰ কপালৰেই কিবা দোষ। আকৌ এবাৰ বহি লৈ আহ্‌চানুল্লাই ভাবিলে সঁচা তজল্লিয়ে দোষী— তায়েই দোষী— তায়েই দোষী নহ'লে তাই নিজৰ ঘৰৰ পৰা খেদা খাব কিয়? ... তায়ে দোষী।

মিলাদে শুনিলে— এঁকো নুবুজিবৰ চেষ্টা কৰিলে। তাৰ গাৰু তলত বিচাৰি তজল্লিৰ বিয়াৰ নিমন্ত্ৰণী চিঠিখনৰ প্ৰুফ কাগজখন এবাৰ পঢ়ি চালে, আকৌ সুমাই থৈ দিলে।

সি নেহাঁহিলে; কান্দিবও নোৱাৰিলে।

## দীপালীৰ আগবাতি

ঘন, ক'লা আন্ধাৰ। শেহকাতিৰ কুঁৱলীভৰা নিবিড় আন্ধাৰ। যুৱতী বিধবাৰ ওৰণিৰ দৰে ধোঁৱা বৰণীয়া কুঁৱলীৰ ওৰণিয়ে গোটেই শ্যামল মুখখন ঢাকি পেলাইছে। গাত লাগে পাতল জাৰ আৰু কোমল চেঁচা কুঁৱলী।

অকলশৰে, কুঁৱলীয়ে ঢকা বাটটোৰেদি তজল্লি আগবাঢ়িল। পৃথিৱীৰ সকলো কোলাহল নীৰৱ ঃ তেতিয়া মাজৰাতি। আকাশৰ তৰাবোৰো ঘন কুঁৱলীৰ সিপাৰে দি লুকাই পৰিছে।

কুঁৱলীত সেমেকা কাপোৰবোৰ সাবটি ধৰি তজল্লি আগবাঢ়ে — সউৱা আৰু এমাইল গ'লেই আহ্‌চানুল্লাৰ ঘৰ— ছাপাখানা আৰু —

তজল্লিয়ে আৰু বেগাই খোজ দিয়ে। এক মুহূৰ্ততে যেন তাই এই দীঘল বাটডোখৰ শেষ কৰি দিব।

কোনো নাই। দুয়ো কাষৰ সকলো মানুহ শুই নিঃপালি দিছে। ভয় লাগিছে নেকি? — তজল্লিয়ে এবাৰ ভাবিলে— আকৌ আগবাঢ়িল।—

বাটৰ দুয়োপাৰে কুঁৱলীয়ে ঢকা সেউজীয়া ধাননি, তাৰ পৰা এটা কেঁচা, কোমল গোন্ধ। তজল্লিৰ এবাৰ বৈ যাবৰ মন যায়। তাৰ পাছত আকৌ বেগাই খোজ দিয়ে ...

নঙলাডাল মেলি তজল্লি চোতালখনলৈ সোমাই গ'ল— সন্মুখত আধা আন্ধাৰত ওলাই থকা বন্ধ দুৱাৰখন। পিৰালিত উঠি এবাৰ তাই কেউফালে চালে, কোনো নাই— গোটেই গাঁওখন টোপনিত নিঃপালি। তাইৰ কুঁৱলীত সেমেকা মুখখনৰ ওপৰেদি এটা শেঁতা ভয়ৰ শিহৰণ বাগৰি গ'ল। তাই সাহ গোটাই ল'লে, আৰু সৰুকৈ— নিচেই সৰুকৈ মাতিলে— “বৌতি, অ' বৌতি —”

লাহে লাহে তাই দুৱাৰখন হেঁচিলে, কিন্তু নোখোলে, দুৱাৰখন ভিতৰ ফালৰ পৰা বন্ধ কৰা।

তাই আকৌ মাতিলে। “বৌতি— দুৱাৰখন মেলি দেচোন উঠ্ — অ' বৌতি —”

গোটেই জগত নিস্তব্ধ।

লাহে লাহে তজল্লি পিৰালিৰ পৰা নামি আহিল। মোৰ কাৰণে আজি বৌতিৰ দুৱাৰ বন্ধ— আধা বুজা-নুবুজাতে তাই ভাবিলে। চোতালখন পাৰ হৈ তজল্লি আকৌ আলিবাটত উঠিল, আৰু খোজ দিলে—

তিনি পৰ ৰাতিৰ গহীন মৌনতা— নিজন, নিজম। 'আইকো মই হেৰুৱাইছোঁ'— এনেয়ে তাই ভাবিলে।

লোহাৰ জপনাখন মেলি, সৰু ফুলনিডোখৰ পাৰ হৈ তজল্লি আহ্‌চানুল্লাৰ দুৱাৰমুখত ৰ'লহি। কেউপিনে চালে— আগৰ সেই আকাশ— আগৰ সেই কেঁচা ধাঁহৰ গোন্ধ, সৰা ফুলৰ গোন্ধ, আগৰ সেই তাইৰ চিনাকি দুৱাৰখন— ভিতৰৰ পৰা বন্ধ কৰা।

এবাৰ তাইৰ ভয় লাগিল। দদায়েকৰ গহীন মুখখন মনত পৰি তাই এবাৰ সৰুকৈ কঁপি উঠিল। তাই বাহিৰৰ ফালে চালে— আকাশৰ লগত মিলি থকা কুঁৱলীৰ অভেদ্য আৱৰণ— গোটেই পৃথিৱীখন ঢাক খাই গৈছে।

বহুত দিনৰ পুৰণি মাতটো জীৱন্ত কৰি লৈ দুৱাৰখনত ধৰি তাই সৰুকৈ মাতিলে, “— বাবা —”

দুৱাৰখনৰ পৰা কুঁৱলীৰ পৰা প্ৰতিধ্বনি আহিল, “বাবা —”

আকাশৰ এটা ডবাৰ মুখতো তেতিয়া পোহৰ নাই। “বাবা, অ' বাবা, দুৱাৰখন মেলি দিয়া, মই আহিছোঁ —” আকৌ তাই ক'লে। তাই কাণ দিলে— এবাৰ যেন দদায়েকে মাতে— এবাৰ যেন দুৱাৰখন মেলি দিয়ে।

একো নাই।

তাই আকৌ মাতিলে— "বাবা— মই আহিছোঁ বাবা —"

হঠাৎ ভিতৰত কাৰ যেন শব্দ শুনা গ'ল। কোন যেন টোপনিৰ পৰা নামি আহিছে। আনন্দত তজল্লিৰ বুকুখন টিপ্‌টিপ্ কৰিব ধৰিলে।

ভিতৰ ফালৰ পৰা দুৱাৰৰ খিলিটোত ধৰি কোনোবাই মাতিলে— "কোন —?"

"মই বাবা— মই— মই আহিছোঁ — দুৱাৰখন মেলি দিয়া —"

"অ'— খোজকিটা দুৱাৰৰ পৰা আঁতৰি গ'ল। তজল্লিয়ে এবাৰ দুৱাৰখন হেঁচি চালে, আগৰ দৰেই বন্ধ— অকণো লৰচৰ নাই— শিলৰ দৰে টান, নীৰৱ — প্ৰাণহীন।

তজল্লি পৰি যাওঁ যাওঁ হৈ দুৱাৰখনত ধৰি ৰৈ গ'ল। "অ' মই বাবা —"

তাই আহ্‌চানুল্লাৰ দুৱাৰমুখৰ পৰা নামি আহিল। ফুলনিখন পাৰ হৈ আহিল। পদুলি পাৰ হৈ তজল্লিয়ে লোহাৰ জপনাখন আকৌ বন্ধ কৰি দিলে।

আলিৰ দাঁতিত থকা বকুল গছজোপাৰ ডালত শুই থকা কিবা চৰাই এটাই এনেই এবাৰ চিঞৰি উঠিল।

তজল্লিয়ে ঘূৰি চালে, কুঁৱলীৰ সিপাৰে যেন দেখিলে টিমিকঢামাক এটি চাকিৰ পোহৰ।- একো নেভাবি পোহৰটোক লক্ষ্য কৰি তাই সেইফালে খোজ ল'লে।

কুঁৱলীত তাইৰ কাপোৰবোৰ তিতি গৈছে। চেঁচা লাগি তাইৰ মুখখন শেঁতা পৰি গৈছে। ধূলি আৰু কুঁৱলী মিলি তাইৰ ভৰি দুখন গধুৰ হৈ গৈছে। তাই অনুভৱ কৰিলে যেন তাইৰ চাৰিওফালৰ গোটেই পৃথিৱীখন কেতিয়াবাই মৰি হিম হৈ গৈছে আৰু কোনো নাই। মাত্ৰ তাই এটা প্ৰেতৰ দৰে এই শ্মশানখনৰ মাজত অকলে প্ৰাণটো লৈ ঘূৰি ফুৰিছে— অকলশৰে— আন্ধাৰৰ মাজে মাজে— কুঁৱলীৰ মাজে মাজে।

পোহৰটোৰ ফালে তাই আগবাঢ়িল। বনগজা চোতালডোখৰ পাৰ হৈ তাই একেবাৰে ঘৰটোৰ দুৱাৰমুখত উঠিলগৈ। ঘৰটোৰ দুৱাৰখন মেলা, সৰু চাকি এটা মিৰ্ মিৰ্ কৰি জ্বলি আছে। নিবিষ্টমনে ধ্যানমগ্নৰ দৰে এটা ক্ষীণ মানুহ— অযত্ন-শিথিল চুলি— শুকান, নিৰাসক্ত মুখ। গাত এটা মাজে মাজে ফটা পুৰণি চোলা। মাটিত আঁঠুকাঢ়ি সন্মুখৰ মাটিৰ মূৰ্তিটোৰ ৰূপ দিয়াত ব্যস্ত। মূৰ্তি— এজনী নিৰাভৰণা গাভৰু— শৰীৰৰ শত বাৰিষাক লাজ দিয়া প্ৰাণৰ জোৱাৰ— উৰা চুলি— ভৰা বুকু— কামনা-কোমল সুগঠিত মাংসপেশী। মুখখনত হাঁহো-নেহাঁহো এটা পাতল পোহৰ— চকু দুটা করুণ— কোমল— গাঢ়।

মানুহটোৰ শেঁতা লাহী আঙুলিকেইটাই এবাৰ মূৰ্তিটোৰ চকু দুটাত আঙুলি বুলালে, ৰ'ল— আকৌ চালে। তাৰ আঙুলিৰ পৰশত যেন চকু দুটা নতুন পোহৰলৈ উদ্ভাসি উঠিল। প্ৰাণৰ এটা নিবিড়তাই যেন গোটেই মূৰ্তিটো জীৱন্ত কৰি তুলিলে। মানুহটোৰ মুখখনো আপোনাআপুনি উজ্জ্বল হৈ উঠিল।

দুৱাৰমুখত কাৰ এটা হুমুনিয়াহত যেন সি হঠাৎ সচেতন হৈ উঠিল। আঁঠুকঢ়াৰে পৰা সি দুৱাৰমুখৰ ফালে মুখ কৰি ঘূৰিল আৰু তজল্লিৰ ফালে চালে— সি যেন মুহূৰ্তৰ কাৰণে নিজকে বিশ্বাস কৰিব নোৱাৰিলে।

"মই আহিছোঁ, মই —" আনন্দ, ভয়ত, অধীৰতাত কঁপা কঁপা মাতেৰে তজল্লিয়ে ক'লে। ৰাতিৰ আন্ধাৰত, চেঁচা কুঁৱলীৰ মাজত তাইৰ সেমেকা মাতটো কঁপি উঠিল।

"অ'— আহ— দুৱাৰ মেলা আছে।" মিলাদে ক'লে আৰু শৰীৰৰ শক্তি গোটাই থিয় দিলে।

বাউলীৰ দৰে লৰি গৈ তজল্লিয়ে মিলাদৰ ডিঙিত সাবট মাৰি ধৰিলে। তজল্লিৰ জেকা আঁচলৰ আগটো লাগি লেমটো নুমাই গ'ল।

চাৰিওফালে— নিৰ্জন, নীৰৱ, গহীন— কুঁৱলীভৰা ধুনীয়া ৰাতি!

# উছৰ্গা

বৰুৱা-বামুণগাঁৱতেই পোনপ্ৰথমে মই নাটঘৰৰ লগত চিনাকি হৈছিলো। মোৰ নাটঘৰত অভিনয়ৰ অভিজ্ঞতাও তাতেই আৰম্ভ। সেইয়া এতিয়াৰ পৰা ৩০ বছৰ আগৰ কথা। তেতিয়া ছোৱালীয়ে অভিনয় নকৰিছিল, আৰু মই প্ৰায়ে ছোৱালীৰ ভাওত অভিনয় কৰিছিলো।

যোৱা ডেৰকুৰি বছৰত বৰুৱা-বামুণগাঁৱৰ নাট্যকলা চৰ্চাৰ পৰম্পৰাত ছেদ পৰা নাই। বৰ্তমান বৰুৱা-বামুণগাঁও নাট্য-সমাজ আৰু বৰুৱা-বামুণগাঁও নাট্য-মঞ্চৰ এটা নিজস্ব বৈশিষ্ট্য প্ৰতিষ্ঠিত হৈছে। ন'-পুৰণি শিল্পীয়ে নাট্যকলাক ইয়াত জীৱন্ত কৰি ৰাখিছে। ময়ো সক্ৰিয়ভাৱে ইয়াৰ লগত জড়িত থাকিবলৈ পোৱাটোক সৌভাগ্যৰ কথা বুলি ভাবো।

মকৰাজাল নাটকখন বৰুৱা-বামুণগাঁও নাট্য-সমাজৰ ন-পুৰণি সকলো অভিনয়-শিল্পীৰ নামত উছৰ্গা কৰিলো। এজন নিঃকিন সহযোগীৰ সামান্য অৰিহণা এইয়া।

নাহৰণী গাঁও ২০/১০/৬৪ চৈয়দ আব্দুল মালিক

## বৰুৱা-বামুণগাওঁ নাট্য-মন্দিৰত প্ৰথম নিশাৰ অভিনয়ত অংশ-গ্ৰহণকাৰীসকল

### পুৰুষ

প্ৰতাপ ফুকন - শ্ৰী উপেন্দ্ৰ নাথ হাজৰিকা, নিৰ্ম্মল চৌধুৰী - মহেন্দ্ৰ নাথ কলিতা, অজিত - জেহিৰুদ্দিন আহমেদ, বিজিত - প্ৰফুল্ল মহন্ত, গৌতম - চিজাৰুদ্দিন আহম্মদ, উৎপল - নবীন শৰ্মা, চক্ৰৱৰ্ত্তী - চৈয়দ আব্দুল মতলিব, দাস - নন্দ বৰুৱা, অৰ্জ্জুন - ভোলা শৰ্মা, বিৰাজ - শিৱ শৰ্মা, কৰুণ - অমিয় কাকতী, তালুকদাৰ - দেব বৰুৱা, গঙ্গাপ্ৰসাদ - সুৰেন্দ্ৰ নাথ বড়া।

### তিৰোতা

বিজয়া - শশীকলা শইকীয়া, পদ্মা - পুতলী মুদৈ, জীৰা - ভোগপ্ৰিয়া শইকীয়া।

সম্পাদনাত - শ্ৰী ডিম্বেশ্বৰ শৰ্ম্মা, ব্যৱস্থাপনাত - শ্ৰী বাঠু দত্ত, ৰূপসজ্জা - শ্ৰী ভদ্ৰেশ্বৰ কটকী, সঙ্গীত - শ্ৰী শিৱ শৰ্মা, মঞ্চাধ্যক্ষ ও পৰিচালনা - শ্ৰী সুৰেন্দ্ৰ নাথ বড়া, সহ পৰিচালনাত - শ্ৰী দুৰ্গা দত্ত, অন্যান্য সহযোগী - ৰেণু মহন্ত আদি, প্ৰযোজনা - বৰুৱা-বামুণগাওঁ নাট্য সমাজ, বৰুৱা-বামুণগাওঁ।

## নাটকৰ ভাৱৰীয়া সকল

### পুৰুষ

প্ৰতাপ ফুকন - ডি. এচ. পি, নিৰ্ম্মল চৌধুৰী - অবসৰপ্ৰাপ্ত প্ৰফেচৰ, অজিত - প্ৰতাপ ফুকনৰ জাওৰ পুতেক, বিজিত - প্ৰতাপ ফুকনৰ সৰু পুতেক, গৌতম - চৌধুৰীৰ পুতেক, উৎপল - চৌধুৰীৰ পুতেক — ই. এ. চি, অৰ্জ্জুন - প্ৰতাপ ফুকনৰ ঘৰৰ পুৰনি চাকৰ — ইত্যাদি।

### স্ত্ৰী

— বিজয়া, জীৰা, পদ্মা

## নাটখনৰ বিষয়ে

'মকৰাজাল' নাটকখন পোনপ্ৰথমবাৰ বৰুৱা-বামুণগাওঁ নাট্য সমাজে বৰুৱা-বামুণগাওঁ নাট্য মন্দিৰত অভিনয় কৰে। অভিনয়ত চকুত ধৰা পৰা দুই চাৰিটা কথাৰ সালসলনি কৰা হয়। তাৰ পিছত যোৰহাটৰ পূবেৰুণ আৰ্ট প্লেয়াৰ্ছে যোৰহাট থিয়েটাৰত এই নাটক দুনিশা অভিনয় কৰে। ইয়াতো সামান্য সালসলনি কৰা হয়। নাটকখন গুৱাহাটী অনাতাঁৰ কেন্দ্ৰয়ো প্ৰচাৰ কৰিছিল। বৰ্তমান অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মহোদয়ে অগবঢ়োৱা অৰ্থ সাহায্যেৰে কিতাপখন প্ৰকাশ কৰা হ'ল। বৰুৱা-বামুণগাওঁ নাট্য সমাজৰ উদ্যোগী শিল্পীবৃন্দ, পূবেৰুণ আৰ্টপ্লেয়াৰ্ছৰ শিল্পীবৃন্দ, অনাতাঁৰ শিল্পীবৃন্দ আৰু অসম চৰকাৰৰ শিক্ষা বিভাগক ধন্যবাদ জনাইছোঁ।

বিশেষ নতুনত্ব দাবী কৰিব পৰা কোনো বস্তু নাটকখনত নাই। অসমৰ নাট্যমঞ্চৰ সীমাবদ্ধতাৰ কথা মনত ৰাখিয়ে নাটকখন ৰচনা কৰা হৈছে। আমাৰ নাটঘৰৰ নাটকৰ অভাৱ অকণমান দূৰ কৰিব পাৰিলেও বহুত কৰা হৈছে বুলি ভাবিম।

এতিয়া নাট্যামোদী আৰু অভিনয় শিল্পীসকলৰ সহযোগিতা পালেই নাটকখন প্ৰকাশ কৰাৰ সাৰ্থকতা হ'ব।

জগন্নাথ বৰুৱা কলেজ, যোৰহাট

২০/১০/৬৪ চৈয়দ আব্দুল মালিক

# প্ৰথম দৃশ্য

[D. S. P. প্ৰতাপ ফুকনৰ থকা ঘৰৰ বৈঠকখানা। আহল-বহল পৰিপাটিকৈ সজোৱা। একাষে এটা অৰ্গেন আৰু এখন টুল। আনফালে এখন মেজৰ ওপৰত কিছুমান কিতাপ, এটা টাইমপিচ্ Book-self আৰু এগিলাচ পানী। মেজৰ ওপৰত এখন আৰু ইয়াৰ কাষৰ খিৰিকীখন খোলা আৰু খিৰিকীত দামী পৰ্দা।

কোঠাটোৰ মাজত অলপ কাষৰীয়াকৈ বেতৰ চকী বিশৃঙ্খলভাৱে পৰি আছে। মাজত এখন সৰু centre table।

বেৰত গান্ধী, নেহৰুৰ ছবি। এখন গ্ৰুপ ফটো আৰু ২/১ খন কেলেণ্ডাৰ। বৈঠকখানাটো বিভিন্ন কামত খটোৱা হয় বুলি অনুমান হয়। গৃহস্থৰ ৰুচি সম্পৰ্কে বৰ উচ্চ ধাৰণা কৰিব নোৱাৰি। খিৰিকীৰ কাষৰ দুৱাৰখনেদি ভিতৰলৈ যোৱা হয়। দুৱাৰখন খোলা থাকিলে সিটো কোঠাৰ চকী-মেজ আদি অলপ অলপ দেখা যায়। এখন side tableত এটা ফুলদানীত এঠোপা ফুল।

এদিন শনিবাৰৰ আবেলি। জহকালি। পট উঠাৰ লগে লগে দেখা গ'ল এখন বেতৰ চকীত বহি মেজৰ ওপৰত দুয়ো ভৰি থৈ অজিতে একান্ত মনে এখন কিতাপ পঢ়ি আছে, দৰ্শকৰ ফালে কিছু পিঠি দি।

অলপ পৰৰ নীৰৱতা। কিতাপৰ পাত লুটিয়াই মাজে মাজে পেঞ্চিলেৰে দাগ দিছে। অজিতৰ বয়স ২৭/২৮ মান হ'ব। ক্ষীণ, স্বাস্থ্য বৰ ভাল নহয়। গাত এটা চাৰ্ট আৰু এটা পায়জামা। ভৰিত চেণ্ডেল। অজিতে বহাৰ পৰা উঠি Book selfৰ পৰা আন এখন কিতাপ উলিয়াই আনিলে]

অজিত : [আকৌ চকীত বহি] মা, অ' মা [কোনো শা-শব্দ নাই, অজিতে আকৌ কিতাপত মন দিয়ে] অ' পদ্মা, পদ্মা [কাৰো মাত-বোল নাই। অজিতে বহাৰ পৰা উঠি পায়চাৰী কৰি কৰি কিতাপ পঢ়িব ধৰে। মাজতে গৈ দুৱাৰৰ ফালে চায়] জীৰা, অ' জীৰা— [অৰ্জুন সোমাই আহে। বয়স ৭০/৭১ মান হ'ব। মুখত অলপ ডাঢ়ি আছে, অজিতে

অৰ্জুনলৈ নোচোৱাকৈয়ে কয়] জীৰা, মোক এপিয়লা চাহ দিব পাৰিবিনে? অলপ পাতলকৈ দিবি।

অৰ্জুন : জীৰাক বিচাৰিছিলা নেকি, অজিত বোপা?

অজিত : [অৰ্জুনলৈ চাই] অ' অৰ্জুন, ঘৰত কোনো নাই নেকি? মোক এপিয়লা চাহ লাগিছিল। ঘৰৰ মানুহবোৰ ক'লৈ গ'ল অ' অৰ্জুন?

অৰ্জুন : এই তিনি গধূলি ঘৰতনো কোন সোমাই থাকে? মোৰ ডিঙিত ৰান্ধনিশালখন নলগা হ'লে ময়ো ওলাই গ'লেহেঁতেন। যিহে ফৰকাল বতৰ হৈছে।

অজিত : পদ্মাহঁতনো ক'লৈ গৈছে অৰ্জুন?

অৰ্জুন : ইমান ডাঙৰ চহৰখনত কোন ক'লৈ যায় কোনে ভু পায়? আইদেউ সভালৈ যাব পায়। পদ্মা লগৰ কোনোবা ছোৱালীৰ লগত ফুৰিবলৈ গ'ল চাগৈ আৰু ... [এনেতে অজিতৰ পিঠিৰ ফালৰ দুৱাৰেদি বিজিত সোমাই আহিল। সি ফুটবল মেচ খেলি আহিছে। জাৰ্চিটো আৰু বুটযোৰ কান্ধত ওলোমাই লৈ আহিছে। বিজিতে চিগাৰেট হুপি আহিছিল। সন্মুখত ককায়েকক দেখি চিগাৰেটতো নুমুৱালে আৰু গৰমত নিজকে বিচাৰ চলেৰে জাৰ্চিটোৰে ধোঁৱাবোৰ আঁতৰাবৰ চেষ্টা কৰিলে। বিজিত ডেকা, অলপ মোচ ৰাখিছে। ওখ আৰু স্বাস্থ্যবান। দলি মাৰি জাৰ্চিটো আৰু বুটযোৰ পেলাই সি অৰ্গেনটোৰ ফালে আগবাঢ়ি যাব খুজিছিল। এনেতে হাতত চাহ লৈ সোমাই আহে জীৰা, বিজিত সন্মুখীন হয়। জীৰাৰ বয়স ১৮/১৯ বছৰ। সুশ্ৰী, কিন্তু বিষণ্ণমনা আৰু কাপোৰ-কানি সাধাৰণ। বিজিতে জীৰাৰ হাতৰ চাহকাপ দেখি সোধ-পোছ নকৰাকৈ লৈ শোহা মাৰিলে।]

জীৰা : [অভিযোগৰ সুৰত] চাহ ডাঙৰ ককাইদেৱেহে বিচাৰিছিল।

অজিত : আছে যদি মোলৈ আন এপিয়লা আনগৈ যা।

জীৰা : আনো ককাইদেউ [জীৰা যায়]

অজিত : তহঁত সদায় এনেকৈ ঘৰৰ বাহিৰতে থাক নেকি বিজিত?

বিজিত : মইতো মাজে মাজে ঘৰৰ ভিতৰতো থাকো ককাইদেউ।

অৰ্জুন : তইনো ঘৰৰ ভিতৰত কেনেকৈ থাকিবি? ফুটবল ফিল্ডখন কিবা ঘৰৰ ভিতৰত আছেনে? পিছে আজি কোন জিকিল অ' বিজিত?

বিজিত : অৰ্জুন ...

অৰ্জুন : তই নক'লেও মই জানো, তহঁত জিকিবিয়েই।

বিজিত : আজি মেচ খেলা নাই অ', প্ৰেকটিচহে কৰিছিলো। [অজিতক] তুমিনো দিনে-ৰাতিয়ে কি পঢ়ি থাকা ককাইদেউ? ফাইনেল দি আহিছা, অলপ

বাহিৰত ওলাই ফুৰা-চকা কৰিব নোৱাৰা? [জীৰাই চাহ আনি অজিতক দিয়ে]

অজিত : [বিজিতক] তই আৰু চাহ খাবি নেকি?

বিজিত : অৰ্জুন, তই এসময়ত খুব ফুটবল মেচ খেলিছিলি নহয়? হাৰিছিলি নে জিকিছিলি?

অৰ্জুন : হৰা-জিকাটোনো কোনে মনত ৰাখিছে, খেলাটোহে কথা, হৰা-জিকা আছেই।

বিজিত : একেবাৰে অলিম্পিক স্পিৰিট ... জীৰা —

জীৰা : কি? [অজিতে আকৌ গৈ কিতাপত মন দিয়ে]

বিজিত : তই, তইটো খেলিবলৈ ননমাকৈয়ে হাৰি গৈছ।

জীৰা : ডাইল উতলিছে, অৰ্জুন কাই।

অৰ্জুন : সন্ধিয়াও হৈ আহিল।

অজিত : মই এতিয়া অলপমান ওলাই যাম, জীৰা।

জীৰা : ভাল ককাইদেউ। [অজিত ভিতৰলৈ যায়]

বিজিত : বাৰু অৰ্জুন, এনেকুৱা কিবা খেল নাইনে যি খেলত দুয়োটা পাৰ্টি জিকে?

অৰ্জুন : কেলেই ডাক্তৰৰ খেল?

জীৰা : ডাক্তৰৰ খেল?

অৰ্জুন : হেৰ', বেমাৰ পৰিলে ডাক্তৰ নলগায় জানো? ডাক্তৰে বেমাৰে যিখন খেল খেলে তাত বেমাৰ যদি ভাল হয়, বেমাৰীও জিকিল আৰু ডাক্তৰো জিকিল। টকা শিকাও পালে, নামো কৰিলে।

জীৰা : অৰ্জুন কায়ে যে কথাবোৰ ভাবে আৰু।

বিজিত : বাৰু অৰ্জুন, কিবা খেলত দুয়োটা পাৰ্টি হাৰেনে? কচোন।

অৰ্জুন : হেৰ' সেইখন খেলৰ কথাও ক'ব নোৱাৰনে?

বিজিত : ওঁহো।

অৰ্জুন : হেৰ' সেইখন খেলৰ নাম বিয়া।

বিজিত : [ডাঙৰকৈ হাঁহি] শুনিলি জীৰা? তই সাৱধান হবি। নহ'লে এনেয়ে হাৰি আছ, একেবাৰে হাৰি যাবি।

জীৰা : মোক বাৰু ক'ব নালাগে যোৱা [জীৰা আৰু অৰ্জুন ভিতৰলৈ যায়। বিজিতে অৰ্গেনটোৰ বীদবিলাকত আঙুলি বুলায়। এনেতে পদ্মা ফুৰি আহি বাহিৰৰ দুৱাৰেদি সোমায়।

পদ্মা : কি চিঞৰ-বাখৰ কৰি আছ ককাইদেউ, অৰ্গেনটো নাভাঙিবি, থ। [চাৰ্টৰ ঠাইত এটা কুৰ্তা পিন্ধি অজিত সোমাই আহে।]

পদ্মা : আজিও তুমি ক'লৈকো ওলাই নগ'লা ককাইদেউ, গোটেইখন আন্ধাৰতে সোমাই আছা। লাইটটোও জ্বলাই লোৱা নাই। [পদ্মাই চুইচ্ টিপি লাইট জ্বলাই দিয়ে]

অজিত : তই কোনফালে গৈছিলি পদ্মা?

পদ্মা : অহা বৃহস্পতিবাৰে মিনতিৰ বিয়া নহয়, মোক যে আহিবলৈকে নিদিয়ে। কি যে প্ৰকাণ্ড ৰভা দিছে।

বিজিত : অ' দুয়োটা পাৰ্টি হ্‌ৰা খেল।

পদ্মা : তোৰ খালি সদায় খেলৰ কথা আৰু হ্‌ৰা-জিকাৰ কথা। [অজিতক] দাদা, তুমি ফুৰি আহাগৈ যোৱা। [পদ্মা ভিতৰলৈ আৰু অজিত বাহিৰলৈ যায়। বিজিতে আকৌ অৰ্গেন বজোৱাত লাগে। জীৰা সোমাই আহে]

জীৰা : (মেজৰ পৰা কাপ-প্লেট লৈ] হাত-মুখ ধুই কাপোৰ-কানি নসলোৱাকৈ কিয় ককাইদেউ? দেউতা আহি নাপাবহিনে এতিয়া?

বিজিত : তই ওস্তাদি কৰিব নালাগে। অৰ্জুনক পঠিয়াই দেগৈ, আৰু তই ইয়াত ফেচফেচাই থাকিব নেলাগে যা। [জীৰা যাব খোজে] এই জীৰা।

জীৰা : কি?

বিজিত : মোৰ আকৌ অলপ ওলাই যাবলগীয়া আছে। তই মোক এটা টকা দিব পাৰ?

জীৰা : টকা মই ক'ত পাম? সদায় যে মোৰ পৰা পইচা বিচাৰা। আইতাৰ পৰা নোলোৱা কেলেই?

বিজিত : তোৰ পৰা টকা এটাহে বিচাৰিছো, আছে যদি দে, নহ'লে চুপ্ থাক।

জীৰা : [চাদৰৰ গাঁঠিৰ পৰা এটকা ভঙা পইচা উলিয়াই সৰু মাতেৰে] আৰু এক পইচাও নাই। হোৱা ... [জীৰাই পইচা দিয়ে, বিজিতে হাত পাতি লয়। এনেতে বিজয়া সোমাই আহে। সোমায়েই তেওঁ জীৰা আৰু বিজিতক দেখে। বিজয়াৰ বয়স ৩৭/৩৮ বছৰ মান হ'ব। হাতত ভেনিটি বেগ, কাণত দামী কাণফুল। মানুহগৰাকী দেখাত বিলাসী।

বিজয়া : জীৰা, তই ইয়াত কি কৰিছ? বিজিত — (এনেতে হাতত এগিলাচ চৰ্বত লৈ অৰ্জুন সোমাই আহে। বিজয়াই হাত মেলে। কিন্তু বিজিতে তৎক্ষণাত লৈ পী খায়।)

জীৰা : আইতালৈকো এগিলাচ আনিম নেকি?

বিজয়া : সুধিলেহে হয় নেকি? উঃ কিমান ঘূৰা হ'ল আজি। (বিজয়া বহি পৰে আৰু জীৰা ভিতৰলৈ যায়)

বিজিত : বাৰু মা, তুমি যে ইমান ঘূৰা, তোমাৰ মূৰটো নুঘূৰায়নে?

বিজয়া ঃ কেলেই নুঘূৰায়? তইঁতে কি বুজিবি?

বিজিত ঃ বেয়া নৃ'য় দেই। তোমাৰ মূৰটো ঘূৰাই থাকিলে পৃথিৱীখন ঘূৰি থকাৰ কথা গমেই নোপোৱা।

বিজয়া ঃ জানো তই কি কব। (পদ্মা সোমাই আহে)

পদ্মা ঃ ককাইদেউ এতিয়া কোনোবাফালে যাবি নেকি?

বিজিত ঃ যদি যাওঁ?

পদ্মা ঃ মিনতিহঁতৰ ঘৰত অলপমান সোমাব পাৰিবি?

বিজিত ঃ নোৱাৰো কেলেই?

পদ্মা ঃ নোৱাৰ যদি কৈ কি লাভ? মই কিবা এটা ক'লে কৰি দিয় জানো?

বিজিত ঃ বক্তৃতাটো দিয়াৰ আগতে কি কৰিব লাগে ক'ব নোৱাৰ নেকি?

পদ্মা ঃ মা, মই কিন্তু মিনতিৰ বিয়াত আনে নিদিয়া বস্তু এটা উপহাৰ দিম দেই।

অজিত ঃ ও। বস্তুটো তোৰ আছে, দিব পাৰিবি।

পদ্মা ঃ (আগ্ৰহেৰে) কি বস্তু বাৰু ককাইদেউ?

বিজিত ঃ তোৰ মূৰ্খামিখিনি।

বিজয়া ঃ তাই কিবা এটা কৰি দিবলৈ ক'লেই তইনো সদায় নোৱাৰো বোল কিয়?

বিজিত ঃ নোৱাৰো মই কেতিয়াও নোবোলো। তোমাৰ হৈ মহিলা সমিতিৰ সভাত এটা গৰম বক্তৃতাও দি থৈ আহিব পাৰো, লাগিলে পদ্মাৰ কাৰণে বুৰ্বক, ধুনীয়া দৰা এটাও বিচাৰি আনি দিব পাৰো।

পদ্মা ঃ বাৰু হৈছে থ। তই কি কৰিব পাৰ মই জানো। ফুটবলৰ বাহিৰেনো আৰু কিটো জান?

বিজিত ঃ মই চব কৰিব পাৰো, কিন্তু লোকৰ বিয়াৰ কাৰণে উপহাৰ বিচৰা, চাকৰিৰ কাৰণে চাৰ্টিফিকেট বিচৰা, মিতিৰ ঘৰত আলহীখোৱা, কালচাৰেল শ্ব'ত ফাৰ্ষ্টক্লাছৰ গেটত দাৰোৱাণী কৰা— সেইবোৰ মই কৰিব নোৱাৰো।

বিজয়া ঃ উপহাৰৰ বস্তু তই নিজেই আনিবিগৈ যা, তাক ক'ব নালাগে। (বাহিৰলৈ বিজিত আৰু ভিতৰলৈ বিজয়া সোমাই যায়। পদ্মাই অৰ্গেনটোৰ ওচৰলৈ গৈ কিবা এটা গুণগুণায়। প্ৰতাপ ফুকন আৰু নিৰ্মল চৌধুৰী সোমাই আহিল। প্ৰতাপ ফুকনৰ বয়স প্ৰায় ৫০/৫৫ মান হ'ব। পিন্ধনত খাকী পেন্ট আৰু খাকী চাৰ্ট।
প্ৰফেচাৰ নিৰ্মল চৌধুৰী তেওঁৰ সমবয়সীয়া। ধুতী-কুৰ্তা পিন্ধিছে। তেওঁৰ মুখত দুদিনমান নুখুৰোৱা ডাঢ়ি।)

প্ৰতাপ : বহক প্ৰফেচাৰ চৌধুৰী, এইফালে বহক। (অৰ্জুন সোমাই আহি ফুকনৰ হাতৰ পৰা টুপিটো আৰু লাঠিডাল লয়। পদ্মা আহি বাপেকৰ পাছফালে ৰয়) অ' পদ্মা, এইয়া এখেত প্ৰফেচাৰ নিৰ্মল চৌধুৰী— তই চিনি নেপাৱ কিজানি। আমি ক্লাছ ফ্ৰেণ্ড আছিলো, নহয়? আপুনি মোতকৈ এবছৰ চিনিয়ৰ আছিল নেকি?

পদ্মা : ছাৰক মই চিনি পাওঁ, দেউতা। আমাৰ ঘৰৰ ওচৰতে থাকে নহয়।

প্ৰতাপ : পাৱ? ভাল কথা। তেন্তে চাহ দিবলৈ ক। আপুনি চাহত চেনি খায় নহয়? (হাঁহি আৰু বহি) আমাৰ দেশত আজিকালি যি ধৰণে ডায়েবেটিচ হ'ব ধৰিছে আৰু কিছুদিনৰ মূৰত আমাৰ দেশৰ সকলো চেনিকল বন্ধ হ'ব যেনহে পাইছো। (হাঁহে)

নিৰ্মল : এওঁ ...?

প্ৰতাপ : পদ্মা—। মোৰ ছোৱালী (পদ্মাই সলজ্জ প্ৰণাম কৰে) আপোনাৰ ল'ৰা-ছোৱালী কেইটি?

(পদ্মা ভিতৰলৈ যায়। প্ৰতাপে চিগাৰেট জ্বলায়। প্ৰফেচাৰকো দিয়ে)

নিৰ্মল : (কৰুণভাৱে) মোৰ ল'ৰা-ছোৱালী পাঁচ-ছটামান আছিল। এটাৰ অপমৃত্যু হ'ল, এটা আপোনঘাতী হ'ল, এটাই আত্মহত্যা কৰিলে আৰু এটা মৰিল।

প্ৰতাপ : সঁচা?

নিৰ্মল : অৱশ্যে আটাইকেইটা বাচি আছে। কিন্তু অমানুহ হৈ জীয়াই থকা আৰু মৰা একে কথা নহয় জানো? পিছে আপোনাৰ কেইটি?

প্ৰতাপ : ল'ৰা দুটা, ছোৱালী এজনী, এয়ে ...।

নিৰ্মল : এওঁলোকৰ মাক আছে নহয়?

প্ৰতাপ : (অলপ চিন্তিতভাৱে) প্ৰথমতে যিগৰাকী বিয়া কৰাইছিলো তেওঁৰ ল'ৰা এটা থাকিল। সি এইবাৰ বেনাৰচৰ পৰা M. A. দি আহিছে। তাৰ ছবছৰীয়াতে মাক মৰিল। সৰুৰে পৰা দূৰে দূৰে থাকিয়েই পঢ়া-শুনা কৰিলে। ঘৰলৈ সি এতিয়াহে আহিছে বুলিব লাগে। আপোনাৰ ল'ৰাকেইটাই কি কৰিছে চৌধুৰী?

নিৰ্মল : প্ৰথমটো পঢ়া-শুনাত চোকা আছিল। তাক B. A. পাছ কৰি চৰকাৰী চাকৰি কৰিবলৈ কৈছিলো। সি হ'ল কিবা দেশকৰ্মী। অন্যৰ কাম কৰে, মিটিঙত চিঞৰি বক্তৃতা দিয়ে, আৰু ঘৰৰ খায়। তাৰ পিছৰটো পঢ়া-শুনাত সিমান ভাল নাছিল। খাটি মেলি পঢ়ি কিবা এটা পাছ কৰি সি হ'ল **supply inspector** খুব ঘোচ খায়, চোৰাং বেপাৰীক চোৰাং কাৰবাৰত সহায় কৰি দিয়ে। ভাগ পায়। তাৰ পাছৰটো (এনেতে সাজ-

পাৰ সলাই বিজয়া সোমাই আহিল। মুখত নতুনকৈ কৰা প্ৰসাধনৰ চিন।)

নিৰ্মল : (বিজয়ালৈ চাই) এখেত কোন?

প্ৰতাপ : অ' এওঁ—

বিজয়া : (ধুনীয়াকৈ প্ৰণাম কৰি) আপুনি আমাৰ ঘৰলৈ যে আহিল—

প্ৰতাপ : এখেতক চিনি পোৱা জানো?

বিজয়া : কি নিচিনিম? আমাৰ উৎপল বোপাৰ দেউতাক নহয় জানো?

নিৰ্মল : অ' উৎপলকো আপুনি চিনি পায়?

প্ৰতাপ : (দুয়োৰো মুখলৈ চায়) উৎপল মানে? অৰ্থাৎ ...?

নিৰ্মল : সি কিছুদিন হ'ল ইয়াতে আছে। ই. এ. চি. নে কিবা চাকৰি কৰে।

প্ৰতাপ : কয় কি চৌধুৰী? উৎপল চৌধুৰী আপোনাৰ ল'ৰা? how interesting ! আপোনাৰ ল'ৰা যে হাকিম হৈ ইয়াতে আছে মই ক'বই নোৱাৰিছিলো। উৎপল যে আমাৰে হাকিম। (ডাঙৰকৈ হাঁহে)

বিজয়া : গৌতম বোপাও জানো আপোনাৰে ল'ৰা নহয়?

প্ৰতাপ : উৎপলো আপোনাৰ ল'ৰা, গৌতমো আপোনাৰ ল'ৰা, অথচ মই ক'বই নোৱাৰো। আপুনি আপোনাৰ ল'ৰা সম্পৰ্কে যিদৰেহে কৈছিল মই অন্যহে ভাবিছিলো।

নিৰ্মল : উৎপল মোৰ সৰু ল'ৰা। পঢ়াত ভাল আছিল। ইংৰাজী ভাল কয়। মই আশা কৰিছিলো যে সি প্ৰফেচাৰ হ'ব। সি হ'ল হাকিম। আত্মহত্যা আৰু কাক কয়?

প্ৰতাপ : এক মিনিট— অলপ আহিছোদেই। (প্ৰতাপ ভিতৰলৈ গ'ল)।

বিজয়া : আজি কিন্তু আপুনি ভাতমুঠি আমাৰ ইয়াতে খাই যাব লাগিব। মই গৈ এদিন মাতি আনিমগৈ বুলি ভাবিয়েই আছিলো।

নিৰ্মল : ঘৰত কৈ অহা নাই নহয়।

বিজয়া : মই ফোন কৰি কৈ দিম। আপুনি চিন্তা নকৰিব ইয়াত কিছুদিন থাকিব নহয়?

নিৰ্মল : যোৱা বছৰ March ত ৰিটায়াৰ কৰিলো। ঘূৰি যোৱাৰ বৰ ইচ্ছা নাই। ঘৰতো কোনো নাই।

বিজয়া : উৎপল বোপাৰ মাক?

নিৰ্মল : তেওঁ বৰ টেঙৰ ছোৱালী আছিল। মোক এৰি থৈ আজি এঘাৰ বছৰৰ আগতেই গ'ল। এতিয়া মই অকলশৰীয়া। (এখন ট্ৰেত চাহ খোৱা বস্তু লৈ অৰ্জুন সোমাই আহে। লগে লগে হাতত চাহ-লুচি লৈ পদ্মা সোমাই আহিল। আন এখন দুৱাৰেদি হাতত কিতাপ লৈ কৰুণ সোমাই

আহিল। কৰুণে সকলোৰে মুখলৈ চালে। পদ্মাই কৰুণক নেদেখা ভাও ধৰি চাহ বাকে।)

অৰ্জুন : কৰুণ আহিলি?

বিজয়া : (লগে লগে) অৰ্জুন, দেউতাৰক মাতি আন—

নিৰ্মল : এৱেঁই আপোনাৰ ল'ৰা? (কৰুণ সোমাই গ'ল)

বিজয়া : (অপ্ৰস্তুত আৰু বিৰক্তভাৱে) নহয়, সি পদ্মাহঁতৰ পেহীয়েকৰ ল'ৰা। ইয়াতে থাকি কামো কৰে আৰু কলেজতো পঢ়ে।

পদ্মা : মা, মই দেউতাক মাতি আনো—

বিজয়া : যা চোন, চাহ চেঁচাই হ'ব এতিয়া। [পদ্মা যায়] মোৰ লৰা-ছোৱালী মুঠেই এহাল। বিজিত আৰু পদ্মা। আগৰ গৰাকীৰ ল'ৰা এটা আছে। ল'ৰা যি ল'ৰাই, কিতাপ পঢ়াৰ বাহিৰে আৰু সংসাৰত একো ক'ব নোৱাৰে। এইবাৰ এম. এ. দি আহিছে। পঢ়া-শুনাত ভালেই। (ভিতৰৰ পৰা পদ্মা আৰু প্ৰতাপ সোমাই আহিল)

প্ৰতাপ : এ আপুনি মোৰ কাৰণে বৈ আছে নেকি? খাওক চৌধুৰী চাহ খাওক (পদ্মা আৰু বিজয়াও লগতে বহে)

নিৰ্মল : আপোনাৰ বিজিতে কি কৰে? বিজিত নহয়নে ল'ৰাটিৰ নাম?

বিজয়া : পদ্মা চাহ বাক।

প্ৰতাপ : (হতাশভাৱে) বিজিতে কি কৰে সি জানে আৰু তাৰ ভগৱানে জানে। মই জনাত সি একোকে নকৰে, কিন্তু তাৰ সমান ব্যস্ত মানুহ পৃথিৱীতে নাই, যেতিয়ালৈকে লগে লগে লৈ ফুৰিছিলো, সি পঢ়া-শুনাত ভালেই আছিল। কিন্তু আপাৰ পুলিচৰ চাকৰি। কিমান যে ট্ৰান্সফাৰ হ'ব লাগে। ইহঁত ল'ৰা-ছোৱালী দুটাক মাকৰ লগত এৰি মই অ'ত-ত'ত ঘূৰি ফুৰিলো।

বিজয়া : চাহ গৰম হৈ আছেনে?

নিৰ্মল : আছে আছে। মই চাহ অলপ চেঁচাই খাওঁ।

প্ৰতাপ : বুজিছে, মিউজিকত মোৰ সৰুৰে পৰা ৰাপ আছিল। কিন্তু আমাৰ দিনত চৰ্চা কৰাৰ সুবিধা নাছিল। নহ'লে জানো আই. এ. পাছ নকৰাকৈয়ে পুলিচত সোমাওঁ? ভাবিছিলো বিজিতেই অলপ গান-বাজনা শিকিব। কিন্তু সি সা-ৰে-গা-মাৰ পৰা আৰু আগবাঢ়িবকে নোৱাৰিলে। পঢ়িবলৈ দিলো— (এনেতে কৰুণ সোমাই আহে)

কৰুণ : মোমাইদেউ ফোন আহিছে।

প্ৰতাপ : শান্তি নাই বুজিছে, (বহাৰ পৰা উঠে) শান্তি নাই বুজিছে, দেশত যে ক্ৰাইম ইমান বাঢ়িছে। (ভিতৰলৈ যায়)

নির্মল : (কৰুণক) তুমি ৰাতি কলেজত পঢ়া?

কৰুণ : হয়।

নির্মল : কোন ইয়েৰত?

কৰুণ : বি. কম. পঢ়িছো। থার্ড ইয়েৰত।

নির্মল : কমার্চ? বেয়া নহয়। দিনত ক'ৰবাত কামো কৰো নহয়?

কৰুণ : হয় S. P.ৰ অফিছত কেৰাণী কৰো।

নির্মল : (বিজয়াক) বিজিত— আৰু ডাঙৰ ল'ৰাটিৰ নাম কি বুলিছিলে?

বিজয়া : অজিত।

নির্মল : অ' অজিত। অজিতহঁতক যে দেখা পোৱা নাই।

বিজয়া : কেনিবা ওলাই গৈছে। আৰু অলপ চাহ দিব? (আৰু এটা পাত্ৰত চাহ লৈ জীৰা সোমাই আহিল)

বিজয়া : চাহ থৈ তহঁত যা।

নির্মল : এইটি?

বিজয়া : জীৰা, তামোল আনগৈ যা। ইয়াত বৈ কি কৰিছ? (জীৰা আৰু কৰুণ যায়।)

বিজয়া : আমাৰ ঘৰখন ঘৰ নহয়, এখন আশ্ৰম। আজিলৈকে ভাল ঘৰ এটা সজাওঁ বুলিও সজাব পৰা নাই। তেখেতো ঘৰ থাকিবলৈ নাপায়েই। (অলপ ৰৈ) সেইটো কৰুণ, তাক খৰচ-পাতি দি কলেজত পঢ়াব লাগে। এইজনী জীৰা মাক-বাপেক কেও-কিছু নোহোৱা ছোৱালী। সৰুৰে পৰা তুলি-তালি ডাঙৰ-দীঘল কৰিছো। তাৰ উপৰিও আলহী-অতিথিতো আছেই। (সুৰ সলাই) উৎপল বোপাই বিয়া কৰোৱা নাই নহয়? (এনেতে প্ৰতাপ ভিতৰৰ পৰা ওলাই আহে। অলপ বিৰক্ত, কিন্তু গহীন)

নির্মল : আহক ফুকন। আপোনাৰ চাহ আধাখোৱা হ'ল।

প্ৰতাপ : (বহে) দিনে দিনে ক্ৰাইম বাঢ়িছে। কিয় নেজানো মানুহবোৰ দিনে দিনে বেছি desperate আৰু reckless হৈ গৈছে। মৰিবলৈও ভয় নকৰে, মাৰিবলৈকো ভয় নকৰে।

বিজয়া : আকৌ ক'ৰবাত কিবা হৈছে নেকি?

প্ৰতাপ : আশাৰামৰ মিলত আজি দুদিন ষ্ট্ৰাইক চলি আছে। এতিয়া আকৌ মাৰপিত লগা বুলি ফোন কৰিছে। কোনোবা মৰিছেও নেকি!

নির্মল : আপুনি যাব লাগিব নেকি?

প্ৰতাপ : যাবতো লাগিবই, আপোনালোক বহক দেই। আপুনি কিন্তু ভাত-পানী খাইহে যাব। মোৰ কিমান ৰাতি হয় ঠিক নাই। কৰুণ —

বিজয়া ঃ কৰুণ ওলাই গৈছে।

প্ৰতাপ ঃ মই আহিছো। উৎপল হাকিমো তালৈকে গৈছে, তেৱেঁই ফোন কৰিছিল। (প্ৰতাপ ওলাই যায়, বিজয়াও দুৱাৰমুখলৈকে আহে, অলপ পাছতেই আশাৰামৰ মিলৰ মানুহ এটা সোমাই আহি দুৱাৰমুখত ৰ'ল।)

মানুহ ঃ মাইজী, মই আশাৰামৰ মিলৰ পৰা আহিছো।

বিজয়া ঃ (গহীন হৈ) কি হ'ল?

মানুহটো ঃ আগৰ কে'চটোতো একো হোৱাই নাই।

বিজয়া ঃ কোনটো কেচ?

মানুহটো ঃ ভেজালৰ কে'চটো মাইজী ...।

বিজয়া ঃ চব ঠিক হৈ যাব। (ইঙ্গিতেৰে ভিতৰত মানুহ থকাৰ কথা বুজাই দিয়ে) এতিয়া যাওক। আপোনালোকৰ মিলত কিবা গণ্ডগোল লাগিছে হবপায়।

মানুহটো ঃ গণ্ডগোলটো সদায় আছেই (বিজয়াক খাম এটা দিয়ে) এইয়া দিছিল। মই আহো, আপুনি কিন্তু মাইজী—

বিজয়া ঃ বাৰু চিন্তা কৰিব নালাগে যাওক। (মানুহটো যায়। বিজয়াই সহজভাৱে খামটো খুলি দহটকীয়া নোটকেইখন লেখি লেখি আহি বহিল। ইয়াৰ দুই-চাৰি কাৰবাৰী মানুহে মাজে-সময়ে হাজাৰ, পাঁচশ নিয়ে। আকৌ সময় মতে ঘূৰাই দিয়ে। আপুনি আকৌ বেয়া নেপাব। আমাৰ ঘৰত সদায়ে এনেকুৱা। তেখেতলৈ দেখিছেই নহয়। শোৱাৰ ঠিক নাই, খোৱাৰ ঠিক নাই, ঘৰ-সংসাৰলৈ চকু দিবৰো সময় নাই।

(অজিত সোমাই আহে)

নিৰ্মল ঃ বিজিত নেকি?

অজিত ঃ নহয়, মই অজিতহে? (প্ৰণাম কৰি)

বিজয়া ঃ এখেত প্ৰফেচাৰ চৌধুৰী, উৎপলৰ দেউতাক। মই অলপ ভাত-পানীৰ খবৰ কৰো। আপুনি অলপমান বহক দেই। অজিত বহচোন।

অজিত ঃ (বহে) ছাৰ—

নিৰ্মল ঃ A retired professor ছাৰ বুলি লাভ নাই। মই তোমাৰ দেউতাৰৰ সহপাঠী আছিলো। অৱশ্যে that was long ago তুমি কিহৰ পৰীক্ষা দিলা?

অজিত ঃ Philosophyত ছাৰ—

নিৰ্মল ঃ অ' মই আছিলো Historyৰ প্ৰফেচাৰ। পৰীক্ষা ভাল হৈছে?

অজিত ঃ বৰ বেয়া হোৱা নাই। আপুনি ছাৰ—?

নিৰ্মল ঃ ৰিটায়াৰ কৰিলো। অলপ দিন হৈছে। পাছ কৰি পিছে কি কৰিম বুলি ভাবিছা?

অজিত : ৰিচাৰ্চ কৰিম বুলি ভাবিছো।

নিৰ্মল : ৰিচাৰ্চ, ভাল কৰিছা। Subject কি লৈছা?

অজিত : বিজ্ঞান আৰু ভাৰতীয় মন সম্পৰ্কে, science and the Indian mind.

নিৰ্মল : ভাৰতীয় মন— অলপ complicated, মানে জটিল নহয়নে বাৰু?

[অলপ ব্যস্তভাৱে কৰুণ সোমাই আহে। ভিতৰৰ পৰা বিজয়া আৰু পদ্মা ওলাই আহে]

পদ্মা : আপুনি ভিতৰলৈ আহক, ভাত বাঢ়িছে। তুমিও আহা, আহা ককাইদেউ।

নিৰ্মল : মই কিন্তু আজি ইয়াত ভাত খাম বুলি অহা নাছিলো।

(উঠি পদ্মাৰ লগে লগে ভিতৰলৈ যায়।)

বিজয়া : [বাহিৰলৈ চাই] আজি ইহঁত সকলোবোৰ ক'লৈ গ'ল? কিনো কৰি ফুৰে ইহঁতে। [জীৰা আহে, জীৰাক কয়] তই অলপ ইয়াতে থাক, মই আলহীৰ সোধ-পোছ কৰো। [বিজয়া ভিতৰলৈ যায়, ইফালে-সিফালে চাই জীৰা দুৱাৰৰ ওচৰলৈ যায় আৰু বাহিৰলৈ চায়। ধৰ ব্যস্তভাৱে বিজিত সোমাই আহে]

বিজিত : (চেপা চেপা মাতেৰে) মাহঁত ক'ত জীৰা?

জীৰা : তেওঁলোক ভাত খাবলৈ ভিতৰলৈ গৈছে। কি হ'ল ককাইদেউ?

বিজিত : একো হোৱা নাই (বৈ) জীৰা —

জীৰা : কি হ'ল ককাইদেউ?

বিজিত : (অলপ কিবা ভাবি) তোৰ দেউতাৰৰ নাম কি আছিল তই জাননে?

জীৰা : দেউতা, মানে মোৰ দেউতা?

বিজিত : ওঁ তোৰ দেউতাৰা, মনত আছেনে নাই?

জীৰা : অলপ অলপ মনত আছে। মোৰ দেউতাৰ নাম আছিল গঙ্গাপ্ৰসাদ।

বিজিত : (কঠিনভাৱে জীৰালৈ চাই) গ-ঙ্গা-প্ৰ-সা-দ? কিমান দিন হ'ল জেলত পৰাৰ?

জীৰা : বহুত দিন হ'ল। এঘাৰ-বাৰ বছৰমান হ'ব পায়। আজি মোক এইবোৰ কথা কেলেই সুধিছা ককাইদেউ?

বিজিত : দেউতাৰে ক'ত কাম কৰিছিল?

জীৰা : আশাৰামৰ নে ক'ৰবাৰ মিলত।

বিজিত : তই গৌতমক চিনি পাৱ? সি ইয়ালৈ কিয় আহিছিল?

জীৰা : বাপেকে ইয়াতে ভাই খাইছে।

বিজিত : গৌতমে তোক, তোক কি কৈছিল?

জীৰা : মোকতো একো কোৱা নাছিল।
বিজিত : (হঠাৎ খঙত) তোক মই টেটু চেপি মাৰি পেলাম।
জীৰা : কি হৈছে ককাইদেউ, মোক ভালকৈ নোকোৱা কেলেই?
বিজিত : পিয়াহ লাগিছে, এগিলাচ পানী আন।
জীৰা : মই আনিছো। তুমি নোখোৱাকৈ শুচি নাযাবা।
বিজিত : (কঠিনভাৱে) জীৰা, (জীয়াই ভয়ে ভয়ে বিজিতৰ ফালে চায়) তই, তই মোক কেলেই ইমান বিশ্বাস কৰ?
জীৰা : আজি তুমি কিবোৰ কৈছা, মই একো বুজিব পৰা নাই। মোৰ ওপৰত যদি কিবা কাৰণত খং উঠিছে কৈ নিদিয়া কেলেই?
বিজিত : মোলৈ পানী আনিবিনে, কথা কৈ থাকিবি? (জীৰা পানী আনিবলৈ যায়। অলপ ৰৈ ইফালে-সিফালে কৈ বিজিত বেগাই ওলাই যায়। (জীৰা পানী লৈ সোমাই আহে। অলপ পাছত ভাৰত আহে)
ভাৰত : জীৰা—
জীৰা : কোন? অ' ভাৰত ককাইদেউ—
ভাৰত : বিজিত নাই নেকি?
জীৰা : বিজিত ককাইদেউ গ'লেই নেকি? পানী খাম বুলিছিল।
ভাৰত : বিজিত এতিয়া আহিছিল নেকি?
জীৰা : কেলেই?
ভাৰত : তেওঁক আকৌ যাবলৈ দিব নালাগিছিল।
জীৰা : মই নেপালোহিয়েই নহয়।
ভাৰত : বাৰু জীৰা, কোনোবাই যদি বিজিতক বিচাৰি আহে, শুলে বুলি কবি।
জীৰা : শুলে বুলি?
ভাৰত : নহ'লে ক'ত আছে ক'ব নোৱাৰো বুলি কবি। মই যাওঁ।
জীৰা : ক'ত কি হৈছে ভাৰত ককাইদেউ? (একো নকৈ ভাৰত ওলাই গ'ল। অৰ্জুন সোমাই আহে)
অৰ্জুন : জীৰা, তই ইয়াত অকলে কি কৰিছ? যা, ভিতৰলৈ যা।
জীৰা : বিজিত ককাইদেউৱে পানী খাম বুলিছিল, মই আনো মানে গ'লেই।
অৰ্জুন : বিজিতৰ আৰু কাম নাই। পানী গিলাচ আনোতে দহ ঘণ্টা কৰিবি, মানুহ বহি থাকিব? (জীৰা ভিতৰলৈ যায়। অজিত, বিজয়া আৰু চৌধুৰী আহে)
বিজয়া : আৰু অলপমান নবহে? ভাত যে আপুনি চুলেহে।
নিৰ্মল : ৰাতি কিছু হ'ল। আজিলৈ আহোহে আৰু।

বিজয়া ঃ বেয়া নাপাব। গাড়ীখন তেখেতে লৈ গ'ল। নহ'লে আপোনাক থোৱাই দিয়াব পাৰিলোহেঁতেন। আপোনাৰ কষ্টহে হ'ল অলপ।

নিৰ্মল ঃ ৰাতি খোৱাৰ পাছত খোজকঢ়াৰ অভ্যাস আছে। একো কষ্ট নহয়। আপোনালোক কেতিয়াবা আমাৰ ফাললৈ আহিবচোন—

বিজয়া ঃ যাম, কিয় নাযাম? উৎপলকো আমাৰ ঘৰলৈ আহিবলৈ ক'বচোন—

নিৰ্মল ঃ নাহিব কেলেই? ভাল, এতিয়া আহিছো দেই। (গ'ল। অজিত আৰু বিজয়াই নমস্কাৰ কৰে।)

বিজয়া ঃ বিজিতটো ইমান ৰাতিখন ক'লৈ যায় জানো?
(জীৰা আহে, বিজয়া ভিতৰলৈ যায়।)

জীৰা ঃ (অজিতক) এতিয়া ভাত নাখাবা জানো, ককাইদেউ?

অজিত ঃ জীৰা, মই অহাৰ পৰা দেখিছো বিজিত ঘৰত নেথাকেই। বাহিৰে বাহিৰে ঘূৰি ফুৰে। সি কিয় এনেকৈ ঘূৰি ফুৰে তই কিবা জাননে?

জীৰা ঃ মই একো নাজানো ককাইদেউ।

অজিত ঃ মই আমাৰ ঘৰখনৰ কাণ্ড-কাৰখানা একো বুজিব পৰা নাই, একো বুজিব পৰা নাই। মই এই ঘৰখনত বৰ অসুবিধা পাইছো জীৰা, মই বৰ অসুবিধা পাইছো।
[কথাখিনি কৈ কৈ অজিত লাহে লাহে সোমাই যায়। জীৰা থাকে। অলপ পাছতে অৰ্জুন সোমাই আহে।)

অৰ্জুন ঃ আমাৰ ঘৰখনত ভূতে বাহ লৈছে। যাৰ যি হৈছে হৈ থাকক, তই খালি নিজকে বচাই থাকিবি।

জীৰা ঃ মই জানো জানি-শুনি কিবা বেয়া কাম কৰিছো? বিজিত ককাইদেউৱে মোক যিদৰে মৰম কৰে, সেইদৰে খঙো কৰে। কৰুণ দাদায়ো মৰম কৰে আৰু দেউতায়ো মৰম কৰে। আইতা আৰু বাইদেউলৈহে অলপ ভয় লাগে। মই পিছে জানি-শুনি একো কৰা নাই।
(বিজয়া, পদ্মা আৰু কৰুণ ভিতৰৰ পৰা সোমাই আহে)

বিজয়া ঃ তহঁতহালে ড্ৰইংৰুমত বিয়নি মেল নাপাতিলেও হ'ব, যা। এই জীৰা, তই ভিতৰলৈ যা, বাইদেউৰৰ লগত থাকিবি।

জীৰা ঃ বাৰু আইতা।

বিজয়া ঃ কৰুণ আহ।

পদ্মা ঃ ইমান ৰাতিনো আকৌ ক'লৈ যোৱা মা?

বিজয়া ঃ তহঁত শোগে যা, অজিতক থাকিবলৈ কবি। অৰ্জুন, তয়ো মোৰ লগত আহ। (বিজয়া, কৰুণ আৰু অৰ্জুন ওলাই যায়। পদ্মা ভিতৰলৈ যায়। জীৰা বিব্ৰত হৈ অলপ পৰ বৈ থাকিল। ঘড়ীটোলৈ চালে। তাৰ পিছত

লাইট নুমাই দিলে। ভিতৰৰ খোলা দুৱাৰেদি কিছু পোহৰ আহি ড্ৰইংৰুমত পৰিল। ক্ষীণ আবহ সঙ্গীতে ৰাতি গভীৰ হোৱাৰ আভাস দিয়ে। জীৰাই দুৱাৰখন বন্ধ কৰিবলৈ যাওতেই অলপ সন্ত্ৰস্তভাৱে বিজিত সোমাই আহে। আন্ধাৰত জীৰাক দেখি উচপ্ খাই উঠে। তাৰ পিছত নিজকে সংযত কৰিলে।)

জীৰা ঃ (ভয়ে ভয়ে, চেপা চেপা মাতেৰে) বিজিত ককাইদেউ!

(বাহিৰৰ দৰজা বন্ধ কৰে)

বিজিত ঃ জীৰা, তই — (ইফালে-সিফালে চাই) মা আছে নেকি?

জীৰা ঃ ঘৰত অজিত ককাইদেউ আৰু মইহে আছো, আৰু কোনো নাই। বাইদেউ শুব পায়।

বিজিত ঃ (শান্ত হৈ) আন্ধাৰত তই কাৰ কাৰণে বৈ আছিলি জীৰা?

জীৰা ঃ তুমি ইমান ৰাতিও অহা নাই। সেই দেখি মই বৈ আছিলো।

বিজিত ঃ মোৰ কাৰণে তই সদায়ে টোপনি খতি কৰ জীৰা? তই জান যে মই বৰ ভাল মানুহ নহয়।

(জীৰাই বিজিতৰ মুখলৈ চাই তাৰ কাষ চাপি যায়। তাৰ পিছত তাৰ কাপোৰত কিবা দাগ এটা দেখি গুচাই দিব খোজে)

জীৰা ঃ এইবোৰ কি, ককাইদেউ; তেজ নেকি ...? চোলাটোত এইবোৰ কিহৰ তেজ লগাই আহিছা? তুমি আজি ক'ত কি কৰি আহিছা?

বিজিত ঃ চুপ নিচিএৰিবি ... মোৰ বৰ পিয়াহ লাগিছে। মই এগিলাচ পানী খাম। (চোলাটো খুলিব খোজে)

জীৰা ঃ মোৰ বৰ ভয় লাগিছে ককাইদেউ। মই তোমাৰ কথা একো বুজা নাই।

বিজিত ঃ (জীৰাৰ মুখলৈ চাই) তই মোক বিশ্বাস কৰ, জীৰা? (জীৰাই বিজিতৰ মুখলৈ চাই থাকে, একো নকয়) মোৰ কাৰণে চিন্তা নকৰিবি। তই ভয় খাব নালাগে। মই আজি এটা কাম কৰি আহিছো জীৰা।

জীৰা ঃ কি কাম কৰি আহিলা ককাইদেউ?

বিজিত ঃ ডাঙৰ কাম, খুব ডাঙৰ কাম। এই কাম মই তোৰ কাৰণেই কৰি আহিছো জীৰা।

(দুৱাৰমুখত কাৰোবাৰ মাত শুনা গ'ল। বিজিত ভয়ত ভিতৰলৈ সোমাই যায়। হতভম্ব হৈ জীৰা অলপ পৰ হৈ থাকিল। তাৰ পাছত দুৱাৰখন খুলি দিলে। গৌতম চৌধুৰী সোমাই আহিল। জীৰাই চুইচটো টিপি লাইটো জ্বলাই দিলে।)

জীৰা ঃ (ভয়ে ভয়ে) কি হ'ল? (সংযত হ'বৰ চেষ্টা কৰিলে)

গৌতম ঃ বিজিত ঘৰ পালেহিনে নাই?
জীৰা ঃ (থতমত খাই) মই ক'ব নোৱাৰো।
গৌতম ঃ আহিলে ক'বা, একো ভয় কৰিবলগীয়া নাই। সকলো ঠিক আছে।
জীৰা ঃ কি হৈছে নো?
গৌতম ঃ একো হোৱা নাই, একো হোৱা নাই। (সুৰ সলাই) তুমি ভালে আছা?
জীৰা ঃ আপুনি এতিয়া যাওক।
গৌতম ঃ অ' বাৰু, বাৰু মই যাওঁ। বিজিতক ক'বা, গৌতম চৌধুৰী আহিছিল। মোক চিনি পাইছা নহয়? বাৰু মই যাওঁ।
(গৌতম যায়। জীৰাই জোৰেৰে দুৱাৰখন বন্ধ কৰে। আৰু ঘূৰে। বিজিত ভিতৰৰ দুৱাৰেদি সোমাই আহে)
জীৰা ঃ আকৌ আহিলা কে'লৈই, ব'লা পানী খোৱাগৈ।
বিজিত ঃ কোন আহিছিল?
জীৰা ঃ গৌ— গৌতম চৌধুৰী।
বিজিত ঃ গৌতম চৌধুৰী? তাৰ লগত তই কথা পাতিছিলি তোক, তোক মই মাৰি পেলাম।
জীৰা ঃ এতিয়া ভাত খোৱাগৈ ব'লা আৰু এই তেজ লগা চোলাটো সোলোকাই পোলোৱাগৈ যোৱা। (হাতত ধৰি জীৰাই বিজিতক ভিতৰলৈ লৈ যায়।)

— ঃ পট পৰে ঃ —

# দ্বিতীয় দৃশ্য

[এটা অফিছ ঘৰৰ একাংশ। আধাভগা বেৰ। মাজে মাজে লিপা। বেৰত চুণ সনা, দুই-এখন ফিল্মষ্টাৰৰ ছবি বেৰত আঁৰা আছে। একাষত এখন বেঞ্চ। আনফালে দুই-তিনিখন চকী, একাষে এটা সৰু চাপৰ আলমাৰি। বিছনাত শুই বাতৰিকাকত পঢ়ি আছে কেশৱে, দুখন চকীত বহি আছে ৰহিদ আৰু ভাৰত। মেজৰ ওপৰত পৰি আছে কাগজ-কিতাপ কিছুমান, এযোৰ নাল ভগা পিৰিচ-পিয়লা।]

কেশৱ : (শোৱাৰ পৰা) কোনে কৈছে?

ভাৰত : চৰকাৰে।

কেশৱ : চৰকাৰনো কোন?

ৰহিদ : চৰকাৰ কোন ক'ব নোৱাৰ? চৰকাৰ সেই হেৰি হেৰি ...

পুৰন্দৰ : (দুকাপ চাহ আনি মেজৰ ওপৰত থ'লে) এইয়া ল, মই আৰু যাব নোৱাৰো।

ৰহিদ : (সুৰ ধৰি) নোৱাৰো কথাটি বোপা বেয়া কথা বৰ।

ভাৰত : চৰকাৰে কৈছে আমি কম খৰচ কৰিব লাগে।

কেশৱ : হেৰ' চৰকাৰে জানিবা নক'লেই। তই বেছি খৰচ কৰিবলৈ পাবি ক'ৰ পৰা? খৰচ কৰিবলৈকে নোজোৰে, তাৰ ওপৰত আকৌ কম খৰচ, বেছি খৰচ।

ৰহিদ : যাচোন পুৰন্দৰ, বাৰ পইচাৰ কিবা মিঠাই লৈ আহ।

পুৰন্দৰ : একেবাৰেই নকলি কেলেই? বাৰে বাৰে মই কিমান যাম?

ভাৰত : হেৰ' পুৰন্দৰ, তই একো নুবুজ। একেবাৰে চাহ-মিঠাইে আনিলে চাৰিঅনাৰ কাৰণে ২৫ পইচা দিব লাগিব। দুবাৰ আনিলে দুইবাৰত ১২ পইচাকৈ ২৪ পইচা দিলেই হয়। ২৫ পইচাত এক পইচা বাচিলে ১ টকাত কিমান বাচিব জান? ৪ পইচা। তাৰ লগত আৰু ২ পইচা যোগ দিলে এক অনা হৈ যাব। চৰকাৰে যে কৈছে এই ক্ষুদ্ৰ—কি—?

পুৰন্দৰ : সঞ্চয়।

কেশৱ : এই, সঞ্চয় মানে কি অ'।

ৰহিদ : কি জানি কি? সেইবোৰ ইংৰাজী কথাৰ অৰ্থ কেনেকৈ জানিম?

কেশৱ : সঞ্চয়, মানে চৰকাৰে কৈছে যে কম খৰচ কৰিব লাগে।

ভাৰত : বাৰু, মানে যেই হওক পুৰন্দৰ তই যা, ১২ পইচাৰ খুব ভাল মিঠাই লৈ আহ। চাহ ঠাণ্ডা হৈ গৈছে। (পইচা দিয়ে)

পুৰন্দৰ : (পইচা হিচাপ কৰি) কি মিঠাই আনিম?

কেশৱ : দুটা হ'লদল লৈ আহ।

পুৰন্দৰ : হ'লদল? এইটোনো কেনেকুৱা মিঠাই?

কেশৱ : বেদিং বুজিছ। বিছনা, ঢাৰি পাটি, সেই যে পানী-কাপোৰৰ মোনোটোত তিনি মেৰকৈ বান্ধে তাকে কয় হ'লদল। তাৰ নিচিনাকৈ মাজত যে লং এটা গজাল মাৰি যে হালধীয়া মিঠাই এটা যে বনায়—

পুৰন্দৰ : অ' লবঙ্গ?

ভাৰত : হেৰ' বঙ্গ হওক, লবঙ্গ হওক বেগতে আনগৈ যা। কিন্তু অলপ ডাঙৰ চাই আনিবি (পুৰন্দৰ যায়)

ৰহিদ : চৰকাৰে কওক নকওক মই কিন্তু কম খৰচ নকৰিলে আৰু নচলে।

কেশৱ : সেই কাৰণে হ'বলা ডাঢ়ি খুৰাবলৈ বাদ দিলি?

ৰহিদ : ডাঢ়িৰ কথাটো মানে অন্য কথা, পিছে— পিছে ...

ভাৰত : হেৰ' ৰহিদ ডাঢ়ি গজিলেই যে জ্ঞান হয় বুলি কয় তই সেই কথাষাৰৰ ইজ্জত নাইকিয়া কৰিলি দেই। যদি দিনে এবাৰকৈ তই ডাঢ়ি খুৰাব এখন 7 o' clock ব্লেডে কমেও চাৰিদিন যাব। কিন্তু এইদৰে ডাঢ়ি ৰাখি যদি সাত দিনৰ মূৰতো এবাৰ খুৰাব, তোক এবাৰ খুৰাবলৈকে দুখন ব্লেড লাগিব। তোৰতো এইবোৰ ডাঢ়ি নহয়, খাগৰিহে। হিচাপৰ কথা বুজিছ। সাত দিনত এক পইচা বচোৱাতকৈ দিনে খুৰুৱাই ভাল।

কেশৱ : মই কিন্তু খৰচ অন্য ৰকমেহে কমাইছো।

ৰহিদ : কেনেকৈ অ'?

কেশৱ : এটা হাৱাই চাৰ্ট চিলাম, তাত কলাৰো নাথাকে, হাতো নাথাকে। থাকিব ঠিক কঁকালৰ ওপৰত—

ৰহিদ : তাৰ পৰানো খৰচ কিমান কমিব?

কেশৱ : কাপোৰ লাগিব কম, ধুবলৈ চাবোনো লাগিব কম; আৰু ফাটিলেও কম কাপোৰ যাব। (এনেতে এখন বেডিং আৰু এটা টিনৰ চুটকেচ লৈ গকুল সোমাই আহে)

ৰহিদ : এই গকুল, তই আহি গ'লি? থ, থ চুটকেচ-হ'লদল মেজৰ ওপৰত থৈ দে। (কাগজ এখনেৰে মেৰিয়াই লবঙ্গ লৈ পুৰন্দৰ আহে)

পুৰন্দৰ : হোঁ ল—

কেশৱ : হ'লদলটো মোৰ ওচৰলৈ লৈ আহ। (গকুলে মেজৰ পৰা হ'লদলটো কেশৱৰ ওচৰলৈ আনে।) ধেৎ, এইটো নহয়, পুৰন্দৰে অনাটো।

ৰহিদ : তই আজি ক'ৰ পৰা আহিলি গকুল?

গকুল : খপকৰে ক'ব নোৱাৰো। বহুত ঘূৰি-পকি আহিছো। ভৰিৰে, ৰেলেৰে, বাছেৰে, ৰিক্সাৰে আহিয়ে আছো।

ভাৰত : পিছে আহিয়ে আছ যদি বাটতে খপকৰে বৈ গ'লি কিয়? ইয়াততো কাম খালি নাই।

গকুল : মোৰ পেট একদম খালি ভাৰত। কিবা এটা যদি নুখুৱাব—

ভাৰত : এইটো হোটেল নহয়। আমাৰ মেচ জানতো? তদুপৰি এইটোৱেই বৰ্তমান আমাৰ ইউনিয়নৰ অফিছ, আমি সকলোৰে থকা ঘৰ, আৰু চৰ। আৰু আমি আজি আমাৰ এনুৱেল মিটিঙৰ বিষয়ে আলোচনা কৰিবলৈ বহিছো।

কেশৱ : হোঁ, আগে এইটোকে খাই ল। মোতকৈ যদি তোৰ ভোক বেছি লাগিছে; তেন্তে তই খোৱাটোহে নিয়ম।
(গকুলে চাহ আৰু মিঠাই খোৱাত লাগিল)। পুৰন্দৰ —

পুৰন্দৰ : মই নোৱাৰিম দেই। হয়, হোটেলখন ইয়ালৈ আনি ল', নহয়, তহঁতৰ কোনোবা এটা যা। মই কিমান যাম?

ভাৰত : হেৰ' বিজিতে নকয়নে এইটো গতিৰ যুগ। ইয়াত যেয়ে দৌৰিব সেয়ে ৰ'ব। যেয়ে বৈ যাব, সেয়ে শেষ হৈ যাব।

কেশৱ : আৰু চাৰি অনাৰ চাহ-মিঠাই যদি আন, আকৌ এক পইচা বচাব পাৰিবি। মানে ক্ষুদ্ৰ সঞ্চয়।

ৰহিদ : চাৰি অনাৰ চাহ-মিঠাই নানিলে দেখোন দেখাদেখি পঁচিশ পইচা বচাব পাৰিবি।

পুৰন্দৰ : ৰহিদে ঠিক কৈছে, ধৰ তোৰ জোতা যোৰে দিন নাযায়, সদায় পিন্ধি ফুৰিলে কেনেকৈ টিকিব? যদি জোতা যোৰে দিন যাব লাগে, কি কৰিবি?

ভাৰত : নিপিন্ধিলেই হ'ল।

ৰহিদ : নিপিন্ধিলে জোতা কেলেই? জোতাই দিন যাব লাগিলে মটৰ বা ঘোঁৰা ল'ব লাগে, বুজিছ—

ভাৰত : মটৰ ...?

ৰহিদ : ওঁ, তেতিয়া সদায় জোতা পিন্ধি মটৰত উঠি ফুৰিলে জোতাই বহুত দিন যাব।

কেশৱ : হেৰ' এযোৰ জোতাৰ দামেৰে কেইখন মটৰ পায়?

গকুল : মহযুবক দেখা নাই দেখোন।

ভাৰত : সি আজি কেইবা দিনো অহা নাই। সিহঁতৰ মিলৰ গণ্ডগোলৰ কথা শুনা নাই জানো?

গকুল : মই জানো ইয়াত আছিলো? কোনোবা মৰিছে নেকি?
কেশৱ : এইবাৰ দুই-এটা মৰিব পাৰে।
গকুল : কি হৈছিলনো?
কেশৱ : কেইদিনমান ষ্ট্ৰাইক চলিছিল। তাৰ পাছত কিহৰ কাৰণে জানো কেনেকৈ মাৰপিত লাগিছিল। আশাৰামৰ গুদামৰ মেনেজাৰ যে দীপচাঁদ, তাৰ মূৰ ফাটিছে বোলে। আৰু দুটামান ঘাইল হৈ হাস্পতালত পৰি আছে বোলে।
ৰহিদ : মাৰপিতত ফাটিল নেকি মূৰ?
ভাৰত : হেৰ' ৰহিদ, দুনিয়াত এনেয়ে ফটা বস্তু বৰ বেছি নাই। পকা চিৰাল এনেয়ে ফাটে। তোৰ মোৰ লংপেন্ট, চোলা এনেয়ে ফাটে। গকুলৰ জোতা এনেয়ে ফাটে। বাকী চব ফাটে মাৰ পৰিলে। এই ধৰ, আশাৰামহঁতৰ মূৰবোৰ—
পুৰন্দৰ : জাৰকালি মোৰ ভৰিবোৰে এনেয়ে ফাটে অ'।
গকুল : চাওঁ কেশৱ, তই অলপ উঠচোন, মই অলপ দীঘল দিওঁ।
কেশৱ : (গকুলক) চাকৰিৰ কি হ'ল? নেপালি নেকি? কিবা বোলে ইন্টাৰভিউ লৈছিলি?
গকুল : ইন্টাৰভিউ, আউটাৰভিউ চব লৈছিল। এটা প্ৰাইভেট চাবোন কাৰখানাৰ sales agentৰ কামৰ কাৰণে মাতিছিল—
ৰহিদ : কি সুধিছিল?
গকুল : আমাৰ চাবোন যদি মানুহে বেয়া বুলি কয় তুমি কি কৰিবা?
ৰহিদ : তই পিছে কি ক'লি?
গকুল : মই আমাৰ চাবোন ভালকৈ বনাবলৈ কম বুলি ক'লো।
কেশৱ : পিছে?
গকুল : ক'লে— তুমি নোৱাৰিবা। আমাৰ চাবোন বেয়া বুলি ক'লে ক'ব লাগিব— চাবোন ঠিক আছে, আজিকালি কাপোৰবোৰ চব বেয়া হ'ল। মিলবোৰ ঠগ হ'ল। এনেকুৱা কাপোৰ বনাইছে যে চাবোনেৰে ধুলেও চাফা নহয়। আৰু যদি কাপোৰৰ ভাল-বেয়া জানিব খোজে আমাৰ চাবোনেৰে ধুই চাওক।
পুৰন্দৰ : ঠিকেইতো এবাৰ ৰহিদৰ ডাঢ়ি খুৰাওতে কাটিছিল, নাপিতৰ খুৰত চোক নাই বুলি ক'লত সি ক'লে বোলে খুৰ ঠিকেই আছে। ৰহিদৰহে গালত কিবা ওখ চাপৰ আছে।
ভাৰত : তাৰ মানে তই কামটো নাপালি?
গকুল : কাম পোৱা হ'লে ইয়ালৈ নো ঘূৰি আহিলোহেঁতেন কিয়?

কেশৱ : ভাল কৰিলি ঘূৰি আহিলি গকুল। পপীয়া তৰাহে এবাৰ গ'লে ঘূৰি নাহে। তইতো পপীৰা তৰা নহয়।

ভাৰত : ও, আমি সকলোৱেই স্পুটনিক—

পুৰন্দৰ : সৌটো মকবুল আহিছে হ'বলা?

ভাৰত : সি আহিলে গান গাবলৈ ধৰিবি। তাৰ গান মোৰ বৰ ভাল লাগে।

কেশৱ : গালেহে হৈছে। ৰহিদ তয়ো গাব নহয়?

ৰহিদ : লোকৰ পৰা শিকি শিকিহে গোৱা।

কেশৱ : মকবুল আহিলে তাক গাবলৈ কম। তয়ো গাবি। আমাৰ এনুৱেল মিটিঙত যিটো গান গাব লাগে, সেইটোকে গাবলৈ কম। (মকবুল আহে, মকবুলৰ পিন্ধনত এটা লেতেৰা পেণ্ট আৰু এটা লেতেৰা কামিজ) এইকেইদিন তই নাই অহা কাৰণে তই মৰিলি বুলিয়েই ধৰি লৈছিলো। যা হওক বাচি যে আছ সেয়ে হ'ব।

মকবুল : মৰিলেও ভাল আছিল বুজিছ, এইকেইদিন কিযে বিপদবোৰ গ'ল।

ভাৰত : তাৰ মানে তই জীয়াই আছ?

মকবুল : ধেমালি কৰিবলৈ তইঁতৰ লাজ লগা নাই।

কেশৱ : আমাৰ ভোক লাগে, পিয়াহ লাগে, ভয় লাগে, বেজাৰ লাগে। নালাগে কেৱল লাজ। বাৰু হ'ব, তই যে জীয়াই আছ, তাৰ বাবে আজি খুব ফাইন গান এটা গাব লাগিব।

মকবুল : আজি গানচানৰ কথা নুলিয়াবি। এইকেইদিন নাই অহা বাবেই আহিলো। যামেই।

পুৰন্দৰ : মিলতনো কি হৈছিল মকবুল?

মকবুল : কি হ'ব আৰু— আজিকালিৰ মানুহবোৰ একদম কুকুৰ হৈ গৈছে অ', একদম কুকুৰ হৈ গৈছে—

ভাৰত : অলপ সৰুকৈ ক মকবুল। শুনিলে কুকুৰবোৰে বেয়া পাব।

মকবুল : (গকুলক দেখি) অ' গকুল। তোৰ চাগৈ এইবাৰো নহ'ল?

গকুল : নহ'ব যেনহে লাগিছে আৰু। চালা আৰু কাম-চাম নিবিচাৰো। কিছুদিন বহি থাকিম, তাৰ পিছত হয় ডকাইতৰ দলত সোমাম, নহ'লে চুইচাইদ কৰিম।

কেশৱ : বিচাৰি যোৱা কামটো নাপালে আগে-পিছেনো তই কি ক'ৰ অ' গকুল?

ৰহিদ : আগে-পিছেও সি প্ৰায়ে চুইচাইদেই কৰে, নহয় জানো?

ভাৰত : চুইচাইদ কৰ আপত্তি নাই। কিন্তু এটা কথা, তই আজিও যুগৰ মানুহ। চুইচাইদ কৰিলেও ডিঙিত ৰচি বান্ধি নকৰিবি, অলপ নতুন ধৰণে চুইচাইদ কৰিবি।

কেশৱ ঃ ভাৰতে ঠিকেই কৈছে। আমি জীয়াই থাকোতেতো নাম কৰিবলৈ কোনো সুবিধাই নাপাওঁ, সেই কাৰণে অলপ নতুন ধৰণেৰে মৰি নাম এটা কৰি যোৱা বেয়া নহয়। ডিঙিত পঘা বান্ধি বা নৈত জাঁপ দি মৰাত কোনো বাহাদুৰি নাই বুজিছ। তেনেকৈ আনকি বুৰ্বক এটাও মৰিব পাৰে। তই অন্য ৰকমে ব্যৱস্থা কৰিবি গকুল। লাগিলেময়ো যি পাৰো সহায় কৰি দিম।

(বিজিত আহে, মনত এটা ফূৰ্তিৰ ভাব)

ৰহিদ ঃ বিজিত। আজিকালি তোৰ ভিজিত বৰ দামী হৈ পৰিছে। এই ফালে নহাই হলি।

বিজিত ঃ আহিবই পৰা নাছিলো অ'। মকবুলে জানে।

পুৰন্দৰ ঃ তইঁত যি দৰেহে ঘূৰিছ যেন গোটেই দুনিয়াখনকে ওলট-পালট কৰি দিবি। একো কৰিব নোৱাৰ বুজিছ। দুনিয়াৰ চব কথা কুম-জেলুকৰ নিচিনা পিছল। ধৰিলেও ধৰি ৰাখিব নোৱাৰ।

কেশৱ ঃ আমাৰ ইউনিয়নখন হ'বগৈনে বিজিত?

বিজিত ঃ হ'ব মই অন্যান্যৰ লগতো আলোচনা কৰিছো। মেম্বাৰ সৰহ হ'লে ইউনিয়ন বলী হয়।

ৰহিদ ঃ পিছে বিজিত, শেষত তই গছত তুলি গুৰি নাকাটতো? ডাঙৰ মানুহৰ ল'ৰা, খুচি খেয়াল মতে কিবা এটা আজি কৰিলি, কাইলৈ কোনোবাই বেয়া বুলি ক'লে এৰি দিলে?

কেশৱ ঃ এৰা, আমি দুখীয়া মানুহ, কিবা কিবি কৰি এমুঠি খাইছো। ইউনিয়ন চিউনিয়ন কৰি পিছত বিপদত নপৰিলেই হয়।

বিজিত ঃ তইঁতে যদি এনেকৈ ভাব মই আৰু কোনো কামকে কৰিব নোৱাৰিম। লগ নালাগিলে তইঁতেই বা জীৱনত কি কৰিব পাৰিবি। অ' মিলৰ ঘটনাটোৰ কথা সকলোৱেই গম পাইছ নহয়।

ভাৰত ঃ শুনিছোহে আৰু একো ক'ব নোৱাৰো।

বিজিত ঃ সময়ত সকলো জনাম। দুটা ঘটনা একে লগ কৰি caseটো গোলমলীয়া কৰি পেলাবলৈ চেষ্টা কৰিছে। আমি সকলো সাৱধান আৰু একগোট হ'ব লাগিব।

ৰহিদ ঃ এই সুবিধাতে গকুলৰ কাম এটাৰ দিহা কৰিব নোৱাৰিনে?

বিজিত ঃ বেয়া অৱস্থাৰ সুযোগ লৈ নিজৰ স্বাৰ্থ সিদ্ধি কৰাটো দুৰ্বলতাৰ চিন। ক'ৰবাত কিবা আদায় কৰিলে আমি আমাৰ অধিকাৰ হিচাপেহে আদায় কৰিম। সুবিধাবাদী হিচাপে নহয়।

ভাৰত : ঠিক আছে গকুল, চব ঠিক হৈ যাব। বিচাৰিলেই পাই যোৱাত কোনো মজা নাই বুজিছ। গানটো তেন্তে গা মকবুল।

মকবুল : আন এদিন গাম বাৰু। এই অসমত মানুহে গান গায়নে?

কেশৱ : গান গোৱাৰ আকৌ কি সময় অসময় আছে অ'? গাবৰ মন গ'লেতো গাব লাগেই, গাবৰ মন নগ'লেও গাব লাগে, গান আৰু কাক কয়।

পুৰন্দৰ : আমাৰ ঘৰটো কোনোবাই পাগলা ফাটেক নুবুলিলেই হৈছে।

ভাৰত : আমাক সিমানখিনি সন্মান জনাবলৈ এই দুনিয়াত তেনেকুৱা চমজদাৰ আছে কেইজন ৱহিদ, তাৰ লগত তয়ো গাব লাগিব।

ৱহিদ : (ডিঙিটো দেখুৱাই) মোৰ গলাটো বৰ ভাল নহয় অ'।

কেশৱ : গলাৰ আমাৰ কোনো দৰকাৰ নাই। ডিঙিৰ নলডালেদি ভাত সোমালে আৰু মাত ওলালেই হ'ল, বচ।

ভাৰত : ধৰ আকৌ মকবুল। নোৱাৰাখিনি বাৰু আমিয়েই ধৰি দিম।

(গানৰ গুনগুণনি জোৰে)

— : পট পৰে : —

# তৃতীয় দৃশ্য

[ E. A. C. উৎপল চৌধুৰীৰ বাসস্থানৰ বৈঠকখানা। কোঠাটো সামান্যভাৱে সজোৱা। নিবাড়ম্বৰ যদিও পৰিচ্ছন্ন। এফালে এখন বেটৰ চোফা, চাৰি-পাঁচখনমান বেটৰ চকী, মাজতে এখন সৰু মেজ। কাষত এটা ৰেডিঅ'। আবেলি ৰ'দ আহি কোঠাৰ ভিতৰত সোমাইছে। পট উঠাৰ লগে লগে দেখা গ'ল মুখামুখিকৈ দুজন মানুহ বহি আছে। যেন কিবা এটা গোপন আলোচনাত ব্যস্ত। দুয়োটাই চিগাৰেট হুপিছে আৰু কিবা ভাবিছে। মানুহ দুজনৰ এজন চক্ৰৱৰ্তী, আনজন দাস। অলপ সময় দুয়ো নীৰৱে বহি থাকে। এনেতে ভিতৰৰ পৰা গৌতম সোমাই আহে।]

দাস : আহা, আহা গৌতম।

গৌতম : তোমালোক অহা ভালেমান পৰ হ'ল নেকি?
(গৌতম আহি বহে আৰু চিগাৰেট জ্বলায়।)

চক্ৰৱৰ্তী : বিজিতটো দেখোন এতিয়াও আহি নেপালেহি।

দাস : আহিব, বিজিতৰ কাৰণে চিন্তা নাই। কিন্তু চক্ৰৱৰ্তী, বিজিতে বাৰু একো সন্দেহ কৰা নাইনে?

চক্ৰৱৰ্তী : কিহৰ সন্দেহ কৰিবহে? বিজিতক জানো এতিয়াও চিনা নাই। তাক একো নালাগে। লাগে মাত্ৰ লিডাৰশ্বিপটো। তাৰ পৰা কাম আদায় কৰিব লাগিলে তাক লিডাৰ বনাই দিবা, বচ।

গৌতম : আজি কিন্তু উৎপল আহি পোৱাৰ কথা। আজি নাহিলেও কাইলৈ জৰুৰ পাবহি। সি আহিলে আমাৰ আড্ডাটো যাব।

দাস : এটা কথা নহয়। আশাৰামৰ মিলৰ গণ্ডগোলটো বিজিতৰ দেউতাক প্ৰতাপ ফুকনে এনকোৱাৰি কৰিব নেকি কিজানি ...

গৌতম : সেই বিষয়ে ভাবিবলগীয়া নাই। যেয়ে কৰক, এনকোৱাৰিত বিজিতেই ধৰা পৰিব। কাৰণ তাক ঘটনাৰ ঠাইত বহুতেই দেখিছে। ফুকনে আৰু নিজৰ পুতেকক ক্ৰিমিনেল কেচত নিজে ধৰা পেলাই দিবনে?

দাস : Right কিন্তু এইটোৱেইটো chance, আশাৰামৰ পৰা এই সুযোগতে কিছু টকা নুলিয়ালে chanceটো যাব। আমি যে তাৰ যোগেদি চোৰাং কাৰবাৰ কৰি আছো, সেইটো প্ৰমাণ কৰিবৰ কাৰো বাপেকৰ দাঁত নাই। ধৰাতো সিয়েই পৰিব। বচাই দিম বুলি অলপ টকা নসৰকালে—

চক্ৰৱৰ্তী : সেইটো গৌতমকহে কৰিব পাৰিব। ভায়েক উৎপল E. A. C. ৰ হাতত যেতিয়া চাপ্লাইৰ চাৰ্জটো আছে, কেচটো তেওঁৰ হাতেই হ'ব।

গতিকে হাকিমক দিও বুলি কৈ কেইহাজাৰমান এতিয়াই উলিয়াই ল'ব লাগিল।

গৌতম : সেইটো মই ক'লে ঠিক নহ'ব। হয়তো সি উৎপলক কৈও দিব পাৰে। উৎপলে জানিব পাৰিলেতো ইয়াত তাৰ ঘৰত বহি বহি ককায়েক বুলি ভাত মুঠি খাই থকাটোৰো মুদা মৰিব। কামটো তোমালোকৰ কোনোবা এজনেইহে কৰিব লাগিব। মোৰতো সেইটো কাৰবাৰ আছেই। তাতে মই কামত নহ'লেও, নামততো আশাৰামৰ এটা গুদামত মেনেজাৰ হৈ আছো।

চক্ৰৱৰ্তী : বুৰ্বক মানুহবোৰ পৃথিৱীত জীয়াই থাকেমানে আমাৰ মৰণ নাই। এই উৎপল E. A. C. আছে supply ৰ চাৰ্জত। সুবিধা পাইছে দুপইচা খাব পায়। তেওঁ আকৌ হ'ল ধৰ্ম যুধিষ্ঠিৰ। আৰু প্ৰতাপ ফুকন, বিজিতৰ দেউতাক। অন্য পুলিচ অফিছাৰ টকা খাই লাল। তেওঁ আক' হাঁহ-কণী এটাও ঘোচ নাখায়। ভাগ্যে জানিবা বিজিতৰ মাকৰ বুদ্ধিটো ফুকনতকৈ চোকা।

গৌতম : D. S. P. হ'ব লাগিছিল বিজয়া ফুকন। তেওঁ কিন্তু সাংঘাতিক মানুহ।

দাস : এই Case টোতে চাবা তেওঁ কমেও ৫ হেজাৰ টকা আশাৰামৰ পৰা হাত কৰিব, ফুকনে গমেই নাপাব।

চক্ৰৱৰ্তী : কিন্তু ইটো কথা কি হ'ব গৌতম?

গৌতম : তাকেই ময়ো ভাবিছো। মানুহটো মৰিবলৈ হ'লে বিপদ হ'ব কিন্তু।

দাস : মানুহটো নমৰে। মূৰত মাৰ পৰিছে। তাতে দুৰ্বল মানুহ। কেইদিনমানতে ভাল হৈ যাব। নহ'লে ডাক্তৰক কিছু ভালকৈ খুৱাব লাগিব।

(এটা সৰু ল'ৰা সোমাই আহে। বয়স ১২/১৩ বছৰমান হ'ব। হাফপেণ্ট আৰু বনিয়ন পিন্ধা)

গৌতম : কি হ'ল অ' মুকুত?

মুকুত : ১৮ বস্তা বেদি হৈছে। ট্ৰাক পঠিয়াব লাগে।

গৌতম : কি চাইজ?

মুকুত : ৫ বস্তা মচুৰ চাইজ আৰু বাকীটো চাউল চাইজ।

গৌতম : বাৰু আৰু দুই বস্তা ভৰা গৈ। চাইজ ঠিক কৰিবি। ডাঙৰ নকৰিবি। আমাৰ গাড়ী দুই-এদিনতে যাব।

মুকুত : বাবু টকা দুটা লাগিছিল।

গৌতম : হো, ল', কাৰবাক কৈছিলি নেকি?

মুকুত : নাই বাবু, ক'লে মোৰ জেল হ'ব।

গৌতম ঃ মই থাকোতে একো নহয় যা (যায়) P. W. D.ৰ ঠিকা কৰাতকৈ ইয়াত লাভ বহুত বেছি। ইয়াত কোনো capital নালাগে আৰু কোনো খৰচো নাই। ৰাস্তাৰ কাষত শিল পৰি আছে। আনা, ভাঙা, বস্তাত ভৰোৱা আৰু দাইল-চাউলৰ লগত মিলাই দিয়া। তাৰো দুপইচা ওলাল আৰু মোৰো দুপইচা ওলাল, মহাজনৰো লাভ হ'ল।

চক্ৰৱৰ্তী ঃ (বাহিৰলৈ চাই) গৌতম, সেয়া দেউতাৰ নহয়নে?

গৌতম ঃ (চাই) এতিয়া ঘৰলৈ নাহে। ফুৰি ফুৰি বিজিতহঁতৰ ঘৰ ওলাবগৈ। আজিকালি তালৈ খুব যায়।

দাস ঃ পিছে ফুকনৰ জীয়েক পদ্মাক উৎপলে বিয়া কৰাব জানো? ভায়েৰো যায় নেকি কেতিয়াবা ফুকনৰ ঘৰলৈ?

গৌতম ঃ বিয়াখন হ'লে মই বেয়া নাপাও। আজি D. S. P. হৈ আছে, কাইলৈ S. P. হ'ব। আৰু এজন হাই পুলিচ অফিছাৰ হাতত থাকিলে আমাৰ কাৰবাৰ নিৰ্বিঘ্নে চলি থাকিব। উৎপলে যদি মোক খুৱাই থাকিবলৈ অসুবিধা পায় সুবিধা বুজি তেওঁৰ ওপৰতো লম্ভিব পৰা যাব।

চক্ৰৱৰ্তী ঃ কিন্তু দাস, সিদিনা আশাৰামৰ মিলৰ ঘটনাটো আচলতে কেনেকৈ কি হ'ল? মই কিন্তু ভালকৈ বুজিব নোৱাৰিলো।

গৌতম ঃ ঘটনা দুটা বেলেগ বেলেগ। কিন্তু একে সময়তে দুয়োটা ঘটনা কেনেকৈ ঘটিল জানো। মোৰতো মতলব আছিল ফুকননীৰ লগত মিল হৈ আমাৰ সুবিধা কৰা। তেওঁ কিন্তু সাংঘাতিক মানুহ। দেখাত আজলী যেন লাগিলেও সাংঘাতিক টেঙৰ।

চক্ৰৱৰ্তী ঃ কিন্তু তেওঁৰ সকলো টেঙৰালি টকাৰ কাৰণেহে। টকাৰ কাৰণে কিজানি তেওঁ নিজকো—

দাস ঃ সেইদৰে নাপায় ক'ব—

গৌতম ঃ (হাঁহিলে) তোমালোকে একো নাজানা বুলি ভাবিছিলো। কিন্তু তেওঁ ইমান সহজে বেচা যোৱা বিধৰ নহয়— আৰু বয়সো হৈছেতো — ।

দাস ঃ (বাহিৰলৈ চাই) সৌৱা বিজিত আহিছে।

গৌতম ঃ কথা-বতৰা অলপ সাৱধানেৰে দেই। (ডাঙৰকৈ) আশাৰাম যে আমাতকৈও টেঙৰ আমি এতিয়াহে— (বিজিত আহে)

দাস ঃ বিজিত, আঁহা আমি তোমাৰ কাৰণেই বহি আছো। সোনকালে কিবা এটা কৰিলেহে হ'ব?

চক্ৰৱৰ্তী ঃ তুমি কি ঠিক কৰিলা পিছে? Municipalityৰ memberৰ কাৰণে উঠিবা নহয়?

বিজিত : (বহি) সেইবোৰ পিছত হ'ব, এতিয়া caseটো কি কৰা যায় পিছে?

গৌতম : সেইবোৰৰ কাৰণে তুমি নিশ্চিন্ত থাকা বিজিত। উৎপলক মই সকলো বুজাই দিছো। তুমিতো জানা যে এইবোৰ বিষয়ত উৎপল বৰ কাৰা। আশাৰাম যে এই অঞ্চলৰ ডাঙৰ smuggler আৰু black marketeer সেইটো ৰাইজ, চৰকাৰ, পুলিচ C. I. D. সকলোৱে জানে।

দাস : তুমি নথকা হ'লে কিন্তু আমি একো কৰিব নোৱাৰিলোহেঁতেন। মিলৰ বনুৱাবোৰক তুমি যি দৰে অৰ্গেনাইজ কৰিলা, আমি হোৱা হ'লে কেতিয়াও নোৱাৰো। ...

চক্ৰৱৰ্তী : আৰু দীপচাঁদৰ মূৰত মাৰটো তুমিয়ে নমৰা হ'লে অন্য কোনে সাহ কৰিলেহেঁতেন—

বিজিত : সঁচাকৈয়ে মই মৰা মাৰটো জানো দীপচাঁদৰ মূৰত লাগিছিল?

গৌতম : যোৱাহে ইমান নজনা ভাও ধৰি দেখুৱাব নালাগে। ৰাইজৰ কাৰণে এটা বীৰত্বৰ কাম কৰিলা, তাৰ বাবে আমি তোমাক ধন্যবাদহে দিছো। হিংসা কৰা নাই।

বিজিত : সঁচাকৈয়ে মই কাকো মৰা নাই যেন—

গৌতম : তুমি যেনেকৈ কথা কৈছা যেন, তুমি কিবা মোকৰ্দমাৰ আচামীহে। ভয় নাই দিয়া। কাৰোবাৰ জান মাৰি দিলেও তোমাৰ চিন্তা কৰিবলগীয়া একো নাই। দেউতাৰ D. S. P. আছেই। আৰু তোমাৰ ভনীজোঁৱাই উৎপল চৌধুৰী আছেই। তোমাৰ কিহৰ ভয়।

চক্ৰৱৰ্তী : বিজিতে জীৱনত কোনোদিনে ভয় কৰা নাই।

দাস : আৰু এতিয়ানো কিহৰ ভয় কৰিবহে? অ' সেই বুঢ়াটো কেনেকুৱা আছে?

বিজিত : বাচিব। বৰ বেছিকৈ আঘাত লগা নাই। দীপচাঁদৰ এতিয়া কেনেকুৱা?

দাস : হয়তো বাচিব, কিন্তু আৰু চোৰাং বেপাৰৰ মহাজনী কৰিব নোৱাৰে। caseটো তালুকদাৰে তদন্ত কৰিছে নহয়। শেষত দেউতাৰাৰ হাতত পৰিবগৈ। তুমি দেউতাৰাক সকলো কথা বুজাই কৈছাতো? নহ'লে কোনোবাই চক্ৰান্ত কৰি আমাকে পেলাই দিব।

চক্ৰৱৰ্তী : কোনে পেলাবহে। বিজিত থাকোতে সেই ভয় কৰিবৰ দৰকাৰ নাই। আৰু পেলালেই জানিবা, আমিনো কি বেয়া কামটো কৰিলো। যি কৰিছো ৰাইজৰ কাৰণেহে কৰিছো। চোৰাং কাৰবাৰ কৰি, ভেজাল বস্তু বেচি ৰাইজখনক শুহি শুহি খাইছিল।

গৌতম : বেয়া কাম বুলিনো কোনে কৈছেহে। উদ্দেশ্য সৎ হ'লে কোনো কামতে পাপ নহয়। মই কৈছো দীপচাঁদ যদি মৰেও তাত আমাৰ পাপ নহয়। কমবোৰ মানুহ জানো সি তিলতিলকৈ মাৰিলে। মইতো সকলো জানো। নামতহে তাৰ চাকৰি কৰো, কামত ৰাইজৰ হৈ C. I. D.গিৰি।

বিজিত : মই অলপ যাওঁচোন।

দাস : যোৱাইনে? কোনফালেনো যাবা?

বিজিত : মই হাস্পতালত দীপচাঁদৰ খবৰ এটা কৰি আহো।

গৌতম : দীপচাঁদৰ খবৰ? তাৰ খবৰ কৰিবলৈ কি দৰকাৰ পৰিল আকৌ?

বিজিত : দৰকাৰ পৰিছে। মই তাৰ মুখৰ পৰা জানিব বিচাৰিছো তাৰ মূৰত কোনে মাৰটো মাৰিছিল বুলি সি ভাবে।

দাস : তাৰ দৰকাৰ আছে জানো?

বিজিত : আছে।

চক্ৰৱৰ্তী : বিজিত, আমি এটা কথা ভাবিছো। আমাৰ দুখীয়া ৰাইজক শুহি শুহি আশাৰাম লাখপতি হ'ল। এতিয়া সি আমাৰ হাতৰ মুঠিলৈ আহিছে এই চেগতে যদি তাৰ পৰা দুপইচা নোলোবা, মূৰ্খামি হ'ব। কিন্তু কামটো, তোমাৰ বাহিৰে আনে কৰিব নোৱাৰে।

বিজিত : মই?

দাস : ধৰাচোন তাৰ মিলটো এতিয়া বন্ধ আছে, কেতিয়া চলে ঠিক নাই। এতিয়া মিলত কাম কৰা মানুহখিনিয়ে খাব ক'ৰ পৰা? আৰু আমিয়ে লগাই মেলি সিহঁতৰ হতুৱাই গণ্ডগোল কৰোৱালো? এতিয়া সিহঁতৰ কাৰণে আমি চিন্তা নকৰিলে কোনে কৰিব?

চক্ৰৱৰ্তী : হেনেও আশাৰামাৰ মোকৰ্দমাত দহ-বাৰ হেজাৰ টকা খৰচ হ'বই, তাৰে যদি পাঁচ হেজাৰমান মিলৰ বনুৱাবিলাকৰ কাৰণে আমাৰ হাতত দিয়ে, সিও বাচিল, বনুৱাবিলাকো বাচিল। কিন্তু টকাটো তুমিহে উলিয়াব পাৰিবা।

বিজিত : (চিন্তা কৰি) কেনেকৈ?

চক্ৰৱৰ্তী : Caseটো কিজানি আছে দেউতাৰৰ হাতত, এতিয়া Town S. I. তালুকদাৰে লৈছে যদিও তেখেতৰ হাতত‌ে পৰিবগৈ।

গৌতম : তুমি একো কৰিব নালাগে বিজিত। আমাৰ লগত ওলাবা। আমি কেনেকৈ টকা উলিয়াব লাগে জানো। মাত্ৰ তুমি, আমি যি কওঁ তাতে মত দিবা।

দাস : আজিকালি ডাঙৰ ডাঙৰ case তো মানুহ বাচি যায়। দেউতাৰে আশাৰামক বচোৱাটো কোনো কথাই নহয়।

বিজিত : কিন্তু আমি আশাৰামক ধৰা পেলাবৰ কাৰণেহে এইবোৰ কৰিছো। তাক বচাবৰ চেষ্টা কৰিম কিয়?

গৌতম : কোনে কৈছে তাক বচাম বুলি? গ'লেতো সি যমপুৰি পাবগৈ, নহ'লে সি এইবাৰ জেল খাবই। বচোৱাৰ নাম কৈ তাৰ পৰা টকা লৈ আমি বনুৱাৰ মাজতে বিলাই দিম।

দাস : (বাহিৰলৈ চাই) সৌৱা বিজিতৰ 'মা' নহয়নে? বিজিত, তোমাৰ 'মা' আৰু গৌতমৰ দেউতাক, ছাৱো ইয়ালৈকে আহিছে বোধকৰো। চক্ৰৱৰ্তী আমি উঠো বলা।

গৌতম : বাৰু তোমালোক ব'লা, মই অলপ ৰৈছো। দেউতা আহি পালেই যাম।
(বিজিত, দাস আৰু চক্ৰৱৰ্তী ওলাই যায়। অলপ পাছত বিজিতৰ মাক আৰু প্ৰফেছাৰ সোমায়হি।)

গৌতম : পেহীদেউ, আহক বহকহি।

নিৰ্মল : গৌতম আছ? আপুনি অলপ বহক দেই। উৎপল আহি পোৱাহি নাই গৌতম?

গৌতম : আজি পাবহি জানো?

নিৰ্মল : কিয় নেপাবহি? telegram কৰিছে নহয়। অ' তই ক'বই নোৱাৰ? অ' তাৰ বাছ আহি পাবৰ সময় আছে। অকণমান বহকচোন দেই। গৌতম কথা পাত, মই অলপ আহিছো (যায়)

বিজয়া : তোমাক লগ পাম বুলি ভবাই নাছিলো গৌতম, ভালে আছা।

গৌতম : আছো একৰকম, আপোনাৰ ভাল?

বিজয়া : দেখিছাই নহয়। গা ভাল হ'লেও মন সিমান ভাল নাই। দেউতাৰে ভিতৰত কিমান পৰ কৰেবা?

গৌতম : এতিয়া নাহে। আহি থাকোতে চাগে কিবা কথা মনত পৰিল। তাকে এতিয়া বহি বহি লিখিবগৈ। এতিয়া মোৰ আৰু আপোনাৰ কথা মনত নাৰাখে।

বিজয়া : (হাঁহি) মোক অবিশ্বাস কৰিছা নেকি?

গৌতম : অবিশ্বাস কিয় কৰিম? কিন্তু মোকহে আনে অবিশ্বাস কৰিবলৈ আৰম্ভ কৰিছে।

বিজয়া : সেইটো মই বুজিব পাৰিছো। কিন্তু সকলো সুযোগ-সুবিধা নহ'লে তেনেকুৱা এটা কাম জধেমধে কৰিব নোৱাৰি নহয়। তাতে বিজিত

ঘৰতে আছে। বিজিতকতো তুমি ভাল ধৰণেই জানা। আৰু অজিতো আছে।

গৌতম : বিজিতে বাধা দিব নেকি?

বিজয়া : নিদিব বুলি কেনেকৈ ক'বা? তাতে জীৱাক সি বৰ মৰম কৰে। বাৰু চিন্তা নকৰিবা। মই যি কামতে হাত দিও তাত সফল নহৈ নেৰো।

গৌতম : মই সেইতো জানো। কিন্তু ছোৱালীজনীয়ে গম পালে যদি বিপদ ঘটায়?

বিজয়া : ছোৱালীজনীলৈ ইমান ভয়নে? তাই একো কৰিব নোৱাৰে। হাজাৰ হওক, তুমি লোৱা চাকৰণী ছোৱালী তাই কি কৰিব?

গৌতম : বিজিতৰ দেউতাকে যদি গম পায়?

বিজয়া : জীৱা ক'ৰবালৈ পলাই গ'ল বুলি উলিয়াই দিলেই কথাৰ ওৰ পৰিব। পিছে এটা কথা নহয় গৌতম।

গৌতম : জানো!

বিজয়া : তুমি কিজানি ভাবিছা টকাৰ কাৰণেহে মই এই কাম কৰিবলৈ ওলাইছো—

গৌতম : নাই, নাই নিজৰ ঘৰত তুলি-তালি ডাঙৰ কৰা ছোৱালীজনীকনো আপুনি টকা লৈ বেচিবনে? মই সেইটো ভাল ধৰণে বুজো।

বিজয়া : এৰা, তুমিও বুজিছাই। তাইক যি কোনো উপায়ে বিজিতৰ পৰা আঁতৰাবই লাগিব। তাইৰ ভাব-ভঙ্গী, চলন-ফুৰণত মই চকু দি আছো। তাই বিজিতক হাত কৰাৰ চেষ্টাত আছে। ভালে ভালে তাইক দূৰলৈ আঁতৰাই পঠিয়াবৰ প্ৰয়োজন; নহ'লে পিছত বিপদ ঘটিবলৈ কিমান পৰ? কৰুণটোৰো চকু তাইৰ ওপৰত।

গৌতম : সেই বাবে আপুনি অকণো চিন্তা নকৰিব। এবাৰ আপোনাৰ হাতৰ পৰা আহি মোৰ হাতত পৰিলে তাইনো ক'লৈ গ'ল পৃথিৱীৰ কাৰো জানিবৰ সাধ্য নাথাকিব।

বিজয়া : তাইক আকৌ—

গৌতম : মাৰি-কাটি নেপেলাও, চিন্তা নকৰিব। তাই থাকিব। কিন্তু ক'ত থাকিব কোনেও নাজানিব।

বিজয়া : এটা কথা কিন্তু। জানাই মোৰ টকাৰ কিমান দৰকাৰ পৰিছে। বিশেষকৈ এখন পতিতা উদ্ধাৰ অনুষ্ঠানৰ সভানেত্ৰী পাতিছে। তাত মই ৫ শ টকা দিম বুলি প্ৰতিশ্ৰুতি দিছো। আৰু নাৰী কল্যাণ সমিতিৰ সম্পাদিকা, তাতো আঢ়ৈশ টকা দিম বুলিছো। তদুপৰি ফ্লাদ ৰিলিফৰ কাৰণে কমেও দুশ টকা দিব লাগিব।

গৌতম : মই কেনে মানুহ আপুনি জানেই। আপুনি কোনো চিন্তা নকৰিব। ছোৱালী মোক লগা হ'লে মই আজিয়েই টকা আদায় কৰি দিলোহেঁতেন। কিন্তু—

নিৰ্মল : আত্মহত্যা কৰে, অথচ নমৰে। ভৰিত সোমোৱা এটা সৰু কাঁইটে আপোনাৰ গোটেই গা বিষাক্ত কৰি তুলিব পাৰে। পৰিয়ালৰ এটা বেয়া সন্তানে গোটেই পৰিয়ালটোক জলাকলা কৰিব পাৰে। আপুনি বুজা নাই, নহয়? উৎপলো মোৰ ল'ৰা, গৌতমো মোৰ ল'ৰা। গৌতম ডাঙৰ। পঢ়িব শুনিবলৈ দিলো, সি আলিবাটে আলিবাটে ঘূৰিলে। আৰ্জন উপাৰ্জন একো নাই। ভায়েকৰ ওপৰত লম্ভি খাই আছে। নিৰ্লজ্জ ক'ৰবাৰ! আত্মহত্যা কৰিলে মৰিব লাগে। মই তাকেহে জানো।

বিজয়া : গৌতমক কিন্তু মোৰ ভাল লাগে। আৰু উৎপলৰ বিয়া-বাৰু হোৱাই নাই যেতিয়া, তেওঁৰ টকা-পইচা নো কোনে খায়?

নিৰ্মল : এতিয়া খাইছে, কিন্তু উৎপলে বিয়া কৰালে সি কেনেকৈ চলিব? সিটো সদায়ে এনেকৈ থাকিব নোৱাৰে। সিওতো বিয়া নকৰাই নাথাকে।

বিজয়া : সময়ত সকলো ঠিক হৈ যাব। আমাৰ ঘৰখনলৈকে চাওকচোন। পদ্মানো কেইদিনৰ ছোৱালী, কিন্তু কি নিয়াৰিকৈ ঘৰখন চলাই আছে! মইতো ঘৰখনত আলহীহে। উৎপলে যদি পদ্মাৰ নিচিনা ছোৱালী এজনী বিয়া কৰায়, ঘৰখন দিহা লাগি পৰিব। গৌতম আৰু সদায় এনেকুৱা হৈয়ে থাকিবনে?

নিৰ্মল : চাহ দিবলৈ কৈছিলো। ইচোন—

বিজয়া : খামচোন দিয়ক চাহ। উৎপলো আহি পাবহিয়েই নহয় এতিয়া—

নিৰ্মল : সি বা কিমান সময়ত পায়হি—

বিজয়া : উৎপলক দেখাৰ দিনৰ পৰা কিন্তু মোৰ ল'ৰাটোলৈ এনে এটা মৰম সোমাল আপোনাক কি কম। পদ্মা অৱশ্যে উৎপলৰ যোগ্য বুলি মই নকওঁ। তাই সৰু ছোৱালী, পঢ়ি আছে। সময়ত ভাল ঠাইত পৰিলে তাই ভালকৈ চলিব পাৰিব যেন লাগে।

নিৰ্মল : নিশ্চয়।

বিজয়া : আপোনাৰ আগত লুকুৱাবলৈ একো নাই। ছোৱালীজনীৰ লগত যে কিবা দিব পাৰিম আশা নাই। তাইৰ বিয়াৰ কাৰণে বিশ হাজাৰ টকাৰ ইন্‌চিঅ'ৰ কৰা আছে। আৰু তাইৰ নামত বাপেকেও বেঙ্কত ১৫ হেজাৰ থৈছে। সেই ৩৫ হেজাৰেই যি। তাকেই দিব পাৰিলেও আমি বহুত বুলি ভাবিব পাৰিম।

(পদ্মা সোমাই আহিল)

নির্মল : পদ্মানে কি? আহা, আহা, বহা। ঠিক সময়তে আহিলা, আমি চাহ খাবলৈ লৈছোহে।

বিজয়া : তই আকৌ কিয় ওলালিহি?

পদ্মা : আজি সন্ধিয়ায়ে আমাৰ ভেৰাইটি শ্ব'খন আছে, পাহৰিলাই নেকি? মা—

বিজয়া : আজিয়েই জানো? এ', মই পাহৰি আছিলো। তোৰ জানো কিবা পার্ট আছে?

পদ্মা : মই আজি বাসৱ-দত্তা নৃত্য দিম—

নির্মল : বাসৱ-দত্তা। Good idea, অভিসাৰিকা বাসৱ-দত্তা। সন্ন্যাসী উপগুপ্ত। চাহ খোৱা—

পদ্মা : অ', সৌৱা তেখেত আহিছে। [উৎপল সোমাই আহিল]

বিজয়া : কোন? অ' উৎপল। উৎপল আহিলা?

উৎপল : হয় আহিলো।

নির্মল : দুপৰীয়া ভাত খাই আহিছ নহয়?

উৎপল : হয়, দেউতা। আপোনাৰ গা ভাল নহয়?

নির্মল : আছো আৰু কোনো ৰকমে—

উৎপল : আপোনালোক বহক বাৰু। মই হাত-মুখ ধোওঁ।

(ভিতৰলৈ যায়)

বিজয়া : ময়ো যাওঁ, ভেৰাইটি শ্ব'লৈ যাব লাগিব। ঘৰৰ পৰা ওলাই আহোঁগৈ। পদ্মা তই আছ নহয়?

পদ্মা : মই ঘৰৰ পৰা ওলাই আহিছো, বাহিৰে বাহিৰে stage লৈ যাম মা—

বিজয়া : তই তেন্তে বহ। উৎপল বোপা ভাগৰি-জুগৰি আহিছে। চাহ-তাহ এটোপা দে। মই আহো। (যায়)

পদ্মা : উৎপলদালৈ চাহ কৰিব লাগিব নহয়?

নির্মল : ল'ৰাটো আছে নহয়। তুমি বহা, চাহ খোৱা। অ' তোমালোকৰ ঘৰত থকা পেহীয়েৰাৰ পুতেকৰ নাম কি আছিল?

পদ্মা : অ' আপুনি কৰুণ ককাইদেউৰ কথা কৈছে। তেওঁৰ নাম কৰুণ।

নির্মল : পঢ়া-শুনাত ল'ৰাজন নিশ্চয় ভাল।

পদ্মা : বৰ চোকা—

নির্মল : এৰা, এৰা, ল'ৰাজনক মোৰ ভাল লাগে। কিবা কামো কৰে নহয়?

পদ্মা : দেউতাইঁতৰ অফিছতে কাম কৰে।

নির্মল : এৰা, আজিকালি আমাৰ দেশৰ বেছিভাগ ল'ৰাই কাম কৰি পঢ়িবলগীয়া হৈছে। অৱশ্যে একো বেয়া কথা নহয়।

[উৎপল সোমাই আহে ভিতৰৰ পৰা]

নিৰ্মল : চাহ খাঁহি উৎপল। চাহ উলিওৱাই আছে।

পদ্মা : আপুনি ফ্লাড ৰিলিফৰ কামত গৈছিল?

উৎপল : এৰা—

[এনেতে ফোন বাজি উঠে, উৎপল ফোনৰ কাষলৈ যায়]

উৎপল : [ফোনত] হেলো ... এইমাত্ৰ, বিশেষ নাই। অসুবিধা হৈছে। চৰকাৰী চাউল, দাইল, আটাবোৰ খাই মানুহৰ অসুখ হৈছে। — অকল শিলেই নহয়— এতিয়াই? — ভাল বাৰু। নহয়, নহয়, একো কষ্ট নহয়। ভাল বাৰু। [ফোন থয়]

নিৰ্মল : বানপানী কমিছেনে?

উৎপল : কমিছে দেউতা। কিন্তু এইবাৰ মানুহবোৰৰ বৰ ক্ষতি হ'ল। বহুতৰে ঘৰ-দুৱাৰ গৰু-ম'হ উটুৱাই নিলে। এতিয়া মানুহবোৰৰ খাবলৈ নাই। যিমান সোনকালে পাৰো খোৱা বস্তু পঠিয়াব লাগে।

পদ্মা : এখন চেৰিটি শ্ব' পাতিলে কিছু টকা উঠিব। আপুনি যদি ...

উৎপল : মোৰ যোৱা নহ'ব। মই এতিয়াই যাব লাগিব। খোৱা বস্তুৰ বিতৰণত নিজেই চকু নিদিলে বৰ বেমেজালি হয়। মই আহিছো দেউতা [পদ্মাক] মই আকৌ যাবলগীয়া হ'ল।

পদ্মা : [উঠি] আজিৰ ভেৰাইটি শ্ব'ত নাথাকে?

উৎপল : থাকিবলৈতো ইচ্ছা আছিল। কিন্তু কি কৰিবা? দেউতা মই যাওঁ—

নিৰ্মল : যা, য'ত মানুহৰ জীৱন-মৰণৰ প্ৰশ্ন তাত পলম কৰিব নাপায়।

উৎপল : [বয়টোক টকা দি] হো, খৰচ কৰিবি। দেউতাক কিবা লাগিলে আনি দিবি—

[উৎপল দুৱাৰমুখ পাওতে এটা মানুহ আহি চালাম দিয়ে) কি হ'ল?

মানুহ : হুজুৰ, মই আশাৰামৰ মিলৰ পৰা আহিছো।

উৎপল : কিয়? কি হ'ল?

মানুহটো : মিলটো এতিয়া বন্ধ ৰখা হৈছে। বনুৱাবিলাকে কাম কৰিবলৈ মান্তি হৈছে। এতিয়া মিলটো চলাবলৈ হুকুম দিলেই—

উৎপল : খোৱা বস্তুত ভেজাল কৰাৰ কাৰণে মিলৰ ওপৰত কে'চ আছে। সেই কে'চ শেষ নহয় মানে মিল বন্ধ থাকিব।

মানুহটো : [উচ্‌পিচ কৰি] হুজুৰ, মেনেজাৰে—

[মানুহটোৱে জেপলৈ হাত নিছিল]

উৎপল : [খঙেৰে] এইটো মোৰ ঘৰ। ইয়াত কোনো কথা নহয়। আছে, কাছাৰীত হ'ব। তাৰিখ মতে আহিবলৈ চমন পাব।

[উৎপল যায়, মানুহটো বৈ থাকে]

পদ্মা : ইমান খাটনি পৰিছে উৎপলদাৰ।

নিৰ্মল : খাটো বুলিলে ৰাইজৰ কাৰণে সকলোৱে খাটিব পাৰে।

পদ্মা : মই যাও বাৰু।

নিৰ্মল : যোৱাইনে কি? মাৰা জানো ইয়ালৈকে নাহিব? অলপমান বহা, মই এতিয়াই আহিছো।

[নিৰ্মল যায়, পদ্মাই এনেয়ে ইফাল-সিফাল কৰে। অলপ পাছত গৌতম সোমাই আহে]

গৌতম : মিছ ফুকন দেখোন। এনেকৈ অকলে অকলে বহি আছা কিয়? মনটো দেখোন মৰা?

পদ্মা : ছাৰ আছে। এইমাত্ৰ ভিতৰলৈ গৈছে। বহক—

গৌতম : উৎপল আকৌ গ'ল নেকি?

পদ্মা : চাহটোপাও ভালকৈ খোৱা নহ'ল। আহিয়ে গ'ল। আশাৰামৰ মিলৰ মানুহ এটা আহিছিল। তাকো দাবি দি পঠিয়াই দিলে।

গৌতম : আশাৰামৰ মিলৰ মানুহ? উৎপলক বিচাৰি আহিছিলনে? মোক?

পদ্মা : সৌৱা মানুহটো আকৌ আহিছে। আপোনাকে বিচাৰিছে হ'বলা।

গৌতম : বেয়া নোপোৱা যদি অকণমান ভিতৰলৈ যাবানে মিচ ফুকন, মানুহটোৱে মোকে বিচাৰি আহিছে। তাৰ লগত অলপ গোপনীয় কথা আছে।

পদ্মা : মা'ও ইয়ালৈ অহাৰ কথা আছে। আমি ভেৰাইটি ষ্ট'লৈ যাম নহয়।
[পদ্মা ভিতৰ সোমায়। মানুহটো আহে]

গৌতম : [গহীনাই] কি ক'লে হাকিমে? [সি মূৰ জোকাৰে]
[খঙেৰে] তোমাৰ মূৰত মগজ আছেনে নাই? দেউতা বহি আছে, সেই ছোৱালীজনী বহি আছে। সেই ছোৱালীজনী কাৰ ছোৱালী জানা? D. S. P. প্ৰতাপ ফুকনৰ। চাওঁ, মেনেজাৰে কি দিছিল?

মানুহটো : মোক হাকিমকহে দিবলৈ কৈছিল [এনভেলপ্ উলিয়ায়]

গৌতম : মই হাকিমৰ ককায়েক বুলি জানা বোধ কৰো। কিযে বুদ্ধি? দুজন মানুহ সাক্ষী ৰাখি হাকিমক টকা দিবলৈ আহিছে! তোমালোক নমৰি আৰু কোন মৰিব?

মানুহটো : মোক যেনেদৰে কৰিবলৈ কৈছে, মই তেনেদৰে কৰিছো—

গৌতম : বাৰু তুমি এতিয়া যোৱা। মেনেজাৰক ক'বা যে আশাৰামৰ মিলৰ ষ্ট'ৰৰ মেনেজাৰ— মোক চিনি নোপোৱা জানো? — অ' কোনোবা আহিছে, তুমি বেগেতে যোৱা। আ, D. S. P.ৰ পৰিবাৰ ফুকননী আহিছে, তুমি যোৱা।

[বিজয়া আহে]

বিজয়া : গৌতম, পদ্মা গ'ল নেকি?

গৌতম : নাই যোৱা, ভিতৰত দেউতাৰ লগত আছে। [মানুহটোক] তুমি এতিয়া যোৱা, অ' এখেতক চিনি পাইছানে? মিছ্চে ফুকন। আমাৰ প্ৰতাপ ফুকন D. S. P.ৰ পৰিবাৰ। বাৰু এতিয়া যোৱা। মই সকলো ঠিক কৰিম। (বিজয়াক) মিল বন্ধ আছে। তথাপি মই নাথাকিলে নচলে, ই আশাৰামৰ মিলৰ পৰা আহিছিল। (মানুহটো যায়)

বিজয়া : (হাঁহি) গৌতম তুমি মোক কি ভাবিছা ক'ব নোৱাৰো, কিন্তু মই হ'লে তোমাৰ ওপৰতে নিৰ্ভৰ কৰিছো।

গৌতম : সেইটোৰ কাৰণেনো মোক ক'ব লাগিছেনে? আপুনি—
(এনেতে পদ্মা সোমাই আহে)

বিজয়া : ভিতৰত সোমাইনো কি কৰি আছ? সময় হোৱা নাই জানো? ব'ল—

পদ্মা : মই আজি শ্ব'লৈ নাযাও মা। তুমিয়েই যোৱা—

বিজয়া : কি? তোৰ নাচ আছে, তই নগ'লে কেনেকৈ চলিব? গাটো বেয়া লাগিছে নেকি?

পদ্মা : নাই লগা। মই নাযাওঁ।

বিজয়া : কিয়? কি হ'ল?

গৌতম : যোৱা মিচ ফুকন। তুমি নগ'লে শ্ব'খনেই পণ্ড হ'ব। ময়ো যাম, ওলাওঁগৈ— [গৌতম ভিতৰলৈ যায়]

বিজয়া : কি হ'ল? কোনোবাই কিবা ক'লে নেকি?

পদ্মা : উৎপলদাই মোক নামাতিলেই। এবাৰ কথাও নুসুধিলে।

বিজয়া : সেইটোনো কি কথা। ভাগৰি-জুগৰি আহিছিল, আকৌ যাবলগীয়া হ'ল। কথা পাতিবলৈ নো আজৰি ক'ত আছিল?

[গৌতম সোমাই আহে]

গৌতম : ব'লা মিচ ফুকন। ব'লা, ব'লা stage পালে মন ভাল লাগি যাব। তোমাৰ dance আছে নহয়।

বিজয়া : ব'ল, ব'ল, আমাৰ দেৰিহে হৈছে (নিৰ্মল সোমাই আহে) এতিয়া আমি যাওঁহে।

নিৰ্মল : ভাল বাৰু। মাজে-সময়ে আহি থাকিব। মই কিমান অকলশৰ দেখিছেই নহয়।

পদ্মা : আপুনি কোৱা কিতাপটো নিবলৈ মই আকৌ আহিম।

নিৰ্মল : নিশ্চয় [সকলো যায়]।

— : পট পৰে : —

# চতুৰ্থ দৃশ্য

[প্ৰথম দৃশ্যৰ পুনৰাবৃত্তি। Back-ground music বাজে। পট উঠাৰ লগে লগে বাহিৰৰ পৰা গৌতম আৰু বিজয়া সোমাই আহে। বিজয়াই গৌতমক বহিবলৈ যতনাই দিয়ে]

বিজয়া ঃ বহা গৌতম। ঘৰখন যে কি কৰি থৈছে (চিএৰি) জীৰা, অৰ্জুন—

গৌতম ঃ হ'বচোন, বহক আপুনি।

বিজয়া ঃ তোমাৰ লগত দুআষাৰ কথা পাতিবলৈও অকমান সুযোগ নেপাও। দেখিছাই নহয়, আমাৰ ঘৰত মানুহৰ ভিৰ (অৰ্জুন সোমাই আহে) ঘৰখন তহঁতে কি কৰি থৈছ অৰ্জুন? মানুহবোৰ মৰিল নেকি? জীৰা ক'লৈ গ'ল—

অৰ্জুন ঃ কালিৰ পৰা জীৰাৰ জ্বৰ নহয়? মূৰৰ বিষত মূৰকে দাঙিব পৰা নাই।

বিজয়া ঃ মূৰকে দাঙিব পৰা নাই। এইবোৰ অলপ চিজিল লগাই ঠিক-ঠাক কৈ থ'ব নোৱাৰেনে, নে মই এতিয়া তাইৰ হাত-ভৰি পিটিকব লাগিব? যা, মই তাইক ইয়ালৈ মাতিছো বুলি কগৈ। আৰু চাহো লৈ আহিবলৈ কবি।

[অৰ্জুন যায়]

গৌতম ঃ জীৰাৰ এইদৰে মাজে মাজে জ্বৰ হৈ থাকে নেকি?

বিজয়া ঃ নাই, নাই। মোৰে যদি কেতিয়াবা মূৰ কামোৰণি এটা হয়, তাইৰ নহয়। বৰ healthy ছোৱালী। পিছে—

গৌতম ঃ এৰা দেখাত ছোৱালীজনী বৰ healthy যেনেই লাগে।

বিজয়া ঃ কালি তাইক অলপ ডাবি দিলো। তাইৰ যি বয়স, চলন-ফুৰণলৈ চকু ৰাখি অলপ কাৰা শাসন নকৰিলেতো নচলে। নহয় জানো?

গৌতম ঃ জীৰাক যে ডাবি দিবলগীয়া হ'ল?

বিজয়া ঃ মহনো ঘৰত কিমান সোমাই থাকো? ৰাজহুৱা কাম কৰি বাহিৰে বাহিৰে ঘূৰোতেই যায়। তাই দেখনিয়াৰ ছোৱালী, কৰুণটোও ঘৰতে থাকে। আমাৰ বিজিত আকৌ ছোৱালীৰ লগত হলিগলি কৰা বিধৰ ল'ৰা নহয়। পিছে কাৰ মন কেতিয়া ক'ত পিছল খায়, কেনেকৈ জানিবা, নহয় জানো?

গৌতম ঃ (হাঁহি) সঁচাকৈ কৈছো, জীৰাজনীলৈ কেতিয়াবা মোৰ নিজৰে লোভ লাগি যায়।

বিজয়া ঃ (সমানে হাঁহি) ডেকা মানুহৰ নো কালৈ লোভ নালাগে? সকলোৱে কয় এসময়ত ময়ো হেনো বৰ ধুনীয়া আছিলো। পিছে এতিয়া ৰাইজৰ কামত ঘূৰি—

গৌতম ঃ এতিয়াওতো আপুনি কম ধুনীয়া নহয়—

বিজয়া ঃ ছিঃ সেইবোৰ আৰু নুলিয়াবা। ল'ৰা-ছোৱালী ডেকা-গাভৰু হ'ল—

বিজয়া ঃ সেই বুলি আপোনাৰ ৰূপটোনো কোনে কাঢ়ি নিব?

বিজয়া ঃ নিজৰ দেহালৈ চাবলৈ বাৰু সময়নো ক'ত পাওঁ? পিছে এটা কথা গৌতম—

গৌতম ঃ কি?

বিজয়া ঃ কাৰবাৰী মানুহৰ কথাত মোৰ কোনো বিশ্বাস নাই। সকলো কাম ...

গৌতম ঃ একেবাৰে নগদা-নগদি হ'ব। আপুনিতো মোক বিশ্বাস কৰে?

বিজয়া ঃ তোমাক বাৰু কোনদিনা বিশ্বাস কৰা নাই? আৰু তুমিও বিশ্বাস কৰিব লাগিব। দেউতাকতে আছে যি আছেই এই হাতীহেন ঘৰখন কেনেকৈ চলাওঁ মইহে জানো। তোমাৰ আগতনো কি লুকুৱাম? তেখেতৰ দৰমহাৰ পইচাকেইটকাৰে ১৫ দিন খাবলৈকে নোজোৰে। ইপিনে ল'ৰা-ছোৱালীক পঢ়াব লাগে।

গৌতম ঃ সেইবোৰ মই ভালকৈ বুজো। আজিকালিৰ দিনত এটা ঘৰ চলোৱা কিমান টান কাম মই জানো।

বিজয়া ঃ অজিতক পঢ়াওতে ১৩/১৪ হেজাৰ টকা খৰচ। পইচা ওলায় ক'ৰ পৰা? দেউতাকক আজুৰিলেনো ক'ৰ পৰা ওলাব? কোনেও নজনাকৈ অজিতক পঢ়াবৰ কাৰণে ময়ে দেউতাৰ পৰা দহ হেজাৰ টকা আনিছিলো। লাগ বোলোতেই দিয়ে বুলিহে। পিছে দেউতাৰ টকা হ'ল বুলি জানো টকাখিনি ঘূৰাই নিদিয়া ভাল কথা হ'ব?

গৌতম ঃ পাৰিলে দিব লাগেতো—

বিজয়া ঃ তাকেইতো, দিঁও ক'ৰ পৰা। অজিতে কাম কৰিব কেতিয়া, ধন ঘটিব কেতিয়া, আৰু ধাৰ মাৰিব কেতিয়া?

গৌতম ঃ চিন্তা কৰি নাথাকিব।

বিজয়া ঃ পিছে এটা কথা। বিজিত, অজিত, কৰুণ আনকি দেউতাকেও তাইক মৰম কৰে।

গৌতম ঃ কিয় নকৰিব? ছোৱালীজনী দেখিলেই মৰম লগা। হয় জানো?

বিজয়া ঃ সেই দেখি সকলো কাম সাৱধানে কৰিব লাগিব। ক'ৰবাত কোনোবাই জানিব লাগিলে সকলো পণ্ড হ'ব। বিজিতলৈ যে মোৰ বৰ ভয়েই লাগে।

গৌতম ঃ মোৰ কিন্তু বিজিতক বৰ ভাল লাগে। এজন D. S. Pৰ ল'ৰা হৈ তেওঁ কিদৰে সাধাৰণ মানুহৰ কাৰণে খাটি ফুৰে—

বিজয়া ঃ ৰাইজৰ কাম কৰাৰ কাৰণে সি আকৌ মোকহে হাঁহে।

গৌতম ঃ বিজিত আপোনাৰ আদৰ্শতে উঠিছে। (চাহ লৈ জীৰা সোমাই আহে) এইয়া দেখোন জীৰা, জ্বৰ হৈছে বোলে?
(একো নেমাতি জীৰাই চাহ থয়)

বিজয়া ঃ তোৰ আক' কিহৰ জ্বৰ হয় অ'? ভাল দিবলৈ আৰু ঠাই নেপালি।

গৌতম ঃ (জীৰাক) মুখখন বৰ ৰঙা পৰিছে, চাওঁ জীৰা, ওচৰলৈ আহাচোন। জ্বৰ উঠিছে নেকি?

বিজয়া ঃ এক মিনিট বহাচোন, মই মিচেচ আহ্‌মদলৈ ফোন এটা কৰো। আজি সেৱা সংঘৰ মিটিঙলৈ যায়নে নাযায়। (বিজয়া যায়। জীৰালৈ কেৰাহিকৈ চায়)

গৌতম ঃ অৰ্জুনে দেখোন ক'লে তোমাৰ বোলে জ্বৰ? চাওঁ এইফালে আহাঁচোন।

জীৰা ঃ আপুনি চাহ খাওক। মোৰ গা ভালেই আছে।

গৌতম ঃ তোমাৰ মুখখন বৰ ৰঙা পৰিছে। দেখিলেই মৰম লাগি যায়।
(জীৰা সোমাই যায়, বিজয়া সোমাই আহে)

বিজয়া ঃ চাহ খোৱা, বৈ আছা কিয়?

গৌতম ঃ মই চাহ অলপ চেঁচাই খাও।

বিজয়া ঃ জীৰা— অ' তাই গ'ল নেকি?

গৌতম ঃ জীৰাই দেখোন মই মতা সত্ত্বেও নামাতিলে?

বিজয়া ঃ নমতাকৈ কেইদিন থাকিব? (অন্য সুৰত) সেইদিনা মিলৰ গণ্ডগোলটোত আচলতে বাৰু কি হৈছিল গৌতম?

গৌতম ঃ এইবোৰ সাধাৰণ কথা। আজিকালি মিলটো চলায়, মালিকে লাখে লাখে টকা লাভ কৰে। বনুৱাই দুপইচা বেছি বিচাৰিলে মালিকে নিদিও বুলিলে, ষ্ট্ৰাইক নহ'ব কিয়?

বিজয়া ঃ আৰু মাৰ-পিত যে হ'ল?

গৌতম ঃ হ'বতো। মই বনুৱা হোৱা হ'লে মেনেজাৰৰ জানকে শেষ কৰি দিলোহেঁতেন। আজিকালি চিধা আঙুলিৰে ঘিঁউ নাহে।

বিজয়া ঃ মেনেজাৰৰ লগত যে আৰু কোনোবা মানুহ জখম হৈছে বুলি কৈছে।

গৌতম ঃ সেইটো ক'ৰবাৰ বাহিৰা মানুহ। লেবাৰ নহয়। এনেয়ে গণ্ডগোলৰ মাজত সোমাই নিজৰ মূৰটো ফালিলেহি। বাৰু বাদ দিয়ক সেইবোৰ কথা; আপুনি তেনেহ'লে এইফালে ব্যৱস্থা কৰক, মই সিফালে কৰো—।

বিজয়া ঃ অকণো নাভাবিবা। পাৰ্টিলৈ কিন্তু আহিবা।

গৌতম ঃ জৰুৰ আহিম। সেইদিনা কিন্তু আপুনি দীপ ব্লু শাৰীখন পিন্ধিব লাগিব। You look so wonderful.
(অৰ্জুন সোমাই আহে)

অৰ্জুন ঃ আইদেউক ফোনত বিচাৰিছে।

বিজয়া ঃ গৈছো (ভিতৰলৈ যায়। জীৰা সোমাই আহে। বাহিৰৰ পৰা বিজিত সোমাই আহে)

গৌতম ঃ বিজিত—

বিজিত ঃ এৰা, ঘৰত আৰু কোন আছে জীৰা?

জীৰা ঃ আই এইমাত্ৰ ফোন কৰিবলৈ উঠি গৈছে।

গৌতম ঃ কোনফালে গৈছিলা?

বিজিত ঃ মটৰ ৱৰ্কচপৰ বনুৱাখিনিয়েও এখন ইউনিয়ন গঠন কৰিবলৈ লৈছে। (গৌতমক) তুমি আমাৰ ঘৰলৈ কেলেই আহিছিলা?

গৌতম ঃ পেহীদেৱে বিচাৰিছিল। অ' বাৰু, মই এতিয়া যাওঁ। তুমি কিন্তু আমাৰ তালৈ আহিবা, দিন, তাৰিখ মনত আছে নহয়?

বিজিত ঃ বিজিতে কোনো দিনে নাপাহৰে। (বিজিত ভিতৰলৈ গ'ল। গৌতমৰ প্ৰস্থান। বিজয়া সোমাই আহিল)

বিজয়া ঃ জানিছা, গৌতম? অ' গৌতম ক'লৈ গ'ল। গ'লেই নেকি?

জীৰা ঃ গ'ল।

বিজয়া ঃ গ'ল। এজন ভদ্ৰলোকৰ লগত কথা এবাৰ পাতিলে মহাৰাণীৰ মান যায়। ঘৰখনৰ মান-ইজ্জত ৰাখিব নাজান। এনেয়ে হ'লে অইনৰ লগত— (লগে লগে বিজয়া ওলাই যায়। অৰ্জুন সোমাই আহে।)

অৰ্জুন ঃ আইদেউ আৰু' গ'লেই হ'বলা। এৰা, ঘৰখনত থাকিলেনো ৰাইজৰ কাম কেনেকৈ কৰিব? তই আৰু' ইয়াতে থ'ব লাগিলি কিয়? গা ভাল লগা নাই যদি শুই থাকিব পাৰ। অ' ক'তা, অ' জ্বৰচৰ বৰ বেছি নাই দেখোন, চকুৰ নাকৰ পানী ওলাইছে। চৰ্দি লাগিব খুজিছে হ'বলা। যা শোগৈ। মই দেউতাৰ মিক্সাৰ আনোগৈ। (অৰ্জুন ওলাই যায়। বিজিত ভিতৰৰ পৰা. সোমাই আহে)

বিজিত ঃ সি গ'ল নেকি? মই তোক কৈছিলো গৌতম আহিলে তই নোলাবি, মনত আছে? তাৰ আগত তই কিয় ওলাইছিলি? তই মোৰ একো বস্তু নুচুবি। তই— তই—

জীৰা ঃ তুমি মোক টেঁটু চেপি মাৰি নেপেলোৱা কিয় ককাইদেউ? এনেকৈ আৰু মই জীয়াই থাকিব নোৱাৰো। গৌতমৰ আগত নোলালে আয়ে

থং কৰে, আৰু ওলালে তুমি থং কৰা। মই কি কৰিম? মোক তুমি মাৰি পেলোৱা।

বিজিত : মই মাৰি পেলালে তই মৰিব পাৰিবি? তোক যদি মই এনেকৈ টেটু চেপি মাৰি পেলাওঁ— জীৱা।

জীৱা : বিজিত ককাইদেউ (বিজিতে তাইৰ ডিঙিত চেপি ধৰিব খুজি)

বিজিত : তোক মই মাৰি নেপেলাও। তোক মই জীয়াই ৰাখিম জীৱা। তোক মই জীয়াই ৰাখিম। (সাবটি ধৰে)

— : পট পৰে : —

# পঞ্চম দৃশ্য

[প্ৰথম দৃশ্যৰ পুনৰাবৃত্তি, দুখনমান চকী-মেজ সজাই থোৱা আছে। অৰ্গেনটো আছে, কিন্তু পঢ়া মেজ আৰু কিতাপৰ আলমাৰি নাই। তাৰ ঠাইত আছে এখন চ'ফা। তিনিটা লাইট জ্বলাই কোঠা পোহৰ কৰি ৰখা হৈছে।]

[পট উঠাৰ লগে লগে আনন্দৰ আবহ সঙ্গীত বাজি উঠিল। দেখা গ'ল পৰিষ্কাৰ কাপোৰ-কানি পিন্ধি জীৰাই চকী-মেজবিলাক ঠিক কৰি আছে। ফুলদানীৰ ফুল গুচাইছে। মেজৰ কাপোৰ ঠিক কৰিছে, এনেতে হাতত কিতাপ লৈ কৰুণ ভিতৰৰ পৰা ওলাই আহ।]

জীৰা : আজি জানো তোমাৰ কলেজলৈ নগ'লে নহয় ককাইদেউ?

কৰুণ : মইনো থাকি কি কৰিম? বস্তু-বাহানি সকলো জোগাৰ কৰি দিছোৱেই। আৰু অজিত ককাইদেউ আছেই।

জীৰা : কোন কোন আহিবনো ককাইদেউ?

কৰুণ : মই ভালকৈ নাজানো।

জীৰা : নাচ-গান হ'ব নেকি?

কৰুণ : ক'ব নোৱাৰো, মোক বিৰাজক মাতিবলৈ কৈছিল। বোধকৰো গান-চান হ'ব। বিজিত দাৰ কোনোবা বন্ধু-বান্ধৱো আহিব নেকি জানো?

জীৰা : তুমি থকা হ'লে ভাল আছিল। মইনো অকলে কি কৰিম? পদ্মা বাইদেৱেতো সোধ-পোছ কৰোতেই যাব। অৰ্জুন আৰু মইনো কিমান কি কৰিম?

কৰুণ : মোৰ দুটা ক্লাছ আছে। সোনকালেই আহিম। তই বাৰু যি পাৰ কৰ; অৰ্জুনো আছে নহয়।

জীৰা : ঘৰখনত জনপ্ৰাণী এটা নাই। উকিল-হাকিমক ভাত খুৱাব। ময়ে অকলে পাৰোনে? তেওঁলোকৰ জানো আজি চিনেমা চাবলৈ নগ'লে নহয়?

কৰুণ : (হাঁহি) চিনেমাখন চাই নাহিলে যে ভোজ ভাত হজম কৰাই টান। তই নাজান নে?

জীৰা : এতিয়া মই সকলো ৰান্ধি থম। আইতাই আলহীৰ আগত কব এই আঞ্জাখন পদ্মাই ৰান্ধিছিল— খাওকচোন কেনে হৈছে— এই চ্‌শটো পদ্মাই বনাইছে। এই চালাদখনো পদ্মাই কৰিছে তেতিয়া চব পদ্মাই কৰা হ'ব।

কৰুণ ঃ দুনিয়া তেনেকৈ চলে। আমি কেৰাণীবোৰে draft কৰি, টাইপ কৰি, সকলো ঠিক কৰি দিওঁ। চহী কৰে হাকিমে। অ' মই যাওঁ।

জীৰা ঃ ককাইদেউ—

কৰুণ ঃ কি?

জীৰা ঃ সেইদিনা যেতিয়া আশাৰামৰ মিলত গণ্ডগোল হৈছিল, তাত হেনো বিজিত ককাইদেউও আছিল?

কৰুণ ঃ বাৰু তই চিন্তা কৰিব নালাগে। দেৰি হৈ গৈছে, মই যাওঁ। (কৰুণ গ'ল, জীৰাও যাব খোজে, এনেতে অৰ্জুন ভিতৰৰ পৰা ওলাই আহে।)

অৰ্জুন ঃ তই ইয়াত কি কৰি আছ জীৰা? মানুহ আহি পাবহিয়ে এতিয়া?

জীৰা ঃ আহক দিয়া, সকলো হৈয়ে আছে। সময়ত ঠাণ্ডা পানী টোপা বাকি দিলেই হ'ব।

অৰ্জুন ঃ আজি দেখোন বৰ গৰম হৈ আছ?

জীৰা ঃ দিনটো জুইশলাত সিজি সিজি গৰম নহৈ চেঁচা হৈ থাকিম নে? আলহী মাতিছে। আহি পাবহি। ইপিনে কোনোবা এজন আহিলে মাত এষাৰ দিবলৈ ঘৰত প্ৰাণী এটা নাই।

অৰ্জুন ঃ তাৰ কাৰণে তই চিন্তা কৰিছ কিয়? ডাঙৰ মানুহৰ কথাই সুকীয়া। আলহীয়ে-গৃহস্থই একেলগে চিনেমা চাবলৈ গৈছে। একেলগে আহি খাবহি। (অজিত বাহিৰৰ পৰা সোমাই আহে, এটা বেগত এবোজা কিতাপ) তইনো ক'লৈ গৈছিলি?

অজিত ঃ লাইব্ৰেৰীলৈ গৈছিলো। ঘৰত কোনো নাই নেকি অৰ্জুনকাই? বৰ নিমাওমাও যেন লাগিছে দেখোন।

জীৰা ঃ নাই, আইতাহঁত চিনেমা চাবলৈ গৈছে।

অজিত ঃ মা'ও যায়নে চিনেমা চাবলৈ?

জীৰা ঃ কিয়? তুমিয়ে আৰু দেউতাইহে নোচোৱা। আইতা, বাইদেউহঁতে সদায়ে চায়।

অজিত ঃ আৰু তই, জীৰা?

জীৰা ঃ মই চিনেমা চাবলৈ গ'লে ঘৰৰ কাম-বন কৰিব কোনে? কিবা খাবা নেকি ককাইদেউ?

অজিত ঃ এপিয়লা চাহ খাম পালে। অৰ্জুন কাই—

অৰ্জুন ঃ কি?

অজিত ঃ আমাৰ ঘৰখন সদায় এনেকৈয়ে চলে নেকি?

অৰ্জুন ঃ আৰুনো কেনেকৈ চলে? এনেকৈয়ে চলে। (জীৰা ভিতৰলৈ যায়)

অজিত : (বিৰক্তিৰে) ঘৰ এনেকৈয়ে নচলে। ইয়াক ঘৰ নোবোলে। চহৰৰ এটা সম্ভ্ৰান্ত পৰিয়ালে এনেকৈ চিনেমা চাই, ভেৰাইটি শ্ব' কৰি, থিয়েটাৰ কৰি, সভা-মিটিং কৰি বাহিৰে বাহিৰে ঘূৰি ফুৰিলে ঘৰে কি গঢ় ল'ব? মই— মই বৰ অসুবিধা পাইছো।

অৰ্জুন : তহঁত ডাঙৰ মানুহৰ কথা, আমি সেইবোৰ কি বুজো? তোৰ এইকেইদিন থাকিয়ে আমনি লাগিল, আমি এনেকৈয়ে বুঢ়া হ'লো। (বিৰাজ সোমাই আহিল)

বিৰাজ : মোক বাৰু চিনি পাইছানে, অজিত?

অজিত : তুমি বিৰাজ নোহোৱা জানো? বহা, বহা, কত দিন যে তোমাক দেখা নাই!

বিৰাজ : ঘৰত থাকিলেহে ঘনাই দেখিবা। আচ্ছা, ভালতো? তুমি অহাৰ খবৰ পাওঁ। কিন্তু আহিবহে পৰা নাছিলো। আজি তোমালোকৰ ঘৰলৈ নিমন্ত্ৰণ পাই আহিলো।

অজিত : (দুয়ো বহি) কি কৰিছা আজিকালি?

বিৰাজ : তুমি ফিল'চফাৰ মানুহ, কি ভাবা ক'ব নোৱাৰো, কাম একো নাই। বেনাৰছৰ পৰা মিউজিকৰ ডিগ্ৰী লৈ আহিলো। আজি দুবছৰ হ'ল। বাতৰি কাগজত নাম ওলাল। ছবিও ওলাল। তাৰ পাছৰ পৰা শ্ৰোতাৰ হাত চাপৰি খাই খাই গান গাই ফুৰিছো।

অজিত : ক'তো কাম কৰা নাই, নে বিচৰা নাই?

বিৰাজ : বিচাৰিছিলো। এজন মিনিষ্টাৰকো লগ ধৰিছিলো। তেওঁ এক্‌চাইজ চাব ইন্সপেক্টৰৰ কাম এটা দিম বুলি আশা দিছিল।

অজিত : এক্‌চাইজ চাব ইন্সপেক্টৰ। তুমি জানো বি. মিউজিক নহয়?

বিৰাজ : আমাৰ দেশত তেনেকুৱাই হয়। এতিয়া দুঘৰমানত ল'ৰা-ছোৱালীক সা-ৰে-গা-মা শিকাও। সঙ্গীত সন্মিলনত বিনা পইচাত গান গাওঁ।

অজিত : বিনা পইচাত কিয়?

বিৰাজ : তুমি দুনিয়াখনৰ কথা একো নাজানা দেখিছো। অন্য ঠাইৰ ওস্তাদৰ এযন্টাৰ এটা গানৰ মূল্য কমেও পাঁচ হেজাৰ টকা। আমাৰ ঘৰুৱা শিল্পীক কেতিয়াবা পাঁচ টকা দিয়ে। নহ'লে আন্তৰিক ধন্যবাদ দিয়ে।

অজিত : তোমালোকে গোৱা কিয়?

বিৰাজ : নেগাই কি কৰিম? ভগৱানে মাতটো দিছে, নেগালে জানো ভগৱানৰ দানক অৱমাননা কৰা নহ'ব? আপকাৰী দাৰোগাৰ কামটো ল'বলৈ নহ'ল আৰু।

অজিত ঃ আমাৰ গোটেই সমাজ-ব্যৱস্থাটোত কিবা সঙ্গতি নোহোৱা হোৱা নাইনে বিৰাজ? তোমাৰ নিয়মিত আৰ্জন নাথাকিলে তুমি কেনেকৈ সঙ্গীত চৰ্চা কৰি থাকিবা? কেনেকৈ গান গাবা?

বিৰাজ ঃ এতিয়ালৈকে গাত অকণ শক্তি আছে। তাৰ বলতে গাই আছো। মাজে মাজে পেটত আহাৰ নপৰিলে দুগিলাচমান ঠাণ্ডা পানী খাই লওঁ। কেতিয়াবা তাৰ লগত মুড়ি-চিৰা একোমুঠিও খাই থওঁ। দুসাজমান একেলগে পেটত নপৰিলেহে অলপ টান লাগে। বাৰু এইবোৰ কথা বাদ দিয়া। কোৱাচোন তোমাৰ খবৰ।

অজিত ঃ মই আচৰিত হৈছো বিৰাজ। ইমান কষ্টৰ মাজতো তুমি কেনেকৈ হাঁহি-মাতি গান গাই ফুৰিছা?

বিৰাজ ঃ জীৱনতকৈ জীৱনাদৰ্শ ডাঙৰ, অজিত। গানৰ এটা সুৰতকৈ এথাল সুস্বাদু খাদ্য নিশ্চয় ডাঙৰ নহয়। নহয় জানো?

[জীৱাই দুপিয়লা চাহ-পানী আনি টেবুলখনত থয়।]

অজিত ঃ আমাৰ ঘৰত আজি এসাজ খাবলৈ কৈ মই তোমাক অপমান নকৰো বিৰাজ। কিন্তু আমি তুমি আমাৰ ঘৰতেই খাই যাব লাগিব বিৰাজ।

বিৰাজ ঃ খাবৰ কাৰণেইতো মই আহিছো। আজি মোৰ ইয়াত নিমন্ত্ৰণ আছে। তুমি ক'ব নোৱাৰা জানো?

[অজিতে জীৱাৰ মুখলৈ চালে]

জীৱা ঃ অজিত ককাইদেৱে ক'ব নোৱাৰে। আজি পদ্মা বাইদেউক চাবলৈ মানুহ আহিব নহয়?

অজিত ঃ কি হ'ব?

জীৱা ঃ দেখিবাই নহয় কি হ'ব। ডিনাৰ পাৰ্টি আছে নহয়, আজি?

অজিত ঃ আমাৰ ঘৰত?

জীৱা ঃ আৰুনো ক'ত হ'ব? (জীৱা সোমাই গ'ল)

বিৰাজ ঃ তুমিও ভাল ফিলচ'ফাৰ হ'লা। ঘৰতে ডিনাৰ পাৰ্টি আছে, ভনীয়েৰক চাবলৈ মানুহ আহিব। আৰু তুমি একোকে নাজানা। আয়োজন তুমি দেখা নাই জানো?

অজিত ঃ বহুত কথাকে মই দেখো, কিন্তু বুজি নেপাওঁ।
(বিৰাজে হাঁহিলে। বাহিৰত কোনোবাই মাতে 'বিজিত আছে নেকি?') কোন?

দাস ঃ (দাস সোমাই আহি) মই অমৃত দাস।

অজিত ঃ আহক, আহক, বহক।

দাস ঃ বিজিত নাই নেকি?

অজিত : নাই বোধকৰো। অৰ্জুন?

দাস : নাই যদি মই যাওঁহি।

অজিত : কিয়? বহক, মাইঁত পাবহিয়েই এতিয়া। অলপ দেৰি হৈছে। বেয়া নাপাব।

দাস : মই বিজিতকহে বিচাৰিছিলো।

অজিত : কিয় আপোনাৰ নিমন্ত্ৰণ নাই জানো?

দাস : নিমন্ত্ৰণ? অ', অ', মই ঠিক, মই ঠিক—
(অৰ্জুন আহে)

অজিত : বিজিত নাই নেকি অৰ্জুন?

অৰ্জুন : বিজিত নাই। কিয়?

অজিত : এখেতে বিচাৰিছিল। এখেতক নিমন্ত্ৰণ কৰা নাই জানো?

দাই : মই আহিছো বাৰু (দাস গ'ল)

অৰ্জনি : তই যে কি হৈ আছ অজিত?

বিৰাজ : তোমালোকৰ ঘৰলৈ অহা সকলো মানুহৰেতো নিমন্ত্ৰণ নাথাকিও পাৰে অজিত।

অজিত : এৰা সেইটোও হয়। বিৰাজ, ব'লা ভিতৰলৈ। মোৰ কোঠালৈকে যাওঁ। তোমাক পাই বৰ ভাল লাগিছে। বহুত কথা পাতিব লাগিব, আহাঁ, (দুয়ো ¯সোমাই যায়)

অৰ্জুন : অজিতটোৱেনো কেতিয়া সংসাৰখন বুজি পাব?
(বাহিৰত কাৰোবাৰ মাত শুনা গ'ল। অৰ্জুন দুৱাৰমুখলৈ আগবাঢ়ি গ'ল। এটা মানুহে ভুমুকি মাৰিলে) — কাক লাগে?

মানুহটো : হাকিমনী আছে?

অৰ্জুন : কোন হাকিমনী?

মানুহটো : D. S. P. চাহাবৰ হাকিমনী, বিজিত বাবুৰ মাক।

অৰ্জুন : নাই। কেলেই?

মানুহটো : এখন চিঠি আছে। হাকিমনীক দিব লাগে।

অৰ্জুন : দি থৈ যোৱা। মই দি দিম।

[মানুহটোৱে এটা খামত এখন চিঠি আগবঢ়ায়]

মানুহটো : মই যাওঁ। বৰ জৰুৰী চিঠি। হাকিমনীক দিবা।

অৰ্জুন : ওঁ যোৱা। আৰু কিবা ক'বলৈ কৈছিল নেকি?

মানুহটো : অ' অন্য একো নাই, কৈছিল যে ঠিক সময়ত গাড়ী পঠিয়াই দিব।

অর্জুন ঃ বাৰু যোৱা (মানুহটো গ'ল। অর্জুনে চিঠিখন জেপত ভৰালে) আকৌ ক'ৰবাত কিবা কমিটি-চমিটি হ'ব পায়। আমাৰ হাকিমনীৰ আৰু মিটিং গোৱাহে।

[ভিতৰৰ পৰা জীৱা সোমাই আহে]

জীৱা ঃ অর্জুনকাই দেখোন ইয়াতে বৈ গ'লা, ভিতৰত কাম নাই নেকি?

অর্জুন ঃ মই অকল ৰান্ধনীয়েই নহয়। দাৰোৱান, চকীদাৰ সকলো; তই নাজান হ'বলা। ইটোৰ পিছত সিটো আহিয়েই আছে। দুৱাৰমুখ এৰিবই পৰা নাই, ব'ল গৈছো।

জীৱা ঃ ব'লা। এইয়া মেজৰ কাপোৰখন কোনে বেয়া কৰিলে। (অর্জুন ভিতৰলৈ সোমাই গ'ল। জীৱাই মেজৰ কাপোৰ ঠিক কৰাত লাগিল। কথা পাতি পাতি প্রফেছাৰ চৌধুৰী আৰু প্রতাপ ফুকনৰ প্ৰৱেশ। ফুকনে পুলিচৰ পোছাক পিন্ধিছে আৰু চৌধুৰীয়ে চুট পিন্ধিছে। টাই মাৰিছে। তেওঁৰ আধা-পকা চুলিখিনি ওলাই পৰিছে। তেওঁ বেচ প্রফুল্ল।)

প্রতাপ ঃ আহক, বহক। এইফালে বহক। (দুয়ো বহিল) কি যে জঞ্জাল। আপোনাক কি কম। সৰু ঘৰ, একেটা কোঠালিতে অফিছ, বৈঠকখানা, ড্রইং ৰুম সকলো কৰিবলগীয়া হৈছে। ঘৰটোত কোঠা মুঠেই পাঁচোটা। অর্জুন —

জীৱা ঃ কি দেউতা? (টুপি, ৰিভলভাৰ আদি লয়)

প্রতাপ ঃ অ' জীৱা আছে। যা চোন আগে দুগিলাচ চৰ্বত লৈ আহ। আইতাৰহঁত অহা নাই?

জীৱা ঃ নাই অহা (জীৱা গ'ল)

নির্মল ঃ মোৰ আপোনাৰ ঠিক বিপৰীত। এসময়ত ভাবিছিলো ঘৰটোৱেই আটাইতকৈ ডাঙৰ বস্তু। বেচ আহল-বহল ঘৰ সজোৱালো। কিন্তু এতিয়া ভাৰা দিছো। তাত থাকোতা নাই।

প্রতাপ ঃ মোৰ কথা আপুনি সকলো নাজানে কিজানি। আছিলো গাঁৱৰ দুখীয়া খেতিয়কৰ ল'ৰা। কেৱল মনৰ বলত পঢ়িম বুলি ওলাইছিলো। কিন্তু I. A. পাছ কৰা পর্যন্ত পঢ়ি থকাৰ দিহা কৰিব নোৱাৰিলো আৰু। পুলিচৰ কামত সোমালো। জানে চৌধুৰী, দাৰিদ্রই মানুহৰ জীৱনৰ গতি কোনফালে নিয়ে ক'ব নোৱাৰি।

নির্মল ঃ কেৱল দাৰিদ্ৰই নহয়। প্রাচুর্যয়ো মানুহৰ জীৱনৰ গতি অভাৱনীয়ভাৱে কৰবাৰ পৰা লৈ যাব পাৰে।

প্রতাপ ঃ গোটেই জীৱন পুলিচৰ কাম কৰিও নিজক পুলিচৰ জীৱনৰ লগত খাপ খুৱাব নোৱাৰিলো। এতিয়া D. S. P. হৈছো, কিন্তু আজিও

অৱস্থাৰ বৰ পৰিৱৰ্তন হোৱা নাই। দৰ্মহাৰ টকাকেইটাৰ বাহিৰে বাহিৰা টকা হাতেৰে নোচোওঁ বুলি প্ৰতিজ্ঞা কৰিছিলো। হয়তো তাৰ কাৰণে আজিও মই দুখীয়া।

নিৰ্মল : আৰু মই চহকী হৈয়ো চহকীৰ সন্তান হৈ কি হ'লো জানে? মোৰ এটা মাৰ্জিত কালচাৰ্ড লাইফ কটোৱাৰ হেঁপাহ আছিল। M. A. পাছ কৰি প্ৰফেছাৰ সোমালো, টকাৰ কাৰণে নহয়। মনে বিচৰা জীৱনটো পাবৰ কাৰণে। কি পালো আজি আৰু কৈ লাভ নাই। কিন্তু এই কথা ঠিক যে জীৱনত মই যি বিচাৰিছিলো নাপালো। ল'ৰা-ছোৱালী হ'ল। কিন্তু সিহঁত গঢ়ি উঠিল সিহঁতৰ মতে। মোৰ জীৱনৰ আদৰ্শ মতে নহয়। জীৱনৰ স্বপ্ন যেতিয়া থানবান হৈ যায় জীৱনটো তেতিয়া বিস্বাদ হৈ পৰে। অৰ্থহীন হৈ পৰে। এক মাত্ৰ উৎপল। কিন্তু সিও চিভিল চাৰ্ভিচত নোসোমোৱা হ'লেই মই ভাল পালোহেঁতেন।

প্ৰতাপ : (চৰ্বত খাই খাই) বিজিতটো বেয়া ল'ৰা নাছিল। কিন্তু সি বৰ খেয়ালী, বৰ নিৰ্ভীক, বৰ আঁকোৰগোঁজালি। কিন্তু সি জীৱনত কি কৰিব মই ক'ব নোৱাৰো। বৰ বেছি খেয়ালী। বৰ বেছি— কিয় কয়? — বিপ্লবী ধৰণৰ।

[ব্যস্ত হৈ বিজয়া আৰু পদ্মা সোমাই আহিল]

বিজয়া : [নিৰ্মলক দেখি] আপুনি আহিল। বহুত পৰ হ'ল নেকি? উৎপল ক'ত? উৎপল এতিয়াও অহাই নাই নেকি? অৰ্জুন— অ' বিৰাজক মতাইছিলো নহয়— যাচোন পদ্মা— তই ভিতৰলৈ যা। অজিতটো নাই নেকি? [কাৰো উত্তৰলৈ বাট নাচাই তেওঁ ভিতৰলৈ যায়]

[অলপ পৰৰ পিছতে পদ্মাও গ'ল]

প্ৰতাপ : উৎপল আহি পালেই হয় আৰু। তেওঁ চিনেমালৈ যোৱা নাছিল বোধকৰো।

নিৰ্মল : সি চিনেমা বৰ কম চায়।

প্ৰতাপ : জীৱা, গিলাচকেইটা নে আৰু ভিতৰত খোৱাৰ দিহা কৰগে যা। ৰাতি ভালেমান হ'ল।

[জীৱা গিলাচ লৈ ভিতৰলৈ যায়]

নিৰ্মল : এই ছোৱালীজনী, জীৱা নহয়নে? তাইৰ নামটো? এইজনী ক'ৰ ছোৱালী?

প্ৰতাপ : সিও এক কাহিনী চৌধুৰী। আগতে এবাৰ মই ইয়াত O. C. হৈ আছিলো। আশ্ৰামৰ ৰাইচমিলত গঙ্গাপ্ৰসাদ নামে মানুহ এটাই কাম কৰিছিল। তাৰ বাপেক আছিল দেছোৱালী। মাক-অসমীয়া। গঙ্গাপ্ৰসাদ

কিন্তু অসমত থাকি সম্পূৰ্ণ অসমীয়া হৈ গৈছে। মালতী নামে ছোৱালী এজনী সি বিয়া কৰাইছিল। সিহঁতৰ এজনী ছোৱালীও হৈছিল। কিন্তু এবাৰ বুদ্ধি কৰি তাক কেইদিনমানৰ কাৰণে দূৰলৈ পঠিয়াই মালতীক আশাৰামৰ মিলৰ মেনেজাৰে কৰবাত লুকুৱাই পেলালে। সি ঘূৰি আহি ঘৈণীয়েকক নাপাই বলিয়াৰ নিচিনা হ'ল। এদিন ৰাতি সি খণ্ডত মেনেজাৰক হত্যা কৰিবলৈ চেষ্টা কৰিছিল। সি মেনেজাৰৰ মূৰত মাৰ মাৰি দিছিল। মেনেজাৰ নমৰিল যদিও হত্যাৰ চেষ্টা কৰাৰ কাৰণে তাৰ ১২ বছৰ জেল হ'ল। জেললৈ যাবৰ সময়ত ছোৱালীজনী সি মোৰ ওচৰতে এৰি গ'ল। আজি প্ৰায় ১২ বছৰ হৈ গ'ল। জীৱা তেতিয়া পাঁচ বছৰীয়া আছিল।

নিৰ্মল ঃ আপুনি ননা হ'লে ছোৱালীজনীৰ বৰ বিলৈ হ'লহেঁতেন চাগে। [ভিতৰৰ পৰা বিৰাজ আৰু অজিত আহি বহিলহি।]

নিৰ্মল ঃ [ঘূৰি চাই বিৰাজক দেখি] এওঁক চিনি পোৱা নাই, এওঁ কোন? [বিজয়া সোমাই আহিল আৰু সন্মুখত বিৰাজক দেখি]

বিজয়া ঃ বিৰাজ আহিলা? পলম কৰিলা দেখোন।

বিৰাজ ঃ মই আপোনালোকতকৈ আগতেই আহিলো। অজিতৰ লগত ভিতৰত আছিলো। বিজিতক দেখোন দেখা পোৱা নাই?

বিজয়া ঃ বিজিত ওলাবহি। উৎপলেহে কিয় এতিয়াও অহা নাই জানো। অজিত, ফোন কৰি খবৰটো ল'চোন উৎপল কেতিয়া আহিব। [একো নকৈ অজিত ভিতৰলৈ গ'ল ফোন কৰিবৰ কাৰণে]
(এনেতে গৌতম সোমাই আহিল বাহিৰৰ পৰা)

বিজয়া ঃ গৌতম, আহা, বহা আমাৰ অকণো দেৰি নাই। উৎপল আহি পালেহিয়েই হয়। বিৰাজ আহি বহি আছে— পদ্মা —
[গৌতম আহি বাপেক আৰু ফুকনৰ পৰা আঁতৰ হৈ বিৰাজৰ ওচৰতে বহিল। অজিত ভিতৰৰ পৰা ওলাই আহে]

অজিত ঃ উৎপল চৌধুৰী আহিছে মা, এই পাবহি।
[পদ্মা ভিতৰৰ পৰা ওলাই আহিল]

বিজয়া ঃ সকলো দিহা কৰি আহিলি নহয়, পদ্মা? অলপ বহ। কথা-বতৰা পাত। ৰান্ধনিশালত সোমাই থাকিলে চলিব নেকি?

পদ্মা ঃ বিৰাজদা, আজি কিন্তু আপুনিহে গান গাব লাগিব। মোৰ মাত ভাগিছে। আজি মই গাব নোৱাৰিম।

বিজয়া ঃ এৰা, এই মিনতিৰ বিয়াত গান গাই তাই মাত-চাত ভাগি আহিছে। বিৰাজ আহা, বহিয়ে থাকিবানে?

নিৰ্মল ঃ তুমি গান গোৱা নেকি? গোৱাহে গোৱা, কিবা ভাল গান এটা গোৱাচোন। বহুত দিন মই মানুহৰ মুখৰ গান শুনা নাই।

বিৰাজ ঃ [বহাৰ পৰা উঠি] উৎপল চৌধুৰী এতিয়াও পোৱাহি নাই নহয়।

বিজয়া ঃ তুমি আৰম্ভ কৰাচোন বাৰু। তেওঁ পায়হিহে লাগে।

পদ্মা ঃ এৰা গাওক বিৰাজদা।

[বিৰাজ অৰ্গেনটোৰ ওচৰলৈ গ'ল। বিজয়াৰ কাষ চাপি গৈ গৌতমে সৰুকৈ কিবা এটা সুধিলে]

নিৰ্মল ঃ [অজিতক] বিৰাজক কোৱাচোন এটা অসমীয়া গান গাওক।

[বিৰাজে গাবলৈ আৰম্ভ কৰিলে। সকলো শান্ত। কেৱল বিজয়া উচপিচাই থাকে। এবাৰ দুৱাৰমুখলৈ যায় আৰু একোবাৰ ভিতৰলৈ যায়। গৌতমে অসন্তুষ্টভাৱে চাই থাকে]

বিৰাজ ঃ [গানৰ মাজতে আহি উৎপল সোমায়হি। ধুতী আৰু কুৰ্তা পিন্ধিছে। উৎপল আহি পালত যেন বিজয়া কিছু আশ্বস্ত হ'ল। তথাপিও তেওঁ গানলৈ কাণ দিয়াৰ মাজে মাজে একোবাৰ দুৱাৰৰ ওচৰলৈ গৈ বাহিৰৰ ফালে চায়। যেন কাৰোবাৰ কাৰণে বাট চাইছে। উদ্বিগ্নভাৱে গানটো শেষ হলত বিৰাজ অলপ ৰ'ল]

পদ্মা ঃ আৰু এটা গাওক বিৰাজদা, আপুনি ইমান ভাল গায়!

অজিত ঃ গোৱা বিৰাজ, আজি অন্ততঃ শুদা পেটে থাকিব নালাগিব।

[বিৰাজে হাঁহে। আকৌ এটা গান গাবলৈ লওতেই বিজিত আহি দুৱাৰমুখত থিয় দিলে। তাৰ লগত গঙ্গাপ্ৰসাদ। গঙ্গাপ্ৰসাদৰ বয়স প্ৰায় পঞ্চল্লিশ বছৰ। মুখত একোছা ডাড়ি। পিন্ধনত এটা চুটি হাতৰ পুৰণি ফটা চোলা। আৰু আঁঠুমূৰীয়া এখন চুৰিয়া। তাৰ মূৰত বেন্দেজ বন্ধা। ভৰি সুদা। বিজিতৰ কাষত গঙ্গাপ্ৰসাদ আধা আন্ধাৰ আধা পোহৰত লুকাই থাকে]

[সকলোৱে বিজিতলৈ মূৰ তুলি চায়]

গৌতম ঃ আহা বিজিত। তোমালৈকে সকলোৱে বাট চাই আছে।

বিজিত ঃ [অলপ সোমাই আহি] অ', পূৰা মজলিচ বহিছে। কিবা হৈছে নেকি?

গৌতম ঃ (হাঁহি) তুমি যেন একো ক'বই নোৱাৰা। আহা, আহা, আলহী হ'ব নালাগে।

বিজয়া ঃ তাতে থিয় হৈ কিয় আছ বিজিত? আহঁ, বহহি। ভিতৰ সোমাই নাহ কিয়?

বিজিত ঃ বহিম মা। পিছে মোৰ লগত এজন আলহী আছে। মোৰ এজন বন্ধু। তেৰোঁ আহিবনে?

প্ৰতাপ ঃ আহক, নাহিব কেলেই? তোৰ আলহী যেতিয়া আমাৰো আলহী। ক'ত আছে?

[বিজিতে বাহুত ধৰি গঙ্গাপ্ৰসাদক ভিতৰলৈ লৈ আহে। সকলোৱে তালৈ কৌতূহলেৰে চায়]

বিজয়া ঃ ই, এওঁ কোন বিজিত? মই দেখোন চিনি পোৱা নাই।

বিজিত ঃ তুমি চিনি নাপাবা, মা। এওঁ মোৰ এজন বন্ধু—

প্ৰতাপ ঃ তোৰ বন্ধু, বহিবলৈ দে — [অলপ বিৰক্তিৰে]

বিজিত ঃ ক'ত বহিব।

বিজয়া ঃ [অলপ কঠিনভাৱে] ক'ৰ জানো তোৰ বন্ধু আনিছ! অৰ্জুন, মুঢ়া এটা আনি দে চোন।

প্ৰতাপ ঃ [নিৰ্মল] মই আপোনাক কৈছিলো নহয়। বিজিত তেনেকুৱাই।

বিজিত ঃ আপোনালোকে বেয়া নাপাব, বহুতদিন এওঁ এসাজো ভালকৈ খাবলৈ পোৱা নাই। আজি ডিনাৰ আছে, এওঁ এসাজ খাই যাওক— [অৰ্জুনে মুঢ়া এটা আনি দিয়ে আৰু গঙ্গাপ্ৰসাদক বিজিতে ধৰি বহুৱাই দিয়ে]

বিজয়া ঃ তই আজিহে বলিয়ালি কৰিবলৈ পালি বিজিত। আজি দুজন ভাল ভদ্ৰলোকক এমুঠি খুৱাম বুলি মাতি আনিছো আৰু তই বুটলি আনিছ ক'ৰবাৰ বাটৰ ভিকহুক।

বিজিত ঃ [হাঁহি] তোমালোকেতো সদাযে বলিয়ালি কৰি আছা মা, আজি মই অকণমান বলিয়ালি কৰোঁ দেই, বেয়া নাপাবা। অ', গোৱা বিৰাজ, তোমাৰ গান মই বহুত দিন শুনা নাই। তোমাৰ কি, কাৰো গানেই শুনা নাই।

প্ৰতাপ ঃ খোৱা-বোৱাৰ পিছত গান হ'ব। ৰাতি ভালেমান হ'ল। [নিৰ্মলক] আপোনাৰ ভোকেই লাগিব পায় চাগৈ। বিজয়া ভিতৰলৈকে যোৱাচোন।

বিজয়া ঃ যাওঁ, কিন্তু বিজিতে এইবোৰ কি কৰিছে, মই একো বুজা নাই।

প্ৰতাপ ঃ একো নহয়। ভুকীয়া মানুহ এটা লৈ আহিছে, এমুঠি খুৱাব। তাত বুজি নাপাবলগীয়া একো নাই। নহয়নে উৎপল বোপা?

উৎপল ঃ [উৎপলে সৰুকৈ কয়] হয়, [আৰু তীব্ৰভাৱে গঙ্গাপ্ৰসাদৰ ফালে চাই থাকে।]

বিজয়া ঃ কিন্তু মানুহটো তই ইয়ালৈকে আনিলি কিয়?

বিজিত ঃ তুমি নিশ্চয় বুজিব নোৱাৰিবা মা, ইমানখিনি ভদ্ৰলোকৰ মাজলৈ মই এই মানুহটোক কিয় লৈ আহিলো।

অজিত ঃ ময়ো একো বুজা নাই। বিজিত, কিবা কথা আছে যদি কৈ দে। অতিথিক আমনি দিয়া ভাল নহয়।

বিজিত : ছাৰ, মোক ক্ষমা কৰিব। উৎপলদা আপুনি বেয়া নাপাব (সকলোৱে মুখলৈ চায়) এই মোৰ বন্ধুজনক আপোনালোক কোনেও চিনি নাপায়। মায়ো চিনি নাপায়, দেউতায়ো চিনি নাপায়। (ডাঙৰকৈ চিঞৰি—) জীৰা, এই জীৰা—

প্ৰতাপ : এইদৰে চিঞৰিছ কিয়? হৈছে কি?

বিজিত : এওঁক আপোনালোকে কোনোৱে চিনি নাপায়। ময়ো চিনি নাপাও। কিন্তু জীৰাই? অ' গৌতম, তুমিও এওঁক চিনি পোৱা নাইনে? ভালকৈ চোৱাচোন।

বিজয়া : সকলো তোৰ নিচিনা বলিয়া নহয়, নহয়। বাটৰ মগনিয়াৰ লগত চিনাকি হৈ ফুৰিবলৈ। অৰ্জুন এই মানুহটোক বাহিৰ কৰি দে। কি যে জঞ্জাল!

বিজিত : বাহিৰ উলিয়াই দিব নালাগে মা! তেওঁ নিজেই যাব। তোমালোকৰ মাজত তেওঁৰ ঠাই নাই। তেওঁ নিজৰ চিনাকি দিবলৈ অহা নাই। তোমালোকৰ চিনাকি দিবলৈহে আহিছে। (দাস আৰু চক্ৰৱৰ্তী সোমাই আহে) অ' তোমালোক আহিলা ভালেই হ'ল। গাড়ী আনিছা নহয়? (সকলোৱে মুখলৈ চোৱাচুৱি কৰে। কোনেও একো বুজিব নোৱাৰে। গৌতমে অলপ উচপিচায়। বিৰাজ, উৎপল, অজিতে কৌতূহলেৰে বিজিতৰ ফালে চায়)

প্ৰতাপ : (কঠিনভাৱে) বিজিত, বিজিত D. S. P. প্ৰতাপ ফুকনৰ ঘৰত এইবোৰ তই ক'ৰ মানুহ গোটাইছ, এইবোৰ কি কাণ্ড! (হাতত কিতাপ লৈ শান্তভাৱে কৰুণ সোমাই আহে)

বিজিত : তেওঁলোক আহিছেনে কৰুণ?

বিজয়া : (চিঞৰি উঠে) আৰু কোন তেওঁলোক?

বিজিত : ভয় কৰিবলগীয়া নাই মা। মোক এৰেষ্ট কৰিবৰ কাৰণে পুলিচ অহাৰ কথা। অথনিয়েই এৰেষ্ট কৰাৰ কথা আছিল। মইহে ক'লো যে গধূলিকৈ আমাৰ ঘৰত ডিনাৰ আছে। খাইবই লওঁ তাৰ পাছত যাম।

প্ৰতাপ : তই, তই— বিজিত, তোৰ মগজ ঠিক আছেতো?

বিজিত : (শান্তভাৱে) ক'ব নোৱাৰো, দেউতা। যদিহে এতিয়াও মোৰ মগজু ঠিক আছে, তেন্তে মোৰ মূৰৰ খিউথিনি খাটি বুলিয়েই ধৰিব লাগিব।

উৎপল : (কৰুণক) কথাটো কি হৈছে কৰুণ?

কৰুণ : আপুনি জানেই বোধকৰো। সিদিনা ৰাতি যে আশাৰামৰ মিলত গণ্ডগোলটো হৈছিল তাত কোনোবাই আশাৰামৰ মেনেজাৰ দীপচাঁদৰ মূৰত টাঙোনেৰে মাৰিছিল।

উৎপল : ও, তাৰতো case চলি আছে?

কৰুণ : হয়, Town S I এ caseটো investigate কৰিছে। তেওঁলোকৰ finding হ'ল যে দীপচাঁদৰ মূৰত বিজিত দায়ে মাৰটো মাৰিছিল।

বিজয়া : বিজিতে!

প্ৰতাপ : ও—

নিৰ্মল : Funny!

বিজিত : হয় ছাৰ, কথাটো funny। কিন্তু দীপচাঁদৰ মূৰত মই মাৰ নমৰাটো আৰু funny হ'লহেঁতেন।

প্ৰতাপ : বিজিত—

বিজিত : আপোনালোকৰ ভোক লাগিছে নিশ্চয়। ভাত-পানী ঠাণ্ডা হৈ যাব। মই দেৰি নকৰো, ক্ষমা কৰিব। (জীৱা আহি কৰুণাৰ ওচৰতে ব'লহি)

জীৱা : মাতিছিলা নেকি ককাইদেউ—?

বিজিত : তই পিন্ধি-উৰি ওলালিনে নাই?

জীৱা : মই?

বিজিত : ও, তই। কিয় তোক নিবৰ কাৰণে পদুলিমূৰত এখন জীপ বৈ আছে। তই ক'ব নোৱাৰ নেকি? মা, জীৱাক এতিয়াও কথাটো কোৱা হোৱা নাই নেকি?

জীৱা : মোক আকৌ ক'লৈ নিব?

বিজিত : ক'লৈ? (চিঞৰি উঠে) য'লৈ তোৰ মাৰক নিছিল, য'লৈ তোৰ নিচিনা দুখীয়াবোৰক নিয়া হয়— আশাৰামহঁতৰ শোৱনি কোঠালৈ, গৌতমহঁতৰ বেদ কমলৈ— (গৌতম হঠাৎ বহাৰ পৰা উঠি, আকৌ বহিল)

প্ৰতাপ : Shutup, আজি ই মদ খাই আহিছে হ'বলা।

নিৰ্মল : There is some mystery বিজিত, কথাবোৰ interesting! অলপ মুকলিভাৱে কোৱাচোন (এনেতে অৰ্জুনে বিজিতক চিঠিখন দিয়েহি)

অৰ্জুন : মানুহ এটাই অথনি দি গৈছিল (বিজয়াই বিভ্ৰান্তভাৱে এবাৰ গৌতমৰ মুখলৈ, এবাৰ বিজিতৰ মুখলৈ চায়)

বিজিত : (চিঠিখন পঢ়ি হাঁহিলে) মদ মই নাই খোৱা দেউতা। কিন্তু মদ যে মানুহে কিয় খায় আজি মই বুজিব পাৰিছো। (হঠাৎ চিঞৰি উঠে) জীৱা, কৰুণ, তহঁত এতিয়াও থিয় হৈ আছ কিয়? যা, বাহিৰ ওলা। ইয়াত, ইয়াত তহঁতৰ ঠাই নহয়। এইটো D. S. P. ফুকনৰ ঘৰ, মিচেচ বিজয়া ফুকনৰ ঘৰ। যা যা, তহঁত ওলাই যা। এইখন প্ৰেত-পুৰী। ওলাই যা, নহ'লে দেখিছা এইয়া মই। তহঁতক বাহিৰ কৰি

দিম। তইঁতে চিনা নাই। নহ'লে নহ'লে, মই তইঁতৰ টেটু চেপি মাৰি পেলাম।

নিৰ্মল : He has been upset, I think.

প্ৰতাপ : (গহীনভাৱে, পুলিচ অফিছাৰৰ গাম্ভীৰ্য) এখেতসকলক আমাৰ ঘৰত খাবৰ কাৰণে নিমন্ত্ৰণ কৰি আনিছো— আজি তই —

বিজিত : মই যাম দেউতা। আপুনি নাজানে হ'বলা। পুলিচে সুধিছিল, মই কৈছিলো। দীপচাঁদৰ মূৰত লাঠিৰে মই মাৰিছিলো।

প্ৰতাপ : তই— তই কিয় মাৰিবলৈ গ'লি দীপচাঁদক।

বিজিত : (হাঁহি) সোধক দেউতা, তাকে ক'বৰ কাৰণেহে মই আহিছো।

বিজয়া : বলিয়াটোৰ কথা শুনি থাকিব নালাগে। আপোনালোক ভিতৰলৈ আহক, জীৰা— যা ভিতৰলৈ, ইয়াত তোৰ কি কাম?

বিজিত : অকণমান ৰ জীৰা। মোক আপোনালোকে ক্ষমা কৰিব। মা, তুমি অলপ ভিতৰলৈ যাবানে? তুমি আগত থাকিলে মই সকলো কথা খুলি ক'ব নোৱাৰিম।

বিজয়া : (বিৰক্তিৰে) ই বলিয়া হ'ল (ভিতৰলৈ বেগাই যায়)

প্ৰতাপ : কি কথা আছে বেগাই ক।

বিজিত : কৈছো দেউতা, সকলো কৈছো। আপুনি পুলিচ অফিছাৰ, আপুনি আপোনাৰ এলেকাত ক'ত কি হৈছে সকলোৰে খবৰ লয়। কিন্তু আপোনাৰ ঘৰখনৰ ভিতৰত কি হৈছে আপুনি নাজানে। আপুনি নাজানে যে আমাৰ ঘৰখন ঘৰ নহয়। এখন প্ৰেত-পুৰী।

অজিত : সেইবোৰ কথা এতিয়া কিয় কৈছ বিজিত?

বিজিত : তুমি সকৰে পৰা দূৰৈত আছা। তুমি একো নাজানা। তুমি এম. এ. পাছ কৰিব পাৰা কিন্তু তুমি আমাৰ ঘৰখনৰ কথা একো নাজানা। আজিয়েই কোৱা দৰকাৰ কাৰণে আজিয়ে কৈছো। নহ'লে নক'লোহেঁতেন।

নিৰ্মল : Right!

বিজিত : আমাৰ পদূলিমুখত এখন জীপ গাড়ী আহি আন্ধাৰত ৰৈ আছে। তাৰ নাম্বাৰ প্লেট নাই। একবাই থোৱা হৈছে। মোৰ ওচৰত এওঁলোক দুজন থিয় হৈ আছে। এওঁলোকক আপোনালোকে চিনি নাপায়। আৰু আপোনালোকৰ ওচৰত বহি আছে সৌৰা গৌতম চৌধুৰী, এওঁলোক আজি আমাৰ ইয়ালৈ কিয় আহিছে, আপোনালোকে নাজানে।

প্ৰতাপ : আমি নিমন্ত্ৰণ কৰি মাতি আনিছো।

বিজিত : কিন্তু আপোনাৰ নিমন্ত্ৰণত এওঁলোক অহা নাই। আহিছে মোৰ নিমন্ত্ৰণত।

প্ৰতাপ : একেই কথা।

বিজিত : একেই কথা নহয় দেউতা, এওঁলোকৰ উপৰিও মোৰ হাতত আছে এখন চিঠি (চিঠিখন উৎপলক দিয়ে)। আপুনি পঢ়ি চাওকচোন এই চিঠিখন (উৎপলে চিঠিখন পঢ়ে। চিঠিখনৰ লগত এখন ৮০০০ টকাৰ cheque, সকলোৱে উৎকণ্ঠাৰে উৎপলৰ মুখৰ ফালে চাই থাকে। উৎপলে পঢ়ি শেষ কৰে)

প্ৰতাপ : কি? কিহৰ চিঠি?

[উৎপলে চিঠিখন ফুকনক দিয়ে]

বিজিত : আপুনিও পঢ়ি চাওক দেউতা। হয়তো আপোনাৰ বিশ্বাস নহ'ব। গৌতম চৌধুৰীৰ যোগেদি আমাৰ জীৰাক, মোৰ এই ভনীজনীক দহ হেজাৰ টকাত গোপনে বেচা হৈছে। বেচিছে মাই, কিনিছে গৌতম চৌধুৰীয়ে। টকা দিছে আশাৰামে। ৮০০০ টকাৰ cheque মাই পাইছে ২০০০ টকা গৌতমৰ commission।

নিৰ্মল : What is this ! confounding !

প্ৰতাপ : [চিঞৰি উঠে] scoundrels বিজয়া

বিজিত : মাক নিচিঞৰিব দেউতা। পদ্মাক উৎপল চৌধুৰীলৈ বিয়া দিব লাগে। মই দিব দহ হেজাৰ টকাৰ যৌতুক। নহ'লে ফুকনৰ সম্মান ৰক্ষা নপৰে। আৰু তাৰ কাৰণে বিক্ৰী কৰিছে জীৰাক। বুজিছ জীৰা।

অজিত : (চিঞৰি উঠে) বিজিত।

উৎপল : আপোনাৰ ফোন আছে নহয়?

প্ৰতাপ : সিটো কোঠাত আছে।

(অৰ্জুনে উৎপলক সিটো কোঠালৈ লৈ যায়)

বিজিত : (শান্তভাৱে) আমি এখন প্ৰেতপুৰীত বাস কৰিছো। আপুনি বা উৎপলদাই নাজানে যে আপোনালোকৰ ঘৰতে থাকি খাই, আপোনালোকৰ গৌতমে আশাৰামৰ গুদামত মেনেজাৰি কৰাৰ নামত তাৰ চোৰাং কাৰবাৰত সহায় কৰে, দাইল, চাউলত শিলগুটি মিহলোৱাৰ ঠিকা লয়। উৎপল হাকিমক কৈ মোকৰ্দমাত জিকাই দিম বুলি আচামী-ফৰিয়াদী উভয় পক্ষৰ পৰা টকা খায়। উৎপলদাই চোৰাং কাৰবাৰীক জেল দিয়ে, কিন্তু ক'ব নোৱাৰে যে ককায়েক গৌতমেই এই অঞ্চলৰ এজন প্ৰথম শ্ৰেণীৰ চোৰাং কাৰবাৰী। দেউতা পুলিচ বিষয়া, D. S. P. ডাঙৰ ডাঙৰ case দেউতাৰ হাতলৈ আহে। আমাৰ মাই দেউতাক কৈ caseত সৰকাই দিম বুলি গোপনে টকা লয়। এইখন মকৰাজাল আপোনালোকে দেখা নাই।

প্ৰতাপ : This is news! কিন্তু আশাৰামৰ ঘটনাৰ লগত তোৰ সম্পৰ্ক কি?

বিজিত : কৈছো দেউতা, অকণমান সময় ৰওক (জীৱা আহি বিজিতৰ বাওঁফালে থিয় হ'ল, বিজিতে বাওঁহাতখন জীৱাৰ কান্ধত থ'লে) বাৰ বছৰৰ আগৰ কথা ছাৰ, আজি দেউতাইঁতে এই মানুহটোক চিনি নাপায়, চিনি পাবৰ কোনো উপায় নাই। (সকলোৱে মানুহটোৰ ফালে চায়। উৎপল ভিতৰৰ পৰা সোমাই আহিল আৰু আগৰ ঠাইত ৰহিলহি। এনেতে ভিতৰৰ পৰা বিজয়া আৰু বাহিৰৰ পৰা এজন পুলিচ বিষয়া আৰু দুটা কনিষ্টবল আহি দুৱাৰমুখত থিয় দিলে। অফিচাৰজনে উৎপলক আৰু ফুকনক চালাম দিলে)

বিজিত : অ' আপুনি আহিল—

উৎপল : তালুকদাৰ, মই ফোনত আপোনাকে বিচাৰিছিলো—
[অৰ্জুনে S. I. তালুকদাৰক বহিবৰ কাৰণে চকী আগবঢ়াই দিয়ে কিন্তু তেওঁ নবহে।]

তালুকদাৰঃ হয় ছাৰ।

উৎপল : অলপ কথা আছে। আশাৰামৰ মিলৰ গণ্ডগোলটোৰ বিষয়ে Investigate কৰি কি পালে?

তালুকদাৰঃ ছাৰ—

প্ৰতাপ : কোৱা কোৱা, কোনো চিন্তা নাই।

তালুকদাৰঃ ছাৰ কে'চটো মইয়ে investigate কৰিছিলো। বনুৱাবিলাকে ধৰ্মঘট কৰিছিল, অৰ্গেনাইজ কৰিছিল বিজিতেই (ৰয়)

প্ৰতাপ : ওঁ কৈ যোৱা, কৈ যোৱা—

তালুকদাৰঃ মেনেজমেণ্টৰ ফালৰ পৰা আপোনাৰ দাদাক গৌতম আছিল। তৰ্ক বিতৰ্ক লাগি আছিল, এনেতে ক'ৰবাৰ বুঢ়া মানুহ এটা ভিৰ ফালি সোমাই আহিল আৰু মেনেজাৰক লগ পাবলৈ বিচাৰিলে। মেনেজাৰৰ মানুহে তাক আঁতৰাই পঠাইছিল। সি কিন্তু নুশুনে—

উৎপল : সি কিয় লগ পাবলৈ বিচাৰিছিল?

তালুকদাৰঃ সি কৈছিল 'মোৰ মালতী ক'ত? মালতীক উলিয়াই দে। সি কোনোবা মালতীক বিচাৰিছিল ছাৰ—

প্ৰতাপ : [গঙ্গাক] তই তাৰ মিলৰ বনুৱা নহয় নে কি?

গঙ্গা : নহয় হজুৰ। মই বাৰ বছৰৰ আগতে আশাৰামৰ মিলত কাম কৰিছিলো। সিহঁতে মোৰ মালতীক কাঢ়ি লৈ গ'ল হজুৰ, মোৰ মালতীক কাঢ়ি লৈ গ'ল। [কান্দি দিয়ে]

প্ৰতাপ : তই কোন? গঙ্গাপ্ৰসাদ?

গঙ্গা : হয় হজুৰ, সিহঁতে মোৰ মাতলীক লৈ গ'ল। মই বলিয়া হৈ গৈছিলো হজুৰ। মই মেনেজাৰক খুণ কৰিবলৈ গৈছিলো। মোৰ বাৰ বছৰ জেল হ'ল। আপুনি তেতিয়া দাৰোগা আছিল।

প্ৰতাপ : তই জেলৰ পৰা আহিলি কেতিয়া?

গঙ্গা : সেই গণ্ডগোলৰ দিনাই— বাৰ বছৰৰ পাছত মই মালতীক বিচাৰি গৈছিলো হজুৰ। তেতিয়া সেই পাপীহঁতে মোক খুণ কৰিব খুজিছিল হজুৰ। সিহঁত পাপী হজুৰ ... সিহঁত পাপী—

প্ৰতাপ : তাৰ পিছত কি হ'ল?

বিজিত : তাৰ পিছত কি হ'ল তালুকদাৰে ক'ব নোৱাৰে, পাৰো মই। তাৰ পিছত মাৰপিট হ'ল, মই বনুৱাৰ লগত আছিলো, [গৌতমলৈ চায়] এজনে মোক মাৰিবৰ বাবে ইঙ্গিত দিলে। হঠাৎ লাইট নুমাই গ'ল, মাৰ মোৰ মূৰত নেলাগিল। এটা বনুৱাৰ হাতৰ পৰা এডাল লাঠি কাঢ়ি লৈ মই দীপচাঁদৰ মূৰত মাৰ বহুৱাই গুচি আহিলো।

তালুকদাৰঃ অৱশ্যে লাইট নুমাই থকা অৱস্থাত দীপচাঁদক কোনে মাৰিছিল তাক প্ৰমাণ কৰিবৰ উপায় নাই। বিজিতে কৈছে যদিও আমি বিশ্বাস কৰা নাই।

বিজিত : কিয়? মই D. S Pৰ ল'ৰা কাৰণে—?

বিজয়া : [সোমাই আহে] আপোনালোক আহক [সন্মুখলৈ চায়] এইবোৰ আকৌ কি? এওঁলোক ইয়ালৈ কিয় আহিছে? এওঁলোক কোন!

বিজিত : তুমি কাকোৱেই নিচিনা মা, এইয়া জীৱাৰ দেউতাক গঙ্গাপ্ৰসাদ।

জীৱা : দেউতা, দেউতা [চিঞৰি উঠে]
[গঙ্গাই করুণভাবে জীৱালৈ চায়, চকুৰ পানী ওলাই আহে)

বিজিত : নিচিঞৰিবি জীৱা। বাৰ বছৰ জেল খাটি অহা কয়দী গঙ্গাপ্ৰসাদক মই বিচাৰি আনিছো, কিন্তু তোৰ মাৰ মালতীক ক'তো বিচাৰি নেপালো জীৱা। কোনে জানে তেওঁ জীয়াই আছেনে নাই।

জীৱা : আৰু নক'বা ককাইদেউ, আৰু নকবা— দেউতা তুমি—

বিজিত : নকও। কোৱাৰ, কোনো দৰ্কাৰো নাই। কিন্তু আজি মোৰ মাই তোকো তোৰ মাৰৰ ঠাইলৈকে পঠিয়াবলৈ দিহা কৰিছিল জীৱা। য'ৰ পৰা তই কোনো দিন ঘূৰি আহিব নোৱাৰিলিহেঁতেন।

বিজয়া : বিজিত—

বিজিত : বাহিৰত, অন্ধকাৰত এখন জীপ বৈ আছে। এইয়া ভিতৰত গৌতম চৌধুৰী। ইপিনে চলিব ড্ৰিনাৰ, আনফালে তোক লৈ যাব আশ্ৰমৰ

দালালইঁতে। জীৰাক নেবেচিলে পদ্মাৰ লগত ১০ হেজাৰ টকাৰ যৌতুক দিব কেনেকৈ? হাকিম জোৰাঁই পাব কেনেকৈ?

নির্মল : By God ! How filthy উৎপল, We must leave this place imediately ফুকন—

বিজিত : অলপ ৰ'ব ছাৰ, আমি একেলগে যাম। [হঠাৎ বিজয়াৰ ফালে ঘূৰি] মা— তুমি মোৰ মা। তুমি মোৰ মা হোৱাতকৈ কৰবাৰ বাটৰ ভিক্ষাৰিণী এজনী মোৰ মা হোৱা হ'লে মই গৌৰৱেৰে পৃথিৱীৰ আগত মুখ দেখুৱাব পাৰিলোহেঁতেন মা।

অজিত : চুপ থাক বিজিত। তই মাক অপমান কৰিছ।

বিজিত : কেৱল অপমানেই নহয় মই মাক হত্যা কৰিলোহেঁতেন কিন্তু—

বিজয়া : তই মোক হত্যা কৰিবি বিজিত; ইমানখিনি মানুহৰ আগত তই হত্যা কৰিম বুলি কোৱাৰ আগতে তই মোক সঁচাকৈয়ে হত্যা নকৰিলি কিয়? ই মোৰ সন্তান নহয়। মই এটা সাপ জন্ম দিছিলো, ই সাপ। ই মোক দংশন কৰিব। মই মৰিলে যদি তই শান্তি পাৱ, তই মোক মাৰি নেপেলাৱ কিয়?

প্ৰতাপ : মনে মনে থাকা বিজয়া। তুমি আঁতৰি যোৱা। তোমাৰ মুখ দেখিলে পাপ হয়।

বিজয়া : মোৰ মুখ দেখিলে পাপ হয় ... নহয়— নহয়—, এইবোৰ মোৰ কোনো নহয়। সকলো মোৰ শত্ৰু ... ইহঁত সকলোবোৰ মোৰ শত্ৰু।

অজিত : তুমি ভিতৰলৈ ব'লা মা। [গাত ধৰি নিব খোজে]

বিজয়া : মোক নুচুবি তহঁতে। মোক নুচুবি, তহঁত তহঁত সকলোবোৰ সাপ। মোক দংশন কৰিবলৈ ইহঁত যন্ত্ৰা তুলি বৈ আছে মোক নুচুবি, মোক নুচুবি [সোমাই যায়]

নির্মল : I did not know all this ফুকন পৃথিৱীৰ কোনো decent মানুহে বিশ্বাস কৰিব নোৱাৰে যে আপোনাৰ ঘৰত এনে ঘটিব পাৰে। উৎপল, ইয়াত থকাৰ তোৰ কিবা প্ৰয়োজন আছে? I must leave this place at once. How suffocating !

উৎপল : তালুকদাৰ, caseটো নতুনকৈ investigate কৰিব লাগিব এতিয়া আপোনালোক যাওক। অ' ৰ'ব এওঁলোককো লৈ যাওক।

বিজিত : বলক, মই সাজু আছো।

উৎপল : তুমি নহয় বিজিত, এওঁলোকক ইহঁতক লৈ যাওক।

[গৌতম, দাস আৰু চক্ৰৱৰ্তীক দেখুৱায়]

গৌতম : উৎপল। তই আজি তোৰ ককায়েৰকো—

উৎপল : কিবা শুনিবলগীয়া থাকিলে মই courtত শুনিম।

গৌতম : That's OK ব'লক।

নির্মল : (চেপা মাতেৰে) scoundrel!

বিজিত : জীৰা, এইয়া তোৰ দেউতাৰ, এইয়া মোৰ মা আৰু দেউতা। তই ইয়াত থাকিবি নে মোৰ লগত ওলাই যাবি?

জীৰা : মই— মই ক'লৈ যাম ককাইদেউ?

বিজিত : দুৰ্বল হ'লে নচলিব জীৰা। আমি তীখাৰ দৰে কঠিন হ'ব লাগিব। নহ'লে ভুৱা মৰমৰ মকৰা-জাল ফালি আমি মুক্তি হ'ব নোৱাৰিম। [উৎপলক] উৎপলদা, মালতী-গঙ্গাপ্ৰসাদৰ জীৱনৰ দাম চকুৰ পানীৰে দিলে এটা ধুনীয়া সাধুকথা হ'ব। আমাৰ মা'ক ক্ষমা কৰিলে, মাতৃভক্তিৰ পৰাকাষ্ঠা দেখুৱা হ'ব পাৰে। গৌতম চৌধুৰীক এৰি দিলে আপোনাৰ ভ্ৰাতৃপ্ৰেমৰ নিদৰ্শন দেখুৱা হ'ব পাৰে। কিন্তু তেনে কৰিলে যুগে আমাক কাহানিও ক্ষমা নকৰে। আমাৰ দুৰ্বলতাৰ অভিশাপে ভৱিষ্যতৰ বুকত বিষবৃক্ষৰ বীজ ৰুব। তই থাকিব পাৰ জীৰা। কিন্তু মই আৰু এই মজিয়াত এক মুহূৰ্তও নাথাকো। গঙ্গাপ্ৰসাদ, তোমাৰ এজনী ছোৱালী আছে— ল'ৰা নাই। মই তোমাৰ ল'ৰা হ'ম— এইজনী জীৰা মোৰ ভনী হ'ব। মই এই প্ৰেতপুৰীৰ পৰা ওলাই বাটৰ ধূলিৰ লগত মিহলি হৈ যাম। আহ জীৰা— আহা গঙ্গাপ্ৰসাদ, মই আহিলো দেউতা ...

প্ৰতাপ : বিজিত— তই— তইঁত জীৰা—

নির্মল : যাওঁ ফুকন ... আহ উৎপল quit quit ...

উৎপল : ময়ো আহিলো ... (সকলো ওলাই গ'ল)

[ফুকন তললৈ মূৰ কৰি বহি পৰে। লাইট দীম হৈ আহে। করুণ সুৰ বাজি থাকে। ফুকন উঠি লাহে লাহে বেৰত থকা বন্দুকটোৰ ফালে যায়। হাতত লয়। বিজয়া সোমাই আহে। ফুকনে একেথিৰে বিজয়ালৈ চায়। ভয়ত বিজয়া বিবৰ্ণ হয়। ফুকনে বন্দুক আগৰ ঠাইত থয়]

প্ৰতাপ : বিজয়া, তুমি পাপ কৰিছিলা, কিন্তু মই কি পাপ কৰিছিলো? তোমাৰ পাপৰ বাবে তোমাৰ বন্ধু-বান্ধৱে তোমাক এৰি গ'ল। অভিমানী সন্তানেও তোমাক এৰি গ'ল। কিন্তু মই হোমৰ গুৰিত পবিত্ৰ শপতেৰে তোমাক মোৰ নিজৰ সহধৰ্মিণী কৰি লৈছিলো। সেই শপতৰ মৰ্যাদা কিয় এনেকৈ নষ্ট কৰিলা। বিজয়া— মই তোমাৰ স্বামী হিচাপে ক্ষমা কৰিব পাৰো ...

বিজয়া : মোৰ বাবে সেয়ে যথেষ্ট। তুমি মোক এবাৰ ক্ষমা কৰি দিয়া— মাত্ৰ এবাৰ।

প্ৰতাপ : মই তোমাক ক্ষমা কৰিম বিজয়া। কিন্তু তোমাক সমাজে ... আইনে কোনো দিন ক্ষমা নকৰে। আজিৰ যুগে, মানৱতাই, তোমাক কাহানিও ক্ষমা নকৰে।

[ফুকনে ক্ৰচবেলডাল বিচাৰি লয়। অৰ্জুন সোমাই আহিল]

অৰ্জুন : দেউতা?

প্ৰতাপ : ওঁ কে'চটো মই নিজে এনকোৱাৰি কৰিম, নিজে কৰিম। [কৈ কৈ ওলাই গ'ল। বিজয়া আৰু অৰ্জুনে চাই থাকে।

— : পট পৰে : —

যৱনিকা

# আবৰ্ত

অৱশেষত মান্তি নহৈ নোৱাৰিলোঁ। যাওতা আৰু কোনো নোলাল, গতিকে অনিচ্ছা সত্ত্বেও শেষত কাপোৰ-কানিকেইটা জাপি চুটকেচটোত ভৰাই থৈ ওলাই গ'লোঁ বজাৰ কৰিবৰ কাৰণে। এখন বিয়ালৈ যোৱাটোতো আৰু সাধাৰণ কথা নহয়। ক'ত কি লাগে— আৰ্চি ফণি, তেল, স্ন' কত কি? আগৰে পৰা ঘৰৰ ভিতৰত সোমাই থকাৰ অভ্যাস হৈ গৈছে। নিজৰ কাৰণে যে বেলেগ এটা 'এষ্টাব্লিছমেণ্ট'ৰ দৰকাৰ, ঘৰৰ পৰা বাহিৰ ওলাই নগ'লে বুজা নাযায়।

নবৌ মোৰ লগত যাবই লাগিব। ককাইটিয়ে আঁতৰত চাকৰি কৰে— ছুটী নাপালে, আহিবও নোৱাৰিলে। নবৌৰ দদায়েকৰ জীয়েকৰ বিয়া। নবৌ যাবই, তাতে ভালেমান দিন ঘৰলৈকো যোৱা নাই। মাকহঁতেও জোৰ কৰি মাতিছে গতিকে নবৌৱে লম্ভি দিলে মোৰ ওপৰত। নানা ৰকমৰ ফাকি দিলো— সভা আছে অমুক তাৰিখে, ফুটবল মেচ খেলা আছে তমুক তাৰিখে, গাটো বৰ ভাল নাই, আৰু কত কি! নবৌ কিন্তু মাছোৰবান্দা। "মোৰ কাৰণে অসম্ভৱ", নবৌক বেছ খাটিৰ কৰি ক'লোঁ, "মকবুলকে লৈ যোৱা বৌ, সি আগেও তোমালোকৰ তালৈ এবাৰ গৈছে, সি গ'লেও তোমাৰ একো দিগদাৰি নহয়।"

মুখখন ওন্দোলাই নবৌৱে ক'লে, "এইবাৰ ফাকি-ফুকা দিয়াতকৈ কৈয়ে নিদিয়া কেলেই যে মোক ঘৰলৈ পঠিয়াবৰ মন নাই। ককায়েৰতো সেই বুদ্ধি কৰিয়ে নাহিলেই, ক'লে বোলে ছুটী নাপালে। বিয়ালৈ যাবলৈ আৰু ছুটী নাপায়। এনেহে কাম! নালাগে নাযাওঁ। বিয়া নহয় জানিবা ঘৰৰ কোনোবা এটা মৰিলেই তেও নাযাওঁ। মকবুলক লৈনো কোনোবা এই সাত সাগৰ তেৰ নদী পাৰ হৈ যাব পাৰেনে? সিয়ে বা ক'ত বাটতে হেৰায় তাৰ ঠিকনা নাই।"

বুজিলোঁ নবৌৱে বেয়া পাইছে। তাতে ছোৱালী মানুহ, খিয়া বুলিলে তিনি জাঁপ মাৰি উঠা স্বভাৱেই। আৰু বেছি প্ৰতিবাদ কৰিলে হিতে বিপৰীত হ'বৰ ভয়। নাযাও বুলিলে যোৱা কৰিবৰ উপায় নোহোৱা হ'ব। তাতে ককাইটিয়েও লিখি পঠাইছে মযে থৈ আহিবৰ কাৰণে।

নিৰন্ত হৈ ক'লো, "বাৰু এতিয়া নাকান্দিলেও চলিব। দিয়া, ময়ে যাম; মই কিন্তু আগতে কৈ থলোঁ, বিয়া-চিয়া সেইবোৰলৈ মই নাযাওঁ। তোমাক থৈ আহি মই চম্পট দিম।"

নবৌৱে কান্দো কান্দো হোৱা চকু দুটাৰে হাঁহি পেলালে।

"আগে বাৰু গৈ লোৱাচোন। তাৰ পাছত দেখিম কেইদিনত ঘূৰি আহিব পাৰা।" — নবৌৱে ক'লে।

দুমাইল গৰু গাড়ীৰে গৈ ৰেলষ্টেচন, তাৰ পাছত তিনি ঘণ্টা ৰেলৰ ঘটং-মটং, তাৰ পাছত সাত মাইল বাছ। অৱশেষত নাৱৰে গৈ মোৰ অতিষ্ঠ লাগিছিল। নবৌৰ কিন্তু আনন্দৰ সীমা নাই। সৰু ভনীজনীও লগতে গৈছিল, তাই হাঁহিবনে কান্দিব ঠিক ধৰিব নোৱাৰি এবাৰ মোৰ মুখলৈ, এবাৰ নবৌৰ মুখলৈ চায় আৰু মনে মনে থাকে।

"চোৱা নবৌ —" নাৱৰ ওপৰত নবৌৰ পৰা তামোল এখন খুজি লৈ খাই ক'লো, "বাকী থাকিল মাথোন এৰ'প্লেন। এই সাত ঘোঁকোটৰ পৰা ছোৱালী নিবলৈ জানো বুঢ়াহঁতক কি ভূতে কিলাইছিল।"

নবৌৱে একো নকৈ মাথোন লাজতে মুখখন ৰঙা কৰিলে, চকু দুটাও লাজত জল্‌জলীয়া হৈ উঠিল। মুখেৰে ক'লো যদিও, নবৌৰ গোলাপ ফুল যেন ৰঙা পৰা মুখখনলৈ চাই নিজকে ক'লো, "এনে ধুনীয়া ছোৱালী ইয়াৰ পৰা কিয়, হাজাৰ মাইল দূৰৰ পৰা বিচাৰি নিলেও হানি নাই।" নবৌ আছিল অতিশয় ধুনীয়া। কাম-কাজ, কথা-বতৰাতো কোনো গুণে কম নহয়। নবৌক লৈ যে মাজে মাজে গৰ্ব অনুভৱ কৰা নাছিলোঁ, সিও নহয়। কিন্তু এই ঘটং-মটং কৰি ৰেল, মটৰ, নাও বগাই বিয়া খাবলৈ অহাটো মোৰ ধাতুৰে নসহে। নৈখনৰ পৰা প্ৰায় আধা মাইল দূৰত নবৌহঁতৰ ঘৰ। ৰাতি প্ৰায় দহোটা বজাত হেলাই-হেকাই তেওঁলোকৰ ঘৰ ওলালোগৈ। আহি পোৱাৰ লগে লগে এটা অকাৰণ হৈ-চৈ লাগি গ'ল, নবৌজনী যেন মোৰ শুশ্ৰূষাৰ কাৰণে বাউলী হৈ উঠিল। তেৰোঁ যে মোৰ লগতে আহিছিল সেই কথা যেন পাহৰিয়ে গৈছিল। তেওঁ পানী দিয়া, গামোচা দিয়া, চৰ্বত দিয়া, চাহ দিয়া— এজনী যেন অন্য ছোৱালীহে! নবৌ নহয় আৰু দুজনী ছোৱালীয়েও অৱশ্যে নবৌৰ লগতে মোৰ পৰিচৰ্যা কৰাত যোগ দিলে। নবৌৰ কাণ্ড দেখি প্ৰায় হতভম্ব হৈয়ে মই যিহকে কৰিবলৈ কয় তাকে কৰি যাব ধৰিলোঁ।

"চৰ্বত গিলাচ খোৱা —"

খালোঁ।

"চুলিত কয়লাৰ গুৰি সোমাব পায়, ফণীয়াই লোৱা —"

ফণিয়ালোঁ।

"এইবোৰ কাপোৰ সলোৱা, ধুলি-বালি লাগি লেতেৰা হ'ল।"

সলালোঁ।

"বিছনাতে অলপ দীঘল দিয়া— মই খোৱাৰ দিহা কৰোঁ।"

হাত-ভৰি মেলি বিছনাখনতে দীঘল দি পৰিলোঁ।

দুই মিনিট পাছত—

"ইলাচি এটাকে খোৱা। ভাত হৈছেই, এতিয়া তামোল খাব নালাগে আৰু —"

বাকলিয়ে-চাকলিয়ে ইলাচিকেটা মুখত ভৰালোঁ।

আৰু দুই মিনিট পাছত—

"টোপনি নাযাবা আক', বৰ ভাগৰ লাগিছে নেকি? বাৰু?"

নবৌৰ বাহিৰে আৰু কোনো মানুহ-দুনুহ তেওঁলোকৰ ঘৰত নায়েই নেকি? ভনীয়েক দুজনীনো কি কৰিবলৈ আছে! এবাৰ দেখা দিয়ে অন্তৰ্ধান। যাহ্ গাঁৱলীয়া ভূত ছোৱালী। মই যেন তাৰে এজনীক লৈ যাবৰ কাৰণেহে আহিছোঁ।

ভাগৰে ধৰিছিল, চকু দুটা মুদ খাই আহিছিল।

আকৌ নবৌ—

নবৌজনীলৈ মৰম লাগিল। বেচেৰীয়ে ৰেলে-মটৰে ইমান ঘটং-মটং কৰি আহি আকৌ মোৰ কাৰণেই কিমান ব্যস্ত হৈ পৰিছে। নাই, কালিলৈ যাবগে লাগিব, নহ'লে মোৰ লগত লাগি থাকোঁতেই তেওঁৰ বিয়া খোৱা গোট মাৰিব!

"টোপনি আহিছে নেকি?" একেবাৰে বিছনাখনৰ কাষলৈ আহি নবৌৱে মাতে, "আহা ভাত বাঢ়িছে, এমুঠি খাই লোৱাহি, আমাৰ লগতে আজি বৰ কষ্ট খালা।"

নবৌৰ কথাবাৰত যেন বৌটিৰ মাতটোকে শুনিলোঁ।

ভোক লাগিছিল যথেষ্ট, পেট ভৰায়ে খালোঁ। ৰান্ধনি-ঘৰত আৰু জনপ্ৰাণী কোনো নাই, — নবৌ আৰু মই। ভনীজনীকো কোনে ক'লৈ নিলে ক'বই নোৱাৰিলোঁ। সুধিবৰো মন নগ'ল। নবৌৱে যেন বিমান বান্ধিছে সকলো মোক খুৱাব।

"হেই নবৌ, ইমানবোৰ কোনে খাব?"

"খোৱা, কিটোনো খাইছা, ভোক লগা নাই জানো?"

নবৌৰ কথাৰ প্ৰতিবাদ কৰিবৰ শক্তি যেন নোহোৱাই হৈ গৈছিল। অলপ পৰ মনে মনে থাকি, নিজক চম্ভালিব নোৱাৰি, সৰুকৈ সুধিলোঁ, "ঘৰত আৰু কোনো নাই নেকি নবৌ?"

"আকনো কিমান লাগে? দুজনীতো দেখিলাই।" হাঁহি নবৌৱে ক'লে।

মোৰ কাষতে বেৰৰ সিপাৰে কোনে যেন খুক্‌খুকাই হাঁহি উঠিল। মই অপ্ৰস্তুত হৈ গ'লোঁ। মোৰ অৱস্থা অনুমান কৰিব পাৰিয়ে হ'বলা নবৌৱে ক'লে,

"সকলো বিয়াঘৰত, ফুল আৰু চুহেইলী আছে। সিহঁত শুবই পায়— দিনটো বিয়াঘৰত টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছে।"

ফুল আৰু চুহেইলী বোধকৰো মই দেখা ছোৱালী দুজনী। ভাত খাই উঠি তামোলখন মুখত সুমাই আগফাললৈ ওলাই আহিলোঁ। হঠাৎ মই অহাৰ গম পাই ছোৱালী এজনী লাহেকৈ আন এখন দুৱাৰেদি পলাই গ'ল।

"অ' হওঁক পায়, ইহঁতে তোমাৰ বিছনাখনকে ঠিক কৰি দিলে। ৰাতি ভালেমান হ'ল, এতিয়া আৰু বহি থাকিব নালাগে, শুয়ে থাকা। পানী খাবা নহয়?" মোৰ উত্তৰলৈ অপেক্ষা নকৰি নবৌ ভিতৰলৈ গ'ল আৰু এগিলাচ পানী আনি দিলে। পানী গিলাচ খাই একো নকৈ মই বিছনাত দীঘল দিলোঁ।

"লেমটো জ্বলি থাকিলে তোমাৰ টোপনি আহিব জানো?"

মই ক'বলৈ ধৰোঁতেই ক'লে, "তুমি বাৰু শোৱা, মই আহি লেমটো লৈ যামহি। আঁঠুৱাখনত ফুটাচুটা আছে নেকি? চোৱাচোন?" কৈ কৈ নবৌৱে নিজেই লেমটো হাতত লৈ আঁঠুৱাখনৰ কেউফালে চালে।

"লেমটো নিয়াগে নবৌ, মই শুলো।"

"খিৰিকীখন খুলি থৈছোদেই, ৰাতি ভাল বতাহ আহিব, ফুলজোপাও ফুলিছে —"

মূৰৰ ওপৰৰ খিৰিকীখন খুলি থৈ নবৌৱে আকৌ এবাৰ কোঠাটোৰ চাৰিওকোণ চাই গ'লগৈ। যাবৰ সময়ত কৈ গ'ল, "লেম আৰু দিয়াচলাই তোমাৰ মেজৰ ওপৰত থৈছোঁ। দৰকাৰ হ'লে ল'বা।"

"ৰাতিপুৱা সোনকালে নজগাবা দেই নবৌ, আজি খুব শুম —"

কিজানো ভাবি নবৌৱে খুক্‌খুকাই হাঁহিলে আৰু ক'লে—

"আমাৰ এইবোৰ গাঁৱলীয়া ঠাই, কুকুৰাবোৰে আকৌ আধা ৰাতিতে ডাক দিয়ে, তোমাৰ টোপনি নাভাঙিলেই হয়।"

অলপ পৰৰ পিছত নিঃসাৰ হৈ পৰিলোঁ।

সকলো প্ৰতিবাদ ব্যৰ্থ কৰি নবৌৰ হুকুমেই জয়ী হ'ল।

বিয়ালৈ যাবৰ ইচ্ছা অকণো নাছিল, কিন্তু নোযোৱাকৈ আৰু নোৱাৰিলোঁ। ভাবিছিলোঁ গ'লেও নিৰ্বিকাৰ আৰু গম্ভীৰ হৈ থাকিম। নবৌৰ উৎপাতত সিও হৈ নুঠিল। মই যেন চিৰিয়াখানাৰ প্ৰাণী এটাহে, — বুঢ়ী, গাভৰু, জীয়াৰী, বোৱাৰী যাকে পালে তাকে টানি আনি নবৌৱে মোক পৰিচয় কৰি দিয়াত লাগিল। প্ৰথমতে কাণ-মূৰ ৰঙা পৰিলেও, শেষত মোৰ বেছ আনন্দ লাগিব ধৰিলে। নিজেও অনুভৱ কৰিব ধৰিলোঁ— সিহঁতৰ ঔৎসুক্য দেখি, মই হয়তো বাস্তৱিকে ধুনীয়া। গাভৰুবোৰৰ চকুলৈ পোনে পোনে চাব নোৱাৰিলেও, নোচোৱাকৈয়ো নোৱাৰিলোঁ।

অলপ লাজ কৰা যেন দেখিলেই নবৌয়ে কৈ দিয়ে, "লাজ কৰিব নালাগে, গিলি থ'ব পাৰা কোনো নাই ইয়াত।"

পেটে পেটে নবৌলৈ অলপ খঙো উঠা যেন লাগিছিল। তথাপিও কৃতজ্ঞতা আৰু মৰমত অন্তৰখন ভৰি উঠিছিল। ভাল পায় কাৰণেই ইমানবোৰ উপদ্ৰৱ কৰিছে।

ৰভাতলতো ভালেমানৰ লগত চিনাকি হ'লোঁ— নবৌৰ সম্পৰ্কীয়া ককাই, মোমাই, বহুতৰ লগত। এজন ডেকা ডাক্তৰৰ লগত বেছ ভাব হ'ল। মানুহজন বৰ মুক্ত আৰু নিৰহঙ্কাৰ। নাম তেওঁৰ ৰচিদ। সকলোৰে মাজত ৰচিদ ডাক্তৰ বুলি জনাজাত। স্থানীয় হাস্পতালৰ ডাক্তৰ। এতিয়াও অবিবাহিত। বয়স প্ৰায় ঊনত্ৰিশ-ত্ৰিশৰ ভিতৰতে।

বিয়া নৌ-ভাগোতেই ডাক্তৰে মোক একৰকম টানিয়েই তেওঁৰ ঘৰলৈ লৈ গ'ল। চৰকাৰী কোৱাৰ্টাৰত থাকে যদিও, বেছ চখ আছে। কোঠাবোৰ পৰিপাটিকৈ সজোৱা। বিয়াঘৰত খাই খাই আমনি লগা সত্ত্বেও তেওঁ আকৌ চাহ-তাহ খুৱাইহে এৰিলে। ওখই-পাখই, কথাই-বতৰাই মানুহজন জোখৰ। চকু দুটা অলপ সৰু, দেখিলেই বুজা যায় মানুহজন চতুৰ।

আৰু এজনী ছোৱালীৰ লগতো চিনাকি হ'ব লগাত পৰিল। অৱশ্যে ছোৱালীজনী প্ৰথম আহিয়ে নবৌহঁতৰ ঘৰত দেখিছিলোঁ।

ফুল নবৌৰ ভনীয়েক। চুহেইলী নবৌৰ মোমায়েকৰ জীয়েক। মোৰ লগত চিনাকি হোৱা ছোৱালী এই চুহেইলী। ফুলৰ সঙ্কোচ পাছদিনাই নবৌৱে ভাঙি দিলে। তায়ো আৰম্ভ কৰিলে 'ককাইটি' সম্বোধন। অলপ পাছতে সহজ হৈ পৰিলোঁ। হাজাৰ হওক, নবৌৰ ভনীয়েকতো। ছোৱালীজনী বেয়া নহয়। নবৌৰ নিচিনাই। দেখাত নবৌতকৈও ধুনীয়া নহ'লেও, কম নহয়। কথা-বতৰাত বেছ ভাল; তাতে গাভৰু কালৰ স্বাভাৱিক লাজ আৰু সঙ্কোচে বেছ মনোৰম কৰি তুলিছিল। ব্যৱহাৰ মোৰ ভালেই লাগিল।

বিয়া হৈ যোৱাৰ পাছদিনাই বৌৱে মোৰ শুশ্ৰূষাৰ ভাৰ এক প্ৰকাৰ ইচ্ছা কৰিয়ে যেন ফুল আৰু চুহেইলীৰ ওপৰতে এৰি দি ইঘৰ-সিঘৰ ফুৰাত লাগিল। মোক লগ পোৱাই দুৰূহ হৈ পৰিল। প্ৰত্যেক দিনা বাট চাই থাকো নবৌ আহিব, আৰু মই বিদায় লৈ ঘৰলৈ যামগৈ। কিন্তু ইচ্ছা কৰিয়ে যেন নবৌৱে মোৰ পৰা আঁতৰি ফুৰে। যেতিয়াই নবৌক বিচাৰোঁ— দেখো হয়তো ফুল নাইবা চুহেইলী ৰৈ আছে। অপ্ৰস্তুত আৰু নিৰুপায় হৈ পৰোঁ।

চুহেইলী ছোৱালীজনী ফুলৰ বয়সৰে। ওঁঠ দুটা অলপ সৰু, চকু দুটা অত্যন্ত গভীৰ। বৰণটো ফুলতকৈ অলপ নৰম, কিন্তু গঢ়টো বৰ মনোৰম। কথা-

বক্তৰাবোৰ বিশেষ জটিল নহয় যদিও, একেবাৰে সহজো নহয়। মোৰ লগত অৱশ্যে বৰ বেছি কথা নাপাতে।

ফুলৰ গাতে আঁউজি তায়ো মোক ককাইটিকে বুলিলে। কিন্তু অনুভৱ কৰিলোঁ যেন তাইৰ অলপ খোকোজা লাগে।

আবেলিৰ লগ হ'ল ৰচিদ ডাক্তৰ। মই তেওঁৰ ঘৰলৈ নৌ যাওতেই তেৱেঁই আহি হাজিৰ হয়হি। বেছ নিঃসঙ্কোচ আৰু সৰবৰহী। কালৈকো অপেক্ষা নকৰি চিধা চুহেইলীৰ কাষ পায়গৈ, তামোল-চাহ যিহকে পায় খুজি খায়। ঠাট্টা-মস্কৰা আৰু বহুত দিনৰ পুৰণি পৰিচয় থকাৰ দৰে স্বচ্ছন্দভাৱে ডাঙৰ ডাঙৰ কথাবো আলোচনা কৰে। মই যোগ দিবলৈ কথা আৰু সময়কে বিচাৰি নাপাওঁ।

আবেলি ডাক্তৰ আৰু মই নৈৰ পাৰত ফুৰোঁ। ফুৰি ভাল লাগে। শাৰী শাৰী গাঁৱৰ বোৱাৰীৰ পানী নিবলৈ অহা দৃশ্য অতিশয় মনোৰম। অলপ ৰয়, অলপ থমকে, অলপ হাঁহে, অলপ কিবা কয় তাৰ পাছত কলহত পানী ভৰাই লৈ যায়গৈ। আমি নিৰ্বিকাৰ আৰু অনাসক্তভাৱে চাওঁ, অন্য কিবা এটা কথাৰ আলোচনা কৰোঁ। ডাক্তৰে একেফালে, সিহঁতৰ ফালে চাই থাকে, যেন চাই থকাটো কোনো বেয়া কথা নহয়।

সুবিধা বুজি এদিন গধূলি ফুৰি আহি নবৌক ক'লোঁ, "নবৌ, এদিন-দুদিনকৈ আজিতো সাত দিন গ'লেই, মই কিন্তু কাইলৈ যামেই, কোনো কথা নামানো। তুমি যোৱা নে থাকা কি কৰা কৰা।" কথাটো যেন বৌৰ কোনো বিশেষ দৰ্কাৰী নহয়, এনেভাৱে বৌৱে প্ৰায়ে হাঁহিৰ সুৰতে ক'লে, 'অ' সাতদিন হ'লেইনে? বাৰু, আৰু সাত দিনমান থাকা, আজিতো ককাইটিয়েৰৰ চিঠি পালোঁ, তোমাক মোক লৈ যাবৰ কাৰণে লিখিছে।"

মই অপ্ৰস্তুত হৈ পৰিলোঁ।

"ককাইটিয়ে চিঠি দিছে? কেতিয়া?"

"এই যে আজি পালোঁ, চাবা নেকি? আৰু দহ দিনমান থাকা, তাৰ পাছত বাৰু যামগৈ।"

"দহ দিন! মই কেতিয়াও নোৱাৰোঁ। মই লাগিলে আকৌ এবাৰ আহি লৈ যামহি; তথাপি মই ইয়াত ইমান দিন পৰি থাকিব নোৱাৰোঁ।"

মোৰ কথাৰ দৃঢ়তাৰ সুৰটো শুনি হয়তো নবৌ ক্ষুণ্ণ হ'ল। নবৌ মোৰ কাষ চাপি আহিল আৰু আদৰৰ সুৰত, ভাষাত মৰম আৰু সমবেদনা সানি ক'লে, "ইয়াত থাকি তোমাৰ সঁচাকৈয়ে বেয়া লাগিছে নহয়? মই আগতে ভাবিছিলোঁ,ময়ে নহা হ'লেই ভাল আছিল। অকাৰণতে তোমাক টানি-আঁজুৰি কষ্ট দিলোঁ। থাকি যদি বৰ বেয়া লাগিছে তেন্তে নগৈনো আৰু কি কৰিম। এবাৰ অহাৰ কষ্টই জুৰিছে, আকৌ এবাৰ অহা কৰিবলৈ হ'লে, আৰু তোমাৰ কষ্টৰ সীমা নাথাকিব।

তুমিনো কিহত বেয়া পাইছা, খোৱাত নহয়নে বাৰু? আমি গাঁৱলীয়া মানুহ এনেকৈয়ে চলোঁ —”

নবৌৰ কথাবোৰ শুনি মনটো দমি গ'ল, আকৌ এবাৰ যাওঁ বুলি কৈ তেওঁক আঘাত দিবৰ আৰু সত নগ'ল। আচলতে কিন্তু কষ্ট বা দিগদাৰি মোৰ একোৱে হোৱা নাছিল। ইয়াত যিমান আদৰ-যত্ন পাইছোঁ, ঘৰত তাৰ আধাৰ আধাও নাপাওঁ। কিন্তু মনটো মোৰ বহুৱাব পৰা নাছিলোঁ। কিয়, মই নিজেই নাজানো।

নবৌক কিন্তু আৰু একো নক'লোঁ। মনত ঠিক কৰিলোঁ যোৱাৰ কথা আৰু কেতিয়াও নুলিয়াও। যেনে-তেনে চকু-কাণ মুদি পৰি থাকোঁ, যি কেইদিন নবৌ থাকে। তাৰ পাছত যিদিনা পাৰো যাম। নবৌক আৰু আঘাত দিয়া অন্যায়। নিজক ৰক্ষা কৰাৰ উপায হ'ল ফুল আৰু চুহেইলী। মনতে ঠিক কৰিলোঁ, সময় কটোৱাৰ দিহা কৰিবই লাগিব। গাঁৱলীয়া ঠাই। ক্লাব নাই, লাইব্ৰেৰী নাই, বাতৰিকাকত নাই, আছে কেৱল এটা হাস্পতাল। কি কৰি সময় কটাম? উপায় হ'ল ফুল আৰু চুহেইলী; অৱশ্যে ছোৱালীৰ লগত হাঁহি-ধেমালি কৰা জীৱনত এযেই প্ৰথম। আগৰ ডোখৰ নোৱাৰিলোঁ ককাইটিৰ পৰা। তাৰ পাছত সেইটো স্বভাৱত পৰিণত হোৱাদি হ'ল। ছোৱালীবোৰ কিবা এটা বেলেগ জীৱ, সিহঁতৰ লগত মোৰ জীৱনৰ কোনো সম্পৰ্ক নাই— এয়ে হ'ল ধাৰণা। ধাৰণা কিয়— বিশ্বাস। যোৱা পাঁচ বছৰৰ ভিতৰত কেইজনী বাহিৰা ছোৱালীৰ লগত কেইটা কথা পাতিছো আঙুলিৰ মূৰত হিচাপ কৰি ক'ব পাৰোঁ। আনকি নবৌৱেও কেইদিন এই কাৰণে ঠাট্টা কৰিছে। ক'ৰবাত ছোৱালী এজনী কেনেবাকৈ আমাৰ ঘৰলৈ আহিলেও মই পিছ দুৱাৰেদি অন্তৰ্ধান হওঁ।

কিন্তু ইয়াত আৰু তেনে কৰিলে নচলে। সময়তো কটাব লাগিব। নিজকে ক'লোঁ— এই গাঁৱলীযা ছোৱালীকেইজনীতকৈ নিজকে বেছি লাজকুৰীয়া কৰা কাপুৰুষতা। সিহঁতৰ ওপৰত নিজৰ জয় বিস্তাৰ কৰি যাবই লাগিব।

ফুললৈ অলপ ভয় লাগে। ফুল নবৌৰ ভনীয়েক। জটিল যদিও, চুহেইলীয়েই মোৰ কাৰণে সহজ। মই সিহঁতৰ লগত নিজকে খাপ খুৱাবৰ চেষ্টা কৰিলোঁ। কিন্তু অসুবিধা বহুতো।

দুয়োজনী কম শিক্ষিতা। ফুলে মাইনৰ পঢ়িছিল। চুহেইলীয়ে এতিয়াও পঢ়ি আছে। এইবাৰ হাইস্কুলৰ নৱম মানত। কম শিক্ষিতা মানে, মই যিমান পঢ়া সিমান নহয়। মোৰ দৰে সিহতে বি. এ. পাছ কৰি ল' পৰীক্ষা দিয়া নাই।

চুহেইলী ছোৱালীজনী অৰ্থপূৰ্ণ। কয় এটা, বুজাবৰ চেষ্টা কৰে আন এটা। চায় এফালে, লক্ষ্য কৰে আন কিবা এটা। জোৰ কৰি গভীৰ হয়, কিন্তু ভিতৰখন ভৰি থাকে হাঁহিৰে। গহীনকৈ হাঁহে, কিন্তু হাঁহিটো যেন কিবা এটা অৰ্থপূৰ্ণ, অথচ অকাৰণে দুখেৰে ভৰা। ছোৱালীজনীক বুজিবৰ মন যায়।

ফুলে যেন ইচ্ছা কৰিয়ে মোৰ আৰু চুহেইলীৰ মাজৰ পৰা নিজকে আঁতৰাই ৰাখিবৰ চেষ্টা কৰিলে।

পুৰা তিনিও বহি কথা পাতিছোঁ, খিৰিকীয়েদি আহি ৰ'দজাক চুহেইলীৰ মুখত পৰিছেহি। ফুলে হঠাৎ চুহেইলীৰ মুখৰ ফালে চাই হাঁহি দিয়ে। চুহেইলীয়েও হাঁহিলে আৰু ক'লে, আপোনাৰ চিৰিয়াখানাত সোমোৱা যেন লাগিছে আমাৰ ইয়াত, নহয়নে বাৰু?"

মোৰ অলপ ধেমালি কৰিবৰ মন গ'ল।

"ঠিক চিৰিয়াখানাত সোমোৱা যেনেই লাগিছে। প্ৰাণীবোৰ দেখিবলৈ কিন্তু বেয়া নহয়, মোৰ ভালেই লাগিছে।"

"মোক জেব্ৰা এটাৰ নিচিনা লাগিছে নহয়নে?" চুহেইলীয়ে নহঁহাকৈ ক'লে।

ফুলে অলপ হাঁহে আৰু কয়, "তই জানো জেব্ৰা দেখিছ?" অকণো অপ্ৰস্তুত নোহোৱাকৈ চুহেইলীয়ে ক'লে, "জেব্ৰা দেখা নাই, কিন্তু জেব্ৰা দেখা মানুহটো দেখিছো।"

ফুল মনে মনে থাকিল।ময়ো কোনো উত্তৰ বিচাৰি নাপালোঁ।

চুহেইলীৰ চকু দুটা বেছ ধুনীয়া।

"বাইটিয়ে কৈছে আপোনাৰ হেনো ইয়াত একেবাৰে থাকিবৰ মন যোৱা নাই, কেলেই বাৰু? তাত আপোনাৰ কোনোবা আছে, নহয়?"

"ওঁ আছেতো —" বিশেষ নভবাকৈয়ে ক'লোঁ।

"নাম কি বাৰু?" হঠাৎ চুহেইলীৰ প্ৰশ্নটো শুনি যেন কাণ-মূৰ গৰম হৈ উঠিল।

"নাম? কাৰ নাম?" মই সুধিলোঁ।

"সেই ছোৱালীজনীৰ!"

"ছোৱালীজনীৰ? কোন ছোৱালীজনীৰ?"

"সেই যে আপোনালোকৰ তাত আছে।"

"আমাৰ তাত আছে?"

"এতিয়া মনতে নপৰা হ'ল। ইপিনে মনত পৰি চটফট কৰি ইয়াত এঁৰা চৰিছে।" চুহেইলীয়ে ক'লে আৰু খুক্‌খুক্ কৰি হাঁহি উঠিল। মই কি কম বিচাৰি নোপোৱা হ'লোঁ যদিও, এজনী ছোৱালীৰ ওচৰত পৰাস্ত হ'বলৈ মাস্তি নহৈ ক'লো —

"অ' সেই ছোৱালীজনী। তেওঁৰ কথা আকৌ পাহৰিম কিয়?"

দুয়োজনী এইবাৰ অপ্ৰস্তুত হৈ পৰিল। বিস্ময়েৰে ফুলে মোৰ চুকুলৈ চালে। যেন মোৰ কথাযাৰ বুজিবৰ চেষ্টা কৰিলে। মই আৰু গহীন হ'বৰ চেষ্টা কৰিলোঁ।

মোৰ সেই নগৰত এৰি অহা ছোৱালীজনীক লৈ বহুত কথা হ'ল। তাই কিমান ধুনীয়া, কিমান পঢ়িছে, আনকি বিয়া কেতিয়া হ'ব এই পৰ্যন্ত। চুহেইলীক মোৰ বৰ মুকলি যেন লাগিল। কথা-বতৰাবোৰ বেছ মৰম লগা, বহুত দিন আপোন যেন লাগে।

ৰাতি জোনাক আছিল। নবৌৰ অনুৰোধত তিনিওজনীক ফুৰাবলৈ নিব লগাত পৰিলোঁ। তিনিওজনী মানে— ফুল, চুহেইলী আৰু মোৰ ভনীজনী।

প্ৰথমতে 'যাম' বুলি আমাক সাজু কৰি মূৰকত গাটো বেয়া লাগিছে বুলি নবৌ মূৰ-পোলোকা দিলে। কিয় ক'ব নোৱাৰোঁ। মোৰ বৰ বেয়া লাগিল।

ধুনীয়া জোনাক। বৰষুণৰ গোন্ধ মিহলি কোমল বতাহজাক আৰু নতুনকৈ গজা ঘাঁহবোৰৰ কেঁচা গোন্ধ। বহাগৰ গাঁও। ন বছৰৰ জোনাক কিন্তু ফুৰিবৰ কাৰণে তেনে কোনো ঠাই নাই। সকলো গাঁও একে বাট, একে ঘৰ। একে চোতাল।

আমি নৈৰ পাৰৰ ফালে গ'লোঁ। সেই ফালে অলপ নিৰ্জন আৰু মুকলিও।

ভনীজনী যেন এই-দুদিনৰ কাৰণে একেবাৰে গাঁৱলীয়া হৈ পৰিছে। ভয়-ভীত পাহৰি তাই হলং হলং আগবাঢ়ি যাব ধৰিলে, লগত ফুল। জোনাকত ফুৰিবলৈ আহি ইমান খৰকৈ খোজ কঢ়াৰ যে কিবা অৰ্থ থাকিব পাৰে, মই বিচাৰি নাপালোঁ। ফুল আৰু ভনীজনী কিন্তু অন্য ৰাজ্যত। ফুলে আৰম্ভ কৰি দিলে নৈত পৰি আত্মহত্যা কৰা কোনোবা এজনী ছোৱালীৰ কথা, কোনোবা কালৰে। দুয়োজনী সেই ঘটনা লৈয়ে মগ্ন। কথাৰ কোবত সিহঁত আমাক পিছ পেলাই বহুত আগবাঢ়ি যায়গৈ। তাৰ পাছত ঘূৰি চাই যেতিয়া দেখে আমাতকৈ সিহঁত ভালেমান আঁতৰি গৈছে— সিহঁত ৰয় আৰু আমাক মাতে, আমি আহি লগ ধৰোঁহি। কিন্তু অলপ পাছতে আকৌ আমাক এৰি আগবাঢ়ি যায়।

নৈৰ পাৰৰ জোনাক আৰু নীৰৱতা বৰ মনোৰম লাগে। দূৰে দূৰে ক'ৰবাত কুকুৰে ভুকে, ক'ৰবাত দূৰত গাঁৱলীয়া ডেকাহঁতে জুম পাতি জোনাকত বহি কিবাকিবি আলোচনা কৰে— সিহঁতৰ অস্পষ্ট কথাবোৰ টুকুৰা-টুকুৰ হৈ বতাহত ওপঙি আহে। কোনোবা চোতালত বহি বুঢ়ী আইহঁতে নাতিনীহঁতক ওমলাইছে। চোতালত পাটী পাৰি আঁঠুত নাতিনীহঁতক লৈ তেজীমলাৰ সাধু কৈছে, আৰু মাজে মাজে একোবাৰ তেজীমলাৰ দুখৰ গীত গাইছে। সেই বিষাদ-গীতৰ সুৰ বতাহত ওপঙি আহি নৈৰ পাৰৰ চাপৰ উলুবনবোৰত যেন সেই পুৰণি কাহিনীৰ পুনৰ সোঁৱৰণৰ বেদনা জগাই তুলিছে। পৃথিবীৰ প্ৰাচীন শান্তি সনাতন স্নিগ্ধতা যেন লাগিছিল। এটা সহজ আনন্দত মনটো অকথিত কিছুমান অধীৰতাৰে ভৰি উঠে।

মাজে মাজে চুহেইলী মোৰ একেবাৰে কাষ চাপি আহে। নৈৰ পাৰৰ উলু গচকি কৰা সৰু বাট— দুয়ো কাষে আঁঠুৱা কঁকলুৱা উলুবন। চুহেইলী মোতকৈ

আগবাঢ়িবও নোখোজে, পিছ পৰিবলৈও ভয় কৰে। কোনো মতে ঠেলা-হেঁচা কৰি কাষে কাষে গৈ থাকে। চুহেইলীৰ চুলিবোৰ বৰ ভাল গোন্ধায়।

মই আগলৈ চাওঁ, ফুলহঁত ভালেমান আগ বাঢ়িছে। পিঠিৰ পৰা মূৰলৈকে দেখি, তল ডোখৰ উলুবনৰ আঁৰত লুকাই পৰিছে। সিহঁত দুজনী নিজৰ আলোচনাত ব্যস্ত। আমাৰ কথা হয়তো পাহৰিয়ে গৈছে।

আমাৰ চাৰিওফালে ধৱল, অসীম জোনাক আৰু স্নিগ্ধ নীৰৱতা। মোৰ মনত লাগিল, এনে জোনাকতে যেন মানুহৰ ৰুদ্ধ প্ৰাণবোৰ হঠাৎ মুক্ত হৈ যায়। মানুহৰ বুকুৰ অকথিত কামনাবোৰ ৰূপ লৈ আকাশৰ নীলাবোৰত বুকুত ভাষা বিচাৰি বাউল হৈ উঠে। গাৰ কাষৰ চুহেইলীৰ সান্নিধ্যটো হঠাৎ মোৰ প্ৰাচীন আৰু সহজ যেন লাগিল।

"গাঁওবোৰ আপোনাৰ অকণো ভাল নালাগে, নহয়নে?"— নিস্তব্ধতা ভঙ্গ কৰি হঠাৎ চুহেইলীয়ে সুধিলে।

প্ৰশ্নটোৰ কাৰণে সাজু নাছিলোঁ, ঘূৰি চুহেইলীৰ মুখলৈ চালোঁ।

তাই নিৰ্বিকাৰ।

"আগতে নালাগিছিল, এতিয়া কিন্তু লাহে লাহে ভাল লাগিছে।"

"ভাল লাগিছে, সঁচাকৈয়ে? এতিয়ানো কিয় ভাল লাগিছে?"

"তোমালোকৰ কাৰণে।"

"আমাৰ কাৰণে, আমাৰ কাৰণে আপোনাৰ গাঁওখনকে ভাল লাগি গ'ল?"

"গাঁওখনকে নহ'ব পাৰে —"

কথাষাৰ শেষ কৰিবলৈ নিদি চুহেইলীয়ে ক'লে, "গাঁওখনক নহয় যদি আৰু কাক ভাল লাগিল?"

"এই ধৰা তোমালোকক —"

"আমাক আপোনাৰ ভাল লাগিছে?"

"লাগিছেতো। তোমালোকক মোৰ একেবাৰে আপোন যেন লাগিছে।"

চুহেইলী হঠাৎ ৰৈ গ'ল। মই ঘূৰি চালোঁ।

"এ আমি অন্য এটা বাটেদি আহিলোঁ হ'বলা। ফুলহঁত কেনি গ'ল? সিহঁত জানো এই বাটে গৈছে?"

ময়ো ৰ'লো। আগলৈ চাই দেখিলোঁ ফুলহঁত নাই। মোৰ অলপ ভয়েই লাগিল। সিহঁত বা কোন পিনে গ'ল। হয়তো মোৰ অৱস্থা বুজিয়ে চুহেইলীয়ে কথাটো পাতল কৰি দি হাঁহি ক'লে, "সিহঁত গাঁৱলীয়া ছোৱালী। বাট নেহেৰুৱায়। আপুনি ভয় কৰিব নালাগে। আপোনাকলৈহে ভয়— নগৰীয়া মানুহ, গাঁৱত আহি এবাৰ বাট হেৰুৱালে আৰু সততকাই বিচাৰি পোৱা টান।"

কথাষাৰ কৈ চুহেইলীয়ে মুখটিপি হাঁহিলে।

"আমিও তেনে ঘূৰো আৰু ৰাতিও যথেষ্ট হ'ল।"

"ফুলহঁত?"

আকৌ মই বিমোৰত পৰিলোঁ। "ইহঁত দুজনী আকৌ গ'ল ক'লৈ? চিঞৰি মাতিম নেকি?"

"জানো ইহঁত কেনি গ'ল?" বাঘে-চাঘে নিয়া নাইতো?"

"গাঁৱত বাঘে-মানুহে একেলগে থাকে। বাঘে মানুহ নিনিয়ে। নিয়ে যদি মানুহেহে নিব পাৰে। ইয়াত মানুহলৈহে ভয়।" ৰহস্য কৰিবৰ কাৰণেই যেন চুহেইলীয়ে ক'লে। কথাষাৰ কিন্তু মোৰ অলপ অশ্লীল যেন লাগিল। মই কি ক'ম বিচাৰি নাপালোঁ।

হঠাৎ চুহেইলী ঘূৰিল আৰু ক'লে, "আহক, আপুনি ভয় কৰিব নালাগে। আপোনাক কোনোৱে টানি নিনিয়ে, নিব খুজিলেও মই আছোঁ, ধৰি ৰাখিম।"

কোৱাৰ লগে লগে তাই হঠাৎ মোৰ হাত দুখন খামোচ মাৰি ধৰিলে আৰু এনে এটা টান মাৰিলে যে মই কোনো মতে তাইৰ গাত ভেজা ৰাখিহে থিয় দি ৰ'লো, নাকটো তাইৰ কপালত লাগি অলপ দুখো পালে।

মোৰ হাত-ভৰিবোৰ কঁপা যেন লাগিল। কাণ-মূৰ গৰম হৈ উঠিল। অথচ তাই মোৰ হাত দুখন এৰি দিয়া নাই। ছিঃ এতিয়া যদি ফুলহঁতে আহি দেখেহি, কি ভাবিব?

মোৰ হাত দুখন দুহাতত লৈ তাইৰ কান্ধৰ ওপৰত ৰাখি তাই উজ্জ্বল চকু দুটা তুলি মোৰ চকুলৈ চালে। জোনাকত তাইৰ মুখখন বগা, ধুনীয়া হৈ পৰিছিল। তাইৰ চুলিবোৰত জোনাকৰ ঢউবোৰ লাগি মনোৰম হৈ উঠিছিল।

লাহে লাহে চুহেইলীয়ে ক'লে, "ভয় নাই, ফুলহঁতে আমাৰ এই বাট চিনি নাপায়, অতপৰে সিহঁত গৈ ঘৰ ওলাবগৈ পায়। এইখন গাঁও, টাউনৰ দৰে হাজাৰ-বিজাৰ মানুহ ইয়াত নাই। গোটেই ৰাতিটো ইয়াতে বহি থাকিলেও আপোনাক আৰু মোক ইয়াত কোনেও বিচাৰি নাপায়হি?"

চুহেইলীৰ চকু দুটা অসম্ভৱ উজ্জ্বল। ওঁঠ দুটা অলপ অলপ কঁপিছে।

"কিন্তু সিপিনে বৌহঁত বাট চাই বহি থাকিব পায় —"

মই হাত দুখন চুহেইলীৰ হাতৰ মাজৰ পৰা এৰুৱাবৰ চেষ্টা কৰিলোঁ। হাত দুখন এৰি নিদি তাই গোটেই মানুজনীয়েই যেন লগতে আহি প্ৰায় বুকুতে সোমাই পৰিব। অপ্ৰস্তুত হৈ হাত দুখন অৱশভাৱে ঢিলাই দিলোঁ।

দুটা মিনিট।

হঠাৎ চুহেইলী যেন উচপ খাই উঠিল, তাই মোৰ বুকুৰ কাষৰ পৰা উচাট মাৰি আঁতৰি গ'ল, আৰু মোৰ হাত দুখনো এক মুহূৰ্ততে এৰি দি একো নকৈ ঘৰমুৱা হৈ খোজ আৰম্ভ কৰিলে। তাইৰ চুলিৰ গোন্ধটো মোৰ নাকত লাগি ৰ'ল।

পদুলিমুখ পাই দেখো ফুল আৰু ভনীজনী আহি চোতালতে বৈ আছেহি। ঘৰৰ দুৱাৰ বন্ধ।

"ফুল —"

নিজৰ মুখত আঙুলি দি ফুলে কাষ চাপি আহি ক'লে, "নিচিএৰিবি। আমি অকলে অহা বুলি জানিলে ডাবি দিব।"

"তোমালোক কেতিয়া পালাহি?"

"অথনিয়ে।"

"ভিতৰলৈ নগৈ ইয়াতে বৈ আছা কেলেই?"

"সেই কাৰণেই।"

"বাৰু এতিয়া মাতা —"

"আপুনি আৰু আমি একেলগে ফুৰি অহা বুলি ক'ব।"

"বাৰু ক'ম, তুমি ভয় খাব নালাগে।"

ফুলৰ চিএৰত নবৌৱে দুৱাৰখন মেলি চকু দুটা মোহাৰি মোহাৰি আমাৰ মুখলৈ চালে আৰু ক'লে, "ৰাতি দুপৰ হ'ল, তহঁত এতিয়াহে ঘূৰিছ। চকুত টোপনি ধৰা নাইনে?"

"আমাৰতো টোপনি ধৰিছে। এখেত আহিবলৈ নিদিলে কি কৰিম?" কৈ কৈ চুহেইলীয়ে মোক দেখুৱাই দিলে। বৌৱে মুখ টিপি হাঁহিলে।

আৰু পাঁচ দিন বৌহঁতৰ ঘৰত থাকিলোঁ। দিনকেইটা বৰ ভালেৰে যোৱা যেন লাগিল। নিজৰ ভিতৰত এটা পৰিৱৰ্তন অনুভৱ কৰিলোঁ। ফুলতকৈ চুহেইলীৰ কথা-বতৰাবোৰ বেছি মিঠা আৰু আপোন যেন লাগিল। কৃত্রিম কথা-বতৰা, কৃত্রিম মান-অভিমান সত্ত্বেও চুহেইলীক মোৰ সহজ, অকৃত্রিম লাগিল, কিন্তু মোৰ আচৰিত লাগিল নিজৰ পৰিৱৰ্তনটোৰ কাৰণে। এজনী গাঁৱলীয়া ছোৱালীৰ ওচৰত পৰাস্ত হোৱাটো নিজৰ পৌৰুষক অপমান কৰা যেন অনুভৱ হ'ল, কিন্তু তথাপি তাইৰ লগত কথা পাতি ঠাট্টা-ধেমালি কৰি ভাল লাগিল। ছোৱালীৰ সান্নিধ্যৰ যে এনে এটা মোহনীয় প্রভাৱ থাকিব পাৰে, এই প্রথম অনুভৱ কৰিলোঁ।

নবৌৰ আগত অৱশ্যে মোৰ লাজ লাগিল। আৰু যোৱাৰ দিন ঠিক কৰি বৌৱে যিদিনা খবৰটো মোক দিলে সেইদিনা মই বিশেষ আগ্ৰহ বা আনন্দ দেখুৱাব নোৱাৰিলো— বৌৱে হয়তো লক্ষ্যও কৰিলে।

কালিলৈ দোকমোকালিতে আমি বৌহঁতৰ ঘৰ এৰিম। নহ'লে নদী পাৰ হৈ বাছ ধৰি সিফালে ৰেল ধৰিব নোৱাৰিম। মোৰ মনটো অলপ বেয়া লাগিল।

আবেলি ডাক্তৰৰ ঘৰলৈ গ'লো মাত লগাই আহিবৰ কাৰণে। নানা কথাৰ মাজত ডাক্তৰে সুধিলে, "চুহেইলী, ছোৱালীজনীক আপোনাৰ কেনে লাগিল?"

প্রশ্নটো মই আশা কৰা নাছিলোঁ। তথাপি অপ্রস্তুত নহ'লোঁ।

"ভালেই" সংক্ষেপে মই ক'লোঁ।"

"আপুনি প্ৰেমত পৰা নাইতো? ছোৱালীজনীৰ বোলে এটা গুণ আছে, দুষাৰমান কথা কৈয়ে, এটা হাঁহি মাৰিয়ে ভাল ভাল মানুহকো জব্দ কৰি দিব পাৰে।"

কথাখিনি কৈ হাঁহি ডাক্তৰে মোৰ মুখলৈ চালে। মোৰ কাণ-মুৰ ৰঙা হৈ উঠিল। মোক ঠাট্টা কৰা নাইতো? মুহূৰ্ততে নিজক সংযত কৰি, ডাক্তৰৰ আগত নিজৰ দুৰ্বলতা প্ৰকাশ নকৰি সাহসিকতাৰে ক'লে, "মই কথাটো আগতে ভাবিবলৈকে নহ'ল। আগতে সাজু থকা হ'লে হয়তো এইকেইদিনৰ ভিতৰতে কিবা এটা কৰিব পৰা হ'ল হয়। আপুনিও খবৰটো বৰ দেৰিকৈ দিলে। কালিলৈ ৰাতিপুৱা যে যামগৈয়ে।" কৈ কৈ ময়ো হাহিলোঁ।

হঠাৎ ডাক্তৰৰ মুখখন মলিন হৈ গ'ল।

"কালিলৈকে আপোনালোক যাবগৈ? বেয়া নাপাব দেই, ধেমালিহে কৰিলোঁ"— অনুনয়ৰ সুৰত ডাক্তৰে ক'লে।

ডাক্তৰ মানুহজনক মোৰ ভাল লাগিল। মানুহজন সহৃদয়। মাজে মাজে আহিবলৈ আৰু সপ্তাহত অন্ততঃ এখনকৈ চিঠি দিবলৈ টানি অনুৰোধ কৰি, অৱশেষত ডাক্তৰে বিদায় দিলে। পদুলিমুখলৈকে আহি আগবঢ়াই থৈয়ো গ'লহি।

ডাক্তৰৰ তাৰ পৰা আহি নবৌক ক'লো, "কাইলৈতো যামগৈ। আজি অলপ ফুৰি আহো ব'লা নবৌ।"

নবৌৱে পিঠাগুৰি চালিছিল, পিঠাগুৰি লগা হাতখনেৰেই চকুৰ ওপৰলৈ দি বৌৱে মোৰ মুখলৈ চালে আৰু হাঁহি ক'লে, "আজি ৰাতি দুপৰতো আজৰি পালেও ৰক্ষা, পিঠাগুৰি খুন্দো, পিঠা সাজো, সেইবোৰ টোপোলা-টুপলি বান্ধি ঠিক কৰো, ইপিনে ভাতৰ যোগাৰো কৰিব লাগে। মোৰ আজি ফুৰাটো হৈছে। যোৱা তোমালোকেই ফুৰি আহাগৈ। ফুল যাব যদি যা তয়ো। চুহেইলীকো ক, যায় যদি যক।"

ফুলে ঢেঁকী দিছিল, ক'লে, "মই নাযাওঁ।" এনেতে এপিয়লা চাহ লৈ চুহেইলী ৰান্ধনিশালৰ পৰা ওলাই আহিল।

"চাহ মই খালোঁৱেই —" হাঁহি ক'লো।

"মই ক'ব পাৰোঁ —" পাতলকৈ হাঁহি চুহেইলীয়ে ক'লে।

চাহ পিয়লা হাতলৈ আগবঢ়াই দি ক'লে, "গাঁৱৰ চাহ, গৰম কম। এই পিয়লাও খাব পাৰিব। পেট নাকামোৰে।"

কথাষাৰত ফুলে মুখ টিপি হাঁহিলে।

বহুত নাযাওঁ নথওঁৰ পাছত, বৌৰ সকীয়নত যেতিয়া চুহেইলী ওলাল, তেতিয়া প্ৰায় আন্ধাৰেই হ'ল। মোৰো প্ৰায় ফুৰিবলৈ যোৱা আগ্ৰহটো নাইকিয়া

হৈ গ'ল। যেতিয়া দেখিলোঁ ফুৰিবলৈ চুহেইলীৰ বাহিৰে আৰু কোনো নোলাল, ৰাতিখন ছোৱালী লগত লৈ ফুৰিবলৈ যোৱাটো বৰ ঠিকো নালাগিল।

বেছি দূৰলৈ নগ'লোঁ। কৃষ্ণপক্ষ আৰম্ভ হৈছে— যথেষ্ট আন্ধাৰ, তাতে গাঁৱলীয়া বাট-পথ! সাপ-বাঘ কত কিলৈ ভয়।

কিহৰ বিষয়ে কথা পাতিম ঠিক কৰিব নোৱাৰি দুয়ো কিছুপৰ মনে মনে গ'লোঁ। চুহেইলী মোৰ কাষে কাষে। চুহেইলীৰ চুলিবোৰ আজিও গোন্ধাইছিল।

"চুহেইলী —" এনেয়ে মই মাতিলোঁ।

চুহেইলী মোৰ গাৰ কাষ চাপি আহিল।

"কি —" তাইৰ মাতটো গভীৰ।

"কাইলৈ আমি যামগৈ।"

"জানো।"

আকৌ কিছুপৰ নিস্তব্ধতা।

জোনাকী পৰুৱা দুই-এটা আমাৰ আগেদি উৰি যায়। বাটৰ কাষৰ সৰু সৰু জোপোহাবোৰত কিবা এটা খৰখৰায়। আমি মনে মনে গৈ থাকোঁ।

"চুহেইলী!"

"হোঁ।"

"তুমি আজি ইমান মনে মনে গৈছা কিয়?"

"আপুনি কালিলৈ যাবগৈ?"

"ওঁ বৌতো সাজুৱেই হ'ল।"

"এইকেইদিন আপুনি থকাৰ কাৰণে মোৰ বৰ ভাল লাগিছিল।"

"ব'লক আমি আৰু বেছি দূৰ আগ নাবাঢ়োঁ —" কোৱাৰ লগে লগে চুহেইলী ঘূৰিল আৰু সৰু ছোৱালী এজনীৰ দৰে মোৰ হাতখনত ধৰিলে।

"কিয়? ইয়াৰ পৰাই ঘূৰিবানে? আমিতো বেছি দূৰ অহা নাই।" মই তাইৰ পৰিবৰ্তনটোৰ কাৰণ বুজিব নোৱাৰিলোঁ।

"এৰা বেছি দূৰ অহা নাই, কিন্তু আৰু বেছি দূৰ আগবঢ়া ভাল নহয়।"

"ভাল নহয়?"

"ওঁ আপোনাৰ মোক ভাল লাগিছিল, মোৰো আপোনাক ভাল লাগিছে। তাতকৈ আৰু আগবঢ়া ভাল নহয় —"

মই কথা বিচাৰি নাপালোঁ। হয়তো আৰু চাৰিওফালৰ নীৰৱতাৰ প্ৰভাৱত মনটো অলপ চঞ্চল হৈ উঠিল। দুয়ো হাতেৰে ধৰি চুহেইলীক অলপ কাষলৈ চপাই আনিলোঁ। তাই অকণো প্ৰতিবাদ নকৰিলে।

"চুহেইলী?"

"হোঁ।"

"মই গুচি যাম কাৰণে তোমাৰ বেয়া লাগিছে।" তাই একো নামাতিলে। তাইৰ কোমল দেহাটো অৱশভাৱে যেন মোৰ বুকুৰ মাজত অৱলম্বন বিচাৰি অৱশ হৈ সোমাই পৰিল।

এজনী গাভৰু ছোৱালী যে ইমান অৱশ হ'ব পাৰে আগে নাজানিছিলোঁ।

গাঁও এৰি গুচি আহিলোঁ। আহিবৰ সময়ত ভাবিছিলোঁ চুহেইলীয়ে হয়তো লুকাই হ'লেও এটোপা চকুলো টুকিব। কিন্তু দেখি আচৰিত হ'লো চুহেইলীয়ে একো অনুভৱ নকৰাৰ দৰে হাঁহি হাঁহি আমাক বিদায় দিলে। আনকি ফুলৰ চকু দুটাও ঢুলঢুলীয়া হ'ল। কিন্তু চুহেইলী নিৰ্বিকাৰ। নবৌৰ চকুত কিন্তু বাৰিষাৰ ঢল। ইজনীক এবাৰ, সিজনীক এবাৰ; ইফালে, এবাৰ, সিফালে এবাৰ, দুয়োজনীকে চুমা খাই সাবটি ধৰি অস্থিৰ।

"যাওক দেই" প্ৰায় একে লগে একে সুৰতে ফুল আৰু চুহেইলী দুয়োজনীয়ে ক'লে। মই এজনীৰো চকুলৈ চাব নোৱাৰিলোঁ। আকাশখন তেতিয়া প্ৰথম প্ৰভাতৰ আলোকত উদ্ভাসিত হৈ উঠিছিল।

ঘৰ পালোহি। মনটো এটা নতুন ৰঙেৰে ৰাঙলী হৈ উঠিল। পৃথিৱীখনৰ বুকুত দেখিলোঁ আগে কোনো দিন নেদেখা এটা নতুন ৰূপ। জীৱনৰ বহু কথা যেন নুবুজাকৈ আছিলোঁ আৰু হঠাৎ আজি এটা ইঙ্গিততে সকলো বুজি উঠিলোঁ। প্ৰাণৰ ভিতৰখন এটা নতুন পোহৰত আলোকিত হৈ উঠিল। পৃথিৱীখন যেন আগতকৈ বহুত বেছি সেউজীয়া হৈ গৈছে। আকাশখন আগতকৈ বহুত বেছি নীলা হৈ গৈছে। জোনাকবোৰ যেন জীৱনৰ মাজত কোনোবা নেদেখা নক্ষত্ৰৰ বাতৰি দিবৰ কাৰণেই আহিছে। আৰু বতহজাক— তাত যে কাৰ চুলিৰ কেঁচা গোন্ধ, কাৰ ওঁঠৰ কোমল উষ্ণ পৰম, কাৰ বুকুৰ নীৰৱ গভীৰ বাণী। জীৱনৰ প্ৰতিটো মুহূৰ্তে আশা আৰু আনন্দেৰে ভৰি উঠে। পৃথিৱীখনৰ বুকুত যে ইমান সৌন্দৰ্য, ইমান আনন্দ লুকাই আছিল, জীৱনটোৰ মাজত যে ইমান মোহ, ইমান কামনা, ইমান তৃপ্তি সোমাই আছিল আৰু আজি সকলো ব্যক্ত হৈ উঠিল, মুঞ্জৰি উঠিল, মুখৰিত হৈ উঠিল— চুহেইলীৰ প্ৰাণৰ এটা অসাৱধান পৰশত। অকলেই হাঁহিলো।

মোকো, — এই পৃথিৱীত মোকো এজনী ছোৱালীয়ে ভাল পায়। এজনী ধুনীয়া গাভৰু, নতুন ছোৱালীয়ে ভাল পায়। মোক ভাল পায়। মোৰ আচৰিত লাগিল।

দিনবোৰ পাৰ হৈ যায়। নিজৰ বুকুৰ মাজত আনন্দবোৰ লৈ নিজক ব্যস্ত কৰি ৰাখোঁ। মোৰ আনন্দ মোৰ সম্পূৰ্ণ নিজা। হয়তো এয়ে প্ৰেম। মোৰ জীৱনৰ প্ৰথম প্ৰেম। সেয়ে তাৰ ইমান মাদকতা, ইমান উত্তাপ। সেয়ে পৃথিৱীখনত ইমান ৰূপ। ইমান উচ্ছল অনাবিল আনন্দ!

মাজে মাজে আশা কৰোঁ চুহেইলীৰ এখন চিঠি পাম। এখন সৰু ধুনীয়া চিঠি। কিন্তু চিঠি নাহে।

দিনবোৰ নৰয়।

আনন্দবোৰ পুৰণি হৈ আহে। উচ্ছলতা কমি আহে, গভীৰতা বাঢ়ে। আনন্দবোৰ বেথাৰ ৰূপ লৈ হিয়াখনৰ চাৰিওফালে আগুৰি ধৰে।

প্ৰাণত এটা অপূৰণীয় তৃষ্ণা অনুভৱ কৰোঁ। কিবা এটা যেন থাকি গ'ল— থাকি গ'ল—

বৌক কেতিয়াবা সুধিব খোঁজো চুহেইলীৰ খবৰ, কিন্তু লাজ লাগে। কিন্তু হঠাৎ অপ্ৰত্যাশিতভাৱে বৌৱেই কৈ দিয়ে— "চুহেইলীক তোমালৈ ধৰোঁ। কি কোৱা?"

চকু-কাণ ৰঙা পৰি মই ক'লোঁ, "ধেৎ।"

বৌৱে মোৰ কোনো প্ৰতিবাদ নামানিলে।

প্ৰস্তাৱ পঠিয়ালে। ময়ো আনন্দৰে অপেক্ষা কৰিলোঁ প্ৰত্যুত্তৰৰ কাৰণে। প্ৰায় ১৫ দিনৰ মূৰত উত্তৰ আহিল। অসম্ভৱ উত্তৰ! চুহেইলীৰ মাক-বাপেক সকলোৰে মত আছে, কিন্তু চুহেইলী মান্তি নহয়। চুহেইলীয়ে খাটাংকৈ কৈ দিছে, "মই তেওঁক বিয়া নকৰাওঁ।"

বৌৰ মুখ ক'লা পৰিল। লগে লগে মোৰো। কিন্তু বৌ নিৰস্ত নহ'ল। আৰু চুহইলীৰ ওপৰত প্ৰতিশোধ ল'বৰ মনেৰেই যেন এসপ্তাহৰ ভিতৰত অন্য এঠাইত ছোৱালী বন্দবস্ত কৰি পেলালে। পাত্ৰ হিচাপে মই বেয়া নাছিলোঁ, গতিকে ভাল ঘৰৰেই পাত্ৰী পোৱা গ'ল। মই বাদ-প্ৰতিবাদ একো নকৰিলোঁ।

এটা কথা মনত বাৰে বাৰে মোৰ মনলৈ আহিব ধৰিলে, চুহেইলীয়ে কিয় মোক বিয়া নকৰাও বুলি প্ৰত্যাখ্যান কৰিলে? কোনো কাৰণ মই বিচাৰি নাপালোঁ।

কেইবাদিনো, বহুত দিন ভাবিলোঁ, কিন্তু এনে এটা কাৰণ নাপালোঁ যাৰ কাৰণে মই চুহেইলীৰ অনুপযুক্ত। যাওক, গাঁৱলীয়া ছোৱালী।

বিয়াৰ আয়োজন হ'ল, বেছ ধুম-ধামেৰেই। সকলোৰে অজ্ঞাতসকাৰে নিজৰ মনটোক প্ৰবোধ দিব নোৱাৰি বিয়ালৈ মাতি চুহেইলীলৈ এখন চিঠি দিলোঁ, সনিৰ্বন্ধ নিমন্ত্ৰণ আৰু অনুৰোধ জনালোঁ যেন বিয়ালৈ আহে। কিন্তু নাহিল।

নবৌৰ মাক, ফুল, সকলো বিয়ালৈ আহিল, চুহেইলী নাহিল।

ৰাতি শুবলৈ ধৰি বৌৱে মাকক সুধিলে, "চুহেইলী নাহিল কেলেই?"

বেৰখনৰ ইপাৰে মই শুইছিলোঁ। তেওঁলোকৰ কথাবোৰ আহি কাণত পৰিলহি। চুহেইলীৰ নামটো শুনি কাণ দিলোঁ। নবৌৰ মাকে ক'লে, "কি আহিব, গাত সাত মাহ নে আঠ মাহ।"

"কি?" নবৌৱে যেন চিঞৰ মাৰিয়ে উঠিল, "কাৰ ফালৰ?"

"কাৰ হ'ব আৰু। ৰচিদ ডাক্তৰৰ।"

মই সেই পিনেই নিঃসাৰ হৈ পৰিলোঁ।

মোৰ বিয়া হৈ গ'ল। কপাল ভাল। ছোৱালীজনী বেছ ধুনীয়া আৰু স্বাস্থ্যৱতী।

কিছুদিনৰ পাছত চুহেইলীৰ এখন চিঠি পালোঁ। তাইৰ বিয়া ডাক্তৰৰ লগত।

নবৌক খবৰটো ক'লো।

বিৰক্তিৰ সুৰত নবৌৱে ক'লে, "সেইখেনো আকৌ বিয়া! জোৰ কৰি ডাক্তৰক ফান্দত পেলাই ল'লে, এতিয়া আৰু বিয়া নকৰি পাৰিলেহে হৈছে! বংশৰ নাক-কাণ কটালে এই অপাদীয়াবোৰে।"

"যাওঁ ওলোৱা নবৌ। বেছ ধুম-ধামেৰে বিয়া হ'ব। লগতে তুমি ঘৰটো এপাক মাৰি আহিব পাৰিবা। ইপিনেও ভনীয়েৰ।

নবৌ যেন খঙত জ্বলি উঠিল।

"তুমিয়ে যোৱা। কেইদিনমানতো —"

নবৌৱে আৰু একো নক'লে।

অৱশ্যে বিয়ালৈ যাবলৈ নহ'ল।

ইতিমধ্যে সাত বছৰ পাৰ হৈ গৈছে। ল' পাছ কৰিলোঁ যদিও ওকালতি নকৰি ভাল চাকৰী পাই, চাকৰ হৈ পৰিলোঁ। আজি চাৰি বছৰ। জীৱনটোৰ এটা গত লাগি পৰিছে।

ৰূপহীমুখ ঠিক টাউন নহয় যদিও, ঠিক টাউনৰ নিচিনাই। তাৰে অফিছৰ মই বিষয়া। আঢ়ৈ মাহ হ'ল ইয়ালৈ বদলি হৈ আহিছোঁ। ঠাইডোখৰ বেছ সুন্দৰ, হাৱা-পানী বেছ ভাল। মোৰ থকা কোৱাৰ্টাৰৰ পৰা কিছু দূৰতে পোষ্ট অফিছ, হাস্পতাল, থানা, তাৰ সিপাৰে হাইস্কুলটো।

প্ৰায় অকলেই ফুৰোঁ। সেই দিনাও ফুৰি আহিছোঁ। হঠাৎ হাস্পতালৰ গেটৰ মুখত দেখিলোঁ ৰচিদ ডাক্তৰ। ৰৈ দিলোঁ। ডাক্তৰেও মোৰ মুখলৈ চালে।

"হেই, আপুনি?"

"হেই, ডাক্তৰ?"

টানি নি ডাক্তৰে একেবাৰে নিজৰ ঘৰৰ ভিতৰ পোৱালেগৈ আৰু চিঞৰি ক'লে, "চুহেইলী চোৱা, দৌৰি আহা, চোৱা এয়া কোন আহিছে।"

তেওঁৰ কথাৰ লগে লগে চুহেইলীও দৌৰি আহিল। কিন্তু হঠাৎ ডাক্তৰৰ লগত মোক দেখি থতমত খাই ৰৈ গ'ল আৰু গাৰ কাপোৰখিনি সংযত কৰি ল'লে।

চুহেইলীয়ে এবাৰ মোৰ চকুলৈ চালে। তাৰ পাছত লাহে লাহে তাৰ পৰা ওলাই ৰান্ধনিশালৰ ফালে গ'ল।

আজি এসপ্তাহ হৈছে, ডাক্টৰ ইয়ালৈ বদলি হৈ আহিছে। ঔষধপাতিৰ ষ্টক চমজি লোৱাতে এইকেইদিন ব্যস্ত আছে। কেনিও ওলাবকে পৰা নাই।

চুহেইলীকো লগতে লৈ আহিছে। আৰু এটি ধুনীয়া ল'ৰা, প্ৰায় ছয়-সাত বছৰীয়া।

মানা কৰা সত্বেও চুহেইলীয়ে দস্তুৰমত চাহ-জলপান খুৱাই পঠিয়ালে। মই চুহেইলীৰ মুখ-চকুলৈ চালোঁ। ঠিক আগৰ সেই চুহেইলীজনী— অকণো পৰিৱৰ্তন হোৱা নাই। দেখি মোৰ ভাল লাগিল।

"বৌও ইয়াতে আছে নেকি?" চুহেইলীয়ে সুধিলে।

"ইয়াতে নাৰাখি আৰু ক'ত এৰি আহিবা।" হাঁহিবৰ চেষ্টা কৰি ক'লো।

"নবৌ খুব ধুনীয়া হয়নে? মোক ফুলে কৈছিল। নবৌ বোলে এজনী জাকত-জিলিকা ছোৱালী।"

মই হাঁহিলোঁ।

ডাক্টৰে কিবা এটা মন্তব্য প্ৰকাশ কৰিব ধৰিছিল। এনেতে বাহিৰত কোনোবা এটাই মাতিলে, "ডাক্টৰ বাবু।"

"এই আকৌ কোনোবা এটা আহি পালেহি। আপুনি নাযাব দেই, বহক কথা পাতক। মই বেগেতে আহোঁ।" কৈ আমাৰ উত্তৰলৈ অপেক্ষা নকৰিয়ে ডাক্টৰ ওলাই গ'ল।

কাষতে এখন চকী আছিল। আগবঢ়াই দি চুহেইলীক বহিবলৈ ক'লো। কিন্তু চুহেইলী নবহি থিয় দি থাকিল।

"নবৌক আপোনাৰ খুব ভাল লাগিছে নহয়?" চুহেইলীয়ে সুধিলে।

"তোমাক কোনে ক'লে?"

"কোনে ক'ব আৰু, আপোনাৰ চকু-মুখ দেখিলেই বুজিব পাৰি।"

কথাৰ সুৰ সলাই মই ক'লো, "অ' তোমাৰ বিয়ালৈ মই যাব নোৱাৰিলোঁ।"

"নাযায় বুলি মই আগতে জানিছিলোঁ।"

অলপ পৰ নিস্তব্ধতা।

"অ', পিছে তোমাৰ খবৰ কি? ডাক্টৰক কেনে লাগিছে?"

দাঁতকেটা উলিয়াই চুহেইলীয়ে হাঁহিলে আৰু ক'লে, "আপুনি বাৰু কি বুলি ভাবে।"

চুহেইলীয়ে আকৌ হাঁহিলে, এটা অৰ্থহীন অথচ তেজাল হাঁহি। হাঁহিটোৰ অৰ্থ মই নুবুজিলোঁ।

সন্ধিয়া লাগি আহিল। মই যাবৰ কাৰণে উঠিলোঁ। হঠাৎ চুহেইলীয়ে ক'লে, "সেই যে নৈৰ ঘাটত আমি এদিন ফুৰিবলৈ গৈছিলোঁ, আপোনাৰ মনত আছেনে?"

"আছেতো। মোৰ যে মাজে মাজে খুব মনত পৰে।"

"তাৰ পাছত মই আৰু এদিনো সেইফালে যোৱা নাই। যাবৰ সময়কে নাপালোঁ।" কথাযাৰ কৈ চুহেইলীয়ে হাঁহিবৰ চেষ্টা কৰিলে।

মই কোনো উত্তৰ বিচাৰি নাপালোঁ।

মই যাবৰ কাৰণে উঠিলোঁ। ডাক্টৰে যাওতে দুৱাৰখন বন্ধ কৰি গৈছিল। বেগাবেগিকৈ চুহেইলীয়ে দুৱাৰখন মেলি ধৰি একাষে থিয় দিলে।

হঠাৎ দুৱাৰখন পাৰ হৈ যাব ধৰোঁতে চুহেইলীয়ে হাতখন টান মাৰি ধৰিলে। মই ৰৈ গ'লোঁ। চুহেইলীয়ে হাতখন মুখৰ আগলৈ আনি চালে, তাৰ পাছত লাহে লাহে এৰি দিলে।

"কি চাহা চুহেইলী?" মই প্ৰায়ে অপ্ৰস্তুত হৈয়ে সুধিলোঁ।

"আপোনাৰ এই হাতখন আৰু এদিন মই ধৰিছিলোঁ নহয়? তাৰ কিবা দাগ আছে নেকি তাকে চালো।" চুহেইলীয়ে ক'লে।

মই চুহেইলীৰ মুখখনলৈ চালোঁ, চুহেইলীয়ে যেন অন্য কিবা এটা কথা ভাবিছে।

"এতিয়া যাওঁ বাৰু চুহেইলী, অন্য এসময়ত আহিম, ডাক্টৰক ক'বা।"

হঠাৎ চুহেইলীৰ এটা কেঁচা গোন্ধ নাকত লাগিল। ঠিক সেই পুৰণি মিঠা কেঁচা গোন্ধটো।

লাহে লাহে ওলাই আহিলোঁ। ...

প্ৰায়ে চুহেইলীহঁতৰ ঘৰলৈ যাওঁ। চুহেইলীহঁতে আহে। বহুত কথা পাতো। ভাল লাগে।

চুহেইলী ঠিক আগৰ চুহেইলীয়েই হৈ আছে। কোনো পৰিৱৰ্তন নাই— দেহৰো, মনৰো।

বিয়াৰ পূৰ্বে এটা সন্তানৰ মাতৃ হোৱা, ডাক্টৰৰ লগত বিয়া হোৱা— এই সকলো যেন মিছা কথা। কিন্তু প্ৰতীক আছে— ডাক্টৰ আৰু সিহঁতৰ ল'ৰাটো।

ইমানবোৰ জনা সত্ত্বেও কিন্তু মোৰ মনত লাগে যেন মই এতিয়াও চুহেইলীক ভাল পাওঁ। তাইক ঘৃণা কৰিব নোৱাৰোঁ।

বহুত কথা, সকলো কথাই চুহেইলীৰ লগত পাতিছোঁ কিন্তু এষাৰ কথা আজিও সুধিব পৰা নাই, কিন্তু চুহেইলীয়ে মোক বিয়া নকৰাও বুলিলে?

হয়তো আজি আৰু সেই কথা জানিও কোনো লাভ নাই।

# প্ৰেমৰ নাম সাধুকথা

বিদায় বেলাৰ দৃশ্যটো বৰ করুণ হৈ উঠিছিল। আৰু সেইদিনাহে সঁচাকৈয়ে অৰুণে বুজিব পাৰিছিল ৰঞ্জনা আৰু তাৰ মাজৰ মৰমৰ সম্পৰ্কটো কিমান গভীৰ। ৰেলত তুলি দিয়াৰ পিছত অৰুণে কোনো মতে থোকাথুকি মাতেৰে ক'ব পাৰিছিল, "তুমি নথকা দিনবোৰ মই যে কেনেকৈ কটাম কল্পনাও কৰিব পৰা নাই। সোনকালে ঘূৰি আহিবা দেই, আৰু নহা পৰ্যন্ত সপ্তাহত এখনকৈ চিঠি জৰুৰ দিবা। নহ'লে মই কিন্তু পাগল হৈ যাম।"

কোমল, করুণ মুখখনত এটা অদ্ভুত হাঁহি বিৰিঙাই, বুকুৰ ভিতৰখন তামোলটো যেনেকৈ ফালি দেখুৱাবৰ মনেৰেই যেন বুকুৰ খহি যোৱা চাদৰখন খহি যাবলৈ এৰি দি ৰেলৰ খিৰিকীৰে কুঁজা হৈ ৰঞ্জনাই কৈছিল, "পাগল হ'ব নেলাগে, মই যিমান সোনকালে পাৰো ঘূৰি আহিম। নগ'লোৱেইহেঁতেন, কিন্তু নগ'লে ভিনদেউইঁতে বৰ বেয়া পাব, পতুলইঁতক ৰখোতা কোনো নাই কাৰণেহে। চিঠি সদায় দিম— দিমেই, আপুনি কিন্তু মোৰ চিঠি পোৱাৰ লগে লগে উত্তৰ দিব। কওক দিব?"

কোৱাৰ প্ৰয়োজন নাছিল।

ৰেলখন গুচি যোৱাৰ পিছত কিছু সময় অশান্ত মনেৰে থিয় ঠাইতে থিয় দি থাকি তাৰ পিছত এটা গধুৰ উদাসীন মন লৈ অৰুণে নিজৰ ঘৰলৈ খোজ আগ বঢ়ালে। বহুত মানুহৰ মাজতো নিজকে তাৰ বৰ অকলশৰীয়া যেন লাগিল। কেতিয়াবা একোজনী মৰমলগা, চিনাকি ছোৱালীক এনেকৈ বিদায় দিবলগীয়া হ'লে মনবোৰ এনেকুৱা গধুৰ আৰু বিষণ্ণ লাগেই কিজানি— অৰুণো ভাবিলে।

সন্ধিয়া আমজাদ, পবিত্ৰ আৰু অৰুণৰ লগত ব্ৰীজ খেলিবৰ সময়তো অৰুণৰ মনটো বৰ পাতল বা প্ৰফুল্ল নেলাগিল। খেলাৰ শেষত যেতিয়া সকলো ঘৰাঘৰি গুচি গ'ল তেতিয়া ঘৰটোৰ ভিতৰত অৰুণে বৰ নিঃসঙ্গ অনুভৱ কৰিলে আৰু পঢ়া টেবুলখনৰ কাষলৈ গৈ, কেইবাটাও কিতাপৰ পাত লুটিয়ায়ো এশাৰীও পঢ়িব নোৱাৰিলে। তেতিয়া হঠাৎ উপলব্ধি কৰিলে যে অৰুণে বৰ্তমান মুহূৰ্তৰ আটাইতকৈ ডাঙৰ আৰু প্ৰয়োজনীয় কামটোকে কৰিবলৈ পাহৰি আছে! কি যে আচৰিত!

ফাউণ্টেন পেনটো আৰু নীলাভ কাগজৰ পেড্‌টো উলিয়াই লৈ অৰুণে চিঠি লিখা আৰম্ভ কৰি দিলে। ৰঞ্জনালৈ।

কথামতে, গৈ পোৱাৰ পিছদিনাই ৰঞ্জনায়ো এখন চিঠি দিলে। বহুত দ অনুভূতি, বহুত মৰম আৰু অলপ দৰকাৰী-অদৰকাৰী খবৰ থকা ৰঞ্জনাৰ চিঠিখনে

অৰুণক সঁচাকৈয়ে পাগল হৈ যোৱাৰ পৰা ৰক্ষা কৰিলে। চিঠিখন অৰুণে যিমানবাৰ পঢ়িলে, স্কুল-কলেজত থাকোঁতে সিমান পাঠ্যপুথি পঢ়া হ'লে, নিশ্চয় অৰুণে আকাশখন নীলা দেখাৰ কাৰণ নাইবা ফ্ৰেন্স ৰিভলিউচনৰ আদ্যোপান্ত এটা কথাও ভুল নকৰাকৈ লিখি দি আহিব পাৰিলেহেঁতেন। পঢ়োঁতে পঢ়োঁতে ৰঞ্জনাৰ চিঠিখনত থকা বৰ্ণাশুদ্ধিকেটা অৰুণৰ শুদ্ধ বুলি বিশ্বাস হৈ গ'ল। প্ৰেমিক-প্ৰেমিকাই চিঠিত যি ভাষা, যি ব্যাকৰণ, যি বাক্যই লিখে, সিয়েই শুদ্ধ।

তাৰ পিছতো নিয়মমতে অৰুণে চিঠি পাই যাব ধৰিলে,— সপ্তাহত এখনকৈ। অৰুণে যদি কোনো সপ্তাহত দুখনকৈ চিঠি দিলে, তাৰ অন্য কাৰণ একো নাই। সাত দিনত এসপ্তাহ হোৱাৰ পুৰণি নিয়মটো আজিও প্ৰবৰ্তি থকাৰ নিচিনা অবাঞ্ছনীয় প্ৰথাটোৰ প্ৰতিবাদ জনাবৰ কাৰণেহে, তেনে কৰিছিল, অৰুণক দোষ দিয়া নাযায়; অকলশৰীয়া, অবিবাহিত ডেকা মানুহে। ভাল দৰমহাৰ চৰকাৰী চাকৰি কৰে, চৰকাৰী চাকৰ-বাকৰো পায়, এখন জীপ গাড়ীও পায় আৰু কামৰ ভিতৰত প্ৰধানতঃ ডায়েৰী আৰু টি-এ বিল লিখে, এনে ধৰণৰ চৰকাৰী কাম বেয়া নহয়। ডাঙৰ ডেজিগনেচনৰ চাকৰি আৰু হিমালয় পৰ্বত একে বস্তু, কাৰো কোনো কামত নাহিলেও ওখ কাৰণেই হিমালয় পৰ্বতক সকলোৱে দূৰৰ পৰাই প্ৰণাম জনোৱাদি এনে বিষয় আৰু বিষয়াকো সকলোৱে শ্ৰদ্ধা কৰে। গতিকে চকীত বহি, আগত তিনিটা ফাইল থৈ অৰুণে যদি আঠ পৃষ্ঠাৰ প্ৰেমপত্ৰ লিখি দিনটো কটাই দিয়ে, আমাৰ তাত ঈৰ্ষা কৰিবলগীয়া একো নাই। অফিছৰ কেৰাণী-পিয়ন আদিয়েতো হাকিমে কিবা ৰিচাৰ্চৰ থিছিছ লিখিছে বা কন্‌ফিডেঞ্চিয়েল ৰিপ'ৰ্ট লিখিছে বুলিয়ে আমনি নকৰাকৈ আঁতৰি থাকে।

তিনিটা সপ্তাহ কাটি গ'ল।

শ, ডেৰ-শ মাইলৰ ভিতৰত হোৱা হ'লে অৰুণে হয়তো জীপখন লৈ এবাৰ স্পেচিয়েল ডিউটি দেখুৱাই ৰঞ্জনাক চায়ে আহিলগৈহেঁতেন। কিন্তু ৰঞ্জনা গ'ল শ্বিলঙলৈ— অৰুণৰ পৰা কেইবাশ মাইলো দূৰলৈ, আৰু ডিপাৰ্টমেণ্টো এনেকুৱা যে আজি এমাহেও এবাৰো অৰুণক কোনো স্পেচাল কাৰণত শ্বিলঙত মাতি পঠোৱা নাই।

চিঠিৰ বাহিৰে উপায় নাই।

এইবাৰৰ চিঠিখনত অৰুণে অলপ আশাপদ বাতৰি পালে। ৰঞ্জনাই লিখিছে— "বাইদেউক কালি হাস্পতালত থৈ অহা হ'ল, ডেলিভাৰীৰ টাইম এই মাহৰ শেষৰ ফালে। সকলো ভালে-ভালে হৈ গ'লে মই আৰু এমাহ-ডেৰমাহৰ ভিতৰতে ইয়াৰ পৰা যাব পাৰিম যেন লাগিছে। মই নেথাকিলে ভিনদেউৰ বৰ অসুবিধা হ'ব। পতুলটোৱে বাইদেউৰ লগ নেৰেই, মোক পাইহে অলপ আমনি কম হৈছে। পতুলটো কিন্তু বৰ ধুনীয়া হৈছে। ঠিক ভিনদেউৰ নিচিনা।"

... মই মানুহজনীহে ইয়াত আছো। মন-প্ৰাণ সকলো আপোনাৰ কাষতে এৰি থৈ আহিছো। ভয় নকৰিব, আপোনাৰ ৰঞ্জনা হেৰাই নেযায়।

অৰুণে উশাহ বিচাৰি পোৱা যেন পালে। কাটি যাব এমাহ, ডেৰমাহ। আকৌ ৰঞ্জনা আহিব, আকৌ আগৰ নিচিনা নানা বৰণীয়া দিনবোৰ আহিব। অৰুণে মনে মনে ঠিক কৰিলে— এইবাৰ আৰু বৈ থকা নহ'ব, ৰঞ্জনাক চিৰদিনৰ কাৰণে নিজৰ কৰি লোৱাৰ ব্যৱস্থা কৰি পেলাব লাগিব। ৰঞ্জনা নহ'লে মোৰ জীৱনটো থানবান হৈ যাব।

মনৰ ভাব বুজাই অৰুণে এখন চিঠিও লিখিলে ৰঞ্জনালৈ। মুখেৰে বহুবাৰ কোৱা কথাষাৰ চিঠিৰে লিখি জনাই অৰুণৰ আৰু ভাল লাগিল।

এদিন সদলবলে অৰুণৰ খুড়ীয়েক ওলালহি অৰুণৰ ঘৰত। অহাৰ কথা আছিল কিছুদিন আগতে, কিন্তু ল'ৰা-ছোৱালী লৈ ঘৰখন এৰি থৈ আহিবলৈ অলপ চিন্তা নকৰিলে নচলে। তেওঁৰ চকুৰ অসুখ, চছ্‌মাই ভাল কাম দিয়া নাই। মূৰ বিষায়, চকু এটা ৰঙা পৰে। চকুৰ গুৰিৰ পৰা কেতিয়াবা পানী ওলায়। ৰান্ধনিশালত সোমাবই নোৱাৰে। জুয়ে চকুত ধৰে।

তেওঁ আহিল অৰুণৰ ঘৰতে থাকি চকু বিশেষজ্ঞ ডাক্টৰ দত্তৰ হতুৱাই পৰীক্ষা আৰু চিকিৎসা কৰাবৰ কাৰণে। ডাঙৰ ল'ৰা-ছোৱালী দুটা অনা নাই। আঢ়ৈ বছৰীয়া কেঁচুৱাটো আৰু তাকে চোৱাচিতা কৰিবৰ কাৰণে ভনীয়েকৰ জীয়েক পাৰ্বতীক লৈ আহিছে।

অৰুণে বেয়া নাপালে। খুড়ীদেৱেক বৰ সাদৰী মানুহ। বয়স বৰ বেছি হোৱা নাই যদিও অসুখীয়া হোৱাৰ কাৰণে অলপ বয়সীয়া যেন দেখায়। মানুহগৰাকী বৰ নম্ৰ আৰু পৰিপাটি। অৰুণৰ নিজৰ ভাষাত, খুড়ীদেউক একেখন স্কুলতে কাম কৰা হেডমাষ্টৰণীৰ ভনীয়েক যেন লাগে। বৰ পাৰ্টিকুলাৰ।

পাৰ্বতী ছোৱালীজনীও গহীন। বিশেষকৈ অৰুণৰ সাক্ষাতত। অৱশ্যে তাইৰ চকুহালে হাঁহি থাকে। আৰু এজনী স্বাস্থ্যৱতী গাভৰু ছোৱালীৰ গাৰ অঙ্গ-প্ৰত্যঙ্গবোৰে যদি কিবা অব্যক্ত ভাষাৰে কোনো বুজি পোৱা মানুহৰ আগত কিবা কথা কয়, তাৰ বাবে কাকো জগৰীয়া কৰা নেযায়। বসন্তৰ আহ্বান নিজস্ব। খুড়ীয়েকৰ লগত এই এপৃথিৱী যৌৱন কঢ়িয়াই অনা গাভৰুজনী দেখি হঠাৎ অৰুণৰ বুকুৰ ভিতৰত কোনোবা এঠাইত সামান্য উখল-মাখল লাগিছিল যদিও, সেইদিনা অহা ৰঞ্জনাৰ শকত চিঠিখনৰ মাজত নিজক হেৰুৱাই পেলাই অৰুণে নিজক সংযমী পুৰুষ বুলি ভবাত কোনো আত্মপ্ৰবঞ্চনা নাই বুলি নিজক আশ্বস্ত কৰিলে।

চিকিৎসাৰ ব্যৱস্থা দীঘলীয়া। প্ৰথমে অৱজাৰ্ভেচনত থাকিব লাগিব। কিবাকিবি ঔষধ খাব লাগিব। তাৰ পিছত চকুৰ প্ৰকৃত ৰোগৰ ডায়েগনচিছ হোৱাৰ

পিছত অপাৰেচন অথবা অন্য ৰকমৰ চিকিৎসা আৰম্ভ হ'ব। অৰুণৰ ঘৰত সকলো সুবিধাই আছে। আহল-বহল চৰকাৰী ঘৰ, দুটামান কোঠালি এনেয়ে পৰি থাকে। অৰুণে কাৰো কোনো অসুবিধা নোহোৱাকৈ সকলো ঠিক কৰি দিলে, দক্ষিণ ফালৰ কোঠাটো খুড়ীদেৱেকক দিলে যাতে ৰান্ধনিশালৰ উত্তাপে নেপায়গৈ। তাৰ ইফালৰ অলপ সৰু কোঠাটোত থাকিব পাৰ্বতী; আৰু মাজৰ ডাঙৰ ড্ৰয়িং ৰুমটো এৰি আগফালৰ কোঠাটো আগৰ দৰেই থাকিল অৰুণৰ নিজৰ কাৰণে।

আহি পোৱাৰ পিছদিনাই অৰুণে খুড়ীদেৱেকক নিৰ্দেশ দিলে, "ৰান্ধনিশালৰ ফালে আপুনি কেতিয়াও নেযাব। জুই চকুৰ প্ৰধান শত্ৰু। আমাৰ ৰান্ধনি ল'ৰা আছে। দৰকাৰ হ'লে পাৰ্বতীয়েও অলপ সহায় কৰি দিব। নোৱাৰিবা জানো পাৰ্বতী?"

সামান্য হাঁহাৰ নিচিনা কৰি পাৰ্বতীয়ে ক'লে, "সেই কাৰণেই মই জেঠাইদেউৰ লগত আহিছোঁ।"

অৰুণে এজন অফিচাৰৰ গাম্ভীৰ্যৰে পাৰ্বতীক ক'লে, "মোৰ কাৰণে তোমালোকে কোনো কষ্ট কৰিব নেলাগে, খুড়ীদেউৰ যাতে কোনো অসুবিধা নহয় চাবা —"

ডালিমগুটীয়া দাঁত দুটাৰে তলৰ ওঁঠটোক অকাৰণতে কামুৰি ধৰি পাৰ্বতীয়ে ক'লে, "জেঠায়ে কৈছিল যে ইয়াত মোৰ কোনো অসুবিধা নহ'ব।"

অৰুণে পাৰ্বতীৰ মুখলৈ চালে। চাই থাকিল। অলপ সময় পাৰ্বতীৰ গাল-মুখ ৰঙা পৰিল, কিন্তু অতি সংযতভাৱে পাৰ্বতীয়ে ক'লে, "মোৰ ফালে কোনোবাই এনেকৈ চাই থাকিলে মোৰ অসুবিধা হয় —"

বিব্ৰত হৈ অৰুণ কোঠাৰ পৰা ওলাই গ'ল। প্ৰত্যেকজনী ছোৱালীয়ে বেলেগ বেলেগ ৰকমে কথা কয়। ...

এনগেজমেন্ট পেড্‌টো চাই অৰুণে এদিন অস্বস্তিৰে অনুভৱ কৰিলে যে ৰঞ্জনালৈ চিঠি লিখাৰ তাৰিখ দুদিন আগতে পাৰ হৈ গৈছে। কিন্তু তাতকৈ আচৰিত কথা যে ৰঞ্জনাৰ পৰা পাবলগীয়া চিঠিখন পোৱাৰ নিৰ্দিষ্ট দিন চাৰি দিনৰ আগতে পাৰ হৈ গৈছে। নিৰ্দিষ্ট দিনত নিজে চিঠি নিলিখাৰ কাৰণে 'অনুশোচনা' হ'লেও যথাসময়ত ৰঞ্জনাৰ চিঠি নোপোৱাৰ কাৰণে অৰুণ কিছু অধৈৰ্য্য হ'ল। ইহঁত কোনোবাই মোৰ চিঠি-পত্ৰবোৰ পাই গাইপ কৰা নাইতো! কিন্তু ইহঁত মানে কোনে? আগৰ চাকৰ-চকীদাৰবোৰে কোনোদিন তেনে কাম কৰা নাই। এতিয়াও নিশ্চয় নকৰে। তেন্তে পাৰ্বতীয়ে? নাই, পাৰ্বতী মোৰ কোঁঠালৈ কেতিয়াও নোসোমায়। কিবা কাৰণত ৰঞ্জনাইহে সময় মতে চিঠি দিব পৰা নাই। মানুহৰ ক'ত কি হ'ব পাৰে!

অৰুণৰ বৰ অলস লাগিল, হঠাৎ কোনো অজানিত কাৰণত ৰঞ্জনালৈ চিঠি লিখাৰ উদগ্ৰীৱ প্ৰেৰণাটো যেন সাম্প্ৰতিক কিবা কাৰণত নোহোৱা হৈ গৈছে।

তথাপি সেইদিনা ৰাতিৱে অৰুণে ৰঞ্জনালৈ এখন ধুনীয়া চিঠি লিখিলে। পিছদিনা ৰঞ্জনাৰ চিঠিও পালে, কিন্তু দেখি আমোদ অনুভৱ কৰিলে অৰুণে যে চিঠি পলমকৈ লিখাৰ কাৰণ সম্পৰ্কে কোনো কথাৰে উল্লেখ ৰঞ্জনাৰ চিঠিত নাই।

অৰুণৰ খুড়ীদেৱেকৰ চকু অপাৰেচন কৰাই ঠিক হ'ল। ডাক্টৰ দত্তই আশ্বাস দিলে যে দহ বা বাৰ দিনৰ ভিতৰতে তেওঁ হাস্পতালৰ পৰা আহিব পাৰিব। একো ভয় কৰিবলগীয়া নাই।

অৰুণৰ খুড়াকো যথাসময়ত আহিল, লগত ডাঙৰ ল'ৰা-ছোৱালীহাল লৈ। অৰুণৰ ঘৰখন জীৱন্ত হৈ উঠিল। পাৰ্বতী আৰু অৰুণৰ চাকৰটোৱে লৰা-ছোৱালীকেইটাৰ ভাৰ ল'লে। পাৰ্বতীক লগত অনা যে কিমান উচিত হৈছিল সেই কথা পাৰ্বতীৰ দক্ষতা আৰু কাৰ্যক্ষমতা দেখি অৰুণে ভালকৈ উপলব্ধি কৰিলে। নাৰীৰ পৰিচৰ্যা শক্তিৰ বিষয়ে অৰুণে কোনোবা মহিলা সমিতিৰ সভাত আদহীয়া ভদ্ৰলোকে দিয়া বক্তৃতা শুনিছিল, এইবাৰ নিজে দেখিলে। তাতোকৈ বিস্মিত হ'ল পাৰ্বতীয়ে অৰুণৰ কাৰণে লোৱা যত্ন আৰু সহৃদয়তাৰ দায়িত্বখিনি দেখি আৰু উপভোগ কৰি।

খুড়ীদেৱেকক হাস্পতালত ৰখা হ'ল। দিনটোৰ সৰহকণ সময় খুড়াকো তেওঁৰ কাষতে হাস্পতালতে থাকিব। অৰুণ-পাৰ্বতীহঁতো যাব; হাস্পতাল অৰুণৰ ঘৰৰ পৰা বেছি দূৰত নহয়।

অপাৰেচন হৈ গ'ল। অৰুণে জীপখনত কেতিয়াবা খুড়াকক আৰু কেতিয়াবা পাৰ্বতীহঁতক নি তেওঁক চাই আহেগৈ। খুড়াক থাকি আহে, পাৰ্বতীক লৈ অৰুণ ঘূৰি আহে। ঘৰটোৰ ভিতৰতো অৰুণ আৰু পাৰ্বতী অকলেই থাকে।

ৰঞ্জনাৰ পৰা অহা চিঠিৰ সংখ্যা কমি আহিব ধৰিলে। চিঠিবোৰ আগতকৈ পাতল হৈ আহিল, কথাবোৰো চমু হৈ আহিল। এইবাৰে, কিয় ক'ব নোৱাৰি অৰুণৰ বৰ বেছি বেয়া নলগা হ'ল। অৰুণেওতো আগৰ নিচিনাকৈ আজিকালি চিঠি নিলিখে।

তথাপি মাজে মাজে ৰঞ্জনাৰ কথা চিন্তা কৰি অৰুণৰ মনটো অলপ ব্যথিত হৈ পৰে। কেতিয়া যে ঘূৰি আহিব ৰঞ্জনাজনী। কত কথাই ক'বলগীয়া আছে।

তাৰ পিছত এদিন যিদিনা অৰুণে ৰঞ্জনাৰ পৰা পোৱা একেবাৰে চমু চিঠিখন পঢ়িলে, তাৰ মনটো বহুত মিঠা অনুভূতিৰে ভৰি পৰিল। হঠাৎ চকুৰ আগত এটা ৰ'দ-বগা ফট্‌ফটীয়া দিনৰ ছাপ জিলিকি উঠিল। ৰঞ্জনাৰ বাইদেৱেকৰ হাস্পতালতে এজনী ছোৱালী হৈছে। দুয়োৰে গা ভাল। কিন্তু বাইদেৱেকৰ শৰীৰ বৰ দুৰ্বল কাৰণে ১৫ দিনমান হাস্পতালতে থাকিহে আহিব। পুতুল আৰু ভিনদেউৰ ভাল।

সেই দিনাই অৰুণে ৰঞ্জনালৈ এখন দীঘলীয়া চিঠি লিখিলে। অন্য কথাৰ লগতে এযাৰ কথা সুধিলে— কেতিয়া আহিবা, কোন দিনা, কোন সময়ত বাৰু মই গৈ ষ্টেচনত তোমাৰ কাৰণে বাটচাই থাকিম। ষ্টেচনৰ জনতাৰ মাজত তুমি মোক চিনিব পাৰিবাতো? আৰু বহুত।

কিন্তু সেই চিঠিখনৰ পিছত আৰু ৰঞ্জনাৰ পৰা কোনো চিঠি অৰুণে নাপালে। অৰুণ বিৰক্ত হ'ল কিন্তু এইবোৰ ৰঞ্জনাৰ মিঠা ধেমালি বুলি নিজক আশ্বস্ত কৰিবৰ প্ৰয়াস পালে।

অৰুণে কিন্তু মাজে মাজে চিঠি দি থাকিল। এদিন হিচাপ কৰি চাই অৰুণে দেখিলে ৰঞ্জনা শ্বিলঙলৈ যোৱাৰ তিনি মাহৰো অধিক দিন হ'ল। ইমান সোনকালে ইমানবোৰ দিন কেনেকৈ পাৰ হৈ গ'ল! অৰুণৰ বুজিবলৈকে টান লাগিল। লগতে হিচাপ কৰি চাই অৰুণে দেখিলে যে যোৱা ২৭ দিন অৰুণে ৰঞ্জনাৰ কোনো চিঠিপত্ৰ পোৱা নাই। এইটো যে আচৰিত কথা। ৰঞ্জনাৰ চিঠি নোপোৱাকৈ ২৭ টাকৈ দিন অৰুণে কেনেকৈ কটাই দিলে, তাৰ নিজকে বুজিবলৈ টান লাগিল। পাৰ হৈ যোৱা উকা দিনবোৰ তাৰ বৰ অসাৰ্থক যেন লাগিল। এটা মুহূৰ্তৰ মাজত যেন এটানিটি হেৰাই গ'ল ঠিক ব্ৰাউনিঙৰ লাষ্ট ৰাইডৰ ওলোটাভাৱে।

এদিন দুপৰীয়া, পাৰ্বতী ৰান্ধনিশালত আছিল। ইতিমধ্যে খুড়াক ঘৰলৈ ঘূৰি গৈছে। কেনেকুৱা আছে খবৰ কৰিবৰ কাৰণে অৰুণ সোমাই গ'ল খুড়ীদেৱেকৰ কোঠালৈ। তেওঁৰ কাষৰ চকীখনতে বহি অৰুণে ইটো-সিটো সুধিলে।

তাৰ পিছত দুয়ো কিছুপৰ নীৰৱে বহি ৰ'ল। কাৰো যেন একো কথা ক'বলগীয়া নাছিল।

লাহে লাহে খুড়ীদেৱেকে অৰুণৰ মুখৰ ফালে চাই ক'লে, "অহা সপ্তাহত আমি যামগৈ বুলি ভাবিছো। ঘৰত খুড়াৰৰ বৰ অসুবিধা হৈছে চাগৈ।"

তেওঁ অলপ ৰ'ল। তাৰ পিছত ক'লে, "খুড়াৰে তোক সুধিবলৈ কৈছিল। জানো ক'লে তই বেয়া পাব নেকি। এৰা সুধিবলৈ কৈছিল— পাৰ্বতীক তোৰ কেনেকুৱা লাগিল?"

কথাষাৰ কৈ তেওঁ সপ্ৰশ্ন চাৱনিৰে অৰুণৰ মুখলৈ চালে।

অৰুণে অলপ থতমত খালে। তাৰ পিছত ৰান্ধনিশালৰ পৰা পাৰ্বতী আহিছে নেকি চাই সৰুকৈ ক'লে, "পাৰ্বতী বৰ ভাল ছোৱালী খুড়ীদেউ —"

"ভাল ছোৱালী নোহোৱা হ'লে জানো তোক কওঁ, খুড়াৰক তেন্তে কম —?"

"কি ক'ব?"

"পাৰ্বতীক তোৰ ভাল লাগিছে বুলি।"

হঠাৎ অৰুণৰ কাণ-মূৰ ৰঙা পৰি উঠিল, তাৰ ডিঙিটো শুকাই যোৱা যেন লাগিল।

"মানে খুড়ীদেউ ..."

এনেতে পাৰ্বতীয়ে হৰ্লিক্সৰ গিলাচটো লৈ কোঠালৈ সোমাই আহিল। অৰুণে এবাৰ পাৰ্বতীলৈ চাই তলমূৰ কৰিলে।

সহজভাৱে পাৰ্বতীয়ে অৰুণক ক'লে, "আপুনিও এগিলাচ খাব নেকি?"

"মই এপিয়লা চাহ খাম" বুলি কৈ অৰুণ কোঠাৰ পৰা ওলাই গ'ল।

বাহিৰত ঘোপমৰা অন্ধকাৰ হৈছিল। এটা নাম নোহোৱা কাৰণত ৰাতিটো অশান্ত হৈ উঠিছিল। অৰুণৰ বহু চেষ্টা সত্ত্বেও টোপনি অহা নাছিল। শা-শব্দ নকৰি অৰুণ বাহিৰলৈ ওলাই আহিছিল।

হঠাৎ যেন বাৰাণ্ডাৰ সমুখত অৰুণে কাৰোবাৰ উশাহৰ শব্দ শুনিবলৈ পালে। আজি বাৰাণ্ডাত কোনোবা শুইছে নেকি?

অৰুণ আগবাঢ়ি গ'ল, আন্ধাৰতে কিবা এটাই লৰচৰ কৰা যেন অনুমান হ'ল।

"কোন?" চেপা অস্পষ্ট মাতেৰে অৰুণে মাতিলে।

"মই, পাৰ্বতী!" তাতোকৈ সৰু মাত।

"তুমি শোৱা নাই? ইয়াত কি কৰিছা পাৰ্বতী?"

"অলপ বাহিৰলৈ যাওঁ আহক, জেঠাইদেৱে সাৰ পাব।"

আন্ধাৰৰ মাজেদিয়ে খট্‌খটিয়েদি নামি দুয়ো চোতালৰ মাজলৈ আহিল।

পাৰ্বতী ৰ'ল, অৰুণৰ মুখামুখিকৈ ঘূৰিল আৰু আন্ধাৰতে সুধিলে, "দুপৰীয়া জেঠাইদেৱে কি সুধিছিল?"

অৰুণ অলপ অপ্ৰস্তুত হৈ পৰিল, "তেনেকৈ একো নহয়। তোমাৰ বিষয়ে সুধিছিল— মানে?"

"মানে মই বুজিছো, আপুনি কি উত্তৰ দিলে?"

"উত্তৰ?" অৰুণ আৰু অসুবিধাত পৰিল।

"জেঠাইদেউক বেয়া নাপাব। আপোনাৰ বিষয়ে একো নেজানে কাৰণেই মোৰ বিষয়ে আপোনাক সুধিছিল।"

অৰুণ যেন আৰু বিবুদ্ধিত পৰিল। কি কয় পাৰ্বতীয়ে।

"মই তোমাৰ কথা ভালকৈ বুজা নাই পাৰ্বতী —"

"মই জানিছো যে আপুনি বুজা নাই। আপোনাৰ আৰু ৰঞ্জনাৰ সম্পৰ্কৰ কথা জেঠাইদেউহঁতে একোকে নেজানে।'

"কিন্তু তুমি কেনেকৈ কি জানিলা পাৰ্বতী?"

"ক'লে আপুনি মোক বেয়া পাব, এতিয়া নকওঁ। সময় সুবিধা পালে কেতিয়াবা কম বাৰু।"

অলপ সময় মৌনতা।

তাৰ পিছত পাৰ্বতীয়েই আকৌ ক'লে, "মোৰ বিষয়ে জেঠাদেৱে আপোনাক নিজেহে সুধিলে, তাৰ বাবে কিন্তু মোক বেয়া নেপাব।"

হঠাৎ যেন অৰুণে পাৰ্বতীৰ কথাত আমোদ পালে। আন্ধাৰতে পাৰ্বতীৰ ফালে হাতখন মেলি দিলে অৰুণে। পাৰ্বতী অলপ আঁতৰি গ'ল। হতাশ বা ক্ষুণ্ণ নহৈ অৰুণে প্ৰায় ফুটায়ে ক'লে, "খুড়ীদেৱে সোধা কথাখিনি জানো তুমি সুধিব নোৱাৰিলাহেঁতেন?"

অকণো নৰৈ পাৰ্বতীয়ে ক'লে, "আপোনাৰ ৰঞ্জনাই জানো সেই প্ৰশ্ন আপোনাক হেজাৰবাৰ সোধা নাই?"

অৰুণ স্তব্ধ হৈ গ'ল।

আন্ধাৰ ৰাতিয়ে ছোৱালীবোৰক মুখৰা কৰি তোলে নেকি?

অৰুণ আন্ধাৰৰ মাজতে আৰু ভালেমান পৰ থিয় দি থাকিল। পাৰ্বতী কিন্তু আৰু অলপো নৰৈ অৰুণৰ গাৰ কাষেদিয়ে ভিতৰলৈ গুচি আহিল। সশব্দে নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি অৰ্গল লগাই দিলে।

আৰু এসপ্তাহৰ পিছত খুড়াক আহি পাৰ্বতীহঁত আৰু অৰুণৰ খুড়ীদেৱেকক লৈ গ'লহি।

অৰুণ অলপ হতাশ হ'ল। আৰু কোনোৱে কোনো প্ৰশ্ন উত্থাপনো নকৰিলে। কোনেও একোকে নক'লেও। পাৰ্বতীয়েও সহজভাৱেই মাত লগাই বিদায় লৈ গ'লগৈ।

হঠাৎ অৰুণৰ ঘৰৰ ভিতৰখন বৰ বেছি ৰকমে শূন্য পৰি গ'ল। ঘৰত থাকিবৰ মন নোযোৱা হ'ল অৰুণৰ। বহু আশা কৰা সত্বেও ৰঞ্জনাৰ কোনো চিঠি অৰুণে নেপালে।

তাৰ পিছত এদিন শ্বিলঙৰ চেক্ৰেটাৰীয়েটত নিজৰ বিভাগীয় বহু জৰুৰী কথাৰ আলোচনা কৰিবলৈ থকাটো বেয়া ৰকমে অনুভৱ কৰিলে অৰুণে আৰু পিছদিনাই শ্বিলঙলৈ যাত্ৰা কৰিলে।

শ্বিলঙলৈ কেতিয়াবা গ'লে অৰুণ থাকে ডাক্তৰ মিত্ৰৰ লগত। মিত্ৰ অৰুণৰ পুৰণি বন্ধু। ডাক্তৰে শ্বিলঙত প্ৰাইভেট প্ৰেক্টিচ কৰে, ব্যৱসায় ভাল, ক্লায়েন্টৰ ভিতৰত কেইবাটাও মিনিষ্টাৰৰ ফেমিলি আৰু ডাইৰেক্টৰ, চেক্ৰেটাৰী আদিৰ পৰিয়াল আছে। পাঁচ মিনিট দেৰিকৈ টোপনি অহাটোও হ'ল এটা অসুখ, গতিকে ডাক্তৰৰ অৰ্জন ভালেই হোৱাটো স্বাভাৱিক।

থাৰ্ড গেটেদি শ্বিলং পাই অৰুণে মিত্ৰৰ ঘৰলৈকে পোনালে। বাছ ষ্টেচনৰ পৰা ফোন কৰিছিল। ডাক্তৰ তেতিয়া ঘৰত নাই, হয়তো ক'ৰবাত আৰ্জেণ্ট কল আছে। অবিবাহিত মানুহ, হয়তো ক্লাবতো থাকিব পাৰে।

অৱশ্যে ডাক্তৰ মিত্ৰৰ ঘৰলৈ আহিবলৈ অৰুণৰ আগজাননী নিদিলেও চলে।

খাই-বৈ উঠাৰ পিছত দুয়ো কিছু সাধাৰণ ব্যক্তিগত কথা পাতিলে। তাৰ পিছত মিত্ৰই সুধিলে, অৰুণ শ্বিলঙত কেইদিনমান থাকিব। অৰুণে ক'লে, কাম আছে, কেইদিনমান হ'ব পাৰে।

ডাক্তৰে ক'লে, "তেন্তে তুমি থাকিবা, মই কালিলৈ পুৱাতে কলিকতালৈ যাম।"

"কলিকতালৈ? হঠাৎ যে?"

"নকলে তুমি বেয়া পাবা নেকি? ডাক্তৰে সুধিলে, তাৰ পিছত নিজেই ক'লে, "আৰু তোমাৰ কোনো ইণ্টাৰেষ্ট নাই যেতিয়া কোৱাত আপত্তি নাই অৱশ্যে; কথাটো ইয়াত প্ৰায় সকলোৱেই জানে। মাত্ৰ মই কৈছো বুলি নোলালেই হয়।"

"কিন্তু কথাটো কি? তোমাৰ প্ৰফেছনৰ লগত সম্পৰ্ক থকা কথা নহয় নেকি?"

"নিশ্চয় সম্পৰ্ক থকা, নহ'লে মোক কোনে বিচাৰিব? আমাক সাধাৰণতে মানুহ জীয়াবৰ কাৰণে পইচা দিয়ে, কিন্তু কেতিয়াবা মানুহ মাৰি সমাজক জীয়াই ৰাখিবৰ কাৰণেও আমাক পইচা দিয়ে।"

"তোমাৰ কথা মই ভালকৈ বুজা নাই মিত্ৰ —।"

"আমাৰ পৃথিবীখনৰ লগত তোমাৰ পৰিচয় বৰ বেছি এতিয়াও হোৱা নাই। বাৰু এতিয়া শোৱা যাওক।

"তুমি মোক অলপ চিন্তিত কৰি তুলিলা মিত্ৰ, কালিলৈতো তুমি কলিকতালৈ যাবা। পুৱাতে, কিয় যোৱা?"

"তাকেইতো তোমাক কৈছো, কেতিয়াবা আমি টকা ল'বলগীয়া হয় মানুহতকৈ মানুহৰ মৰ্যাদাক জীয়াই ৰাখিবৰ প্ৰয়োজনত। শুনিবা কিয় যাওঁ?"

চিগাৰেট এটা জ্বলাই লৈ মিত্ৰই ক'লে, "কামটো বৰ আনপ্লেজেণ্ট, এজনী অবিবাহিতা ছোৱালীৰ মৰ্যাদা ৰক্ষা কৰিবৰ কাৰণে। শিক্ষিতা ছোৱালী, ইয়ালৈ অলপ দিনৰ কাৰণে আহিছিল। আহিছিল অকলশৰে, পিছে এতিয়া ঘূৰিবলগীয়া হৈছে পেটত এটা অবাঞ্ছনীয় ভ্ৰূণ লৈ। তাৰে এটা ব্যৱস্থা কৰিবলৈ মই যাবলগীয়া হৈছে।"

"তুমি কিয়?"

"নহ'লে কথাটো বৰ মুকলি হৈ যোৱাৰ ভয়, তাতে ভদ্ৰলোক যথেষ্ট পজিচন থকা মানুহ।

অৰুণে কৌতূহল বোধ কৰিলে। সি অনুৰোধ কৰিলে যেন মিত্ৰই কথাটো ভাঙি কয়।

মিত্ৰই ক'লে।

অৰুণ স্তব্ধ হৈ গ'ল।

কিছুপৰৰ বিৰক্তিৰ নীৰৱতাৰ পিছত অস্পষ্ট মাতেৰে অৰুণে তলমূৰ কৰি ক'লে, "মই বিশ্বাস কৰিবলৈ টান পাইছো মিত্ৰ।"

হাঁহি মিত্ৰই ক'লে, "আজিৰ পৃথিৱীৰ বহুত কথাই আমি বিশ্বাস কৰিব নোৱাৰো। কিন্তু যাৰ সাক্ষী মই নিজেই, তাক অবিশ্বাস নকৰিবৰ উপায় আছে জানো?"

আৰু কোনো কথা-বতৰা নহ'ল, দুয়ো নীৰৱে শুবলৈ উঠি গ'ল।

ৰাতি কিন্তু অৰুণৰ টোপনি নাহিল। এটা কথা অৰুণৰ বুজিবলৈ টান লাগিল ঃ ৰঞ্জনাই জানো জানি-শুনি এই ভুল কৰিলে ঃ আৰু বাইদেৱেক হাস্পতালত থকা সময়খিনিৰ ভিতৰতে ৰঞ্জনাৰ নিচিনা এজনী ছোৱালীয়ে নিজ ভিনীয়েকৰ ওপৰত আত্মসমৰ্পণ কৰি অবৈধ মাতৃত্বৰ কলঙ্ক ল'বলৈ আগ বাঢ়িব পাৰিলে কেনেকৈ? দুৰ্বোধ, অবিশ্বাস্য, অসম্ভৱ!!

কিন্তু অসম্ভৱেই যদি, কালিলৈ মিত্ৰৰ লগত ৰঞ্জনা কলিকতালৈ যাবলৈ ওলাইছে কিয়?

পিছদিনা মিত্ৰ আৰু অৰুণ একেলগে শোৱাৰ পৰা উঠিল। কিন্তু চাহটোপা কাণে-মূৰে খায়ে অৰুণ উঠি পুল'ভাৰটো কান্ধত পেলাই ললে আৰু জীপখন ষ্টাৰ্ট দি চিএৰি অৰুণে ক'লে, "মিত্ৰ, ৰঞ্জনা ছোৱালীজনীক ক'বা যে, এজন মানুহ কালি আবেলি তেওঁৰ খবৰ কৰিবৰ কাৰণে আহিছিল। খবৰটো লৈ আজি তেওঁ আকৌ ঘূৰি গ'ল, ৰঞ্জনাক লগ পাই যাবলৈ, তেওঁৰ এতিয়া সময় নহ'ল। তেওঁৰ হাতত থকা ৰঞ্জনাৰ চিঠিবোৰ তেওঁ আকৌ এবাৰ পঢ়ি চাবলৈ গৈছে। ...

# বিহুৰ উপহাৰ

পৰোঁ পৰোঁ হৈ ঢলং-পলং কৰি মানুহজনে বিস্ত্ৰাখনৰ পৰা নামি আহিল। আগবেলা। পুহৰ শেষ। বুকু কঁপোৱা জাৰ আৰু ফেৰ্‌ফেৰীয়া বতাহ। ডেকা মানুহৰে গাৰ কঁপনি উঠিছে। ৰ'দ ওলাইছে কিন্তু নিস্তেজ। সেই ৰ'দৰ গাত উত্তাপ দিব পৰা শক্তি অকণো নাই।

মানুহজনে যেন শৰীৰৰ শেষ শক্তিকণ দি বিস্ত্ৰাখনৰ পৰা ডাক্তৰ অনিল বৰঠাকুৰৰ মেডিকেল চেম্বাৰলৈ খোজকেটা দিছিল। ডাক্তৰ চেম্বাৰৰ বাৰাণ্ডাতে থিয় দি বৈ আছিল। ট্ৰাফ ৰ'ডৰ নিচেই কাষতে, নগৰৰ মাজতে ডাক্তৰৰ চেম্বাৰ আৰু ক্লিনিক।

তেওঁৰ ফাললৈকে অহা দেখি ডাক্তৰে মানুহজনলৈ চালে। মানুহজনে এবাৰ ডাক্তৰৰ মুখলৈ অতি কষ্টেৰে চাই বেতৰ চকীখনতে শ্ৰান্তভাৱে বহি পৰি উশাহ ল'বৰ চেষ্টা কৰিলে।

এখন শেঁতা পৰা বিবৰ্ণ মুখ। ঘূৰণীয়া, সমগ্ৰ মুখত ল'ৰাকালৰ মাৰাত্মক বসন্তৰ মাৰ নোযোৱা দাগ। চকু দুটা সৰু সৰু, কোঁটৰগত সোমোৱা। এসময়ৰ পূৰঠ ঘূৰণীয়া মুখখন খীণাই গালৰ হাড় দুডাল ওলাই পৰিছে। থুঁতৰি আৰু নাকৰ তলৰ কেইডালমান নিশকতীয়া আধা পকা ডাড়ি। তেলৰ মুখ নেদেখা চুলিখিনি মলিন। আউলি-বাউলি। ডাক্তৰ বৰঠাকুৰে মানুহজনক চিনি পায়। আগে লগ পাইছে। বৰ ঘনিষ্ঠতা অৱশ্যে নাই; তথাপি ডাক্তৰে তেওঁক জানে।

ব্যৱসায়ী সীমাৰ পৰা কিছু আগুৱাই গৈ ডাক্তৰে ব্যগ্ৰতা প্ৰকাশ নকৰিবৰ চেষ্টা কৰি ক'লে, "আপোনাৰ গাটো বৰ ভাল নহয় নেকি বড়া?"

নাকে-কাণে যোৱা মাতটোৰে সেহাই সেহাই, সেপ ঢুকি বড়াই কোনো মতে ক'লে, "গা বৰ বেয়া, আপোনাৰ ওচৰত চোৱাবলৈহে আহিছো। অনুগ্ৰহ কৰি পাৰে যদি চাই দিয়কচোন।"

ডাক্তৰে বুজিছিল। ভিতৰলৈ নি ডাক্তৰে বড়াক ভালকৈ চালে। চাই ডাক্তৰ আচৰিত হ'ল। মানুহজন জীয়াই আছে কেনেকৈ? গাত তেজৰ লেশ নাই। বুকুত এবুকু গেলা কফ— উশাহ-নিশাহ বন্ধ হোৱাৰ অৱস্থা। পাকস্থলী কগ্ন, পেটৰ নাড়ীবোৰ অস্বাভাবিকভাৱে শুকাই গৈছে। ভিটামিন কেলচিয়াম যিবোৰ সামগ্ৰীয়ে মানুহক জীয়াই থকাৰ শক্তি দিয়ে, সেই সকলোবোৰৰ চূড়ান্ত অভাৱ। তথাপি যে মানুহজন বাচি আছে।

ৰোগটো কি ডাক্তৰে নোসোধাকৈয়ে বুজিলে। অনাহাৰ আৰু অৰ্ধাহাৰত এজন প্ৰায় ডেকা মানুহৰ এনে অৱস্থা হৈছে। বড়াক প্ৰশ্ন সোধাৰ প্ৰয়োজন ডাক্তৰে

অনুভৱ নকৰিলে। কিন্তু বড়াই নিজেই ক'লে, "ষ্টন হৈছে কিজানি, গেষ্ট্ৰিকত ভুগিছোঁ। ভালেমান দিন হ'ল, পেটটো বৰ বিষায়। আলচাৰ হৈছে কিজানি।"

মিছা কথা ক'বনে নক'ব ডাক্তৰে এবাৰ ভাবিলে; কিন্তু ৰোগীয়ে যেতিয়া নিজেই বুজিছে আৰু মুকলিকৈ বুজাই লাভ নাই। সান্ত্বনা দিবলৈ চেষ্টা কৰাটো অৰ্থহীন বুলি জানিও ডাক্তৰে ক'লে, "একো চিন্তা নকৰিব, চিকিৎসা কৰিলে সোনকালে ভাল হৈ যাব। মই দুটামান ঔষধ দিও, নিয়ক— খাওকগৈ। আৰু চিভিল হাস্পতালৰ ডাক্তৰলৈ মই এখন চিঠি দিওঁ। আপুনি নি দিবগৈ। ময়ো আজি যাম। আপোনাক তাতে এটি চিট দিবৰ কাৰণে ক'ম। দিব; আপুনি তালৈকে যাওকগৈ এতিয়া।"

"তাত চিট হ'ব জানো?"

"মই যেনে-তেনে দিহা কৰি দিম।"

ডাক্তৰে ভিটামিনৰ বড়ি আৰু অন্য কিবা ঔষধৰ দুটামান ফাইল বড়াক দিলে, ক'লে, "দাম দিব নালাগে— এইবোৰ আমি এনেই পাওঁ।"

একো নকৈ বড়াই নিস্তেজ চকু হালেৰে এবাৰ ডাক্তৰলৈ চাই কৃতজ্ঞতা জনালে।

গাত লৈ থকা তেনেই পুৰণি আৰু মলিয়ন এৰীয়া কাপোৰখনে বড়াৰ জাৰ ৰক্ষা কৰিব পৰা নাছিল। জাৰত মানুহজন কঁপিছিল। বেগাবেগিকৈ ডাক্তৰে চিঠিখন লিখি তেওঁৰ হাতত দিলে আৰু ক'লে, "আপুনি এতিয়া ক'লৈকো যাব নেলাগে। চিভিল হাস্পতাললৈকে যাওক। মই লিখি দিছোঁ, চিট দিব।"

চিঠিখন হাতত লৈ বড়া থিয় হ'ল। আৰু চোলাৰ জেপৰ পৰা এটকীয়া নোট এখন উলিয়াই ডাক্তৰলৈ আগবঢ়াই দি ক'লে, "আৰু দিব নোৱাৰিলো, বেয়া নাপাব।"

ডাক্তৰে শান্তভাৱে ক'লে, "মোক একো দিব নেলাগে, তাৰে আপুনি কিবা কিনি খাব —"

অব্যক্ত কৃতজ্ঞতা জনাই বড়া বৰঠাকুৰৰ চেম্বাৰৰ পৰা যেন নতুন আশা আৰু জীৱনী শক্তি লৈ ওলাই গ'ল। খোজ কাঢ়িবলৈ শক্তি নোহোৱা ভৰি দুখনেৰে দুৰ্বল খোজকেটা পেলাই বড়াই হাস্পতালৰ ফালে খোজ আগবঢ়ালে। এটা অস্ফুট হুমুনিয়াহ কাঢ়ি ডাক্তৰ চেম্বাৰলৈ সোমাই গ'ল। মনে মনে তেওঁ কেৱল চিন্তা কৰিলে— এই মানুহজন আৰু কেইদিন জীয়াই থাকিব? এই বিদায় লৈ যোৱাই জানো শেষ বিদায় নহয়?

একেলগে আহিছিল দৈন্য-দাৰিদ্ৰ্যৰ অভিশাপ আৰু স্বপ্নৰ দুৰাশা। ঘৰৰ ভিতৰৰ গোকাট দাৰিদ্ৰ্যক বাহিৰ জগতৰ প্ৰাচুৰ্যই গাহৰাই দিছিল। পুৱা-গধূলিৰ আকাশৰ উভৈনদী বৰ্ণালীৰ মোহে লুইতপৰীয়া শিশু-মনক অবুজ আশা আৰু

বিপুল উদ্দীপনাৰে বিহ্বল কৰি তুলিছিল। পৃথিৱীখন কিছুমান নাম নোহোৱা স্বপ্নৰে ভৰি পৰিছিল। শিশুমনৰ হেজাৰ স্বপ্ন পৃথিৱীৰ দিশে দিশে বিয়পি পৰিছিল বৰ্ণালী হৈ। সমগ্ৰ সৃষ্টিত কেৱল ৰঙৰ খেলা— চৌদিশে কেৱল হেজাৰ ৰামধেনুৰ ৰঙৰ উছব-বৰ্ণালীৰ শেষ নাই— বৈচিত্ৰ্যৰ অন্ত নাই। এই ৰং অনাদি, এই ৰং অনন্ত। কিন্তু আনে যি ৰং চাই কেৱল বিস্মিত হয়, অভিভূত হয়, স্তম্ভিত হয়। সেই ৰঙে উদ্দাম, উদ্বাউল কৰে লুইতৰ পাৰৰ এটা স্বপ্নবিভোৰ কিশোৰক। পৃথিৱীখনৰ মুহূৰ্ত মুহূৰ্তৰ পৰিবৰ্তনশীল বৰ্ণালীৰ যি বৈভৱ আৰু প্ৰাচুৰ্যতাক কেৱল চাই থাকিয়ে সন্তুষ্ট নহয়, এই শিশু— তাক সি ধৰি ৰাখিবৰ প্ৰয়াস কৰে। জীয়াই ৰাখিবলৈ বিচাৰে, কাকতৰ চিত্ৰপটত, কেনভাচত। অদ্ভুত হাবিয়াস এই ল'ৰাটোৰ। সি দৃঢ়প্ৰতিজ্ঞ; সি ছবি আঁকিব— আঁকিবই। সি চিত্ৰকৰ হ'ব। শিল্পী হ'ব। লুইতৰ পাৰ প্ৰকৃতিৰ বুকুৰ সোণ-ৰূপৰ ৰং-বহুণবোৰ, মানুহ, আকাশ, নদী আৰু অৰণ্যবোৰ কাল্লাহীন স্বপ্ন আৰু আলোছায়াৰ বিস্ময়বোৰ সি তুলিকাত যুগমীয়াকৈ ধৰি ৰাখিব। অদ্ভুত দুৰাশা, আচৰিত খেয়াল।

সমুদ্ৰৰ বুকুৰ দ্বীপ নহয়। লুইত আৰু সোৱণশিৰিয়ে বাহু মেলি আৱৰি ৰখা মাজুলী। এই মাজুলীৰে এখন অখ্যাত গাঁৱৰ এটি অখ্যাত পৰিয়ালৰ এটি দুৰাকাংক্ষী কিশোৰক এদিন বলিয়া কৰি তুলিলে ৰূপ-ৰসৰ ৰহস্যময় পৃথিৱীখনে। তাৰ কাণত পৰিল আকাশৰ নীলিমাৰ আহ্বান, বননিৰ শ্যামলিমাৰ আহ্বান। বিৰিঙানিৰ বিভা জিৰজিৰণিৰ আহ্বান ভৰা। লুইতৰ জোৱাৰৰ উন্মত্ত আহ্বান। শৰতৰ শীৰ্ণ সোৱণশিৰিৰ শান্ত ৰূপৰ স্বাগত নিমন্ত্ৰণ। এই আহ্বানে ধৰা দিলে কিশোৰ মনৰ পৰীসূতাৰে ৰচা অনামী স্বপ্নৰ ৰূপত।

মিচিচিপিৰ পাৰৰ কোনো ল'ৰা বা ছোৱালীৰ নাম কোনোবাই মিচিচিপি ৰাখিছেনে নাই নেজানো, ভল্গাৰ পাৰৰ কোনো ডেকাৰ নাম ভল্গা আছেনে নাই নেজানো। হয়তো নাই, কিন্তু নদীৰ দেশ ভাৰতত? ইয়াত নদীৰ নাম ৰাখে মানুহৰ, মানুহৰ নামেৰে নাম ৰাখে নদীৰ। নদী যিমান আপোন, মানুহো সিমান আপোন। নদী হয় কাৰোবাৰ পিতা, কাৰোবাৰ আই, কাৰোবাৰ সখী, কাৰোবাৰ মিতা। গঙ্গাৰ পাৰৰ পৰা বহুত দূৰতো আছে হেজাৰ হেজাৰ গঙ্গাৰাম, গঙ্গাধৰ; কতৰ ঘৰে ঘৰে আছে যমুনা, ভোগদৈ, ময়নামতী— নদী নিচেই আপোন, বুকুৰ কুটুম, সোদৰৰ ভাই।

হয়তো সেই কাৰণেই মাজুলীৰ অখ্যাত গাঁৱৰ অখ্যাত পৰিয়ালৰ এই ৰূপকলীয়া ল'ৰাটিৰ নাম কোনোবাই ৰাখিছিল লোহিত বড়া।

অপ্ৰকাশিত মনীষাৰ প্ৰতিশ্ৰুতি লৈ, স্বকীয় প্ৰতিভাৰ স্বাক্ষৰ লৈ লোহিতে জীৱনতকৈ জীৱন-স্বপ্নক ডাঙৰ কৰি তুলিবৰ চেষ্টা কৰিলে। লোহিত ধনী, মানী, জ্ঞানী একো হ'বলৈ নিবিচাৰে, বিচাৰে ৰূপৰ সাধক হ'বলৈ। শিল্পী হ'বলৈ, জগত

জোৰা ৰূপৰ ঐশ্বৰ্যৰে প্ৰাণৰ ভঁৰাল ওপচাই পেলাইছিলে। সেয়েহে বৰ্ণালীৰ অৰুণ অৰুণ পোহৰক কাঙালৰ দৰে বুকুত সাৱটি ল'বৰ সাধনা কৰিলে লোহিতে।

এদিন মাজুলীৰ পলসুৱা বোকাৰ মায়া এৰি লোহিতে আভুৱা দৰিদ্ৰ, অসহায় লোহিতে ভৰি দিলে নিচিনা নজনা কলিকতা মহানগৰৰ ৰাজপথত। নাম লগালে কলিকতাৰ আৰ্ট স্কুলত। পৃথিৱীৰ সকলো আৰ্ট স্কুলত বিচাৰিলে আধাফলিয়া আদৰ্শবাদী স্বপ্ন-বিলাসী ৰূপসাধকেই ওলাব বেছি। লোহিতক কলিকতাৰ আৰ্ট স্কুলত দেখি স্কুলৰ শিক্ষক-ছাত্ৰ কোনো আচৰিত নহয়। অসমে খবৰেই নেপালে। কোনোবাই গম পালে যদিও 'মূৰ্খ মাজুলীয়ালৰ মূৰ্খতি' বুলি ইতিকিং কৰিলে, ছবি আঁকাওনো পঢ়িবলৈ যায়নে? সেইটো কিবা বিদ্যা নেকি? কিবা এটা গাছ কৰি খাটিখুটি কিবা এটা চৰকাৰী কামত সোমাব পায়। ...

লোহিতৰ প্ৰতিভাই অঙ্কুৰিত হোৱাৰ উন্মেশ কৰিলে। লোহিতৰ শক্তিশালী তুলিকাৰ নতুন নতুন সৃষ্টিয়ে শিক্ষক-ছাত্ৰ সকলোকে বিস্মিত কৰিলে। পৰীক্ষাত লোহিতে প্ৰথম দ্বিতীয় স্থান অধিকাৰ কৰিব ধৰিলে।

'আবাহন'ত লোহিত বড়াৰ ছবি ওলাল, অসমীয়া ৰাইজে চালে। কোনোবাই বুজিলে, কোনোবাই নুবুজিলে, এজন অসমীয়া শিল্পীয়ে আঁকা এখন ছবি সম্পৰ্কে কিবা ক'বলগীয়া আছে বুলি আমাৰ পণ্ডিতসকলে তেতিয়াও শিকা নাই। তথাপি লোহিতে আঁকি গ'ল, খ্যাতিৰ আশাত নহয়, সৃষ্টিৰ আনন্দত। লোহিতে কি আঁকিলে? লোহিতৰ ৰক্তত মিহলি হৈ আছিল আই অসমৰ সাত বৰণীয়া ৰূপৰ আধাৰ। কলিকতাৰ মেছত বহি বহি লোহিতে আঁকিলে বিহু। বিহুৱাৰ ছবি, অসমৰ নৈ, বিৰিণা ঘাঁহ-বনৰ হালোৱা-হাজুৱা, বোৱণী-দাৱনীৰ ছবি। অসমীয়াৰ বাহিৰে অসমখনক কোনে বুজিব? কোনে চিনিব? আৰু ক'ত আছে লুইতৰ বালি বগী ঢকেঢকী? আৰু ক'ত আগলী কলাপাত লৰে কি চৰে, চিলনী আই মোৰ আগতে পৰে? আৰু ক'ত তেজীমলা মৰি পদুম ফুল হয়? আৰু ক'ত আগবাৰী বাৰী শুৱনি কাকিনী তামোলে পাছবাৰী শুৱনি পাণ, বৰঘৰ শুৱনি জীয়ৰী ছোৱালী ...?

অসমীয়া শিল্পীৰ বাহিৰে কোনে এইখন অসমৰ ৰূপ দিব পাৰিব? কোনে প্ৰাণ দিব পাৰিব?

শিল্পী লোহিতে এইখন অসমকে তুলিকাৰ সহায়েৰে পৃথিৱীৰ আগত দাঙি ধৰাৰ সবল সাধনা কৰিলে।

কিন্তু সাধনাই শেষ কথা নহয়। এদিন হঠাৎ লোহিতৰ ৰূপ-সাধনাৰ কলা-সৃষ্টিৰ পথ বন্ধ হৈ গ'ল।

দ্বিতীয় মহাযুদ্ধ আৰম্ভ হ'ল। তুলিকাৰ যুগ শেষ হ'ল, বন্দুকৰ যুগ আৰম্ভ হ'ল। শিক্ষা অসম্পূৰ্ণ কৰি মাজুলীৰ ল'ৰা মাজুলীলৈ ঘূৰি আহিল, বং তুলিকা, ৰাম-লাকটু কেটা টোপোলা বান্ধি। আৰম্ভ হৈছে মানুহৰ তেজেৰে মাটিৰ বুকুত

মৃত্যুৰ ছবি আঁকাৰ যুগ। শিল্পীৰ তাত ঠাই নাই। তাত ঠাই আছে অগ্নিবৰ্ষী কামনাধাৰী সৈনিকৰ। বহুত আধৰুৱা স্বপ্ন আৰু বহুত আধা আঁকা ছবি বুকুত বান্ধি এদিন লোহিত আহি ঘৰ ওলালহি।

জীয়াই জীয়াই ঘূৰি যে আহিলি সেয়ে বহুত, "পৰিয়ালৰ সকলোৱে ক'লে। তয়াময়া ৰণ চলিলে, কোন ক'ত কেতিয়া কেনেকৈ মৰে কোনে জানে। সোঁ-শৰীৰে ঘূৰি অহাটোৱেই ডাঙৰ কথা। সৰল যদিও এইয়া অদৰ্কাৰী সান্ত্বনা। কেৱল দেহটোলৈ ঘূৰি আহিবৰ কাৰণেই মই ইমান কষ্ট কৰি কৰিকতালৈ যোৱা নাছিলোঁ, লোহিতে নিজকে ক'লে। কিন্তু যুদ্ধত শিল্প-সাহিত্য সুকুমাৰ কলাই হয় প্ৰথম বলি। এখন সৰ্বগ্ৰাসী বিশ্বযুদ্ধত সকলোৰে জীৱনৰ বেহা থান-বান হৈ গৈছে। মোৰনো কিয় নহ'ব? শিল্পীৰ জীৱনেই মোৰ জীৱন, অন্য জীৱন আৰু নাই। শিল্পী হৈয়ে মই জীয়াই থাকিব লাগিব। মোৰ শিল্প-সৃষ্টিৰ যোগেদিয়ে মই জীৱিকা নিৰ্বাহ কৰিব লাগিব। কলিকতাত থাকি পঢ়োঁতে লগা ধাৰখিনি মাৰিব লাগিব আৰু যদি সম্ভৱ হয় মোৰ নিঃস্ব পৰিয়ালটোকো সহায় কৰিব লাগিব। ... সংসাৰৰ জটিলতাৰ অভিজ্ঞতা নথকা শিল্পী লোহিতে মনে মনে সংকল্প কৰিলে, বৃহত্তৰ ক্ষেত্ৰত চলি থাকিল এখন ৰক্তাক্ত বিশ্বযুদ্ধ আৰু শিল্পী লোহিতে আৰম্ভ কৰিলে, এখন ৰক্তক্ষৰা সংগ্ৰাম, শিল্পী হৈ জীয়াই থকাৰ সংগ্ৰাম। লুইত, সোৱণশিৰি, মাজুলীৰ গাঁও চুবুৰীয়া শিল্পীৰ তুলিকাৰ আহিলা যোগাব পাৰে, কিন্তু শিল্পীক পেটৰ ভাত মুঠিৰ যোগান নধৰে। লোহিত যোৰহাট নগৰলৈ আহিল।

যোৰহাট যুদ্ধৰ আগৰ যোৰহাট হৈ থকা নাই। জুই হাট হ'ল। বস্তুৰ জুই ছাই দাম হ'ল। মধ্যবিত্ত শ্ৰেণীৰ আওমৰণৰ দিন আগবাঢ়ি আহিল। লোহিত তথাপি হতাশ নহ'ল। জে বি ৰ'ডৰ কাষত অকণমান চাপৰ চালি এখনৰ তলত আৰম্ভ হ'ল লোহিত বড়াৰ ষ্টুডিঅ'।

লোহিতৰ আশাবাদী মনটোৱে, আদৰ্শবাদী আত্মাটোৱে নতুন নতুন সৃষ্টিৰ স্বপ্ন দেখিলে, আৰু নিজৰ সৃষ্টিৰ মাজেদিয়ে জীয়াই থাকিবৰ সংগ্ৰাম কৰিলে। নিজৰ খাৱন-পিন্ধনৰ বেছি চিন্তা নাই। কোনো মতে চলি যাব পাৰিলেই হয়। কিন্তু অসমীয়া শিল্পীয়ে যে ভিক্ষা নকৰাকৈ চলি যাব পাৰে বা পৰা উচিত তাকে প্ৰতিপন্ন কৰিবৰ চেষ্টা কৰিলে লোহিতে। কিন্তু এজন কপৰ্দকহীন শিল্পীয়ে, শিল্প আৰু শিল্পীৰ মূল নুবুজা অসমত যে কেনেকৈ নিজক প্ৰতিষ্ঠা কৰিব সেই কথা ভাবিলেও উৱাদিহ পোৱা নাযায়। তথাপি লোহিতে হাৰ মানিবলৈ প্ৰস্তুত নহয়। যি সংগ্ৰামত লোহিত ব্ৰতী হৈছে সেই সংগ্ৰাম অন্য কাৰো লগত নহয়, নিজৰ লগত। জীৱন-স্বপ্নক সাৰ্থক কৰিব নোৱাৰিলে জীয়াই থকাৰ অৰ্থ কি?

কিন্তু আচৰিত মানুহ লোহিত। দাৰিদ্ৰ্যৰ লগত এই প্ৰাণান্ত সংগ্ৰামৰ কথা কাকো ঘূণাক্ষৰেও জানিবলৈ নিদিলে লোহিতে। মুখত এটা সহৃদয় হাঁহি— চকুত

এটা আত্মতুষ্টিৰ শান্ত চাৱনি, যেন এই মানুহজনৰ কোনো অভাৱ-অনাটন নাই। আনহাতে নিজে এজন শিল্পী বুলি কোনো গৰ্বও নাই। তেওঁৰ অহমিকাই নহয়। তেওঁৰ বিষয়ে বহুতকে, তেওঁ কাৰ্য-কলাপৰ বিষয়ে এবাৰ ভাবি চাবলৈ বাধ্য কৰিছিল। কোনো বিশেষত্ব নাই মানুহজনৰ চেহেৰাপাতিত। বেশভূষাতো কোনো লক্ষ্য কৰিবলগীয়া বৈশিষ্ট্য নাই। তেওঁ কাৰো দৃষ্টি আকৰ্ষণ নকৰে। আকৰ্ষণ কৰে তেওঁৰ অঁকা ছবিবোৰে, মডেলবোৰে। কেতিয়াবা কিবাকিবি আঁকিবলৈ অৰ্ডাৰ পায়। কেতিয়াবা আপোন মনৰ ছবিবোৰ আঁকে। ফাইন আৰ্টৰ কথাই নাই; কমাৰ্চিয়েল আৰ্টো তেতিয়া আকৰ্ষণীয় হোৱা নাই। ...

এদিন দেশ স্বাধীন হ'ল। ভাৰতৰ আকাশখন এৰি নতুন অভূতপূৰ্ব ৰঙেৰে উদ্দীপ্ত হৈ উঠিল। মাটিৰ বুকুৰ পৰা এটি নতুন গোন্ধ ওলাল। এটা উন্মাদনাই ভাৰতীয় জনতাৰ জীৱনলৈ নতুন প্ৰাণচাঞ্চল্যৰ সোঁত বোৱাই লৈ আহিল। এখন বহু হেজাৰ বছৰীয়া পুৰণি দেশ তেনেই নতুন হ'ল।

লোহিতে নতুন স্বপ্ন দেখিলে। বিদেশী সাম্ৰাজ্যবাদৰ নিষ্পেষণে দেশৰ কলা-সংস্কৃতি, নৃত্য-গীতৰ স্বচ্ছন্দ-স্ফুৰণক চেপি, মৃতপ্ৰায় কৰি ৰাখিছিল। এতিয়া দেশৰ আত্মাই সহজ মুক্তি লাভ কৰিব। এটা ব্যাপক সাংস্কৃতিক অভ্যুত্থানে ভাৰতৰ মুখৰ ৰং উজ্জ্বল কৰি তুলিব। এটা মহৎ সম্ভাৱনাৰ দুৱাৰ মুকলি হ'ব ধৰিলে, এটা নতুন পুৱাৰ নতুন পোহৰে ভাৰতৰ ধূলি-মাটিত এটা নতুন জীৱনৰ ৰহণ সানিব।

শিল্পী লোহিতে নতুন ছবি আঁকিব। নতুন ভাৰতৰ ছবি, নতুন জীৱনৰ ছবি। কিন্তু দিন যোৱাৰ লগে লগে লোহিতৰ স্বপ্নৰ কাৰেংটোৰ ৰং-বেৰঙৰ মাৰ্বলবোৰ এছটা এছটাকৈ খহি যাবলৈ ধৰিলে। ক'ত সাংস্কৃতিক অভ্যুত্থান? ক'ত শিল্প-সাহিত্যত নতুন জীৱনৰ উন্মাদনাময় ৰস-সম্ভাৰ? ক'ৰবাত যদি অকণমান প্ৰকৃত শিল্পৰ পুনৰুত্থান হৈছে, তাতকৈ বেছি হৈছে শিল্পৰ নামত ভণ্ডামি, অন্তঃসাৰশূন্য বাহ্যিক আড়ম্বৰ, স্বৰাৰী আৰু অৰাজকতা। নতুন ভাৰতৰ আত্মা যেন নতুন শিল্প-সাহিত্য সৃষ্টি কৰাত নাই; আছে নানা উপায়ে ধন ঘটি ধনী হোৱাত। ভাৰতৰ এদল মানুহ হঠাৎ ধনী আৰু প্ৰতিপত্তিশালী হৈ পৰিবৰ কাৰণেই যেন ভাৰতে স্বাধীনতাৰ ৰণ কৰিছিল। স্বাধীন ভাৰতৰ এইখন স্বাৰ্থপৰ ধনবাদী নতুন সমাজৰ অভ্যুত্থান দেখি লোহিত স্তম্ভিত হ'ল— হতাশ হ'ল, বিমূঢ় হ'ল। তথাপি লোহিতে নিজ সংকল্পৰ পৰা নিজক আঁতৰাই নানিলে। ছবি অঁকাতকৈ ছবি বেচা দোকান দিয়াই অধিক লাভজনক, কিতাপ লিখাতকৈ কিতাপৰ দোকান দিয়া লাভজনক। সাহিত্যিক-চিত্ৰকৰ খাবলৈ নেপাই মৰিব পাৰে, দোকানী নমৰে।

সেই বুলিয়েই জানো মই ছবি অঁকা এৰি ছবি বেচা দোকানী হ'ম? স্বাধীন ভাৰতৰ নব ধনতন্ত্ৰবাদৰ অংশীদাৰ হোৱাৰ চিন্তাই নকৰি লোহিত লাগি থাকিল

নিজৰ সাধনাত। দিনৰ পিছত দিন, বছৰৰ পাছত বছৰ পাৰ হ'ল। নতুন কিছুমান বেদনাই তেওঁক জৰ্জৰিত কৰিলে। পৰাধীন যুগত যাৰ বৰ্তমান নাছিল, যি স্বাধীন যুগত ভৱিষ্যতৰ স্বপ্ন দেখিছিল; এতিয়া তেওঁ দেখিলে স্বাধীন যুগতো শিল্পীৰ মৰ্যাদা আৰু আত্মপ্ৰতিষ্ঠাৰ কোনো ভৱিষ্যৎ নাই। স্বাধীন ভাৰতত এক নতুন ভয়াৱহ বাণিজ্যিক সংস্কৃতিৰ আৰম্ভণি হৈছে। ধনৰ জোখেৰে মানুহৰ জীৱনৰ মূল্য নিৰূপিত হ'ব ধৰিলে। জীৱনক সুন্দৰ কৰাৰ পৰিবৰ্তে টকা-পইচাৰ ঐশ্বৰ্যশালী কৰাই হৈছে সমাজৰ লক্ষ্য। শিল্প সৃষ্টিৰ নিজস্ব কোনো মূল্য কোনোৱে নিদিয়ে। কোনোবাই দিলে দিব খোজে তাৰ দাম।

এইয়া বণিক সভ্যতাৰ পটভূমি। এইয়া আত্মাৰ বেপাৰ কৰাৰ বৃহৎ বজাৰ। শিল্পী-সাহিত্যিকৰ বাচি থকাৰ একমাত্ৰ উপায় নিজক, নিজৰ আত্মাক বিক্ৰী কৰা।

লোহিতে নকৰিলে। দেশখন ডাক্তৰ আদিৰে ভৰি পৰাৰ উপক্ৰম হৈছে। কগজু বেচি ধন গোটোৱাৰ যুগ আৰম্ভ হৈছে। আত্ম বেচি মটৰ গাড়ী কিনাৰ যুগ আৰম্ভ হৈছে। জীৱনৰ মৰ্যাদা হেৰুৱাই জীয়াই থকাৰ বিৰাট অভিনয় আৰম্ভ হৈছে। জে. বি. কলেজ ছাত্ৰৰ 'জয়হিন্দ মেছ' সৰ্বাইবন্ধাত। নগৰ নহয়, নগৰৰ সকলো অভিশাপে ছোৱা নগৰৰ কাষৰীয়া গাঁও। কলেজৰ এদল ল'ৰা থাকে সেই মেছত।

মেছৰ দীঘলীয়া ঘৰটোৰ পিছফালে এটা চাপৰ খেৰী জুপুৰি ঘৰ। বাঁহৰ খুঁটা চটি, উৰঁলি যোৱা চাল। বেৰবোৰত কেতিয়াবাই লিপা গোবৰ মাটিৰ অৱশিষ্ট অ'ত-ত'ত লাগি আছে। মজিয়াখন জেকা, চুকবোৰ কেঁচুমতা আৰু কাঠফুলাৰে ভৰা।

নগৰৰ ক'তো সস্তীয়া ভাৰাঘৰ বিচাৰি নাপাই ইয়াতেই থাকিবলৈ লৈছে শিল্পী লোহিত বড়া আৰু তেওঁৰ পৰিয়াল। লোহিত বড়ায়ো বিয়া কৰাইছিল আজি কেইবছৰমান আগতে। বিয়া কৰাবৰ আৰ্থিক অৱস্থা নাছিল, তথাপি লোহিতে বিয়া কৰালে। কাৰণ, নিজে নিজে বজাৰ-সমাৰ কৰি ভাত-পানী ৰান্ধি খাওতে ভালেমান সময় নষ্ট হয়। ছবি অঁকাৰ কামত ব্যাঘাত হয়। চিন্তা-কল্পনাৰ আঁত হেৰাই যায়। কেতিয়াবা ৰন্ধা-বঢ়া কাম কৰিবলৈ ভাগৰ লাগি যায় আৰু ইচ্ছা থাকিলেও ছবি অঁকা হৈ নুঠে। বিয়া কৰালে অন্ততঃ ভাত-পানী ৰন্ধা সময়খিনিত কিছু আঁকিব মেলিব পাৰিব।

লোহিতৰ পত্নী বৰ ৰূপৱতী নহয়। লোহিত নিজেও ধুনীয়া নহয়। সেই বাবে লোহিতৰ দুশ্চিন্তা বা আক্ষেপ নাই। ছোৱালীজনী অলপ মৰমিয়াল আৰু ভাবপ্ৰৱণ। এজন শিল্পীৰ কাৰণে অকণমান খাটি মৰম আন সকলোতকৈ বেছি মূল্যবান। তেওঁৰ ওচৰত ৰূপৰ দামতকৈ প্ৰাণৰ দাম বেছি। লোহিতে সুখী হ'বৰ চিন্তা কৰিছিল।

বিয়া কৰাই নিজে সুখী হোৱাৰ লগতে লোহিতে পত্নীকো সুখী কৰিবৰ চেষ্টা কৰিছিল। কাৰোবাৰ ফটো চাই ডাঙৰ প্ৰতিকৃতি আঁকি দিয়া, কাৰোবাৰ কিতাপৰ বাকলিৰ ছবি অঁকা, আৰু কেতিয়াবা কেৱল টকাৰ কাৰণে আনকি ছাইন বৰ্ড লিখা, মটৰ-গাড়ীৰ নম্বৰ প্লেট, সভা, বিয়া আদিৰ পষ্টাৰ লিখা কামো কৰিছিল। বাণিজ্যপ্ৰধান যুগত বাণিজ্যমুখী কৰ্মাচিয়েল আৰ্ট নকৰি ৰক্ষা নাই।

কিন্তু স্বাধীনতাৰ আটাইতকৈ ডাঙৰ দান হ'ল— মুহূৰ্তে মুহূৰ্তে বাঢ়ি অহা বস্তুৰ মূল্য আৰু প্ৰয়োজনীয় সামগ্ৰীৰ দুষ্প্ৰাপ্যতা। ১৯৩৭ চনৰ মূল্যৰ তুলনাত কিছুমান বস্তুৰ মূল্য এশৰ পৰা এশ পঞ্চাশ গুণ বাঢ়িল। কিন্তু সেই অনুপাতে সাধাৰণ মানুহৰ, মধ্যবিত্তৰ আৰ্জন নেবাঢ়িল। জনসাধাৰণৰ ক্ৰয় শক্তি আৰু সামগ্ৰীৰ বিক্ৰী মূল্যৰ মাজত হ'ল পঁচিশ-ত্ৰিশ গুণৰ ব্যৱধান। লোহিত বড়াইতৰ চকুৰ আগতে হাতে ঢুকি পোৱা পৃথিৱীখনে ক্ৰমে আঁতৰি গৈ গৈ একেবাৰে চোৱা-পোৱাৰ সীমাৰ বাহিৰ হৈ যাব ধৰিলে। লোহিতৰ পৰিয়ালৰ ভাগত পৰিল অনাহাৰত থকা, জাৰত কঁপি থকা, বৰষুণত তিতি থকা আৰু টেঁটুলৈকে ধাৰত পোত যোৱা অথবা ভিক্ষা কৰাৰ স্বাধীনতা। শিল্পীৰ স্বভাৱজাত অভিমান এৰিবলৈ লোহিত প্ৰস্তুত নাছিল আৰু ধাৰে দিওতাও বৰ কম আছিল। ছবি বিক্ৰী প্ৰায় নহৈছিল। ডাঙৰ মানুহে অৰ্ডাৰ দি কৰোৱা কামৰো উচিত মজুৰি নিদিছিল। আৰু বহুতেই "এতিয়া নাই পিছত লৈ যাবা" বুলি কৈ কাহানিও টকা দিয়াৰ প্ৰয়োজন অনুভৱ কৰা নাছিল।

জয়হিন্দ মেছৰ দুই-চাৰিজন ছাত্ৰই লোহিতৰ অৱস্থাৰ কিছু সম্ভেদ পাইছিল। কিন্তু তেওঁক মৰম বা পুতৌ কৰি অপমান কৰাৰ সাহস সিহঁতৰ নাছিল। কাৰণ সিহঁতে জানিছিল লোহিত বড়াই নেখাই মৰিব, তথাপি কাৰো কৃপা বা অনুগ্ৰহ ভিক্ষা নকৰে। ইয়াৰ ফলত তেওঁ নিজেই নহয়, তেওঁৰ সৰু পৰিয়ালটোৱেও অকথ্য কষ্ট ভোগ কৰিছিল। দিন নাযায় ৰাতি নুপুৱায়।

তথাপি দিন যায়, ৰাতি পুৱায়। শিল্পী লোহিত বড়াৰ স্বপ্নবোৰ এটা এটাকৈ ভাগি যাবলৈ আৰম্ভ কৰে। ৰং কিনিবলৈ পইচা নোহোৱা কাৰণে ছবি অঁকাৰ নতুন অৰ্ডাৰ ল'বলৈ লোহিতে ভয় কৰে। আঁকিবলৈ লোৱা কোনো ছবি ৰং আদিৰ অভাৱত শেষ কৰিব নোৱাৰি তেওঁ গ্ৰাহকৰ টান কথা শুনিবলগীয়া হয়। কেতিয়াবা দুই-তিনি দিন এটা টকাও আৰ্জন কৰিব নোৱাৰি আৰু নিজৰ পৰিবাৰৰ আৰু সন্তানৰ অনশনক্লিষ্ট মুখলৈ চাই একোটা অসহ্য অনুভৱ কৰি তেওঁ কোনোবা চিনাকি লোকৰ ওচৰত হঠাৎ উপস্থিত হৈ কয়, "পাঁচোটা টকা দিবানা— দিবনে? বৰ দৰকাৰ।" কোনোৱে বুজে, দিয়ে; কোনোৱে নিদিয়ে।

লোহিত কাৰো বিপক্ষে অভিযোগ নেৰাখে। সকলো মানুহৰে টকাৰ দৰকাৰ আছে, অভাৱো আছে। আৰু আজিৰ দিনত ডাঙৰ ব্যৱসায়ী আদিৰ বাহিৰে অন্যৰ একো ৰাহি নহয়। ক'ৰ পৰা দিব?

এঘাৰ দিন অসুখ হৈ বড়াৰ ডাঙৰ ছোৱালীজনী মৰি থাকিল। ছবছৰীয়া ধুনীয়া ছোৱালীজনী। আৱশ্যকীয় আহাৰৰ অভাৱত ছোৱালীজনীৰ স্বাস্থ্য আগৰে পৰা দুৰ্বল আছিল। অসুখ হ'ল— জ্বৰ, কাহ; সেয়ে নিউমোনিয়ালৈ বাগৰিল। এদিন ডাক্তৰ আনিলে, আৰু নোৱাৰিলে। ঔষধ, ইনজেকশ্যন, আৰু বিশেষকৈ জাৰৰ পৰা ৰক্ষা পেলাবৰ কাৰণে ছোৱালীজনীৰ কাৰণে আৱশ্যকীয় গৰম কাপোৰ কোনো ৰকমে জোগাৰ কৰিব নোৱাৰিলে।

এপাহি সৰু ফুল এদিন শেষৰাতি ধূলিলৈ সৰি পৰিল। মাকে হিয়া ভুকুৱাই কান্দিলে, কান্দি কান্দি মাত ভাঙিলে। এটা নিষ্প্ৰাণ শিলা মূৰ্তিৰ দৰে মৰা ছোৱালীজনীক কোলাত লৈ লোহিত বড়া চেঁচা মাটিৰ ওপৰতে বহি থাকিল। কোলাত লৈ থকা মৃত ছোৱালীজনীৰ শেঁতা পৰা ধুনীয়া মুখখনলৈ চাবলৈ তেওঁৰ ভয় লাগিল। ছোৱালীজনীৰ প্ৰাণহীন চকুহালত যেন থূপ খাই উঠিছে পৃথিৱীৰ সকলো দৰিদ্ৰ সন্তানৰ অসহায় গ্লানি আৰু অকথিত অভিযোগ। এই নিষ্পাপ অকণমানি ছোৱালীজনীৰ মৃত্যুৱে যেন আকৌ এবাৰ উপহাস কৰিলে এক অক্ষম, নিঃসহায় পিতৃক— এক পিতা হ'বৰ কাৰণে অযোগ্য পৌৰুষক।

নিজৰ বুকুৰ পৰা নমাই জুইৰ বুকুত জাপি দিয়ালৈকে লোহিতে কন্দা নাছিল, তেওঁৰ সকলো সুকোমল অনুভূতিৰো যেন মৃত্যু ঘটিছিল। তেওঁ যেন কান্দিবলৈ কিয়, বেজাৰ কৰিবলৈকো পাহৰি গৈছিল।

মৰিশালিৰ পৰা শুদা হাতে ঘূৰি আহিবৰ সময়ত লোহিতৰ চকু ভাঙি ওলাই আহিছিল মৰ্মন্তুদ কান্দোন। আত্মগ্লানিত আৰু অশান্ত বেদনাত লোহিতে এটা অবুজ শিশুৰ দৰে কান্দিছিল আৰু কাৰো সান্ত্বনা বাণীয়ে তেওঁক শাঁত কৰিব নোৱাৰিছিল।

তাৰ পিছতে আৰম্ভ হৈছিল লোহিতৰ জীৱনৰ অন্য এটা কৰুণ অধ্যায়। জীয়েকৰ অকাল মৃত্যুৱে লোহিতৰ পৰিবাৰক এটা প্ৰচণ্ড মানসিক আঘাত দিলে। এই আঘাতেই তেওঁৰ মগজুৰ বিকৃতি ঘটালে। তেওঁৰ আৰম্ভ হ'ল মোকাস্কলিয়া। এতিয়া লোহিতে চাউল-পাত যোগাৰ কৰিলেই নহয়, পৰিবাৰৰ আৰু সৰু ছোৱালীজনীৰ শুশ্ৰূষা আৰু পৰিচৰ্যাও কৰিবলগীয়া হ'ল। শিল্পীৰ দায়িত্বতকৈ পিতৃত্বৰ দায়িত্ব অধিক জীৱন্ত হৈ উঠিল। ফলত অভাৱ বাঢ়িল, অনাটনে আগুৰি আনিলে। দিনটোত ভালকৈ এসাজ খাবলৈ পোৱাটো লেখৰ কথা হৈ পৰিল। লোহিতে ঠিক কৰিলে কিবা উপায়ে তিনিটা মানুহ চলিবৰ কাৰণে টকাৰ যোগাৰ কৰিব লাগিব। নহ'লে তিনিওটা নেখাই-নবৈ মৰিব।

এটা চাকৰিৰ যোগাৰ হ'ল, এটা স্কুলত ড্ৰয়িং মাষ্টৰ। দৰমহা সামান্য হওক, তথাপি নিজক নিজৰ শিল্প জগতখনৰ মাজতে ৰাখিব পাৰিব, হয়তো এতিয়া দিনে দুসাজো খাবলৈ জুৰিব পাৰে।

অৱশ্যে চাকৰিত সোমাই তেওঁৰ দুখ লাগিল। শিল্পী হোৱা আৰু ড্ৰয়িং মাষ্টৰ হোৱা দুটা বেলেগ কথা। চাকৰিয়ে মানুহক নীতি-পদ্ধতিৰ গতানুগতিকতাৰ মাজত সীমিত কৰি পেলায়, কিন্তু শিল্পীৰ আত্মাই মুক্তি বিচাৰে, অবাধ বিস্তাৰ বিচাৰে। সকলো নীতি-নিয়মৰ উৰ্ধলৈ গৈ নিজৰ শিল্পীৰ নিয়ম ৰচনা কৰি, নিজৰ পথ ৰচনা কৰি আগবাঢ়িবলৈ বিচাৰে। এই চাকৰি কৰা মানে যেন ধনৰ কাৰণে নিজৰে মূল্যবান সুকীয়া সত্তাক খৰ্ব কৰা।

লোহিতে প্ৰত্যয় যাবলৈ চেষ্টা কৰিছিল যে জীৱনতকৈ শিল্প ডাঙৰ। এতিয়া বিশ্বাস কৰিবলৈ আৰম্ভ কৰিলে যে শিল্পতকৈ জীৱন ডাঙৰ। বৰ্তমান মুহূৰ্তত অকাল মৰণৰ হাতত আত্মসমৰ্পণ নকৰি জীয়াই থাকিবৰ চেষ্টা কৰাহে বেছি দৰকাৰী কথা।

কোনোবাই পৰামৰ্শ দিলে ঃ দেশ স্বাধীন হৈছে। দেশত স্বাধীন চৰকাৰ হৈছে। এই চৰকাৰে শিল্পী-সাহিত্যিকৰ মূল্য নিদি নেথাকে। চৰকাৰলৈ আবেদন কৰা, এটা তাকৰীয়া উদ্যোগ-ঋণ লোৱা এখন আঁচনি দাখিল কৰা। ফৰ্ম আনা, এম. এল. এ, এম. পিৰ চাৰ্টিফিকেট দিয়া, ডেপুটি কমিছনাৰৰ ৰিক'মেণ্ডেচন লোৱা।

কেইদিনমান লোহিতৰ আৰু অন্য কাম নাই। এখন আঁচনি কৰিলে— শিল্পীৰ আঁচনি। চৰকাৰৰ পৰা দুহেজাৰ টকাৰ ঋণ বিচাৰি, তাতকৈ বেছি বিচাৰিবলৈ আমাৰ শিল্পীয়ে সাহসেই কৰিব নেজানে। চৰকাৰৰ পৰা ধাৰে লোৱা এই দুহেজাৰ টকাৰে লোহিতে এটা ষ্টুডিঅ' কৰিব, তাত বাণিজ্যিক ভিত্তিত পুতলা সাজিব, দেশ নেতাসকলৰ, মহাপুৰুষসকলৰ প্ৰতিমূৰ্তি সাজিব, ভাৰতৰ মন্দিৰ, দেৱালয, মছজিদ মক্‌বৰাৰ মূৰ্তি সাজিব, নতুন অসমীয়া ধৰণৰ দুণৰি, ফুলদানী কৰণি সাজিব। বিক্ৰী হ'ব, লাভ হ'ব, লোহিত বড়াৰ হাতত শিল্প সৃষ্টি সদৌ অসমৰ ৰাইজৰ ঘৰে ঘৰে হ'ব, দাৰিদ্ৰ্য যাব— তেওঁৰ পৰিয়ালে দুবেলা দুমুঠি খাবলৈ পাব; কিজানি একোডোখৰো নতুন কাপৰো পিন্ধিবলৈ পাব। আৰু কত কি?

লোহিতে সপোন দেখিলে, নিজৰ চৰকাৰৰ ওচৰত দৰ্খাস্ত দাখিল কৰাৰ পিছত আৰু কি চিন্তা কৰিবলগীয়া আছে। অতদিনে এই বুদ্ধিটোকে ভাবি নোপোৱাৰ কাৰণে নিজকে বৰ অঁকৰা বুলি মনে মনে লাজ পালে।

দিন যাব ধৰিলে। অভাৱ-অনাটন ভৰা কঠিন দিন। যি দিনত ৰাতিটোৰ ভিতৰত ছয় অনা সেৰৰ দাইল দুটকীয়া হৈ যায়। আঠ অনাত পোৱা মিঠাতেল তিনি টকা সেৰীয়া হৈ যায়। আগদিনা পৰ্বতাকাৰ হৈ থকা বজাৰৰ চাউল, পিছদিনা পুৱা ধন দিও ক'তো বিচাৰি পাবলৈ নোহোৱা হৈ যায়। য'ত জনসাধাৰণৰ ভাগ্য নিয়ন্ত্ৰণ কৰে কেইটামান চোৰাং বেপাৰীয়ে আৰু অসহায় চৰকাৰে আক্ষেপ কৰি

'অৱস্থা আয়ত্তাহীন' কৰাৰ বিবৃত্তি বাতৰিকাকতত ছাপা কৰায়, য'ত শিল্পী-সাহিত্যিক মধ্যবিত্তই নিজৰ আছুতীয়া, সাঁচতীয়া সকলো বেচি, বন্ধক থৈ ল'ৰা-ছোৱালীৰ মুখত দিবৰ কাৰণে এক কিলো চাউল বিচাৰি একোটা ভাদমহীয়া জুই-আঙঠীয়া দিন আলিবাটৰ ওপৰত শেষ কৰি দিয়ে।

জাৰ যায়, জহ আহে।

জহ যায়, জাৰ আহে।

লোহিত বড়াৰ চৰকাৰী ঋণ নাহে। যাৰ হৃদয়ৰ ঐশ্বৰ্য পাৰ উপচি থাকে, তাক পাৰ্থিৱ দৈন্যই হাৰ মনাব নোৱাৰে। কেতিয়াবা ক'ৰবাত কোনোবাই কৈছিল, কথাষাৰ মাজে মাজে লোহিতৰ মনত পৰে, আৰু নিজৰ জীৱনৰ লগত মিলাই চাই— কিমান অন্তঃসাৰশূন্য সেই কথা, উপলব্ধি কৰি অনুশোচনা কৰে। দৈনন্দিন জীৱনৰ অভাৱ-অনাটন, দুখ-কষ্টৰ কাৰণে লোহিতৰ দুখ লাগে। কিন্তু তাতোকৈ বেছি দুখ লাগে এটা কথা উপলব্ধি কৰি যে দিনে দিনে লোহিতৰ সৃজনীশক্তি যেন হ্ৰাস পাই আহিছে। যেন নৈসৰ্গিক জগত ৰূপৰসৰ সৌন্দৰ্যবোৰ প্ৰাণৰ সৌন্দৰ্যৰ পোহৰত উজ্বলাই তুলিবৰ কাৰণে কৰা আয়োজনক তাঁত, কাপোৰ, ঘৰ, ঔষধৰ কদাকাৰ ৰূপটোৱে ঢাকি পেলাবৰ উপক্ৰম কৰিছে। জীয়াই থকা টান হৈ আহিছে। ৰুগ্ণা, বিকৃত মস্তিষ্কা পৰিবাৰৰ দৈহিক আৰু মানসিক স্বাস্থ্য ঘূৰাই অনাটো দুৰূহ হৈ আহিছে আৰু প্ৰায় অনাহাৰে থাকি থাকি নিজৰ স্বাস্থ্যও দিনে দিনে নিশকতীয়া হৈ আহিছে।

এদিন ডাড়ি খুৰুৱা অকণমান দাপোণখনৰ ফালে চাই লোহিতে দেখিলে ক'লা, খীণ এখন নিস্তেজ মুখ, এহাল কোটৰত সোমোৱা চকু, আৰু মূৰত প্ৰায় আধাআধি পকা এখনি আউলি-বাউলি চুলি।

এইটো-এইটো কোন মানুহ? এই, তই কোন?

মুখ ফুটাই নহয়, নিৰ্বিকাৰভাৱে লোহিতে দাপোণৰ প্ৰতিচ্ছবিটোক সুধিলে। মানুহটোক দেখি যেন ভয়েই খালে।

লোহিতক তেনেকৈ আচঁৰিলে চাই থকা দেখি বিকৃত মস্তিষ্কা তেওঁৰ পৰিবাৰে খুক্‌খুকাই হাঁহি উঠিল। লোহিতৰ ভয় লাগি গ'ল।

আমি দুয়োতো বলিয়া হলোৱেই, ছোৱালীজনী ভালে আছেনে বাৰু লোহিতে মাথোন ভাবিলে।

মাঘ বিহুৰ উৰুকা।

চউদিশে উলহ-মালহ। ভোগালী বিহু। হেজাৰ দুখৰ মাজতো অসমীয়াৰ মুখত এচেৰেঙা হাঁহি বিৰিঙে। আলুৰ দাম মাঘ বিহুৰ সময়তো কিলোত টকা, এটকা চাৰি অনা। তিলৰ দাম কিলোত ডেৰ টকা। হওক, তথাপি বছৰৰ ভোগালী বিহুটোক শুদা মুখে যাবলৈ দিব নোৱাৰি। যোৰহাট নগৰত এতিয়াও কেইঘৰমান

অসমীয়া আছে। বিহুৰ কাৰণে তেওঁলোকৰ আগ্ৰহ এতিয়াও কিছু আছে, একেবাৰে শেষ হোৱা নাই।

ফাৰ্মেচীলৈ ডাঃ বৰঠাকুৰ সেইদিনা এঘাৰ বজাতহে আহিছিল। ৰাতিপুৱাই কিছু দূৰত এটি ৰোগীক চাবলৈ গৈছিল। তাৰ পৰা ঘূৰি আহি বৰঠাকুৰে এডোখৰ শ্লিপ পালে। চিভিল হাস্পতালৰ পৰা আহিছে, চমু কথা ঃ

"আপুনি পঠাই দিয়া লোহিত বড়া নামৰ ৰোগীজনৰ যোৱা ৰাতি মৃত্যু হ'ল। পৰহি অপাৰেচন কৰা হৈছিল, ভাল যেন দেখা গৈছিল। কিন্তু আজি ৰাতিপুৱা তেওঁক মৰি থকা অৱস্থাত পোৱা গ'ল। তেওঁৰ শটো সোনকালে নিওৱাৰ ব্যৱস্থা কৰিবৰ কাৰণে আপোনাক অনুৰোধ কৰা হ'ল।"

কাগজডোখৰ পাই ডাক্তৰ বৰঠাকুৰ অলপ সময় নিৰ্বাক হৈ ৰ'ল। বড়া নেবাচিব বুলি ডাক্তৰেও ভাবিছিল; কিন্তু এইয়াতো এজন ৰোগীৰ মৃত্যু নহয়, এজন মানুহৰ মৃত্যু নহয়— এজন শিল্পীৰ মৃত্যু।

কিন্তু অনুতাপ অনুশোচনা কৰি থাকি লাভ নাই। বড়াৰ শটো সৎকাৰ কৰাৰ ব্যৱস্থা কৰিব লাগে। তেওঁৰ নিজৰ পৰিয়াল থাকিল মাজুলীত। তালৈ খবৰ পঠিয়ালেও আজিৰ ভিতৰত কোনো আহি পোৱাৰ আশা নাই। আৰু বড়াৰ ছোৱালীজনী আৰু পৰিবাৰ, তেওঁ হাস্পতাললৈ যোৱাৰ আগতে কাকজানৰ নিজঘৰলৈ গৈছেগৈ, আৰু এতিয়া আপোন পৰিয়াল বিচাৰি ফুৰাৰো সময় নাই।

ডাক্তৰ বৰঠাকুৰে কেইবাজনকো লগ ধৰি ক'লে, "লোহিত বড়া হাস্পতালতে ঢুকাল, তেওঁৰ শৱ সৎকাৰ কৰিব লাগে, মোৰ লগত অলপ আহিবনে?"

কোনো আগবাঢ়ি ওলাই নাহিল। সকলোৰে নিজ নিজ কাম আছে। তাতে আছিল ভোগালী বিহুৰ উৰুকা, কাইলৈ বিহু।

দুই বজালৈকে নানাজনক লগ ধৰি বৰঠাকুৰ হতাশ হ'ল। এজন মানুহো নেপালে যি হাস্পতালত পৰি থকা শটো শ্মশানলৈ নি থৰি দিয়াৰ কামত সহযোগিতা কৰিবলৈ আগবাঢ়ি আহিল। তেওঁৰ খং উঠিল, অকলে তেওঁ কি কৰিব।

আঢ়ৈ বজাত হাস্পতালৰ পৰা বৰঠাকুৰে আৰু এডোখৰ কাগজ পালে ঃ শটো এতিয়াও 'মৰ্গতে' পৰি আছে। আৰু দুঘণ্টাৰ ভিতৰতে ইয়াৰ পৰা নিয়াৰ ব্যৱস্থা নকৰিলে মেটোৰক দি পোতাই পেলোৱা হ'ব।

বৰঠাকুৰৰ বেজাৰ লাগিল, খঙো উঠিল। প্ৰায় ফুটায়ে ক'লে, "অসমত উপজিছিল কিয়? উপজিছিল, শিল্পী হ'বলৈ গৈছিল কিয়? জীয়াই থাকোতেই যাৰ ফালে কোনোৱে ঘূৰি নাচালে, এতিয়া মৰাৰ পিছত কোনে ঘূৰি চাব? অসমীয়া শিল্পীৰ কুকুৰ-মেকুৰীৰ দৰে মৰাৰ আৰু মেটোৰৰ হাতত পোত যোৱাৰ বাহিৰে

আৰু কি সন্মানৰ অধিকাৰী হোৱাৰ সৌভাগ্য হ'ব? মৰ, মৰ— এনেকৈয়ে মৰ, এনেকৈয়ে লাঞ্ছনা আৰু অপমানৰ মাজত শেষ হৈ যা। ...

বৰঠাকুৰে যেন কথাখিনি নিজকেই ক'লে।

এই অভিযোগত ভিত্তি আছিল। বৰঠাকুৰৰ দেউতাক এজন শিল্পী আছিল— গায়ক, অভিনেতা, কবি, নাট্যকাৰ আৰু চিত্ৰশিল্পী আছিল। কিন্তু জীৱিকাৰ কাৰণে জীৱন শেষ কৰিলে, স্কুল মাষ্টৰী কৰি। ডাক্তৰ নিজেও এজন ভাল অভিনেতা আছিল। এতিয়া ডাক্তৰী কৰি ৰোগীৰ পিছে পিছে দিনে-ৰাতিয়ে ঘূৰিব লাগে। নহ'লে লোহিত বড়াৰ নিচিনাকৈ নেখাই মৰিব লাগিব।

তিনি বাজিল। কোনো নোলাল। বৰঠাকুৰৰ অধৈৰ্য্য লাগিল। কি আচৰিত এখন সমাজ; এটা মানুহক জীয়াই ৰখাৰ কোনো দায়িত্বই এই সমাজে স্বীকাৰ নকৰে। আৰু এজন শিল্পীক, এজন মানুহক, মানুহৰ দৰে শ্মশানত সমৰ্পণ কৰি আহিবলৈকো ওলাই নাহে।

বৰঠাকুৰে এবাৰ আকাশখনৰ ফালে চালে। কালিলৈ মাঘ, আজি পুহৰ সংক্ৰান্তি। আকাশখনৰ বুকুত ক্ৰমে শীতৰ চেঁচা কুঁৱলী বিয়পি পৰিছে। শিল্পী লোহিত বড়াৰ প্ৰাণহীন শটো এতিয়াও চিভিল হাস্পতালৰ চেঁচা মজিয়াত পৰি আছে।

"দাদা বহিছে।" আলিবাটেদি যোৱা ডেকাজনে মাত লগালে।

"চাওঁ হেৰা নুৰুল, এইপিনে আহাচোন —" ডাক্তৰে মাতিলে।

ডেকাজনে আহি ডাক্তৰৰ ওচৰত বহিলহি।

"কোন ফালে যোৱা?"

"ৰিহাৰ্চেলৰ ব্যৱস্থা কৰিব লাগে। আমাৰ আৰ্টিষ্টকেজনক লগ ধৰি আহোঁ —"

ডাক্তৰৰ বিষণ্ণ মুখখনত এটা কৰুণ হাঁহি বিৰিঙি উঠিল। নুৰুল মিলিত শিল্পী সমাজৰ এজন শিল্পী।

ডাক্তৰে ক'লে, "খবৰটো পাইছা?"

"কি খবৰ দাদা।"

"লোহিত বড়া ৰাতিয়ে মৰি চিভিল হাস্পতালত পৰি আছে। আৰু এঘণ্টাৰ ভিতৰত তাৰ শৱ নানিলে জামাদাৰক চমজাই দিব। কিবা এটা ব্যৱস্থা কৰিব নোৱাৰানে?"

হাঁহি থকা নুৰুলৰ মুখখন হঠাৎ কেহৰাজ বৰণীয়া হৈ গ'ল। প্ৰথমতে তেওঁ যেন একো বুজিবই নোৱাৰিলে। কিছুপৰৰ মূৰত ডাক্তৰৰ মুখলৈ চাই ক'লে, "বড়া মৰিল?"

এই দুটা শব্দৰ মাজত ডাক্তৰে শুনিবলৈ পালে এটা প্ৰচণ্ড তীব্ৰ অভিযোগৰ নিশ্বাস। এটা মৰ্মন্তুদ বেদনাৰ অশ্ৰুসিক্ত প্ৰতিধ্বনি। এটা অব্যক্ত আত্মগ্লানিৰ জ্বালাময়ী ৰোষ।

পিছ মুহূৰ্ততে নুৰুল যেন কৰ্তব্য সম্পৰ্কে সচেতন হৈ উঠিল।

"মই এতিয়াই আমাৰ শিল্পীকেজনক খবৰ দিম। আমি পাৰিম নহয়?"

ডাক্তৰে ক'লে, "তোমালোক হাস্পতাললৈকে যাবা। ময়ো অলপ টকাৰ ব্যৱস্থা কৰি গৈছো, পলম নকৰিবা।"

নুৰুল আৰু নৰ'ল। সন্ধিয়াৰ লগে লগে যোৰহাট নগৰৰ তৰাজানৰ ফালে অসমীয়া পৰিয়ালবোৰৰ অকণ অকণ চোতালৰ আগে আগে কিনা খৰিৰ সৰু সৰু মেজি জ্বলি উঠিল। আটলীয়া গাঁও, সোণাৰী গাঁও, ৰৰৈয়াৰ ফালে ল'ৰা-ছোৱালীৰ কিৰীলিৰ লগতে দুই-এটা হিলৈৰ শব্দও উটি উটি আহি নগৰখনক সামান্য আমনি কৰিলেহি।

অমৰ বৰদলৈ, মুহিবুদ্দিন, নুৰুল, বৰঠাকুৰহঁতে কান্ধত কৰি শিল্পী লোহিত বড়াৰ প্ৰাণহীন শ'টো তৰাজানৰ পাৰেৰে নিৰ্জন শ্মশানলৈ লৈ গ'ল।

মাঘৰ ঠেঁটুৰাই ধৰা জাৰ নামিছিল। মেজিৰ জুয়ে পুহৰ জাৰ পুৰি শেষ কৰিবৰ প্ৰয়াস কৰিছিল। তৰাজানৰ পাৰত অকণমান ঘিউ আৰু কেঁচা আমখৰিৰ বুকুৰ পৰা এটা বেদনাহত সেমেকা গোন্ধ ভাহি আহি ওচৰে-পাজৰে বিয়পি পৰিছিল।

মেজিৰ তাকৰীয়া খৰি পুৰি শেষ হৈছিল। জুই নুমাই গৈছিল, কিন্তু লোহিত বড়াৰ চিতাৰ জুই শেষ ৰাতিলৈকে জ্বলি আছিল। মেজিৰ হিলৈৰ শব্দ নোহোৱা হৈছিল। কিন্তু লোহিতৰ চিতাত জাপি দিয়া কেঁচা বাঁহবোৰ ফুটিছিল। নগৰৰ টোপনি যোৱা ৰাইজৰ কাণত সেই বাঁহ ফুটা শব্দ আহি পৰিছিল। তেওঁলোকে ভাবিছিল কাৰোবাৰ মেজিৰ হিলৈ এতিয়াও ফুটি আছে।

ৰাতিপুৱাৰ লগে লগে সকলো শেষ হৈ গৈছিল। তৰাজানৰ পাৰত এইখিনি ক'লা ছাই পৰি আছিল, আৰু সেই ছাইৰ ৰং পহিলা মাঘৰ কুঁৱলীয়ে ঢকা আকাশখনৰ ৰঙৰ লগত মিলি গৈছিল।

বৰঠাকুৰ ভাৱপ্ৰৱণ হৈ পৰিছিল। এমুঠি ছাই হাতত তুলি লৈ কেউপিনে ছটিয়াই দি বৰঠাকুৰে লগৰকেজনক কৈছিল— "এইয়া অসমীয়া শিল্পীৰ চিতা-ছাই। শিল্পী লোহিত বড়াৰ অসমীয়া ৰাইজলৈ ভোগালী বিহুৰ উপহাৰ।

বাকীকেজনে একো মাতিব পৰা নাছিল, গোটেই ৰাতি টোপনি খতি কৰাৰ কাৰণে। চিতা জুইৰ কাষত থকাৰ কাৰণে আৰু সেই জুইত তেওঁলোকৰ চকুৰ পৰা আপুনি নিগৰি অহা তপত চকুপানীবোৰ শুকাই যোৱাৰ কাৰণে তেওঁলোকৰ চকুবোৰ ৰঙা পৰিছিল।

# সান্ত্বনা

বকুলমণি টোপনি গৈছিল। সুবাগমণিয়ে অকলে অকলে কিতাপখন আগত লৈ মুখস্থ কথাখিনিকে চিঞঁৰি চিঞঁৰি আওৰাইছিল ঃ মাতৃৰ সমান ভাবি চোৱা আন তীৰ্থ নাই জগতৰ ...

কাষৰ কোঠাটোত আন্ধাৰে-মুন্ধাৰে পৰি আছিল শশধৰ। ৰাতি অলপ হৈছিল। ৰান্ধনিশালত শশধৰৰ বিধবা বাইদেৱক জাহ্নৱীয়ে ৰান্ধনি ল'ৰাটোৰে লগ লাগি ৰন্ধা-মেলা কৰিছিল। নগৰ কাষৰীয়া ঘৰটোৰ ভিতৰত এটা বিস্বাদ মৌনতা। সুবাগমণিৰ পঢ়াখিনিও সেই নীৰৱতাৰে এটা অঙ্গ হৈ পৰিছিল।

শশধৰৰ সামান্য ভাগৰ লাগিছিল। অন্য দিনা এনে ভাগৰ তেওঁৰ গাত নেলাগেই। আজি কিন্তু তেওঁৰ বৰ অৱশ আৰু শ্ৰান্ত লাগিল। মনটো ভাগৰি পৰিছে। বহুত অবোধ্য, দুৰ্বোধ্য ক্লান্তিয়ে মনটোক হেঁচি ধৰিছে। অকাৰণতে শশধৰৰ মনটোৰ প্ৰতিক্ৰিয়া দেহাটোৰ ওপৰতো পৰিছে। দেহাটোও অৱশ লাগিছে।

পঢ়ি পঢ়ি সুবাগমণিও অলপ পৰৰ পিছত শুই পৰিব।

আন্ধাৰতে কোনোবা এটা আহি শশধৰৰ কোঠাৰ মুখত ৰোৱা গম পালে শশধৰে। হয়তো, বাইদেৱেক জাহ্নৱী, তেওঁ আছে'নে নাই, আছে যদি কি কৰিছে খবৰ কৰি গ'ল। শশধৰ লৰচৰ নকৰাকৈ পৰি থাকিল।

শশধৰৰ কাণত পৰিল জাহ্নৱীয়ে সিটো কোঠাত সুবাগমণিক কৈছে— এ, বকুল ভণ্টি টোপনি গ'লেই, তুমি নুশুবাদেই। ভাত হৈছে, ভাত খাই শুবা।

শশধৰৰ অলপ বিৰক্তি লাগিল। বাইদেৱে এইয়া সুবাগমণিক অযথা পুতৌ কৰিছে। এদিন এসাজ নোখোৱাকৈ থাকিলে কাৰো একো হানি নহয়।

সুবাগমণিয়ে জেঠায়েকৰ মুখলৈ চাই ক'লে, "মা দেখোন এতিয়াও নাই অহা জেঠাইদেউ?"

একো নকৈ জাহ্নৱী ভিতৰ সোমাই গ'ল।

গিৰিপ্‌কৰে শশধৰ বিছনাৰ পৰা উঠিল। আৰু শুদা ভৰিৰেই ইটো কোঠালৈ সোমাই আহিল।

"মণি —"

"কি দেউতা?" সুবাগমণিয়ে চকু দুটা ডাঙৰকৈ মেলি বাপেকৰ মুখলৈ চালে। হয়তো তেওঁৰ মাতটোৰ কঠিনতাত অলপ উচাপ খালে।

শশধৰে আৰু একো নক'লে, বহি থকা ঠাইতে শুই পৰা বকুলমণিজনীলৈ চালে। চাৰি বছৰীয়া অকণমান ছোৱালীজনী। বিছনাখনতে কাটি হৈ শুই পৰিছে। চুলিবোৰ নাকে-মুখে পৰিছে। হাতখন পালেংখনৰ পৰা তললৈ ওলমি আছে।

আঁজলি, অকণমানি বকুলমণিজনীলৈ শশধৰৰ বৰ মৰম লাগিল। তেওঁ তাইৰ কাষতে পালেংখনত বহিল আৰু বকুলমণিৰ হাতখন পোনাই দিলে। মুখ ঢাকি থকা আউলী-বাউলী চুলিখিনি ভাল কৰি দিলে। আৰু কোঁচ খাই থকা ফ্ৰকটো টানি ঠিক কৰি দিলে।

সুৱাগমণিয়ে আকৌ চিঞৰি পঢ়িবলৈ আৰম্ভ কৰিছিল ঃ মাতৃৰ সমান ভাবি চোৱা আন তীৰ্থ নাই জগতৰ। ...

শশধৰৰ হঠাৎ খং উঠি গ'ল।

"মণি —"

"কি দেউতা?"

আজি আৰু নেলাগে পঢ়িব, কিতাপ থোৱা, যোৱা ভাত খোৱাগৈ।"

আদেশটো পাই নিশ্চয় সুৱাগমণিয়ে ভাল পালে। বাপেকৰ মুখৰ ফালে চাই চাই তাই কিতাপখন জপালে আৰু ওলমি অহা চুলিবোৰ বাওঁহাতেৰে ঠিক কৰি লৈ তাই বহাৰ পৰা উঠিল। মেজৰ ওপৰত কিতাপ-ফলি থৈ তাই দেউতাকৰ কাষলৈ আহিল আৰু তেওঁৰ আঁঠুতে গাল-মুখ লগাই এহাতেৰে তেওঁৰ হাতখনত ধৰি সুধিলে। "মা কেতিয়া আহিব দেউতা।"

শশধৰে বিব্ৰত অনুভৱ কৰিলে, তথাপি নিজক সংযত কৰি কোনো মতে ক'লে, "ভিতৰলৈ যোৱা, জেঠাইদেৱেৰে ভাত বাঢ়িছে —"

এনেতে ভিতৰৰ পৰা জাহ্নবী ওলাই আহিল। সুৱাগমণিহঁতৰ ওচৰত শশধৰক বহি থকা দেখি তেওঁ অলপ বিস্মিত হৰ্ষ অনুভৱ কৰিলে। আজি ছদিনৰ মূৰত এই প্ৰথম শশধৰ ছোৱালীজনীৰ ওচৰ চাপিছে।

জাহ্নবীয়ে শশধৰৰ মুখলৈ চালে। ধুনীয়া শশধৰটো এইকেইদিনতে ইমান ক'লা পৰি গ'ল। খীণাইছেও। চকু দুটিত এটা উদ্‌ভ্ৰান্ত চাৱনি।

জাহ্নবীয়ে তলমূৰ কৰিলে।

শশধৰেও বেছিপৰ বায়েকৰ মুখলৈ চাই থাকিব নোৱাৰি খোলা খিৰিকীখনেদি বাহিৰৰ ফালে চালে। বাহিৰত কৃষ্ণপক্ষৰ আন্ধাৰ। বহুত দূৰত দুই-এটা তৰা আছে হয়তো, কিন্তু প্ৰথম চাৱনিতে চকুত নপৰে। চকুত পৰে কেৱল ঘন, নিবিড় আন্ধাৰ।

লাহে লাহে জাহ্নবীয়ে ক'লে, "এতিয়া তই ক'লৈকো ওলাই নেযাবি, ভাত হৈছেই। মণিক খুৱাই লওঁ।" "মই এতিয়া নেখাওঁ —" সৰুকৈ শশধৰে ক'লে। কৰ্তৃত্বৰ সুৰত জাহ্নবীয়ে ক'লে, "নেখাবি কেলেই। নেখাবলৈ কি হৈছে। খোৱা-বোৱাৰ ঠিক নেথাকিলে মানুহৰ গা-মন ভালে থাকেনে?"

শশধৰে একো নক'লে। জাহ্নৱীক তেওঁ বৰ ভক্তি-শ্ৰদ্ধা কৰে। তেওঁতকৈ জাহ্নৱী দহ-বাৰ বছৰৰ ডাঙৰ। মাক মৰাৰ পিছৰ পৰা বিধবা জাহ্নৱীয়েই শশধৰৰ অভিভাৱকত্ব কৰি আহিছে। জাহ্নৱীৰ তেওঁলৈ কিমান মৰম শশধৰে বুজে।

তেওঁ একো নেমাতিলে।

সুৱাগমণিক লৈ, জাহ্নৱী যোৱাৰ পিছত শশধৰ বহাৰ পৰা উঠিল আৰু বকুলমণিক ভালকৈ শুৱাই দি আঁঠুৱাখন পেলাই দিলে।

তাৰ পিছত তেওঁ লাহে লাহে কোঠাটোৰ পৰা ওলাই গ'ল।

বাৰাণ্ডা ডোখৰ আন্ধাৰ থুপ খাই আছে। ফুলনিখনত কিবা ফুল ফুলিছে হয়তো মৃদু মৃদু গোন্ধাইছে। পাতল বতাহ এজাক বলিছিল।

একোণত থকা বেতৰ চ'ফাখনতে শশধৰ বহিল। দূৰৰ লাইটটোৰ ফালে এবাৰ এনেয়ে চকু দিলে, লাইটটোৰ পোহৰবোৰ যেন মৰা।

সেই ফালে চাই চাই তেওঁ চিগাৰেট এটা জ্বলাই হুপিবলৈ ধৰিলে। এবাৰ জ্বলি থকা চিগাৰেটটো চকুৰ আগলৈ আনি চালে— অকণমান জুই। সেই জুইত তাপ নাই। পোহৰো নাই। আছে মাথোন দাহন শক্তি। সেইকণ জুয়ে এটা চিগাৰেট পুৰি ছাই কৰিব পাৰে। এটা ঘৰো পুৰিব পাৰে, এখন চহৰো পুৰি ধূলিসাৎ কৰি দিব পাৰে।

— এনেয়ে ভাবিলে শশধৰে।

তেওঁৰ ডিঙিটো অলপ যেন শুকান লাগিল। তেওঁৰ যেন অথনিৰ পৰা পিয়াহ লাগি আছে। আৰু কাৰোবাক কৈ কৈ পানী এগিলাচ পোৱা নাই। নিজৰ অজানিতেই সৰুকৈ তেওঁ মাতিলে। 'নৰ্মদা'

নিজৰ মাতটোত তেওঁ নিজেই চক্‌খাই উঠিল। কি কৰিছোঁ মই, কাক মাতিছোঁ! গাটো জোকাৰি শশধৰ বহাৰ পৰা উঠিল আৰু জোৰেৰে শোহা মাৰি চিগাৰেটটোৰ প্ৰায় আধা শেষ কৰি দলি মাৰি পেলাই দিলে।

বাৰাণ্ডাখনতে তেওঁ নীৰৱে শুদা ভৰিৰে পায়চাৰি কৰি ফুৰিব ধৰিলে। কিন্তু অলপ পৰৰ পিছত নীৰৱতাখিনি তেওঁৰ অসহ্য লাগিল। তেওঁ যেন দৌৰি গৈ ক'ৰবাৰ বজাৰৰ মাজৰ কোলাহলৰ মাজত সোমাই চিঞৰি চিঞৰি ক'বৰ মন গ'ল— "মই ঠিক আছো, মোৰ একো হোৱা নাই। একো হোৱা নাই। মই ঠিক আছো, তোমালোকে শুনাইক —"

আকৌ ক্লান্তভাৱে শশধৰ চোফাখনতে বহিল। কৈ দিবৰ মন যোৱা কথাখিনি চিঞৰি কৈ দিয়া যেন অনুভৱ কৰিলে তেওঁ। ছিঃ মই যে কি হৈ গৈছো। তেত্ৰিছ বছৰীয়া এজন মানুহৰ এনে অধৈৰ্য্য হ'লে নচলে। সুৱাগমণিহঁতেই ইমান অধৈৰ্য হোৱা নাই।

বাৰাণ্ডাৰ লাইটটো জ্বলি উঠিল। সামান্য নীলা লাইটৰ পোহৰটোৱে তেওঁৰ চকুত ধৰি যোৱা যেন লাগিল।

জাহ্নবীয়ে ক'লে, "আকৌ তই আন্ধাৰখনত মনে মনে বহি আছহি। ভাত বাঢ়িছোঁ, আহ।"

আৰু বাদ-প্ৰতিবাদ কিবা কৰিলেই নিজৰ দুৰ্বলতা ধৰা পৰে বুলি শশধৰ বহাৰ পৰা উঠিল আৰু বাইদেৱেকৰ পিছে পিছে ভাত খোৱা কোঠাৰ ফালে সোমাই গ'ল।

ভাতৰ মেজত বহি কিন্তু তেওঁৰ একোকে খাবৰ মন নগ'ল। একোতে যেন সোৱাদ নাই। কিবা সেৰেকা সেৰেকা দুগৰাহমান খায়ে তেওঁ উঠি আহিল।

জাহ্নবীয়ে তেওঁৰ ফালে একেথিৰে চাই আছিল। নীৰৱে এষাৰো কথা নোকোৱাকৈ অনিচ্ছাৰে দুগৰাহ খাই উঠি যোৱা শশধৰৰ ফালে চাই তেওঁৰ বৰ বেয়া লাগিল। জোৰ কৰিবৰ বা কিবা সান্ত্বনা দিবৰ ইচ্ছা নকৰিলে। এটা অব্যক্ত সমবেদনাত তেওঁৰ মনটো গধুৰ হৈ পৰিল। শশধৰে এৰি যোৱা কাঁহী-বাটিবোৰ সামৰি লৈ তেওঁ পিছ চোতাললৈ ওলাই গ'ল।

আজি এসপ্তাহ কোনোৱেই ৰেডিঅ'টোৰ কাষ চপা নাই। তাৰ ওপৰত হয়তো ধূলি জমা হৈছে। শশধৰ ৰেডিঅ'টোৰ ওচৰলৈ গ'ল। দেখিলে বেটাৰীটোৰ লগত ৱায়াৰডাল কোনোবাই লগাই থৈ দিছে। তেওঁ লাহেকৈ প্লাকটো এৰুৱাই দিলে।

ভাতকেইগৰাহ খোৱাৰ কাৰণেই নেকি তেওঁৰ অলপ গৰম লগা যেন অনুভৱ হ'ল। তেওঁ খটখটিয়েদি নামি আগফালৰ ঘাঁহে ঢকা চোতালখনলৈ ওলাই গ'ল। চোতালত অলপ ঠাণ্ডা যেন লাগিল।

কিন্তু অলপ পৰৰ পিছতে তেওঁ শিয়ৰি উঠিল। চোতালখনলৈ তেওঁৰ ভয় লাগি গ'ল। আন্ধাৰৰ মাজেদি চাৰিওফালৰ পৰা যেন কিছুমান ক'লা ক'লা বিকট নঙঠা দৈত্য পোৱালিয়ে হিঃ হিঃ কৰি হাঁহি শশধৰৰ ফালে আগবাঢ়ি আহিছে। তেওঁ খুব জোৰ কৰি নিৰ্ভীকভাৱে থাকিবৰ চেষ্টা কৰিলে।

কিন্তু তেওঁৰ গাটো কাঁইটে বিন্ধা দি বিন্ধিবলৈ ধৰিলে। তেওঁৰ অসহ্য লাগিল। চোতালখন ঢাকি ৰখা নাই নিবিড় নিবন্ধ আন্ধাৰৰ লগত বহুত নিশাৰ অন্য ৰকমৰ নিশাৰ স্মৃতি জড়িত হৈ আছে। সেইবোৰ সুঁৱৰিবলৈ আজি তেওঁৰ ভয় লাগিল। সেইবোৰ মনত নেপেলাবৰ চেষ্টা কৰিলে। পাহৰি যাবৰ চেষ্টা কৰিলে। চোতালৰ পৰা তেওঁ বাৰাণ্ডালৈ উঠি আহিল।

হঠাৎ কাৰোবাৰ নাকৰ তপত নিঃশ্বাস এটা যেন তেওঁৰ নাকে-মুখে লাগিল। বৰ চিনাকি নিঃশ্বাস। হাতখন মুখৰ ওচৰলৈ আনি তেওঁ নিঃশ্বাসটো ধৰিব খুজিলে, কোনো নাই। নিজেই নুশুনাকৈ তেওঁ মাতিলে 'নৰ্মদা —'

তাৰ পিছত সচকিতভাৱে বাৰাণ্ডাৰ পৰা ভিতৰ সোমাই আহিল নিজৰ কোঠালৈ।

চুইচটো টিপি তেওঁ লাইটটো জ্বলালে। কোঠাটোৰ ভিতৰখন বৰ বেছি পোহৰ যেন লাগিল। তেওঁ বিছনাৰ ফালে নগৈ পঢ়া মেজখনৰ কাষৰ চকীখনতে বহি পৰিল।

অন্য অচিনাকি মানুহৰ আচহুৱা কোঠা এটাত সোমোৱাৰ দৰে তেওঁ কোঠাটোৰ চাৰিওফালে চালে। যেন একোকে চিনি পোৱা নাই। ৱাল ক্লকটো টক্ টক্ কৰি বাজি আছে। আৰু কোনো সা-শব্দ নাই।

জাহ্নৱী আকৌ আহিল আৰু কোঠাটোত সোমাই এনেয়ে পাক মাৰি চাই সৰুকৈ ক'লে, "ৰাতি হ'ল, শুই থাক আৰু। দুৱাৰখন বন্ধ কৰি শুবি।"

ওলাই যাবলৈ ধৰা বাইদেৱেকৰ ফালে চাই শশধৰে ক'লে, "মই কালিলৈ শ্বিলঙলৈ যাম, বাইদেউ —"

"কালিলৈ, কিবা দৰকাৰ আছে নেকি?"

"নাই এনেয়ে যাম। সুৰাগমণিহঁতক তই ৰাখিব পাৰিবি নহয়।"

"সুৰাগমণিয়ে আমনি নকৰে, বকুলমণিলৈহে চিন্তা, তাই সৰু হৈ আছে নহয়— কিটো বুজিছে।"

শশধৰে একো নেমাতিলে হঠাৎ তেওঁৰ বকুলমণিৰ ওপৰত খং উঠি গ'ল। তাই নুবুজিব কিয়, ইমান ডাঙৰ কথা বুজি নেপালে কেনেকৈ চলিব?

কিন্তু ক্ষন্তেক পিছতে শশধৰে নিজকে ক'লে, "ময়েইনো কিটো বুজিছোঁ?"

জাহ্নৱীয়ে তেওঁৰ মুখলৈ চাই আছে। হয়তো তেওঁৰ মুখৰ ভাব বুজিবৰ চেষ্টা কৰিছে। নিজৰ দুৰ্বলতা ধৰা পৰা যেন অনুভৱ কৰি শশধৰে লাহে লাহে ক'লে, "কাইলৈ নহ'লেও এইকেইদিনতে মই এবাৰ শ্বিলঙলৈ যাব লাগিব।"

জাহ্নৱীয়ে সাহস পালে। ক'লে, "শ্বিলঙলৈ যোৱাতোনো কি ডাঙৰ কথা, যাবি, পিছে দুদিনমানৰ পাছত যাবি। এতিয়াই যাব নেলাগে। আৰু এতিয়া সেইবোৰ একো চিন্তা কৰি থাকিব নেলাগে শুই থাক।" — কৈ জাহ্নৱী গ'লগৈ।

শশধৰে আমোদ পালে। বাইদেউবোৰ চিৰদিন বাইদেৱেক হৈ থাকে। মই যেন তাহানিৰ স্কুললৈ যোৱা সৰু ল'ৰাটোৱেই হৈ আছোঁ। মই যেন সকলোৰে পৰিচিত ডেকা উকীল শশধৰ ফুকন নহওঁ। মই যেন একো নুবুজোঁ।

বাল্য বিধবা জাহ্নৱীজনীলৈ শশধৰৰ ভক্তি হ'ল। মুখ খুলি নক'লেও বাইদেৱে মোতকৈ বেছি আঘাত পাইছে। কিন্তু জাহ্নৱীৰ অব্যক্ত সমবেদনাত শশধৰৰ অসহ্য আৰু অবাঞ্ছনীয় যেন লাগিল। খুব চিঞৰি তেওঁৰ জাহ্নৱীক ক'বৰ মন গ'ল— তই মোক একো নকবি বাইদেউ। তই মোক সমবেদনা নজনাবি।

তোৰ সমবেদনাই মোৰ ব্যক্তিত্বক অপমান কৰে। মই মৃত্যুকোঁ হাঁহি মুখে বৰণ কৰিম। কিন্তু পুতৌ আৰু ব্যক্তিত্বৰ অৱমাননা সহ্য কৰিব নোৱাৰোঁ।

কিন্তু তেওঁৰ একো নহ'ল। ভালেমান পৰ তেওঁ নীৰৱে বহি থাকিল। তাৰ পিছত বহাৰ পৰা উঠিল। আৰু আগ্ৰহেৰে বিছনাখনৰ ফালে চালে। ধক্‌ধক্ কৰে বগা বিছনাচাদৰখন মৰম লগাভাৱে বৈ আছে। নোশোৱাৰ অন্ততঃ শুবলৈ চেষ্টা নকৰাৰ কোনো অৰ্থ নাই।

কিন্তু বিছনাখনৰ কাষ চাপি শশধৰ বৈ গ'ল। বকুলমণি এইকেইদিন ৰাতি তেওঁৰ লগত শুইছে। চাৰি বছৰীয়া অকণমান ছোৱালীজনী তাইৰ দুৰ্ভাগ্যৰ কথা তাই একো ক'ব নোৱাৰে। মাকৰ অবিহনে দেউতাকৰ বুকুৰ মাজতে শান্তিৰে টোপনি যায়। মাত্ৰ কেতিয়াবা হঠাৎ মাকক একোবাৰ বিচাৰে— 'মা'। তাৰ পিছত আকৌ টোপনি যায়।

কোঠাটোৰ পৰা লাহে লাহে শশধৰ ওলাই গ'ল। আৰু পঢ়া-শুনা কৰা কোঠাটোত থকা বিছনাখনৰ পৰা বকুলমণিক আনি নিজৰ এই বিছনাখনত শুৱাই দিলেহি। লালকাল টোপনিত লেই-সেই বকুলমণিজনীলৈ বৰ বেছি মৰম লাগিল শশধৰৰ। অলপ সময় তেওঁ তাইক বুকুৰ কাষত লৈ থাকিল। তাৰ পিছত লাহে লাহে শুৱাই দিলে।

আঁঠুৱাখন পেলাই দি শশধৰ বিছনাৰ কাষৰ পৰা আঁতৰি আহিল। আৰু চুইচ্‌টো টিপি লাইটটো অফ্ কৰি দিলে। সমগ্ৰ কোঠাটো সমগ্ৰ জগতখন গাঢ় আন্ধাৰৰ মাজত সোমাই পৰিল।

চকীখনত বহি চিগাৰেট এটা জ্বলাই লৈ শশধৰে একো নেভাবিবৰ চেষ্টা কৰিলে। তেওঁৰ সমগ্ৰ অতীতটোক একেবাৰে বুজিব নোৱাৰা যেন লাগিল। তেওঁ যেন বাট-পথ নোহোৱা এখন অটব্য অৰণ্যৰ মাজেদি আহি আছে। এই অৰণ্যপথৰ যেন অবাধ নাই। কিয় মুকলি ৰাজপথ নলৈ অৰণ্যপথত ভৰি দিলে, সেই কথা তেওঁ কোনো ৰকমে বুজিব নোৱাৰিলে। এদিন এই অৰণ্যপথেই ৰাজপথ যেন লাগিছিল। কিন্তু এতিয়া এই অৰণ্যৰ কোনোবা এটা প্ৰান্তত বৈ ঘূৰি চাই নিজেই আচৰিত হ'ল। শশধৰৰ যেন পথ ক'তো নাছিল। আছিল কেৱল পথৰ স্বপ্ন। সেই স্বপ্ন আজি নিষ্ঠুৰভাৱে ধূলিসাৎ হৈ গৈছে।

কিন্তু সপোনটো যেতিয়া সপোন আছিল—

শশধৰ ফুকন নগৰখনৰ এটা গৰ্বিত সাধুকথা। সুশ্ৰী, স্বাস্থ্যবান, বুদ্ধিমান, তীক্ষ্ণধী এজন উচ্চ পৰিয়ালৰ শিক্ষিত ডেকা। এজন অক্লান্ত সমাজসেৱী, এজন ভাল বক্তা। এজন জনপ্ৰিয় সঙ্গীতজ্ঞ, এজন নিপুণ খেলুৱৈ আৰু এজন নতুন যুগ ক্ৰান্তিৰ সাহসী অগ্ৰণী যাৰ চকুত আছে বিপ্লৱী দীপ্তি যাৰ আত্মবিশ্বাস হেজাৰ বছৰৰ সংস্কাৰতকৈও বেছি শক্তিশালী।

ডেকা উকীল হিচাপেও শশধৰে এবছৰৰ ভিতৰতে নিজক এজন নিৰ্ভৰযোগ্য উকীল হিচাপেও প্ৰতিষ্ঠা কৰি ল'লে। অতি সহজেই ওকালতি এটা ধন ঘটা ব্যৱসায়, এই কথা মুহূৰ্তলৈকো পাহৰি নগৈ শশধৰে টকাতকৈ বিপদগ্ৰস্ত মানুহক আইনৰ সহায়ত ৰক্ষা কৰাৰ দায়িত্ব পালনত অধিক মনোযোগ দিলে। আহিল টকা, আহিল খ্যাতি, আহিল প্ৰতিষ্ঠা।

আত্ম-প্ৰতিষ্ঠাৰ এই পথত শশধৰৰ বিশেষ সংগ্ৰামৰ প্ৰয়োজন হোৱা নাছিল। পথ যেন ৰচনা কৰি থোৱাই আছিল আৰু পথে যেন প্ৰতীক্ষা কৰিছিল শশধৰৰ পদক্ষেপৰ। তেওঁৰ বুজিবলৈ টান লাগিল এজন শিক্ষিত ডেকাই জীৱনত প্ৰতিষ্ঠাৰ পথ বিচাৰি নেপাই অদৃষ্টক অভিশাপ দিয়াৰ কাৰণটো ক'ত লুকাই আছে। আত্ম-প্ৰত্যয় থাকিলেই আত্ম-প্ৰতিষ্ঠা কৰা সহজ নহয়। শশধৰে অনুভৱ কৰিলে।

শিল্পী আৰু সমাজকৰ্মী ডেকা শশধৰ ফুকন বহুতৰে সংস্পৰ্শলৈ আহিছিল।

সমাজৰ বিভিন্ন স্তৰৰ মানুহে শশধৰক বিচাৰিছিল আৰু শশধৰক পাইছিল। সমাজৰ সেৱাত নিজক বিলাই দি শশধৰৰ আনন্দ হৈছিল। মাজে মাজে তেওঁ অনুভৱ কৰিছিল যেন নগৰখনৰ কাৰণে তেওঁ ক্ৰমে অপৰিহাৰ্য হৈ আহিছে? তেওঁ নহ'লে কোনো কামেই নহয়! তাতো শশধৰে তৃপ্তি পালে। নিজৰ ডেকা জীৱনটো মূল্যবান বুলি অনুভৱ কৰিলে।

শিল্পী হ'লেও শশধৰ বৰ ভাৱপ্ৰৱণ নহয়। গানৰ সুৰত যিদৰে তাল, মান, লয়ৰ প্ৰতি লক্ষ্য নেৰাখিলে বেসুৰা হয়। জীৱনটো হিচাপ কৰি চলিব নেজানিলে জীৱনৰ গতি মসৃণ নহয়— এই কথা শশধৰে বুজিছিল আৰু বিশ্বাসো কৰিছিল। তাতে শশধৰ উচ্চ শিক্ষিত ডেকা। আভিজাত্যৰ চেতনাও নোহোৱা নহয়।

বৰ অভাৱনীয়ভাৱে নহয়, স্বাভাৱিকভাৱেই শশধৰে এদিন অতি নিবিড়ভাৱে আৱিষ্কাৰ কৰিলে যে নগৰৰ সৰ্বশ্ৰেষ্ঠা সুন্দৰী নৰ্মদাক তেওঁ ভাল পায়। নৰ্মদাক প্ৰাণেমনে তেওঁ বিচাৰে। ভাল পোৱাৰ কোনো ইতিহাস নেথাকে, তথাপি সামাজিক আৰু সাংস্কৃতিক কামত লাগি থাকোঁতে কোনোৱা সময়ত শশধৰৰ নিবিড় সাহচৰ্যলৈ আহি পৰিছিল নৰ্মদা। নৰ্মদাৰ স্বাস্থ্য শ্ৰী আৰু প্ৰতিভাক লৈ এখন সৰু চহৰ নিশ্চয় ধন্য হৈ যাব পাৰে। কলেজীয়া ডেকাৰ ভাষাত নৰ্মদাই কথা ক'লেও গান গোৱা যেন শুনি। আৰু সঁচাকৈয়ে নৰ্মদা আছিল সুকণ্ঠী গায়িকা, বৰ মিঠাকৈ বেহেলা বজায় নৰ্মদাই। কোনোবা এটা সাংস্কৃতিক উৎসৱত শশধৰৰ কাষত বৈ নৰ্মদাই সুৰত সুৰ মিলাই সমস্বৰে সঙ্গীত গাইছিল। চেষ্টা বেছি নকৰাকৈয়ে সেইদিনা শশধৰৰ সুৰৰ লগত নৰ্মদাৰ সুৰ অদ্ভুতভাৱে মিলি গৈছিল। লগে লগে মিলি গৈছিল দুটা নতুন প্ৰাণৰ আৱেগ আৰু অনুভূতি।

কিন্তু পথ সহজ নাছিল। মনৰ মিলেই শেষ কথা নাছিল। মাজত আছিল সামাজিক বিচাৰৰ ব্যৱধান। সংস্কাৰাচ্ছন্ন সামাজিক বিধান অনুসৰি কুলৰ বংশ বৰ্ণ

গোত্ৰৰ লগত নৰ্মদাৰ মিল নাছিল। আছিল বহল ব্যৱধান। নৰ্মদাক বহুতেই ভাল পালেও সামাজিক স্বীকৃতিৰ মাজেদি নিজৰ কৰি ল'বৰ সৎ সাহস বহুত ডেকাৰে নাছিল।

সেই সাহস আছিল শশধৰৰ। ভাব-প্ৰৱণতাৰেই কেৱল নহয়, সামাজিক অন্যায়ৰ বিৰুদ্ধে থিয় দিয়াৰ প্ৰত্যয়েৰে শশধৰে সামাজিকভাৱে নৰ্মদাক নিজৰ কৰি ল'লে। পিতৃ-মাতৃ আপোন পৰিয়াল বন্ধু-সজ্জন সকলোৰে উপদেশ উলংঘা কৰি শশধৰে নৰ্মদাক বিয়া কৰালে। আলোচনা-সমালোচনা হ'ল। শশধৰৰ সিদ্ধান্তত সমাজে শশধৰৰ ভিতৰত অবাঞ্ছনীয় দুৰ্বলতাৰ সন্তেদ পালে। শশধৰৰ নিচিনা এজন ডেকা ছোৱালীৰ ৰূপত ভোল যোৱা দেখি বহুতেই শশধৰক ক্ষমা কৰিবলৈ টান পালে। কিন্তু শশধৰে কালৈকো ভ্ৰূক্ষেপ নকৰিলে।

অযথা অবাঞ্ছনীয় পৰিস্থিতিৰ সৃষ্টি কৰিবৰ চেষ্টা নকৰি, শশধৰ পিতৃ-মাতৃৰ কাষৰ পৰা আঁতৰি আহিল। বেলেগ ঘৰ লৈ থাকিবলৈ ল'লে। কোনো কাৰো ওপৰত নিৰ্ভৰশীল নাছিল। মাক-দেউতাক ক্ষুণ্ন হ'ল। কিন্তু তেওঁলোকৰ লগত যুঁজি ইচ্ছাৰ বিৰুদ্ধে বিয়া কৰোৱা ছোৱালীজনীক বোৱাৰী কৰি চপাই ল'বলৈ অমান্তি হ'ল। শশধৰে বেয়া পালেও আক্ষেপ নকৰিলে। জীৱনৰ স্বপ্ন সাৰ্থক কৰিবলৈ যদি নৰ্মদা নামৰ ছোৱালীৰে এজনী অপৰিহাৰ্য দৰকাৰ তেন্তে পায়ো, সেই ছোৱালীজনীক নিজৰ কৰি নোলোৱাৰ অন্য যি নামেই নেথাকক তাক কেতিয়াও প্ৰেম আৰু পৌৰুষ বোলা নাযায়। পিতৃ-মাতৃ পৰিয়ালৰ লোকে এদিন বুজিব বোকাৰ পৰা তুলি অনা পদুম ফুলেও মূৰত আসন পাব পাৰে। তাৰ বাবে মূৰৰ অৱমাননা কৰা নহয়।

নৰ্মদা শশধৰৰ জীৱনলৈ আহিল সকলোখিনি যৌৱন, সকলোখিনি ৰূপ মাধুৰী আৰু বহুত স্বপ্নৰ মদিৰা লৈ। শশধৰৰ সুখৰ সমুদ্ৰৰ পাৰ উপচি পৰিল। জীৱনটো অৰ্থময় প্ৰাণময় হৈ উঠিল।

শশধৰ কামৰ মানুহ। নাৰীৰ প্ৰেমে তেওঁক সঙ্কীৰ্ণ কৰি নেৰাখিলে, বৰং নতুন নতুন কৰ্মক্ষেত্ৰত জঁপিয়াই পৰিবৰ কাৰণে প্ৰেৰণাহে যোগালে। এইয়া যেন জীৱনৰ লগত জীৱন যোগ কৰা হ'ল। এইয়া যেন এটা চাকিৰ জুইৰ সহস্ৰ চাকি জ্বলাই দীপান্বিতা পতাৰ নতুন সমাৰোহ। প্ৰাণৰ এই নতুন বিস্তাৰে শশধৰক যেন আলাউদ্দিনৰ চাকিৰ আশ্চৰ্য মহিমা দান কৰিলে। শিল্পী-গায়ক কৰ্মী প্ৰেমিকা শশধৰে নিজৰ মাজত এটা একেবাৰে নতুন মানুহৰ জন্মৰ আনন্দময় সঁহাৰি অনুভৱ কৰিলে। নীৰৱে শশধৰে অদৃশ্য আকাশক মৌন প্ৰাৰ্থনা জনালে ঃ হে আকাশ, তুমি সাক্ষী থাকা, আমি সুখী, এই সুখৰ পৰা বঞ্চিত হোৱাৰ পূৰ্বেই যেন মোৰ মৃত্যু ঘটে।

শশধৰৰ বুকুৰ মাজত সোমাই নৰ্মদাই সৰু সৰুকৈ ক'লে, "আমাৰ এই সুখ যদি ভগৱানৰ সহ্য নহয়, তুমি বাৰু কি কৰিবা?"

অমঙ্গলীয়া কথা উচ্চাৰণ কৰা ওঁঠ দুটা নিজৰ ওঁঠেৰে চেপি ধৰি শশধৰে নৰ্মদাক নীৰৱ কৰি দিয়ে।

সৰু সৰু মান-অভিমান, সৰু সৰু বিৰহ-বিচ্ছেদ আৰু হেজাৰ নাম নোহোৱা স্বপ্নই শশধৰ নৰ্মদাৰ জীৱনক অপাৰ্থিৱ মধুৰ বেদনাৰে চঞ্চল কৰি তোলে, শশধৰ চোতালত ফুলা সকলো ফুলক, নগৰখনত ফুলা সকলো ফুলক, আকাশৰ সকলো তৰাক শশধৰৰ এটা নামেৰেই মাতিবৰ মন যায়, 'নৰ্মদা'।

অথচ শশধৰে জানে নৰ্মদা কোনো ফুলৰ নাম হ'ব নোৱাৰে।

তাৰ পিছত আহিল সুৱাগমণি।

আৰু তাৰ পিছত আহিল বকুলমণি।

আহিল শিশুৰ স্বৰ্গীয় হাঁহি।

মাতৃৰ অপাৰ্থিৱ মহিমা পিতাৰ গৌৰৱোজ্জ্বল পৌৰুষৰ বিজয়ী প্ৰগালভা। আঁহে আঁহে জীৱনটো পূৰ্ণ হৈ উঠিল।

শশধৰ চক্‌মক্ খাই উঠিল। টোপনিতে বকুলমণিয়ে চিঞৰিলে "মা —"।

হাতখন মেলি শশধৰে চালে। বকুলমণি ওচৰতে শুই আছে। তাই টোপনিত। টোপনিতে এনেয়েহে চিঞৰিছে। শশধৰে বকুলমণিৰ গাত লাহে লাহে থপৰিয়াই দিলে— এনেয়ে। গভীৰ টোপনিত থকা বকুলৰ কোমল শান্ত নিঃশ্বাসটো আহি শশধৰৰ মুখতে লাগিলেহি। ইমান গভীৰ আৰু পৱিত্ৰ। এই বকুলমণিজনীৰ নিঃশ্বাস লগা পৃথিৱীখনো মলিন আৰু অপৱিত্ৰ হ'ব পাৰেনে।

কিন্তু পিছ মুহূৰ্ততে শশধৰ জিকাৰ খাই উঠিল। আৰু হুৰমূৰ কৰি বিছনাৰ পৰা নামি আহিল। চুইচটোৰ ওচৰলৈ হাতখন নি আকৌ কোঁচাই আনিলে। লাইট জ্বলাই চাবলগীয়া একো ঘটা নাই।

দুৱাৰখন মেলি শশধৰ বাহিৰলৈ ওলাই আহিল। আৰু আন্ধাৰৰ মাজেদিয়ে খট্‌খটিয়েদি চোতাললৈ নামি গ'ল। নিৰন্ধ্ৰ আন্ধাৰৰ মাজত নিঃশব্দে শশধৰে পায়চাৰি কৰি ফুৰিব ধৰিলে।

ঃ শ্বিলঙলৈ মই কিয় যাও। শ্বিলঙত মোৰ কাৰণে কি আছে? কাৰো সমবেদনা বিচাৰি নিশ্চয় নেযাওঁ। মোৰ গৰ্বৰ দৰেই মোৰ দুখো মোৰ নিজৰ হৈয়ে থাকক। মূৰ্খৰ বাহিৰে আন কোনোৱে নিজৰ দুখৰ কথা আনক নজনায়।

কলিকতালৈ, বাৰাণসীলৈ, দিল্লী, বোম্বাই, কৰাচী, অমৃতসৰলৈ? কি হ'ব? য'লৈকে যাওঁ লগে লগে যাব মোৰ মনটো, যাব মোৰ দুখ, মোৰ বেদনা।

কিন্তু ঘৰ, কাছাৰী, চিনাকি আলিবাট আৰু চিনাকি মানুহ, মানুহৰ মুখ-চকুত অকথিত কৰুণা আৰু পুতৌ। হয়তো কাৰোবাৰ চকুত আনন্দও থাকিব পাৰে। মোৰ দুৰ্ভাগ্যত কাৰোবাৰ আনন্দ হোৱাটোত আচৰিত হ'বলগীয়া একো হোৱা নাই। মোৰ সুখত যি সুখী হ'ব নোৱাৰিলে, সি মোৰ দুখত আনন্দ নেপাব কিয়?

বহুত দূৰৰ তৰা এটা শশধৰৰ চকুত পৰিল। যদি সেই তৰাটোলৈ গুচি যাব পাৰিলোহেঁতেন! হয়তো তাত সকলো আছে— কিন্তু মানুহ নাই। মানুহ হয়তো নাই, কিন্তু কিজানিবা তাত গান আছে। আশা আছে।

কিছুপৰ তৰাটোৰ ফালে একেথৰে চাই থাকি শশধৰৰ বৰ বিস্বাদ লাগিল।

লাহে লাহে তেওঁ ভিতৰলৈ সোমাই আহিল। সকলোৰে টোপনি আহিছে। সিটো কোঠাত শুইছে জাহ্নবী আৰু সুৱাগমণি। ইয়াত শশধৰৰ বিছনাখনত শুই আছে বকুলমণি। ওচৰ-পাজৰৰ ঘৰবোৰৰ মানুহবোৰৰো সকলো টোপনি গৈছে।

মইহে মিছাতে নোশোৱাকৈ আছোঁ। শশধৰে চুইচটো টিপি লাইটটো জ্বলালে। আলমাৰিটোৰ ভিতৰৰ আইনৰ শকত কিতাপবোৰৰ নাম লিখা। পিঠিবোৰ জিলিকি উঠিল।

এইবোৰ আইনৰ পুথি। ইয়াত সকলো কথা আছে। সকলো আইন আছে। নাই মাত্ৰ এটা কথা— আইনৰে যাক শুধৰাব পাৰি। মানুহৰ প্ৰাণে সেই শুধৰণিক গ্ৰহণ কৰি লোৱাৰ পৰা কোনো আইন নাই। মানুহৰ আত্মাৰ গহ্বৰত যি অন্তৰ্দাহ হয়, আইনে তাক প্ৰশমিত কৰিব নোৱাৰে। আইনেৰে যুঁজি সম্পত্তি ঘূৰাই আনিব পাৰি, মানুহৰ নিৰ্দোষিতা ঘূৰাই পাব পাৰি কিন্তু মানুহৰ আত্মাৰ অভাৱ পূৰাব নোৱাৰি। আইনে সান্ত্বনা দিব পাৰে, শান্তি দিব নোৱাৰে।

হঠাৎ শশধৰৰ চকুত পৰিল বকুলমণিৰ আউলী-বাউলী চুলিয়ে ঢাকি ৰখা বগা, ধুনীয়া মুখখন, যেন এতিয়াও সম্পূৰ্ণকৈ নুফুলা এপাহ পদুম ফুল। নিষ্পাপ নিষ্কলুষ পবিত্ৰ।

শশধৰ বকুলমণিৰ কাযতে বহিল। আৰু বকুলমণিৰ মূৰত আলফুলকৈ হাত বুলাই দিলে। বকুলমণিৰ গাত টোপনি। হয়তো বকুলমণিয়ে টোপনিত মাকৰ স্বপ্ন দেখিছে। হয়তো স্বপ্ন দেখিছে এজনী সৰু নৰ্মদা হোৱাৰ, কোনো এজন অনাগত যুৱকৰ হৃদয়ৰাণী হোৱাৰ। শশধৰ সেইখিনিৰ পৰা আঁতৰি দিলে, বকুলে সপোন দেখক, কিন্তু সেই সপোনত যেন মোৰ নিচিনা ভাগ্যহত কোনো নেথাকে। আকৌ শশধৰ চোতাললৈ ওলাই আহিল। ৰাতিটো গহীন হৈ আহিছে। হয়তো ৰাতি আৰু বেছি নায়ো। অলপ পৰৰ পিছতে ৰাতি পুৱাব। ৰাতিৰ ৰহস্যময় পৃথিৱীখন দিনৰ পোহৰত গতানুগতিক আৰু নিৰস হৈ পৰিব। মানুহৰ বুকুৰ অনুতাপ, অনুশোচনা লৈ এটা আন্ধাৰ ৰাতি মহাকাশৰ বুকুত হেৰাই যাব। কোনো ক্ষতি নাই।

আৰু বহুত ৰাতি আহিব। আৰু বহুত ৰাতি যাব। মনৰ মাজৰ ঘাবোৰ ক্ৰমে শুকাই আহিব।

মনত শশধৰৰ নতুন বল পোৱা যেন লাগিল। আনৰ ওপৰত অভিযোগ কৰা নিজৰ দুৰ্বলতাৰেই প্ৰকাশ মাথোন। মোক কোনোবাই আঘাত কৰিলে, মোক কোনোবাই অপদাৰ্থ প্ৰতীয়মান কৰিলে, কোনোৱাই মোক শুধৰণি নোহোৱাকৈ ঠগিলে। হয়তো সঁচা কথা কিন্তু তাত গুৰুত্ব দিও কিয়, জীৱনৰ জয়-পৰাজয়তকৈ জীৱন নিশ্চয় বহুত ডাঙৰ।

ওকালতি কৰি, তৰ্ক কৰি মই ফাঁচীৰ পৰা মানুহৰ প্ৰাণ ৰক্ষা কৰিছো, আৰু এটা সামান্য (কিন্তু সঁচাই জানো সামান্য?) আঘাতৰ পৰা মোৰ নিজকে ৰক্ষা কৰিব নোৱাৰিলে এনেকৈ চলিব? এটা আত্মাৰ দুৰ্বিষহ বেদনা। এটা প্ৰাণৰ অৱৰুদ্ধ কান্দোন, এখন ভাগি যোৱা হিয়াৰ দুঃষহ নৰ্মদাই— সকলো সঁচা কথা। কিন্তু জীৱনৰ ঘাত-প্ৰতিঘাতবোৰ হাঁহিমুখে ল'ব নোৱাৰিলে জীয়াই থাকিব পৰা অসম্ভৱ।

আৰু বহুত কথা ভাবিলে শশধৰে। প্ৰেমৰ সাৰ্থকতা কেৱল পোৱাতেই জানো? হেৰুৱাৰ জানো কোনো মহিমা নাই।

কোনো মূল্য নাই? স্বপ্নটো সদায় নেথাকে। সপোন হোৱাতেই সপোনৰ সাৰ্থকতা। নৰ্মদা আছিল এটা সপোন, এটা সপোনৰ সমানেই ক্ষণস্থায়ী। আজি নৰ্মদা নাই। সপোন সদায় নেথাকে।

থাকে সপোনৰ স্মৃতি।

শশধৰে ঠিক কৰিলে। সুৱাগমণি আৰু বকুলমণিক লৈ অলপমান ঘূৰি আহিম। দিল্লীলৈ যাম, বহুত সপোনৰ সমাধিভূমি এই দিল্লী। আগ্ৰালৈ যাম— তাত সপোনক ধৰি ৰখা হৈছে মাৰ্বলৰ বুকুত— আৰু যামগৈ কন্যাকুমাৰীকালৈ? য'ত হাতত বৰণ মালা লৈ আজিও চিৰ-প্ৰতীক্ষাৰত কন্যাই চকুত আশা লৈ বাট চাই আছে প্ৰিয়জনৰ পুনৰাগমন। ঘূৰি ফুৰিম সুৱাগমণি আৰু বুকলমণিয়ে দেখিব — পৃথিৱীখনত কিমান মানুহ আছে, কিমান হাঁহি আছে, কিমান আশা আছে, বেদনাই মানুহক জীয়াই ৰাখে, নেমাৰে।

বাৰে বাৰে নৰ্মদাৰ কথা শশধৰৰ মনলৈ আহিছিল, কিন্তু জোৰ কৰি সেই ভাবৰ পৰা শশধৰে নিজক আঁতৰাই ৰাখিব চেষ্টা কৰিলে। নৰ্মদা নাই। এটা স্বপ্ন শেষ হৈ গৈছে। সেই কথাকে চিন্তা কৰি থাকোঁ কিয়? নৰ্মদা নোহোৱাকৈ এখন পৃথিৱী চলিব পাৰে। সুৱাগমণি আৰু বকুলমণি আৰু জাহ্নৱী আৰু শশধৰ আৰু কুকুৰটো আৰু কিতাপবোৰ। নেথাকক নৰ্মদা। এজনী অপৰূপা ধুনীয়া ছোৱালী, এজনী প্ৰগলভা মাতৃ। কোনো ক্ষতি নহয়।

হয়তো সুৰাগমণিহঁতে মাকক বিচাৰিব। মা, মাকে চিঞৰিব বকুলমণিয়ে, কোনো কথা নাই। সিহঁতক ফাঁকি নিদিওঁ— সিহঁতৰ পৰা নুলুকাওঁ। সঁচা কথাবোৰ সিহঁতক কৈ দিম— নৰ্মদা মৰা নাই। নৰ্মদাৰ নিচিনা ধুনীয়া ছোৱালী এজনী মৰিব নোৱাৰে। এটা স্বপ্নত আমনি লাগি, নৰ্মদা নতুন স্বপ্নৰ সন্ধানত ওলাই গৈছে।

শশধৰৰ সকলো আছিল। স্বাস্থ্য, যৌৱন, অৰ্থ, সম্পদ, খ্যাতি, ব্যক্তিত্ব আৰু হৃদয়ৰ পাৰ ওপচা প্ৰেম। কিন্তু নৰ্মদাৰ নিচিনা এজনী ছোৱালীক চিৰদিন ধৰি ৰাখিবৰ কাৰণে সেয়ে যথেষ্ট নহয় বুলি ভাবিলে নৰ্মদাই। শশধৰক অকণো জানিবলৈ নিদি, ভদ্ৰ ঘৰৰ জীয়াৰী, ভদ্ৰ ঘৰৰ বোৱাৰী, দুজনী ছোৱালীৰ মাতৃৰ অভিসাৰিকা নৰ্মদাই জীৱনৰ নতুন আস্বাদ বিচাৰি নিশা পলাই গ'ল। এক অজ্ঞাত কুলশীল প্ৰৌঢ় বিদেশীৰ লগত। শশধৰৰ ভিতৰত নথকা কি দেখি নৰ্মদা তাৰ লগত গুচি গ'ল। সেই কথা জানিবৰ চেষ্টা কৰি কোনো লাভ নাই। হয়তো কোনো কোনো নাৰীয়ে বৈচিত্ৰ্যকৈ মৰীচিকাকে বেছি সত্য বুলি ভাবে।

বকুলমণিয়ে সাৰ পালে আৰু চকু দুটি মোহাৰি মাতিলে— "মা" শশধৰৰ কাষ চাপি আহিল।

"মণি— মা— কি হৈছে।"

আকৌ বকুলমণিয়ে চিঞৰিলে— "মা মা নাহে কেলেই দেউতা।"

শশধৰৰ কিবা এটা বুজাই ক'বৰ মন গ'ল বকুলমণিক, কিন্তু তাই সৰু ছোৱালী, বুজিব নোৱাৰিব তথাপি সৰুকৈ নিজকে কোৱাদি শশধৰে ক'লে। তোমাৰ মা বৰ অভদ্ৰ মণি, কৈয়ো যাব পাৰিলেহেঁতেন। পিছে মোক নোকোৱাকৈয়ে পলাই গ'ল। শুই থাকা দেই। আমি ফুৰিবলৈ যাম ভয় নাই, আমি কন্যাকুমাৰীকালৈ নেযাওঁ।

সুৰাগমণি আৰু বকুলমণিৰ টোপনি আহিল। সিহঁত নৰ্মদাৰ ছোৱালী নৰ্মদাৰ নাড়ীৰ মাজত সিহঁতৰ জীৱন অঙ্কুৰিত হৈছিল। সিহঁতো একোজনী সৰু নৰ্মদা। সিহঁত দুয়োজনীকে মই টেঁটু চেপি মাৰি নৰ্মদাৰ চিন শেষ কৰি দিব পাৰো। কিন্তু সি হ'ব কাপুৰুষালি। দুৰ্বলে মাথোন প্ৰতিশোধ লয়। সবলে যুঁজে। থাকক সুৰাগমণি, থাকক বকুলমণি। মোৰ পৰা আঁতৰি এক অপৰিচিত পৌঢ়ৰ বুকুৰ মাজত সোমাই নৰ্মদাও থাকক। মই চিন্তা নকৰো। নৰ্মদাৰ কথা মই চিন্তা কৰা নাই। কাইলৈ পুৱা মই ওলাই যাম— দিল্লী, আগ্ৰা, কন্যাকুমাৰীলৈ নহয়, ওলাই যাম কাছাৰীলৈ, আদালতলৈ। জৰ্জৰ আদালতত এটা কে'চ আছে। এটা মানুহ এজনী পৰস্ত্ৰীৰ সতীত্ব নাশ কৰাৰ অভিযোগত আচামী হৈ আহিছে। মই তাৰ পক্ষৰ উকীল, মই তাক বচাম, মই তাক নিৰ্দোষ প্ৰমাণ কৰিম। মই প্ৰমাণ কৰিম যে মানুহটো দোষী নহয়, দোষী তিৰোতাজনীহে! ...

পুৰা ন' বজাত জাহ্নৱীয়ে দেখি আনন্দ পালে যে আগৰ দৰে বেচ পৰিপাটিকৈ শশধৰ কাছাৰীলৈ যাবলৈ ওলাইছে। শশধৰৰ মনটোত যেন বৰ ফূৰ্ত্তি আজি। কাৰণটো জাহ্নৱীয়ে বুজিব নোৱাৰিলে। কিন্তু শশধৰে বুজিছিল। বুজিছিল যে ওকালতিৰ যুক্তি-তৰ্কৰে শশধৰে এটা পৰস্ত্ৰী অপহৰণকাৰীক নিৰপৰাধ আৰু নিৰ্দোষ প্ৰমাণ কৰি, অভিযোগকাৰী তিৰোতাজনীক দোষী প্ৰমাণ কৰিবলৈ ওলাইছে। শশধৰৰ দৃঢ় বিশ্বাস হৈছিল যে তেওঁ এই মোকৰ্দমাত জিকিবই। কিন্তু বৰ মৰ্মান্তিকভাৱে শশধৰে অনুভৱ কৰিছিল যে এনেদৰে প্ৰতিশোধ লোৱাত এটা দুৰ্বল আত্মতৃপ্তিৰ বাহিৰে অন্য কোনো সাৰ্থকতা নাই।

নৰ্মদাই জানো এই মোকৰ্দমাটোৰ ফলাফলৰ খবৰ পাব?

# খেলা শেষ হ'ল

এটা ঘোঁৰা আছিল।

বিক্ৰী কৰিবৰ সময়ত তাৰ বংশ পৰিচয় এইদৰে দিয়া হৈছিল ঃ নাম— ৰণ্‌জিত। পূৰ্বৰ নাম বৰ্‌কি। পিতৃ পুৰুষৰ জন্ম ঠাই মদিনা, ইস্তাম্বুল, চিৰাজ, গজনী, হেৰাট।

জন্ম ঠাই— হেৰাট— কাবুল।

গোত্ৰ— শুদ্ধ আৰবী। পাঁচ পুৰুষৰ আগতে আজো-আজো ককাকক মদিনাৰ পৰা এজন ঘোঁৰা ব্যৱসায়ীয়ে কিনি নিছিল ইস্তাম্বুললৈ। তাৰ আজো ককাকক গজনীলৈ আনিছিল অন্য এজন ঘোঁৰা ব্যৱসায়ীয়ে, তাৰ ককাকক গজনীলৈ আনিছিল অন্য এজন ঘোঁৰা ব্যৱসায়ীয়ে। তাৰ পিতাকক আনিছিল গজনীৰ পৰা হেৰাটলৈ।

আৰু ৰণ্‌জিতৰ জন্ম হৈছিল সেই হেৰাটতে। দুবছৰ বয়সত তাক এজন ভাৰতীয় ঘোঁৰা ব্যৱসায়ীয়ে কিনি আনি দিল্লী পোৱাইছিলহি। তাৰ পাছত দিল্লীৰ পৰা আনি তাক কলিকতা পোৱাইছিল।

বৰ্ণনা— ওখ ৭ ফুট ৪ ইঞ্চি।

বৰণ— তেজী ৰঙা, কপালতে অকণমান এটা বগা দাগ আছে। নেগুৰৰ আগটোও বগা।

বৰ্তমান বছৰ— ৪ বছৰ আঠ মাহ। বিশেষ গুণ— ৰণ্‌জিত বৰ জাতি, সি অকণো আমনি নকৰে, আৰু যি কৰিবলৈ কোৱা যায় বিনা প্ৰতিবাদে তাকে কৰে। গ্ৰীষ্মপ্ৰধান আৰু শীতপ্ৰধান উভয় অঞ্চলতে সি সমানে ভালে থাকে।

অন্য বিশেষত্ব— ৰণ্‌জিত আজিলৈকে বাৰখন ঘোঁৰাদৌৰত জিকি তাৰ গৃহস্থক বহুত টকা উপহাৰ দিছে। পৃথিৱীৰ দহোটা বেগী ঘোঁৰাৰ ভিতৰৰে ৰণ্‌জিতো এটা। কোনো ৰেচতে সি প্ৰথম দ্বিতীয় নহৈ থকা নাই। তাৰ নিচিনা বাধ্য, স্বাস্থ্যবান, দেখাত সুন্দৰ ঘোঁৰা দুৰ্লভ।

এখন ভাৰতীয় দেশীয় ৰাজ্যৰ এজন যুৱৰাজে প্ৰথমে তাক কিনি অনাইছিল হেৰাটৰ পৰা। তেৱেঁই তাৰ নাম বৰ্‌কি সলাই ৰণ্‌জিত ৰাখিছিল। এবছৰ ৰাখি তেওঁ তাক বেচি দিছিল কলিকতাত।

বহুত দিন আগৰ কথা।

তেতিয়া এনেকুৱা ঘোঁৰা ৰখাৰ শক্তি আৰু বিলাসিতা দেশীয় প্ৰিঞ্চ আৰু ভাৰতত থকা ধনী ইউৰোপীয়বিলাকৰ বাহিৰে অন্যৰ নাছিল। দামী ঘোঁৰা তেতিয়া আছিল ঐশ্বৰ্যৰ পৰিচায়ক। মটৰ গাড়ী তেতিয়া অতি কম আছিল।

কলিকতাৰ পৰা ৰণ্‌জিতক কিনি আনিছিল চাহ কোম্পানীৰ এজন এছোচিয়েট ডিৰেক্টৰ মিষ্টাৰ ৰবাৰ্টছে। তেওঁ বিলাতত থাকোঁতে ৰয়েল কেভেল্‌ৰিৰ এজন ডেকা লেফটেনেন্ট কৰ্ণেল আছিল। চকুৰ দৃষ্টিশক্তি কিবা কাৰণে কিছু বেয়া হৈছিল। সেই দেখি সৈন্য বিভাগৰ পৰা অৱসৰ লৈছিল আৰু ডাঙৰ চাকৰি লৈ আহি উজনি অসমৰ চাহ কোম্পানীৰ ডিৰেক্টৰ সোমালহি।

মিষ্টাৰ ৰবাৰ্টছৰ ঘোঁৰাৰ প্ৰতি বৰ মৰম আছিল। ৰণ্‌জিতক বহুত টকাত কিনি অনাৰ পাছত তেওঁ তাৰ পৰিচৰ্যা আৰু থকা-খোৱাৰ তদাৰক কৰাত বহুত সময় কটাইছিল।

কিন্তু দুৰ্ভাগ্যবশতঃ অসমত কিছু দিন থকাৰ পাছত ৰবাৰ্টছৰ চকু বেছিহে বেয়া হ'ব ধৰিলে। দুবছৰ থকাৰ পাছত তেওঁ চাকৰি এৰি বিলাতলৈ ঘূৰি গ'ল।

এজন চাহেব আছিল।

দৈখোৱা চাহ বাগিচাৰ বঙলাত থকা এজন চাহেব। বহুতে তেওঁক চিনি পাইছিল। অসমীয়া মানুহে তেওঁক দৈখোৱাৰ চাহেব বা দৈখোৱা চাহেব বুলিছিল।

তেওঁৰ নাম আছিল হেন্‌ৰি পাৱাৰ্ছ। পাৱাৰ্ছ সকলোৰে চিনাকি নাম।

কেইবাটাও কাৰণত তেওঁক সকলোৱে চিনি পাইছিল। তেওঁ আছিল সাতখন বাগান লৈ গঠিত দৈখোৱা ডিভিজনৰ চুপাৰিণ্টেণ্ডেণ্ট। তেওঁ মানুহজন আছিল খীণ, ওখ। নাকটো ভোঁটা, চকুহাল সৰু আৰু দঁহা, মূৰটো আদখিনি টপা।

স্থানীয় ক্লাব আৰু চাহ ব্যৱসায়ীসকলৰ মাজত তেওঁ অতিপাত বেছি মদ খাব পাৰে বুলি এটা সুখ্যাতি আছিল। বয়স তেওঁৰ প্ৰায় ৪৩/৪৪ বছৰমান হৈছিল।

আৰু এটা কথা —

পাৱাৰ্ছ বৰ ভাল চিকাৰী আছিল। তেওঁৰ নিচান অব্যৰ্থ। তিনিটা বনৰীয়া হাতী আৰু কেইবাটাও টেঁকীয়ালতীয়া বাঘ তেওঁ নিজহাতে গুলীয়াই মাৰিছিল।

পাৱাৰ্ছৰ এখন নতুন ফৰ্ড মটৰ আছিল। খৰকৈ মটৰ চলোৱা, চিকাৰ কৰা আৰু সৰহকৈ মদ খাব পৰা— এই আটাইবোৰ কাৰণত দৈখোৱা চাহেবক সকলোৱে জানিছিল।

তেওঁক সকলোৱে জনাৰ আৰু এটা কাৰণ আছিল।

পাৱাৰ্ছৰ পৰিবাৰ মিছেচ্ ফ্ল'ৰা পাৱাৰ্ছ আছিল এজনী অনন্যাসুন্দৰী গাভৰু।

ফ্লাৰাৰ বয়স ভেতিয়া তেইশ-চৌবিশ বছৰ। মুখৰ আঁহ কোমল— দেখাত ষোল-সোতৰ বছৰীয়া এজনী গাভৰু যেন লাগে। তজৱজীয়া, স্বাস্থ্যৱতী আৰু সদায় প্ৰফুল্ল মনে থকা ছোৱালী ফ্ল'ৰা। বিয়া হ'বৰ পাঁচ বছৰ হ'ল— সন্তান হোৱা নাই। সেই বাবে ফ্ল'ৰাৰ কোনো দুৰ্ভাৱনা বা অভিযোগ থকা বুলি কোনেও শুনা নাই। ফ্ল'ৰা সদায় ৰাংঢালী, হাস্যময়ী। মূৰত একোছা ধুনীয়া সোণালী চুলি। শৰীৰত অম্লান অকুণ্ঠ যৌৱন। দেহাৰ প্ৰতিটো স্নায়ুত উচ্ছল স্বাস্থ্যৰ উন্মাদনা।

পাৰাৰ্ছৰ নিচিনাকৈয়ে ফ্ল'ৰাৰো দুই-এটা চখ আছিল, আৰু সেই বাবেই তেওঁকো বহুতেই জানিছিল।

ফ্ল'ৰা আছিল এজনী নাম কৰা জিমনাষ্ট। ফ্ল'ৰাই ব্যায়াম কৰে, সাঁতোৰে, টেনিচ খেলে আৰু ঘোঁৰা দৌৰায়। ফ্ল'ৰা এজনী বিখ্যাত জকি হৰ্চৰেচ বুলিলে ফ্ল'ৰাৰ গাত গুৰু গোসাঁই নোহোৱা হয়।

এই কাৰণেই ঘোঁৰাৰ কাৰণে ফ্ল'ৰাৰ অদ্ভুত হেঁপাহ, ভাল ৰেচৰ ঘোঁৰা পালে তেওঁক আৰু একো নালাগে।

হেন্‌ৰি পাৰাৰ্ছৰ ঘোঁৰাৰ প্ৰতি বিশেষ আকৰ্ষণ নাছিল। ঘোঁৰাতকৈ চিকাৰী কুকুৰটোক তেওঁ বেছি আদৰ-যত্ন কৰিছিল। কিন্তু ফ্ল'ৰাই ভাল পায় কাৰণেই তেওঁ ফ্ল'ৰাক কেইবাটাও ঘোঁৰা কিনি দিছিল।

ৰবাৰ্ছটৰ ঘোঁৰা আছিল ৰণ্‌জিত। ৰণ্‌জিতৰ ওপৰত ফ্ল'ৰাৰ চকু পৰিছিল। ৰণ্‌জিতক কিনি লোৱাৰ কথাত মাজে মাজে পাৰাৰ্ছক কৈছিল। পাৰাৰ্ছেও কথাটো ৰবাৰ্টছক নজনোৱাকৈ থকা নাছিল।

অসম এৰি যাবৰ সময়ত মিষ্টাৰ ৰবাৰ্টছে ৰণ্‌জিতক দি গ'ল ফ্ল'ৰাৰ হাতত। সেইটো যেন হেন্‌ৰি আৰু ফ্ল'ৰাৰ জীৱনৰ আটাইতকৈ উল্লেখযোগ্য দিন। ৰণ্‌জিতক পাই ফ্ল'ৰাই যেন সমুদ্ৰৰ মাণিক-মুকুতাহে পালে। ৰণ্‌জিতক পাই ফ্ল'ৰাৰ আনন্দৰ পাৰ নোহোৱা হৈছিল। তেওঁৰ চকুৰে-মুখে আনন্দৰ হাঁহি বিৰিঙি পৰিছিল। আৰু চেষ্টা কৰিও এই হাঁহি তেওঁ লুকুৱাই ৰাখিব পৰা নাছিল। ৰণ্‌জিতক নিজৰ কৰি পোৱাৰ আনন্দতে পাৰাৰ্ছ দম্পতীয়ে হেনো এটা কক্‌টেইল পাৰ্টি দিছিল আৰু সেই দিনা হেন্‌ৰিয়ে হেনো অকলেই কেইবা বটলো মদ খাইছিল।

তেতিয়াৰ পৰা ৰণ্‌জিতক পাৰাৰ্ছ চাহেবৰ ঘোঁৰা বুলি সকলোৱে জানিছিল।

এটা মানুহ আছিল।

তাৰ নাম আছিল ৰুস্তম।

তাৰ নাম কোনে ৰুস্তম দিছিল কোনেও নাজানে।

তাৰ বয়সতকৈ তাক বেছি বুঢ়া যেন দেখাইছিল। কিন্তু তাৰ বয়স তেত্ৰিশ-চৌত্ৰিশৰ বেছি হোৱা নাছিল। সি যেনেকৈ তাৰ বয়স বা চেহেৰালৈ কোনোদিন চিন্তা কৰা নাছিল, আন কোনোৱায়ো তাৰ বিষয়ে কোনো কাহানিও চিন্তা কৰাৰ প্ৰয়োজন বোধ কৰা নাছিল। লাহি, আঁটিল গাৰে অলপ চুটি-চাপৰ গাঁঠলুকৈ মানুহ ৰুস্তম।

ৰুস্তম কিন্তু বৰ জধলা আছিল। সি বৰ অপৰিপাটি আৰু অপৰিষ্কাৰ। কেইবাদিনৰো মূৰত এদিন নাপিতৰ ওচৰত ডাঢ়ি খুৰোৱায়, দাঁত কাহানিও নামাজে, চুলিবোৰ দীঘল হ'লৈগেও নকণিয়ায়, বিড়ি-চিগাৰেট মলা-থঁপাত আৰু মাজে মাজে ভাং খায়, মদ নাখায়। কাপোৰ-কানি দুসাজ কি তিনি সাজৰ বেছি নাই, আৰু

যি আছিল তাকো ধোৱা-মেলাৰ বৰ সজ নাই। একে সাজকে পিন্ধি ভিতৰে-বাহিৰে ঘূৰি ফুৰে, প্ৰায়ে পিন্ধা সাজকে পিন্ধি শুয়ো থাকে।

ৰুস্তমে কথা অতি কম কয়। দৰকাৰ নহ'লে কাকো এষাৰ কথাও নকয়। হাঁহিলে তাৰ মুখখন কেনেকুৱা হ'ব কোনেও ক'ব নোৱাৰে, কাৰণ কোনেও তাক হাঁহা দেখা নাই। কোনো কাৰণ নাথাকিলেও কিবা এটা খং আৰু অভিযোগত তাৰ কপালৰ গাঁথি থুপ খাই থাকে। মুখখন থাকে গোঙোৰা হৈ, যেন তাৰ গাৰ কোনোবা এখিনিত এটা বিষ আছে, আৰু বিষটোৱে তাক বৰ কষ্ট দি আছে।

ৰুস্তমৰ বংশ-পৰিচয় একো পোৱা নাযায়। কোনেও নাজানে সি ক'ৰ পৰা আহি কেনেকৈ ইয়াত ওলালহি। আৰু ইয়াত সি কেনেকৈ কি অৰ্জন কৰি খায়।

দৈখোৱা চাহ বাগিচাৰ ঠিক বাহিৰতে যিখন বস্তি আছে, তাতে সি থাকে।

ৰুস্তম সদায় খঙত থাকে যদিও কাৰো লগত মাৰ-পিট, হাই-কাজিয়া নকৰে। কৰিলে কোনোৱেই সহজে তাৰ হাতৰ পৰা সাৰি যাব নোৱাৰিব।

ৰণ্‌জিতৰ কাৰণে ৰুস্তমৰ জন্ম হৈছিল নে ৰুস্তমৰ কাৰণে ৰণ্‌জিতৰ জন্ম হৈছিল নিৰ্ণয় কৰা টান। কিন্তু আগদিনা ৰবাৰ্টছৰ হাতৰ পৰা ৰণ্‌জিতৰ লেকাম ফ্ল'ৰাৰ হাতত পৰিল, আৰু তাৰ পিছদিনা সেই লেকাম পৰিল ৰুস্তমৰ হাতত।

ৰণ্‌জিতৰ চহিচ সোমাল।

ৰাজযোৰা।

পাবাৰ্হে ৰণ্‌জিতৰ কাৰণে এটা ভাল চহিচ বিচাৰিছিল আৰু ৰুস্তমে কিবা এটা কাম বিচাৰিছিল।

ৰণ্‌জিতৰ মুখৰ লেকামডাল ধৰিবলৈ পোৱাৰ মুহূৰ্তৰ পৰা ৰুস্তমৰ মুখৰ গোমোঠাখিনি যেন নোহোৱা হৈ গ'ল। তাৰ চকু আৰু মুখত কৰবাত লুকাই থকা হাঁহি এটাৰ অস্পষ্ট পোহৰ জিলিকি উঠিল। অন্যৰ লগত সি কথা পতা আৰম্ভ কৰি দিলে, সি মানুহটোৱে যেন হঠাৎ সলনি হৈ গ'ল।

নিতৌ ঘঁহি-পিহি ৰণ্‌জিতৰ গা মচি-কাচি দিওতে দিওতে ৰুস্তমৰো মনত খেলালে যে সিও চাফ-চিকুণ হৈ থাকিব লাগে। এদিন সি ফ্ল'ৰাৰ আগত থিয় হৈ এটা স্মাৰ্ট চালাম দি জনালে যে তাক চহিচৰ ইউনিফৰ্ম লাগে।

পিছদিনাই সি খাকী কামিজ, খাকী বীছেজ, বুট জোতা আৰু পট্টি পালে, আনকি এটা টুপীও সি পালে। ইউনিফৰ্ম পিন্ধি সি হাঁহি দিলে। তাৰ নতুন পোছাক প্ৰথমতে সি ৰণ্‌জিতকে দেখুৱালে, ৰণ্‌জিতেও হাঁহিলে, তাৰ মনটো ফুলি উঠিল।

তাৰ পাছত এদিন সি ফ্ল'ৰাক ক'লে যে ৰণ্‌জিতৰ আস্তাবলৰ লগতে তাৰ থকা ঘৰ সজাই দিব লাগে। ৰাতিও সি ৰণ্‌জিতৰ লগতে থাকিব, আঁতৰি থাকিবলৈ নিবিচাৰে।

পিছদিনাই আস্তাবলৰ লগতে কস্তমৰ থকা ঘৰ হ'ল, ৰাতিও মাজে মাজে সি ৰণ্জিতক চাই থাকিব, গতিকে মাজত বেৰ নালাগে।

পাবার্ছে আপত্তি নকৰিলে।

দৈখোৱা বাগিচাও আনৰ অলক্ষিতে এটা নতুন জীৱন আৰম্ভ হ'ল ৰণ্জিতক কেন্দ্ৰ কৰি। এটা নতুন পৰিয়ালৰ জন্ম হ'ল— ফ্ল'ৰা, ৰণ্জিত আৰু কস্তম— এজনী গাভৰু যেন, এটা ঘোঁৰা আৰু এটা চহিচ।

হেন্‌ৰি পাবার্ছ যেন ক্রমে এই নতুন পৰিয়ালটোৰ পৰা ধীৰে ধীৰে আঁতৰি যাব ধৰিলে। তেওঁৰ বন্দুককেটাই যেন তেওঁৰ পৰা অধিক মনোযোগ দাবী কৰিব ধৰিলে। তেওঁ চুপাৰভিচনৰ কামত আগতকৈ বেছি ব্যস্ত থকাটো প্রয়োজনীয় হৈ পৰিল, আৰু বেছিকৈ খাটিবলগীয়া হোৱাৰ কাৰণে তেওঁৰ বেছিকৈ মদ খোৱাৰ প্রয়োজন হৈ পৰিল।

এয়া ফ্ল'ৰাৰ এক নতুন মাদকতা।

দৈখোৱাৰ পৰা ডেৰ মাইল দূৰতে চিনামাৰা ক্লাব, চিনামৰা ৰে'চকৰ্চ। কাহিলি পোহৰতে ফ্ল'ৰা উঠে, আৰু তাতোকৈ আগতে উঠে কস্তম। কেতিয়াবা হেন্‌ৰি নাথাকেই আৰু যেতিয়া থাকে তেতিয়াও হেন্‌ৰি শুই থাকে। পলমকৈ উঠিলেও পৃথিবীৰ কাৰো একো ক্ষতি নহয়— হেন্‌ৰিৰ ভাব।

ৰাঙলী টুকটুকীয়া মুখখনেৰে, চুটিকৈ কটা সোণালী চুলিখিনিৰে আটিল গড়িত গাটোৰে, ৰাইডাৰ্চ, ব্ৰীচেজ্, ৰাইডাৰ্চ বুট আৰু স্পৰ্টচ, চাৰ্ট নাইবা জেকেত পিন্ধি, ফ্ল'ৰা যেতিয়া ৰণ্জিতৰ পিঠিত উঠি, ৰে'চকৰ্চৰ ফালে সৰু ছোৱালী এজনীৰ নিচিনা হাঁহিটো চকু-মুখত বিৰিঙাই ওলাই যায়, তেতিয়া যেন কিবা এটা আনন্দত ৰণ্জিতেও নাচি নাচি খোজ দিয়ে। এয়া যৌৱন গৈছে— এক উচ্ছল প্ৰাণ চঞ্চল যৌৱন। ৰে'চকৰ্চ নোপোৱা পৰ্যন্ত কস্তমে ৰণ্জিতৰ লেকাম ধৰি যায়। সেয়া ফ্ল'ৰাৰ মৰ্যাদাৰ কথা, ৰণ্জিতৰ লগতে কস্তমৰো খোজবোৰ নাচনীখুজীয়া হয়, ফ্ল'ৰাৰ সাজপাৰৰ মাজেদি স্পষ্ট হৈ উঠা নিৰ্ভীক নিৰ্লজ্জ যৌৱনৰ সোণালী-ৰূপালী ৰেখাবোৰ ৰণ্জিতৰ খোজৰ ছেৱে ছেৱে যিমানে স্পন্দনময় হৈ উঠে, সিমানে কুঁৱলী সনা হেমন্তৰ পুৱাটোও যেন অধিক নিৰ্লজ্জ হৈ উঠে। এটা অনামী শিহৰণ আৰু চাঞ্চল্যৰ কস্তমৰ খোজত আউল লগাই দিয়ে। এক যৌৱনৰ পিঠিত তুলি লৈ ৰণ্জিতৰো যেন নিজৰ যৌৱনৰ চেতনা জাগ্ৰত হয়। সামান্য ইঙ্গিততে সি কদম এৰি চেঁকুৰিবলৈ আৰম্ভ কৰে। কোনোবা স্বৰ্ণলঙ্কা লুট কৰি সি যেন লুটৰ মাল পিঠিত তুলি লৈ আহিছে।

ফ্ল'ৰাই থিয় দি ৰবলৈ পালে কি নাপালে, কস্তমে জিন্ ৰেকাবি পিন্ধাই ৰণ্জিতক আনি ফ্ল'ৰাৰ ওচৰত হাজিৰ কৰায়হি। ৰেকাবিত ভৰি থৈ একে লাফেই

ফ্ল'ৰা ৰণ্‌জিতৰ পিঠিত উঠে, অলপ কুঁজা হৈ ৰণ্‌জিতৰ কাণৰ ওচৰতে গ্লাভ পিন্ধা হাতখনেৰে চৰ থাপৰ এটা মাৰে। ৰণ্‌জিতে সকলো বুজি পাই যায়।

তাৰ পাছত ৰণ্‌জিত আৰু ফ্ল'ৰা এখন বেলেগ পৃথিৱীত সোমাই পৰে। আৰু কোনো নাই, ৰণ্‌জিত আৰু ফ্ল'ৰা, ফ্ল'ৰা আৰু ৰণ্‌জিত। সন্মুখত নীলাভ ধূসৰ দিগন্ত আৰু পৃথিৱী বিয়পা উন্মাদ যৌৱনৰ আহ্বান।

ঘোঁৰা দৌৰাই দৌৰাই ফ্ল'ৰা ভাগৰে, কিন্তু ৰণ্‌জিতৰ যেন ভাগৰ নাই। তাৰ ৰক্তধাৰাত যেন দৌৰি দৌৰি দূৰ নীলিম আকাশৰ সিপাৰৰ গোপন সম্বাদ অনাৰ অধীৰ ব্যাকুলতা।

পৃথিৱী ব্যস্ত। ৰণ্‌জিত আৰু ফ্ল'ৰাৰ ধেমালি চাবলৈ পৃথিৱীৰ আহৰি নাই। সকলোৱেই যে নিজৰ নিজৰ বাটত দৌৰিছে— উদ্‌ভ্ৰান্ত, উদ্বাউল হৈ।

কেৱল হেঁপাহ নপলায় ৰুস্তমৰ। ফ্ল'ৰা আৰু ৰণ্‌জিতলৈ চাই চাই ৰুস্তমৰ মন আনন্দত ভৰি উঠে। তাৰ তৃপ্তিৰ ভাগ যেন সি কাকো নিদিব।

ৰণ্‌জিতৰ পিঠিৰ পৰা ফ্ল'ৰা নামে। আগবাঢ়ি গৈ ৰুস্তমে ৰণ্‌জিতৰ লেকামডাল ধৰে। ফ্ল'ৰাজনী ঘামত তিতি গৈছে। সোণালী চুলিবোৰ আউলী-বাউলী হৈছে। কপাল, গাল, ঘাম, ডিঙি ঘামত তিতি গৈছে। ঘামত তিতি গাত লিপিত খাই পৰা ফিট্‌ফিটীয়া কাপোৰৰ মাজেদি ফ্ল'ৰাৰ গাভৰু গাৰ ভাঁজবোৰ তেনেই চিনাকি হৈ ওলাই পৰিছে।

ৰুস্তমৰ লাজ লাগি যায়।

ৰণ্‌জিত, ৰুস্তম আৰু ফ্ল'ৰা— কোনেও কথা নকয়। তিনিও হাঁহে, কথা ক'বলগীয়া একো নাই। অদ্ভুত এই নিৰ্বাক সম্পৰ্ক।

ঘোঁৰাটোক লৈ ফ্ল'ৰা যিমানে লিপ্ত হৈ পৰে, সিমানে হেন্‌ৰি হৈ পৰে অন্যমনস্ক। মাজে মাজে হেন্‌ৰিৰ মনত লাগে যেন ৰণ্‌জিতৰ লগত লাগি থাকোঁতে থাকোঁতে ফ্ল'ৰাই হেন্‌ৰিৰ কথা পাহৰি থাকে।

একো নকয় হেন্‌ৰি পাবাৰ্হে। মনে মনে অসন্তুষ্ট হয়। কিন্তু নিঃসন্তান ফ্ল'ৰাৰ মনত আঘাত দিব পৰা কোনো কাম নকৰে বা কোনো কথা নকয়। ফ্ল'ৰাক ৰণ্‌জিত আৰু ৰুস্তমৰ লগত এৰি বাগিচা চোৱাৰ কামত নাইবা ঠিকাৰ কামত লাগি দূৰে দূৰে ঘূৰি ফুৰে। মাজে মাজে বৰ বেছিকৈ মদ খায়, অৱশ্যে কোনো দিন মাতলামি নকৰে। বহুত মদ হজম কৰিব পৰাটোৱেই হেন্‌ৰি পাবাৰ্হৰ বিশেষত্ব।

ঘৰত যেতিয়া থাকে, তেতিয়া ফ্ল'ৰাই হেন্‌ৰিৰ লগত কথা পাতিবলৈ অন্য একো কথা বিচাৰি নাপায়। এটাই মাথোন কথা৷ ৰণ্‌জিত কিমান ভাল ঘোঁৰা, দিনে দিনে সি কিমান ভাল হৈ গৈছে, সি কিমান বাধ্য, সি কিমান ইন্‌টেলিজেন্ট, তাক লৈ ফ্ল'ৰাই কি স্বপ্ন দেখিছে, অহা ৰে'চত সিয়ে অন্য সকলো ঘোঁৰাকে চেৰ পেলাব এই বিষয়ে ফ্ল'ৰাৰ অকণো সন্দেহ নাই।

আৰু কষ্টম— ইমান ভাল সি, ইমান বাধ্য, ইমান অঁকৰা, ইমান চিম্পল। তাৰ নিচিনা এটা চহিচ পোৱাটো ভাগ্যৰ কথা ইত্যাদি ইত্যাদি।

হেন্‌ৰিয়ে শুনি থাকে, একো নকয়। কেতিয়াবা এনেভাৱে ফ্ল'ৰাৰ চকুলৈ চায় যেন তেওঁৰ মুখত দুটা শত্ৰুৰ প্ৰশংসা শুনিছে।

কেতিয়াবা একো উত্তৰ নিদিলে ফ্ল'ৰাই বেয়া পাব বুলি ভাবিয়ে হয়তো মূৰ জোকাৰি কয়, “I see, that's fine.”

বছৰেকীয়া ঘোঁৰা দৌৰৰ আয়োজন হৈছিল। চিনামৰা ক্লাবৰ ৰে'চকৰ্চত। প্ৰতি বছৰে ফেব্ৰুৱাৰীৰ শেষত নাইবা মাৰ্চৰ আগভাগত হৰ্চৰে'চ হয়। বিলাতী ঘোঁৰা আৰু দেশী ঘোঁৰাৰ সুকীয়া সুকীয়াকৈ দৌৰ প্ৰতিযোগিতা হয়। আসাম ভেলী লাইট হৰ্চৰ যিটো বিভাগ আছিল তাৰ সকলো ঘোঁৰা বেচলৈ অনা হয়। সেয়া এটা ডাঙৰ উৎসৱ। হৰ্চৰেচ জুৱা। কোনোবা জিকে কিন্তু কিমানে জিকে?

ৰে'চৰ কেইদিন মানুহৰ বাবে বিৰ দি বাট পাবলৈ নোহোৱা হয়। বাগানৰ চাহেববোৰ আহে। দেশী চাহেববোৰো আহে। যোৰহাট নগৰৰ ডেকা-বুঢ়া-ল'ৰা সকলোৰে মাজত উখল-মাখল লাগে। মাজুলীৰ মিৰি ডেকা-গাভৰুহঁত দলে দলে ৰে'চ চাবলৈ বা ৰে'চ খেলিবলৈ আহে। বিহুৰে-বিয়াই আটাইবোৰ যেন একে লগেহে হৈছে।

যোৱা বছৰ ঘোঁৰা দৌৰত ফ্ল'ৰাৰ ঘোঁৰা ৰণ্‌জিত প্ৰথম হৈছিল। বহুত টকা পাইছিল ৰণ্‌জিতে। জকি ফ্ল'ৰায়ো পাইছিল কিছু টকা। এজনী ফ্ল'ৰা সেই দিনা হাজাৰজনী হৈ পৰিছিল। ফ্ল'ৰাৰ সহজ সাফল্যত চাহেব মেমেৰে ঠাহখাই থকা ক্লাব ঘৰটো মতলীয়া হৈ পৰিছিল, অভিনন্দনৰ দৌৰাত্ম্যত ফ্ল'ৰা ভাগৰি পৰিছিল। বিজয়ী ৰণ্‌জিতক লেকামত ধৰি কষ্টম লৈ গৈছিল। ৰণ্‌জিতৰ পিঠিৰ পৰা সগৰ্বে নামি অহা ফ্ল'ৰা পাৰাৰ্ছক কোনে কেনেকৈ দাঙি উৰাই আনি ক্লাবৰ ভিতৰ সুমুৱাইছিলহি কাৰো মনত নাই। এনেকুৱা দিন জীৱনত সদায় নাহে, এইবাৰো হৰ্চৰে'চ হৈছে।

এইবাৰো ৰণজিত দৌৰিব, এইবাৰো ফ্ল'ৰা পাৰাৰ্ছে ৰে'চৰ ঘোঁৰা দৌৰাব। এবছৰত ফ্ল'ৰা অকণো বুঢ়া হোৱা নাই, বেছি গাভৰুহে হৈছে। ৰণ্‌জিত অকণো বুঢ়া হোৱা নাই, বেছি ডেকাহে হৈছে। আৰু বহুত মৰম আৰু বক্‌চিচ পাই পাই চহিচ কষ্টমো চেহেৰা-পাতি ওলাই ডেকা মানুহটো হৈ পৰিছে। সি নজনাকৈয়ে তাৰ বয়স কমি গৈছে— কমেও দহ বছৰ।

আৰু কিবা এক বুজিব নোৱাৰা কাৰণত হেন্‌ৰি পাৰাৰ্ছৰ বয়সহে বাঢ়ি গৈছে যেন আৰু পোন্ধৰ বছৰ। তেওঁৰ মুখৰ বিষণ্ণতা, কথা আৰু কাৰ্যৰ অন্যমনস্কতা, তেওঁৰ নীৰৱতা আগতকৈ বেছি হৈ গৈছে দিনে দিনে। হেন্‌ৰিৰ মনটোক কিবা এটা বুজাই ক'ব নোৱাৰা বিষাদে বেজেকৰা কৰি পেলাইছে। ফ্ল'ৰাই

অজ্ঞানে কাহানিও হেন্‌ৰিক অৱহেলা কৰা নাই। হেন্‌ৰিৰ প্ৰতি তেওঁৰ মৰমো কমা নাই। এনে আপোনভোলা সুখী দম্পতী অতি কমেইহে দেখা পোৱা যায়। তথাপি ক'ত যেন হেন্‌ৰিৰ মনত কিবা কেৰোণ সোমাইছে। নিঃসন্তান হোৱাৰ কাৰণেই এই বেজাৰ নেকি বুজা নাযায়।

হেন্‌ৰিয়ে তেওঁৰ ৰিভলভাৰ, চটগান আৰু ডাখৰ ডবল বেৰেল গানটো তেল দি চাফা কৰি, মচি-কাচি ৰ'দাই চিক্‌চিকীয়া কৰি ৰাখিছে। তেওঁৰ প্লেন হ'ল— ৰে'চ হৈ যোৱাৰ পাছতে দুয়ো চিকাৰলৈ যাব— মাজুলী, বগীনৈ, ভালুকপুং, উত্তৰৰ ফালে কেনিবা। মাৰ্চ মাহটোৰ নিচিনা ধুনীয়া মাহ আৰু নাই। ফ্ল'ৰাক লগত লৈ যাব, মাত্ৰ ৰে'চ হৈ যাওক।

ফ্ল'ৰাৰ আনন্দ-উল্লাসত তেওঁ বাধা দিয়া নাই। কিন্তু মনে মনে হেন্‌ৰিয়ে অনুভৱ কৰিছে ফ্ল'ৰাক এই ৰে'চবোৰে যেন তেওঁৰ পৰা আঁতৰাই নি আছে। ৰে'চত জিকিলে ফ্ল'ৰা যেন দূৰলৈ আঁতৰি গৈ থাকে— তেওঁ অন্য বহুজনৰ হৈ যায়।

হেন্‌ৰিয়ে ফ্ল'ৰাক একো কোৱা নাই। ৰে'চৰ দিন যিমান ওচৰ চাপি আহিছে, সিমানে ফ্ল'ৰা ব্যস্ত হৈ পৰিছে ৰণ্‌জিতৰ লগত। ৰণ্‌জিতৰ গা-মন ভালে থাকিব লাগিব। তাৰ ওপৰতে সকলো আশা। বহুত পৰিচৰ্যাৰে ফ্ল'ৰাই তাক সাজু কৰি তুলিছে ৰে'চৰ সাফল্যৰ কাৰণে। ৰুস্তমৰো এইকেইদিন অন্য ভাব-চিন্তা নাই।

হেন্‌ৰিয়ে এই বিষয়ে একো কোৱা নাই। মাত্ৰ এবাৰ কথা ফ্ল'ৰাক কৈছে— এইবাৰ ৰে'চলৈ কেইবাটাও নাম কৰা ঘোঁৰা আনিব বুলি তেওঁ শুনিছে। আৰু কেইবাজনো বিখ্যাত জকিও আহিছে।

এই কথাত ভয় খোৱাৰ পৰিবৰ্তে আনন্দহে পালে। নিজৰ আৰু ৰণ্‌জিতৰ ওপৰত ফ্ল'ৰাৰ আস্থা আছে। কাৰোবাৰ লগত হাৰিবৰ কাৰণে ৰণ্‌জিতৰ জন্ম হোৱা নাই। আৰু ফ্ল'ৰাকো সকলোৱে জানক— ঘোঁৰাৰ পিঠিত উঠিলে ফ্ল'ৰাৰ পাখি গজে। ফ্ল'ৰা উৰে।

কথাবোৰ ভাবি ফ্ল'ৰাৰ ৰণ্‌জিতলৈ বেছি মৰম লাগি গ'ল। তেওঁ তাৰ মূৰত ধৰি ডিঙিত ধৰি গাত হাত ফুৰাই মৰম কৰি কৰিও নাভাগাৰে।

আনন্দত মুখখন ফুলাই ৰুস্তমে কয়— এইবাৰো আমাৰ ৰণজিত জিকিব মেম চাহেব। তাক কোনোৱে হৰুৱাব নোৱাৰে।

ৰণ্‌জিতেও মূৰ জোকাৰি ৰুস্তমৰ কথাত সন্মতি জনায়।

নিৰ্বিকাৰভাৱে হেন্‌ৰিয়ে মাথোন কয়, "Ranjit is a good horse"

অৱশেষত ৰে'চৰ দিন পালেহি। নতুন সাজপাৰ পিন্ধি আটকধুনীয়া হৈ ফ্ল'ৰা পাৰ্বাৰ্ছ ঘৰৰ পৰা ওলাই আহিল, এটা হৰিণী-চঞ্চল যৌৱন, এটা বসন্ত মাতাল আনন্দ।

লেকাম ধৰি ৰুস্তমে ৰণ্‌জিতক সজাই-পৰাই উলিয়াই লৈ গ'ল ৰে'চকৰ্চলৈ।

ফ্ল'ৰা গ'ল হেন্‌ৰিৰ মটৰত। নেৰিয়েও আধা সৈনিকৰ সাজ পিন্ধি আহিছে। বুট, ব্ৰীচেজ, স্পৰ্টছ চাৰ্ট আৰু কঁকালৰ ৰিভলভাৰটো, সেইটো তেওঁৰ লগত সদায় থাকে।

পুৱা অলপ অলপ কুঁৱলী আছিল। বাগিচাৰ মাজত বাটটোৰ ৰঙা ধূলিবোৰ সেমেকি আছিল।

ৰণ্‌জিতক লৈ ৰুস্তম আগেয়ে আহিছিল। হেন্‌ৰিহঁতে সিহঁতক বাটতে লগ পালে। ৰণ্‌জিতৰ লেকাম ধৰি ৰুস্তম আহি আছে। আজি ৰুস্তমৰ ঘোঁৰাত উঠাৰ দিন নহয়, আজি ফ্ল'ৰাৰ দিন।

ৰণ্‌জিতহঁতৰ কাষ পাই ফ্ল'ৰাই মটৰখন অলপ ৰখোৱালে। ৰুস্তম কাষ চাপি আহিল। গাড়ীৰ পৰা ননমাকৈয়ে ফ্ল'ৰাই মূৰ উলিয়াই ৰণ্‌জিতক এবাৰ চালে। ৰণ্‌জিতেও ফ্ল'ৰালৈ অলপ সময় চাই ৰ'ল। তাৰ পাছত সি মুখ ঘূৰালে।

হেন্‌ৰিয়ে গাড়ী চলাই আগবাঢ়িল।

উচ্ছলভাৱে ফ্ল'ৰাই ক'লে, "ইমান মৰম লাগে ৰণ্‌জিতটোলৈ।"

হেন্‌ৰিয়ে একো নক'লে। পাইপটো কামুৰি ধৰি, একেথিৰে আকাশখনৰ ফালে চাই থাকি, গাড়ী চলাই যাব ধৰিলে। ...

হাজাৰ-বিজাৰ মানুহ, ৰে'চ চোৱা মানুহ, জুৱা খেলা মানুহ, মিঠাই বেচা, বাদাম বেচা মানুহ, ৰে'চখেলা মানুহ, চোৱা মানুহ, পিক্‌পকেট আৰু কত কি।

ক্লাব পাই হেনৰিয়ে আৰু অলপ মদ খালে। ফ্ল'ৰাই ঘৰতে খাই আহিছিল, অলপহে খালে— সৰহ নাখালে।

ৰে'চ আৰম্ভ হ'বৰ সময় হ'ল।

হৰিণীজনীৰ দৰে দেও দি জঁপিয়াই ফ্ল'ৰা যেতিয়া ৰুস্তমৰ হাতৰ পৰা লেকাম নিজ হাতলৈ লৈ ৰণ্‌জিতক আনিবলৈ আগবাঢ়ি গ'ল, তেতিয়া উপস্থিত সকলোৱে আনন্দত হাতচাপৰি মাৰিলে। ফ্ল'ৰাৰ মুখত আহি তেজবোৰ থুপ খালেহি। গ্ল'ভপিন্ধা হাতখনেৰে ৰণ্‌জিতৰ ডিঙিত অলপ থপৰিয়াই লেকামডাল ধৰি ফ্ল'ৰা ৰে'চকৰ্চৰ ভিতৰলৈ সোমাই গ'ল।

কুঁৱলীবোৰ কেতিয়া শেষ হ'ল আৰু কেতিয়া এজাপ মিঠা বাসন্তী ৰ'দে গোটেই ৰে'চকৰ্চ উজ্জ্বল কৰি তুলিলে কোনেও ক'বই নোৱাৰিলে।

দৰ্শকৰ মাজৰ ব্যগ্ৰতা মুহূৰ্তে মুহূৰ্তে বৃদ্ধি পাব ধৰিলে।

একেলগে ছটা বিলাতী ঘোঁৰা সমান হৈ শাৰী পাতি থিয় দিলে। জকিহঁতৰ দৰেই ঘোঁৰাকেটায়ো মূৰ দাঙি বুকু ফিন্দাই থিয় দি আছে। ঘোঁৰা আৰু জকি

অভিন্ন একেটা জীৱ, একেটা প্ৰাণী। সিহঁতৰ চকুত জিলিকি উঠিছে— সুন্দৰ হিংস্ৰতা, আত্মবিশ্বাসৰ চঞ্চল গৰ্ব।

ফ্ল'ৰাৰ চকু-মুখত হাঁহি আৰু হাঁহি। এক সম্ৰাজ্ঞী যেন প্ৰস্তুত হৈছে অভিষেকৰ সোণালী মুকুট পিন্ধিবৰ কাৰণে।

তিনি ৰাউণ্ড দৌৰিব। তৃতীয় ৰাউণ্ডত যিয়ে প্ৰথম হ'ব তাকে প্ৰথম বুলি গণ্য কৰা হ'ব।

মাত্ৰ তিনি ৰাউণ্ড।

ক্লাবৰ ওচৰতে ষ্টাৰ্টিং পইণ্ট।

দৰ্শক উদ্বিগ্ন। কোনোৱে হাতৰ ঘড়ি চাইছে, কোনোৱে ঘোঁৰালৈ চাইছে, কোনোৱে ঘোঁৰা নাইবা জকি সম্পৰ্কে নিজৰ ভিতৰতে কিবা-কিবি মন্তব্য কৰিছে। হয়তো আৰু চাৰি-পাঁচ মিনিটৰ পাছতে কাৰোবাৰ ভাগ্য অভাৱনীয়ভাৱে মুকলি হৈ যাব। কোনোবা হাৰিব।

ৰে'চকৰ্চৰ একেবাৰে কাষলৈ গৈ বাইন'কুলাৰটো হাতত লৈ, পাইপটো ওঁঠেৰে কামুৰি ধৰি নিৰুদ্বিগ্নভাৱে হেন্ৰি পাৱাৰ্ছে চাই আছে, জকিৰ সাজ অপৰূপা হৈ উঠা ফ্ল'ৰালৈ, আৰু কাণ-মূৰ থিয় কৰি ফ্ল'ৰাৰ ইঙ্গিতলৈ ব্যগ্ৰভাৱে বৈ থকা ৰণ্‌জিতলৈ। ৰ'দত ফ্ল'ৰাৰ সোণালী চুলিবোৰ আৰু সোণালী হৈ জিলিকিছে।

হঠাৎ এটা মুহূৰ্তত সুহুৰি বাজিল। দৰ্শকৰ উৎকণ্ঠা হাজাৰ গুণ বঢ়াই বিজুলী বেগেৰে ছটা ঘোঁৰাৰ দৌৰ আৰম্ভ কৰিলে।

হাঁহকণীয়া ৰে'চকৰ্চটোত ঘোঁৰাকেটা যেন উৰি গৈছে। সিহঁতৰ ভৰি মাটিত পৰা চকুৰে মনিব নোৱাৰি।

এপাক- দুপাক—

— ৰণ্‌জিত— ৰণ্‌জিত, ফ্ল'ৰা— ফ্ল'ৰা, ৰণ্‌জিত ফাৰ্ষ্ট, ফ্ল'ৰা ফাৰ্ষ্ট— সকলোৱে অধীৰ হৈ চিঞৰিছে। ৰণ্‌জিত এতিয়াও আন ঘোঁৰাতকৈ দহ হাত আগবাঢ়ি আছে।

এক মিশ্ৰিত কোলাহলত ৰে'চকৰ্চ উত্তপ্ত হৈ উঠিছে। ৰণ্‌জিত— ৰণ্‌জিত ফাৰ্ষ্ট— ৰণ্‌জিত—

ৰণ্‌জিতহঁত আহি ক্লাবৰ ওচৰ পাইছিলেই। তৃতীয় ৰাউণ্ড— আৰম্ভ হ'ব এতিয়া।

হঠাৎ সকলো মানুহ স্তব্ধ হৈ গ'ল। কি যেন হৈ গ'ল হঠাৎ। ফাৰ্ষ্ট হৈ অহা ৰণ্‌জিতে দৌৰিবলৈ এৰি জঁপিয়াবলৈ আৰম্ভ কৰিছে আৰু ফ্ল'ৰাই ৰণ্‌জিতক শাসন কৰিব পৰা নাই।

দ্বিতীয় হৈ অহা ঘোঁৰাটো এইবাৰ আগবাঢ়ি যায়। ৰণ্‌জিতে একো মনা নাই। বলিয়াৰ দৰে আকাশলৈ জঁপিয়াই ৰণ্‌জিতে যেন ফ্ল'ৰাক পিঠিৰ পৰা বগৰাই

পেলাই দিব খুজিছে। ফ্ল'ৰায়ো এৰি দিয়া নাই। কিন্তু ফ্ল'ৰা বিব্ৰত, অধৈৰ্য্য যেন হৈ পৰিছে।

মানুহবোৰে ভয়াৰ্তভাৱে কোনে কি চিঞৰিছে নিজেই ক'ব নোৱাৰে।

হঠাৎ এবাৰ ৰণজিতে এনে এটা জাঁপ মাৰিলে যে ফ্ল'ৰা চাৰে সাত ফুট ওখ ৰণজিতৰ পিঠিৰ পৰা মাটিত বাগৰি পৰিল। কিন্তু ফ্ল'ৰাই তেতিয়াও হাতৰ পৰা লেকামডাল এৰি দিয়া নাই। বজ্ৰমুঠিৰে ধৰি আছে।

ৰণজিতে জঁপিয়াবলৈ এৰি দৌৰিবলৈ আৰম্ভ কৰিলে, ফ্ল'ৰাই হয়তো লেকাম এৰি দিবলৈ পাহিৰ গৈছে। হয়তো ঘোঁৰাৰ পৰা পৰি ফ্ল'ৰাই চেতনা হেৰুৱাই পেলাইছে।

ৰণজিতে ফ্ল'ৰাক চোঁচোৰাই লৈ গৈছে।

মুহূৰ্তৰ ভিতৰতে মানুহৰ ভিৰ ঠেলি ৰুস্তম দৌৰি গ'ল ৰণজিতক ধৰিবৰ কাৰণে। ঠিক সেই মুহূৰ্ততে হেনৰি পাৰ্বাৰ্ছে ক্ষিপ্ৰ হাতেৰে কঁকালৰ ৰিভলভাৰটো টান মাৰি হাতৰ মুঠিত ল'লে।

ৰণজিত বুলি চিঞৰ এটা মাৰি ৰুস্তম প্ৰায় ৰণজিতৰ কাষ পাওঁ, পাওঁ হৈছিল, হঠাৎ কেইচেকেণ্ডমানৰ আগাপিছাকৈ গুৰুম গুৰুম দুটা শব্দ হ'ল।

বাগৰি পৰিল ৰণজিত আৰু লগে লগে বাগৰি পৰিল ৰুস্তম।

মানুহবোৰ হতভম্ব হৈ থৰ লাগিল, কেইটামান মুহূৰ্তৰ ভিতৰতে কিবোৰ যে অভাৱনীয় দুৰ্ঘটনা ঘটি গ'ল।

হেনৰি পাৰ্বাৰ্ছ আৰু দুজনমান চাহাব দৌৰি গ'ল ফ্ল'ৰাৰ ওচৰলৈ। ফ্ল'ৰা তেতিয়া সম্পূৰ্ণ অচেতন।

ৰণজিতৰ কাষতে ৰুস্তম পৰি আছিল। দুটামান মানুহ গৈ ৰুস্তমক দাঙি ল'লে। তাৰ মূৰটো ওলমি পৰিছিল। ৰণজিত ৰে'চকৰ্চতে পৰি থাকিল।

হেনৰিয়ে এবাৰ ৰণজিত আৰু ৰুস্তমৰ ফালে ঘূৰি চালে। তেওঁৰ চকু-মুখত এটা দেখা-নেদেখা হাঁহি বিৰিঙি উঠিল। তেওঁ যেন দুটা প্ৰতিদ্বন্দ্বীৰ হাতৰ পৰা ফ্ল'ৰাক উদ্ধাৰ কৰি আনিছে, মনটো তেওঁৰ পাতল লাগিল।

# আমাৰ পৃষ্ঠপোষকসকল

(১) শ্ৰীজয়ন্ত কুমাৰ বৰুৱা, গুৱাহাটী
(২) ড° হেমপ্ৰভা শইকীয়া, গুৱাহাটী
(৩) শ্ৰীসুমন কুমাৰ দত্ত, মোডী জেৰক্স, গুৱাহাটী
(৪) শ্ৰীহৃদয়ানন্দ মহন্ত, ডিব্ৰুগড়
(৫) শ্ৰীমতী ৰীতা চৌধুৰী, গুৱাহাটী
(৬) চৈয়দ মাহমুদুৰ ৰহমান, গুৱাহাটী
(৭) জোনাব তমিজুদ্দিন হাজৰিকা, গুৱাহাটী
(৮) জোনাব এম আলি, গুৱাহাটী
(৯) জোনাব চফিউল হুছেইন চৌধুৰী, গুৱাহাটী
(১০) চৈয়দ মুহিবুল্লা, গুৱাহাটী
(১১) শ্ৰীদীলিপ দাস, গুৱাহাটী
(১২) শ্ৰীমতী নীলিমা খাতুন, গুৱাহাটী
(১৩) শ্ৰীপঙ্কজ শইকীয়া, যোৰহাট
(১৪) শ্ৰীগোবৰ্দ্ধন দাস, বৰপেটা
(১৫) শ্ৰীমতী বিভা বুজৰবৰুৱা, নলবাৰী
(১৬) শ্ৰীকৰুণা মোহন শৰ্মা, বাঘমাৰা বজাৰ
(১৭) শ্ৰীমনেশ চন্দ্ৰ ভূঞা, ধালিগাঁও
(১৮) শ্ৰীকে এল দাস, বৰপেটা
(১৯) ডাঃ কমলা কলিতা, দিছপুৰ, গুৱাহাটী
(২০) শ্ৰীদিগেন বৰা, দিছপুৰ গুৱাহাটী
(২১) শ্ৰীমতী কৃষ্ণা বৈশ্য, গুৱাহাটী
(২২) ৰিলায়েন্স এণ্টাৰপ্ৰাইজ, গুৱাহাটী